রাজেন্দ্র প্রসাদের

# আত্মকথা

প্রথম খণ্ড

অনুবাদক

সতীশ বাজখোরা





সাহিত্য অকাদেমি

নতুন দিল্লী

ATMAKATHA Vol I : Assamese translation of Rajendra Prosad's 'Autobiography' by S. Rajkhowa. Sahitya Akademi, New Delhi, 1975. Price Rs. 15·00.

সাহিত্য অকাদেমি ৰবীন্দ্ৰ ভৱন, ফিৰোজ শ্বাহ ৰোড,
নতুন দিল্লী ১
ৰবীন্দ্ৰ সৰোবৰ ষ্টেডিয়াম, ব্লক ৫ বি, কলিকাতা ২৯
২১ হ্যাডোস ৰোড, মাদ্ৰাজ ৬
১৭২ নইগাঁও ক্ৰচ ৰোড, বোম্বাই ১৪

মূল্য ১৫·০০

এলম প্ৰেছ ৬৩, বিডন ষ্ট্ৰীট, কলিকাতা ৬ পৰা শ্ৰীদেৱপ্ৰসাদ মিত্ৰ দ্বাৰা মুদ্ৰিত
আৰু সাহিত্য অকাদেমি, নতুন দিল্লীৰ দ্বাৰা প্ৰকাশিত।

১৯৪২-৪৫ চনত কাৰাবাসত লিখা মোৰ স্মৃতিকথা জানুৱাৰী ১৯৪৭ চনত আত্মকথাৰূপে প্ৰকাশ পায়। পাছত ১৯৪৭ চনলৈকে যি বোৰ ঘটনা ঘটিছিল মূল গ্ৰন্থ অথবা পৰিশিষ্টত সেইবিলাক সন্নিবিষ্ট কৰা হয়। ১৯৫৬ চনত দ্বিতীয় সংস্কৰণ প্ৰকাশিত হয়। ইতিমধ্যে মূল হিন্দীৰ গুজৰাটী আৰু ইংৰাজী অনুবাদও ওলাই গৈছে। বিচাৰিছিলোঁ ১৯৪৭-৫৬ পৰ্যন্ত মোৰ সম্পৰ্কিত সকলো ঘটনাৰ বিৱৰণ দিবলৈ। সেইবিলাক ঘটনা অসাধাৰণ আৰু অতিশয় তাৎপৰ্যপূৰ্ণও। মোৰ লগত সম্পৰ্কৰ কথা এৰি দিলেও দেশৰ লগত এই বিলাকৰ গভীৰ যোগ আছে। এই বিলাকৰ বিষয়ে বহুতো কথা লিখিব পাৰি। কিন্তু এতিয়া ইয়াৰ বাবে অনুকূল অৱস্থা বা অৱকাশ একেবাৰেই নথকাৰ বাবে এইবিলাক বিষয়ৰ কথা উল্লেখ নকৰিলোঁ। তথাপি অতীতৰ স্মৃতি কিবা নহয় কিবা প্ৰকাৰে এই পুথিত বৰ্ত্তমানৰ পটভূমিৰূপে বিৰিঙি উঠিছে। ১৯৪৭ৰ পৰা আজিলৈকে যি বিলাক সালসলনি হৈছে, ৰাজ্যৰ গঠন হৈছে, গঠনকৰ্মৰ যিবিলাক ৰূপৰেখা ওলাইছে সকলোবিলাকৰে গূঢ় প্ৰভাৱ আমাৰ ৰাষ্ট্ৰীয় জীৱনৰ পূৰ্ব অধ্যায়ৰ পৰা আদি পৰিছে। সকলো ভাৰতীয় ভাষাতে অনুবাদৰ বাবে আত্মকথা নিৰ্বাচন কৰি সাহিত্য একাদেমিয়ে মোৰ প্ৰতি দেখুওৱা সন্মানৰ বাবে মই একাদেমিৰ ওচৰত কৃতজ্ঞ।

মোৰ ইচ্ছা আছিল যে ভাৰতৰ বিভিন্ন ভাষাৰ মাজত আৰু অধিক আদান-প্ৰদান হওক, উত্তৰোত্তৰ সকলোৰেই আৰু ওচৰ চাপি আহক। এইদৰেই আমাৰ সাংস্কৃতিক জীৱনৰ শিথিল যোগসূত্ৰক আটিল আৰু সুদৃঢ় কৰিব পৰা হ'ব। এই দৃষ্টিৰেই ভাৰতৰ অন্তৰ্গত যি কোনো ভাষাৰ পৰা নিৰ্বাচিত পুথি দেশৰ অন্যান্য ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিবলৈ লোৱা সাহিত্য একাদেমিৰ এই উদ্যোগ অত্যন্ত উপযোগী হ'ব বুলি আশা কৰোঁ। মই সাহিত্য একাদেমিৰ এই প্ৰয়াসৰ সফলতা কামনা কৰোঁ, লগতে আশা কৰোঁ যে অহিন্দীভাষী পাঠক সকলেও একাদেমিৰ অন্যান্য ভাষালৈ এই পুথিৰ অনুবাদ অনুমোদন কৰিব।

১৯।১১।৫৮

ৰাজেন্দ্ৰ প্ৰসাদ

# সূচীপত্র

---

# ১। মোৰ পূৰ্ব্বপুৰুষ

যুক্ত প্ৰদেশত আমোঢ়া নামৰ এখন ঠাই আছে। শুনিছো তাত হেনো কায়স্থসকলৰ ভাল চুবুৰী আছে। বহুত দিন হ'ল তাৰ পৰা এটা পৰিয়াল উঠি পুবফালে গৈ বলিয়াত বহিবলৈ ল'লে। বলিয়াত বহুকাল থকাৰ পিচত সেই পৰিয়ালৰ এটা ভাগ উত্তৰ ফালে গৈ আজিকালি (বিহাৰৰ) সাৰন জিলাৰ জিৰাদেই নামৰ এখন গাৱঁত থাকিবলৈ লয়। অন্য এটা ডালে গয়াত বসতি আৰম্ভ কৰিবলৈ ল'লে। জিৰাদেইত বাসকৰা ডালৰ কেইজনমান লোক তাৰ ওচৰতে থকা অন্য এখন গাঁৱত বহিলগৈ। জিৰাদেইৰ পৰিয়ালৰ মানুহেই মোৰ পূৰ্ব্বপুৰুষৰ বংশধৰ। সম্ভৱ জিৰাদেইলৈ অহা মোৰ উপৰিপুৰুষসকল মোৰ পৰা সাত বা আঠ পুৰুষ ওপৰৰ। যি সকল জিৰাদেইলৈ আহিছিল তেওঁলোক দুখীয়া আছিল আৰু সংস্থান বিচাৰিয়েই তেওঁলোক এইফালে আহিছিল। যিহেতু সেই গাঁৱত কোনো শিক্ষিত লোক নাছিল আৰু সেইদিনতো কায়স্থসকলেই শিক্ষিত আছিল, সেইকাৰণে গাঁৱৰ মানুহে তেওঁলোকক তাত ৰাখি থ'লে। প্ৰায় সেই সময়ৰ পৰাই হথুৱা জমিদাৰীৰ সৈতেও তেওঁলোকৰ সম্বন্ধ হয় আৰু তাতে তেওঁলোকৰ কোনো এজনে লিখা-পঢ়া কৰা কামৰ এটা সৰু চাকৰি পালে। হথুৱা সেইদিনত কোনো ডাঙৰ জমিদাৰী নাছিল আৰু তাৰ উপাৰ্জ্জনো বৰ বেচি নাছিল। তাৰ অভিজাত-সকলৰ আচল বাসস্থানো হথুৱাত পাচতহে সজা হৈছিল আৰু সেই সময়ত তেওঁলোকৰ বাসস্থান অন্য ঠাইতহে আছিল।

হথুৱা জমিদাৰীৰ লগত মোৰ পূৰ্ব্বপুৰুষসকলৰ সম্বন্ধ কেইবা পুৰুষলৈকে চলি থাকিল। তেওঁলোক কেনেকুৱা পদত আছিল তাক নাজানো কিন্তু যিমানদূৰ জানো তেওঁলোক কোনো উচ্চপদধাৰী নাছিল। গাঁৱৰ ঘৰো খেৰৰহে আছিল। জিৰাদেইত তেওঁলোক ডাঙৰ জমিদাৰী থকা অন্য এক কায়স্থ জমিদাৰৰহে ৰায়ত আছিল আৰু যদিও মোৰ পূৰ্ব্বজসকল আগেয়ে অন্য কেইবাখন গাঁৱৰো জমিদাৰ হৈছিল আমি আজিলৈকে কেতিয়াও নিজৰ গাঁৱৰ জমিদাৰীৰ অংশীদাৰ হোৱা নাই।

মোৰ ককাদেউতাৰ দুজন ভাই ককাই। ককাদেউতাৰ নাম আছিল মিশ্ৰীলাল। তেওঁৰ ককায়েক আছিল চৌধুৰ লাল। অতি কম বয়সতেই

মিশ্রীলালৰ মৃত্যু হয়। মহাদেৱ সহায় নামেৰে তেওঁৰ মাত্র এটা ল'ৰা আছিল আৰু তেৱেঁই মোৰ পিতা। চৌধুৰ লালৰো জগদেৱ সহায় নামৰ এটা পুত্র আছিল। মিশ্রীলালৰ কম বয়সতে আকস্মিক মৃত্যু হোৱাৰ কাৰণে মোৰ পিতাক চৌধুৰ লালজীয়ে বৰ মৰম কৰিছিল। জগদেৱ সহায় আৰু মহাদেৱ সহায় দুয়োকো তেওঁ নিজৰ সন্তানৰ নিচিনা জ্ঞান কৰি লালন পালন কৰি ডাঙৰ দীঘল কৰিছিল। জগদেৱ সহায় ডাঙৰ আছিল আৰু তেওঁৰ কোনো পুত্র সন্তান নাছিল মাত্র এটি কন্যা আছিল; সেই কন্যাটিৰো মৃত্যু ঘটিছিল। মহাদেৱ সহায় ডাঙৰীয়াৰ তিনিজনী ছোৱালী আৰু দুটা ল'ৰা হৈছিল। এজনী ছোৱালী সৰুতেই ঢুকাল। দুজনীৰ বিয়া হ'ল আৰু ডাঙৰজনী ছোৱালী ভগৱতী দেৱী বিয়াৰ অলপ দিনৰ পিচতেই বিধবা হয় আৰু তেতিয়াৰ পৰা আজিলৈকে গোটেই জীৱন মোৰ লগতে কটাইছে। দ্বিতীয়জনী ছোৱালী দুয়োটা ল'ৰাতকৈ ডাঙৰ আছিল আৰু তেৱোঁ কোনো সন্তান হোৱাৰ পূর্ব্বেই ইহসংসাৰ ত্যাগ কৰে। মোৰ ককাইদেউ হ'ল বাবু মহেন্দ্র প্রসাদ আৰু ঘৰত আটাইতকৈ সৰু ল'ৰা হলো ময়েই।

হথুৱা জমিদাৰীত চৌধুৰ লালজীয়ে খুব খ্যাতি অর্জ্জন কৰিছিল। তেওঁ হথুৱা জমিদাৰীত দেৱান পদ পর্য্যন্ত লাভ কৰি প্রায় ২৫।৩০ বছৰ কাল সেই পদত থাকে। সেই সময়ত মহাৰাজ ছত্রধাৰী সাহী গাদীত আছিল। তেওঁ নিজৰ পুতেকক জমিদাৰী নিদি ভতিজাক ৰাজেন্দ্র প্রতাপ সাহীক উইল কৰি জমিদাৰী দি দিছিল। চৌধুৰ লালৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস আছিল আৰু মৃত্যুৰ সময়ত নিজৰ সৰু নাতিনিয়েকৰ ভাৰ তেওঁৰ হাততে অর্পণ কৰে। মহাৰাজৰ মৃত্যুৰ পিচত সৰু নাতি বহুতো বিপদ আপদৰ সম্মুখীন হ'ব লগা হয়। আপোন মানুহে জমিদাৰীৰ ওপৰত দাবী কৰি মোকৰ্দ্দমা আৰম্ভ কৰিলে আৰু সেই মোকৰ্দ্দমা প্রিভি কাউন্সিল পর্য্যন্ত পাইছিলগৈ। প্রিভি কাউন্সিলে এই মর্ম্মে ৰায় দিলে যে হথুৱা জমিদাৰী অবিভাজ্য (Impartible) আৰু অবিভাজ্য জমিদাৰীৰ উইল কৰিব পৰা ক্ষমতা বজাৰ আছে; সেই কাৰণে ৰাজেন্দ্র প্রতাপ সাহী জমিদাৰীৰ অধিকাৰী। এই মোকৰ্দ্দমা চলি থকা অৱস্থাত ৰাজেন্দ্ৰ প্রতাপ সাহীৰ জীৱন বিপদাপন্ন হৈ উঠিছিল আৰু তেওঁক ৰক্ষা কৰা সহজ কাম নাছিল। মই শুনিছো তেওঁৰ জীৱন ৰক্ষাৰ কাৰণে হেনো চৌধুৰ লালজী তেওঁৰ বিচনাৰ ওচৰতেই শুইছিল আৰু তেওঁক বিহকে খাবলৈ দিছিল বিহ দিয়াৰ আশঙ্কাত প্ৰথমে তেওঁ নিজেইহে খাই চাইছিল।

চৌধুৰ লালজীয়ে ৰজাক কেৱল ৰক্ষাই কৰা নাছিল তেওঁ জমিদাৰীৰ ব্যৱস্থাত যথেষ্ট উন্নতি সাধনো কৰিছিল। খেতি নোহোৱা মাটিত খেতি কৰোৱাই আৰু অন্যান্য ধৰণৰ উন্নতি কৰি তেওঁ ৰাজ্যৰ আয় প্ৰায় তিনিগুণ বঢ়াইছিল। মহাৰাজ ৰাজেন্দ্ৰ প্ৰতাপ সাহীয়ে এই সকলো কাৰণতে তেওঁক বৰ শ্ৰদ্ধা আৰু সম্মান কৰিছিল। শুনা যায় যে তেওঁৰ সম্মুখত মহাৰাজে কেতিয়াও ধপাত নাখাইছিল আৰু তেওঁ অহা গম পালেই হোঁকা আঁতৰাই পঠাইছিল।

সেই দিনত কৰ্ম্মচাৰী সকলৰ বেতন বৰ কম আছিল। চৌধুৰ লালে বোধহয় দেৱান হৈ থকাৰ সময়তো মাহে বেতন হিচাবে ৫০৲ বা ১০০৲ টকা ৰূপহে পাইছিল। ইয়াৰ বাহিৰেও তেওঁৰ লগত থকা মানুহৰ কাৰণে সিধা স্বৰূপে চাউল, দাইল, ঘিঁউ আদি ৰাজভড়ালৰ পৰা সদায় পাইছিল। জমিদাৰীৰ কেইবাখনো খেতি-বাতি হোৱা গাঁৱো তেওঁক ৰজাই চলাবলৈ দিছিল। সেই মাটিত ধানৰ খেতি হৈছিল আৰু তাৰ পৰা যথেষ্ট আয় হৈছিল।

চৌধুৰ লালজী বৰ যোগ্য ব্যৱস্থাপক আছিল। জমিদাৰীৰ উপাৰ্জ্জন তেওঁ দুই তিনি গুণ বঢ়ালে যদিও জমিদাৰীৰ ৰায়তে তেওঁক ভাল পাইছিল আৰু তেওঁৰ ওপৰত যথেষ্ট বিশ্বাস ৰাখিছিল যাৰ প্ৰমান মই নিজে উপলব্ধি কৰিব পাৰিছিলো। অসহযোগ আন্দোলনৰ সময়ত মই যেতিয়া সেই অংশত ভ্ৰমণ কৰিবলৈ আৰম্ভ কৰো মই য'লৈকে গৈছিলো তাতেই বুঢ়ালোক সকলে মোক আদৰ সম্ভাষণ জনাইছিল ; বিশেষকৈ মই চৌধুৰ লালজীৰ নাতি কাৰণে। চৌধুৰ লালজীয়ে আপোন মানুহৰো উন্নতি সাধিছিল। তেওঁ বছৰি সাত আঠ হাজাৰ টকা আয় হোৱা জমিদাৰী নিজেও কিনিছিল। সেই জমিদাৰী বিশেষকৈ চাউল বেচি বেচিয়েই লৈছিল। কেইবাখনো গাঁও আমাৰ দুয়োগৰাকী আইতাৰ নামতেই লৈছিল, কিয়নো ঘৰত চাউল তেওঁলোকেই বনাইছিল, বেচিছিল আৰু টকা দিছিল।

ওপৰত কৈ অহা মতে চৌধুৰ লালজীয়ে নিজৰ ল'ৰা জগদেৱ সহায় আৰু ভতিজা মহাদেৱ সহায়ৰ শিক্ষাৰ ব্যৱস্থা কৰিছিল। সেই সময়ত ইংৰাজীৰ শিক্ষা চলা নাছিল। দুয়ো ফাৰ্চীৰ শিক্ষাহে লাভ কৰিছিল। বোধহয় এবাৰ ছাপ্ৰালৈ পঠাই তেওঁলোকক ইংৰাজী পঢ়ুউৱাৰ কথাও স্থিৰ হৈছিল আৰু মোৰ ককাইদেৱে দুই এখন কিতাপো পঢ়িছিল। কিন্তু মহাৰাজে এই কথাত উৎসাহ দিয়া নাছিল আৰু দুয়ো ভাই ককাই কাচী

পঢ়িয়েই ক্ষান্ত থাকিব লাগিছিল। দুয়োজন ভাই ককাইয়ে ফাৰ্চীও মহাৰাজৰ ল'ৰা কৃষ্ণ প্ৰতাপ সাহীক পঢ়ুৱা মৌলৱীজনৰ পৰাই শিকিছিল।

মহাৰাজ ৰাজেন্দ্ৰ প্ৰতাপ সাহীৰ মৃত্যুৰ পিচত জমিদাৰীৰ বন্দোবস্ত কিছুদিনৰ কাৰণে ক'ৰ্ট অব্ ৱাৰ্ডচ্‌ৰ হাতলৈ যায়। চৌধুৰ লালজীয়ে ইংৰাজী নাজানিছিল আৰু সেই কাৰণেই দেৱান পদত থাকিব নোৱাৰিলে আৰু তেনে পদত ২৫।৩০ বছৰ থকাৰ পিচত তাতকৈ তলৰ পদ গ্ৰহণ কৰাটো তেওঁ আত্মসম্মানৰ বিৰোধী বুলি ভাবিছিল। তেতিয়াৰ পৰা হথুৱা জমিদাৰীৰ লগত আমাৰ কেইবা পুৰুষ ধৰি চলি অহা সম্বন্ধ শেষ হৈ গ'ল। এয়া মোৰ জন্মৰ আগৰ কথা।

হথুৱাৰপৰা গুছি অহাৰ পিচত চৌধুৰ লালজী জিৰাদেইত থাকিবলৈ লয় আৰু কিছুদিনৰ পিচত অলপদিনৰ কাৰণে গোৰখপুৰৰ তমুকৃহী জমিদাৰীৰ দেৱান হয়। কিন্তু সেই সময়ত তেওঁৰ বয়স যথেষ্ট হৈছিল। সেই ঠাইৰ জলবায়ুৱে তেওঁক নুশুজাৰ কাৰণে সোনকালেই কাম এৰি গুচি আহিল। তেওঁৰ শেষৰ কালছোৱা জিৰাদেইতে কটালে। তমুকৃহীৰ কথা মোৰ অলপ অলপ মনত পৰে। মই সেই সময়ত নিচেই সৰু আছিলো।

## ২। মোৰ সহোদৰ

ওপৰত কৈ আহিছো যে মোৰ দেউতাৰ পাঁচটি সন্তানৰ ভিতৰত ভগৱতী দেৱীয়েই সকলোতকৈ ডাঙৰ। তেওঁৰ বিবাহ মোৰ জন্মৰ আগতে এটা ধনী কায়স্থ পৰিয়ালত হৈছিল। মোৰ চাৰি পাঁচ বছৰ বয়সত তেওঁলোকৰ তালৈ গৈছিলো আৰু তেওঁলোকৰ আদব কায়দা দেখিবলৈ পাইছিলো। মোৰ ভিনিহিৰ ছজন ভাই ককাই আছিল। সকলোৰে কাৰণে বেলেগ বেলেগ লগুৱা আৰু চিপাহী আছিল। বহুতো হাতী-ঘোঁৰা আৰু কেইবাটাও ডাঙৰ ঘৰ আছিল। ক'ব নোৱাৰো কেনেকৈ চাই থাকোতে থাকোতেই বছৰি ৭০।৭৫ হাজাৰ টকা আমদানী হোৱা এখন জমিদাৰী চাৰি পাঁচ বছৰৰ ভিতৰতে বিক্ৰী হৈ গ'ল। সেই সময়তে আমাৰ জিৰাদেইৰ ঘৰতেই মোৰ ভিনিহিৰো মৃত্যু হয়। মই সৰু আছিলো তথাপি সেই সময়ত

হোৱা হুলস্থুল আৰু ককাদেউতা, খুড়াদেউ, দেউতা আৰু ঘৰৰ তিৰোতা মানুহৰ করুণ অৱস্থাৰ ছবি মই আজিও পাহৰা নাই। মই জীৱনত সেয়ে প্ৰথম সজ্ঞানে দেখা মৃত্যু দৃশ্য।

তেওঁৰ তলৰ গৰাকী ভনীয়েকৰ বিবাহ ইয়াৰ পিচত হৈছিল। ককাইদেউৰো বিয়া হ'ল। এই দুয়োখন বিয়াই মই দেখিছিলোঁ। ককাই-দেউৰ বিয়াত মই বৰ-যাত্ৰী হৈ গৈছিলোঁ। সেই সময়ত মোৰ বয়স প্ৰায় চাৰি বছৰ মান হৈছিল আৰু তালৈ গৈ আইক বিচাৰি কান্দিবলৈও ধৰিলোঁ। তেতিয়ালৈকে বোধহয় আইক এৰি দুই এদিন মানহে অন্য ঠাইলৈ গৈছিলোঁ। ককাইদেউ মোতকৈ আঠ বছৰৰ ডাঙৰ আছিল। এই কাৰণে মোৰ বহুত কথাত সুবিধা হৈছিল। তেওঁৰ শিক্ষাৰ যি পাঠ্য-ক্ৰম আছিল স্বাভাৱিকতে মোৰ কাৰণেও সেয়ে হল আৰু বিশেষ কোনো কষ্ট নোহোৱাকৈ মই তেওঁক অনুসৰণ কৰিবলৈ ধৰিলোঁ।

ঘৰত চৌধুৰ লালজী আছিল। মোৰ ভালদৰে মনত আছে মই আৰু মোতকৈ বয়সত পাঁচ-ছমাহৰ সৰু মোৰ দদাইদেউৰ ছোৱালী এজনীৰ সৈতে তেওঁৰ কোলাত উঠি খেলা-ধূলা কৰিছিলোঁ আৰু তেওঁ বৰ মৰমেৰে আমাৰ দুয়োৰো লগত ধেমালি কৰিছিল। দদাইদেৱে জমিদাৰী দেখা-শুনা কৰিছিল আৰু জমিদাৰী সম্বন্ধে সকলো সময়তে কিবা নহয় কিবা বিষয়ত লাগি থকা মোকৰ্দ্দমাৰ কাৰণে ছাপ্‌ৰালৈ প্ৰায়ে অহা যোৱা কৰিছিল। ককাইদেউক ইংৰাজী পঢ়িবৰ কাৰণে ছাপ্‌ৰালৈ পঠাইছিল। মাজে মাজে তেওঁক চাব-চিতিবলৈকো তালৈ গৈছিল। যেতিয়াই তেওঁ ছাপ্‌ৰাৰ পৰা অহাৰ খবৰ পাইছিলোঁ আমি সৰুবিলাক ঘৰৰ পৰা অলপদূৰ আগ বাঢ়ি গৈ তেওঁক আগবঢ়াই আনিছিলোঁগৈ। আগবঢ়াই আনিবলৈ যোৱাৰ অৰ্থ হৈছে তেওঁৰ ওচৰলৈ গৈ মিঠাই, ফল-মূল আদি বিচৰা আৰু যিহকে পাওঁ তাকে লৈ তেওঁতকৈ আগবাঢ়ি লৌৰি গৈ ঘৰ পাই আইক সেইবোৰ দেখুউৱা।

দেউতাও ঘৰতেই আছিল। জমিদাৰীৰ ব্যৱস্থাত তেওঁৰ সম্বন্ধ কমেই আছিল। তেওঁৰ বাৰীৰ কামত বৰ চখ আছিল আৰু বহুত সময় সেই কামতে কটাই দিছিল। আজিও তেওঁ কৰি যোৱা দুখন আমৰ বাগান আমাৰ দখলত আছে আৰু তাত ভাল ভাল আম লাগে। তেওঁ ফাৰ্চী ভাষাত বৰ বিদ্বান আছিল। অলপ অচৰপ সংস্কৃতো জানিছিল। আয়ুৰ্ব্বেদ আৰু পশ্চিমীয়া চিকিৎসা শাস্ত্ৰত তেওঁৰ ধাপ আছিল। এই-বিলাক বিষয়ৰ কিতাপ সংগ্ৰহ কৰিছিল আৰু অধ্যয়ন কৰিছিল। তেওঁ

নিয়মিত ভাৱে শিক্ষা নোপোৱাকৈয়ে চতুৰ কবিৰাজ বা হাকিমী চিকিৎসক হ'ব পাৰিছিল। তেওঁৰ ওচৰলৈ নানা ধৰণৰ ৰোগী আহিছিল। যি ঔষধ কিনিব পাৰিছিল তেওঁলোকক ঔষধৰ তালিকা লিখি দিছিল। দুখীয়া মানুহক নিজেই ঔষধো দিছিল। তেওঁৰ লগত ঔষধ তৈয়াৰ কৰিবৰ কাৰণেই সদায় এটা লগুৱা আছিল। তেওঁ কাৰো নাড়ী পৰীক্ষা নকৰিছিল আৰু কাৰো ঘৰলৈ গৈ ৰোগীও নাচাইছিল। বেমাৰীৰ অৱস্থা শুনিয়েই ঔষধ দিছিল আৰু বহুতৰে বেমাৰৰ উপশমো হৈছিল। এই কামৰ কাৰণে তেওঁৰ যশগ্যা বাঢ়িছিল। তেওঁ মানুহজনো শকত-আৱত আছিল। সৰু কালৰেপৰা তেওঁ কুস্তিও কৰিছিল। মোৰ মনত আছে মই স্কুল বা কলেজত পঢ়োঁতে বন্ধত যেতিয়া ঘৰলৈ গৈছিলোঁ তেতিয়া তেওঁ নিজেই মুদ্‌গৰ ঘুৰাবলৈ শিকাইছিল আৰু লগে লগে মুদ্‌গৰ ঘুৰাই নানা ধৰণৰ খেল দেখুৱাইছিল। তেওঁ ভালদৰে ঘোঁৰা চেকুৰাব পাৰিছিল আৰু সদায় এটা ভাল ঘোঁৰা ৰাখিছিল। সৰুকালতে মোক আৰু ককাইদেউক ঘোঁৰাত উঠিবলৈ তেৱেঁই শিকাইছিলে। কম বয়সতেই, বন্ধত কেতিয়াবা জিৰাদেইলৈ আঁহোতে আমি দুয়ো ভাই-ককাই ঘোঁৰাত উঠি ফুৰা-চকা কৰিবলৈ গৈছিলোঁ।

লৰাকালত আমি গাঁৱলীয়া খেলো খেলিছিলোহক। বিশেষকৈ তাৰ প্ৰচলিত হৈগুদু আৰু চিক্কা খেল মই খুব খেলিছিলোঁ। বোধহয় কোনো দিনেই নেখেলাকৈ থকা নাছিলোঁ। এই খেলা প্ৰায় কলেজৰ পঢ়া শেষ নোহোৱালৈকে খেলিলোঁ। যেতিয়াই বন্ধত জিৰাদেইলৈ গৈছিলোঁ তেতিয়াই এই খেল খেলিছিলোঁ আৰু লগতে ককাইদেৱেও যোগ দিছিল। আৰু এক প্ৰকাৰৰ খেল গাঁৱত প্ৰচলিত আছিল। এই খেলক "দোল্-হাপাতী" বোলে। এই খেলত গছত উঠিব লগা হয়। মই গছত উঠিবলৈ ভয় কৰিছিলোঁ কাৰণে এই খেলা কেতিয়াও নেখেলিছিলো। এইদৰে গাঁৱত গৈ নথকাৰ কাৰণে মই সাঁতুৰিবলৈও শিকিব নোৱাৰিলোঁ।

আই আৰু আইতাই মোক বৰ মৰম কৰিছিল। সন্ধ্যাতে খুব সোনকালে শুই থকাটো মোৰ সৰু কালৰে পৰা অভ্যাস আছিল আৰু ইপিনে ৰাতি নৌপুৱাওঁতেই খুব সোনকালে সাৰ পাইছিলোঁ। ঘৰ পকা আছিল যদিও পুৰণি ধৰণেৰে সজা। মাজত চোতাল, চাৰিওকালে বাৰান্দা আৰু কোঠা। কোঠাবোৰত এখন এখন দুৱাৰ আৰু চালৰ তলতে এটা বা দুটা সৰু সৰু পোহৰ আহিব পৰা খিড়িকী। জাৰকালি বিশেষকৈ শীতলীয়া বা হাৱাৰ কাৰণে মই ৰাতি নৌ পুৱাওঁতেই সাৰ পাইছিলোঁ,

আৰু সেই সময়ৰ পৰা মই আইকো শুবলৈ নিদিছিলোঁ। গৰম কাপোৰৰ তলতে তেওঁক মই জগাই দিছিলোঁ। তেওঁ সাৰ পাই প্ৰভাতী ভজন শুনাইছিল। কেতিয়াবা কেতিয়াবা ৰামায়ণ-আদিৰ কাহিনীও শুনাইছিল। সেই ভজন আৰু কাহিনীৰ প্ৰভাৱ মোৰ অন্তৰত দকৈ পৰিছিল। এইদৰে পোহৰ অহা বিন্ধাৰে বাহিৰৰ পোহৰৰ চিন নেদেখালৈকে বিছনাত পৰি পৰি আইক ভজন গোৱাইছিলোঁ নহলে তেওঁৰ পৰা কাহিনী শুনিছিলোঁ। পোহৰ বেচিকৈ আহিলে বাহিৰলৈ উঠি আহিছিলোঁ। সন্ধ্যা ইমান সোনকালেই শুই পৰিছিলো যে ৰাতি সাবে থাকি বোধ হয় ভাতখোৱা কেতিয়াও নহৈছিলেই। সেইদিনত ৰাতি ভাত বহুত দেৰিতহে হৈছিল। সৰু লৰা ছোৱালীৰ কথাই নাই বঢ়া সকলেও এঘুমটি শুইহে ভাত খাইছিল। বোধহয় কোনো ৰাতিয়েই ১২/১ বজাৰ আগতে ভাত খোৱা নহৈছিলেই। প্ৰথমে ঘৰৰ পুৰুষ সকলে তাৰ পাছত তিৰোতা-সকলে আৰু তাৰ পাছত লগুৱা বিলাকে খাইছিল। গৰমৰ দিনত কেতিয়াবা লগুৱাই ভাত খাওঁতে খাওঁতে ৰাতিয়েই পুৱাইছিল। গতিকে ভাত নোখোৱাকৈ শুই পৰাতো মই মোৰ দোষ বুলি মানি লবলৈ প্ৰস্তুত নহওঁ।

ঘৰত ভাত ৰান্ধিবলৈ এজন কায়স্থ মানুহ আছিল। সেই কাৰণে ৰন্ধা বঢ়াৰ ভাৰ মোৰ খুড়ী বা আইৰ ওপৰত নাছিল। তথাপি তেওঁলোকে আঞ্জা আদি কিবা ৰান্ধিব লাগিছিল। সন্ধ্যা লাগিলেই মই আইক ধৰি কান্দিবলৈ আৰম্ভ কৰোঁ। যদি তেওঁ কোনো কামত লাগি থাকে তেন্তে কাম এৰি মোৰ লগত শুব লগাত পৰিছিল। কিন্তু মই জানো যে এনেকৈ বেচি সময় থাকিব লগা নহৈছিল; কিয়নো মোৰ খুব সোনকালেই টোপনি আহিছিল আৰু মোৰ টোপনি আহিলেই তেওঁ পুনৰ উঠি নিজ কামত লাগিছিলগৈ। মোৰ মনত আছে ৰাতি মোক সদায় জগাই জগাই ভাত খুৱাইছিল। চকু মেমেলিছিলোঁ কিন্তু আয়ে জোকাৰি জোকাৰি নাম গাই আৰু সাধু কৈ কৈ মুখ মেলাইছিল আৰু ভাত খুৱাই দিছিল। এজনী চাকৰণী আছিল আৰু মই তাইক খুড়ী বুলিছিলো। তাই এইদৰে খুউৱাত বৰ পটু আছিল। যেতিয়া অন্যাই হেজাৰ চেষ্টা কৰিলেও মুখ আৰু চকু বন্ধ হৈয়েই থাকে, তেনেকুৱাতো তাই কি কোনো উপায়েৰে মুখ মে মেলাইছিলেই ভাতো খুৱাই দিছিল। সন্ধ্যা হলেই শোৱা আৰু ৰাতিপুৱাৰ লগে লগেই উঠা অভ্যাস মোৰ সদায় হৈ গৈছিল। ছাপুৱা আৰু পাটনাত মই যেতিয়া পঢ়িবলৈ গলোঁ তেতিয়ালৈকে ৰাতি হলেই মই

খুব সোনকালে শুই পৰিছিলো আৰু পঞ্চম শ্ৰেণী পোৱা সময়লৈকে নিজ হাতেৰে বোধহয় কেতিয়াও ভাত খোৱা নাছিলোঁ। ভাত দিবৰ কাৰণে এজন ব্ৰাহ্মণ আছিল তেওঁ সেই পুৰণি ৰীতি অনুসৰি মোক কোলাত লৈ চকু মুদ খাই থাকিলেও মেলখোৱা মুখত ভাতৰ লাড়ু সুমুৱাই দিছিল আৰু মই গিলি দিছিলোঁ।

যেতিয়া মই ওকালতি আৰম্ভ কৰিছিলোঁ তেতিয়ালৈকে সন্ধ্যা লাগিলেই শোৱাৰ অভ্যাস চলি আছিল। সন্ধ্যা সময়ত মক্কেলৰ কাগজ লৈ পঢ়িবলৈ বহোঁ আৰু চাৰে সাত, আঠ বাজোতেই মক্কেলৰ আগতেই জপক্ জপক্কৈ টোপনিয়াবলৈ আৰম্ভ কৰিছিলোঁ। তেতিয়া আৰু কাম বন্ধ কৰিব লগা হৈছিল। ১৯১৪-১৫ চনত মই এম-এল পৰীক্ষাৰ কাৰণে পঢ়ি থাকোতে এটা ঘটনা ঘটিল। তেতিয়া মই কলিকতা হাইকৰ্টত ওকালতি কৰিছিলোঁ। ল-কলেজত অধ্যাপনাৰ কামো পাইছিলোঁ। দুই চাৰিটা মোকৰ্দ্দমাও হাতত আছিল। সেই কাৰণে ৰাতিপুৱাৰ সময় মোকৰ্দ্দমাৰ তৰ্কৰ প্ৰস্তুতি আৰু ল-কলেজৰ অধ্যাপনাৰ কামতেই শেষ হৈছিল। দিনৰ সময়চোৱা কাছাৰীতে কটাইছিলোঁ। কেৱল ৰাতিৰ সময় খিনিহে পৰীক্ষাৰ কাৰণে পঢ়িবলৈ পাইছিলোঁ। সেই কাৰণে সন্ধ্যাতেই কিতাপ পঢ়িবলৈ লৈছিলোঁ; কিতাপ হাতত লোৱাৰ লগে লগেই টোপনিয়েও হেঁচা মাৰি ধৰিছিলহি। এদিন ভাবিলো যে এইদৰেতো পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰি। যি কোনো উপায়েৰেই নহওক সন্ধ্যাৰ টোপনিক বাধা দিবই লাগিব আৰু কম পক্ষেও ৰাতি ন বজালৈকে পঢ়িবই লাগিব। যেতিয়া টোপনি আহিবলৈ আৰম্ভ কৰিলে তেতিয়াই কিতাপ হাতত লৈ ঠিয় হলোঁ। তথাপি যেতিয়া টোপনিৰ আক্ৰমণ শিথিল নহল কোঠাৰ ভিতৰতে টহলি টহলি পঢ়িবলৈ ধৰিলোঁ। এইদৰে কিমান সময় পাৰ হ'ল ক'ব নোৱাৰোঁ। এবাৰ কিতাপখন তললৈ সৰি পৰিল আৰু লগে লগে ময়ো ধুম্‌কৰে কোঠাৰ মজিয়াতে চিত হৈ পৰিলোঁ। ক'ব নোৱাৰোঁ মৰটো কিয় নফুটিল। অলপ দুখ নিশ্চয় পালোঁ। তেতিয়াৰ পৰা সেই প্ৰণালী বিপদজনক বলি ত্যাগ কৰিলোঁ আৰু যিকণ সময়কে বহি বহি কটাব পাৰিলোঁ সেইকণ সময়তে পঢ়ি ক্ষান্ত থাকিলোঁ।

## ৩। মৌলৱী চাহাব

পঞ্চম কি ষষ্ঠ বছৰত মোৰ বিদ্যাৰম্ভ কৰোৱা হৈছিল। সেই সময়ত মোৰ ককাইদেউক ইংৰাজী পঢ়িবৰ কাৰণে ছাপ্‌ৰালৈ পঠিওৱা হৈছিল। সেই সময়ৰ প্ৰচলিত প্ৰথা মতে মৌলৱী চাহাবে মোৰ বিদ্যাৰম্ভ কৰাইছিল। যিদিনা বিদ্যাৰম্ভ হৈছিল মৌলৱী চাহাব আহিছিল আৰু বিচ্‌মিল্লাহ বুলি বিদ্যাৰম্ভ কৰা হ'ল ; মিঠাই বিলালে আৰু তেওঁক টকাও দিলে। আমাৰ তিনজন বিদ্যাৰ্থীৰ ভাৰ তেওঁক দিয়া হ'ল—এজন মই নিজে আৰু দুজন আমাৰ সমন্ধীয় ককাই। তেওঁলোকৰ এজন হ'ল যমুনা প্ৰসাদজী যি আমাৰ সকলোতকৈ ডাঙৰ আৰু মোতকৈ দুবছৰ ডাঙৰ আছিল। তৃতীয়জন এতিয়া ইহ-সংসাৰত নাই, তেৰোঁ মোতকৈ ডাঙৰ আছিল। যমুনা ককাইদেউ আমাৰ সকলোৰে 'লিডাৰ' বা বৰমূৰীয়া আছিল আৰু সকলো খেল আৰু ল'ৰাধেমালিৰ সদায় আগত আছিল। তেওঁৰ এজন খুড়াক, যি মোৰো খুড়া হয়, বৰ ৰঙিয়াল আছিল। তেওঁ দেউতাতকৈ সৰু আছিল কিন্তু দেউতাৰ কেইবাটাও গুণো তেৰোঁ শিকিছিল। তেওঁ ভাল ঘোঁৰা চেকুৰাইছিল, দৰৱ তৈয়াৰ কৰিছিল আৰু বিলাইছিল ; চিকাৰ কৰা আৰু কেটেপা মৰাত পাকৈত আছিল। ফাৰ্চী পঢ়িছিল আৰু ডবাও বৰ খেলিছিল। কিন্তু এই সকলো কামতে তেওঁ দেউতাৰ ওচৰত পৰাজয় মানি লৈছিল। খুব ৰঙিয়াল আৰু ৰসিক মানুহ আছিল তেওঁ।

আমাক পঢ়াবলৈ অহা মৌলৱী চাহাব আচৰিত ধৰণৰ লোক আছিল। বহুত কথাত তেওঁ বাজী ৰাখিছিল। বলদেৱ খুড়াৰ তামাচাৰ কাৰণে তেওঁ বেচ উপযুক্ত পাত্ৰ হৈ পৰিল। খুড়াদেৱে তেওঁক নানা ধৰণৰ কথা কৈছিল আৰু যেনেকুৱা কথাই বা কামেই নহওক তেওঁক উৎসাহ দি তেওঁৰ হতুৱাই সেই কথা বা কাম জানোঁ বা কৰিব পাৰোঁ বুলি কোৱাই লৈছিল। তেওঁৰ এনে ধৰণৰ বাজী আছিল যে তেওঁ ডবা খেলিব জানিছিল। বলদেৱ খুড়াই ডবা খেলোৱাইছিল আৰু বাজি থকা সত্বেও মৌলৱী চাহাব কেতিয়াও জিকিব নোৱাৰিছিল। আমি সৰু সৰু ল'ৰাই এই তামাচাবোৰ ভয় আৰু কৌতুহলৰ চকুৰে চাইছিলোঁ। হাঁহিবৰ সুবিধা জালেও হাঁহা বজিত হয়। এই তামাচাৰ কথা ককাদেউতা কৌতুক

লালজীৰ কাণতো পৰিলগৈ। তেওঁলোকেও কেতিয়াবা কেতিয়াবা এই হাঁহি-ধেমালিত যোগ দিছিলহি।

এদিন বলদেৱ খুড়াই ক'লেহি যে বাগানত বান্দৰ সোমাইছে তাহাঁতক যি কোনো উপায়েৰে খেদিব লাগে আৰু কেটেপাৰে মাৰিও তাহাঁতক খেদিব পৰা যায়। এইদৰে কোৱাৰ লগে লগেই মৌলৱী চাহাবে শাজী মাৰিলেই যে তেৰেঁা কেটেপা খুব মাৰিব পাৰে। বলদেৱ খুড়াই ভালকৈ জানিছিল যে তেওঁ একো নাজানে; কিন্তু তামাচাৰ কাৰণে তেওঁ গাজু। তেওঁ মৌলৱী চাহাবক লগত লৈ বাগানলৈ গ'ল। কেটেপা আৰু গুটি তেওঁৰ হাতত দি ক'লে খুব টানি এটা বান্দৰ মাৰক। মৌলৱী চাহাবে খুব টানি এটা গুটি মাৰিলে আৰু লগে লগে বান্দৰৰ গাতনো কেনেকৈ লাগেগৈ চাবলৈ বিচাৰিলে আৰু ইতিমধ্যে তেওঁৰ বাওঁ হাতৰ বুঢ়া আঙুলিৰপৰা টপ্ টপ্‌কৈ তেজ পৰিবলৈ ধৰিলে; বিষত তেওঁ ঘপহকৈ বহি পৰিল। গুটি বান্দৰৰ গাত লগাৰ পৰিবৰ্ত্তে মৌলৱী চাহাবৰ নিজ বুঢ়া আঙুলিতহে লাগিল।

অন্য এদিনৰ ঘটনা; সেইদিনা সন্ধ্যা ককাদেউতাকো লৈ আমি সকলো ফুৰিবলৈ ওলালো। মৌলৱী চাহাব আৰু বলদেৱ খুড়াও লগত আছিল। নানা ধৰণৰ কথা-বতৰা চলি আছিল। এনেতে এটা ষাঁড় গৰু ওলাল। সকলোৱে ক'লে ষাঁড়ে মানুহক খোচে। বলদেৱ খুড়াৰ ইঙ্গিত পাই মৌলৱী চাহাব কি ভয় কৰা মানুহ। বে-পৰোৱা হৈ আগবাঢ়োঁতেই ষাঁড়ে তেওঁক খুন্দা মাৰি বগৰাই দিলে। এনেধৰণৰ তামাচা প্ৰায়েই হৈছিল।

এদিন বলদেৱ খুড়াই মৌলৱী চাহাবক বন্দুক মৰা লৈ উচটালে। মৌলৱী চাহাবে কোনো কথাকে নজনা বুলি স্বীকাৰ কৰা নিজৰ মান হানি বুলি ভাবিছিল আৰু তেওঁ স্পষ্টকৈ কৈ দিলে যে তেওঁ খুব ভাল নিচান কৰিব পাৰে। তেওঁক লগত লৈ বলদেৱ খুড়া বন্দুক সহ ওলাই গ'ল। মৌলৱী চাহাবৰ দুটা লৰা আমাৰ লগতে পঢ়িছিল। আমি আটায়ে আৰু সিহঁত দুটাও ওলালোহক। কিছুদূৰ গৈ এজোপা ওখ গছৰ ওপৰত এটা শগুণ চকুত পৰিল। বলদেৱ খুড়াই তাকেই নিচান কৰিবলৈ ক'লে। শগুণটো যথেষ্ট ওখত আছিল আৰু বন্দুকটো প্ৰায় ঠিয় কৰি লৈহে নিচান কৰিব পৰা যায়। মৌলৱী চাহাবক যিটো বন্দুক দিছিল সেইটো পুৰণি ধৰণৰ খজা বন্দুক আছিল আৰু তাৰ ওজনো যথেষ্ট আছিল। মৌলৱী চাহাবে বোধহয় "আগেয়ে কেতিয়াও বন্দুক মৰা

নাছিল। তেওঁ প্ৰায় ঠিয় কৰি লৈ বন্দুক তেওঁৰ বুকুৰ ওপৰত ৰাখি নিচান কৰিলে। সিফালে বন্দুকৰ ধোঁৱা ওফৰাৰ শব্দ হ'ল আৰু এইফালে শগুণৰ ঠাইত মৌলৱী চাহাব মাটিত লুটি খাই পৰিল। বলদেৱ খুড়াই ততালিকে তেওঁক তুলিলে আৰু ল'ৰাকেইটাক পানী আনিবলৈ পঠালে। মৌলৱী চাহাবক কোনোৰকম ঘৰলৈ লৈ যোৱা হল।

এনেধৰণৰ ৰং তামাচাৰ মাজতে আমাৰ ফাৰ্চী শিক্ষা হৈ থাকিল। প্ৰায় ছমাহ আঠ মাহৰ পিচত মৌলৱী চাহাব গুচি গ'ল। আমি আখৰ শিকি উঠি কৰীমা পঢ়িবলৈ আৰম্ভ কৰিছিলোঁহে। আকৌ অন্য এজন মৌলৱী মাতি আনিলে; তেওঁ খুব গম্ভীৰ আছিল আৰু পঢ়াইছিলেও ভাল। তেওঁ ই দুবছৰলৈকে থাকিল আৰু কৰীমা, মামুকীমা, খালকুবাৰী, খুশহালসীমিয়া, দস্তুৰুলসীমিয়া, গুলিস্তাঁ, বোস্তাঁলৈকে আমাক পঢ়াব পাৰিলে। সেই সময়তে আমি কৈথী লিখিবলৈ আৰু নেওতা পঢ়িবলৈ শিকি ললো কিন্তু এইবোৰ কেতিয়া আৰু কেনেকৈ শিকিলোঁ মনত নাই। সপ্তাহত চাৰে পাঁচ দিন ফাৰ্চী পঢ়িছিলোঁ। বৃহস্পতি বাৰৰ দিনা দুপৰীয়াৰ পৰা শুকুৰবাৰৰ দুপৰীয়ালৈকে ফাৰ্চী শিকাৰপৰা ছুটী পাইছিলোঁ আৰু এইচোৱা সময়তে কৈথী অথবা নেওতা আদি শিকিছিলোঁ। ইয়াৰ উপৰিও খেল-ধেমালি কৰিবলৈ বহুত সময় দিছিল।

পঢ়াৰ নিয়ম আছিল—আমি খুব ৰাতিপুৱাই উঠি পঢ়াশালিলৈ আহিছিলোঁ। পঢ়াশালি আমাৰ পকাঘৰৰ পৰা বেলেগ অন্য এটা ঘৰৰ বাৰান্দাত আছিল। এটা কোঠাত মৌলৱী চাহাব থাকিবলৈ লৈছিল আৰু সন্মুখৰ বাৰান্দাৰ তক্তাপোচৰ ওপৰত বহি আমি পঢ়িছিলোঁ। মৌলৱী চাহাবে কেতিয়াবা চাৰ্পাইৰ ওপৰত আৰু কেতিয়াবা তক্তাপোচৰ ওপৰত বহি পঢ়াইছিল। ৰাতিপুৱা আহি প্ৰথমে আগেয়ে পঢ়ুৱা পাঠ এবাৰ মুখস্থ কৰিব লাগিছিল আৰু যি যিমান সোনকালে মুখস্থ দিব পাৰিছিল তেওঁক সিমান সোনকালে নতুন পঢ়া পঢ়ুৱাই দিছিল। মই প্ৰায়েই মোৰ দুয়োজন সহপাঠীৰ আগতেই গৈ পঢ়াশালি পাইছিলোঁ আৰু প্ৰথমেই মুখস্থ দি নতুন পঢ়াও প্ৰথমেই শিকি লৈছিলোঁ। ইমানখিনি কৰোঁতে বোলি ওলাই অলপ সময় পাৰ হৈয়ো গৈছিল। তেতিয়া নগুৱা আহি লগত লৈ গৈ মুখহাত ধুৱাই ঘৰত কিবা খুৱাবলৈ আইৰ ওচৰত লৈ আহিছিল। ইয়াৰ কাৰণে প্ৰায় আধা ঘণ্টা পোনে ঘণ্টা ছুটী পাইছিলোঁ। জলপান খাই ঘূৰি যোৱাৰ পিচত পাঠ মুখস্থ কৰিব লগা হৈছিল আৰু মুখস্থ কৰি খাই শুনোৱাৰ পিচত মৌলৱী চাহাবে নতুন

দিছিল, "কিতাপ বন্ধ কৰ"। কিতাপ বন্ধ কৰি ফলি লব লগা হৈছিল। এই দুই কামৰ মাজত কিছু খেলা-ধূলা কৰিবলৈও পাইছিলোঁ। নহলে দ্বিতীয়বাৰ ঘৰলৈ গৈ কিবা খাবৰ কাৰণেও সুবিধা পাইছিলো। ফলিত লিখিব লাগিছিল, আৰু ফলি ভৰিগলে সেইখন ধুব লাগিছিল। এই কামতো আমি নিজৰ ভিতৰতে হাঁহি ধেমালি কৰিবলৈ সুবিধা পাইছিলোঁ। দুপৰীয়া খাই উঠি আকৌ পঢ়াশালিলৈ গৈ সেই তক্তাপোচতে শুব লাগিছিল। মৌলবী চাহাব চাৰ্পাইত শুইছিল। আমাৰ প্ৰায়েই টোপনি নাহিছিল আৰু তক্তাপোচৰ ওপৰত শুই শুই ডবা খেলিছিলোঁ আৰু যেতিয়া মৌলবী চাহাবৰ উঠিবৰ সময় হয় তাৰ আগে আগেই গুটি সামৰি থৈ দিছিলোঁ। সেইদিনতে কেনেবাকৈ ডবা খেল খেলিবলৈও শিকিলোঁ কিন্তু কেতিয়া কেনেকৈ আৰু কাৰ পৰা শিকিলোঁ ক'ব নোৱাৰোঁ। তাৰ পিচত দুপৰীয়াৰ পঢ়া আৰম্ভ হৈছিল আৰু অলপ মনত ৰাখি মুখস্থ গোৱাৰ পিচত গধূলি হবলৈ এঘণ্টা ডেৰঘণ্টা থাকোঁতে খেলিবলৈ ছুটী পাইছিলোঁ। এইচোৱা সময়তে ফুটবল, চিক্কা আদি খেল খেলিছিলোঁ। সন্ধ্যা চাকি জ্বলাব লগে লগেই আকৌ কিতাপ লৈ পঢ়িবলৈ বহিব লগা হৈছিল। দিনৰ দুয়োটা পাঠ মুখস্থ কৰি আকৌ শুনাব লাগিছিল আৰু তাৰ পিচত হুকুম হয়, "কিতাপ বন্ধ কৰ"। কিতাপ বন্ধ কৰি নিয়ম অনুসৰি নমস্কাৰ জনাই ঘৰলৈ গৈ শুইছিলো।

সন্ধ্যা সোনকালে টোপনি আহিছিল। কেতিয়াবা টোপনিওৱা দেখি মৌলবী চাহাবে মৰিয়াই বুলি সদায় ভয় লাগিছিল। সোনকালে ছুটী পোৱাৰ দুটা উপায় আছিল। খেলা-ধূলাত যমুনা ককাইদেউ 'লিডাৰ' আছিল আৰু সোনকালে ছুটী পোৱাৰ উপায়ো তেৱেঁই কৰি দিছিল। পঢ়িবৰ কাৰণে তেলৰ চাকি জ্বলোৱা হৈছিল। যমুনা ককাইদেৱে দিনতেই চায় বা ধূলিৰে সৰু টোপোলা কৰি মনে মনে লুকাই থৈছিল। যিদিনা চাকিত তেল বেচি দেখে চাকিৰ শলিতা বঢ়োৱাৰ ছলেৰে মনে মনে টোপোলা চাকিত থৈ দিছিল। চাওঁতে চাওঁতে টোপোলাই তেল শুই লৈছিল আৰু সোনকালেই চাকি নুমুৱাৰ উপক্ৰম হৈছিল। মৌলবী চাহাবে চাকৰণীৰ ওপৰত খং কৰি কয়, তেল কিয় কম আনিছিলি। কিন্তু উপায়হীন হৈ সোনকালেই কিতাপ বন্ধ কৰিবলৈ হুকুম দিছিল। কেতিয়াবা কেতিয়াবা যমুনা ককাইদেৱে প্ৰস্ৰাব কৰিবলৈ বুলি ছুটী লৈ বাহিৰলৈ গৈ প্ৰস্ৰাব কৰাৰ পৰিবৰ্ত্তে ল'ৰি কেতিয়াবা আইৰ ওচৰলৈ, কেতিয়াবা নিজৰ মাকৰ গুৰিলৈ আৰু কেতিয়াবা গজা ককাইদেউৰ মাকৰ

ওচৰলৈ গৈ কৈ আহে যে টোপনি ধৰিছে, চাকৰণীক আমাক আনিবলৈ সোনকালে পঠিওৱা নহলে মাৰ খাম। তেওঁ প্ৰস্তাৱ কৰি মুৰি অহাৰ অলপ পিচতেই চাকৰণী আহি পায় আৰু মৌলৱী চাহাবক ছুটী দিবলৈ কয়। মৌলৱী চাহাবে ছুটী দি দিয়ে।

এদিন এইদৰে যমুনা ককাইদেউ ল'ৰি যাওঁতে গাঁৱৰে আমাৰ সম্বন্ধীয়া খুড়া এজনে দেখিলে আৰু আহি মৌলৱী চাহাবক কৈ দিলে যে যমুনা কেনিবা ল'ৰি গৈছে। তদন্ত হ'ল আৰু যমুনা ককাইদেৱে কৈফিয়ৎ দিলে যে তেওঁ প্ৰস্তাৱ কৰিবলৈ যাওঁতে আন্ধাৰত ভয় খাই ল'ৰি পলাইছিল। এইদৰে কোনোৰকমে সাৰিল।

তাত যি ফাৰ্চীৰ জ্ঞান আহৰণ কৰিলোঁ সি মৌলৱী চাহাবৰে দান। আমিও সকলোৱেই তেওঁক ভাল পাবলৈ ধৰিলোঁ। যেতিয়া ঘৰ এৰি ছাপ্ৰালৈ ইংৰাজী পঢ়িবলৈ যাবলগা হ'ল তেতিয়া মৌলৱী চাহাবৰ আৰু আমাৰো দুখ লাগিল।

## ৪। গাঁৱৰ জীৱন

সেইকালত গাঁৱৰ জীৱন আজিকালিৰ গাঁৱৰ জীৱনতকৈ বহুত সৰল আছিল। জিৰাদেই আৰু জমাপুৰ দুখন গাঁও কিন্তু দুয়োখন গাঁও এনেভাৱে লগ লাগি আছে যে ক'ত জিৰাদেই শেষ হৈছে আৰু ক'ত জমাপুৰ আৰম্ভ হৈছে কোৱা টান। গতিকে বসতিৰ ফালৰপৰা দুয়োখন গাঁৱকে একেলগে ধৰিলে কোনো ক্ষতি নাই। দুয়োখন গাঁৱতেই প্ৰায় সকলো জাতিৰ লোকেই বাস কৰে। বাসিন্দাৰ সংখ্যা দুহেজাৰতকৈ বেচি হ'ব। সেই দিনতো গাঁৱত পাব পৰা প্ৰায় সকলো বস্তুৱেই তাত পোৱা গৈছিল। আজিকালিতো তামোল, বিড়ি আদি বেচা কিছুমান নতুন ধৰণৰ দোকান হ'ল। সেই দিনত এনে ধৰণৰ বস্তু পোৱা নগৈছিল, যদিও মলাধপাত আৰু খৈনী বেচিছিল। কাপোৰৰ ভাল দোকান আছিল আৰু তাৰপৰা অন্য গাঁৱৰ কিছুমান মানুহে আৰু বাহিৰৰ দুই চাৰি বেপাৰীয়েও কাপোৰ নিছিল। চাউল, দাইল, আটা, মছলা, নিমখ, তেল আদি সকলো বস্তু তাত বেচিছিল আৰু সৰু-সুৰা দৰবৰ দোকানো আছিল য'ত ত্ৰিফলা

আদি নানা ধৰণৰ বস্তু পোৱা গৈছিল। মোৰ যিমান দূৰ মনত আছে কেৱল মিঠাইৰ কোনো দোকান নাছিল। গাঁৱত ক'ইৰী জাতিৰ মানুহ বহুত আছিল আৰু এই কাৰণে শাক-পাচলি যথেষ্ট পোৱা গৈছিল। গুৱাল জাতৰ লোক কম আছিল কিন্তু ওচৰৰ গাঁৱত বহুত গুৱাল জাতীয় লোক থকাৰ কাৰণে গাখীৰ, দৈ আদিও পোৱা গৈছিল। যঁতৰৰ যথেষ্ট প্ৰচলন আছিল। গাঁৱত তাঁতী জাতৰ লোকো আছিল আৰু তেওঁলোকে সূতা লৈ কাপোৰ বৈ দিছিল। চুৰীহাৰে চুৰী তৈয়াৰ কৰিছিল। বিন্দিৰ চিচিনা সৰু-সুৰা বস্তু বাহিৰৰ পৰা নি ফেৰীৱালাই বেচিছিল আৰু কিছু-মান নিজেও কৰি লৈছিল। মুচলমানৰ ভিতৰত চুৰীহাৰ, ফেৰীৱালা, ৰাজমিস্ত্ৰী, দৰ্জী আৰু তাঁতী মানুহহে আছিল। কোনো সেখ, চৈয়দ নাছিল। হিন্দুৰ ভিতৰত ব্ৰাহ্মণ, ৰাজপুত, ভুমিহাৰ, কায়স্থ, ক'ইৰী, কুৰ্মী, কমৃকৰ, তুৰ্‌হা, গোণ্ড, চণ্ডাল, মুচী, দুসাধ ইত্যাদি সকলো জাতৰ মানুহ বাস কৰিছিল। মোৰ ধাৰণা যে সকলোতকৈ ৰাজপুতেই বেছি আছিল। তেওঁলোকৰ ভিতৰত কিছুমান প্ৰাচীন জমিদাৰ বংশৰ মানুহ আছিল আৰু কিছুমান সাধাৰণ খেতিয়ক শ্ৰেণীৰ লোক। জিৰাদেইত কায়স্থ পাঁচ ঘৰ আছিল তাৰে তিনিঘৰ আমাৰ নিজৰে আৰু দুঘৰ সম্বন্ধীয় কায়স্থ বাহিৰৰ পৰা আহি তাত বহিছিল।

প্ৰায় সকলো বস্তুৰেই গাঁৱতে পোৱা গৈছিল। সেইকাৰণে গাঁৱৰ বাহিৰলৈ যাবলৈ মানুহে বৰ কম সুবিধা পাইছিল। গাঁৱত সপ্তাহত দুবাৰ হাটো বহিছিল আৰু সেই হাটলৈ ওচৰৰ গাঁৱৰ দোকানীয়েও নিজৰ নিজৰ বস্তু মূৰত লৈ নহলে গৰু, ঘোঁৰা অথবা গৰু-গাড়ীৰ ওপৰত বোজাই দি আনিছিল। হাটলৈ মিঠাইৰ দোকানো আহিছিল আৰু যি বিচাৰে মাছ মাংসও কিনিবলৈ পাইছিল। যিবিলাকে লাগতিয়াল খিনি এইদৰে নাপাইছিল তেওঁলোক সীৱানলৈ গৈছিল। তাতে থানা, হাকিম, কাছাৰী আৰু দোকান আছে। সেইখন এখন সৰু চহৰ কিন্তু গাঁৱৰ মানুহৰ কাৰণে বহুত ডাঙৰ ঠাই বুলি ইয়াৰ খ্যাতি আছিল। মোৰ মনত আছে গাঁৱলৈ আত্মীয়-কুটুম্বৰ বাহিৰে আন মানুহ নিচেই কম আহিছিল। মৌলৱী চাহাবৰ তালৈ দুই চাৰি মাহৰ মূৰে মূৰে এটা মানুহে ফাৰ্চীৰ সৰু-সুৰা কিতাপৰ এটা সৰু টোপোলা আৰু দুই এখন চিৰ্য়াহী (আজিকালিৰ ব্লু-ব্লেক চিৰ্য়াহী নহয়) লৈ আহিছিল। সেই মানুহটো আহিলে আমাৰ ল'ৰাবোৰৰ কৌতুহলৰ সীমা নাথাকে। কেতিয়াবা জাৰকালি কোনোবাই সুমথিৰা, নেমু আদি পাচি ভৰাই বেচিবলৈ আহিলে

আমি ল'ৰাবিলাক ইমান উত্ৰাৱল হৈ পৰো যেন কিবা দুষ্প্ৰাপ্য বস্তুহে পাইছিলোঁ। এদিন এনেকৈ এটা মানুহ আঁহোতে মই লৰ মাৰি আইক খবৰ দিবলৈ গৈছিলোঁ। তাৰপৰা বাহিৰলৈ দৌৰি আঁহোতে কিবা এটাত উজুটি খাই পৰি গলোঁ। ওঁঠ ফাটি তেজ ওলাবলৈ ধৰিলে। বহুত দিনলৈ ইয়াৰ চিন আছিল। আৰু এদিন কিবা এটা বস্তুৰ কাৰণে দৌৰি আহোঁতে পৰি গলোঁ। তাৰ দাগ আজিকোপতি সোঁ-চকুৰ তলত আছে। গাঁৱত আমৰ দিনত আম আৰু বাগানৰ পৰা কেতিয়াবা কেতিয়াবা কল পাইছিলোঁ। আমি নুনু বুলি মতা এজন খুড়াদেৱে ছাপ্ৰাৰ পৰা কেতিয়াবা কেতিয়াবা আঙুৰ আনিছিল। আঙুৰ আজিকালিৰ দৰে খোলাভাৱে ঠোক্ঠোক্কৈ নেবেছিছিল ; কাঠৰ সৰু বাকচত কপাহৰ নুবাৰ মাজত থৈ বেচিছিল আৰু দামো বৰ বেচি আছিল। গাঁৱৰ মানুহে বতৰৰ দিনত কেৱল আম আৰু কল হে পাইছিল।

গাঁৱত দুটা সৰু সুৰা মঠ আছে আৰু তাত প্ৰত্যেকতে এজনকৈ সাধু আছিল। গাঁৱৰ মানুহে তেওঁলোকক খাবলৈ দিয়ে আৰু তেওঁলোকে পুৱা গধূলি কাঁহ ঘণ্টা বজাই আৰতি কৰে। আৰতিৰ সময়ত কিছু মানুহো গোট খাইছিল। কেতিয়াবা কেতিয়াবা আমিও গৈছিলো আৰু সাধু বাবাই তুলসীৰ নিৰ্ম্মালী দিছিল। ৰামনৱমী আৰু বিশেষকৈ জন্মাষ্টমীত মঠ সজোৱা হৈছিল। আমি সকলো সৰু ল'ৰা ছোৱালীয়ে কাগজৰ আৰু চিচাপাতৰ ফুল কাটি ঠাকুৰবাৰীৰ দুৱাৰ আৰু সিংহাসন সজাইছিলোঁ আৰু উৎসৱত যোগ দিছিলো, ব্ৰত কৰিছিলোঁ আৰু বোকাভাওনাৰ দিনা খুব দৈ, হালধি ইটোৱে সিটোৰ গাত ঢালিছিলোঁ। প্ৰায় প্ৰতি বছৰ কাতি মাহত এজন নহয় এজন পণ্ডিত আহিছিল আৰু এমাহ দেড়মাহ থাকি ৰামায়ণ, ভাগৱত নহলে অন্য কোনো পুৰাণ পাঠ কৰিছিল। যিদিনা পূৰ্ণাহুতি হৈছিল সেইদিনা গাঁৱৰ সকলো মানুহ গোট খাইছিল আৰু অলপ নহয় অলপ পূজা দিছিল। আমাৰ ঘৰৰপৰা বেচি পূজা দিয়া হৈছিল কিয়নো আমাক সকলোতকৈ ডাঙৰ বুলি ভাবিছিল। পাঠ প্ৰায়েই আমাৰ ঘৰতে হৈছিল। সেই সকলো খৰচ আমিয়েই দিব লাগিছিল। যেতিয়া গাঁৱত বাজহুৱা পাঠ হয় তেতিয়া গাঁৱৰ মানুহে ঘৰে প্ৰতি পণ্ডিতৰ খোৱা বস্তু আনি দিছিল আৰু আমাৰ ঘৰৰপৰাও দিছিল। আমি আৰু ল'ৰা-ছোৱালীবোৰে কাচিৎহে পাঠৰ সবহ কথা শুনিবলৈ পাইছিলো। কিয়নো বহুতো সাজ লগাৰ পিচতেই শুই পৰিছিলোঁ। পিচত যেতিয়া আবৃত্তি হয়, তেতিয়া জগাই দিয়ে আৰু প্ৰসাদ খুৱায়।

আনন্দ আৰু শিক্ষাৰ আন এটা মাধ্যম আছিল ৰামলীলা। ৰামলীলা আহিন মাহত হৈছিল। ৰামলীলা কৰা মানুহৰ দল ক'ৰবাৰ পৰা আহিছিল আৰু পোন্ধৰ কুৰি দিন খুব হুলস্থুল হৈছিল। লীলা কেতিয়াবা জমাপুৰত হৈছিল আৰু কেতিয়াবা জিৰাদেইত হৈছিল। লীলাও বিচিত্ৰপূৰ্ণ হৈছিল। তাত ৰাম, লক্ষ্মণ আদি ভাও যি লৈছিল তেওঁলোক নিৰক্ষৰ মানুহ আছিল। এজনে তুলসীদাসৰ ৰামায়ণ হাতত লৈ লৈ কৈছিল—'ৰামে ক'লে হে সীতা,' ইত্যাদি আৰু ৰামে সেই বচনকে দোহাৰিছিল। এইদৰে যি যি বচন মাতিব লাগে এজনে এনেকৈ কৈ যায় আৰু যাৰ যি বচন লগে লগে দোহাৰি যায়। এনেকুৱা বচনত মানুহে বৰ আনন্দ নাপায় কিয়নো ভিৰ খুব বেচি হয় আৰু সকলো কাম প্ৰায় ১০০-২০০ গজ জুৰি হয়। নায়ক নায়িকাৰ লৰা-চপৰা আৰু বিশেষকৈ নাটকৰ যুদ্ধ আদিতহে মানুহে ৰং পাইছিল। উত্তৰত ৰামৰ গড় আৰু দক্ষিণত ৰাৱণৰ গড় অথবা অযোধ্যা জনকপুৰ সাজিছিল। যি দিনা যি কাহিনী হয় তাৰ অলপ নহয় অলপ চং দিয়েই। ৰাম-বিবাহ, লঙ্কা-কাণ্ড আৰু ৰামৰ অভিষেকৰ দিন বৰ ধুমধামেৰে আয়োজন হৈছিল। বিবাহৰ দিনা হাতী ঘোঁৰা বিচাৰি আনিছিল আৰু বৰযাত্ৰী খুব ধুমধামেৰে সজোৱা হৈছিল। লঙ্কাদাহৰ কাৰণে সৰুসুৰা ঘৰো সাজিছিল আৰু সেইবোৰ সঁচাসঁচিকৈয়ে জ্বলাই দিছিল। হনুমান আৰু ৰাক্ষসৰ বেলেগ বেলেগ মুখা আছিল আৰু সময়মতে সেইবোৰ পিন্ধিব লাগিছিল। আমি সৰু সৰু ল'ৰা ছোৱালীবোৰে সেইবোৰ দেখি সঁচাকৈয়ে ভয় খাইছিলোঁ। বান্দৰৰ পোচক সচৰাচৰ ৰঙা আৰু ৰাক্ষসৰ ক'লা আছিল। ৰাম, লক্ষ্মণ, জানকীৰ বিশেষ পোচাক আছিল আৰু তেওঁলোকৰ শৃঙ্গাৰত প্ৰায় দেড় দুই ঘণ্টা লাগিছিল। লীলা সন্ধ্যা চাৰি বজাৰ পৰা ছয় বজালৈ হৈছিল। ৰাম-লক্ষ্মণ সাধাৰণ মানুহৰ দৰে চলা-ফিৰা নকৰিছিল। তেওঁলোকে ভৰি বেছি দাঙি দাঙি খোজ দিছিল আৰু যুদ্ধৰ খোজৰ কাৰণে বিশেষ শিক্ষা দিয়া হৈছিল। যি দিনা অভিষেক হয় সেইদিনা গোটেই গাঁৱৰ মানুহে পূজা দিছিল আৰু ৰামৰ চৰণত উছৰ্গা কৰিছিল। লীলা কৰা সকলে খোৱাৰ বাহিৰে নগদ যি পায় সেই দিনাই পাইছিল। ভিৰৰ কাৰণে লীলা চাবলৈ আহিব নোৱাৰা পৰ্দা মনা ভাল্ৰৰ মানুহৰ ঘৰৰ তিৰোতাসকলৰ কাৰণে পিচদিনা ৰাম-লক্ষ্মণ-জানকীক তেওঁলোকৰ ঘৰলৈ লৈ যায়। তাত তেওঁলোকৰ পূজা হৈছিল আৰু তেওঁলোকক টকাও উছৰ্গা কৰিছিল।

ৰামায়ণ পাঠে সকলোকালবেপৰা মোৰ ওপৰত প্ৰভাৱ পেলাইছিল।

গাঁৱত লেখা-পঢ়া জনা লোক বৰ কম আছিল। সেইদিনত সেই গাঁৱত অথবা সেই অঞ্চলত এখনো প্ৰাইমেৰী বা অন্য প্ৰকাৰৰ পঢ়াশালী নাছিল। মৌলৱী চাহাবে মাহে তিনি চাৰি টকাৰ বেতন আৰু খোৱা খৰছ লৈ আমাক পঢ়াইছিল। গাঁৱত অন্য এজন মুছলমান আছিল আৰু জাতত তাঁতী আছিল যদিও তেওঁ কৈথী লিখিব জানিছিল। বুড়কট্টা (১) হিচাবো জানিছিল আৰু এই হিচাবত চোৱা, পৌনীয়া, দেড় আদি যোগ সেৰৰ বিক্ৰী আৰু মাটি কালিৰ হিচাবো আছিল। তেওঁ এখন পঢ়াশালী খুলিছিল আৰু তাত গাঁৱৰ কিছুমান ল'ৰা পঢ়িছিল। বৰ কম মানুহেইহে আখৰ চিনি পাইছিল কিন্তু প্ৰায় প্ৰতিদিন সন্ধ্যাৰ সময়ত কিছুমান মানুহে যি কোনো ঠাইত, মন্দিৰতেই হওক বা কাৰোবাৰ ঘৰতেই হওক গোট খাইছিল আৰু এজন মানুহে ৰামায়ণৰ পদ মাতিছিল আৰু বাকীসকলে দোহাৰিছিল। লগত তাল আৰু ঢোলকো বজাইছিল। ৰামায়ণ পাঠ আৰম্ভ কৰোঁতে বন্দনাৰ অংশ দোহৰা হৈছিলেই। এনেদৰে আখৰ নিচিনাকৈয়ো গাঁৱত এনে লোক বহুত আছিল যি ৰামায়ণৰ পদ জানিছিল আৰু পুনৰাবৃত্তি কৰিব পাৰিছিল আৰু বিশেষকৈ তুতি বন্দনাৰ কিছুমান পদ সকলোৰেই প্ৰায় মনত ৰাখিছিল।

উৎসৱৰ ভিতৰত আটাইতকৈ প্ৰসিদ্ধ আছিল ফাকুৱা। সেই উৎসৱত চহকী দুখীয়া সকলোৱে যোগদান কৰিছিল। শ্ৰীপঞ্চমীৰ দিনাৰ পৰাই হোলি গান আৰম্ভ হয়। গাঁৱৰ ভাষাত ইয়াক 'তাল-উঠা' বুলিছিল। সেইদিনাৰপৰা ফাকুৱাৰ দিনালৈকে অ'ত ত'ত ঢাক-ঢোল লৈ কিছুমান মানুহ গোট খায় আৰু হোলি গান গায়। কেতিয়াবা কেতিয়াবা জিৰাদেই আৰু জমাপুৰৰ মানুহৰ মাজত প্ৰতিযোগিতাই হৈ গৈছিল আৰু এখন গাঁৱৰ মানুহে এটা গীত যেই শেষ কৰে অন্যখন গাঁৱৰ মানুহে তৎক্ষণাৎ অন্য গীত আৰম্ভ কৰি দিয়ে। কেতিয়াবা কেতিয়াবা ওচৰৰ-পাজৰৰ অন্য গাঁৱৰ মানুহো লগ লাগি আহে আৰু এনেধৰণৰ বসাল প্ৰতিযোগিতাত যোগ দিয়ে। মোৰ মনত পৰে যে এবাৰ এইদৰে দুখন গাঁৱৰ ভিতৰত বাজী ৰাখি গোটেই ৰাতি গাই গাই ৰাতিপুৱাই দিলে আৰু পিচত তেওঁ-লোকক কৈহে তাৰ পৰা পঠিয়াই দিয়া হৈছিল। এনে গানৰ লগত যি মানুহে ঢোলক বজায় তেওঁৰ যথেষ্ট কষ্ট হয় আৰু তেওঁ জৰ জমাদি থাকি যায়। এখন গাঁৱত ঢোলক বজোৱা মানুহ এজনেইহে আছিল আৰু

(১) মুখে মুখে কৰা হিচাব।

তেওঁ গোটেই বাতি বজাব লগীয়াত পৰিছিল। তেওঁৰ হাতৰ ঢৌ ফুটি গ'ল কিন্তু তেওঁ ৰয় ক'ত, গাঁৱৰ সন্মান যায় যায়। ঢৌ উঠিল আৰু ফুটি গ'ল আৰু এইদৰে গোটেই ৰাতি কেইবাবাৰো ঢৌ উঠিল আৰু কেইবা-বাৰো ফুটিল। কিন্তু তেওঁৰ গাঁৱৰ সন্মান নষ্ট হবলৈ নিদিলে। এই কথা পিচদিনা ৰাতিপুৱা প্ৰতিযোগিতা শেষ হ'লতহে মানুহে গম পায় আৰু সকলোৱেই তেওঁৰ সাহসৰ প্ৰশংসা কৰিলে।

ফাকুৱাৰ দিনা বৰ বেয়া ধৰণৰ গালি-শপনি চলে। এই কামত ল'ৰা, বুঢ়া, ডেকা সকলোৱেই যোগ দিয়ে। গাঁৱৰ এটা মূৰৰ পৰা মানুহ গোট খায় আৰু প্ৰায় সকলোৰে দুৱাৰে দুৱাৰে আহি নাম লৈ লৈ গালি পাৰে আৰু লেতেৰা মাটি, ধূলি, বোকা ইটোৱে সিটোৰ গাত ঢালে আৰু এইদৰে গাঁৱৰ ইটোমূৰলৈকে গৈ থাকে। সৰু ডাঙৰৰ প্ৰভেদ একেবাৰেই নাইকীয়া হোৱা ইয়েই একমাত্ৰ সুযোগ। কেৱল বয়সত সৰু ডাঙৰেই নহয়, জাত বা শ্ৰেণীৰ সৰু বৰ প্ৰভেদো উঠি যায়। মুচী, ব্ৰাহ্মণ আৰু ৰাজপুত ইজনে সিজনক গালি পাৰিছিল আৰু গাত বোকা ঢালিছিল। চাফ্‌চিকুন কাপোৰ পিন্ধা নতুন মানুহ পালে তেওঁৰ ৰক্ষা নাই, বোকা লগাই নিজৰ লগত মিলাই লোৱাটো সকলোৱে নিজ নিজ কৰ্ত্তব্য বুলি ভাবিছিল। এই খেল দুপৰীয়ালৈকে চলি থাকে। তাৰ পিচত সকলোৱেই গা-পা ধোৱে আৰু ঘৰে ঘৰে পূজা হয়। সেইদিনাৰ বিশেষ খোৱা হৈছে পুৰী আৰু মালপোৱা। দুখীয়া মানুহেও যি কোনো উপায়েৰে যোগাৰ কৰি লয়। খোৱাবোৱাৰ পিচত আবেলি ফাকু আৰু আবীৰেৰে ৰং খেলে। সকলো মানুহে বগা কাপোৰ পিন্ধে। তাৰ ওপৰত ৰঙা, হালধীয়া ৰং দি আবীৰ আৰু বালিচন্দাৰ গুৰি ছটিয়ায়। ডাব নাৰিকল, চোহোৰা আৰু কটা তামোল ইজনে সিজনক দিয়ে আৰু খুব হোলি গায়।

মই শুনিছো সেইদিনা হেনো অন্যান্য ঠাইত মানুহে খুব মদ-মাংসও খায়। কিন্তু সৌভাগ্যক্ৰমে আমাৰ গাঁৱত মই এনে হোৱা কেতিয়াও দেখা নাই। ৰাজপুত, ব্ৰাহ্মণ আৰু ভূমিহাৰে আমাৰ ইয়াত মদ খোৱাটো পাপ বুলি ভাবে। ক'ৰবাত ক'ৰবাত কায়স্থ মানুহে খায়। কিন্তু আমাৰ ঘৰত এটা বহুত পুৰণি প্ৰথা চলি আহিছে। মানুহৰ বিশ্বাস যে আমাৰ বংশৰ যিয়েই মদ খাব তেওঁৰ কুষ্ঠ ৰোগ হ'ব। এই কাৰণে তাৰ কায়স্থৰ ঘৰতো কেতিয়াও মদ সোমোৱা নাই। ডাঙৰক দেখি সৰুৱেও এই কাম নকৰে আৰু এই কথা আজিলৈকে চলি আহিছে।

জন্মাষ্টমী আৰু ৰামনৱমীৰ উল্লেখ কৰিলোৱেই ; দীপান্বিতা মানুহে ভালকৈ পালন কৰিছিল। কিছু আগৰেপৰাই সকলোৱে নিজ নিজ ঘৰ পৰিস্কাৰ কৰে। বেৰবোৰ লিপে, কাঠৰ খুটা আৰু দুৱাৰত তেল দিয়ে। সেইদিনাখন কেৰাচিন তেল নজ্বলাইছিল—বোধহয় পাবলৈকে নাছিল। সৰিয়হ, তিচি অথবা এড়ীৰ তেলহে জ্বলাইছিল। দীপান্বিতাত সৰু সৰু মাটিৰ চাকি জ্বলাই ধনী দুখীয়া সকলোৱেই অলপ নহয় অলপ পোহৰৰ ব্যৱস্থা কৰিছিলেই। ডাঙৰ মানুহৰ ঘৰত বহুত চাকি জ্বলাই কলগছ পোতে, বাঁহেৰে অৰ্দ্ধগোলাকাৰকৈ চাকি সজায়, চাকিৰে ৰং বেৰঙৰ ছবি তৈয়াৰ কৰে আৰু এইবোৰ দেখিবলৈ বৰ সুন্দৰ হয়। ডাঙৰে এইবোৰ কৰিছিল আৰু আমি সৰুবোৰে তেওঁলোকে কৈ দিয়ামতে ঠায়ে ঠায়ে চাকি থৈছিলো, তেল দিছিলো আৰু চাকি জ্বলাইছিলো। চাকি জ্বলোৱাৰ আগেয়ে লক্ষ্মী পূজা হয়। লক্ষ্মীৰ ওচৰত আৰু তুলসী তলত চাকি জ্বলোৱাৰ পিচতহে অন্য সকলো ঠাইতে চাকি জ্বলোৱা হৈছিল। চাকি জ্বলোৱাৰ পিচত কড়ি খেলাৰ নিয়ম আছিল। আমিতো কেৱল নিয়মটো ৰাখিছিলো ; কিন্তু কোনোৱে কোনোৱে পইচা খেলি হৰা জিকাও দেখিছিলো। দীপান্বিতাৰ দিনা বিশেষ চাকি লগোৱাৰ ব্যৱস্থা হয়, নহলে গোটেই কাতি মাহেই বহুতে তুলসীৰ তলত আৰু আকাশত আকাশ—বন্তি আঁৰি চাকি জ্বলাইছিল।

দশহৰা বিশেষকৈ জমিদাৰৰ উৎসৱ বুলি ভাবিছিল। কিন্তু নৱমীৰ দিনা কেতিয়াবা কেতিয়াবা কালী গোসানীৰ পূজা হৈছিল। তাৰ কাৰণে মূৰ্ত্তি অনা হৈছিল আৰু অতি ধুমধামেৰে পূজা হৈছিল। মই আমাৰ গাঁৱত কালী পূজা দেখা নাই কিন্তু জৱাৰত কালীপূজা হৈছিল আৰু পূজাৰ ধুমধাম হলে আমাৰ সৰু সৰু ল'ৰাবিলাকক দৰ্শন কৰিবলৈ পঠাই দিছিল। আমি তালৈ গৈ হাতত ৰঙা লাওখোলা আৰু শঙ্খ লৈ সাঁচাসাঁচিকৈ ক'লা ৰঙৰ কালী গোসানীৰ দৰ্শন কৰিছিলো। ৰামলীলাত ৰাজঅভিষেক দশহৰাৰ দিনা বা তাৰ দুই এদিন আগত বা পিচত হৈছিল। আচল দশহৰাৰ দিনা আমাৰ ককাদেউতাই নিজৰ লগত সকলোকে লৈ এটা সৰুমুৰা সৰদল যাত্ৰা কৰি বাহিৰ ওলাইছিল আৰু নীলকণ্ঠৰ দৰ্শন কৰিছিল।

এইবোৰৰ উপৰিও আৰু এটা উৎসৱ আছিল য'ত সকলোৱেই যোগদান কৰিছিল। এই উৎসৱ আছিল অনন্ত চতুৰ্দ্দশীৰ ব্ৰত। এই ব্ৰত ভাদ মাহৰ শুক্লা চতুৰ্দ্দশীত হৈছিল। দুপৰীয়ালৈকেহে ব্ৰত

থাকিছিল। দুপৰীয়া উপাখ্যান শুনাৰ পিচত পুৰী-খীৰ খোৱাৰ প্ৰথা আছিল আৰু গধূলি কোনো খোৱা-বোৱা নহৈছিল। সূৰ্য্যাস্তৰ পিচত পানীও নাখাইছিল। এই ব্ৰতত আমি সকলো সৰু লৰাছোৱালীয়েও যোগদান কৰিছিলোঁইক। উপাখ্যান পাঠৰ পিচত এই কাম কৰা হৈছিল আৰু সৰু ল'ৰাছোৱালীৰ কাৰণে ই বৰ আনন্দৰ কথা হৈছিল। এখন ডাঙৰ কাঁহীত এটা বা দুটা টিঁয়হ থৈছিল আৰু পণ্ডিতে তাত অলপ পানী ঢালি দিছিল। উপাখ্যান শুনা সকলোৱেই সেই থালত হাত থয় আৰু পণ্ডিতে সোধে—"কি বিচাৰিছা"? সকলোৱে উত্তৰ দিয়ে—"অনন্তফল"। আকৌ পণ্ডিতে সোধে—"পালানে"? আৰু সকলোৱে উত্তৰ দিয়ে—"পালো"। পণ্ডিতে কয়—"মূৰত লোৱা" আৰু সকলোৱে নিজৰ নিজৰ মূৰত পানী ছটিয়ায়। এই কাম শেষ হোৱাৰ পিচত সূতাৰে চৌদ্দতা গাঁঠি দি তৈয়াৰ কৰা অনন্ত বিলায় আৰু সকলোৱে নিজ নিজ বাহুত বান্ধি লয়। আমাৰ সৰু ল'ৰাছোৱালীবোৰৰ কাৰণে দোকানৰ পৰা সুন্দৰ ৰং-বেৰঙৰ, কেতিয়াবা কেতিয়াবা ৰেশমৰো অনন্ত কিনি আনে। কোনো কোনোৱে গোটেই বছৰ অনন্ত বাহুত বান্ধি ৰাখে; সেইকাৰণে তেওঁলোকে সুবিধামতে বান্ধিব পাৰাকৈ নিজ হাতেৰে মজবুতকৈ আৰু যথেষ্ট দীঘলকৈ অনন্ত তৈয়াৰ কৰি লয়। এইদৰে যি অনন্ত বান্ধে তেওঁ মাছ মাংস নাখায়। এনেকৈয়ে যি তুলসীৰ মালা পিন্ধে তেৰোঁ মাছ-মাংস নাখায়।

উপাখ্যান, ৰামলীলা, ৰামায়ণ পাঠ আৰু এই ব্ৰত উৎসৱ আদিৰ দ্বাৰা গাঁৱৰ ধাৰ্ম্মিক জীৱন সদায় জাগ্ৰত আছিল। এইবোৰৰ বাহিৰেও মহৰমত তাজিয়া খেলাৰো প্ৰথা আছিল। ইয়াত হিন্দু মুছলমান দুয়ো জাতিয়ে যোগ দিছিল। জিৰাদেই আৰু জমাপুৰত কিছুমান হিন্দুহে অৱস্থাপন্ন আছিল আৰু সেইকাৰণে তেওঁলোকৰ তাজিয়া দুখীয়া মুছলমানৰ তাজিয়াতকৈ ডাঙৰ আৰু বেচি জাকজমকেৰে হৈছিল। মহৰম মাহ জুৰি প্ৰায় সদায় গদা, লাঠি, ঢাল আদিৰ খেল খেলিছিল আৰু পহলামৰ দিনতো খুব ভিৰ হৈছিল। প্ৰত্যেক গাঁৱৰ তাজিয়া কাৰবালালৈকে লৈ যায়। গোটেই বাটটোত 'য়া আলী য়া ইমাম্' বুলি চিঞৰি যায় আৰু গদা আদিৰ খেল হয়। বৰ উৎসাহ আৰু উদ্দীপনাৰে এই কাম হয় আৰু হিন্দু মুছলমানৰ কোনো প্ৰভেদ নাথাকে। মিঠাই আৰু তিচৌৰী (তিওৱা চাউল আৰু গুৰ) বিলায়। সকলোৱে লয় আৰু খায়; কিন্তু হিন্দুৱে মুছলমানে চোৱা পানী বা চৰ্ব্বত নাখাইছিল।

মুছলমানেও এই কথাত বেয়া নাপাইছিল। তেওঁলোকে বুজিছিল যে এনে কৰা হিন্দুসকলৰ ধৰ্ম্ম গতিকে তেওঁলোক নিজেই বিৰত থাকিছিল।

যেনেকৈ হিন্দুৱে মহৰমত অংশ গ্ৰহণ কৰে তেনেকৈ মুছলমানেও হোলিৰ উলস্বলত যোগদান কৰে। আমি ল'ৰাহঁতে দশহৰা, দীপান্বিতা আৰু হোলি উৎসৱত মৌলৱী চাহাবে ৰচনা কৰা "ইদী" আমাতকৈ ডাঙৰ সকলক পঢ়ি শুনাও আৰু তেওঁলোকৰপৰা টকা লৈ মৌলৱী চাহাবক দিওঁ। "ইদী" কেইবাদিনো আগৰেপৰা আমি মুখস্থ কৰো। কাগজৰ ওপৰত মৌলৱী চাহাবৰ সহায়ত সুন্দৰ ফুল আঁকি নীলা, সেউজীয়া, ৰঙা আৰু বেঙুনীয়া ৰঙেৰে বোলাও। এইবোৰৰ ওপৰতে মৌলৱী চাহাবে সুন্দৰ আখৰেৰে "ইদী" লিখি দিয়ে আৰু তাকে আমি পঢ়ি শুনাও। এইবোৰত যি লিখে সিও এক আচৰিত সংমিশ্ৰণ আছিল। যেনে দেৱালীৰ "ইদী"ত লিখিছিল—'দীৱালে আম্‌দে হজাম জুলা' ......ইত্যাদি। দশহৰা "ইদী"ত লিখে, "দশহৰে কো চলে থে ৰামচন্দৰ বনাকৰ ৰূপ জোগী য়ো কলন্দৰ" ইত্যাদি। কবিতাৰ উপৰিও মৌলৱী চাহাবক প্ৰত্যেক বৃহস্পতিবাৰে কিছু পা-পইচা 'জুম্‌ৰাতী' হিচাপে দিছিল আৰু উৎসৱত 'ইদী'ৰ পুৰস্কাৰ স্বৰূপে কিছু পাইছিল।

সেইদিনত গাঁৱত মামলা-মোকৰ্দ্দমা কম হৈছিল। যি কাজিয়া হৈছিল গাঁৱৰ মুখীয়াল মানুহে শুধিছিল। যদি কোনো কথা মুখীয়াল সকলৰ দ্বাৰা মীমাংসাৰ যোগ্য নহৈছিল তেন্তে সেইকথা মোৰ দেউতা বা খুড়াৰ ওচৰত দিছিলহি। তেওঁলোকে পঞ্চায়তত বহি সেই কথাৰ মীমাংসা কৰাই দিছিল। কেতিয়াবা কেতিয়াবা চুৰিও হৈছিল। বনিয়া সকল অৱস্থাপন্ন মানুহ আছিল। তেওঁলোকৰ ঘৰত চোৰে সিন্ধি দি পইচা লৈ গৈছিল। এবাৰৰ কথা মোৰ মনত আছে; অন্য এখন গাঁৱৰ বজাৰৰ পৰা ঘূৰি অহাৰ সময়ত সন্ধ্যা কোনো ডকাইতে ৰাজআলিতে পইচা আৰু কাপোৰকানি লুটি লৈ গৈছিল। যেতিয়াই এনে কাণ্ড হয় থানাৰ পৰা দাৰোগা আৰু পুলিচ আহি গাঁৱত দুই এদিন থাকেহি। তেওঁলোকৰ গাঁৱলৈ অহাটো এটা ভয়ঙ্কৰ কথা আছিল। গোটেই গাঁৱতে এটা সন্ত্ৰাসৰ সৃষ্টি হৈছিল। যিবোৰ মানুহৰ ওপৰত সন্দেহ হৈছিল সেই-বিলাকৰ ঘৰ খানাতালাচ হৈছিল। দুই-তিনটা এনে মানুহ আছিল যি চোৰ বুলি জনাজাত আছিল। দাৰোগা আহিয়েই সিহঁতক ধৰি বান্ধে আৰু ঘৰ ৰবিজায়। ওচৰৰ গাঁৱতো সঁচাই মিছাই চোৰ বুলি জনা মানুহক এইদৰে ধৰি অনাই আৰু বান্ধি ৰাখে। এনেদৰে পাঁচ

সাতটা মানুহ একেলগে বান্ধি কেইবা ঘণ্টাও পেলাই থোৱা মই দেখিছো।

আমাৰ এখন সৰু জমিদাৰী আছিল। ৰায়তৰ লগত মোকৰ্দ্দমা বৰ কম হৈছিল আৰু কাছাৰীলৈ যাব লগা নহৈছিলেই। কিন্তু এখন গাঁৱত তেওঁৰো অংশ থকা অন্য এজন জমিদাৰৰ লগত অলপ মাটি লৈ বহুত দিন মোকৰ্দ্দমা চলিছিল।

এই মোকৰ্দ্দমা ককাদেউতাৰ দিনৰে পৰা দেউতাৰ দিনলৈকে চলি থাকিল আৰু তেওঁৰ মৃত্যুৰ পিচত ককাইদেৱে তেওঁৰ লগত আপোচ কৰি এটা মীমাংসা কৰি পেলালে। নুনু ছাপ্ৰালৈ যায় আৰু ছাপ্ৰাত পঢ়িবলৈ পঠোৱা খা-খৰৰ লৈছিল আৰু মোকৰ্দ্দমাৰো তদ্বীৰ কৰিছিল।

## ৫। ইংৰাজী শিক্ষা আৰম্ভ

মই আগেয়ে কৈ আহিছো যে ককাইদেউৰ হেতু মোৰ কাৰণে সকলো কথাতে বাট মুকলি হৈ গৈছিল। মোৰ তেনেই ল'ৰা কালতেই ককাই-দেউক পঢ়িবৰ কাৰণে 'সীৱান'লৈ পঠাইছিল। তাত তেওঁ কিছুদিন আছিল কিন্তু তাত সুবিধা নহল। সেই সময়ত সীৱানত কোনো হাইস্কুল নোহোৱাও এটা কাৰণ আছিল। অন্য স্কুল আছিলনে নাই মই ক'ব নোৱাৰোঁ। তেওঁক যাৰ লগত ৰাখিছিল তেওঁ ককাইদেউক চম্ভালিব নোৱাৰাটোও আন এটা কাৰণ আছিল। সীৱানত থকা এজন আগৰৱাল ভদ্ৰলোকৰ লগত দেউতাৰ বৰ বন্ধুত্ব আছিল। তেওঁৰ লগত থাকিবলৈ ককাইদেউক পঠিয়াই দিলে আৰু কিছুদিন তেওঁৰ লগত ককাইদেউ আছিল। তেওঁৰ ঘৰৰ ওচৰত এটা নতুন কুঁৱা খান্দিছিল। কুঁৱাত পানী ওলাল কিন্তু কুঁৱাটো ওপৰলৈকে বন্ধোৱা হোৱা নাছিল। এদিন ককাইদেউ পানী চাবলৈ নে খেলিবলৈ যাওঁতে কুঁৱাত সৰি পৰিল আৰু ডুবাৰ পৰা কোনোৰকমেহে ৰক্ষা পৰিল। আগৰৱাল ডাঙৰীয়াই লিখি পঠিয়ালে যে এনে খটাসুৰ ল'ৰাৰ লেখাশুনাৰ ভাৰ তেওঁৰ দ্বাৰা সম্ভৱপৰ নহয়। তাৰ পিচত ককাইদেউক ছাপ্ৰালৈ পঠাই দিলে আৰু তাৰ জিলা স্কুলত নাম লগাই পঢ়িবলৈ আৰম্ভ কৰিলে। তেওঁ বহুত যেতিয়া ঘৰলৈ আহে

তেতিয়া আমাক ছাপ্ৰা আৰু স্কুলৰ কথা কৈ শুনায়। আমি সৰু সৰু বিলাকে বৰ উৎসুকতাৰে তেওঁৰ কথাবোৰ শুনো। বোধহয় তেতিয়ালৈকে মই জনাত ৰামলীলা বা অন্য কোনো মেলা চাবলৈ জৰীৰৰ কোনো কোনো গাঁৱলৈ যোৱাৰ বাহিৰে অন্য কোনো ঠাইলৈ যোৱা নাছিলো। অৱশ্যে নিচেই কেচুৱাতে আইৰ লগত আমাৰ গাঁৱৰ পৰা ৩৫।৪০ মাইল দূৰৰ বলিয়া জিলাত থকা আইতাৰ ঘৰলৈ গৈছিলো বুলি শুনিছোঁ কিন্তু তাৰ কথা মোৰ সমূলি মনত নাই।

ছাপ্ৰাত মোৰ পঢ়া কথা খাটাং হোৱাত নুনুৱে মোক এবাৰ তালৈ লৈ গৈ সকলো কথা বুজাই দিয়া উচিত বুলি ভাবি মোক লগত লৈ গল। মই ছাপ্ৰাত কিছুদিন ককাইদেউৰ লগত থাকি ঘৰলৈ উভতি আহিলো। মোৰ যিমান দূৰ মনত পৰে এয়ে মোৰ প্ৰথম ৰেলযাত্ৰা। কিন্তু এই যাত্ৰাতে মই স্কুলত ভৰ্ত্তি হোৱা নাছিলোঁ। জিৰাদেইলৈ ঘূৰি আহি পুনৰ মৌলবী চাহাবৰ ওচৰত পঢ়িবলৈ ধৰিলো। ইয়াৰ ভিতৰতে এক দুৰ্ঘটনা ঘটিছিল—নুনুৰ মৃত্যু হ'ল। সেই সময়ত বাবু ফুলন প্ৰসাদ বৰ্ম্মাৰ পৰিয়ালৰ লগত আমাৰ পৰিয়ালৰ ঘনিষ্ঠ সম্বন্ধ আছিল। তেওঁৰ দেউতাক আইতাৰ ঘৰলৈ আহি ককাকৰ লগত থাকিবলৈ লৈছিল। তেওঁৰ ককাকৰ লগত আমাৰ পুৰণি সম্বন্ধও আছিল। কিন্তু দুয়োটা পৰিয়ালে হথুৱা জমিদাৰীত চাকৰি কৰাৰ দিনৰেপৰা এই ঘনিষ্ঠতা বাঢ়িছিল। ফুলন বাবুৰ দেউতাকৰ বিয়াত নুনু বৰযাত্ৰী হৈ গৈছিল আৰু উভতি আঁহোতে বাটতে হাইজাত পৰে। তেওঁৰ বেমাৰ ভাল হ'ল আৰু ঘৰলৈ ঘূৰি আহিল কিন্তু গাঁৱত বৰ বেচি ধৰণেৰে হাইজা হৈ আছিল। ভাল হোৱাৰ প্ৰায় দুই তিনি সপ্তাহৰ পিচত তেওঁৰ দ্বিতীয়বাৰ হাইজা হ'ল। সেইদিনাৰ কথা মোৰ আজিও মনত আছে। দুপৰীয়া প্ৰায় এঘাৰ বজাৰ সময়ত তেওঁৰ বেমাৰ আৰম্ভ হ'ল আৰু ৰাতিলৈ তেওঁ ঢুকাল। দেউতাই যি পাৰে ঔষধ দিলে। প্ৰায় বাৰ মাইল দূৰৈৰ দৰৌলীৰপৰা ডাক্তৰ মতা হ'ল। ইয়াৰ আগৰ বেমাৰত সেই ডাক্তৰৰ দ্বাৰাই আৰোগ্য লাভ কৰিছিল। কিন্তু সেইদিনত বেগী যান-বাহন পোৱা নগৈছিল। হাতীত আহি ৰাতি বাৰ বজাত ডাক্তৰ পালেহি কিন্তু তেওঁ আহি পোৱাৰ পূৰ্ব্বেই ৰোগীৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুত ঘৰত হৰা-দুৰা লাগি পৰিল। তেওঁ দেউতাকৰ একমাত্ৰ পুত্ৰ আছিল। ঘৰৰ বাহিৰ ভিতৰৰ প্ৰায় সকলো কাম তেৱেঁই চাইছিল। দেউতাকৰ বয়স প্ৰায় ৭০ বছৰ হৈছিল; কিন্তু তেওঁৰ বয়স তেতিয়া ৪৫ বছৰৰ

ওপৰ নাছিল। সেইভাই ঘৰৰ কামত বৰ কম চকু দিছিল। সেই কাৰণে সকলো কামতে আৰু খেলি মেলি হবলৈ ধৰিলে। ফলত কিছুদিনৰ কাৰণে মোৰ ছাপ্ৰালৈ যোৱা স্থগিত হ'ল।

প্ৰায় এবছৰৰ দেড় বছৰৰ পিচত মোক ছাপ্ৰালৈ পঠিয়ালে। ছাপ্ৰাত মাহে তিনি চাৰি টকা ভাড়াত এটা সৰু ঘৰ ভাড়ালৈ লোৱা হ'ল। ককাইদেউ তাতে এটা লগুৱা আৰু ভাত ৰান্ধিবৰ কাৰণে এজন কায়স্থ লৈ আছিল। আৰম্ভণিতে তেওঁক কিছুদিন পঢ়াবৰ কাৰণে এজন মাষ্টৰো ধৰি দিছিল কিন্তু মই গৈ পাওঁতে অন্য কোনো নাছিল। ময়ো তেওঁৰ লগতে থাকিবলৈ ললোঁ। মই ছাপ্ৰা গৈ পোৱাৰ কিছুদিনৰ পিচত জিলা স্কুলৰ সেইদিনৰ প্ৰথম শ্ৰেণী অষ্টম মানত নাম লগাই দিলে। মই তাতে এ, বি, চি আৰু নাগেৰী অ, আ, ই, ঈ ৰ পঢ়া একেলগে আৰম্ভ কৰিলোঁ। ককাইদেৱে সেই সময়ত দ্বিতীয় শ্ৰেণীৰপৰা উন্নতি কৰি প্ৰথম শ্ৰেণী অৰ্থাৎ এন্ট্ৰেন্স ক্লাছ পাইছিলগৈ। মোৰ কাৰণে কোনো মাষ্টৰ ৰখা নাছিল। মোৰ স্কুলৰ পঢ়াৰ উপৰিও যদি কিবা সুধিব লগা হৈছিল তেন্তে ককাইদেউৰপৰা সুধি লৈছিলোঁ। ঘৰত মোক পঢ়াবলৈ মাষ্টৰ নৰখা বৰ ভাল হ'ল। স্কুলৰ পঢ়াত খুব মনযোগ দিয়াৰ অভ্যাস হ'ল। প্ৰথমৰ পৰাই নিজৰ ওপৰত কিছু ভাৰসা কৰিবলৈ শিকিলোঁ। বছৰৰ শেষত ককাইদেৱে এন্ট্ৰেন্স পৰীক্ষা দিবলৈ সাজু হৈছিল আৰু মই বছেৰেকীয়া পৰীক্ষা দিছিলো। পৰীক্ষাত মই খুব ভাল নম্বৰ পালোঁ। মই মোৰ শ্ৰেণীত প্ৰথম হলোঁ আৰু নম্বৰ ইমান বেচি পালোঁ যে হেড্মাষ্টৰে মোক ডবল প্ৰমোচন দিয়াৰ কথা ভাবিলে।

সেই সময়ত স্কুলৰ হেড্মাষ্টৰ আছিল শ্ৰীক্ষীৰোদ চন্দ্ৰ ৰায় চৌধুৰী। তেওঁ বৰ প্ৰখ্যাত আৰু বিদ্বান হেড্মাষ্টৰ আছিল। স্কুলত তেওঁৰ প্ৰভাবো খুব আছিল। কেৱল ল'ৰাই নহয় মাষ্টৰো তেওঁৰ ভয়ত কঁপিছিল। পৰীক্ষাৰ ফলাফল ঘোষণা কৰিলে। মই অষ্টম শ্ৰেণীৰ পৰা সপ্তম শ্ৰেণীলৈ প্ৰমোচন পালোঁ। আমি সকলো ল'ৰাই স্ফূৰ্ত্তি কৰি আছিলো এনেতে চাপ্ৰাছী আহি ক্লাচ মাষ্টৰক ক'লেহি যে মোক হেড্মাষ্টৰে মাতিছে। যি ল'ৰাৰ বিৰুদ্ধে তেওঁৰ ওচৰত অভিযোগ আছিল তেনে ল'ৰাকহে হেড্মাষ্টৰে মাতিছিল। মই বৰ ভয় খালোঁ আৰু ভয়ে ভয়ে সেইখিনি পালোঁগৈ। কিন্তু সেইখিনি পাই ভয় ভাগিল। হেড্মাষ্টৰে সুধিলে, তই ডবল প্ৰমোচন লৈ সপ্তমৰ ঠাইত ষষ্ঠ মানলৈ যাবিনে ? কিছু আনন্দ, কিছু বিস্ময়ৰ কাৰণে আৰু এটা শ্ৰেণীৰ পঢ়াৰ বোজা কেনেকৈ ব'ম এই

ভয়ত মই অলপ ধমক খাই গ'লোঁ। মই ক'লোঁ ককাইদেউক সুধি আহি কৰহি। তেতিয়া হেড্‌মাষ্টৰে মোৰ ককাইদেউ কোন বুলি সুধিলে। ককাইদেউৰ নাম ক'লত তেওঁ হাঁহি পেলালে। তেওঁ ককাইদেউক জানিছিল কিয়নো তেৱেঁইতো ককাইদেউক পঢ়ুৱাই এন্‌ট্রেন্স পৰীক্ষা দিবলৈ অনুমতি দিছিল। সেইকাৰণেই ককাইদেৱে ঘৰত পৰীক্ষা দিবলৈ সাজু হৈছিল। তেওঁ ক'লে—সি মোতকৈ এই কথা বেচি বুজেনেকি যে তই তাক সুধিব খুজিছ? বাৰু যা সুধি আহ। মই তাৰ পৰা দৌৰি গৈ ককাইদেউৰ ওচৰ পালোঁগৈ। ককাইদেউ, বাবু বাঁকেবিহাৰীলাল (স্বৰ্গীয়) আৰু মৌলবী শফী দাউদী—তিনিওজনে একেলগে পৰীক্ষাৰ কাৰণে পঢ়ি আছিল। মই তালৈকে গলোঁ আৰু তিনিওজনে এই খবৰটো বৰ আনন্দেৰে শুনিলে। নিজৰ ভিতৰতে তেওঁলোকে অলপ বিবেচনাও কৰিলে। ককাইদেউৰ মত হ'ল যে ওপৰঞ্চি এক শ্ৰেণীৰ বেচি বোজা ব'ব লগা হ'লে মই পিচলৈ পঢ়াত দুৰ্ব্বল হৈ যাম আৰু ভবিষ্যতৰ পঢ়া ভাল নহব। তেওঁ মোৰ লগত হেড্‌মাষ্টৰৰ ওচৰলৈ গৈ নিজৰ মত জনালে। হেড্‌মাষ্টৰে হাঁহি আকৌ সেই একে কথাকে ক'লে—কি তই মোতকৈও এই কথা বেচি বুজি পাবনেকি? ফলস্বৰূপে সপ্তম শ্ৰেণী দেও দিয়াই মোক ষষ্ঠ শ্ৰেণীলৈ পঠিয়াই দিলে।

কিছুদিনৰ পিছতেই ককাইদেউ পৰীক্ষা দিবলৈ পাটনালৈ গ'ল আৰু পৰীক্ষা দি জিৰাদেইলৈ গুচি গ'ল। মই তেতিয়াৰ পৰাই ছাপ্‌ৰাৰ ঘৰত লগুৱা আৰু ৰান্ধনিৰ লগত অকলে থাকিবলৈ ললো। অৱশ্যে মোৰ পঢ়াশলীয়া বন্ধু গঙ্গা ককাইদেউ আৰু যমুনা ককাইদেউও ছাপ্‌ৰালৈ আহি স্কুলত নাম লগালেহি। আমি তিনিও তাতে একেলগে থাকিয়েই পঢ়িছিলোঁ। সেই সময়ত বোধহয় মোৰ বয়স দহ এঘাৰ বছৰৰ ভিতৰত হব।

ককাইদেৱে এণ্ট্ৰেন্স পাছ কৰিলে। তেওঁ পাটনাৰ কলেজত পঢ়া স্থিৰ হ'ল আৰু পাটনালৈ যাবলৈ ওলাল। মোৰো তেওঁৰ লগত পাটনালৈ যোৱাৰ সিদ্ধান্ত হ'ল। আৰু কাৰ্য্যতঃ তাকেই হ'ল। আমি তিনিও সহপাঠী ককাইদেউৰ লগত পাটনালৈ গলো; ককাইদেৱে পাটনা কলেজত নাম লগালে আৰু সেই সময়ত বৰ ভাল বুলি নাম থকা আৰু বহুত ল'ৰা পঢ়া টি, কে, ঘোষ একাডেমীত আমাৰ তিনিওৰো নাম লগাই দিলে। সেই স্কুললৈ গৈ মই উপলব্ধি কৰিলোঁ যে ডবল প্ৰমোচন সম্বন্ধে হেড্‌মাষ্টৰতকৈ মোৰ ককাইদেউৰ সিদ্ধান্ত বেচি ভাল আছিল। মই সদায় অনুভৱ কৰিছিলোঁ যে অন্যবিলাক ল'ৰাই বহুতো বিষয়ত মোতকৈ বেচি জানে।

মই মোৰ এই পিচপৰা অৱস্থা দূৰ কৰিবৰ কাৰণে যত্ন কৰিবলৈ ধৰিলোঁ। তাতো ঘৰত পঢ়াবলৈ কোনো মাষ্টৰ নাছিল। কিবা সুধিবলগীয়া থাকিলে ককাইদেউক বা তাত থকা তেওঁৰ অন্য বন্ধুৰ পৰা সুধি লৈছিলোঁ।

ছাপৰাত পঢ়াদিনৰে পৰা মোৰ এটা এনে অভ্যাস হৈছিল যে সদায় স্কুল ছুটী হোৱাৰ পিচত মই ঘৰলৈ আহি কিবাকিবি অলপ খাই ফুটবল বা অন্য কিবা খেল খেলিবলৈ পুনৰ স্কুললৈ গৈছিলোঁ। ফুটবল আৰু ক্রিকেট খেলেই সাধাৰণতঃ খেলা হৈছিল। ওপৰ শ্রেণীৰ কিছুমান ল'ৰা আৰু শিক্ষক সকলৰ কেইজনমানে, বিশেষকৈ হেড্‌মাষ্টৰে টেনিচো খেলিছিল। পাটনাৰ স্কুলত খেলাৰ কোনো ব্যৱস্থা নাছিল। আমি এই অভাব খুব অনুভৱ কৰিছিলোঁ। তাৰ সীমাটোও ডাঙৰ নাছিল। তালৈকে আমি বল লৈ গৈ আৰু অলপ লৰা-চপৰা কৰি ঘূৰি আহোঁ। ককাইদেউ খেলত পটু আছিল। ফুটবল, ক্রিকেট আৰু অন্য খেলতো তেওঁ সদায় বৰ আগৰণুৱা আছিল। পাটনা কলেজতো তেওঁৰ নাম আছিল। কেতিয়াবা কেতিয়াবা খেল চাবলৈ আমি পাটনাৰ লনলৈ গৈছিলোঁ।

শাওন মাহৰ প্রতি সোমবাৰে পাটনাত 'সোমবাৰী মেলা' ধুমধামেৰে হৈছিল। আমি বৰ আনন্দেৰে সেই মেলালৈ গৈছিলোঁ আৰু সৰুসুৰা বস্তু কিনিবৰ কাৰণে ককাইদেউক আমনি কৰিছিলোঁ। মোৰ মনত আছে এবাৰ এটা ধুনীয়া মূৰ্ত্তি দেখি মই ককাইদেউক ইমান লাগিলোঁ যে ককাইদেৱে শেষত সেই মূৰ্ত্তিটো কিনিবইলগীয়া হৈছিল। এবাৰ এই 'সোমবাৰী মেলা'তে বাবু বাঁকে বিহাৰী লালৰ জেপৰ পৰা চোৰে অলপ পইচা চুৰ কৰি নিলে। ককাইদেউও লগতে আছিল। চোৰ ধৰা পৰিল। মোকৰ্দ্দমা চলিল আৰু বাঁকে বাবু আৰু ককাইদেৱে এজাহাৰ দিব লগা হ'ল। মোৰ মনত পৰাত এই মোকৰ্দ্দমা চাবৰ কাৰণে মই পোন প্রথম কাছাৰীলৈ গৈছিলোঁ।

ককাইদেউৰ লগত বন্ধুত্ব থকা আমাৰ গাঁৱৰ এজন ভদ্রলোক চাকৰি বিচাৰি পাটনাত আমাৰ ঘৰতে আছিল। তাতো এটা ঘৰ ভাড়ালৈ লৈ বাঁকে বাবু আৰু আমি একেলগে আছিলো। সেই ভদ্রলোকজন এজন সৰুসুৰা পালোৱানেই আছিল। কিছু কছৰৎ আদিও জানিছিল। তেওঁ চোতালতে এডোখৰ কুস্তি কৰা ঠাই তৈয়াৰ কৰাই তাতে সকলোকে কুস্তি শিকোৱা আৰু কছৰৎ কৰোৱা আৰম্ভ কৰিলে। এদিন বাঁকে বাবুৱে কুস্তি শিকোঁতে অলপ দুখ পালে আৰু কেইবাদিনলৈকে তেওঁ ভৰিৰ পৰা কষ্ট পাব লগা হ'ল। তাৰ পিচত কুস্তি কৰাৰ প্রতি আমাৰ ৰাপ কমি আহিবলৈ ধৰিলে।

আমি যি সময়ত পাটনাত আছিলোঁ তেতিয়াই পোন প্ৰথম প্লেগ বেমাৰৰ নাম শুনোঁ। সেই সময়ত বোম্বাইৰ পৰাই এই ভয়ঙ্কৰ বেমাৰৰ খবৰ আহিছিল। কিন্তু অলপ দিনৰ পিচতেই ছাপ্ৰা জিলাতো এই বেমাৰে ভালকৈয়ে দেখা দিলে আৰু আজিলৈকে অলপ নহয় অলপ প্ৰভাব আছেই। সেই সময়তে বৰ দুৰ্ভিক্ষ হৈছিল। গাঁৱলৈ গৈ দেখিছিলো যে চৰকাৰী চাকৰীয়ালে গাঁৱৰ মানুহক সহায় কৰিবলৈ গৈছিল আৰু আমাৰ ঘৰতে উঠিছিলগৈ।

পাটনাত প্ৰায় দুবছৰ কটালোঁ। ককাইদেৱে এফ-এ পৰীক্ষা দিলে আৰু মই ষষ্ঠৰ পৰা পঞ্চম শ্ৰেণীলৈ আৰু পঞ্চমৰ পৰা চতুৰ্থ শ্ৰেণীলৈ প্ৰমোচন পালোঁ। পৰীক্ষা দি ককাইদেউ ঘৰলৈ গুচি গ'ল। মই, যমুনা ককাইদেউ আৰু গঙ্গা ককাইদেউ পাটনাত লগুৱাৰ লগত অকলেই দুমাহ তিনিমাহ থাকিলো। গৰমৰ বন্ধ আৰম্ভ হোৱাৰ লগে লগে আমি ঘৰলৈ আহিলো।

## ৬। বিবাহ

মোৰ ঠিক মনত নাই মই পঞ্চম শ্ৰেণী নে চতুৰ্থ শ্ৰেণীত থাকোঁতেই, বোধহয় পঞ্চম শ্ৰেণীত পঢ়ি থাকোঁতেই মোৰ বিয়া হয়। গৰমৰ বন্ধতে বিয়া হৈছিল। যেতিয়া আমি ছাপ্ৰাত পঢ়ি আছিলোঁ তেতিয়াই ককাদেউতা আৰু আইতা দুইৰো মৃত্যু হৈছিল। তেওঁলোকৰ বেমাৰৰ খবৰ পাই আমি সকলো ছাপ্ৰাৰ পৰা জিৰাদেইলৈ আহিছিলোঁ আৰু আমি থাকোতেই কেইদিনমানৰ অগাপিচাকৈ দুইৰো মৃত্যু হয়। তেতিয়াৰ পৰা দেউতায়ে ঘৰৰ গুৰীয়াল। মোৰ বিয়াৰ বন্দবস্তও তেৱেঁই কৰিব লগা হৈছিল।

মোৰ শহুৰে আৰাত মোক্তাৰ কাম কৰিছিল আৰু তেওঁৰ এজন ভায়েকে বলিয়াত ওকালতি কৰিছিল। দুয়োজন ভাই ককাই জিৰাদেইলৈ আহিছিল। দেউতাই মোক ভিতৰৰ আইৰ ওচৰৰপৰা মতাই নিয়ালে। তেওঁলোকে মোক চালে, কেইটামান প্ৰশ্নও সুধিলে আৰু পছন্দ কৰি গুচি গ'ল। কিছুদিনৰ পিচত 'তিলক' আহিল আৰু প্ৰথা অনুসৰি কাপোৰ, কাঁহি-বাটি আদিৰ উপৰিও কিছু টকাও আহিল। মোৰ যিমান দূৰ মনত পৰে টকাৰ কাৰণে দেউতাই কোনো বিশেষ জোৰ দিয়া নাছিল। তথাপি

তেওঁলোকে নগদ আৰু বস্ত্ৰ-বস্তু বিলাই প্ৰায় দুহেজাৰ টকা পঠাইছিল। সেই সময়ত মোৰ বয়স বাৰ বছৰতকৈ অলপ বেচি হৈছিল।

সেইদিনত দুহেজাৰ টকাৰ 'তিলক' ভাল তিলক বুলিয়েই গণ্য কৰিছিল। আজিকালি আমাৰ অৱস্থাৰ মানুহে পাঁচ ছহেজাৰৰ তিলকো কম বুলিহে ভাবে। যিমান বেচি 'তিলক' হয় বৰযাত্ৰাৰ সিমানেই বেচি ধুমধাম হ'ব লাগে আৰু কন্যাৰ কাৰণে সিমান বেচি আ-অলঙ্কাৰ পঠাব লাগে। মোৰ বিয়াৰ সময়ত দেউতাৰ আৰ্থিক অৱস্থা বৰ ভাল নাছিল। এহাতে তিনি চাৰি বছৰৰ ভিতৰতে এজনৰ পিচত এজনকৈ তিনিজনৰ মৃত্যু হৈছিল আৰু তেওঁলোকৰ শ্ৰাদ্ধত যথেষ্ট খৰচ হৈছিল। আনহাতে আকালৰ কাৰণে জমিদাৰীৰ আয় কম হৈ গৈছিল। খৰচ বাঢ়ি গৈছিল। আমাৰ পঢ়াৰ কাৰণে প্ৰতি মাহে ছাপ্ৰা আৰু পাটনালৈ কিছু নহয় কিছু টকা পঠাবই লাগিছিল। মোকৰ্দ্দমা বহুত দিনৰে পৰা চলি আহিছিল। তাৰ লেঠা বহুত দিনলৈকে শেষ হোৱা নাছিল আৰু তাতো বহুত খৰচ হৈছিল। ইমানবোৰ চিন্তা-ভাবনা থকাৰ উপৰিও বিয়াত খৰচ কৰিব লগা হৈছিল কিয়নো এই কথাত ঘৰৰ মান সন্মানৰ প্ৰশ্ন জড়িত আছিল।

অলঙ্কাৰ আদিৰ কথাত তেওঁ যথেষ্ট খৰচ কৰিছিল। অন্যান্য কথাতো তেওঁ খৰচ কমাব খোজা নাছিল কিয়নো তেওঁৰ দায়িত্বত এয়ে প্ৰথম বিয়া আছিল। যদি আগৰ দৰে খৰচ নকৰে, ধুমধাম নহয় তেন্তে মানুহে ক'ব যে ভৈয়াজীৰ (মোৰ ককাদেউতাক সকলোৱে এই সম্বন্ধেৰে মাতিছিল) মৃত্যুৰ পিচত ঘৰৰ গৌৰব কমি গ'ল। গতিকে দেউতাৰ কথা আছিল যে কোনো কথাতেই যাতে এই বিয়াৰ আড়ম্বৰৰ ক্ৰটী নহয়।

আমাৰ ইয়াত বিয়াৰ সমদল যাত্ৰাৰ কাৰণে বহুত হাতী-ঘোঁৰা অন্যৰ পৰা খুজি অনা হৈছিল। সমদলৰ অন্যান্য বস্তুও খুজি অনা হৈছিল। বিয়া এনে দিনত পৰিল যি দিনা 'কড়া-লগন্' আছিল। গাঁৱলীয়া ভাষাত 'কড়া-লগনৰ' অৰ্থ হৈছে য'ত গ্ৰহৰ স্থান ভাল হোৱাৰ কাৰণে সময় বৰ ভাল বুলি বিবেচনা কৰা হৈছিল আৰু বহুতো লোকে সেইদিনা বিয়া পতা বৰ শুভ বুলি ভাবে। যি দিনা 'কড়া-লগন্' পৰে সেইদিনা বহুতো মানুহে সমদলৰ বস্তু খোজে কাৰণে এনে বস্তু পোৱা বৰ মস্কিল হয়। মোৰ বিবাহ-যাত্ৰাৰ কাৰণে বহুত হাতী-ঘোঁৰা বিচৰা হ'ল কিন্তু 'কড়া-লগন্' পৰাৰ কাৰণে বস্তু আহি নাপালেহি। এটা মাত্ৰ হাতী আৰু দুই চাৰিটা ঘোঁৰা যোগাৰ হ'ল।

মোৰ বিয়া জিৰাদেইৰ পৰা ত্ৰিশ-চল্লিশ মাইল দূৰৈৰ বলিয়া জিলাৰ

দলন্-ছাপ্‌ৰাত হ'বলগীয়া আছিল। দুদিনৰ বাট আছিল। মাজত সৰজু নৈ নাৱেৰে পাৰ হ'ব লাগিছিল। জিবাদেইৰ বৈবাহিক কাম শেষ কৰি বৰ-যাত্ৰা আৰম্ভ হ'ল। হাতী-ঘোঁৰা কম হোৱাৰ কাৰণে পাল্কী বেচি লব লগা হ'ল আৰু গৰু গাড়ীত বস্তু বোজাই দিলে। মই দৰা যোৰা এখন বিশেষ পাল্কীত গলোঁ। ঘৰত এটা ডাঙৰ ঘোঁৰা আছিল ককাইদেউ তাতে উঠি গ'ল। তেওঁ সকলোকে পঠিয়াই নিজে সকলোৰে পিচত গ'ল আৰু য'ত দুপৰীয়াৰ খোৱাৰ বন্দবস্ত কৰিছিল সেই ঠাই সকলোতকৈ আগেয়ে পালেগৈ। তেওঁ যা-যোগাৰ আদি কৰাত আগ ভাগ লৈছিল। দেউতা পাল্কীত গৈছিল। আপোন মানুহ আৰু সম্বন্ধীয় মানুহ পাল্কী অথবা অন্য যান-বাহনত গৈছিল।

দৰাৰ কাৰণে দেখিবলৈ বেয়া পাল্কী লোৱা হয়। ওপৰত ছাঁৰ কাৰণেহে ছৈ নাছিল কিন্তু কাপোৰ বান্ধি দিয়া হৈছিল। বিয়া জেঠ মাহত হৈছিল ; খুব গৰম পৰিছিল। গৰম বতাহো খুব বলিছিল তথাপি মই তেনে ধৰণৰ পাল্কীতে যাব লাগিছিল। বতাহৰ কোবত ওপৰত বান্ধি দিয়া কাপোৰো উৰি গৈছিল। পাল্কী ৰূপৰ আছিল সেই কাৰণে যথেষ্ট গধুৰ আছিল। ভাৰীহঁতে পাল্কীৰ ভৰ সহিবলৈ টান পাইছিল আৰু তাৰ উপৰিও ওপৰত বান্ধি দিয়া কাপোৰত বতাহ সোমাই উৰি যাওঁ উৰি যাওঁ কৰিছিল ; বেচেৰাহঁতৰ বৰ কষ্ট হৈছিল। মই ৰ'দ আৰু বতাহৰ চিকাৰ হৈ পৰিছিলোঁ।

কোনোৰকমে দিনটো পাৰ হল আৰু ৰাতি সৰযূ নৈৰ পাৰৰ এখন গাৱঁত থাকিবলৈ বন্দবস্ত কৰা হ'ল। কোনোৰকম ভোজনৰ ব্যৱস্থা হ'ল। সকলোৱে খোৱা-বোৱা কৰিলে। ৰাতিপুৱা সৰযূ নৈ পাৰ হোৱাৰ কাম আৰম্ভ হ'ল। বয় বস্তু, পাল্কী, গৰু-গাড়ী, গৰু, ঘোঁৰা আদি নাৱত লাদি দিয়া হ'ল আৰু হাতীটোক সাঁতোৰাই পাৰ কৰাৰ চেষ্টা কৰিলে। এই হাতীটোও আছিল একধৰণৰ। সি নৈ পাৰ হ'ব নোখোজে। অলপ দূৰ যায় আকৌ ঘূৰি আহে। তাৰ পিচত কেইখনমান নাৱৰ মাজত লৈ পাৰ কৰিবলৈ চেষ্টা কৰা হ'ল। কিন্তু সকলো নিষ্ফল হ'ল। শেষত তাক এৰি বৰযাত্ৰী হাতী নোহোৱাকৈ যোৱাটোৱেই স্থিৰ হ'ল। দেউতাৰ বৰ দুখ যে বৰযাত্ৰীৰ লগত হাতী এটাও নগল। য'ত মোৰ বিয়া হৈছিল তাৰ কিছু দূৰতে দেউতাৰো বিয়া হৈছিল। সেই সময়ত ককাইদেউতা হথুৱাৰ দেৱান আছিল আৰু বিয়াত বহুতো হাতী গৈছিল। দেউতাৰ নিজৰ বিয়াত ইমানবোৰ হাতী গৈছিল অথচ নিজৰ ল'ৰাৰ বিয়াত

এটা হাতীৰো যোগাৰ নহল—এই কথাত দেউতাৰ মন বৰ বেয়া লাগিছিল ; কিন্তু কৰিবৰো একো উপায় নাছিল। বৰযাত্ৰীতো আৰু ঘূৰি যাব নোৱাৰে। হাতীৰ জঞ্জালত ইমান পলম হৈ গ'ল যে সেই গাওঁ পাওঁতে ৰাতি হব বুলি ভয় হল।

বৰ-যাত্ৰী বৰ খেদাখেদিকৈ যাবলৈ আৰম্ভ কৰিলে আৰু যি ঠাই দুপৰীয়া পাবগৈ লাগিছিল সেই ঠাই পাওঁতে পাওঁতে প্ৰায় আবেলি তিনি চাৰি বাজি গ'ল। তাত খোৱা-বোৱা আদি কৰি বৰযাত্ৰী আগবাঢ়িল। ৰাতি হ'ল। ইয়াৰ মাজতে এটা ঘটনা ঘটিল। বৰযাত্ৰী গাওঁ পাবলৈ দুই এক মাইল থাকোঁতেই দুই তিনটা হাতী অহা দেখিবলৈ পালে। সেই হাতী কেইটা কোনোবা বৰযাত্ৰীৰ লগত গৈছিল আৰু নিজৰ কাম শেষ কৰি ক'ৰবালৈ গৈ আছিল। মাউতৰ লগত কথা হ'ল। সিহঁতক কিছু টকা দিলে আৰু সিহঁত বৰযাত্ৰীৰ লগত যাবলৈ মান্তি হ'ল। হাতীৰ হাবিয়াস এইদৰেই একপ্ৰকাৰ পূৰণ হ'ল কিন্তু বৰযাত্ৰী গৈ পাওঁতে পাওঁতে ৰাতি প্ৰায় দহ এঘাৰ বাজিল।

সিফালে কন্যাঘৰত মানুহ চিন্তিত হ'ল আৰু বৰযাত্ৰীৰ ওপৰত তেওঁলোকৰ খঙো উঠিল। শেষত দৰা পালেগৈ। সন্ধ্যাতেই শোৱাটোৱেই মোৰ অভ্যাস আছিল আৰু বিয়া বুলি মোৰ সেই অভ্যাসৰ ব্যতিক্ৰম হোৱা নাছিল। মই বৰযাত্ৰী গৈ পোৱাৰ আগতে পাল্কীতে ভালকৈ শুই ল'লোঁ। গৈ পোৱাৰ আগতে মোক কোনোৰকমে জগালে আৰু দৰা আদৰাৰ কাম শেষ হ'ল। বিয়াৰ অন্যান্য কামো এটা এটাকৈ কৰি গ'ল। এনেয়ে গৰম তাতে আকৌ দুদিন যাব লগা হৈছিল পাল্কীত। সন্ধ্যাতে শোৱাৰ অভ্যাস, তাতে ইমান ভাগৰ। মোৰ কাৰণে সাৰে থকাটো এটা ডাঙৰ কথা হৈ পৰিছিল। সকলো কাম হৈ গ'ল আৰু মোৰ শুভবিবাহো সেই ৰাতিয়েই সম্পন্ন হ'ল। আজি মোৰ সেই কামবোৰৰ কথাও সম্পূৰ্ণ মনত নাই। সৰুতে বাইদেৱে দৰা-কইনাৰ খেল খেলিছিল আৰু তাত ময়ো ভাগ লৈছিলোঁ। এই বিয়াও মোৰ কাৰণে প্ৰায় তেনে ধৰণৰেই আছিল। বিয়াৰ মাহাত্ম্যও বুজা নাছিলোঁ আৰু বিয়াৰ কাৰণে মোৰ ওপৰত যে কিবা দায়িত্ব আহি পৰিছিল তাকো উপলব্ধি কৰা নাছিলোঁ। মোৰ বিয়া বন্দবস্ত কৰাত বা বিয়াৰ কামবোৰ কৰাত মোৰ কোনো হাত নাছিল। পণ্ডিত, নাপিত নাইবা ঘৰৰ অথবা শহুৰৰ ঘৰৰ তিৰোতা সকলে যিহকে কৈ গ'ল তাকে কৰি গলোঁ আৰু শেষত মানুহে ধৰি ল'লে মোৰ বিয়া হৈ গ'ল। এই-বিলাকনো কি হ'ল মোৰ সেই কথা বুজিবলৈ জ্ঞান হোৱা নাছিল।

অৱশ্যে এইটো বুজিছিলোঁ যে মোৰ নবৌ যেনেকৈ ঘৰলৈ আহিছিল সেইদৰে এদিন মোৰো পৰিবাৰ আহিব।

আমাৰ ইয়াত এনে নীতিও প্ৰচলিত আছে যে কেতিয়াবা কেতিয়াবা বিয়াৰ পিচতে ছোৱালী লৈ নাহে। কিছুদিনৰ পিচত পুনৰ এটা সৰুসুৰা বৰযাত্ৰীৰ দল গৈ ছোৱালী আনেগৈ। ইয়াক দ্বিৰাগমন বোলে। মোৰ বিয়াতো ছোৱালী লগত অনা নহল। এবছৰৰ পিচত দ্বিৰাগমনৰ বৰযাত্ৰী গ'ল আৰু তেতিয়াহে ছোৱালী আহিল। বৰযাত্ৰী দুদিন থাকি উভতি আহিল। শহৰৰ ঘৰৰ মানুহে দৰা পলমকৈ গৈ পোৱাৰ কাৰণে আৰু তেওঁলোকে আশা কৰা মতে ধুমধাম নোহোৱাৰ কাৰণে অলপ অসন্তুষ্ট হৈছিল। কিন্তু তেওঁলোকে যেতিয়া দৰাৰ পক্ষৰ পৰা কন্যালৈ আৰু কন্যাঘৰৰ অন্য মানুহৰ কাৰণে দিয়া অলঙ্কাৰ, কাপোৰ, মিঠাই আদি দেখিলে তেতিয়া তেওঁলোকৰ অসন্তোষ দূৰ হ'ল আৰু সকলোৰে খুব আনন্দ পালে। মোৰ ধাৰণা যে কন্যাঘৰৰ তিৰোতা সকলে আৰু অন্যান্যলোকে দৰা দেখিও ভাল পালে, যদিও মই এই কথাৰ প্ৰমাণ দিব নোৱাৰেঁা।

এবছৰৰ পিচত শান্তি-বিয়া হ'ল আৰু ছোৱালী ঘৰলৈ আহিল। শান্তি-বিয়াৰ বৰযাত্ৰী বিয়াত যোৱা বৰযাত্ৰীতকৈ কম হয়। এইবাৰ এটা নে দুটা হাতী পোৱা গৈছিল আৰু লগত গৈছিলো। আমাৰ ইয়াত পৰ্দা খুব মানিছিল। যেতিয়া মোৰ নবৌ আহিছিল তেতিয়া তেওঁৰ লগত দুজনী ছোৱালী আহিছিল আৰু তেওঁ কেৱল এই ছোৱালী দুজনীৰ লগতহে কথা পাতিব পাৰিছিল। বাৰান্দালৈকো ওলাবৰ অনুমতি নাছিল। সেইকালত আই বা খুড়ীদেউইহঁতৰ আগত গাঁৱতে জন্ম হোৱা আৰু সৰুৰে পৰা নিজৰ মাকৰ লগত আমাৰ ঘৰৰ বাহিৰ-ভিতৰ কৰা তেনেই সৰু লগুৱা ল'ৰাহে ঘৰৰ ভিতৰলৈ যাব পাৰিছিল। যি ডেকা লগুৱা আছিল সিহঁত ভিতৰলৈ নগৈছিল। এটা ৰান্ধনি আছিল সিহে চৰুলৈ যাব পাৰিছিল। কিন্তু সিও যোৱাৰ আগতে মাত দিছিল আৰু আই খুড়ীদেউইহঁত ভিতৰলৈ সোমাই যোৱাৰ পিচত সি ৰান্ধনি ঘৰত সোমাইছিলগৈ। কোনো বস্তুৰ আৱশ্যক হ'লে সি কোনো চাকৰণী ছোৱালীক মাতি খুজি লৈছিল আৰু বাহিৰলৈ যোৱাৰ সময়ত আকৌ তেনেকৈ মাত দি সকলোকে আঁতৰাই লোৱাৰ পিচতহে যাব পৰিছিল।

মোৰ নবৌ কোঠাৰ বাহিৰলৈ নাহিছিলেই। অৱশ্যে নিত্যকৰ্ম্মৰ কাৰণে যাওঁতে আগতে সকলোকে আঁতৰাই দিয়া হয়। তেওঁলোকৰ লগত

জিৰাদেইৰ ছোৱালীৰ বাহিৰে অন্য কোনেও আহ-যাহ নকৰিছিল। ভিতৰ চোতালত মতা মানুহৰ ছাঁকে নপৰিছিল। কোনো সৰু ল'ৰা থাকিলেও আঁতৰাই দিছিল। ইমানতো পৰ্দ্দা যথেষ্ট হোৱা নাছিল আৰু তেওঁলোকৰ লগত অহা চাকৰণীয়ে কাপোৰৰ পৰ্দ্দাৰ আঁৰত তেওঁলোকক লৈ গৈছিল। মই তেনেই সৰু আছিলোঁ। সেইকাৰণে কেতিয়াবা খেল-ধেমালি কৰি কৰি তেওঁৰ কোঠাৰ ভিতৰ পাইছিলোঁগৈ আৰু বোধহয় এবাৰ কি দুবাৰ তেওঁৰ মুখো দেখিছিলোঁ। মোৰ আই, খুড়ীদেউ আৰু বাইদেউও যেতিয়া তেওঁৰ কোঠালৈ যায় তেতিয়া তেওঁ ওৰণি টানি বহি পৰে। জিৰাদেইৰ কোনো চাকৰণীও তালৈ যাবলৈ নাপাইছিল।

যেতিয়া মোৰ পৰিবাৰ শান্তি-বিয়াৰ পিচত আমাৰ ঘৰলৈ আহিল তেবেঁ। সেই একে নীতিকে মানিব লগা হৈছিল। এনে ধৰণেৰে বহুত দিন চলিল আৰু লাহে লাহে এই প্ৰথা কম হবলৈ ধৰিলে। লগত অহা চাকৰণীবোৰ গুচি গ'ল। জিৰাদেইৰ এজনী ছোৱালী অহা-যোৱা কৰিবলৈ ল'লে। তাইৰ লগত অলপ-অচৰপ কথা পতাৰ অনুমতি দিলে। যেতিয়ালৈকে মোৰ আঁই জীয়াই আছিল তেতিয়ালৈকে মোৰ নবৌ বা মোৰ পৰিবাৰে কেতিয়াও নিজৰ কোঠাৰ পৰা ওলাই মুকলি মনেৰে চোতালত ফুৰা-চকা কৰিব নোৱাৰিছিল অথবা বহিব নোৱাৰিছিল। মোৰ অৱস্থা এনে হৈছিল যে যেতিয়াই বন্ধত ঘৰলৈ আহোঁ মই বাহিৰতহে শুইছিলোঁ। ৰাতি যেতিয়া সকলো শোৱে তেতিয়া আয়ে চাকৰণী পঠিয়াই মোক জগাই মোৰ পৰিবাৰ থকা কোঠাত মোক থৈ দিয়ে। টোপনিৰ কোবত মোক ৰাতি সেই সময়ত জগোৱা মস্কিল হৈ পৰিছিল। যিমানেই চেষ্টা নকৰক, প্ৰায়েই মই সাৰেই নাপাইছিলোঁ। পিচদিনা ৰাতিপুৱা আয়ে বা খুড়ীদেউৱে ৰাতি সাৰ নোপোৱাৰ কাৰণে বা মাতিলেও নহাৰ কাৰণে ধমক দিয়ে। ৰাতিপুৱা আটাইবোৰ শুই থাকোঁতেই আকৌ উঠি গুচি আহিব লাগে আৰু আহি বাহিৰৰ চাৰপাইত শুই পৰোঁহি যাতে ৰাতি অন্য ঠাইলৈ যোৱাৰ কথা কোনেও গম নাপায়। আন কি লগৰ চাকৰেও এই কথা কমেইহে জানিছিল।

পৰ্দ্দাৰ কাৰণেই স্ত্ৰী-পুৰুষৰ লগ পোৱা এনে ধৰণেৰে হৈছিল। মইতো সৰুৰে পৰাই সৰহভাগ ঘৰৰ বাহিৰতেই কটাইছিলোঁ। বন্ধত যেতিয়া ঘৰলৈ যাওঁ তেতিয়া লগ পোৱাৰ সুবিধা হয় আৰু তাকো এইদৰে। যদিও আমাৰ বিয়া হোৱা আজি প্ৰায় ৪৪।৪৫ বছৰ হ'ল তথাপি প্ৰত্যেকদিন হিচাব কৰিলেও আমি দুয়ো একেলগে সিমান মাহো থকা নাই কিজানি। পঢ়া সময় পাটনা, ছাপ্ৰা আৰু কলিকতাত অতিবাহিত হ'ল। ওকালতি

কৰা সময়তো মই কলিকতাত অকলে আছিলোঁ আৰু পাটনালৈ অহাৰ পিচতো মোৰ পৰিবাৰ মোৰ লগত দুই এবাৰহে মাত্ৰ কেইদিনমানৰ কাৰণে আছিল। অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ পৰা ঘৰলৈ যাবলৈ সময় আৰু কম হ'ল আৰু তেওঁক লগত ৰাখিবলৈ সুবিধাও নাছিল আৰু কামৰ জঞ্জালত আজৰিও নাছিল।

## ৭। হথুৱা স্কুলত ভৰ্ত্তি—ছাপ্ৰা স্কুললৈ প্ৰত্যাবৰ্ত্তন

ককাইদেৱে এফ-এ পৰীক্ষা পাছ্ কৰিলে। তেওঁৰ ইচ্ছা হ'ল যে তেওঁ কলিকতালৈ গৈ মেডিকেল কলেজত পঢ়িব। সেই সময়ত বিহাৰী-সকলৰ ভিতৰত বোধহয় কোনেও মেডিকেল কলেজত পঢ়া নাছিল। এহাতে কলিকতালৈ যোৱা আৰু তাৰ খৰচ যোগোৱাও মস্কিল। আনহাতে তাত বিহাৰীৰ কাৰণে ঠাই পোৱাও মস্কিল। যেতিয়া তেওঁৰ কলিকতালৈ যোৱাটো ঠিক হ'ল তেতিয়া মই ক'ত পঢ়িম সেই বিষয়ে প্ৰশ্ন উঠিল। মোৰ কাৰণে কলিকতালৈ যোৱাটো উচিত বুলি বিবেচনা নকৰিলে। ককাইদেউ কলিকতালৈ গ'ল আৰু পাটনাৰ পৰা মোৰ নাম কটাই হথুৱা স্কুলত নাম লগাবলৈ পঠালে। তাৰ অৱস্থা বিচিত্ৰ ধৰণৰ আছিল। লিখা পঢ়াৰ ধৰণ ছাপ্ৰা জিলা স্কুল আৰু পাটনা টি, কে, ঘোষ একাডেমীৰ লগত কিছু বেলেগ আছিল। প্ৰথমে নাম লগাওঁতেই অলপ অসুবিধা হ'ল। মাষ্টৰে ক'লে যে তেওঁ পৰীক্ষা লৈহে নাম লগাব।

যি নহওক, কোনো প্ৰকাৰে নাম লগোৱা হ'ল। পঢ়াৰ নিয়ম এনে আছিল যে যি পাঠ পঢ়ুৱাইছিল, বিশেষকৈ ইতিহাসৰ, সেইখিনি পিচদিনা মুখস্থ কৰি আহিব লাগে আৰু যেতিয়া মাষ্টৰে কয়—"পাঠ কোৱা" তেতিয়া সকলোৱে কিতাপ বন্ধ কৰি আদিৰ পৰা অন্তলৈকে মুখস্থ গাব লাগে। কোনো কথা নুবুজাকৈ মুখস্থ মতা মোৰ অভ্যাস নাছিল তাৰ উপৰি শব্দ মনত ৰখা শক্তিও কম আছিল। মই প্ৰায় ছমাহ সেই স্কুলত আছিলোঁ কিন্তু বোধহয় এদিনো পাঠ সম্পূৰ্ণৰূপে মুখস্থ কৰিব পৰা নাছিলোঁ। মই যত্নৰ ত্ৰুটী নকৰিছিলোঁ কিন্তু মোৰ বাবা কোনোৰকমেই নহৈছিল। কোনোবাই মোক কৈছিল যে কোনো এটা কথা ১২০ বাৰ আওঁৰালে

নিশ্চয় মুখস্থ হয়। মই বৰ চেষ্টা কৰি ১২০ বাৰ আওঁৰাবলৈ চাইছিলোঁ। কিন্তু তথাপিও পৃষ্ঠাৰ পিচত পৃষ্ঠা মুখস্থ কৰিব নোৱাৰিছিলোঁ। সন্ধ্যাতে শোৱা আৰু ৰাতিপুৱা প্ৰায় ৪ বজাতে উঠা অভ্যাস মোৰ সদায় আছিল। হথুৱাত ১২০ বাৰ আওঁৰাবৰ কাৰণে মই দেড় বা দুই বজাতেই উঠিছিলোঁ। তথাপিও পাঠ পূৰা কৰিব পৰা নাছিলোঁ। স্কুলত মোৰ অৱস্থা দেখি মাষ্টৰে কেতিয়াবা কেতিয়াবা খং কৰে আৰু কয় যে ই চতুৰ্থ শ্ৰেণীত ভৰ্ত্তি হবৰ উপযুক্ত নহয় আৰু পঞ্চম শ্ৰেণীলৈ নমুৱাই দিব বুলি ধমক দিয়ে। এই বিলাকৰ কাৰণে মই মৰ্ম্মান্তিক দুখ পাইছিলোঁ আৰু ইয়াৰ সমান দুখ অন্য কোনো ঠাইত পঢ়োঁতে পোৱা নাছিলোঁ। কেতিয়াবা কেতিয়াবা মই ভাবিছিলোঁ যে যদি এটা শ্ৰেণী বেচিকৈ জাপি নিদিলহেঁতেন তেন্তে মোৰ দশা এনে নহ'লহেঁতেন।

অৱশেষত মোৰ খুব অসুখ হ'ল আৰু বছেৰেকীয়া পৰীক্ষাৰ সময়লৈকে অসুখ চলি থাকিল। বছেৰেকীয়া পৰীক্ষা দি দিয়া হ'লে কোনোৰকমে পাছ কৰি গলোহেঁতেন আৰু প্ৰমোচনো পালোহেঁতেন। বহুত ককাইদেউ ঘৰলৈ আহিল আৰু সকলো অৱস্থা দেখি শুনি তেওঁ স্থিৰ কৰিলে যে বছেৰেকীয়া পৰীক্ষা দি প্ৰমোচন লোৱাৰ কোনো আৱশ্যকতা নাই। এই স্কুল এৰি পুনৰ ছাপ্ৰা জিলা স্কুললৈ যোৱাই ভাল হ'ব। এই সিদ্ধান্তই হ'ল আৰু মই এই স্কুলৰ পৰা গৈ ছাপ্ৰা স্কুলত চতুৰ্থ শ্ৰেণীত নাম লগালোঁগৈ।

সিফালে ককাইদেউৰো এক অদ্ভুত অৱস্থা। কিবা কাৰণত তেওঁৰ নাম মেডিকেল কলেজত লগাব নোৱাৰিলে আৰু তেওঁ পাটনালৈ পুনৰ ঘূৰি আহি বি-এ ক্লাচত পঢ়িবলৈ ললে। যেহেতু হথুৱা স্কুলত মোৰ নাম লগোৱা হ'ল তাৰ পৰা তৎক্ষণাত আকৌ পাটনালৈ লৈ যোৱাটো উচিত বুলি নভবাত মই ছমাহলৈকে হথুৱাতেই থাকিলোঁ।

স্কুলৰ পঢ়াৰ ওপৰতেই মই ভাৰসা ৰাখিছিলোঁ। ঘৰত পঢ়ুৱাবৰ কাৰণেও কেতিয়াও কোনো মাষ্টৰ নাছিল। হথুৱাৰ পঢ়াৰ জুলুমত হায়ৰাণ হৈ মই এজন সম্বন্ধীয় মাষ্টৰৰ ওচৰলৈ অহা-যোৱা কৰিছিলোঁ। তেওঁ পঢ়ায়ো দিছিল কিন্তু মই পাঠ এদিনো পূৰা কৰিব পৰা নাছিলোঁ। সেই স্কুলৰ পৰা গুচি অহা মোৰ কাৰণে বৰ ডাঙৰ কথা হৈ পৰিল। ছাপ্ৰা পোৱাৰ লগে লগেই মোৰ হেৰোৱা বুদ্ধি পুনৰ ঘূৰি আহিল। ছাপ্ৰা স্কুলৰ চতুৰ্থ শ্ৰেণীত বহুত ছাত্ৰ আছিল কাৰণে তিনিটা ভাগ কৰা হৈছিল। তাত শ্ৰীৰসিক লাল ৰায় নামৰ এজন বঙালী শিক্ষক আছিল। তেওঁ মই

থকা চেস্কনৰ ক্লাচ মাষ্টৰ আছিল। তেওঁ অতি ভদ্ৰলোক আছিল। তেওঁৰ পঢ়ুউৱাৰ নিয়মো বৰ ভাল আছিল। ল'ৰাবোৰক তেওঁ বৰ মৰম কৰিছিল আৰু ল'ৰাবোৰেও তেওঁক বৰ সন্মান কৰিছিল। যদিও তেওঁ আমাৰ ক্লাচৰ ক্লাচ-মাষ্টৰ আছিল তথাপি অন্য চেস্কনতো পঢ়ুৱাইছিল আৰু চতুৰ্থ শ্ৰেণীৰ প্ৰায় সকলো ছাত্ৰকেই জানিছিল। মোৰ ওপৰত তেওঁৰ বৰ কৃপা হ'ল। চতুৰ্থ শ্ৰেণীৰ কেৱল ছাত্ৰৰ সংখ্যাই বেচি নাছিল, বৰ ভাল ভাল ছাত্ৰও আছিল আৰু তাৰে কিছুমান মিড্‌ল স্কুল পাছ কৰি ছাত্ৰ-বৃত্তি পোৱা ল'ৰাও আছিল। তেওঁ গণিত, ভূগোল আৰু ইতিহাস খুব ভালকৈ জানিছিল—যেহেতু তেওঁ এই বিষয়বোৰ হিন্দীত পঢ়ি থৈছিল আৰু ইয়াত এই পঢ়া বিষয় বোৰকে ইংৰাজী মাধ্যমত পুনৰাবৃত্তি কৰিব লাগিছিল। অলপ দিনৰ ভিতৰতে মাষ্টৰে উপলব্ধি কৰিলে আৰু মোৰ সহপাঠী সকলেও বুজিলে যে ময়ো চোকা ল'ৰাবিলাকৰ ভিতৰৰে এটা।

ৰসিক বাবুৱে মোক বিশেষভাৱে মৰম কৰিবলৈ ল'লে। মই ইমান বিলাক ল'ৰাৰ ভিতৰত কোনো পৰীক্ষাতে প্ৰথম স্থান লাভ কৰিব পৰা নাছিলোঁ কিন্তু ৰসিক বাবুৱে মোক তেতিয়াই কৈছিল, চা পৰিশ্ৰম কৰ, শেষত তোৰ আৰু ৰামানুগ্ৰহৰ ভিতৰতে প্ৰতিযোগিতা হ'বগৈ আৰু বাকীবোৰ লৰা চোকা হোৱা সত্বেও তোৰ তল পৰি যাব। ক'ব নোৱাৰোঁ তেওঁ কিয় এইদৰে কৈছিল। কিন্তু কথা সেইটোৱেই হ'ল, তেওঁৰ ভবিষ্যদ্বাণী ফলিয়াবলৈ কেৱল দুই তিনি বছৰহে লাগিল। বছেৰেকীয়া পৰীক্ষাত মোৰ স্থান চতুৰ্থ হ'ল। অলপ পুৰস্কাৰ পালোঁ কিন্তু অন্যই বেচিকৈ পাইছিল। তৃতীয় শ্ৰেণীতো তেওঁ পঢ়াইছিল আৰু আন এজন শিক্ষকেও পঢ়াইছিল যাৰ কথা আজিও মোৰ মনত আছে। তেওঁ এতিয়াও জীয়াই আছে। তেওঁৰ নাম বাবু ৰাজেন্দ্ৰ প্ৰসাদ। তেওঁ ইতিহাস পঢ়াইছিল আৰু তেওঁৰ পঢ়োৱাৰ ধৰণ এনে সুন্দৰ আছিল যে সকলো কথা কাহিনীৰ দৰে মনত ৰৈ যায়। হথুৱাৰ নিয়মৰ থিক ওলোটা নিয়ম আছিল তেওঁৰ। নিজৰ ভাষাত যি সকলো কথা ভালকৈ প্ৰকাশ কৰিব পাৰে তেওঁকেই ভাল বুলি বিবেচনা কৰিছিল। মই এই কাম সহজে কৰিব পাৰিছিলোঁ। হথুৱাত কষ্ট কৰি মুখস্থ কৰিবলৈ যি চেষ্টা কৰিছিলোঁ তাৰ ফলত মাজে মাজে খুব ভাল শব্দ আৰু বাক্য মোৰ মনত ৰৈ গৈছিল। নিজৰ বুজা আৰু মুখস্থ কৰিবলৈ কৰা চেষ্টা দুয়োটা মিলি ভাল ৰূপ ধাৰণ কৰে আৰু শিক্ষক মহোদয়ে সেইটো খুব পছন্দ কৰিছিল।

তৃতীয়ৰ পৰা দ্বিতীয় শ্ৰেণীলৈ প্ৰমোচন পালোঁ আৰু বছেৰেকীয়া

পৰীক্ষাত মই তৃতীয় স্থান অধিকাৰ কৰিলোঁ। এইদৰে দ্বিতীয় শ্ৰেণীৰ পৰা প্ৰথম শ্ৰেণীলৈ যোৱাৰ পূৰ্ব্বে যি পৰীক্ষা হ'ল তাত মোৰ স্থান প্ৰথম আৰু বামানুগ্ৰহৰ স্থান দ্বিতীয় হ'ল। ৰসিক বাবুৰ কথা ফলিয়ালে। মোৰ লগে লগে ৰসিক বাবুৰো প্ৰমোচন হ'বলৈ ধৰিলে আৰু চতুৰ্থৰ পৰা তৃতীয়, তৃতীয়ৰ পৰা দ্বিতীয় আৰু দ্বিতীয়ৰ পৰা প্ৰথম শ্ৰেণীত তেওঁ পঢ়াবলৈ ল'লে। ইয়াৰ ভিতৰতে বাবু ৰাজেন্দ্ৰ প্ৰসাদ বদলি হৈ গ'ল আৰু কিছুদিনৰ কাৰণে ৰসিক বাবুও অন্য স্কুললৈ গৈছিল। ৰাজেন্দ্ৰ বাবু ঘূৰি নাহিল কিন্তু ৰসিক বাবু ঘূৰি আহিল। আমাৰ, বিশেষকৈ মোৰ, আনন্দৰ সীমা নাইকিয়া হ'ল।

ৰসিক বাবু কেৱল পঢ়োৱাতেই পটু নাছিল। ল'ৰা বিলাকৰ চৰিত্ৰৰ ওপৰতো তেওঁ চকু ৰাখিছিল। মোৰ ওপৰত স্কুলৰ শিক্ষক সকলৰ ভিতৰত তেওঁৰ প্ৰভাবেই আটাইতকৈ বেচি আৰু দকৈ পৰিছিল। এনেয়ে বাবু ৰাজেন্দ্ৰ প্ৰসাদৰ আৰু ফাৰ্চী পঢ়োৱা মৌলবী চাহাবৰ প্ৰভাবো যথেষ্ট পৰিছিল। কিন্তু ৰসিক বাবু যেন ঘৰৰ মানুহহে আছিল। তেওঁলৈ ভয়ো লাগিছিল আৰু তেওঁক ভালো পাইছিলোঁ। তেওঁ পঢ়াইছিলো আৰু ভাল কথা কৈ শুধৰাইও দিছিল। যদিও মই পাটনাত দুবছৰ থাকি আহিছিলোঁ তথাপি এনে পিছপৰা অৱস্থাত আছিলো যে মোৰ কোনো বিশেষ জ্ঞান হোৱা নাছিল। ৰসিক বাবুৱে দেশৰ কথা কিছু কয়। মানুহে কেনেকৈ পঢ়িশুনি ওপৰলৈ যাব পাৰে এই বিষয়েও মনোযোগ দিয়াইছিল। যেতিয়া মই এন্ট্ৰেন্স ক্লাচ পালোঁগৈ তেওঁ স্পষ্টভাৱে ক'লে— 'পৰিশ্ৰম কৰ, তই বিশ্ববিদ্যালয়ত উচ্চ স্থান লাভ কৰিব পাৰিবি'। মই ইয়াৰ অৰ্থকে নবুজিলোঁ। মই ইমানকে বুজিলোঁ যে হয়তো এটা বৃত্তি পাব পাৰোঁ।

যি সময়ত মই দ্বিতীয় শ্ৰেণীৰ পৰীক্ষা দি আছিলোঁ সেই সময়ত ছাপ্ৰাত ভয়ানক প্লেগ বেমাৰ হৈ আছিল। দুদিন পৰীক্ষা দিয়াৰ পিচত মোৰ ডিঙিত বিষ আৰম্ভ হ'ল আৰু খুব জ্বৰ উঠিল। তৃতীয় দিনৰ পৰা মই পৰীক্ষা দিব নোৱাৰিলোঁ। ঘৰলৈ খবৰ পঠোৱা হ'ল। দেউতাই ভয় খাই মোৰ ওচৰ পালেহি আৰু মোক জিৰাদেইলৈ লৈ গ'ল। তাত তেওঁ নিজে দৰব দিলে আৰু মই সুস্থ হৈ পৰিলো। মোৰ প্লেগেই হৈছিলনে ডিঙি উখহা বেমাৰ হৈছিল ক'ব নোৱাৰো; কিন্তু প্লেগ বুলিয়েই সন্দেহ কৰিছিল। খুব ভয় হৈছিল। এই কাৰণেই ঠিক সময়ত স্কুলৰ ফিজ দিয়া নহ'ল। মোৰ নাম কটা গ'ল। পৰীক্ষাৰ ফলাফল

চোৱাত দেখা গ'ল যে মই দুয়োটা বিষয়তে প্ৰথম হৈছিলোঁ। নম্বৰ ইমান বেচি পাইছিলোঁ যে বাকী দুটা পৰীক্ষা নিদিয়াকৈ মই পাছ কৰিবৰ উপযুক্ত বুলি বিবেচনা কৰিছিল। সেই সময়তে স্কুললৈ এজন নতুন হেড্‌মাষ্টৰ বদলি হৈ আহিছিল। তেওঁ মোৰ অনুপস্থিতিতে প্ৰমোচন দিছিল। কিন্তু প্ৰমোচন দিয়া সত্বেও ফিজ নিদিয়াৰ কাৰণে নাম ক'টা গ'লেই। যেতিয়া মই ভাল হলোঁ কিছুদিনৰ পিচত পুনৰ গৈ নাম লগাই পঢ়িবলৈ ললোঁ।

এদিন ৰসিক বাবুৱে মোক ক'লে, তোৰ নাম কটাটো ভাল নহল। নিয়মমতে এন্‌ট্ৰেন্স পাছ কৰিলেও কমপক্ষেও একেটা স্কুলতে পূৰা এবছৰ পঢ়া ল'ৰাইহে বৃত্তি পাব পাৰে। তই ভাল নম্বৰ পালেও বত্তি পাব নোৱাৰ। কিন্তু এটা কাম কৰ। দেউতাৰৰ হতুৱাই ডাইৰেক্টৰলৈ এখন দৰ্খাস্ত দিয়া যাতে তেওঁ তোক এই নিয়মৰ পৰা ৰেহাই দিয়ে।

মই দৰ্খাস্ত এখন লিখোৱাই দিলোঁ। দৰ্খাস্তত এই কথা লিখা হ'ল যে প্লেগ হোৱাৰ কাৰণেই মই ঘৰত থাকিব লগা হ'ল আৰু ফিজ দিব পৰা নহল। ফিজ দিব নোৱাৰাৰ কাৰণেই নাম কাটি দিলে। ইয়াৰ বাহিৰেও পৰীক্ষাৰ ফলাফল দেখুৱাই লিখিলে যে মই বৃত্তি পোৱাৰ আশা আছে যদিও এই নিয়ম বৃত্তি পোৱাত অন্তৰায় হ'ব। দৰ্খাস্ত দেখি হেড্‌মাষ্টৰে ক'লে—এই দৰ্খাস্ত দিয়া মিছা কিয়নো নিয়ম বদলাবৰ ক্ষমতা ডাইৰেক্টৰৰো নাই সেই কাৰণে মই কেনেকৈ দৰ্খাস্তখন মঞ্জুৰৰ কাৰণে পঠাওঁ? আৰু তোৰ প্লেগ হৈছিল নে নাই মই কেনেকৈ জানোঁ? ডাক্তৰে মোক চিকিৎসা কৰা নাছিল গতিকে ডাক্তৰৰ চাৰ্টিফিকেটো দিব পৰাটো সম্ভৱ নাছিল। যি নহওক, নিজা মতামত নিদিয়াকৈয়ে হেড্‌-মাষ্টৰে দৰ্খাস্তখন ওপৰৱালালৈ পঠাই দিলে।

হেড্‌মাষ্টৰে মঞ্জুৰৰ কাৰণে দৰ্খাস্তখনত একো নিলিখাত ৰসিক বাবুৱে দুখ পালে। তেওঁ ভাবিছিল যে এনে অৱস্থাত ডাইৰেক্টৰে দৰ্খাস্তখন মঞ্জুৰ নকৰিবও পাৰে। তেওঁ মোক এই বুলি সান্তনা দিলে যে দৰ্খাস্তখন দিয়াৰ পৰাতো একো লোকচান নহয়। ইন্সপেক্টৰৰ যোগেদিহে ডাইৰেক্টৰলৈ দৰ্খাস্ত যাব পাৰে। সেই কাৰণে যদিও দৰ্খাস্ত ডাইৰেক্টৰলৈ দিয়া হৈছিল তথাপি প্ৰথমতে সি ইন্সপেক্টৰৰ ওচৰ পালেগৈ। ইন্সপেক্টৰে দৰ্খাস্ত পঢ়ি সেই দৰ্খাস্ত ডাইৰেক্টৰৰ ওচৰলৈ পঠোৱাৰ কোনো আৱশ্যকতা নাই বুলি ভাবিলে আৰু দৰ্খাস্ত মঞ্জুৰ কৰি চিঠি লিখিলে। হেড্‌মাষ্টৰে মোক ক্লাচতে ক'লে যে ইন্সপেক্টৰেই মোৰ দৰ্খাস্ত মঞ্জুৰ কৰি দুৱাই

পঠাইছে। লগতে ইয়াকো ক'লে—ইন্সপেক্টৰে এই দৰ্খাস্ত মঞ্জুৰ কৰিব পৰা ক্ষমতা আছে বুলি মই নাজানিছিলোঁ; কিন্তু তোৰ আৰু এতিয়া চিন্তাৰ কাৰণ নাই।

ৰসিক বাবুৱে এই কথা শুনি বৰ আনন্দ পালে আৰু মোক আৰু উৎসাহ দিবলৈ ধৰিলে। আনকি তেওঁ একো নোলোৱাকৈয়ে নিজৰ ঘৰলৈ মাতি নি য'তে মোৰ বুজাত অসুবিধা হৈছিল সেই সকলো বিষয় বুজাই দিছিল আৰু সদায় এইদৰে পঢ়, এইটো পঢ়, সেইটো পঢ় বুলি কৈ থাকিবলৈ ধৰিলে। তেওঁৰ ধাৰণা হৈছিল যে মই বিশ্ববিদ্যালয়ত উচ্চ স্থান পাম। মোৰ নিচিনা ল'ৰায়ো বিশ্ববিদ্যালয়ত উচ্চ স্থান পাব পাৰে মোৰ এনে ধাৰণাই নাছিল।

সেইদিনত তিনিধৰণৰ বৃত্তি পাইছিল। জিলাৰ ভিতৰত উচ্চ স্থান পোৱা ল'ৰাৰ কাৰণে ১০৲ টকাৰ দুটা বা তিনিটা বৃত্তি, আজিকালিৰ পাটনা আৰু তিৰ্হুত ডিভিজনৰ সাতখন জিলা লৈ হোৱা ডিভিজনৰ ভিতৰত উচ্চ স্থান পোৱা দুটা বা তিনিটা ল'ৰাৰ কাৰণে মাহে ১৫৲ টকীয়া বৃত্তি আৰু গোটেই বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম দহটা স্থান পোৱা ল'ৰাৰ কাৰণে মাহে ২০৲ টকাৰ বৃত্তি। বিহাৰ প্ৰদেশ বঙ্গদেশৰ অংশ আছিল আৰু বঙ্গদেশ, বিহাৰ, উৰিষ্যা, অসম আৰু ব্ৰহ্মদেশ কলিকতা বিশ্ববিদ্যালয়ৰ তলত আছিল। এই সকলো ঠাইৰ ল'ৰাই একেটা পৰীক্ষাকে দিছিল আৰু তাৰ ভিতৰত প্ৰথম দহটা ল'ৰাই মাহে ২০৲ টকীয়া বৃত্তি পাইছিল। মোৰ উচ্চ অভিলাষ বৰ বেছি ১০৲ টকীয়া বা ১৫৲ টকীয়া বৃত্তিৰ কাৰণেহে আছিল। ইয়াৰ ওপৰলৈ কেতিয়াও নাছিল। ইয়াৰ কাৰণেও যথেষ্ট পৰিশ্ৰমৰ আৱশ্যক বুলি ভাবিছিলোঁ আৰু সেই কাৰণে মই যথেষ্ট কষ্ট কৰিছিলোঁ।

বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ আগতে স্কুলত পৰীক্ষা হৈছিল। এই পৰীক্ষাত যি পাছ কৰে সেই ল'ৰাকহে বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবৰ কাৰণে অনুমতি দিয়া হৈছিল। মই এই পৰীক্ষাত বহুত নম্বৰ পাই প্ৰথম হ'লোঁ। বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবৰ কাৰণে অনুমতি পালোঁ হয় কিন্তু এটা অসুবিধাৰো সন্মুখীন হ'ব লগা হল। ড্ৰইং বিষয়টো ঐচ্ছিক (Optional) আছিল। কিন্তু বৃত্তিৰ কাৰণে ফলাফল চাওঁতে এই বিষয়ৰ নম্বৰো যোগ দিয়া হৈছিল। যদিও মই অন্যান্য বিষয়ত যথেষ্ট নম্বৰ পাইছিলোঁ তথাপি ড্ৰইং মাষ্টৰে ড্ৰইং বিষয়ত বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিয়াৰ অনুমতি দিবলৈ অস্বীকাৰ কৰিলে। ড্ৰইংত ২০ বা ২৫ নম্বৰ

পালোহেঁতেন। যদি সেই বিষয়ত পৰীক্ষা নিদিও তেন্তে এই ২০ বা ২৫ নম্বৰ নাপাওঁ আৰু বৃত্তি পোৱা টান হৈ পৰিব। বহুত কোৱা মেলাৰ পাচত এটা চৰ্ত্তত মাষ্টৰে অনুমতি দিবলৈ মান্তি হ'ল যে মই তেতিয়াৰ পৰা পৰীক্ষাৰ সময়লৈকে সদায় কমপক্ষে এঘণ্টা ড্ৰইং কৰিম। মই চৰ্ত্ত মানি ললোঁ আৰু পূৰাও কৰিলোঁ। ভালেই হ'ল কিয়নো এনে নকৰা হ'লে ড্ৰইংত হয়তো ২৫ নম্বৰ নাপালোহেঁতেন আৰু যি স্থান মই পালো সেই স্থানো নাপালো হেঁতেন। অৱশেষত পৰীক্ষাৰ দিন চমু চাপি আহিল আৰু মই কিছুদিনৰ আগেয়ে পৰীক্ষা দিবলৈ পাটনালৈ গুচি আহিলোঁ।

পৰীক্ষা হৈ গ'ল আৰু মই পাটনাৰ পৰা ঘৰলৈ আহিলোঁ। ককাইদেৱো বহুত ঘৰলৈ আহিল। তেওঁ কলিকতাৰ পৰা উভতি আহি পাটনাত নাম লগালে কিন্তু খুব অসুখত ভুগিল। ডাক্তৰৰ উপদেশ মতে তেওঁ পঢ়িবৰ কাৰণে এলাহাবাদলৈ গ'লগৈ। তাত মেয়োৰ চেণ্ট্ৰেল কলেজৰ পৰা সেই বছৰতে তেওঁ বি-এ পাছ কৰিলে। এম-এ আৰু বি-এল পঢ়িবৰ কাৰণে তেওঁ আকৌ কলিকতালৈ গ'ল। এলাহাবাদ আৰু কলিকতাত থকাৰ কাৰণে তাৰ পৰা বহুত আহি তেওঁ বহুত কথা কয়। মই শ্ৰদ্ধাৰে সেই কথাবোৰ শুনিছিলোঁ আৰু যিমান দূৰ পাৰি সেই কথাবোৰ পালনো কৰিছিলোঁ। বোধ হয় ১৮৯৯ চনত তেওঁ এলাহাবাদৰ পৰা ঘৰলৈ আহিছিল আৰু স্বদেশী আন্দোলনৰ কথা কৈছিল। স্বদেশী কাপোৰো তাৰ পৰা লগত আনিছিল। মই তেতিয়াৰ পৰাই স্বদেশী কাপোৰ পিন্ধিবলৈ আৰম্ভ কৰোঁ। যেতিয়ালৈকে গান্ধীজীয়ে খদ্দৰৰ কথা তোলা নাছিল তেতিয়ালৈকে স্বদেশী কাপোৰেই সদায় পিন্ধিছিলোঁ। এবাৰ অলপ বিলাতী কাপোৰ কিনিছিলোঁ, সেই বিষয়ে পিচত উল্লেখ কৰিম। নহলে ককাইদেৱে সেই সময়ৰ পৰাই নিজে স্বদেশী কাপোৰ পিন্ধিবলৈ লয় আৰু মোকো আৰম্ভ কৰোৱালে। তেওঁ আৰু কেতিয়াও বিদেশী কাপোৰ নিকিনিলেই। খদ্দৰৰ ব্যৱহাৰ হোৱাৰ পৰা খদ্দৰৰ বাহিৰে অন্য প্ৰকাৰৰ স্বদেশী কাপোৰো কেতিয়াও কিনা নাছিল।

স্বদেশী আন্দোলনৰ চিন্তা কেৱল কাপোৰতেই সীমাবদ্ধ নাছিল। যিমানদূৰ পাৰি অন্য বস্তু কিনোঁতেও এই কথা মনত ৰখা হৈছিল। বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবলৈ বিশেষ ভাৱে দেশী কলম আৰু নিবো মই কিনি লৈছিলোঁ আৰু এনেকুৱা বস্তু ককাইদেৱে প্ৰায়ে এলাহাবাদ আৰু কলিকতাৰ পৰা আনি দিছিল। মোৰ এতিয়া সন্দেহ হয় যে সকলোবোৰ

কাৰণে দেশী বুলি ভাবি কিনা বস্তু বোধহয় দেশী নাছিল আৰু দোকানীয়ে মোক ঠগিছিল। কিন্তু মোৰ শ্ৰদ্ধা অচল অটল আছিল আৰু মই নিজে জনাত সেই বস্তু দেশী বুলিহে লৈছিলোঁ।

গৰমৰ বন্ধত আমি সকলো সন্ধ্যাৰ সময়ত ফুৰিবলৈ যাওঁতে কোনোবাই আহি ক'লে যে পৰীক্ষাৰ খবৰ গেজেটত প্ৰকাশ হ'ল। আমি সীৱানলৈ গলোঁ। কিন্তু কেৱল ইমানকেহে জানিলোঁ যে মই প্ৰথম বিভাগত পাছ হৈছোঁ। বৃত্তিৰ ঘোষণা এতিয়াও হোৱা নাই। কিছুদিনৰ পিছত সেই দৰে সন্ধ্যা ফুৰিবলৈ যাওঁতে এটা মানুহে আহি এখন টেলিগ্ৰাম দিলেহি, তাত লিখা আছিল মই বিশ্ববিদ্যালয়ত প্ৰথম হৈছোঁ। ককাইদেৱে টেলিগ্ৰামখন পঢ়িলে আৰু বৰ আনন্দিত হ'ল। আমি দৌৰি দৌৰি ঘৰলৈ আহিলোঁ আৰু দেউতাক খবৰটো দিলোঁহি। বিশ্ববিদ্যালয়ত প্ৰথম হোৱা মানে কি ককাইদেৱে তেওঁক বুজালে। দেউতা আৰু ঘৰৰ অন্য সকলোৰে আনন্দৰ সীমা নোহোৱা হ'ল। পাছ কৰিলে কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়িম বুলি ককাইদেউৰ মত লৈ মই আগতেই স্থিৰ কৰি গৈছিলোঁ। এন্ট্ৰেন্স পৰীক্ষাৰ কাৰণে দিয়া দৰ্খাস্তত বৃত্তি পালে মই কলিকতাৰ প্ৰেছিডেন্সী কলেজতহে পঢ়িম বুলি উল্লেখ কৰিছিলো। সেইমতে মোৰ কলিকতালৈ যোৱাটো সোনকালে স্থিৰ হ'ল।

ছাপ্ৰা স্কুলত পঢ়ি থাকোঁতে মই তাৰ এজন পণ্ডিতৰ লগত আছিলোঁ। তেওঁৰ বৰ বিখ্যাত জ্যোতিষী আছিল আৰু এতিয়াও জীৱিত আছে। তেওঁৰ নাম পণ্ডিত বিক্ৰমাদিত্য মিশ্ৰ। তেৱেঁই মোৰ অভিভাৱকৰ স্থান গ্ৰহণ কৰিছিল। তেওঁ নিজে ল'ৰাবিলাকক পঢ়াইছিল। সদায় তেওঁ সৰযু নৈত গা ধুইছিল—অন্য কোনোৱে চোৱা পানী পৰ্য্যন্ত গ্ৰহণ নকৰিছিল। পজা-পাতল খুব কৰিছিল। তাতে হথুৱা জমিদাৰীৰ এখন সৰু ঠাকুৰবাৰীও আছিল। এই সকলোৰে প্ৰভাৱ আমাৰ সৰু ল'ৰাৰ হৃদয়ত যেনেভাৱে পৰিব লাগে তেনেভাৱেই পৰিছিল। আমি নিজকে নৈষ্ঠিক সনাতনী বুলি ভাবিছিলোঁ আৰু যদি কেতিয়াবা কোনো আৰ্য্য-সমাজী আহে তেন্তে তেওঁৰ লগত তৰ্কও কৰিছিলোঁ। স্কুলত মহা-মহোপাধ্যায় ৰঘুনন্দন ত্ৰিপাঠী হেড্‌মাষ্টৰ আছিল। স্কুলত মই ফাৰ্চী পঢ়িছিলোঁ কিন্তু ঘৰত তেওঁৰ পৰা অলপ সংস্কৃতো পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ। লঘু কৌমুদীৰ কেইটামান সূত্ৰ মুখস্থও কৰিছিলোঁ, কিন্তু নোবুজিলোঁ। ছাপ্ৰা স্কুলৰ স্মৃতিয়ে আজিও মোৰ অন্তৰত প্ৰভাৱ বিস্তাৰ কৰে; সেই স্মৃতি সুন্দৰ আৰু সুখময়।

মোৰ মনত আছে যে বন্ধৰ বাহিৰে মই কেতিয়াও ঘৰলৈ নগৈছিলোঁ। বন্ধত ঘৰলৈ গ'লে আয়ে প্ৰায়ে কিছুদিন বেচিকৈ ৰাখিবলৈ বিচাৰিছিল। কিন্তু মই এই কথাত সোনকালে মান্তি নহৈছিলোঁ। বন্ধত জিৰাদেইত অতিপাত খেলাই এটা কাম আছিল আৰু প্ৰায় সময় চিক্কা খেলতে কটাইছিলোঁ। ককাইদেউও ঘৰলৈ আহিছিল আৰু আমাৰ লগত খেলত যোগ দিছিল।

ছাপ্ৰাৰ জীৱন তেনেই সাধাৰণ আছিল। টকা লগত প্ৰায় নাথাকে। তাত এজন দোকানীৰ লগত বন্দবস্ত আছিল যে তেওঁ আমাৰ যাৱতীয় সকলো বস্তু দিব। এই নিয়ম ককাইদেউ ছাপ্ৰাত পঢ়া দিনৰ পৰা চলি আহিছিল। সদায় শ্লিপ দি সেই দোকানীৰ পৰা চাউল, দাইল, ঘিউ, খৰি আৰু জলপানৰ কাৰণে কচৌৰী মিঠাই আদিও অনা হৈছিল। তেওঁ জাতত হালৱাই আছিল। সেই কাৰণে তেওঁ সকলো বস্তু দিব পাৰিছিল। এই দৰে এজনী পাচলি বেচা তিৰোতা আছিল আৰু তাই পাচলি আনি ঘৰতে দি গৈছিলহি। দোকানীজন জিৰাদেইলৈ গৈ শ্লিপবোৰ দেখুৱাই, হিচাব কৰে আৰু টকা তাতেই লয়। পাচলি বেচা তিৰোতাজনী জিৰাদেইলৈ আহিব নালাগিছিল। ছাপ্ৰালৈ মামলা-মোকৰ্দ্দমাৰ খবৰ লবলৈ অহা এজন কৰ্ম্মচাৰীয়েই তাইৰ হিচাপ কৰি তাতে পইচা দি দিছিল। স্কুলৰ ফিজৰ কাৰণেও পইচা তাতে দিছিল। যদি কাপোৰৰ দৰকাৰ হয় তেন্তে তাতেই কিনি দিয়ে। গতিকে ছাপ্ৰাত পঢ়োঁতে মোৰ হাতত পইচা নপৰিছিলেই।

ঘৰৰ অৱস্থা বৰ ভাল নাছিল। ককাদেউতা আৰু নুনুৰ সময়ত থকা পৰিমাণৰ জমিদাৰীয়েই এতিয়াও আছিল। কিন্তু তেওঁলোকৰ মৃত্যুৰ পিচৰ পৰা দেউতা অলপ অসুবিধাত পৰিল। আমাৰ খৰচৰ কাৰণে নগদ টকা গোটোৱাত তেওঁৰ কষ্ট হৈছিল। দোকানীয়েও জিৰাদেইত সদায় নগদ টকা নাপাইছিল। কেতিয়াবা কোনো গাঁৱৰ তহ্চিলদাৰৰ নামত চিঠি দিয়ে আৰু দোকানীজনে চিঠি লৈ জিৰাদেইৰ পৰা সেই গাঁৱলৈ গৈ তাৰ পৰা টকা লয়। ছাপ্ৰাৰ খৰচ কম আছিল আৰু এইদৰে কোনো প্ৰকাৰেৰে চলি গৈছিল। মই কেতিয়াও পইচাৰ অভাৱ অনুভৱ কৰা নাছিলোঁ। ইয়াৰ অন্য এটা কাৰণ আছিল যে ককাইদেৱে এই বিলাক কথাৰ ওপৰত চকু ৰাখিছিল আৰু বন্ধত ঘৰলৈ আহোঁতে যেনে তেনে কিবা এটা উপায় কৰাই গৈছিল। কিন্তু ককাইদেউৰ খৰচ মাহে মাহে এলাহাবাদলৈ পঠিয়াব লগা হৈছিল। ইয়াৰ কাৰণে দেউতাৰ প্ৰায়ে কষ্ট

হৈছিল। কিন্তু তেওঁ যি কোনো উপায়েৰেই নহওক ল'ৰাৰ পঢ়াৰ খৰচ বহন কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ আছিল।

জমিদাৰী দেখা-শুনা কৰা এজন দেৱান আছিল। তেওঁ ককাদেউতাৰ দিনৰ পৰাই আছিল আৰু জমিদাৰীৰ অৱস্থা খুব ভালকৈ জানিছিল। দেউতাই ককাদেউতা থাকোঁতে জমিদাৰী চোৱা-চিতা কৰা নাছিল কাৰণে এতিয়া দেৱানৰ ওপৰত ভাৰসা কৰিব লাগিছিল। মোৰ মনত আছে— ককাইদেউৰ পৰীক্ষাৰ ফিজ দিব লাগে। তেওঁৰ পৰা চিঠি আহিল যে কোনো এক নিৰ্দ্দিষ্ট তাৰিখৰ আগতে ৫০৲ টকা নে ৬০৲ টকা ফিজ দিব নোৱাৰিলে এবছৰৰ কাৰণে পৰীক্ষা দিয়াৰ পৰা বঞ্চিত হ'ব লাগিব। দেউতাৰ হাতত টকা নাছিল। দেৱানজীয়ে গাৰঁৰ পৰা টকা দিব নোৱাৰিলে। দেউতা বৰ চিন্তাত পৰিল। আইৰ কাণৰ অলঙ্কাৰ বন্ধকত থৈ ক'ৰবাৰ পৰা টকা আনি সময়মতে পঠালে। সকলো থকা সত্বেও এনে অৱস্থা হৈছিল যে কেতিয়াবা ভাত বন্ধাও দেখি হৈ যায়। ককাইদেৱে বুজিছিল যে দেৱানজীৰ বেয়া ব্যৱস্থাৰ কাৰণেই এনে অৱস্থা হৈছিল কিন্তু তেওঁক বেচকৈ দবিয়াইয়ো একো কৰিব নোৱাৰিছিল। বন্ধত এবাৰ আহি তেওঁ কিছু কাৰবাৰ কৰিবলৈ আৰম্ভ কৰিলে কিন্তু এলাহাবাদত যেতিয়ালৈকে পঢ়ি থাকিল তেতিয়ালৈকে বিশেষ একো কৰিব নোৱাৰিলে।

জমিদাৰীৰ পৰা বছৰি প্ৰায় ৭।৮ হাজাৰ টকা উপাৰ্জ্জন হৈছিল আৰু চৰকাৰৰ পাওনা দি পাঁচ ছ হেজাৰ মান টকা বছৰি বাচিছিল। শ শ বিঘা খেতিৰ মাটিত যথেষ্ট ধান, ঘেঁহু, মাকৈ, অৰ্‌হৰ, যৱ আদি হৈছিল আৰু গুৰৰ পৰা কিছু নগদ টকা পোৱা হৈছিল। আমাৰ সৰু কালতে এই খেতিৰ পৰাই বস্তুৰে ঘৰ ভৰি থাকিছিল। গৰু আৰু ম'হৰ পৰা যথেষ্ট গাখীৰ পোৱা হৈছিল আৰু কেইবাহালো গৰুও আছিল। কিন্তু এই সময়ত কি হ'ল কব নোৱাৰোঁ যে ঘৰৰ খৰচৰ কাৰণেও পূৰা ধান নাপাইছিল আৰু ধান কিনিব লগা হৈছিল। দেউতাই কেৱল লোকচানেই হোৱা দেখি কিছুদিনৰ কাৰণে খেতিৰ কাম বন্ধ কৰি দিছিল। সেই সময়চোৱা দুখৰ সময় আছিল কিন্তু দেউতা বৰ ধীৰ স্থিৰ ভাৱে আছিল আৰু মানুহৰ লগত কথা পাতোঁতে কৈছিল যে মোৰ ল'ৰা দুটায়েই মোৰ ধন।

এই সংক্ৰান্ততে আৰু এটা ঘটনা এইখিনিতে উল্লেখ কৰিব পাৰি। নুনুৰ মৃত্যুৰ পিচত ককাদেউতা আৰু দেউতা থাকিল। আমি সৰু

আছিলোঁ। মই আগতেই কৈ আহিছোঁ যে সম্পূৰ্ণ জমিদাৰী ককাদেউতাই কিনিছিল আৰু সকলো তেওঁৰেই উপাৰ্জ্জন আছিল। নুনুৰ এজনী ছোৱালী আছিল। নুনুৰ মৃত্যুৰ পিচত কোনোবাই ককাদেউতাক ক'লে যে তেওঁৰ (ককাদেউতাৰ) মৃত্যুৰ পিচত সেই ছোৱালীজনীৰ আৰু মোৰ খুড়ীৰ কষ্ট হ'ব পাৰে, সেই কাৰণে কিবা নহয় কিবা এটা উপায় কৰা উচিত। ককাদেউতাই এখন ইচ্ছাপত্ৰ (উইল) কৰিবলৈ স্থিৰ কৰিলে আৰু সীৱানৰ পৰা সেই ইচ্ছা-পত্ৰ লিখোৱাই অনালে। এই ইচ্ছা-পত্ৰ অনুসৰি খুড়ীক খৰচৰ কাৰণে বছৰি এহেজাৰ টকা উপাৰ্জ্জন হোৱা দুখন গাঁও তেওঁক গোটেই জীৱনৰ কাৰণে দি দিলে আৰু বাইদেউক গোটেই জমিদাৰীৰ সাত অনা অংশ দিলে আৰু বাকী ন অনা আমালৈ থাকিল।

আমাৰ পৰিয়ালটো যুক্ত পৰিয়াল আছিল। গতিকে ককাদেউতাই এইদৰে ইচ্ছা-পত্ৰ কৰিব পৰা অধিকাৰ আছিল নে নাই সি নিশ্চিত নাছিল। ইচ্ছা-পত্ৰ বিনা তেওঁৰ মৃত্যুৰ পিচত গোটেই সম্পত্তিৰ অধিকাৰী মোৰ দেউতা হ'লহেঁতেন, খুড়ীদেৱে কেৱল খোৱা-পিন্ধাৰ সুবিধা পালেহেঁতেন আৰু ছোৱালীজনীয়ে কোনো অংশ নাপায়। সেই কাৰণে কিছুমান মানুহে বুদ্ধি দি ইচ্ছা-পত্ৰ কৰাৰ কথা বুজাই দিলে। দেউতাক ইয়াৰ কোনো খবৰ দিয়া নাছিল। সকলো ঠিক্ ঠাক্ হোৱাৰ পিচত ৰেজিষ্টাৰ কৰিবৰ কাৰণে জিৰাদেইলৈ ৰেজিষ্টাৰ আহিল। মানহে আহি দেউতাক ক'লেহি যে দেউতা যদি ইচ্ছা-পত্ৰৰ সাক্ষী হয় তেন্তে তেওঁৰ ভৱিষ্যতে ইয়াৰ বিৰুদ্ধে কোনো আপত্তি কৰিবলৈ অধিকাৰ নাথাকিব আৰু সকলো কথা পকা হৈ যাব। ৰেজিষ্টাৰ জিৰাদেই আহি পোৱাৰ পিচতহে দেউতাই সকলো কথা গম পালে। ককাদেউতাই তেওঁক সাক্ষী কৰাৰ কথা ক'লে। ককাদেউতাৰ মনত এটা সন্দেহৰ ভাব সুমুৱাই দিছিল যে দেউতাই তেওঁৰ এই কথাত আপত্তি কৰিব পাৰে। দেউতাই তেওঁক স্পষ্টভাৱে ক'লে যে আপুনি যি হুকুম দিয়ে তাকেই মই মানিম, আপুনিয়েই আমাক তুলি-তালি ডাঙৰ কৰিলে, আপুনিয়েই সকলো কৰিলে আৰু আপুনি যদি ষোল অনাই চন্দ্ৰমুখীক দি দিয়ে তেন্তে মোৰ কোনো আপত্তি নাই, মোৰ ধন মোৰ ল'ৰা দুটায়েই,' আপুনি সিহঁতক আশীৰ্ব্বাদ দিয়ক। আমাকো তালৈ মাতি নিছিল। ককাদেউতাই উচুপি উচুপি কান্দিবলৈ ধৰিলে আৰু বিবিলাক মানুহে নানা ধৰণৰ কথা লগাই তেওঁৰ মনত সন্দেহৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল তেওঁলোকক

গালি পাৰিবলৈ ধৰিলে। দেউতা সাক্ষী হ'ল আৰু ইচ্ছা-পত্ৰ ৰেজিষ্টাৰ কৰি ৰেজিষ্ট্ৰাৰ গুচি গ'ল।

দুৰ্ভাগ্যবশতঃ মই যেতিয়া হথুৱা স্কুলত পঢ়ি আছিলো সেই সময়তে হাঞ্জাব চেষ্টা কৰাৰ পিচতো কিছুদিন বেমাৰ পৰি চন্দ্ৰমুখীৰ বিয়া নোহোৱাকৈয়ে মৃত্যু হয়। খুড়ীদেউ বহুত দিনলৈকে জীয়াই আছিল আৰু যি টকা পাইছিল তীৰ্থ-ব্ৰত আদিত খৰচ কৰিছিল। তেওঁৰ মৃত্যুৰ পিচত সম্পূৰ্ণ জমিদাৰী আমি দুয়ো ভাই ককাইয়ে পালোঁ। তেওঁ প্ৰায় সকলো তীৰ্থলৈকে গৈছিল। এই কামত মোৰ লগত আজীৱন থকা মোৰ এগৰাকী বিধৱা বাইদেউ তেওঁৰ সহযাত্ৰী আছিল। তীৰ্থ-ব্ৰত কৰাতো তেওঁলোক দুয়োৰে ভিতৰত যেন প্ৰতিযোগিতাহে আছিল আৰু এনে কোনো স্নান বা পৰ্ব্ব নাছিল যিটোত এওঁলোকে যোগ নিদিছিল। দুয়োৱে চাৰিও ধাম অৰ্থাৎ জগন্নাথ, ৰামেশ্বৰ, দ্বাৰকা আৰু বদৰীনাথ দৰ্শন কৰিলে। বাইদেউতো বদৰীনাথলৈ দুই তিনিবাৰ গৈছে। মোৰ আই সাধাৰণতে ঘৰতেই থাকে আৰু কেতিয়াবা কেতিয়াবাহে তীৰ্থলৈ যায়। মোৰ মনত আছে স্কুলত পঢ়ি থাকোঁতেই মই আই, ককাইদেউ আৰু খুড়ীদেউৰ লগত এবাৰ অযোধ্যা আৰু এবাৰ মথুৰা-বৃন্দাবন দৰ্শনৰ কাৰণে গৈছিলোঁ। এই তীৰ্থ যাত্ৰাত খৰচ বহুতো হৈছিল আৰু কষ্টও যথেষ্ট হৈছিল। সেই সময়ত মই অনুভৱ কৰিছিলোঁ যে তীৰ্থত পাণ্ডা সকলে বৰ ডাঙৰ কাম কৰে। আমি পাণ্ডাৰ ঘৰতে আছিলোঁ। তাত তেওঁলোকে আমাৰ লগত গৈ সকলো ঠাই দৰ্শন কৰাইছিল আৰু কোনোৰকমৰ কষ্ট হ'বলৈ নিদিছিল। এবাৰ ককাদেউতা, দেউতা আৰু নুনুও এই তীৰ্থবোৰলৈ গৈছিল আৰু তাৰ পাণ্ডাৰ বহীত তেওঁলোকৰ নাম লিখা আছে। পাণ্ডাসকলৰ কাৰণে বছৰি কিছু টকা খৰচত ধৰিছিল আৰু জিৰাদেইলৈ আহি প্ৰতি বছৰে তেওঁলোকে সেই টকা লৈ গৈছিল। এই বিলাক কাৰণতে তেওঁলোকে আমাক বিশেষভাৱে খাতিৰ কৰিছিল আৰু আমাৰ যাত্ৰাৰ পৰাও তেওঁলোকে দান-দক্ষিণা পাইছিলেই। দান-পুণ্য, পূজা-পাঠ, তীৰ্থযাত্ৰা, স্নান আদিত ঘৰৰ ভিতৰত বাইদেউ 'লিডাৰ' আছিল আৰু আছেও। ঘৰত যি কোনো পূজা সদায় চলি আছিল আৰু আজিকালিও কিবা নহয় কিবা এটা হৈ থাকে।

স্কুলত পঢ়া সময় এই দৰে অতিবাহিত হৈছিল। ঘৰৰ লগত মোৰ কমেই সম্বন্ধ আছিল। কেৱল বন্ধত অহা-যোৱা কৰিছিলোঁ। বিয়া হৈছিল যদিও পৰিবাৰৰ লগত মোৰ দেখা-শুনা কমেইহে হৈছিল। বন্ধত

আহোঁতে ৰাতি লগ পাইছিলোঁ। এবাৰ মোৰ পৰিবাৰৰ হাইজা হৈছিল। মই সেই সময়ত ঘৰতেই আছিলোঁ। দেউতাৰ দৰব খাই তেওঁ ভাল হৈ উঠিল। কিন্তু দেউতা বৰ চিন্তিত হৈ পৰিছিল। মোৰ অৱস্থাও বিশেষ ভাল নাছিল। সেই দিনত কোনোবাই নিজৰ পৰিবাৰৰ সম্বন্ধে বৰ চিন্তা কৰাটো অশোভনীয় বুলি ভাবিছিল। মই চিন্তিত হৈ পৰিছিলোঁ। অসুখৰ বিষয়ে জানিবলৈ আৰু তেওঁক চাবলৈ ইচ্ছা কৰিছিলোঁ কিন্তু কাকো সুধিবও নোৱাৰিছিলোঁ আৰু চাবলৈ ইচ্ছা কৰা কথা কাৰো আগত প্ৰকাশো কৰিব নোৱাৰিছিলোঁ। মোৰো যে বেমাৰীৰ কাৰণে চিন্তা হৈছিল সেই কথা বোধ হয় ঘৰৰ কোনেও নাভাবিছিলেই। যি নহওক, তেওঁৰ অসুখ ভাল হ'ল যেতিয়া কোনো চিন্তাৰ কাৰণ নাছিল আৰু মই শান্তি পালোঁ। বেমাৰীৰ অৱস্থা যদি কিবা বেয়া হ'লহেঁতেন তেন্তে 'অশোভনীয়'ৰ বান্ধোনে মোক কিমান বান্ধি ৰাখিব পাৰিলহেঁতেন ক'ব নোৱাৰোঁ।

এইদৰে ঘৰৰ ভিতৰতে আবদ্ধ থাকি থাকি নবৌৰ আৰু মোৰ পৰিবাৰৰ স্বাস্থ্য বেয়া হোৱাই স্বাভাবিক আছিল আৰু এনে হৈছিলো। দুয়ো কিছুদিনলৈকে এজনীৰ পিচত আনজনীয়ে গাঁঠিৰ বিষত ভুগিছিল আৰু বহুত দিনৰ মূৰত চোতালত তেওঁলোকে খুব ঘূৰা-পকা কৰাৰ ফলতহে তেওঁলোকৰ সেই বেমাৰ ভাল হৈছিল।

## ৮। কলেজত ভৰ্ত্তি

পৰীক্ষাৰ খবৰ পোৱাৰ পিচত মই ছাপ্ৰালৈ আহি গম পালোঁ যে কেৱল মোৰ খবৰেই নহয় গোটেই স্কুলৰে পৰীক্ষাৰ খবৰ খুব ভাল। মোৰ সহপাঠী ৰামানুগ্ৰহে ২০৲ টকাৰ, অন্য দুজনে ১৫৲ টকাৰ আৰু দুজনে ১০৲ টকাৰ বৃত্তি পালে। এওঁলোকৰ বাহিৰেও প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা ছাত্ৰ বহুতো আৰু ফেইল হোৱা ছাত্ৰৰ সংখ্যা মাত্ৰ এজন নে দুজনহে। এনে ভাল ফল ছাপ্ৰা জিলা-স্কুলত আগেয়ে কেতিয়াও হোৱা নাছিল। গোটেই বিহাৰতে পৰীক্ষাৰ এনে ভাল ফল কোনো স্কুলত কেতিয়াও হোৱা নাছিল। এই কাৰণে স্কুলৰ সকলোৱেই বৰ আনন্দ

পাইছিল আৰু ছাপ্ৰাৰ উকীলসকলো বৰ আনন্দিত হৈছিল। বাবু ব্ৰজকিশোৰ প্ৰসাদে ছাপ্ৰাত ওকালতি আৰম্ভ কৰিছিল। তেওঁ নতুন আছিল আৰু বৰ উৎসাহী আছিল। অলপ দিনৰ ভিতৰতে মানুহৰ মাজত বিশেষকৈ উকীলখানাত তেওঁৰ কিছু প্ৰভাবো হয়। যদিও তেওঁৰ ঘৰ মোৰ গাৱঁৰ পৰা ছমাইল দূৰতহে তথাপি মই তেওঁক নাজানিছিলোঁ। মই যেতিয়া ছাপ্ৰালৈ আহোঁ তেওঁ ককাইদেউৰ সৈতে আলোচনা কৰি এখন সৰুসুৰা চাহ মেলৰ বন্দবস্ত কৰিছিল আৰু চাহ-মেললৈ মোকো মাতিছিল। কিন্তু বেমাৰ পৰাৰ কাৰণে মই তাত যোগ দিব নোৱাৰিলোঁ।

ছাপ্ৰালৈ গৈ মই প্ৰথমতে ৰসিক বাবুৰ ওচৰলৈ গলোঁ। তেওঁ বৰ ৰং পাইছিল। তেওঁ আম আৰু মিঠাই খুৱালে। পৰীক্ষাৰ ফলাফল এনে ভাল হোৱাৰ কাৰণে মোৰ দায়িত্ব যে বহুত বাঢ়িল এই কথা তেওঁ মোক বহুত সময় বুজালে। বিশ্ববিদ্যালয়ত বিহাৰী ছাত্ৰ প্ৰথম হোৱা এয়ে প্ৰথম। বঙ্গদেশৰ ল'ৰাই এই কথা সহ্য নকৰে। তেওঁলোকে বহুত পৰিশ্ৰম কৰি হলেও এফ-এ পৰীক্ষাত মোক হৰুৱাবৰ কাৰণে যত্ন কৰিব। কিছুমান অসৎ লৰাই মোক অন্য ধৰণেৰেও বেয়া কৰিবৰ কাৰণে পিচ নুহুহঁকিব। এই কাৰণে কলিকতাত মই বৰ সাৱধানে আৰু সতৰ্ক হৈ থাকিব লাগিব আৰু পৰিশ্ৰম কৰি যি স্থান লাভ কৰিছোঁ সেই স্থান আগলৈও ৰাখিব লাগিব। মই সকলো খবৰ তেওঁক দি থকা উচিত আৰু কোনো প্ৰকাৰৰ হেলা বা গাফিলি কৰা উচিত নহয়। কলিকতা বৰ ডাঙৰ চহৰ। তাত খেল-ধেমালিও খুব বেচি আৰু বেয়া কথাও খুব বেচি। সকলোৰে পৰা দূৰত থাকি যিমান দৰ পাৰি কলেজলৈ গৈ পৰিশ্ৰম কৰি নিজৰ স্থান অটুট ৰখা উচিত। তেওঁৰ মনত এনে এটা ধাৰণা সোমাইছিল যে মই এতিয়াও যি কোনো উপায়েৰে এফ-এ পৰীক্ষাতো প্ৰথম হোৱা উচিত আৰু যদি হ'ব নোৱাৰোঁ তেন্তে বৰ বেয়া কথা হ'ব। এই কাৰণে তেওঁ বাৰে বাৰে এই কথাত জোৰ দিবলৈ ধৰিলে আৰু মোক বহুত বঢ়াই-বুজাই কলিকতালৈ যাবলৈ সাজু কৰালে। ঘৰ পাওঁতে পাওঁতে মোৰ জ্বৰ উঠিল আৰু কলিকতালৈ যোৱা স্থগিত হ'ল। কিছুদিনৰ পিচত অসুখ যেতিয়া ভাল হ'ল তেতিয়া ককাইদেউৰ লগত কলিকতা পালোঁগৈ।

কলিকতাত ককাইদেউ প্ৰথমৰ পৰাই ইডেন হিন্দু হষ্টেলত আছিল। তেওঁ কলেজত এম-এ ক্লাচত পঢ়িছিল আৰু বিজন কলেজত বি-এল

পঢ়িছিল। মযো তেওঁৰ লগতে তালৈ গলোঁ। এয়ে মোৰ কলিকতালৈ যোৱা প্ৰথম। তাৰ ঘৰ-দুৱাৰ, বাট-পথ, ট্ৰাম গাড়ী ইত্যাদি দেখি মই স্তম্ভিত হলোঁ আৰু যেতিয়া হষ্টেল পালোঁগৈ তেতিয়া হষ্টেলটো মই ছাপ্ৰাত থকা ঘৰৰ তুলনাত প্ৰাসাদ যেন লাগিল। মই ইমান পলমকৈ পাইছিলোঁগৈ যে হষ্টেলত ল'ৰা একেবাৰে খুন্দ খাই ভৰি আছিল আৰু ক'তো অকনো খালি ঠাই নাছিল। মই ককাইদেউৰ লগত তেওঁৰ কোঠাতে আছিলোঁ। যেতিয়া প্ৰেছিডেন্সী কলেজ পালোঁগৈ গম পালোঁ যে তালৈকো যথেষ্ট ল'ৰা আহিল আৰু নতুন ল'ৰাৰ নাম লগোৱা বন্ধ হৈ গৈছে। ডক্টৰ পি. কে. ৰায় প্ৰিন্সিপেল আছিল। ককাইদেৱে তেওঁৰ লগত দেখা কৰিলে আৰু তেওঁ মোক নাম লগাবৰ কাৰণে অনুমতি দিলে। কলেজত নাম লগালো হয় কিন্তু হষ্টেলত হ'লে ঠায়েই নাছিল। তাৰ কাৰণে চেষ্টা কৰা হ'ল আৰু যিটো কোঠাত ককাইদেউ আছিল তাতে চাৰিজনৰ ঠাইত পাঁচজনৰ কাৰণে বিচনাৰ যোগাৰ কৰা হ'ল আৰু মই তাতে থাকিবলৈ ললোঁ।

যেতিয়া মই কলেজলৈ গলোঁ তাতো এক বেলেগ দৃশ্য। মই একেলগে শুদা মূৰেৰে ইমানবোৰ বঙালী ল'ৰা কেতিয়াও দেখাই নাছিলোঁ। তাৰে ভিতৰত কিছুমান কোট-পটলুং-হেট পিন্ধা ল'ৰাও আছিল। এই ল'ৰাবিলাক বিলাতৰ পৰা ঘূৰি আহি বেৰিষ্টাৰী বা ডাক্তৰী ব্যৱসায় কৰি থকা মানুহৰ ল'ৰা। মই তেতিয়ালৈকে কোনো ভাৰতীয় ল'ৰাক হেট্-কোট পিন্ধা দেখাই নাছিলোঁ। এই কাৰণে মোৰ সন্দেহ হ'ল যে এই ল'ৰাবোৰ হয়তো এংলো-ইণ্ডিয়ান নহলে খ্ৰীষ্টান। কিন্তু যেতিয়া নাম মাতি গ'ল তেতিয়া বুজিলোঁ যে সিহঁত হিন্দুৱেই। সেই-দিনত এনে প্ৰথা আছিল যে মুছলমান ল'ৰাৰ নাম হ'লেই মাদ্ৰাচাৰ ল'ৰা বুলি জানিছিল কিন্তু এফ. এ. ক্লাচত পঢ়োঁতে প্ৰেছিডেন্সী কলেজতেই পঢ়িছিল। তেওঁলোকে মাহে ১২৲ টকাৰ ঠাইত ৪৲ টকাহে ফিজ দিব লাগিছিল আৰু তেওঁলোকৰ নাম বেলেগ ৰেজিষ্টাৰত লিখিছিল। অন্য কথাত তেওঁলোক প্ৰেছিডেন্সী কলেজৰ ছাত্ৰৰ পৰা কোনো বেলেগ নাছিল। তেওঁলোকৰ হষ্টেল বেলেগ আছিল। টুপী পিন্ধা ল'ৰা তাতেইহে দেখিবলৈ পালোঁ; অৱশ্যে দুই এক মাৰোৱাৰী ল'ৰাও টুপী পিন্ধিছিল। কলেজতো সকলো ল'ৰা একে লগে পঢ়িব নোৱাৰিছিল, সেই কাৰণে তিনটা ভাগ কৰি দিয়া হৈছিল। পঢ়া অৱশ্যে একে আছিল।

মই সেই সময়ত চাপকন্, পায়জামা আৰু টুপী পিন্ধি কলেজলৈ ক্লাচ কৰিবলৈ গৈছিলোঁ। এফ. এ. ত ইংৰাজী দ্বিতীয় ভাষা আৰু বুৰঞ্জী তৰ্কশাস্ত্ৰ, অঙ্কৰ উপৰিও সকলো ল'ৰাই পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন বিজ্ঞান পঢ়িব লাগিছিল। এফ. এ. ত ডাক্তৰ জে. চি. বসুৱে পদাৰ্থ বিজ্ঞান আৰু ডক্টৰ পি. চি. ৰায়ে ৰসায়ন বিজ্ঞান পঢ়ুৱাইছিল। মই নাম লগাই প্ৰথম দিনা যেতিয়া কলেজলৈ গলোঁ তেতিয়া মোৰ প্ৰথম ঘণ্টা ৰসায়ন বিজ্ঞান আছিল। ডাঃ পি. চি. ৰায় ক্লাচ লবলৈ আহিল। তেওঁ হাজিৰা ল'বলৈ আৰম্ভ কৰিলে। মই সকলোৰে পাচৰ এখন বেঞ্চত বহিছিলোঁ। প্ৰেছিডেন্সী কলেজৰ সকলো ল'ৰাৰে নাম মাতিলে আৰু সকলোৰে হাজিৰা দিলে। মই মোৰ নম্বৰ নাজানিছিলোঁৱেই। শেষলৈকে মই বাট চালোঁ; শেষৰ ল'ৰায়ো হাজিৰা দিলে আৰু তেওঁ ৰেজিষ্টাৰ বন্ধ কৰিব খুজিলে এনেতে মই ঠিয় হৈ কলোঁ যে মই মোৰ নম্বৰ নাজানোঁ। তেওঁ মোলৈ মূৰ তুলি চালে আৰু ক'লে—ব'বা, মই মাদ্ৰাচাৰ ল'ৰাৰ হাজিৰা লোৱা নাই আৰু এইদৰে কৈয়েই টপ্‌কৰে দ্বিতীয় ৰেজিষ্টাৰ খন তুলি ল'লে। মই বুজিলোঁ যে পায়জামা আৰু টুপী পিন্ধাৰ কাৰণে তেওঁ মোক মুচলমান ল'ৰা বুলি ভাবিলে। মই ক'লো যে মই মাদ্ৰাচাত নপঢ়োঁ, প্ৰেছিডেন্সী কলেজত আহিহে নাম লগাইছোঁ' আৰু সেইকাৰণে নম্বৰ নাজানোঁ। তেওঁ মোৰ নাম সুধিলে আৰু যেতিয়া মই মোৰ নাম ক'লোঁ সকলো ল'ৰাই মুখ ঘূৰাই মোৰ ফালে চাবলৈ ধৰিলে কিয়নো তেওঁলোকে মোৰ নামৰ এটা ল'ৰাই সেই বছৰ বিশ্ববিদ্যালয়ত প্ৰথম হৈছে বুলি জানে। ডক্টৰ ৰায়ে ক'লে যে নাম তেতিয়াও ভৰোৱা হোৱা নাই আৰু যেতিয়া নাম ৰেজিষ্টাৰত লিখিব তেতিয়া পিচৰ বাৰত তেওঁ সেই-দিনাৰ হাজিৰা দি দিব। পুনৰ তেওঁ ইমান পলমকৈ মোৰ নাম লগোৱাৰ কাৰণ সুধিলে আৰু এই দৰেই তেওঁৰ লৈতে মোৰ প্ৰথম পৰিচয় হয় আৰু অন্যান্য সহপাঠী সকলে মোক প্ৰথম বাৰ দেখিলে।

হিন্দীজনা ল'ৰাৰ সংখ্যা ক্লাচত বৰ কমেই আছিল আৰু সম্ভৱতঃ মাৰোৱাৰী ছাত্ৰ দেবী প্ৰসাদ খৈতানৰ লগত দুই এদিনতে ঘনিষ্ঠতা হ'ল। ইয়াৰ এটা বিশেষ কাৰণ হ'ল তেৱেঁা মোৰ দৰে বিহাৰৰ পৰাই পাছ কৰি আহিছিল; তেওঁৰ দেউতাক বিহাৰত জেইলাৰ আছিল। বঙালী ল'ৰাৰ লগতো চিনা পৰিচয় আৰম্ভ হ'ল। তেওঁলোকৰ ভিতৰৰে কেইজনমানৰ লগত ঘনিষ্ঠতা খুব সোনকালেই হ'ল আৰু আজিলৈকে সেই ঘনিষ্ঠতা চলি আহিছে। দুই তিন জনৰ নাম ইয়াত দিওঁ: যোগেন্দ্ৰ

নাৰায়ণ মজুমদাৰ, বৰ্ত্তমান বঙ্গ দেশৰ ট্ৰেণিং কাউন্সেল ; গিৰীশ চন্দ্ৰ সেন, ডেপুটী কলেক্টৰ হ'ল আৰু এতিয়া গৱৰ্ণমেণ্টৰ ছেক্ৰেটেৰী ; আৰু অবিনাশ চন্দ্ৰ মজুমদাৰ গৱৰ্ণমেণ্টৰ ট্ৰেন্সলেটৰ। জে, এম, সেনগুপ্ত দুৰ্ভাগ্যবশত: আজি নাই কিন্তু তেৰোঁ মোৰ লগতে পঢ়িছিল আৰু সেই হষ্টেলতে আছিল।

কলেজলৈ মই এসপ্তাহমান যাবলৈ নৌপাওঁতেই আকৌ মেলেৰিয়া হ'বলৈ আৰম্ভ কৰিলে। ছাপ্ৰাতে যি মেলেৰিয়া হৈছিল সি আকৌ বেচি জোৰেৰে আৰম্ভ হ'ল। মই এমাহ তাত বেমাৰত পৰি থাকিলোঁ। হষ্টেলৰ ডাক্তৰে বহুতো চেষ্টা কৰিলে কিন্তু জ্বৰ সদায় উঠিছিল। কেতিয়াবা দুই-এদিন জ্বৰ এৰিলেও দুই-চাৰি দিনৰ পিচত আকৌ উঠে। ককাইদেউ বৰ চিন্তিত হ'ল। এদিন তাৰ টাউন হলত এখন ডাঙৰ সভা হোৱা কথা আছিল। লৰ্ড কাৰ্জ্জনৰ কোনো এটা কামৰ কাৰণে লোকমত প্ৰকাশ কৰিবলৈ বঙ্গদেশৰ ডাঙৰ ডাঙৰ নেতা আৰু বিখ্যাত বক্তাৰ বক্তৃতা হোৱাৰ কথা আছিল। সুৰেন্দ্ৰ নাথ বেনাৰ্জ্জী আদিৰ বক্তৃতা হোৱাৰ কথাও আছিল। দুই-তিন দিন মোৰ জ্বৰ নাছিল। সকলোৱে ভাবিলে মই ভাল হলোঁ। ককাইদেউ সকলো ল'বাৰ লগত সভালৈ গুচি গ'ল। মোৰ কোঠাত বা ওচৰৰ পাজৰৰ কোঠাতো কোনো নাছিল। মই অকলেই আছিলোঁ। জাৰ লাগিবলৈ ধৰিলে আৰু তাৰ পিচতে জ্বৰো উঠিল। মই শুই শুই ওচৰতে থকা থাৰ্ম্মোমিটাৰ দি জ্বৰ চাই থাকিবলৈ ধৰিলোঁ। জ্বৰ বাঢ়ি বাঢ়ি ১০৬° ডিগ্ৰীতকৈও বেচি হ'ল। মই ভয় খাই গ'লোঁ, কিন্তু কি কৰিম। ওচৰত কোনো নাছিল। কেতিয়াবা কেতিয়াবা এনে ভাব হৈছিল যে ককাইদেউৰ সৈতেও আৰু দেখা নহব। লাহে লাহে জ্বৰ কমিবলৈ ধৰিলে আৰু ককাইদেউ আহি পাওঁতে জ্বৰ একেবাৰে এৰিল। ককাইদেৱে যেনে অৱস্থাত এৰি থৈ গৈছিল ঠিক তেনে অৱস্থা আকৌ হ'ল। উভতি অহাৰ পিচত মই সকলো কথা তেওঁক কলোঁ। তেওঁ স্থিৰ কৰিলে যে তেতিয়াৰ পৰা মই ভালে থাকিলেও মোক এৰি ক'লৈকো নাযায়। এইদৰে বহুতদিন অতিবাহিত হ'ল আৰু দশহৰাৰ বন্ধৰ দিন ওচৰ চাপি আহিল। মই ইমান দিনে কেৱল চাৰি পাঁচদিনহে কলেজলৈ যাব পাৰিছিলোঁ।

বন্ধত কোনোৰকমে ঘৰলৈ আহিলোঁ। ঘৰলৈ আহি মই সুস্থ হলোঁ। বন্ধ প্ৰায় এমাহ হৈছিল। ঘৰত গা টঙাই কলিকতালৈ গলোঁ আৰু কলিকতা গৈ পোৱাৰ লগে লগে আকৌ জ্বৰ আৰম্ভ হ'ল। মোৰ বৰ ভয়

লাগিল। ককাইদেউও বৰ চিন্তাত পৰিল। সেই সময়ত এটা নিয়ম আছিল যে কলেজত যিমান লেক্চাৰ দিয়ে তাৰ এক নিৰ্দ্দিষ্ট অনুপাতৰ সংখ্যাৰ লেক্চাৰত উপস্থিত থাকিব লাগে নহলে বিশ্ববিদ্যালয়ে পৰীক্ষা দিবলৈ অনুমতি নিদিয়ে। ভয় হ'ল যে ইমানদিন অনুপস্থিত থকাৰ পিচত হাজিৰা পূৰা নহব আৰু পৰীক্ষা দিবলৈ অনুমতিয়েই নাপাম। ইয়াৰ উপৰিও মোৰ পঢ়া খতি হৈছিলেই। কেতিয়াবা কেতিয়াবা ভাবিছিলোঁ যে কলিকতাৰ পৰা এলাহাবাদলৈ গুচি যাওঁ। ইয়াতো অসুবিধা আছিল যে বছৰৰ মাজতে এটা বিশ্ববিদ্যালয়ৰ পৰা আন এটা বিশ্ববিদ্যালয়লৈ যাবলৈ দুয়োটা বিশ্ববিদ্যালয়ৰ পৰা অনুমতি পামনে নাপাম আৰু তালৈ গৈও হাজিৰা পূৰা কৰিব নোৱাৰিলে এটা বছৰ এনেয়ে নষ্ট হ'ব। ৰসিক বাবুৱে মোক নিজৰ স্থান অটুট ৰাখিবলৈ কোৱা কথাও মনলৈ আহে আৰু মনটো বৰ বেয়া লাগে। কিন্তু মই নিৰুপায় আছিলোঁ। একোৱেই কৰিব নোৱাৰিছিলোঁ। অৱশেষত ককাইদেৱে মোক ডাক্তৰ নীলৰতন চৰকাৰৰ ওচৰলৈ লৈ গ'ল। তেওঁ দৰবৰ তালিকা দিলে। জ্বৰ এৰিলে আৰু মই ভাল হৈ উঠিলোঁ। সেই দৰবৰ তালিকা প্ৰায় এবছৰলৈ ব্যৱহাৰ কৰিলোঁ। এই এবছৰত কিমান কুইনাইন খালোঁ তাৰ লেখ-জোখ নাই। হোমিওপেথিক ডাক্তৰে ২৫।২৬ বছৰৰ পিচত ক'লে যে আজি মোৰ যি উদ্ফাই বেমাৰ ই সেই কুইনাইনৰে ফল। ক'ব নোৱাৰোঁ কোনটো সঁচা।

আৰোগ্য হোৱাৰ পিচত মই খুব পৰিশ্ৰম কৰি পঢ়িবলৈ ধৰিলোঁ। পঢ়াত মই তিনি চাৰি মাহ পিচ পৰি গৈছিলোঁ। সেইখিনি পূৰা কৰিব লগা হৈছিল আৰু লগতে বিশ্ববিদ্যালয়ত যাতে স্থান হেৰুৱাব লগা নহয় তাকো চিন্তা কৰিছিলোঁ। প্ৰত্যেক বিষয়টোতে যাতে প্ৰথম হ'ব পাৰোঁ সেই কথা মনত ৰাখি পঢ়িবলৈ ধৰিলোঁ। মই ক্লাচত পঢ়োৱা প্ৰত্যেক বিষয়ৰ কিতাপটোৰ উপৰিও আৰু প্ৰায় তিনি চাৰিটা কিতাপ পঢ়ি গ'লোঁ। মই গণিতত অলপ দুৰ্ব্বল আছিলোঁ সেই কাৰণে সেই বিষয়ত বেচি মনোযোগ দিলোঁ আৰু বীজগণিত, ত্ৰিকোণমিতি, কৌনিক চেক্সচনৰ যিমান কিতাপ পাব পাৰি আৰু সেইবোৰত যিমান উদাহৰণ দিছিল এটা এটাকৈ সকলোবোৰ কৰি ললোঁ। তেতিয়ালৈকে বিশ্ববিদ্যালয়ত যিমান প্ৰশ্ন আহিছিল প্ৰত্যেকটোকে তেনেকৈয়ে কৰি গলোঁ।

এফ-এ পাছ কৰি মোৰ বিজ্ঞান পঢ়াৰ ইচ্ছা আছিল। ডক্টৰ জে,চি, বসু আৰু ডক্টৰ পি,চি, ৰায়ৰ পঢ়ুৱাৰ নিয়ম ইমান ভাল আছিল যে সেই

বিষয় বিলাকত বৰ ৰাপ বহিছিল আৰু বেচিকৈ জানিবলৈ ইচ্ছা হৈছিল। অৱশ্যে বুৰঞ্জীৰ অধ্যাপক বিনয়েন্দ্ৰ সেনো অকল ভাল শিক্ষকেই নাছিল এজন ভাল ভদ্ৰলোকো আছিল। তেওঁ মোক বৰ মৰম কৰিছিল আৰু বেমাৰ পৰি থাকোঁতে মোক হষ্টেলত চাই গৈছিলহি! কিন্তু বিজ্ঞানৰ প্ৰতিহে ৰাপ বেচি আছিল। সেই বিষয়বোৰ পঢ়ি বৰ ভাল লাগিল আৰু কিতাপত যিমান কথা পালোঁ পঢ়ি গলোঁ। সেই সময়ত এফ-এ ক্লাচৰ লৰাই লেবৰেটৰীত প্ৰেক্টিকেল কৰিব লগা নহৈছিল ; কিতাপৰ জ্ঞানেই যথেষ্ট বুলি ভবা হৈছিল। মই প্ৰায় বি-এছ্-চি ক্লাচলৈকে পঢ়োৱা কিতাপৰ জ্ঞান আহৰণ কৰিবলৈ চেষ্টা কৰিছিলোঁ। এটাই মাত্ৰ অসুবিধা হৈছিল। ওপৰলৈ গ'লে গণিতৰ আৰু বেচি আৱশ্যক হ'ব আৰু ইমান পৰিশ্ৰমৰ পিচতো মই গণিত ভালকৈ বুজিব নোৱাৰিছিলোঁ। সেই কাৰণে গণিতত মই বেচি পৰিশ্ৰম কৰিছিলোঁ।

এইদৰে দুবছৰ অতিবাহিত হ'ল। পৰীক্ষাৰ দিন চমু চাপি আহিল। কেইজনমান বঙালী সহপাঠীৰ লগত বন্ধুত্ব হৈছিল। ৰসিক বাবুৱে মোক যি ভয়ৰ কথা কৈছিল মই ক'তো তাৰ কোনো আভাস নাপালোঁ। বন্ধু-সকলৰ লগত বৰ আনন্দ আৰু মিলা-প্ৰীতিৰে দিন কটালোঁ। ক'তো মই বেয়া নেদেখিলোঁ আৰু মই কাৰো কু-ভাবৰ গৰাহতো পৰিব লগা নহৈছিল। সকলোৰে লগত সহৃদয়তা বাঢ়ি গ'ল আৰু কেইজনমানৰ লগততো বেচ ঘনিষ্ঠতাই হ'ল। আজিও তেওঁলোকক লগ পালে এনেহে লাগে যেন সেইবোৰ কালিৰহে কথা।

বিশ্ববিদ্যালয়ৰ পৰীক্ষা হোৱাৰ আগতে কলেজৰ ফালৰ পৰা পৰীক্ষা লোৱা হয়। সেই পৰীক্ষা হ'ল আৰু মই প্ৰায় প্ৰত্যেক বিষয়তে সকলোতকৈ বেচি নম্বৰ পালোঁ। এটা কি দুটা বিষয়ৰ লেক্চাৰত যিমান হাজিৰা হব লাগে সিমান নাছিল। বিশ্ববিদ্যালয়ৰ নিয়ম যাতে মোৰ পৰীক্ষাৰ প্ৰতিবন্ধক নহয় আৰু অনুপাত অনুসৰি হাজিৰা থাকে তাৰ কাৰণে অধ্যাপকে অনুগ্ৰহ কৰি কিছু বেচি লেক্চাৰ দিলে। পৰীক্ষা দিয়াৰ পূৰ্ব্বে এটা মজাৰ ঘটনা ঘটিল। মই প্ৰায় প্ৰত্যেক বিষয়তে সকলোতকৈ বেচি নম্বৰ পাইছিলোঁ কিন্তু কলেজৰ পৰীক্ষাৰ ফলাফল ঘোষণা কৰোঁতে ক'লে যে মোক বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবলৈ অনুমতি দিয়া নহ'ব। সেই সময়ত এজন ইংৰাজ প্ৰিন্সিপেল আহিছিল। তেওঁ নিজে পৰীক্ষাৰ ফলাফল দিবলৈ আহিল। সকলো ল'ৰা তাত গোট খাই আছিল। তেওঁ এটা এটাকৈ নাম ক'বলৈ ধৰিলে। মোৰ নামহে নক'লে।

যিখন লিষ্ট কৰিছিল তাত ভুলতেহে মোৰ নাম বাদ পৰি গ'ল—মোৰ নাম লিখা নাছিল। যেতিয়া মোৰ নাম নামাতিলে তেতিয়া সকলো আচৰিত হ'ল। মইতো ভয় খাই গ'লোঁ। মোৰ নাম নাই যেন বুলি মই ক'লোঁ। প্ৰিন্সিপেলেতো এফ-এত পঢ়ুৱাই নাই সেইকাৰণে কোনো ল'ৰাকে চিনি নাপায়। সোধাত তেওঁ টপ্ কৰে উত্তৰ দিলে—তুমি পাছ কৰা নাই সেই কাৰণে নাম যেন নাই। মই আকৌ ক'লোঁ যে এনে কথা হবই নোৱাৰে মই নিশ্চয় পাছ কৰিছোঁ। তেওঁ উত্তৰ দিলে—এনে হ'ব নোৱাৰে, পাছ কৰা হ'লে নাম নিশ্চয় থাকিলহেঁতেন। মই আকৌ ক'বলৈ বিচাৰিলোঁ কিন্তু তেওঁ খং কৰি ক'লে—মনে মনে থাকাঁ নহলে মই তোমাক জৰীমনা কৰিম। মই বুকুত সাহ বান্ধি পুনৰ কিবা এটা ক'ব খুজিলোঁ। তেওঁ উত্তৰ দিলে, তোমাক পাঁচ টকা জৰীমনা কৰিছোঁ। মই আকৌ মাতিলোঁ। উত্তৰ দিলে, দহ টকা জৰীমনা। এইদৰে নিলামত ডাক হোৱাদি পাঁচ পাঁচ টকাকৈ বাঢ়ি গৈ বিশ নে পঁচিশ টকা পালেগৈ। এটা তামাচা হৈছিল। মই ভাবি পোৱা নাই কি কৰোঁ। এনেতে মোক চিনি পোৱা কলেজৰ হেড্ ক্লাৰ্কে তেওঁৰ পিচত ঠিয় হৈ মোক মনে মনে থাকিবলৈ ইঙ্গিত দিলে আৰু বুজালে যে সকলো ঠিক হৈ যাব। মই মনে মনে থাকিলোঁ।

পিচদিনা ফৰ্ম আদি যি ভৰাব লাগে সেইবোৰ ভৰাই ফিজ দি দিলো। কোনেও একোকে নুসুধিলেই। ক্লাৰ্কজনে ভুল সুধৰাই দিলে কিন্তু প্ৰিন্সিপেলক তেওঁৰ ভুল বা নিজৰ ভুলৰ কথা ক'লেনে নাই মই ক'ব নোৱাৰোঁ। জৰীমনাতো কোনেও আকৌ বিচৰাই নাছিল আৰু মই নিজেও দিবলৈ চেষ্টা কৰা নাছিলোঁ। অৱশ্যে এই কথাই মোক ছাপ্ৰাৰ ড্ৰইং মাষ্টৰে এন্ট্ৰেন্স পৰীক্ষা দিবলৈ অনুমতি দিওঁতে যি বাধা দিছিল সেই কথা আকৌ মোৰ মনত পেলাই দিছিল।

এফ-এ পৰীক্ষাৰ কাৰণে মই খুব পঢ়িবলৈ ধৰিলোঁ। পৰীক্ষাৰ ফলাফল একৰকম ঠিকেই হৈছিল। একৰকম ঠিকেই হৈছিল বুলি এই কাৰণেই কৈছোঁ যে যদিও মই প্ৰথম হৈছিলোঁ তথাপি মোৰ বিজ্ঞান আৰু গণিতত সকলোতকৈ বেচি নম্বৰ পোৱাৰ ইচ্ছা পূৰা নহ'ল। এই কিটা বিষয়ত বেচি পৰিশ্ৰম কৰিছিলোঁ। কিন্তু যেতিয়া পৰীক্ষাৰ খবৰ ওলাল তেতিয়া জানিবলৈ পালোঁ যে ইংৰাজী, লজিক আৰু কাৰ্চীত মই সকলোতকৈ বেচি নম্বৰ পাইছোঁ আৰু বাকী বিলাকত অন্যতকৈ অলপ অলপ নম্বৰৰ কাৰণেহে পাচ পৰিলোঁ কিন্তু সকলো মিলাই অন্য

সকলোতকৈ ওপৰ হলোঁ। এন্ট্ৰেন্স পৰীক্ষাত সকলোতকৈ বেচি নম্বৰ পোৱাৰ কাৰণে মাহে ২০৲ টকাৰ বৃত্তিৰ উপৰিও ইংৰাজীত প্ৰথম হোৱাৰ বাবে এবছৰৰ কাৰণে মাহে ১০৲ টকাৰ এটা বৃত্তি পাইছিলোঁ। এফ-এত প্ৰথম হোৱাৰ কাৰণে ২৫৲ টকাকৈ দুবছৰলৈ এটা বৃত্তি পালোঁ। ইয়াৰ উপৰিও ইংৰাজীত প্ৰথম হোৱাৰ কাৰণে মাহে ১০৲ টকাৰ এটা বৃত্তি পালোঁ আৰু ভাষাৰ ভিতৰত প্ৰথম হোৱাৰ কাৰণে মাহে ১৫৲ টকাৰ 'ডাফ্ স্কলাৰশ্বিপ' পালোঁ। লজিকত প্ৰথম হোৱাৰ কাৰণে কিতাপৰ পুৰস্কাৰ দিলে। ইয়াৰ পৰা মই ইয়াকে বুজিলোঁ যে মই গণিতত সফল হ'ব নোৱাৰিম আৰু এই কাৰণে বিজ্ঞানো মোৰ কাৰণে টান হ'ব।

পৰীক্ষাৰ খবৰ ওলোৱাৰ পিচত মই আগৰ সিদ্ধান্ত ত্যাগ কৰিলোঁ আৰু বিজ্ঞানৰ ফালে নগৈ বি-এ ক্লাচত নাম লগালোঁ। সেই দিনত এফ-এ লৈকে সকলো ছাত্ৰৰে পাঠ্য একেই আছিল। সকলো বিষয় পঢ়িব লাগিছিল আৰু তাৰ পিচত কোনোৱে বি-এছ্-চিত নাম লগাই বিজ্ঞান পঢ়িছিল আৰু কোনোৱে বি-এত নাম লগাই ইংৰাজী, দৰ্শন পঢ়িছিল। বি-এত নাম লগোৱাৰ পিচত ডক্টৰ পি, চি, ৰায়ৰ লগত দেখা হ'ল। তেওঁ সুধিলে—তুমি বিজ্ঞান শ্ৰেণীত কিয় নাম নলগালা? মই ক'লো যে মই গণিতত দুৰ্ব্বল। তেওঁ ক'লে, তুমি মোক কিয় নসুধিলা; ময়ো গণিত কম জানোঁ কিন্তু সেই কাৰণে মই বিজ্ঞানলৈ ভয় নকৰোঁ। তেওঁ বেয়া পাইছিল কিন্তু এতিয়া আৰু বহুত দেৰি হ'ল আৰু বিষয় সলাবলৈ টান হ'ল।

দুবছৰলৈকে ৰসিক বাবুৰ কথা মনত ৰাখি মই বৰ মনোযোগেৰে পঢ়ি প্ৰথম হ'বলৈ চেষ্টা কৰিলোঁ আৰু মোৰ সেই চেষ্টা সফল হ'ল। ৰসিক বাবু ইয়াৰ মাজতে বদলি হৈ কলিকতালৈ আহিছিল। দেখা কৰিলত বৰ ভাল পালে। কেতিয়াবা কেতিয়াবা গৈ তেওঁক দেখা কৰোঁ। কিছুদিনৰ পিচত তেওঁৰ মৃত্যু হ'ল।

## ৯। পৰীক্ষাৰ প্ৰতি অশ্ৰদ্ধা

বি-এ ক্লাচ পাই মোৰ অৱস্থাৰ কিছু সলনি হ'ল। পৰীক্ষাৰ প্ৰতি মোৰ হেঁপাহ কমিবলৈ ধৰিলে। অন্য কথাৰ প্ৰতি মোৰ মন ঢাল খালে। ক্লাচত যিহকে পঢ়াই তাকে বৰ মনোযোগেৰে শুনা মোৰ সৰুৰে পৰা অভ্যাস আছিল। ক্লাচৰ সময়খিনি মই কেতিয়াও নষ্ট হবলৈ নিদিছিলোঁ। ইয়াৰ এটা কাৰণ আছিল যে ঘৰত পঢ়োৱা বা বুজোৱা মাষ্টৰ নাছিল। এই কাৰণে সকলো কথা ক্লাচত মাষ্টৰে বুজোৱাৰ ওপৰতে নিৰ্ভৰ কৰিছিল। পিচলৈ এনে অভ্যাসেই হৈ গ'ল। কলেজতো একে কথাই। নাম লগাওঁতেই কথা উঠিল যে অনাৰ্চ কোন বিষয়ত লোৱা যায়। সেইদিনত বি-এত তিনটা বিষয় আছিল। ইংৰাজী আৰু দৰ্শন লবই লাগিছিল আৰু তৃতীয়টো বিষয় ছাত্ৰই নিজে বাচি ল'ব পাৰিছিল; কিন্তু এবাৰ বাচি লোৱাৰ পিচত সেই বিষয়টোও অন্য বিষয়ৰ দৰে পঢ়িব লাগে আৰু তাতো পৰীক্ষা পাছ কৰিব লাগে। মই বুৰঞ্জী আৰু অৰ্থনীতি বাচি ল'লোঁ। সেইদিনত অনাৰ্চৰ কাৰণে বেচি কিতাপ পঢ়িব লাগিছিল আৰু অনাৰ্চৰ কাৰণে পৰীক্ষা বেলেগ হৈছিল। অনাৰ্চ বিষয়ৰ পৰীক্ষা বেচি টান আছিল আৰু ক্লাচ লেক্‌চাৰো বেচি হৈছিল। কোনোৱে ইচ্ছা কৰিলে একাধিক বিষয়ত অনাৰ্চ ল'ব পাৰে। এতিয়া মোৰ বেলিকা প্ৰশ্ন হ'ল যে মই কোন বিষয়ত অনাৰ্চ লওঁ—দুটাত নে তিনিওটাতে। মই প্ৰথমে একো স্থিৰ কৰিব নোৱাৰিলোঁ আৰু তিনটা বিষয়ৰ অনাৰ্চ ক্লাচলৈকে যাবলৈ ললোঁ।

মোৰ বন্ধু ৰামানুগ্ৰহ এফ-এ পঢ়িবলৈ ছাপ্ৰাৰ পৰা অন্য কলেজলৈ গৈছিল আৰু বি-এ পঢ়িবলৈ তেওঁ প্ৰেছিডেন্সী কলেজলৈ আহিল। তেওঁ স্থিৰ কৰিলে যে আমি দুয়ো তিনিওটা বিষয়তে অনাৰ্চ ল'ব লাগে। তেওঁ নিজে নিজে তিনটা বিষয়ত অনাৰ্চ ললেও। বি-এ পৰীক্ষাৰ মাহে ৫০৲ টকা আৰু ৪০৲ টকাৰ দুটা বৃত্তি আছিল। কেৱল অনাৰ্চৰ নম্বৰৰ ওপৰতহে বৃত্তি পাইছিল। গতিকে তেওঁৰ মত যে তিনিওটা বিষয়তে অনাৰ্চ ল'ব লাগে। কিন্তু এনে হয় যে এটা বা দুটা বিষয়তে অনাৰ্চত ইমান বেচি নম্বৰ পায় যে তিনটা বিষয়ৰ নম্বৰতকৈও বেচি হৈ যায়। এনে অৱস্থাত দুটা বিষয়ত অনাৰ্চ থকা

ল'বাৰেই সেই বৃত্তি পায়। মোৰ ভয় হৈছিল যে তিনটা বিষয়ত অনাৰ্চ ল'লে বহুত পৰিশ্ৰম কৰিব লাগিব। কিছুদিনলৈ একো থিক কৰিব নোৱাৰিলোঁ। তিনিওটা বিষয়ৰ ক্লাচলৈকে গৈ থাকিলোঁ। ঘটনাক্ৰমে সেই দিনত দৰ্শনৰ প্ৰফেচাৰে এনে নীৰস ধৰণেৰে পঢ়াইছিল যে সেই বিষয়টোত মোৰ মন বহা নাছিল। আনহাতে ইংৰাজী আৰু বুৰঞ্জীৰ প্ৰফেচাৰ মিষ্টাৰ পাচিৱাল আৰু বিনয় বাবুৱে নিজ নিজ বিষয় বৰ সুন্দৰ ভাৱে পঢ়াইছিল। সেই কাৰণে তেওঁলোকৰ ক্লাচত খুব মন বহিছিল।

মই স্থিৰ কৰিলোঁ যে ইংৰাজী, বুৰঞ্জী আৰু অৰ্থনীতিতেই অনাৰ্চ লম। ৰামানুগ্ৰহ আৰু আন এজন ছাত্ৰইহে তিনটা বিষয়ত অনাৰ্চ পঢ়িছিল। কিছুদিনৰ পিচত ডক্টৰ পি, কে, ৰায়ে দৰ্শন পঢ়াবলৈ ল'লে। তেওঁৰ পঢ়োৱাৰ নিয়ম ইমান সুন্দৰ আৰু মনোগ্ৰাহী আছিল যে মই দেখিলোঁ আটাইতকৈ সহজ বিষয় দৰ্শনহে। তেওঁৰ লেক্‌চাৰ ইমান ভাল আছিল যে মনোযোগেৰে শুনিলে কিতাপ পঢ়াৰ আৱশ্যকতাই নাথাকে। পৰীক্ষাত সকলো বিষয়তে পাছ কৰিবই লাগিছিল আৰু ওপৰত কৈ অহা মতে বৃত্তিৰ কাৰণে অনাৰ্চৰ নম্বৰহে চাইছিল আৰু প্ৰকৃততে তাৰ ওপৰত বেচি চকু দিছিল। সেই কাৰণে মই ডক্টৰ ৰায়ৰ লেক্‌চাৰ শুনাৰ বাহিৰে দৰ্শনৰ ওপৰত বৰ জোৰ নিদিছিলোঁ। কিন্তু তেওঁৰ পঢ়োৱা ইমান ভাল আছিল যে কিতাপ নপঢ়াকৈয়ে মই সেই বিষয়ত ইমান জ্ঞান লাভ কৰিছিলোঁ যে পৰীক্ষা পাছ কৰিব পাৰোঁ। পিচত খেদো হৈছিল যে যদি এই বিষয় ললোঁহেঁতেন তেন্তে কম পৰিশ্ৰম কৰিয়েই তৃতীয় বিষয়তো অনাৰ্চ হৈ গ'লহেঁতেন।

এইদৰে কিছুদিন কলেজত খুব মনোযোগেৰে পঢ়িবলৈ ধৰিলোঁ। কিন্তু এনে কিছুমান ঘটনা হ'ল যে পৰীক্ষাত ভাল ফল কৰাৰ পৰা মন আঁতৰি গ'ল আৰু অন্যফালে ঢাল খালে। সেই সময়ত শ্ৰীসতীশচন্দ্ৰ মুখাৰ্জীয়ে "ডন ছোচাইটি" নামেৰে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিল। ছাত্ৰ সেই অনুষ্ঠানৰ সভ্য হৈছিল। তেওঁলোকে একো দিব নালাগিছিল। এই অনুষ্ঠানৰ উদ্দেশ্য আছিল পঢ়াত ছাত্ৰসকলক সহায় কৰা আৰু তেওঁলোকৰ চৰিত্ৰ গঠনত আৰু দেশৰ কথা জনাত সহায় কৰা। অনুষ্ঠানত সামাজিক সেৱা কৰাৰ নিয়মো আছিল আৰু ইয়াক শিক্ষাৰ এটা অঙ্গ বুলি ভবা হৈছিল। প্ৰত্যেক সপ্তাহতে দুসন্ধ্যা ক্লাচ হয় আৰু তাত দটা লেক্‌চাৰ দিয়া হয়। এটা লেক্‌চাৰ বিবিধ বিষয়ৰ আৰু এটা গীতাৰ বিষয়ে। গীতাৰ ক্লাচ পণ্ডিতে লৈছিল আৰু তেওঁ বৰ

সহজ নিয়মেৰে গীতা বুজাইছিল। অন্যটো ক্লাচত সতীশ বাবুৱে নিজে লেক্‌চাৰ দিছিল আৰু অন্য মানুহ আনি তেওঁলোকৰ দ্বাৰা লেক্‌চাৰ দিয়াইছিল। সেই ক্লাচত কেতিয়াবা কেতিয়াবা কলেজৰ এন, এন, ঘোষ নামৰ এজন প্ৰিন্সিপেল, কেতিয়াবা চিষ্টাৰ নিবেদিতা, কেতিয়াবা অন্য কোনো মানুহে লেক্‌চাৰ দিছিল। থিক সময়ত যাব লাগিছিল আৰু হাজিৰা লোৱা হৈছিল। লেক্‌চাৰ দিয়াৰ আগতে সকলো ল'ৰাকে লেক্‌চাৰৰ নোট ল'বৰ কাৰণে কাগজ আৰু পেন্সিল দিছিল। দুটা পকাবন্ধা বহী দিছিল আৰু তাত দুয়োটা লেক্‌চাৰৰ সাৰাংশ লিখি দিব লাগিছিল। সতীশ বাবুৱে এই বহী বোৰ ঘৰলৈ লৈ গৈ পঢ়ে আৰু ভুল ভ্ৰান্তি থাকিলে শুধৰাই দিয়ে আৰু প্ৰত্যেককে বেলেগে বেলেগে মাতি ভুলবোৰ কৈ দিয়ে। লেক্‌চাৰৰ বিষয় বৰ ভাল আছিল আৰু সেই লেক্‌চাৰৰ পৰা বিদেশৰ জ্ঞান বাঢ়িছিল আৰু চৰিত্ৰতো সেইবোৰৰ প্ৰভাৱ পৰিছিল। লেক্‌চাৰ শুনাৰ পিচত নোটৰ সহায়ত নিজৰ ভাষাত পুনৰ লিখাৰ অভ্যাস সকলো পিনৰ পৰাই ভাল আছিল। ইয়াৰ পৰা বিশ্ববিদ্যালয়ৰ পৰীক্ষাতো সহায় হৈছিল। বছৰৰ শেষত সতীশ বাবুৱে সকলো বহী কোনো এজন ডাঙৰ মানুহৰ ওচৰলৈ পঠাই দিয়ে আৰু তেওঁ বহীবোৰ চাই যাৰ কাম আটাইতকৈ ভাল হয় তেওঁক বৃত্তি আৰু পুৰস্কাৰ দিয়ে। দেশী কাপোৰ আৰু অন্য বস্তুৰ এখন সৰু দোকান খুলি তাৰ দেখা-শুনাৰ ভাৰ সভ্য সকলৰ ওপৰত দিয়া হৈছিল। এইদৰে গঠনমূলক কামৰ দ্বাৰা সেৱা কৰা হৈছিল। সেই দোকান গধূলি দুঘণ্টা খোলা থাকে আৰু বেচা-কিনা, হিচাব আদি ৰখা সভ্য সকলৰ দায়িত্ব আছিল।

মই কেনেবাকৈ এই ছোচাইটিৰ এটা লেক্‌চাৰত উপস্থিত আছিলোঁ। সকলো কথাই বৰ ভাল লাগিল। মই এই অনুষ্ঠানত যোগ দিলোঁ। সতীশ বাবুৱে কৃপা কৰিছিল আৰু আজিও তাৰ ফল ভোগ কৰিছোঁ। সতীশবাবু বিশ্ববিদ্যালয়ৰ এজন কৃতী ছাত্ৰ আছিল। চাৰ আশুতোষ মুখাৰ্জীয়ে পাছ কৰা বছৰতেই তেৰেঁা বি-এ পাছ কৰিছিল। পঢ়াৰ সময়ত তেওঁ স্বামী বিবেকানন্দৰ বন্ধু আছিল। তেওঁ ওকালতি আৰম্ভ কৰিছিল কিন্তু অল্প দিনৰ পিচতে এৰি দিলে আৰু এনে বাজহুৱা কামত আত্মনিয়োগ কৰিলে। তেওঁ বিয়া কৰোৱা নাছিল। তেওঁ চিন্তা কৰি পালে যে ছাত্ৰসকলৰ জীৱন শুধৰাব লাগে আৰু এই কাৰণেই তেওঁ ডন ছোচাইটি প্ৰতিষ্ঠা কৰিলে। এই কামত তেওঁ নিজৰ

এন, এন, ঘোষ, চিষ্টাৰ নিবেদিতা, চাৰ গুৰুদাস বানাৰ্জ্জী আদি মহান ব্যক্তি সকলৰ সহায় আৰু সহানুভূতি পাইছিল। ছোচাইটিলৈ যোৱাৰ কাৰণে মোৰ ক্লাচত নপঢ়া অথচ বিশ্ববিদ্যালয়ত নাম কৰা কিছুমান ছাত্ৰৰ লগত ঘনিষ্ঠতা হ'ল যেনে, বিখ্যাত বিদ্বান আৰু লিখক বিনয় কুমাৰ চৰকাৰ আৰু অলপতে স্বৰ্গী হোৱা বিপন কলেজৰ প্ৰিঞ্চিপেল ৰবীন্দ্ৰনাৰায়ণ ঘোষ।

মোৰ মনত আছে যে বছৰৰ শেষত ডন ছোচাইটিৰ বৃত্তি আৰু পৰস্কাৰ ময়েই পাইছিলোঁ আৰু সভাত চাৰ গুৰুদাস বানাৰ্জ্জীয়ে উৎসাহপূৰ্ণ কথাৰে সৈতে মোক সেই পুৰস্কাৰ দিছিল। ছোচাইটিলৈ যোৱাত চিন্তাধাৰাৰ আলোচনা খুব হ'ল। পৰীক্ষাৰ প্ৰতি শ্ৰদ্ধা কমি গ'ল আৰু ৰাজহুৱা কামৰ প্ৰতি মন ঢাল খালে। কিন্তু ল'ৰাকালৰে পৰাই এনেবিলাক কথাৰ প্ৰতি মোৰ মন ঢাল খাইছিল। স্কুলত পঢ়োঁতে এখন তৰ্ক-সভা স্থাপন কৰিছিলোঁ আৰু তাত প্ৰতি দেওবাৰে আমি গোটখাই নিজ নিজ প্ৰবন্ধ পঢ়িছিলোঁ আৰু বক্তৃতা দিছিলোঁ। ইয়ালৈ কেতিয়াবা স্কুলৰ মাষ্টৰকো মতা হৈছিল কিন্তু এই অনুষ্ঠান স্কুলৰ নাছিল স্বতন্ত্ৰ আছিল। এইদৰে কলিকতাতো আমি বিহাৰীসকলৰ বিহাৰী ক্লাব প্ৰতিষ্ঠা কৰিছিলোঁ আৰু তাত প্ৰতি দেওবাৰে গোটখাই প্ৰবন্ধ পাঠ কৰিছিলোঁ আৰু বক্তৃতা দিছিলোঁ। ইয়াৰ বাহিৰেও মই কলেজৰ ইউনিয়নতো অংশ গ্ৰহণ কৰিছিলোঁ আৰু এবছৰ সম্পাদকো নিৰ্ব্বাচিত হৈছিলোঁ। কলেজ ইউনিয়নৰ ফালৰ পৰা এখন মাহেকীয়া আলোচনী ওলাইছিল আৰু তাৰ পৰিচালনাতো মই অংশ গ্ৰহণ কৰিছিলোঁ।

কিন্তু এই সকলো প্ৰবৃত্তি থকা সত্বেও ডন ছোচাইটিত যোগ দিয়াৰ আগলৈকে এইবোৰ এক প্ৰকাৰ উদ্দেশ্যহীন আছিল। মই বাতৰিকাকত পঢ়িছিলোঁ, কংগ্ৰেছৰ নামো জানিছিলোঁ। তাৰ বছেৰেকীয়া অধিবেশনত হোৱা বক্তৃতাবোৰ আগ্ৰহেৰে পঢ়িছিলোঁ। এনেয়েও যেতিয়া ডাঙৰ সভা হয় আৰু সুৰেন্দ্ৰনাথ বেনাৰ্জ্জীৰ দৰে ডাঙৰ মানুহৰ বক্তৃতা হয় তালৈ গৈ বক্তৃতা শুনোঁ। কিন্তু ডন ছোচাইটিৰ প্ৰতি মোৰ বেচি ধাপ আছিল। স্কুলত পঢ়ি থাকোঁতেই ক্ৰমাইলেৰে মোৰ অন্তৰত স্বদেশ প্ৰেম জগাই তুলিছিল। কিন্তু সি এতিয়াও সম্পূৰ্ণৰূপে প্ৰস্ফুটিত হোৱা নাছিল। অস্ফুটৰূপে আগতেই থকা এই চিন্তা ধাৰা আৰু প্ৰবৃত্তিয়ে উদ্দেশ্যহীন ভাবে নাইবা অজ্ঞানতাৰে

অন্ধকাৰত যি কাম কৰি আছিল ডন ছোৰাইটি আৰু সতীশ বাবুৰ সংসৰ্গৰ পৰিণাম স্বৰূপে কিছু স্পষ্ট হ'ল। মই ভৱিষ্যতৰ কথাও অলপ অচৰপ ভাবিবলৈ ধৰিলোঁ।

## ১০। বঙ্গ-ভঙ্গ আন্দোলন

১৯০৪ চনত মই এফ-এ পৰীক্ষা পাছ কৰিলো। ১৯০৫ চনত বঙ্গ-ভঙ্গ আন্দোলন আৰম্ভ হয়। মই তাৰ আগৰে পৰাই সকলো ৰাজহুৱা সভাত যোগদান কৰিছিলোঁ। বঙ্গ-ভঙ্গ বিৰোধী সভাবোৰলৈও খুব গৈছিলোঁ। সেই সময়ত এই কথাত কোনো বাধা নাছিল। ১৯০৫ চনৰ ৭ আগষ্ট তাৰিখে বিদেশী বস্ত্ৰ 'বয়কোট' কৰা আৰু স্বদেশী বস্ত্ৰৰ প্ৰচাৰ কৰাৰ সিদ্ধান্ত লোৱা বিৰাট ৰাজহুৱা সভাত ময়ো আছিলোঁ। সেই সভা যথেষ্ট উৎসাহপূৰ্ণ আছিল। ৰাইজে স্বদেশী বস্ত্ৰহে ব্যৱহাৰ কৰিব বুলি সংকল্প কৰিছিল। মোৰ কাৰণে এই বিষয়ে কোনো অসুবিধা নাছিল; কিয়নো বহুত দিনৰ আগৰে পৰাই মই স্বদেশী বস্ত্ৰহে ব্যৱহাৰ কৰিছিলোঁ। আন্দোলন খুব জোৰেৰে চলিবলৈ ধৰিলে। প্ৰায় প্ৰতিদিনেই কোনো নহয় কোনো ঠাইত ৰাজহুৱা সভা হৈছিলেই। আমি সকলো এই সভাবোৰলৈ যাওঁ। ক'ৰবাত সুৰেন্দ্ৰবাবু, ক'ৰবাত বিপিনচন্দ্ৰ পাল, ক'ৰবাত এ. চৌধুৰী, ক'ৰবাত অৰবিন্দ ঘোষে বক্তৃতা দিয়ে। হষ্টেলৰ ল'ৰাবোৰৰ মাজতো উত্তেজনাৰ সৃষ্টি হৈছিল। যি মানুহ কেতিয়াও স্বদেশী ভাবাপন্ন নাছিল তেওঁলোকো স্বদেশী ভাবাপন্ন হ'বলৈ আৰম্ভ কৰিলে। ডাঙৰৰ কথা মই নাজানোঁ কিন্তু ছাত্ৰসকলৰ মাজত নতুন শক্তি আৰু নতুন উৎসাহ সৃষ্টি হ'ল।

এটা সৰু ঘটনা উল্লেখ কৰা ভাল হ'ব। এনেয়েতো মই দেশী বস্ত্ৰেই ব্যৱহাৰ কৰিছিলোঁ; কিন্তু ক্লাচত এটা অসুবিধা অনুভৱ কৰিছিলোঁ। ক্লাচত যি লেক্‌চাৰ হৈছিল তাৰ নোট সদায় লৈছিলোঁ। পেন্সিলেৰে লিখিলে নোট উঠি যোৱাৰ ভয় থাকে। সেই কাৰণে দোৱাত-কলম লৈ গৈছিলোঁ আৰু লিখিছিলোঁ। এদিন দেখিলোঁ যে ষ্টাইল'পেন ওলাইছে, এই কলমত চিয়াঁহী ভৰাই দিব [illegible] আৰু জেপত [illegible] লৈ

-যোৱাৰ কোনো প্ৰয়োজন নাথাকে। এই কলম বিদেশী আছিল আৰু 'হোৱাইট্‌ৱে লেইড্‌লা'ৰ দোকানত সেই সময়ত আধা দামতে বিক্ৰী হৈছিল। মই তাৰে এটা কিনিলোঁ। হোষ্টেলৰ বন্ধুসকলে গম পালে আৰু তেওঁলোকে খং কৰি মোৰ লগত কাজিয়া কৰিবলৈ ধৰিলে। তেওঁলোকৰ ভিতৰত এজন এনেও আছিল যাৰ চিঠি লিখিবৰ কাৰণে বহুত বিদেশী কাগজ আছিল বুলি মই জানিছিলোঁ। অন্য এজনৰ মাত্ৰ কেইদিন মানৰ আগতে বিদেশী কাপোৰেৰে কৰোৱা এটা দামী কোট আছিল। ছাত্ৰসকলে সিদ্ধান্ত কৰিছিল যে এদিন বিদেশী কাপোৰেৰে হোলি জ্বলোৱা হ'ব আৰু সেইদিনা হোষ্টেলৰ চোতালত সেই বস্তুবোৰো জ্বলোৱা হব। সকলোৱে ভাবিছিল যে কিছু কাপোৰ জ্বলাই দিয়া যাওক। কিন্তু গোটেইবোৰ বিদেশী কাপোৰ জ্বলোৱা হ'ব এনে কথা বোধহয় কোনেও নাভাবিছিল। কিয়নো সকলোৰে খুব বেছি বিদেশী কাপোৰেই হে আছিল।

যেতিয়া মোক বৰ দিগদাৰ দিবলৈ ধৰিলে তেতিয়া মই ক'লো "সকলোৱে নিজৰ ট্ৰাঙ্ক খোলা। যাৰ লগত যিমান বিদেশী কাপোৰ আছে আজিয়েই হোলিত জ্বলাই দিয়া। ময়ো মোৰ ট্ৰাঙ্ক খোলোঁ আৰু মোৰ লগত যি বিদেশী বস্তুৱেই ওলাব মই সকলো এতিয়াই ইয়াতে জ্বলাই দিম।" সকলো অবাক হ'ল। তেওঁলোকেতো এই কথা নাজানিছিল যে সেই কলমটোৰ বাহিৰে মোৰ হাতত কোনো বিদেশী বস্তুৱেই নাছিল। মই ট্ৰাঙ্ক খুলিলোঁ আৰু এপদ এপদকৈ সকলো বস্তু কোঠাত মেলি দিলোঁ। তাৰ পিচত ভিৰ কমি গ'ল আৰু কোনেও পুনৰ মোৰ ওপৰত এনে ধৰণৰ দোষাৰোপ নকৰিলে। সেই বন্ধুজনে তেওঁৰ বিদেশী কাগজ জ্বলাই দিলে কিন্তু যিমান দূৰ মনত পৰে ইজন বন্ধুৱে নতুন কোটটো সোনকালে জ্বলাই পেলোৱা উচিত বুলি নাভাবিলে। অৱশ্যে তেওঁ আৰু সেই কোটটো সেইদিনত আকৌ পিন্ধিবলৈ নুলিয়ালে। আনবিলাকেও তাকেই কৰিলে।

১৯০৫ চনটো এনেধৰণৰ এটা ডাঙৰ আন্দোলন আৰু জাগৰণৰ বছৰ আছিল। বিশেষকৈ ছাত্ৰ সকলৰ মাজত এটা নতুন জীৱন সঞ্চাৰ হৈছিল আৰু বহুতেই পঢ়াও এৰি দিছিল। সেই সময়তে কলিকতাত জাতীয় শিক্ষাৰ এটা ডাঙৰ অনুষ্ঠান খুলিছিল। শ্ৰীসতীশবাবু তাতে ভৰ্ত্তি হ'ল আৰু কিছুদিনৰ পিচত ডন ছোচাইটিৰ কাম কৰি আহিবলৈ ধৰিলে। ছোচাইটিৰ কিছুমান সভাই তাত যোগ দিলে। মই এই সকলো

অনুষ্ঠানবোৰত সদায় অহা-যোৱা কৰিছিলোঁ আৰু বক্তৃতা শুনিছিলোঁ। কিন্তু কোনো সময়তে কলেজ এৰি এই ৰাষ্ট্ৰীয় অনুষ্ঠান বোৰলৈ যোৱাৰ কথা মোৰ মনত নেখেলাইছিল। মোৰ সন্মুখত ইয়াৰ উদ্দেশ্য পৰিষ্কাৰ হোৱা নাছিল আৰু কলেজ এৰি মোৰ ভৱিষ্যতৰ আমূল পৰিবৰ্ত্তনৰ কাৰণেও মই প্ৰস্তুত নাছিলো। মই সৰুৰে পৰাই ভীৰু আছিলোঁ আৰু যি কোনো বিষয়তে খুব সোনকালে এটা সিদ্ধান্ত গ্ৰহণ কৰা মোৰ কাৰণে সদায়েই এটা ডাঙৰ সমস্যা। সেই সময়ত সিদ্ধান্ত গ্ৰহণ কৰাৰ প্ৰশ্নও বৰ তীব্ৰ হোৱা নাছিল। মোৰ যিমান দূৰ মনত আছে স্বদেশী আন্দোলন আৰু বঙ্গ-বিচ্ছেদ বিৰোধী আন্দোলনত ১৯২০ আৰু ১৯২১ চনৰ আন্দোলনৰ নিচিনাকৈ স্কুল-কলেজ বৰ্জ্জন কৰাৰ সিদ্ধান্ত কেতিয়াও গ্ৰহণ কৰা হোৱা নাছিল। মই এই কাৰ্য্যত এক ৰকম বাহিৰৰ পৰাই সহানুভূতিৰ ভাব পোষণ কৰিছিলোঁ কেতিয়াও সেইবোৰৰ ভিতৰত সোমাই পৰা নাছিলোঁ।

কিন্তু এই আন্দোলন বিলাকৰ ফল-স্বৰূপে পঢ়াত মনোযোগ কমি গ'ল আৰু পৰীক্ষাৰ ফলাফলৰ প্ৰতি এক উদাসীনতা আহি পৰিল। পৰীক্ষা মাৰ্চ্চ মাহত হৈছিল। ছেপ্তেম্বৰ-অক্টোবৰত দুৰ্গা পূজা আৰু দশহৰাৰ কাৰণে প্ৰায়েই এমাহ বা ততোধিক বন্ধ হৈছিল। মই এইবাৰৰ বন্ধত কলিকতাতে থাকিলো কিয়নো মই জানিছিলো যে এতিয়া অলপ পঢ়া উচিত নহলে পৰীক্ষা পাছ কৰা কঠিন হৈ পৰিব।

কলেজৰ পৰীক্ষা হ'ল। এই পৰীক্ষাত পাছেই কৰিব নোৱাৰিম বুলি মোৰ ভয় লগা নাছিল। অৱশ্যে এনে সম্ভাৱনা আছিল যে মই অন্যতকৈ নম্বৰ কম পাম। কেইজনমান বন্ধুৱে লগ হৈ আলোচনা কৰিলে যে পৰীক্ষাৰ আগতে পাঁচ ছ সপ্তাহ বাহিৰলৈ গৈ এনে ঠাইত অতিবাহিত কৰা যাওক য'ত আমি শান্তিৰে পঢ়ি পৰীক্ষাৰ কাৰণে সাজু হ'ব পাৰোঁ। আমি বিহাৰৰ চাওঁতাল পৰগণা জিলাৰ জামতাৰা নামৰ ঠাইত গৈ থাকিবলৈ স্থিৰ কৰিলোঁ। তাত এজন বন্ধুৱে এটা সৰু ঘৰ ভাড়ালৈ ঠিক কৰি দিলে। পৰীক্ষা দি ফলাফলৰ কাৰণে অপেক্ষা নকৰি আমি তালৈ গুচি গলো।

মই আগতেই কৈছো যে ইংৰাজী আৰু বুৰঞ্জীত (য'ত অৰ্থনীতি আৰু ৰাজনীতিও অন্তৰ্ভুক্ত আছিল) মই অনাৰ্চ লৈছিলো। ইতিহাসৰ অনাৰ্চৰ পৰীক্ষক আছিল মিঃ পাচিবাল। তেওঁ সোনকালেই পৰীক্ষাৰ কাগজ চাই নম্বৰ কৈ দিছিল। মই প্ৰথম স্থান অধিকাৰ কৰিছিলোঁ

আৰু নম্বৰো খুব ভাল পাইছিলোঁ। অন্য বিষয়ৰ কথা নাজানিছিলোঁ। সেই সময়ত প্ৰিঞ্চিপেলে বিজ্ঞান পঢ়াইছিল সেইকাৰণে তেওঁৰ পঢ়ুৱাৰ লগত আমাৰ সম্বন্ধ নাছিল। তেওঁ আমাক চিনিয়েই নাপাইছিল। তেওঁ নটিছ দিছিল যে কোনো পৰীক্ষকে যেন ছাত্ৰক পৰীক্ষাৰ ফলাফলৰ কথা নকয়।

মিঃ পাৰ্চিবালে ইয়াৰ আগতেই আমাক নম্বৰ কৈ দিছিল। আমি জান্‌তাৰালৈ যোৱাৰ পিচত পৰীক্ষাৰ ফলাফল ঘোষণা কৰিছিল। প্ৰিঞ্চিপেলে ফলাফল ঘোষণা কৰাৰ সময়ত মোৰ নাম কাটি ক'লে যে মই ইংৰাজীত অনাৰ্চৰ পৰীক্ষা দিব পাৰিম কিন্তু ইতিহাসত অনাৰ্চৰ পৰীক্ষা দিব নোৱাৰেঁ। তাত থকা মোৰ বন্ধু সকল আচৰিত হৈ গ'ল। এজনে সাহ বান্ধি ক'লে যে তেওঁ নিশ্চয় পাছ কৰিছে। প্ৰিঞ্চিপেলে উত্তৰ দিলে যে যদি পাছ কৰিলেহেঁতেন তেন্তে নিশ্চয় পৰীক্ষা দিবলৈ পালেহেঁতেন। বন্ধুজনে আকৌ ক'লে যে তেওঁ সকলো পৰীক্ষাতে প্ৰথম স্থান অধিকাৰ কৰিছে আৰু বৃত্তি পাইছে গতিকে তেওঁ পাছ কৰা নাই এনে কথা হ'ব নোৱাৰে। প্ৰিঞ্চিপেলে বন্ধুজনৰে কথা পুনৰাবৃত্তি কৰি ক'লে যে সকলোতে প্ৰথম হৈ পাছ কৰিছিল কাৰণে প্ৰথম স্থান অধিকাৰ কৰিছিল আৰু বৃত্তিও পালে কিন্তু ইয়াত পাছ কৰা নাই সেইকাৰণে পৰীক্ষা দিবলৈ অনুমতি নাপায়। তেওঁ আৰু এবাৰ জোৰেৰে ক'লে যে আমি জানোঁ আৰু নম্বৰো জানোঁ—তেওঁ সেই বিষয়ত বহুত নম্বৰ পাইছে আৰু প্ৰথম স্থান লাভ কৰিছে। এই কথাত প্ৰিঞ্চিপেল উত্তেজিত হ'ল আৰু ক'লে—এনে কথা হবই নোৱাৰে, মই কাকো নম্বৰ নজনাবৰ কাৰণে নটিছ দিছিলোঁ; এইদৰে কৈ খুব জোৰেৰে দাবি দি ক'লে যে মোক অনাৰ্চ পৰীক্ষা দিবলৈ অনুমতি নিদিয়ে। তেওঁ বাৰে বাৰে ইয়াকেই ক'লে যে তেওঁ খুব সাৱধানে সকলো নম্বৰ চাই লৈছে কোনো ভুল হোৱা নাই।

মোৰ বন্ধুজন থতমত খাই গ'ল। তেওঁ ততালিকে জান্‌তাৰালৈ মোৰ নামে টেলিগ্ৰাম পঠালে। টেলিগ্ৰাম পাই মই আৰু চিন্তাত পৰিলোঁ। আমাৰ ভিতৰতে আলোচনা কৰি মই কলিকতালৈ ঘূৰি অহাটোকে উচিত বুলি বিবেচনা কৰিলোঁ। কলিকতা পাই মই পোন প্ৰথমেই মিঃ পাৰ্চিবালৰ ঘৰলৈ গলোঁ। সকলোৱে তেওঁক এজন বৰ বিদ্বান লোক বুলি ভাবিছিল। তেওঁৰ পঢ়োৱাৰ নিয়মো বৰ ভাল আছিল। তেওঁৰ জ্ঞান আৰু পঢ়োৱাৰ পদ্ধতিত ল'ৰা মুগ্ধ হৈছিল।

তেওঁ অবিবাহিত আছিল। ঘৰত অকলেই আছিল। কেবল কিতাপেই তেওঁৰ লগ আছিল। তেওঁ বৰ নীৰস প্ৰকৃতিৰ মানুহ আছিল। কাৰো লগত তেওঁ মিলা-মিচা নকৰিছিল। ঠিক সময়ত কলেজলৈ আহিছিল, ক্লাচলৈ গৈ পঢ়াইছিল আৰু পুনৰ ঘৰলৈ গুচি গৈছিল। কেবল বিশ্ববিদ্যালয়ৰ ছিনেট আদি য'ৰ তেওঁ সভ্য আছিল সেই সভাত উপস্থিত থাকিছিল আৰু ঘৰলৈ গৈ পঢ়িছিল। নিজৰ কামত তেওঁ বৰ পটু আছিল। তেওঁ প্ৰেছিডেন্সী কলেজত প্ৰায় ২৫।৩০ বছৰ আছিল। পাচলৈ তেওঁ কিছুদিন প্ৰিঞ্চিপেলো হৈছিল। তেওঁ ইমান কৰ্ত্তব্যপৰায়ণ আছিল যে কেতিয়াও ক্লাচত বা অন্য ঠাইত এক মিনিট সময়ো নষ্ট নকৰিছিল। সাধাৰণ কাপোৰ পিন্ধিছিল আৰু যি ধুন-পেচ্ মাৰি থাকে তেনেলোকক ভাল নাপাইছিল। পঢ়োৱাৰ লগতহে কেবল তেওঁৰ সম্বন্ধ আছিল। কিন্তু তেওঁৰ আড়ম্বৰহীনতা, কৰ্ত্তব্যপৰায়ণতা, উপৰুৱা নীৰস ভাব আৰু কঠোৰতাৰ প্ৰভাব আমাৰ সকলোৰে ওপৰত ভালকৈ পৰিছিল। আমি খুব ভয়ো কৰিছিলোঁ। তেওঁৰ ঘৰলৈ কোনো নগৈছিলেই। তেওঁৰ এটা নিয়ম আছিল যে তেওঁ যিমানবোৰ পৰীক্ষাৰে পৰীক্ষক আছিল—কলেজৰে হওক অথবা বিশ্ববিদ্যালয়ৰে হওক—পৰীক্ষাৰ্থীৰ তালিকা কৰি যি নম্বৰ দিয়ে তাক লিখি নিজৰ লগত থৈ দিয়ে। যেতিয়াই কোনো ছাত্ৰ গৈ তেওঁৰ ওচৰত চাকৰি আদিৰ কাৰণে চাৰ্টিফিকেট বিচাৰে তেতিয়া তেওঁ লোৱা সেই ছাত্ৰজনৰ সকলো পৰীক্ষাৰ সময় সুধি লয়। পিচদিনা নিজৰ ৰেজিষ্টাৰ খুলি কোন পৰীক্ষাত কিমান নম্বৰ পাইছিল সেই কথা চাই চাৰ্টিফিকেট দিছিল। তেওঁৰ চাৰ্টিফিকেটৰ বৰ সমাদৰ আছিল।

মই সাহ কৰি তেওঁৰ ঘৰ পালোঁগৈ। ভয় লাগিছিল, কিন্তু উপায় নাছিল। তেওঁ প্ৰায় দুবছৰ পঢ়াইছিল সেই কাৰণে মোক চিনি পাইছিল। মোক দেখিয়েই তেওঁ প্ৰশ্ন কৰিলে, কিয় আহিছা? মই মোৰ অভিপ্ৰায় জনালোঁ। পৰীক্ষা লোৱা মাত্ৰ কেইদিন মানহে হৈছিল, ফলাফল তেওঁৰ মনত আছিল। তেওঁ ক'লে মোৰ মনত আছে তুমি প্ৰথম হৈছা, আৰু নম্বৰো ভাল পাইছা তথাপি এনে কিয় হ'ল? মই টেলিগ্ৰামখন দেখুৱালোঁ। তেওঁ নিজৰ ৰেজিষ্টাৰ আনিলে আৰু খুলি চাই ক'লে, মোৰ ধাৰণা ঠিক, তুমি ভাল নম্বৰ পাইছা আৰু প্ৰথম হৈছা; মই নিজ হাতেৰে লিখি পৰীক্ষাৰ ফলাফল প্ৰিঞ্চিপেলৰ হাতত দিছোঁ আৰু তাত কোনো ভুল হোৱা নাই; অফিচত কিবা ভুল হৈছে, কলেজত মোক দেখা কৰিবা।

মোৰ মুখলৈ পানী আহিল। মই আগৰে পৰাই কলেজৰ খট্‌খটিত ঠিয় হৈ আছিলোঁ। নিৰ্দিষ্ট সময়ৰ কেইমিনিটমান আগতেই তেওঁ সেইখিনি পাইছিলগৈ আৰু পোনে পোনেই প্ৰিন্সিপেলৰ কোঠা পালেগৈ। তাত দেখিলে যে মোৰ নম্বৰ অন্য এজন সহপাঠীৰ নামত লিখা আছে, তেওঁ অনাৰ্চত পূৰা নম্বৰ নোপোৱাৰ কাৰণে ফেইল কৰিছে আৰু তেওঁৰ নম্বৰ মোৰ নামত লিখি থৈছে। প্ৰিন্সিপেলে নিজৰ ভুল স্বীকাৰ কৰি দুখ প্ৰকাশ কৰিলে আৰু ক'লে, ল'ৰাজনক ক'ব যে ভুল হৈ গ'ল আৰু তেওঁ পৰীক্ষা দিব পাৰিব।

মইতো তেওঁৰ অপেক্ষাত ঠিয় দি আছিলোৱেই। তাৰপৰা ওলাই আহিয়েই তেওঁ মোক সকলো কথা ক'লে আৰু পঢ়াবলৈ ক্লাচলৈ গুচি গ'ল। এই গোলমালৰ কাৰণে মোৰ দুটা দিন এনেয়ে নষ্ট হ'ল। জাম্‌-তাৰাৰ পৰা কলিকতালৈ অহা-যোৱা কৰোঁতে কিছু খৰচো হ'ল আৰু কিছু সময় চিন্তাত কটাব লগা হ'ল। আন এটা ফল এই হ'ল যে যি জন সহপাঠীৰ নামত মোৰ নম্বৰ লিখিলে তেওঁ অনাৰ্চ পৰীক্ষা দিবলৈ পালে। ভুল সুধৰোৱাৰ আগতেই তেওঁৰ দৰ্খাষ্ট, ফৰ্ম ভৰাই প্ৰিন্সিপেলৰ চহীৰ সৈতে বিশ্ববিদ্যালয়লৈ পঠিয়াই দিয়া হ'ল। এনে অৱস্থাত তেওঁক দিয়া অনুমতি নাকচ কৰা সম্ভৱপৰ নাছিল। তেওঁ পৰিশ্ৰম কৰি পঢ়িলে আৰু তেৰোঁ অনাৰ্চ পাই পাছ কৰিলে। মই ওপৰত কৈ আহিছোঁ যে এণ্ট্ৰেন্স, এফ-এ আৰু বি-এ তিনিওটা পৰীক্ষাতে অনুমতি পাওঁতে মোৰ কিছু অসুবিধা হৈছিল, যদিও মই তিনিওটাতেই আগতেও আৰু বিশ্ব-বিদ্যালয়ৰ পৰীক্ষাতো সদায় প্ৰথম হৈছিলোঁ।

পৰীক্ষাৰ দিন ওচৰ চপাৰ লগে লগে মই অলপ ভয় খাইছিলো। মনে মনে ভাব হ'ল এইবাৰো যদি প্ৰথম হ'ব নোৱাৰোঁ তেন্তে কথা শুনিব লাগিব। কিন্তু এইবাৰ ইচ্ছা সিমান প্ৰবল নাছিল আৰু এফ-এ পৰীক্ষাৰ নিচিনাকৈ সাজু হ'বৰ কাৰণে সময়ো সিমান নাছিল। পৰীক্ষাৰ ফলাফলত কেৱল অনাৰ্চৰ নম্বৰৰ ওপৰতে স্থান পোৱা নিৰ্ভৰ কৰিছিল। সেই কাৰণে মই অনাৰ্চৰ বিষয়তে বেচি মনোযোগ দিলোঁ। দৰ্শন শাস্ত্ৰত কেৱল পাছ হে কৰিব লাগিছিল সেইকাৰণে সেই বিষয়টো একেবাৰকমে বাদেই দিছিলোঁ। আগতেওঁ ডাক্তৰ পি, কে, ৰায়ৰ লেক্‌চাৰবোৰ মনোযোগেৰে শুনিছিলোঁ। কিতাপ কম পঢ়িছিলোঁ। এবাৰ এই বিষয়ত ঘটনাক্ৰমে উৎসাহো পাইছিলোঁ। এদিন ডাক্তৰ ৰায়ৰ অসুখ হ'ল। তেওঁ সেইদিনা পঢ়োৱা নাছিল। কেইটামান প্ৰশ্ন দিলে

আৰু সকলোকে সেই প্ৰশ্নৰ উত্তৰ লিখি দিবলৈ ক'লে। সকলোৱে উত্তৰ লিখিলে। মইতো কিতাপ পঢ়া নাছিলো গতিকে তেওঁ লেক্‌চাৰত যি কৈছিল তাকে যিমান দূৰ পাৰোঁ লিখি দিলোঁ। ডাঃ ৰায়ে সকলো উত্তৰ ঘৰলৈ লৈ গৈ পঢ়িলে আৰু পিচদিনা তৎকালিক পৰীক্ষাৰ ফল জনাই ক'লে যে মইয়েই প্ৰথম হৈছোঁ আৰু যি সকলে সেই বিষয়ত অনাৰ্চ লৈছে তেওঁলোকতকৈও মই নম্বৰ বেচি পাইছোঁ। ইয়াৰ পিচত মোৰ ধাৰণা আৰু দৃঢ় হ'ল যে দৰ্শনৰ কাৰণে খুব বেচি পঢ়াৰ আৱশ্যক নাই।

বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ আগতে কলেজৰ পৰীক্ষাতো মই দৰ্শন বিষয়ত অনাৰ্চৰ ল'ৰাৰ তুলনাত বেচি নম্বৰ পাইছিলোঁ। সেইকাৰণে জান্‌ভাৰাতো এই বিষয়ত বেচি মনোযোগ দিয়া নাছিলোঁ। পৰীক্ষাৰ দিন চমু চাপি আহিল। ইংৰাজীৰ পৰীক্ষা হৈ গ'ল। তাৰ পিচত দৰ্শনৰ পৰীক্ষা আছিল। প্ৰায় দুমাহ মানৰ পৰা মই বোধহয় দৰ্শনক কিতাপ দেখাই নাছিলোঁ। সেইদিনা সন্ধ্যা হঠাতে মোৰ মনত ভয় হ'ল যে দৰ্শনৰ পৰীক্ষাত মই পিচদিনা একো উত্তৰ লিখিব নোৱাৰিম। এনেদৰে যেতিয়া ভাবিবলৈ ধৰিলোঁ তেতিয়া বুজিব পাৰিলোঁ যে মোৰ একোৱেই মনত নাই। মই ভাবিলোঁ যে কিতাপ পঢ়িবৰ আৰু সময় নাই। গোটেই ৰাতি যি নোট আদি আছিল তাক এবাৰ পঢ়ি গ'লে হয়তো পাছ কৰিব পৰাকৈ উত্তৰ লিখিব পাৰিব পাৰোঁ। দৰ্শনৰ মনোবিজ্ঞান (চাইকলজী), নীতি-শাস্ত্ৰ (এথিক্স) আৰু তৰ্কশাস্ত্ৰ (লজিক) এই তিনটা বিষয় পঢ়িব লাগিছিল। মনোবিজ্ঞান পঢ়িবলৈ আৰম্ভ কৰিলোঁ। অভ্যাসৰ কাৰণে থিক সন্ধ্যাতে টোপনি আহিল। অলপ বেলিৰ পিচত চক খাই উঠিলোঁ আৰু ভাবিলোঁ যে এতিয়া শুই ৰাতি ২।৩ বজাৰ পৰা উঠি সকলো পঢ়ি লম। এটা বুঢ়া লগুৱা আছিল। তাক থিক দুই বজাত জগাই দিবলৈ ক'লোঁ। দুই তিন দিনৰ পৰা পৰীক্ষাৰ কাৰণে বৰ পৰিশ্ৰম হৈছিল। অত্যন্ত ভাগৰি পৰিছিলোঁ। খুব টোপনি আহিছিল। লগুৱাটো বেচেৰা গোটেই ৰাতি বহি থাকিল। যেই দুই বজাৰ ঘণ্টা পৰিল সি মোক জগাবলৈ আৰম্ভ কৰিলে। কিন্তু তাৰ হাজাৰ চেষ্টাতো মোৰ টোপনি নাভাগিল। প্ৰায় চাৰে চাৰি বজাত টোপনি ভাগিল আৰু ঘড়ীটো চালোঁ। খুব ভয় খালোঁ। লগুৱাটোৰ ওপৰত খং উঠিল কিন্তু সি ক'লে যে সি জগায়েই আছিল মইহে নুঠিলোঁ, তাৰ কি দোষ। খুব খৰ খেদাকৈ নোট নুটিয়াবলৈ ধৰিলোঁ। মনোবিজ্ঞান

আৰু নীতি-শাস্ত্ৰ লুটিয়াই লুটিয়াই চাই গলোঁ। এই বিষয় দুটা ডাঃ ৰায়ে পঢ়াইছিল। কিন্তু লজিক পঢ়িবলৈ সময় নাপালোঁ। ভয় খাই এজন বন্ধুৰ ওচৰ পালোঁগৈ আৰু মোৰ অৱস্থাটোৰ কথা কলোঁ। তেওঁ লজিকৰ প্ৰত্যেক অধ্যায়ৰ শীৰ্ষক কৈ গ'ল আৰু লগে লগে দুই চাৰিটা কথাও কৈ গ'ল। তেতিয়া মনত ভাব হৈছিল যে মই এটা নতুন বিষয় প্ৰথম প্ৰথম পঢ়িছোঁ। ইমানতে যাবৰ সময় হ'ল আৰু লৰি গৈ দহ পোন্ধৰ মিনিট মানৰ ভিতৰতে মুখ ধুই গা ধুলোঁ আৰু ভাতকেইটামান গিলি দৌৰি বিশ্ববিদ্যালয় পালোগৈ। গৈ পোৱাৰ আগতেই প্ৰথম ঘণ্টা বাজিল। দৌৰি গৈ নিজৰ ঠাইত বহিলোগৈ আৰু প্ৰশ্ন কাকত দিলেহি। ইমান ভয় খাইছিলো যে এটা প্ৰশ্নৰো উত্তৰ লিখিব পাৰিমনে নোৱাৰিম ক'ব পৰা নাছিলো। ভয় এইটো হৈছিল যে এই বিষয়টোত যদি ফেইল কৰোঁ। তেন্তে অনাৰ্চ পালেও লাভ কি হ'ব। যি কোনো এটা বিষয়ত ফেইল কৰিলেই গোটেই পৰীক্ষাতে ফেইল হয়।

প্ৰশ্নকাকত পোৱাৰ পিচত মনলৈ অলপ শান্তি অনাৰ চেষ্টা কৰিলোঁ। লাহে লাহে প্ৰশ্ন কৰিবলৈ ধৰিলোঁ। এনে ধাৰণা হ'ল যে প্ৰথম প্ৰশ্নৰ উত্তৰ লিখিব পাৰিম। লিখিবলৈ আৰম্ভ কৰিলোঁ। যেতিয়া শেষ হ'ল তেতিয়া এনে অনুমান হ'ল যে উত্তৰ একো বেয়া হোৱা নাই। এইদৰে দ্বিতীয় প্ৰশ্ন তাৰ পিচত তৃতীয় প্ৰশ্ন আদি সকলো প্ৰশ্নৰে উত্তৰ লিখি গ'লোঁ। সিফালে সময়ো হ'ল আৰু তেতিয়া বিশ্বাস হ'ল যে ফেইল নকৰোঁ। মোৰ সকলো ভয় কমি গ'ল। আধা ঘণ্টা ছুটীৰ পিচত দ্বিতীয় প্ৰশ্ন কাকত পালোঁ ; তাতো তেনেকুৱাই হ'ল। প্ৰায় সকলো প্ৰশ্নৰে উত্তৰ লিখিলোঁ, কেৱল এটা বাকী থাকিল। সেইটোৰো উত্তৰ কিছু লিখিব পাৰিলোহেঁতেন কিন্তু সম্পূৰ্ণ উত্তৰ লিখিব নোৱাৰিলোহেঁতেন। কিয়নো সেই প্ৰশ্নটোৰ উত্তৰ যি অধ্যায়ত আছিল সেই অধ্যায়ৰ শীৰ্ষক মই দেখিছিলোঁ অ'ৰু মোৰ বন্ধুজনে সংক্ষেপে অলপ ক'বলৈও আৰম্ভ কৰিছিল। কিন্তু তেওঁ কৈ শেষ কৰিবলৈ নাপালে আৰু ঘড়ী চাই মই লৰালৰিকৈ হষ্টেলৰ পৰা গুচি আহিলোঁ। মই সেই প্ৰশ্নৰ উত্তৰ নিলিখাকৈয়ে ঘণ্টা দিয়াৰ আগতেই গুচি আহিলোঁ। মোৰ দৃঢ় বিশ্বাস হ'ল যে এতিয়া মোৰ ফেইল হোৱাৰ কোনো ভয় নাই। যেতিয়া পৰীক্ষাৰ খবৰ ওলাল মই ইতিহাসৰ অনাৰ্চত প্ৰথম হ'লোঁ। ইংৰাজীতো অনাৰ্চ পালোঁ কিন্তু প্ৰথম হ'ব নোৱাৰিলোঁ। দৰ্শনত খুব ভাল নম্বৰ পালোঁ। সকলো বিষয় মিলাই ময়েই প্ৰথম স্থান অধিকাৰ কৰিলোঁ আৰু মাহে

পঞ্চাচ আৰু চল্লিচ টকাৰ দুয়োটা বৃত্তি আকৌ লাভ কৰিলোঁ। এইবাৰৰ ফলাফল মোৰ যত্নৰ ফল নাছিল কিয়নো মই কোনো যত্নই কৰা নাছিলোঁ।

## ১১। সমুদ্ৰযাত্ৰা-সম্বন্ধীয় আন্দোলন

মই এফ-এ পৰীক্ষা দি ১৯০৪ চনৰ গৰমৰ বন্ধত যেতিয়া ঘিৰাদেইলৈ আহিছিলোঁ ককাইদেউও ঘৰতে আছিল। পৰীক্ষাৰ ফলাফলৰ প্ৰতীক্ষাত আছিলোঁ। খবৰ কাগজত আমি দেখিবলৈ পালোঁ যে বিদেশত শিক্ষা লৈ ডাক্তৰ গনেশ প্ৰসাদ উভতি আহিছে। তেওঁ আমাৰ জিলা ছাপ্ৰাৰ (সাৰণ) গাতে লাগি থকা বলিয়া জিলাৰ মানুহ আছিল। তেওঁৰ মোমায়েকৰ ঘৰ ছাপ্ৰাত আছিল। জাতত তেওঁ কায়স্থ আছিল। এলাহাবাদৰ পৰা ডি-এচ-চি ডিগ্ৰী লৈ তেওঁ বিলাতত পঢ়িবলৈ গ'ল আৰু তাৰপৰা জাৰ্ম্মানীলৈ গ'ল। গণিত শাস্ত্ৰত তেওঁ বৰ সুখ্যাতি অৰ্জ্জন কৰিছিল। তেওঁ নিজ দেশ ঘূৰি পোৱাৰ আগৰে পৰাই এটা আন্দোলন গঢ়ি উঠিল যে তেওঁক জাতত তুলি ল'ব লাগে। ছাপ্ৰাত দুটা দল হৈছিল। সংস্কাৰক দলৰ নেতা আছিল উঠি অহা ডেকা উকীল বাবু ব্ৰজকিশোৰ প্ৰসাদ আৰু বিৰোধী দলৰ নেতা আছিল দুজন সকলোতকৈ সুপ্ৰতিষ্ঠিত আৰু খ্যাতি সম্পন্ন বৃদ্ধ উকীল। ব্ৰজকিশোৰ বাবু আমাৰ ঘৰলৈ আহিল। ককাইদেউৰ লগত পৰামৰ্শ কৰি তেওঁ দেউতাক ক'লে যে ডাক্তৰ গনেশ প্ৰসাদক জাতত তুলি ল'ব লাগে আৰু তেওঁৰ ঘৰত যি জাতিভোজ হ'ব তালৈ দেউতাও যাব লাগে।

তেতিয়ালৈকে গোটেই বিহাৰৰ ভিতৰত বিলাতৰ পৰা ঘূৰি অহা কায়স্থ কেৱল মিষ্টাৰ সচ্চিদানন্দ সিন্‌হা হে আছিল। তেওঁ ঘূৰি অহা এঘাৰ-বাৰ বছৰ হৈ গ'ল। তেওঁ ঘূৰি অহাৰ সময়তো কিছু আন্দোলন হৈছিল কিন্তু তেওঁ প্ৰায়শ্চিত্ত হৈ আকৌ আগৰ ধৰণেৰে জাতিৰ বান্ধোন মানি লবলৈ স্বীকাৰ নকৰিলে। এই কাৰণে নীতি অনুসৰি তেওঁক জাতত তুলি লোৱা নহল। ডাক্তৰ গনেশ প্ৰসাদ আহি পোৱাৰ আগেয়ে লিখা-পঢ়া কৰি থিক কৰিছিল যাতে তেওঁ জাতি বন্ধন মানে। তেওঁ বিদেশতো

খুব সৰল জীৱন যাপন কৰিছিল আৰু মাছ মাংস মদ আদিৰ ব্যৱহাৰ নকৰিছিল। তেওঁ আৰু সংস্কাৰক সকলৰ মত যে এইদৰেইহে সেই সময়ৰ সমুদ্ৰ যাত্ৰাৰ পথ মুকলি কৰিব পৰা হ'ব। মিষ্টাৰ সিন্হাৰ প্ৰত্যাৱৰ্ত্তনৰ পিচত দহ বছৰলৈ কোনেও সেই বন্ধন চিঙি বিদেশলৈ যাবলৈ সাহ কৰা নাছিল। গতিকে এতিয়া এই সৰ্ত্ত মানিও পথ মুকলি কৰিব লাগে।

বাবু ব্ৰজকিশোৰে কিছুমান মানুহৰ সৈতে ঠিক কৰিছিল যে ডাক্তৰ গনেশ প্ৰসাদৰ ঘৰলৈ গৈ ভোজত অংশ গ্ৰহণ কৰিব লাগে। দেউতা যোৱাটো তেওঁ বৰ ইচ্ছা কৰিছিল। দেউতা নিজে যাবলৈ মান্তি নহল কিন্তু ক'লে যে তেওঁ আমাৰ দুয়ো ভাই-ককাইক পঠিয়াই দিব।

ডাক্তৰ গনেশ প্ৰসাদ আহি পালেহি। বলিয়াত ভোজৰ দিন স্থিৰ হ'ল। বাবু ব্ৰজকিশোৰৰ প্ৰেৰণাত বাহিৰৰ পৰা আমি প্ৰায় বিশ একৈশ জন মান মানুহ ছাপ্ৰাৰ পৰা বলিয়ালৈ গলোঁ। ইয়াৰ ভিতৰত আমি দয়ো ভাই ককাই আৰু আমাৰ নগৰীয়া যমুনা ককাইদেউ আৰু গঙ্গা ককাইদেৱো আছিলোহঁক। গাৱঁৰ পাটোৱাৰীও আছিল। ডাক্তৰ গনেশ প্ৰসাদৰ লগত দেখা-সাক্ষাৎ হ'ল। বলিয়াৰ কায়স্থ সকলৰ মাজত বেচ ধুম্‌ধাম হৈছিল।

মই আগতে লিখি আহিছোঁ যে আমাৰ ঘৰ আদিতে বলিয়াতে আছিল। তাত আমাৰ জ্ঞাতিৰ মানুহ আছিল। আমাৰ ব্ৰাহ্মণ পুৰোহিত আজিও বিয়া আৰু শ্ৰাদ্ধত বলিয়াৰ পৰা আহে। মোৰ শহুৰৰ ঘৰো বলিয়াত আছিল। সেই ঘৰৰ কেইবাজনো মানুহে তাত ওকালতি কৰিছিল। কেইজনমান অন্য কামতো আছিল। আমি গৈ পোৱাৰ খবৰ জনাজাত হ'ল। এই কথা লুকাবলৈও অনুমতি নাছিল। আমাৰ এজন জ্ঞাতিও তাত উকীল আছিল। সম্বন্ধত তেওঁ আমাৰ ককাই আছিল। তেওঁ আমাক লগ ধৰিলে আৰু সেই ভোজলৈ যোৱাটো পছন্দ নকৰিলে। তেওঁ ভাবিছিল আমি দেউতাৰ বিনা অনুমতিত মনে মনে তালৈ আহিছোঁ। যেতিয়া আমি তেওঁক দেউতাৰ অনুমতি লৈ অহা বুলি ক'লো তেতিয়া তেওঁ আৰু দুখ পালে। তেওঁ ক'লে যে আমি যেতিয়া সকলো ইয়াতেই থাকোঁ খুড়াদেৱে আমাক সুধি ল'ব লাগিছিল।

মোৰ শহুৰৰ ঘৰৰ মানুহেও এই কথা বৰ ভাল নাপাইছিল কিন্তু তেওঁলোৰ ফালৰ পৰা বিশেষ জোৰ দিয়া নাছিল। ৰাতি ভোজ হ'ল। ভোজ খাই আমি সকলো নিজ নিজ ঠাইলৈ ঘূৰি আহিলোঁ। ডাঃ গনেশ

প্ৰসাদ প্ৰথমে এলাহাবাদত তাৰ পিছত হিন্দু বিশ্ববিদ্যালয়ত আৰু কলিকতা বিশ্ববিদ্যালয়ত গণিত বিভাগৰ সৰ্ব্বোচ্চ পদত থাকি কিছু বছৰৰ পিচত স্বৰ্গী হয়। আমাৰ লগত হোৱা প্ৰথম সাক্ষাৎ তেওঁ কেতিয়াও পাহৰা নাছিল আৰু মোক খুব মৰম কৰিছিল।

বলিয়াৰপৰা উভতি মই বাহিৰে বাহিৰে ছাপ্ৰাৰ পৰা অলপ দূৰত বিয়া দিয়া দ্বিতীয় গৰাকী বাইদেউৰ তালৈ গ'লো। তালৈ যোৱাৰ বিশেষ কোনো কাৰণ নাছিল। আগৰে পৰাই তেওঁ ইচ্ছা কৰিছিল যে মই তেওঁৰ তাত দুই চাৰিদিন থাকোঁ। ছাপ্ৰাৰপৰাই তালৈ যাবলৈ সুবিধা আছিল সেই কাৰণে ঘৰলৈ নগৈ তালৈ গুচি গলোঁ।

যি সকলে ভোজত ভাগ লৈছিল তেওঁলোকৰ নাম খবৰ কাগজত প্ৰকাশ হ'ল আৰু ছাপ্ৰাত খুব হুলস্থূল লাগি পৰিল। সেই মানুহবোৰক জাতিচ্যুত কৰিবৰ কাৰণে প্ৰস্তুতি আৰম্ভ হ'ল। কাশীৰ মহামহোপাধ্যায় শিৱকুমাৰ শাস্ত্ৰীৰ পৰা সমুদ্ৰ-যাত্ৰা বিৰোধ ব্যৱস্থা বিচৰা হ'ল। গোটেই জিলাৰে কায়স্থ সকলৰ এখন ডাঙৰ সভা পতাৰ আয়োজন হ'বলৈ ধৰিলে। মই এইবোৰৰ একো খবৰ পোৱা নাছিলোঁ। মইতো বাইদেউৰ গাৱঁতে আছিলোঁ। ইয়াৰ ভিতৰতে পৰীক্ষাৰ খবৰো ওলাল। বাবু ব্ৰজকিশোৰে গেজেট চাই জিৰাদেইলৈ খবৰ পঠাই দিলে। ককাইদেৱে এই কথা গম পালে। দেউতাই বৰ আনন্দ পালে। তেওঁ ততালিকে সত্যনাৰায়ণ পাঠ কৰোৱালে; ব্ৰাহ্মণ ভোজন আৰু জ্ঞাতি ভোজৰ আয়োজন কৰিলে। এই সকলো মোৰ অনুপস্থিতিতেই হ'ল।

মই ভিনিহিৰ ঘৰৰ পৰা জিৰাদেইলৈ বুলি ৰাওনা হৈ ছাপ্ৰা পালোঁহি। ভিনিহিও লগত ছাপ্ৰালৈ আহিছিল। ছাপ্ৰাত যি আন্দোলন হৈছিল তেওঁ সেই কথা গমেই পোৱা নাছিল। আমি ৰাতি ছাপ্ৰা পালোহি আৰু আহি পায়েই শুই পৰিলোঁ। সেই কাৰণে সেই ৰাতি একো খবৰ নাপালোঁ। মোৰ পৰীক্ষাৰ খবৰ পোৱা নাছিলোঁ। খুব ৰাতি পুৱাই এখন ৰেল যায় আৰু সেই ৰেলৰে মই জিৰাদেইলৈ যাব পাৰোঁ। মই ৰাতিপুৱাই ষ্টেচন পালোঁগৈ। বাবু ব্ৰজকিশোৰৰ ঘৰ ষ্টেচনৰ ওচৰতেই আছিল। মই লগুৱাটোক পৰীক্ষাৰ খবৰ ওলাল নে নাই সুধিবলৈ পঠালোঁ। তেওঁ খবৰ দিলে যে পৰীক্ষাৰ খবৰ ওলাল আৰু মই তেওঁক দেখা নকৰাকৈ সেই ৰেলত নাযাওঁ যেন। মই পৰীক্ষাৰ খবৰ জানিবলৈ বৰ ব্যগ্ৰ হৈ আছিলোঁ আৰু সেই কাৰণে তেওঁৰ ঘৰলৈ গ'লোঁ। তেওঁ মোক তাতে ৰাখি থলে। কাছাৰী ৰাতিপুৱা সাত বজাৰ

পৰা হৈছিল। তেওঁৰ লগতে মযো কাছাৰীলৈ গলোঁ। মই যে তাত বৈ গ'লো এই কথা ভিনিহিয়ে গম নাপালে। মই বাবু ব্ৰজকিশোৰৰ লগত যেতিয়া বাৰ্-লাইব্ৰেৰী পালোঁগৈ তেতিয়া বহুত উকীলে মোক যেৰি ধৰিলে। কোনো কোনোৱে পৰীক্ষাৰ খবৰৰ কাৰণে অভিনন্দন জনালে আৰু কোনো কোনোৱে ডাক্তৰ গণেশ প্ৰসাদৰ ভোজৰ কথা সুধিবলৈ ধৰিলে। তেওঁলোকে ভোজত কোন কোন উপস্থিত আছিল আৰু মই ক'ৰপৰা আহিছোঁ জানিবলৈ বিচাৰিলে। মই সকলো কথা কৈ দিলোঁ। এই কথাও ক'লোঁ যে মই কেইদিন মান 'পৈগা'ত ভিনিহিৰ ঘৰত আছিলোঁ আৰু তাৰ পৰা উভতি আহিছোঁ। মই এনে ধৰণেৰে সঁচা কথা কোৱাৰ পৰা কিবা বেয়া পৰিণাম যে হ'ব সেই কথা জনা নাছিলো।

প্ৰকৃত কথা হ'ল যে ভোজত উপস্থিত থকা কিছুমান লোকে পৰিয়ালৰ মানুহৰ হেঁচাত আৰু আন্দোলন দেখি ভোজত অংশ গ্ৰহণ কৰা কথা অস্বীকাৰ কৰিলে আৰু খবৰ কাগজত ওলোৱা খবৰ ভুল বুলি ক'লে। মোৰ ভিনিহিকো বাৰ্-লাইব্ৰেৰী পোৱাৰ লগে লগে প্ৰশ্ন কৰিলে। মই যে ডাক্তৰ গণেশ প্ৰসাদৰ ঘৰৰ ভোজত অংশ গ্ৰহণ কৰিছিলোঁ তেওঁ সেই কথা নাজানিছিল। তেওঁ এই কথাও নাজানিছিল যে মই জিৰাদেহলৈ নগৈ ছাপ্ৰাত বৈ গ'লোঁ আৰু তাৰে বাৰ্-লাইব্ৰেৰীত অন্যৰ সৈতে কথা পাতি আছিলোঁ। সুপ্ৰতিষ্ঠিত উকীলৰ কথা শুনি তেৰো অলপ সঙ্কোচ কৰিলে। মই ভোজলৈ যোৱাৰ কথা তেওঁ অস্বীকাৰ কৰিলে আৰু ক'লে যে মই ভোজলৈ যোৱা হ'লে তেওঁ নিশ্চয় গম পালেহেঁতেন। তেতিয়া মই যে তাতে আছোঁ সেই কথা তেওঁলোকে ভিনিহিক ক'লে আৰু ভোজৰ কথা মই নিজেই কৈছোঁ বুলি ক'লে। এতিয়া দুয়োৰে কথা ৰিজাই চোৱাৰ সময় আহিল। কিন্তু মই তাৰপৰা বাবু ব্ৰজকিশোৰ প্ৰসাদৰ ঘৰলৈ আহিলোঁ আৰু তাৰ পিচত বেলেৰে জিৰাদেইলৈ গুচি আহিলোঁ। মই যেতিয়া গাওঁ পালোঁহি তেতিয়া শুনিবলৈ পালোঁ যে এদিন আগতে পজা আদি কৰি ব্ৰাহ্মণ ভোজন আৰু জ্ঞাতি ভোজো হৈ গ'ল আৰু এই ভোজত গাৱঁৰেই নহয় বৰং আনকালে জ্ঞাতি ভোজত অংশ গ্ৰহণ কৰা ওচৰৰ পাজৰৰ গাঁৱৰ কায়স্থও আহি যোগ দিছিল। গাওঁতো কোনো অসুবিধাই হোৱা নাছিল কিয়নো তাত আমি তিনি ঘৰহে কায়স্থ আছিলোঁ আৰু এই তিনিও ঘৰেই বলিয়াৰ ভোজত যোগ দিছিল। মই কৰাইদেউক ছাপ্ৰাৰ কথা ক'লোঁ। বাবু ব্ৰজকিশোৰৰ খবৰো দিলোঁ যে ছাপ্ৰাত হ'ব

লগা সভালৈ আমাৰ মতৰ মানুহ যাব লাগে আৰু সেই সভাত সমুদ্ৰ-যাত্ৰা সমৰ্থন কৰি প্ৰস্তাৱ পাছ কৰিব লাগে।

ছাপ্ৰাত সভাৰ কাম ধুমধামেৰে চলিল। গোটেই জিলাৰে কায়স্থ সকলক নিমন্ত্ৰণ জনালে। কাশীৰ পৰা মহামহোপাধ্যায় শিৱকুমাৰ শাস্ত্ৰী ব্যৱস্থা দিবৰ কাৰণে আহিল। লগতে যি সকলে ভোজত খাইছিল তেওঁলোকৰ হতুৱাই হয়তো কথাটো অস্বীকাৰ কৰোৱা হওক অথবা তেওঁলোকৰ প্ৰায়শ্চিত্ত হওক ইয়াৰ চেষ্টা চলিবলৈ ধৰিলে। আমি সভাৰ দিনা ছাপ্ৰালৈ নগলোঁ। কিন্তু পিচত শুনিছিলোঁ যে সভাত বহুত কায়স্থ গোট খাইছিল। জিলাখন দুভাগ হ'ল। পূব ছাপ্ৰা দুয়োজন ডাঙৰ বিৰোধী উকীলৰ লগত আৰু পশ্চিম ছাপ্ৰা—য'ত আমি বাস কৰিছিলোঁ—আন্দোলনৰ সমৰ্থক আছিল। প্ৰকৃততে সৰহভাগ লোকেই বিৰোধী দলৰ আছিল। কম সংখ্যক লোক আন্দোলনৰ সমৰ্থক আছিল আৰু তেওঁলোকৰ সৰহ ভাগেই পশ্চিম ছাপ্ৰাৰ আছিল; পশ্চিম ছাপ্ৰাত আমাৰ ঘৰকেই মুখিয়াল বুলি গণ্য কৰা হৈছিল। সভা ছাপ্ৰাৰ পঞ্চ-মন্দিৰত হ'ল; এই মন্দিৰ কায়স্থ সকলেই তৈয়াৰ কৰোৱাইছিল আৰু সেই চহৰত আটাইতকৈ ডাঙৰ আৰু সুন্দৰ মন্দিৰ আছিল। বয়োবৃদ্ধ আৰু প্ৰসিদ্ধ উকীল জনেই সভাপতি হ'ব লগা আছিল। যেতিয়া মানুহ গোটখালে তেতিয়া আমাৰ দলৰ এজনে উঠি প্ৰস্তাৱ কৰিলে যে বাবু সৰস্বতী প্ৰসাদ উকীল সভাৰ সভাপতি হওক। প্ৰস্তাৱকজন ভোজত যোগ দিয়া মানুহ আৰু পশ্চিম ছাপ্ৰাৰ কিন্তু তেওঁ গোৰখ্‌পুৰত ওকালতি কৰিছিল। কেইজনমানে প্ৰস্তাৱটো সমৰ্থন কৰি দিলে। যিসকলে সভা আহ্বান কৰিছিল তেওঁলোক চকিত বহি পৰিল। তেওঁলোকে বুঢ়া উকীলৰ নাম সভাপতিৰ কাৰণে গোহাৰিত ছপাই দিছিল। সংস্কাৰক দলৰ যি মানুহ গোট খাইছিল তেওঁলোকে চিঞৰিবলৈ ধৰিলে যে বাবু সৰস্বতী প্ৰসাদক সভাপতি কৰিব লাগে। বাকী সকলে এনে বিৰোধিতাৰ আশা কৰা নাছিল। তেওঁলোকে ভাবিছিল যে সকলো তেওঁলোকৰেই সমৰ্থক। বাস্তৱিকতে অধিকাংশ কিয় প্ৰায় সকলোৱেই সেই সভাতো তেওঁলোকৰ সমৰ্থক আছিল। কিন্তু তেওঁলোকে খুব ভয় খালে। এই কালৰ পৰা জোৰ কৰিবলৈ ধৰিলে যে সভাপতি নিৰ্ব্বাচনৰ বিষয়ে মতামত ল'ব লাগে। এই কথাত তেওঁলোক আৰু বিবুদ্ধি হ'ল। তেওঁলোকে মতামত লবলৈ অস্বীকাৰ কৰিলে আৰু ক'লে যে যাৰ নাম প্ৰকাশ কৰা হৈছে তেৱেঁই সভাপতি হ'ব। তেওঁ সভাপতিৰ আসনত বহিবলৈ গ'ল।

এই কালৰ পৰা বাবু সৰস্বতী প্ৰসাদে গ'ল আৰু তেওঁ ক'লে, উকীল ডাঙৰীয়া, সভাই সভাপতিৰ কাৰণে মোৰ নাম প্ৰস্তাৱ কৰিছে আৰু মই সভাপতি, আপুনি সভাপতিৰ আসনত কেনেকৈ বহিব পাৰে। এই কথাত তেওঁলোকে আৰু ভয় খালে। তেওঁলোকে ক'লে, এওঁলোকে সভা হ'বলৈ নিদিয়ে আৰু সভা ভঙ্গ কৰা হ'ল।

সংস্কাৰক দলে তৎক্ষণাত ঠিয় দি আনন্দেৰে সৈতে ঘোষণা কৰিলে যে তেওঁলোকৰ জয় হ'ল আৰু তেওঁলোক তাৰ পৰা গুচি আহিল। সংস্কাৰক সকলৰো এইটোৱেই কৰিবলগীয়া কাম আছিল, কিয়নো তেওঁলোকে জানিছিল যে সঁচাসঁচিকৈ মত গ্ৰহণ কৰা হ'লে তেওঁলোক নিশ্চয় হাৰিলহেঁতেন। সেই দিনাৰ সভা ভঙ্গ হ'ল। দ্বিতীয় দিনা আকৌ সভা পতা হ'ল। সেই সভাত প্ৰস্তাৱ গ্ৰহণ কৰিলে যে যিমান মানুহে ভোজ খাইছিল তেওঁলোক সকলোকে জাতিচ্যুত কৰা হ'ল। তেওঁলোকৰ লগত খোৱা-বোৱা, বিয়া-বাৰু সকলো বন্ধ কৰি দিলে। তেওঁলোকৰ নামো প্ৰস্তাৱত দি দিলে। সেই প্ৰস্তাৱ ছপাই গোটেই জিলাতে বিলোৱাৰ ব্যৱস্থা কৰিলে। সংস্কাৰক দলৰ ফালৰ পৰা কোৱা হ'ল যে এই সভা গোটেই সম্প্ৰদায়ৰ লোকৰ সভা নাছিল আৰু আমি (সংস্কাৰক দল) গুচি যোৱাৰ পিচত দ্বিতীয় দিনা সভা পতা হৈছিল। এই কাৰণে এই প্ৰস্তাৱ আমি নামানোঁ আৰু জিলাৰ সকলো কায়স্থই সেই প্ৰস্তাৱ মানি নলয়। যদি সঁচাকৈয়ে সকলোৱে এই প্ৰস্তাৱ মানে তেন্তে আকৌ সভা পাতি গোটেই জিলাৰ কায়স্থ সকলক নিমন্ত্ৰণ কৰা হওক আৰু প্ৰস্তাৱ গ্ৰহণ কৰা হওক। এনে ধৰণেৰে গণ্ডগোল আৰম্ভ হ'ল আৰু বোধহয় খবৰ কাগজতো দুয়ো পক্ষৰ বক্তব্য প্ৰকাশ হ'ল। ফলস্বৰূপে জাতি-বহিষ্কাৰ খুব শক্তিশালী হ'ব নোৱাৰিলে।

আমাৰ মাজত যি সম্বন্ধ আছিল তাত জাতি বহিষ্কাৰৰ প্ৰশ্ন উঠাই নাছিল; কিয়নো আমাৰ আশে পাশে থকা সকলো মানুহেই আমাৰ লগত খাই-লৈ থাকিল আৰু ব্ৰাহ্মণ পুৰোহিতে কোনো অসুবিধা হ'বলৈ নিদিলে। অৱশ্যে দেউতাই এবাৰ অলপ দুখ পাইছিল। মই আগতেই কৈছোঁ যে মোৰ ভিনিহি ছাপৰাৰ ওচৰৰে লোক। তেওঁলোকৰ তাত এই বহিষ্কাৰ আন্দোলনৰ কিছু জোৰ আছিল। ছাপৰাৰ লোকসকলে এবাৰ তেওঁৰ ওপৰত খুব জোৰ দি দেউতালৈ তেওঁৰ হতুৱাই এখন বৰ বেয়া চিঠি লিখোৱালে। এজন মানুহে চিঠিখন লৈ আহিল আৰু আমাৰ লগত দেখা হ'ল। তেওঁ ক'লে যে চিঠিখন কেৱল দেউতাৰ হাতততে দিবলৈ কৈছে

আমাক দিবলৈ নহয়। আমি বুজিলোঁ যে চিঠিত এই সম্বন্ধেই কিবা কথা লিখা আছে। দেউতাই চিঠিখন পঢ়িলে আৰু অলপ সঙ্কোচ কৰা দেখা গ'ল। আমাৰ সেই এজন ভিনিহিহে জীৱিত আছিল। অন্য গৰাকী বাইদেউ বহুত দিন আগতেই বিধৱা হৈছিল। এওঁৰো কোনো সন্তান নাছিল, ঘৰত [illegible] আছিল। অন্য কোনো ভাই ককাই বা আত্মীয় কুটুম্বও নাছিল। যি এক সম্বন্ধ আছিল আমাৰ লগতেইহে আছিল। তেওঁ চিঠিত লিখিছিল যে তেওঁৰতো অন্য কোনো সম্বন্ধীয় লোক নাই আৰু আমাৰ লগতো যি সম্বন্ধ আছিল সিও নাইকিয়া হৈ যাব। যদি আমি সম্বন্ধ জীয়াই ৰাখিব খোজোঁ তেন্তে হয়তো ভোজলৈ যোৱাটো অস্বীকাৰ কৰক নহলে প্ৰায়শ্চিত্ত হওক।

দেউতা চিন্তিত হ'ল কিন্তু আমি কিবা বেয়া কাম কৰিছোঁ বুলি তেওঁ নাভাবিলে। তেওঁ মাত্ৰ ইমানকেই ক'লে যে আমি যদি নিজে ভোজলৈ গৈ এই কাজিয়াত সোমাবলগীয়া নহলহেঁতেন তেন্তে তেওঁ হয়তো অন্যৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি এই কামত বেচি সহায় কৰিব পাৰিলহেঁতেন। আইয়ে যেতিয়া এনে চিঠি অহা বুলি গম পালে তেওঁ স্পষ্টভাৱে ক'লে, "অস্বীকাৰ কৰা কথাটো হ'বই নোৱাৰে—সেইটো একেবাৰে মিছা কথা হ'ব আৰু এনে কৰিলে ভাল নহব। অৱশ্যে প্ৰায়শ্চিত্তৰ কথা হ'লে সময়ত দেখা যাব।"

এই চিঠিৰ উত্তৰ পঠিয়াই দিয়া হ'ল। তেতিয়া মোৰ বাইদেউ অহাৰো কোনো কথা নাছিল, সেইকাৰণে এই কথা আৰু আগ নাবাঢ়িল। দেউতা ছাপুৰালৈ গ'ল। এটা মোকৰ্দ্দমা চলি আছিল। সেই মোকৰ্দ্দমাত আমাৰ যি বয়োবৃদ্ধ উকীল আছিল তেৱেঁই সেই আন্দোলনৰ নেতা আছিল। তেওঁ প্ৰায়শ্চিত্তৰ ওপৰত খুব জোৰ দিলে। আমি কলিকতাত আছোঁ আৰু আহিলে পৰামৰ্শ কৰিব বুলি দেউতাই কথাটো তল পেলাই দিলে।

তেওঁলোকে এইদৰে যিমানদূৰ পাৰে পৰোক্ষ ভাৱে জোৰ দিলে। ৰাজহুৱা সভা পতাৰো চেষ্টা কৰিলে। আমাৰ ওচৰৰে চহৰ সীৱানত এখন সভাৰ আয়োজন কৰিলে য'ত ছাপ্‌ৰাৰ প্ৰস্তাৱ অনুমোদন কৰাৰ কথা আছিল। ছাপ্‌ৰাৰপৰা এজন লোকক পঠাই দিলে যাতে সীৱানৰ যি সকলে ভোজ খাইছিল তেওঁলোকক জাতিচ্যুত কৰাৰ সিদ্ধান্ত সভাত নিয়মমতে ঘোষণা কৰি দিয়া হয়। এই সভালৈ আমিও গৈছিলোঁ। কিন্তু সীৱানৰ আমাৰ সম্প্ৰদায়ৰ বহুত মানুহ আমাৰ ফালে আছিল;

কিয়নো বাবু ব্ৰজকিশোৰ, বাবু সৰস্বতী প্ৰসাদ আৰু আমি সকলো এই (সীৱান) মহকুমাৰ মানুহ আছিলোঁ। এই সভাত আমি প্ৰস্তাৱ গ্ৰহণ কৰিলোঁ যে ছাপ্ৰাৰ সভা আমি স্বীকাৰ নকৰোঁ আৰু সীৱানৰ কায়স্থসকল আমাৰ লগত আছে।

আমাৰ গাওঁৰ যমুনা প্ৰসাদ আৰু গঙ্গাপ্ৰসাদ এই দুয়োজন বলিয়াৰ ভোজত আমাৰ লগত আছিল আৰু দুয়োজন ছাপ্ৰাত পঢ়িছিল। তেওঁলোক অন্য কেইজনমান ল'ৰাৰে সৈতে এটা ঘৰত আছিল। তেওঁলোকে কিছু কষ্ট কৰিবলগীয়া হৈছিল। সেই 'মেছ'ৰ ল'ৰাই তেওঁলোকে চোৱা নাখাইছিল আৰু তেওঁলোকৰ লগত খোৱা-বোৱা নকৰিছিল। ব্ৰাহ্মণ ৰান্ধনীয়ে ভাত ৰান্ধি বেলেগে তেওঁলোকৰ বাচনত ভাত দি দিছিল। তেওঁলোকে এই অপমান হাঁহি হাঁহি সহ্য কৰিলে। কেইবামাহলৈকে এই কথাৰে আলোচনা চলিল। কিন্তু লাহে লাহে জোৰ কমি আহিল। সকলো আকৌ একেলগে হ'ল। ছাপ্ৰাৰ বিৰোধীদলৰ মুখিয়াল লোকসকলৰ সম্বন্ধও এনে মানুহৰ লগত হ'ল যি সমুদ্ৰ-যাত্ৰাৰ পক্ষপাতী আছিল। তেওঁলোকৰ নিজৰ ঘৰৰ কোনো কোনো মানুহো তেওঁলোকৰ বিৰুদ্ধে গ'ল। সেই সকলে নিজৰ জীৱনত এই কথা মানি চলিল কিন্তু সম্বন্ধ যি ছিগি গ'ল সি আকৌ জোৰা নালাগিল। সমুদ্ৰ-যাত্ৰাৰ কাৰণে কায়স্থসকলৰ ৰাটমুকলি হ'ল।

## ১২। ছাত্ৰ-সম্মেলন আৰু কংগ্ৰেছ

বি-এ পাছ কৰি মই কলিকতাত এম-এ আৰু বি-এল পঢ়িবলৈ ললোঁ। সেই সময়ত স্বদেশী আন্দোলন খুব জোৰেৰে চলি আছিল। কলিকতাত পঢ়া আমাৰ কিছুমান বিহাৰী ছাত্ৰৰ ওপৰতো তাৰ প্ৰভাৱ পৰিছিল। আমি বিহাৰী ক্লাবত প্ৰায়ে গোট খাইছিলোঁ আৰু ভাবৰ আদান-প্ৰদান কৰিছিলোঁ। আমাৰ অন্তৰলৈ প্ৰেৰণা আহিল যে বঙ্গদেশত ছাত্ৰসকলে এইদৰে স্বদেশীয়তাৰ প্ৰচাৰ কৰিছে; যদি আমাৰ বিহাৰতো ছাত্ৰসকলৰ কোনো অনুষ্ঠান থাকিলহেঁতেন তেন্তে তাৰ দ্বাৰা স্বদেশীয়তাৰ প্ৰচাৰ হ'লহেঁতেন। আমি এটা গীতো ৰচনা কৰিলোঁ আৰু তাৰ

ছপাই ব'তে ত'তে বিলাই দিয়াৰোঁ। এই বিলোৱা কামতে সংগঠনৰ অভাৱ আৰু বেছি অনুভৱ কৰিলোঁ।

আমি ভাবিলোঁ যে বিহাৰৰ ছাত্ৰসকলৰ এক সম্মেলন পতা হওক। বিহাৰী ক্লাবত এনে এটা প্ৰস্তাৱ দিয়া হ'ল। সেই প্ৰস্তাৱ কেৱল ছাত্ৰয়েই নহয় ডাঙৰেও খুব সাদৰেৰে সমৰ্থন কৰিলে। মোক পাট্‌নালৈ পঠালে। তাত প্ৰথমে মই ছাত্ৰসকলক আৰু তাৰ পিচত গণ্যমান্য লোকসকলক দেখা কৰিলোঁ। তেওঁলোকৰ ভিতৰত মুখিয়াল আছিল মিষ্টাৰ সচ্চিদানন্দ সিন্‌হা আৰু (স্বৰ্গীয়) বাবু মহেশ নাৰায়ণ; এওঁলোক দুয়ো সেই সময়ৰ 'বিহাৰ টাইম্‌চ' সম্পাদন কৰিছিল। এই সকলো লোকেই সহানুভূতি দেখুৱালে। স্থিৰ হ'ল যে পাট্‌নাতেই প্ৰথম সম্মেলন হ'ব আৰু নামী বেৰিষ্টাৰ শৰ্ফুদ্দিনক সভাপতি পতা হ'ব। পাট্‌নাৰ ছাত্ৰসকলে এখন অভ্যৰ্থনা সমিতি পাতি সকলো আয়োজন কৰিলে।

প্ৰথম সম্মেলন পাট্‌না কলেজৰ ডাঙৰ হলত হ'ল। বিহাৰৰ সকলো-কলেজৰ আৰু বহুতো স্কুলৰ ছাত্ৰই বৰ উৎসাহেৰে এই সম্মেলনত যোগদান কৰিলে। সম্মেলনৰ উদ্দেশ্য ব্যাখ্যাৰ ভাৰ মোৰ ওপৰত পৰিল। মই ইংৰাজীত এখন দীঘলীয়া ভাষণ পঢ়ি শুনালোঁ। বাকী সকলৰো বক্তৃতা প্ৰায় ইংৰাজীতেই হ'ল। সম্মেলনত স্থিৰ হ'ল যে প্ৰথমে যি যি চহৰত কলেজ আৰু স্কুল আছে তাত ছাত্ৰ-সভা পাতি সম্মেলনৰ লগত সম্বন্ধ ৰাখিব। এখন ডাঙৰ নিয়মাৱলী প্ৰস্তুত কৰা হ'ল। সেই অনুসৰি পাট্‌নাত গোটেই বিহাৰৰ ছাত্ৰ সকলৰ প্ৰতিনিধিৰ এখন স্থায়ী সমিতি পতা হ'ল। তাত সকলো ঠাইৰে ছাত্ৰৰ প্ৰতিনিধি লোৱা হ'ল। এই সমিতিয়েই সকলো ছাত্ৰ-সভাক নিয়ন্ত্ৰণ কৰিছিল আৰু সম্মেলনৰ কাম গোটেই বছৰ চলাই ৰাখিছিল।

মোৰ মনত আছে যে নিয়মাৱলী প্ৰস্তুত কৰোঁতে দুটা প্ৰশ্নৰ ওপৰত যথেষ্ট তৰ্ক হৈছিল। এটা প্ৰশ্ন আছিল এই, সম্মেলনে ৰাজনীতিত ভাগ লবনে নলয়। এই কথাত ছাত্ৰ-সকলৰ মাজতেই বহুত মতভেদ আছিল। ডাঙৰ ডাঙৰ মানুহ তো সকলোৱেই ইয়াৰ বিৰোধী আছিল। শেষত এইটোৱেই স্থিৰ হ'ল যে সম্মেলনে জাতীয়তাবাদী কিম্বা ৰাজভক্তি পৰায়ণ অথবা অন্য কোনো প্ৰকাৰৰ ৰাজনৈতিক আন্দোলনত—(Nationalist, Royalist or any other) ভাগ নলয়। আমি এনে সিদ্ধান্ত গ্ৰহণ কৰি বুদ্ধিমানৰ কাম কৰিলোঁ বুলি এতিয়া বুজিব পাৰিছোঁ। বিহাৰ

এসময়ত বঙ্গদেশৰে অংশ আছিল। প্ৰদেশ বেলেগ হোৱা নাছিল। বিহাৰ শিক্ষাত বৰ পিচপৰা আছিল। ৰাজহুৱা জীৱনৰ পৰিবেশ প্ৰায় নাছিলেই। বিশেষকৈ ছাত্ৰই ৰাহিৰৰ কথা একোকে নাজানিছিলেই। কংগ্ৰেছৰ পক্ষপাতী মানুহ কমেইহে আছিল। এতিয়ালৈকে বিহাৰৰ কোনো ৰাজনৈতিক সংগঠন বেলেগ হোৱা নাছিল। বিহাৰৰ বেলেগ কংগ্ৰেছ-কমিটি অথবা বিহাৰ ৰাজনৈতিক সম্মেলন (Bihar Provincial Congress) স্থাপন হোৱা নাছিল। উঠি অহা ছাত্ৰ সকলৰ হলেও এই সম্মেলনেই প্ৰথম সংগঠন আছিল য'ত গোটেই বিহাৰৰ মানুহ বেলেগে গোটখাই নিজৰ সমস্যাৰ আলোচনা কৰিবলৈ বহিছিল। এনে অৱস্থাত আমি চম্ভালি নচলা হ'লে হয়তো এই সংগঠন গঢ়িয়েই নুঠিলহেঁতেন।

তেতিয়ালৈকে ভাৰতবৰ্ষৰ ক'তো দ্বিতীয় ছাত্ৰ-সম্মেলন হোৱা নাছিল। গতিকে আমাৰ আগত তেনে কোনো আদৰ্শস্বৰূপ অনুষ্ঠান নথকাকৈয়ে আমি এক নতুন সংগঠন গঢ়ি তুলিব লগা হৈছিল। মতভেদ থকা দ্বিতীয় প্ৰশ্নটো হ'ল এই, সম্মেলন কেৱল বিহাৰী ছাত্ৰৰ সংগঠনেই হ'ব নে ইয়াত বঙালী ছাত্ৰকো ভাগ লবলৈ দিয়া হ'ব। এই সম্বন্ধেও বহুত মতভেদ আছিল। মোৰ মনত আছে কেইবাবছৰলৈকো বাৰ্ষিক সম্মেলনত প্ৰস্তাৱ তুলিছিল যে বিহাৰী ছাত্ৰ সম্মেলনত বঙালী ছাত্ৰকো ভাগ লবলৈ দিয়া হওক কিন্তু সেই প্ৰস্তাৱ কেতিয়াও গ্ৰহণ হোৱা নাছিল। সম্মেলনৰ নাম প্ৰথমৰ পৰাই বিহাৰীছাত্ৰ সম্মেলন আছিল। কেইবছৰমানৰ পিচত নিয়মাৱলীত যোগ দিয়া হ'ল যে, 'বিহাৰী ছাত্ৰ' মানে বিহাৰত শিক্ষা পোৱা সকলো ছাত্ৰকে ধৰিব লাগে। কলিকতাত থকা আমি সকলো ছাত্ৰই আদিৰে পৰাই ইয়াৰ পক্ষপাতী আছিলোঁ কিন্তু অন্যবোৰে ইয়াৰ বিৰোধিতা কৰিছিল।

ছাত্ৰ সকলৰ সংগঠন খুব ভাল হৈ পৰিল। প্ৰায় প্ৰতি চহৰতে ইয়াৰ শাখা গঠিত হ'ল। কলিকতাৰ বিহাৰী ক্লাব ইয়াৰ শাখা হৈছিলেই, হিন্দু বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পিচত তাৰ বিহাৰী ছাত্ৰ সকলেও এটা শাখা গঠন কৰি ল'লে। প্ৰায় প্ৰতি সপ্তাহতে সকলো শাখাতে সভা হৈছিল আৰু ছাত্ৰ সকলে না-না ধৰণৰ বিষয়ৰ ৰচনা লিখি পঢ়িছিল, বক্তৃতা দিছিল আৰু খেলা-ধুলাত অংশ গ্ৰহণ কৰিছিল। ইয়াৰ কাৰণে য'তে ত'তে ক্লাব প্ৰতিষ্ঠা কৰা হ'ল। বাৰ্ষিক অধিৱেশনত ৰচনা আৰু বক্তৃতাৰ প্ৰতিযোগিতা হৈছিল। আটাইতকৈ ভাল ৰচনা, বক্তৃতা আৰু খেলা-ধুলাৰ কাৰণে পুৰস্কাৰ দিয়া হৈছিল। কলেজৰ ল'ৰাৰ বেলেগে

প্রতিযোগিতা হৈছিল, স্কুলৰ ছাত্র আৰু ছাত্রীবো বেলেগ বেলেগ প্রতিযোগিতা হৈছিল। ছোৱালীবিলাকক ৰচনা আৰু বক্তৃতাৰ উপৰিও চিলাই আদিত উৎসাহ দিবৰ কাৰণে বেলেগ পুৰস্কাৰ দিয়া হৈছিল। এইদৰে গোটেই বছৰ কাম চলিছিল। দশহৰা পূজাৰ বন্ধত বিহাৰৰ যি কোনো এখন চহৰত সম্মেলন বহিছিল। সম্মেলনৰ এই বাৰ্ষিক অধিবেশনৰ সভাপতিৰ পদ বিহাৰৰ আৰু বাহিৰৰ বহুতো ডাঙৰ ব্যক্তিয়ে সুশোভিত কৰিছিল যেনে, বিহাৰৰ মিষ্টাৰ শৰ্ফুদ্দিন, মিষ্টাৰ হাচান ইমাম, ডাক্তৰ সচ্ছিদানন্দ সিন্‌হা, বাবু পৰমেশ্বৰ লাল, বাবু দীপনাৰায়ণ সিংহ, বাবু ব্রজকিশোৰ প্রসাদ আদি। বাহিৰৰ মানুহৰ ভিতৰত শ্রীমতী এনী বেচাণ্ট, শ্রীমতী সৰোজিনী নাইডু, মহাত্মা গান্ধী, মিষ্টাৰ এণ্ড্ৰুজ আদি।

এই সম্মেলন ১৯০৬ চনত প্রতিষ্ঠা হয় আৰু প্রতি বছৰে বাৰ্ষিক সম্মেলন ১৯২০ চনত অসহযোগ আন্দোলন আৰম্ভ হোৱালৈকে পাতি আছিল। ইয়াৰ পিচত এই অনুষ্ঠান অলপ শিথিল হ'ল; কিয়নো ইয়াৰ উৎসাহী কৰ্ম্মী সকলোৱেই সেই মহান আন্দোলনত লাগি গ'ল। তথাপি ইয়াক পুনৰ্জীৱিত কৰিবলৈ চেষ্টা কৰা হৈছিল। কিন্তু ইয়ালৈ আগৰ জীৱন আৰু শক্তি ঘূৰি নাহিল। এতিয়া যি সংগঠন আছে সি এক প্রকাৰৰ নতুন সংগঠন আৰু তাৰ কৰ্ম্মকৰ্ত্তা সকলে সংগঠনৰ কথাও বোধ হয় নাজানে। যেতিয়ালৈকে এই কাম কৰি থাকিল তেতিয়ালৈকে গোটেই প্রদেশৰ লৰাই বৰ উৎসাহ আৰু ঐকান্তিকতাৰে ইয়াত যোগদান কৰিছিল। ইয়াৰ যোগেদিয়েই ছাত্র সকলে সক্রিয় সংগঠনৰ কাম শিকিলে আৰু বহুতে বক্তৃতা দিবলৈ শিকিলে। এই পোন্ধৰ বছৰত বিহাৰত যিমান উৎসাহী লৰা আছিল সকলো ইয়াৰ দ্বাৰা অনুপ্রাণিত হৈছিল। সকলোৱে নিজৰ স্বাৰ্থৰ উপৰিও দেশ-বিদেশৰ কিছু কথা শিকিলে আৰু সেইবোৰৰ কাৰণে কিছু ত্যাগ কৰাৰ প্রবৃত্তিও লাভ কৰিলে। যিহকেই তেওঁলোকে শিকিলে বা দেখিলে তাৰ পৰা দেশৰ লাভো হ'ল। যেতিয়া মহাত্মা গান্ধী বিহাৰলৈ আহে তেতিয়া এই ছাত্র সম্মেলনৰ ভূতপূৰ্ব্ব কৰ্ম্মকৰ্ত্তা সকলেই তেখেতৰ লগত লগ লাগিল আৰু অসহযোগ আন্দোলনত যিখিনি আগবাঢ়িলে সি ইয়াৰে ফল। আজি বিহাৰ প্রদেশৰ নেতৃত্বৰ ভাৰ প্রায় সেই সকলেই বহন কৰিছে ( যি সকলে ছাত্র সম্মেলনত দীক্ষা লাভ কৰিছিল )।

অসহযোগ আন্দোলনে ছাত্রৰ পৰা বহুত ডাঙৰ ত্যাগ বিচাৰিছিল।

ছাত্ৰ সম্মেলন ইয়াৰ কাৰণে প্ৰস্তুত নাছিল। প্ৰস্তাৱ পাছ হৈ গৈছিল কিন্তু নিচেই কম ছাত্ৰইহে সেই আন্দোলনত শেষলৈকে টিকি থাকিব পাৰিছিল। যি টিকি থাকিল তেওঁলোকৰ সৰহ ভাগেই সম্মেলনৰ কৰ্ম্মকৰ্ত্তা আছিল। অন্য যি সকল উকীল সকলৰ ফালৰ পৰা আহিছিল তেওঁলোকৰো সৰহ ভাগেই সম্মেলনৰ কৰ্ম্মকৰ্ত্তা আছিল। ১৯২০ চনলৈকে নিজৰ কাম এনেকৈ সম্পূৰ্ণ কৰি সম্মেলনে আধামৰা আধাজীয়া জীৱন কটাবলৈ ধৰিলে। সম্মেলনে এক প্ৰকাৰে নিজৰ কাম সম্পূৰ্ণ কৰিলে; গোটেই প্ৰদেশতে নতুন জাগৃতি, নতুন জীৱন আনি দিলে আৰু ভৱিষ্যতৰ কাৰণে মাটিত হাল বাই গুটিও সিচি দিলে যাৰ ফল অসহযোগ আন্দোলনে পালে আৰু আজিলৈকে গোটেই প্ৰদেশে পাই আহিছে।

১৯০৬ চনৰ ডিচেম্বৰ মাহত কলিকতাত কংগ্ৰেছ হোৱাৰ কথা আছিল। মই কংগ্ৰেছৰ বিষয়েতো বহুত দিন আগৰে পৰাই পঢ়িছিলোঁ কিন্তু এতিয়ালৈকে কংগ্ৰেছ দেখাৰ সৌভাগ্য আৰু সুবিধা পোৱা নাছিলোঁ। ১৯০৫ চনত যেতিয়া বাৰাণসীত কংগ্ৰেছ হৈছিল তেতিয়া মই বি-এ পৰীক্ষাৰ চিন্তাত আছিলোঁ আৰু ওচৰতে হোৱা সত্বেও তালৈ যাব নোৱাৰিলোঁ। ১৯০৬ চনত পোন প্ৰথম মই স্বেচ্ছাসেৱক হিচাপে কংগ্ৰেছত যোগদান কৰিলোঁ। কংগ্ৰেছ অধিবেশন বৰ উত্তেজনাপূৰ্ণ আছিল। ইতিমধ্যে উগ্ৰপন্থী আৰু মধ্যপন্থীৰ আবিৰ্ভাব হৈছিল। লোকমাণ্য তিলক, লালা লাজপাৎ ৰায়, বিপিনচন্দ্ৰ পাল, অৰবিন্দ ঘোষ আদি গৰম দলৰ নেতা আছিল। চাৰ ফিৰোজছাহ মেহতা, গোখ্‌লে আদি নৰম দলৰ নেতা আছিল। মই যিমান দূৰ বুজিব পাৰিছিলোঁ সুৰেন্দ্ৰনাথ বেনাৰ্জ্জী আৰু পণ্ডিত মদনমোহন মালব্য দুয়োদলৰ মাজতে আছিল। দুয়োদলৰ ভিতৰত হোৱা কজিয়া মিলাবৰ কাৰণে বা কম কৰিবৰ কাৰণে বিলাতৰ পৰা মতাই অনাই দাদাভাই নৌৰোজীক সভাপতি পাতিলে। সৌভাগ্যক্ৰমে মই কংগ্ৰেছ পেণ্ডেলৰ ডিউটিত আছিলোঁ। এই কাৰণে মই বিষয় বাছনি সভাৰ সকলো আলোচনা শুনিবলৈ পাইছিলোঁ। পেণ্ডেলত অধিবেশন হোৱাৰ সময়ত মোক প্ৰথম দিনা কিছু দূৰৈত থৈছিল সেই কাৰণে মই সভাপতিৰ ভাষণ শুনিবলৈ নাপালোঁ। মই দেখিলো যে সৰহ সংখ্যক স্বেচ্ছাসেৱকে নিজ স্থান এৰি ভিতৰলৈ গুচি গ'ল। এনে কৰাটো মই উচিত বুলি নাভাবিলোঁ আৰু মই মোৰ নিৰ্দ্দিষ্ট ঠাইত ঠিয় দি থাকিলোঁ। সৰোজিনী দেৱী, মালব্য আৰু মিষ্টাৰ জিন্নাৰ বক্তৃতা

মই এই কংগ্ৰেছতেই প্ৰথম শুনিলোঁ। কংগ্ৰেছৰ লগতে এখন বৰ ভাণ্ডৰ প্ৰদৰ্শনীও হৈছিল। এই অধিবেশন দেখি কংগ্ৰেছৰ প্ৰতি মোৰ শ্ৰদ্ধা বহুত বাঢ়ি গ'ল কিন্তু কেইবাবছৰলৈও মই নিয়মমতে ইয়াত যোগ দিয়াৰ সুবিধা পোৱা নাছিলোঁ। এই সুবিধা পাওঁ প্ৰথম প্ৰথম ১৯১১ চনত যেতিয়া কংগ্ৰেছ আকৌ কলিকতাত হৈছিল আৰু তেতিয়াৰ পৰা আজিলৈকে মই নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য হৈ আছোঁ আৰু সাধাৰণভাৱে কংগ্ৰেছৰ কামো কৰি আহিছোঁ।

সেইসময়ত কংগ্ৰেছৰ সংগঠন কিছু ঢিলা আছিল। বিহাৰততো নিচেই কম লোকেইহে ইয়াৰ লগত সম্বন্ধ ৰাখিছিল আৰু তেওঁলোকৰো সৰহভাগেই উকীলহে আছিল। এখন প্ৰাদেশিক কংগ্ৰেছ কমিটি ১৯০৭ নে ১৯০৮ চনতে বেলেগে গঠন কৰা হৈছিল আৰু এই কমিটি বঙ্গদেশৰ প্ৰাদেশিক কমিটিৰ পৰা পৃথক আছিল। বিহাৰ প্ৰদেশ ১৯১২ চনত বঙ্গদেশৰ পৰা বেলেগ হৈছিল। কিন্তু এই প্ৰাদেশিক কমিটি নিয়মিতৰূপে গঠন হোৱা নাছিল। যি প্ৰতিনিধি হৈছিল তেওঁলোকো নিয়মিতৰূপে নিৰ্ব্বাচিত নহৈছিল। এখন সভা হৈছিল আৰু তাতে কিছুমানক নিৰ্ব্বাচিত কৰা হৈছিল। অধিবেশনত যোগ দিছিল থিক কিন্তু যদি গৈ নাপাইছিল তেন্তে যি সকল উপস্থিত হৈছিলগৈ তেওঁলোককেই প্ৰতিনিধি বুলি মানি লৈছিল আৰু তেওঁলোকৰ নামত চাৰ্টিফিকেট দিছিল। এইদৰে বিহাৰ কেতিয়াও প্ৰতিনিধি নোহোৱাকৈ থোৱা নাছিল। প্ৰত্যেক বছৰ কিছু মানুহ অধিবেশনত নিশ্চয় উপস্থিত হৈছিল। যি প্ৰতিনিধি গৈছিল তেওঁলোককেই সেই সময়ৰ নিয়মমতে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য বাছি লৈছিল। মই ১৯১১ চনত এইদৰেই নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য নিৰ্ব্বাচিত হৈছিলোঁ। কংগ্ৰেছৰ কোনো বিশেষ সেৱা কৰা নাছিলোঁ। সেই বছৰতে মই পোন প্ৰথম প্ৰতিনিধি নিৰ্ব্বাচিত হৈছিলোঁ। কিন্তু ছাত্ৰ সম্মেলনৰ কাৰণে আৰু বিশ্ববিদ্যালয়ৰ পৰীক্ষাত সুফল হোৱাৰ কাৰণে বিহাৰৰ সকলো মানুহেই মোক জানিছিল। সকলোৱে মোক একে কোবেই নিখিল ভাৰত কংগ্ৰেছ কমিটিলৈ পঠিয়াই দিলে। এই সকলো কথা ১৯২০ চনৰ পিচত বহুত পৰিবৰ্ত্তন হ'ল। কিন্তু ইয়াৰ উল্লেখ পিচত কৰা হ'ব।

## ১৩। বিদেশ-যাত্ৰাৰ নিষ্ফল চেষ্টা

ডন চোছাইটি আৰু স্বদেশী আন্দোলনৰ প্ৰভাৱ মোৰ ওপৰত এনে ধৰণেৰে পৰিছিল যে দেশৰ কাৰণে যি কোনো উপায়েৰে কিবা কৰিব লাগে এয়ে মোৰ মনৰ ভাব হৈছিল। ককাইদেউৰ সঙ্গৰ কাৰণেও তেনে কিছু প্ৰভাৱ পৰি আহিছিল। কিন্তু এতিয়ালৈকে এই ইচ্ছা কিদৰে পূৰণ হব সি স্পষ্ট হোৱা নাছিল আৰু কোন ধৰণৰ সেৱা কৰিব লাগে আৰু তাৰ কাৰণে কি কৰিব লাগে সিও স্পষ্ট হোৱা নাছিল। এইটো মাত্ৰ এটা ইচ্ছা আছিল আৰু এই ইচ্ছা কেতিয়াবা কেতিয়াবা জাগি উঠিছিল আৰু ইটো সিটো জঞ্জালৰ কাৰণে মনৰ ইচ্ছা মনতে মাৰ গৈছিল। ছাত্ৰ সম্মেলনৰ সংগঠন কৰিব পৰা হ'লহেঁতেন কিন্তু সিও স্থায়ী হ'ব নে পৰিবৰ্ত্তন হ'ব একো বুজিব নোৱাৰিছিলোঁ আৰু একো ক'ব পৰা নাছিলোঁ। অৱশ্যে এটা কথা মনলৈ আহিছিল যে চৰকাৰী চাকৰি কৰা উচিত নহয়। এই কাৰণে বি-এ পাছ কৰাৰ পিচত ডেপুটী মেজিষ্ট্ৰেটৰ কাৰণে দৰ্খাস্ত নিদিলোঁ। ককাইদেৱেও মই চাকৰি কৰাটো নিবিচাৰিছিল। দেউতাৰ ইচ্ছা আছিল যে মই ওকালতি কৰোঁ। ককাইদেৱে দুৰ্ভাগ্যবশতঃ এম-এ পাছ কৰিব নোৱাৰিলে। ঘৰৰ পৰা বহুত টকা আনি কলিকতা বা অন্য ক'তো এতিয়া থকাটো ইচ্ছা কৰা নাছিল। তেওঁ ডুমৰাঁৱৰাজ স্কুলত শিক্ষক কাম কৰিবলৈ ল'লে। মই ডেপুটিগিৰিৰ চিন্তা এৰি কলিকতাত এম-এ আৰু বি-এল পঢ়িবলৈ ললোঁ।

ছাত্ৰ সম্মেলন হৈ যোৱাৰ পিচত মোৰ মনত এটা ভাব ৰৰকৈ খেলাবলৈ ধৰিলে। কিন্তু এই ভাব কেনেকৈ আৰু কাৰ প্ৰেৰণাত হ'ল তাক নাজানোঁ। কিন্তু এই ভাব হ'ল যে এতিয়া যি কোনো উপায়েৰে বিলাতলৈ গৈ আই-চি-এছ পৰীক্ষা পাছ কৰিব লাগে। চৰকাৰী চাকৰিৰ ইচ্ছা নাছিল তথাপি এনে কৰাটো ভাল বুলি মনলৈ কিয় এটা ভাব আহিল ক'ব নোৱাৰোঁ। এই কথাত ককাইদেৱেও উৎসাহ দিলে। ঘৰৰ পৰা বিলাতত ৰাখি পঢ়াৰ খৰচ যোগাব নোৱাৰে গতিকে অন্য কিবা উপায় কৰা উচিত। মিষ্টাৰ সচ্চিদানন্দ সিন্‌হাই মোৰ ইচ্ছাৰ কথা জানি বৰ ভাল পালে আৰু বাবু ব্ৰজকিশোৰেতো সদায় এইটোকে আশা

কৰিছিল। ডাক্তৰ গণেশ প্ৰসাদৰ ভোজৰ পিচত বাবু অম্বিকাচৰণক তেওঁ জাপানলৈ যোৱাৰ কাৰণে খুব উৎসাহ দিছিল। মোৰ বিলাতলৈ যোৱাটো অনিবাৰ্য্য বুলি ধৰি ল'লে আৰু টকাৰ যোগাৰত লাগি গ'ল। মুন্সী ঈশ্বৰ চৰণেও এই কথাত অনুৰাগ দেখুৱাবলৈ ধৰিলে। আৰাৰ ৰায়বাহাদুৰ হৰিহৰ প্ৰসাদে কিছু টকা দিলে। মই যোৱাৰ পিচত ককাইদেৱে এওঁলোকৰ সহায়ত অথবা ঘৰৰ পৰা কোনো প্ৰকাৰে বাকী টকা পঠাই থাকিব বুলি ভাবিলোঁ। আমাৰ ভয় আছিল যে দেউতা আৰু আয়ে এই কথা পছন্দ নকৰিব আৰু ঘৰত বৰ হুলস্থূল হ'ব। মই এই কাৰণতে পাটনা আৰু এলাহাবাদলৈকে৷ গলোঁ। ককাইদেউও লগত আছিল। দেউতাৰ পৰা এই কথা গোপনে ৰাখিছিলোঁ; কিয়নো তেওঁৰ পৰা অনুমতি পোৱাৰ কোনো আশা নাছিল। মই যাবৰ কাৰণে দিনো স্থিৰ কৰিলোঁ। কলিকতাত কাপোৰো তৈয়াৰ কৰাই ললোঁ।

তেতিয়ালৈকে মই ইংৰাজী ধৰণৰ কোনো পোচাক কেতিয়াও পিন্ধা নাছিলোঁ। কিন্তু বিলাতত অন্য কাপোৰ পিন্ধিব নোৱাৰে বুলিয়েই ধাৰণা আছিল। সেই কাৰণে ইংৰাজী ধৰণৰ পোচাক এখন ইংৰাজী দোকানতে তৈয়াৰ কৰোৱা হ'ল। ১৮৯৮ চনৰ পিচত এইবাৰেই মই প্ৰথম বাবৰ কাৰণে বিদেশী কাপোৰ কিনোঁ। পাছপৰ্টৰ কাৰণে দৰ্খাস্ত দিয়া হ'ল। প্ৰস্তুতি চলি আছিল। আমি ভাবিছিলোঁ এই আশা পূৰ্ণ হ'ব, যোৱাৰ আগতে দেউতাই খবৰ নাপাব আৰু ঘৰৰ পৰা কোনো প্ৰকাৰৰ বাধা নাপাম। এই ষড়যন্ত্ৰত কলেজৰ আৰু তিনি-চাৰিজন মান বন্ধু আছিল। তেওঁলোকৰ ভিতৰত শুকদেৱ প্ৰসাদ বৰ্মা নামৰ এজন বিহাৰী বন্ধু আছিল আৰু বাকী কিজন বঙালী। মোৰ আপোন মানুহৰ ভিতৰত মোৰ ককাইদেউ, বাবু ব্ৰজকিশোৰ প্ৰসাদ, মিষ্টাৰ সিন্‌হা, মুন্সী ঈশ্বৰ চৰণ আৰু ৰায়বাহাদুৰ হৰিহৰ প্ৰসাদ সিংহ আছিল। ককাইদেউ আৰু বাবু ব্ৰজকিশোৰৰ লগত মই এলাহাবাদলৈ গলোঁ। মুন্সী ঈশ্বৰ চৰণৰ ঘৰত উঠিলোঁগৈ। তাত মোৰ শহুৰৰ ঘৰৰ লৰা কলেজত পঢ়ি আছিল। তেওঁলোকৰ লগত দেখা হোৱা নাছিল কিন্তু কিবা নহয় কিবা উপায়েৰে তেওঁলোকে খবৰ পালে আৰু বিচাৰি খোচাৰি মুন্সী ঈশ্বৰ চৰণৰ ঘৰ পালেগৈ। তাত মই নাই বুলি তেওঁলোকক কোৱাই দিলে। তেওঁলোকে ঘৰলৈ টেলিগ্ৰাম দি দিলে যে মই মনে মনে বিদেশলৈ যাবলৈ ওলাইছোঁ আৰু সেইদিনা প্ৰয়াগত আছোঁ। টেলিগ্ৰাম পাই দেউতা আৰু ঘৰৰ অন্যান্য সকলোৱেই খুব ভয় খাই গ'ল। দেউতা অসুস্থ

আছিল কাৰণে ঘৰৰ পৰা ওলাব নোৱাৰিলে কিন্তু আই আৰু কাইদেউ পোনে পোনেই এলাহাবাদলৈ গ'ল। তেওঁলোকৰ ভুল ধাৰণা আছিল যে মই এলাহাবাদৰ পৰাই বাহিৰে বাহিৰে গুচি যাম। মই পৰামৰ্শ কৰিবৰ কাৰণে আৰু টকা গোটাবৰ কাৰণে তালৈ গৈছিলোঁ, তাত এদিন থাকি আকৌ কলিকতালৈ গুচি আহিলোঁ।

আই যেতিয়া এলাহাবাদ পালেগৈ মই তেতিয়া তাত নাছিলোঁ। মুন্সী ঈশ্বৰ চৰণৰ তাত খবৰ কৰাত তেওঁ জানিব পাৰিলে যে মই কলিকতালৈ ঘূৰি গলোঁ। কলিকতাত মই এইবোৰ কথাৰ একো গম পোৱা নাছিলোঁ। তালৈ দেউতাৰ অসুখ বুলি টেলিগ্ৰাম কৰিলে। মই তাৰপৰা দেউতাক লগ পাবলৈ ঘৰলৈ অহাত সকলো কথা গম পালোঁ। তেওঁৰ সঁচাকৈয়ে বেমাৰ হৈছিল কিন্তু বেমাৰ বৰ টান নাছিল; অৱশ্যে তেওঁ বৰ দুঃখিত হৈছিল। ঘৰত কন্দা-কটা আৰম্ভ হ'ল। মোক যাবলৈ স্পষ্টভাৱে হাক দিলে আৰু ক'লে যে মই যদি বিলাতলৈ যাওঁ তেন্তে তেওঁ নাবাচে। যি কথা হৈছিল মই সকলো স্পষ্টভাবে কৈ দিলোঁ। নাযাওঁ বুলি প্ৰতিশ্ৰুতিও দিলোঁ। যেতিয়া মোৰ কথাত দেউতাৰ বিশ্বাস হ'ল তেতিয়া তেওঁ মোক আকৌ কলিকতালৈ ঘূৰি যাবলৈ অনুমতি দিলে।

কলিকতাত মোৰ যেতিয়া বিলাতলৈ যোৱাৰ সকলো আয়োজন এক-ৰকম হৈছিল তেতিয়া এটা সৰু ঘটনা ঘটিল আৰু তাৰ উল্লেখ কৰা ভাল হ'ব। মোৰ বিলাত যাত্ৰাৰ বলিয়ালিত এই কথা জনা সকলো বন্ধুৱেই যোগ দিছিল। সকলোৰেই বিলাতলৈ যোৱাৰ ইচ্ছা আছিল। কিন্তু এতিয়ালৈকে সেই সুযোগ অহা নাছিল। আমি সকলোৱেই ইয়াকে ভাবিছিলোঁ যে মোৰ যোৱাৰ পিচত তেওঁলোকে যি কোনো উপায়েৰে তালৈ যাবলৈ যত্ন কৰিব। এদিন ল-কলেজৰ পৰা ওলাই আহোঁতে এজন বন্ধুৱে ক'লে—ব'লা, এই বিষয়ে এজন জ্যোতিষীৰ লগত পৰামৰ্শ কৰি আহোঁগৈ। তেওঁ এজন জ্যোতিষীক চিনিও পাইছিল। তালৈ আমি সকলো গলোঁহঁক। তেওঁ এজন বুঢ়া ব্ৰাহ্মণ আছিল আৰু বয়স ৬০ বছৰ মান হৈছিল। তেওঁ নিজৰ ঘৰতে চৰ্চ্চা কৰিছিল। আমি যোৱাৰ অলপ পিচতে ক'লে, তোমালোকে কিয় আহিছা মই জানিছোঁ। তেতিয়া আমাৰ ভিতৰৰে কোনোবা এজনে প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰিলে। প্ৰশ্ন এটাই আছিল—বিলাত-যাত্ৰা সফল হবনে? আমি প্ৰশ্ন সোধা নাছিলোঁ, মনতে ভাবি থৈছিলো। মোক তেওঁ উত্তৰ দিলে যে এতিয়া নহয় বহুত

দিনৰ পিচত তোমাৰ ইচ্ছা পূৰ্ণ হ'ব। শুকদেৱক তেওঁ ক'লে, তোমাৰ ইচ্ছা খুব সোনকালেই পূৰ্ণ হ'ব। তৃতীয়জন বন্ধুক ক'লে, তোমাৰো ইচ্ছা কিছুদিনৰ পিচত পূৰ্ণ হ'ব। চতুৰ্থজনক ক'লে, তোমাৰ এই ইচ্ছা পূৰ্ণ নহব।

আমি এটা টকা দিলোঁ। প্ৰণাম কৰি ঘূৰি আহিলোঁ। আহোঁতে গোটেই বাটটোতে এই বুঢ়াই একোকে নাজানে বুলি ইতিকিং কৰি আহিলোঁ। মোৰ যোৱাৰ সকলো বন্দোবস্ত হৈ গ'ল আৰু মই নাযাম, আৰু শুকদেৱ, যাৰ সম্বন্ধে এতিয়ালৈকে কোনো কথাই ওলোৱা নাই তেওঁ খুব সোনকালে কেইদিনমানৰ ভিতৰতে যাব—এইটো কেনেকৈ হ'ব পাৰে। আমি সকলো হাঁহি উপহাস কৰি উভতি আহিলোঁ। তাৰ পিচতেই ঘৰৰ পৰা টেলিগ্ৰাম আহিল। মোৰ যোৱা একেবাৰে বন্ধ হ'ল। যেতিয়া মই ঘৰৰ পৰা ঘূৰি আহিলোঁ আৰু মোৰ নোযোৱাটো স্থিৰ হ'ল তেতিয়া শুকদেৱৰ যোৱাৰ কথা উঠিল। মোৰ কাপোৰ আৰু মোৰ টকাসৈ তেওঁ এদিন গুচিও গ'ল। কাপোৰ আৰু টকা হস্টেলত ইমান গোপনে ৰাখিছিলোঁ যে আমাৰ কোনো বন্ধুৱেই এই কথাৰ একোকে নাজানিছিল। শুকদেৱৰ ক্ষেত্ৰতো ভয় আছিল যে তেওঁৰ দেউতাকেও এইদৰে তেওঁৰ যোৱা বন্ধ কৰি দিয়েনেকি। সেই কাৰণে সেই কথাও গোপনে ৰখা হ'ল। তেওঁ ক'লৈকো নগৈছিল, কাৰো লগত মিলা-মিচা নকৰিছিল। সেই কাৰণে তেওঁৰ কথা একেবাৰে গোপনে আছিল। যোৱাৰ দিনা বন্ধুৰ আগত ঘৰলৈ যাওঁ বুলি ক'লে। আমি দুই তিনজন বন্ধু ষ্টেচনলৈ গলোঁ। তেওঁক ৰেলত তুলি দি বোম্বাইলৈ ৰাওনা কৰাই দিলোঁ। যেতিয়ালৈকে বোম্বাইৰ পৰা জাহাজ ৰাওনা হোৱাৰ খবৰ নাহিল তেতিয়ালৈকে আমাৰ অন্তৰত ভয় আছিল যে কেনেবাকৈ তেওঁকো কিজানি ধৰি আকৌ ঘূৰাই লৈ আহে। কিন্তু জাহাজ যোৱাৰ পিছতহে তেওঁৰ ঘৰৰ মানুহে খবৰ পালে। আনকি খুব ঘনিষ্ঠতা থকা কলিকতাৰ অতি ওচৰ সম্বন্ধীয় মানুহেও এই কথাৰ কোনো গুং-সূত্ৰ পোৱা নাছিল।

## ১৪। ছাত্ৰজীৱনৰ সমাপ্তি

শুকদেৱক পঠিয়াই মই কংগ্ৰেছৰ স্বেচ্ছাসেৱকৰ কামত লাগিলোঁ আৰু কংগ্ৰেছ হৈ যোৱাৰ পিচত আকৌ পঢ়িবলৈ লাগি গ'লোঁ। দেউতাৰ অসুখ বাঢ়ি গ'ল। কিছুদিনৰ ভিতৰতে তেওঁৰ অৱস্থা বেয়া হবলৈ ধৰিলে। খবৰ পোৱাত ককাইদেউ ডুমৰাঁৱৰ পৰা আৰু মই কলিকতাৰ পৰা ঘিৰাদেই পালোঁহি। অলপ দিনৰ ভিতৰতে তেওঁৰ মৃত্যু হ'ল। মৃত্যুৰ আগতে আমাৰ সকলোৰে লগত দেখা হ'ল। তেতিয়ালৈকে ককাই-দেউৰ দুজনী ছোৱালী আৰু জনাৰ্দ্দন নামৰ লৰাটোৰ জন্ম হৈছিল। মোৰো মৃত্যুঞ্জয়ৰ জন্ম সেই বছৰতে হয়। নাতি দেখি তেওঁ বৰ সন্তোষ পাইছিল। যেতিয়া বেমাৰ বেচি হ'ল সকলোকে গোটাই আশীৰ্ব্বাদ দিলে।

দেউতাৰ মৃত্যুত ঘৰত হুলস্থূল লাগিল। আমি সকলো খুব দুঃখিত হলোঁ; কিন্তু এটা কথাত মই আনন্দও পালোঁ যে মই বিলাতলৈ নগলোঁ ভালেই হ'ল। যদি গ'লোহেঁতেন আৰু তেওঁৰ এইদৰে মৃত্যু হ'লহেঁতেন তেন্তে মই কিমান যে দুখ পালোহেঁতেন ক'ব নোৱাৰোঁ। মই আকৌ কলিকতালৈ গুচি গলোঁ। ককাইদেউ ডুমৰাঁৱলৈ গ'ল। ঘৰৰ ব্যৱস্থাত ককাইদেৱে কিছুদিন আগৰে পৰাই চকু দিছিল। এতিয়া সম্পূৰ্ণ ভাৰ তেওঁৰ ওপৰতে পৰিল আৰু তেওঁ ডুমৰাঁৱৰ পৰা আহি মাজে সময়ে ঘৰ চাই গৈছিলহি। মোৰ খৰচ আদিৰ ব্যৱস্থাও তেৱেঁই কৰিছিল। তেওঁ পঢ়া দিনত মাজে সময়ে টকা-পইচাৰ অভাৱত কষ্ট সহ্য কৰিব লগা হৈছিল। ঘৰৰ পৰা টকা পাওঁতে মাজে মাজে পলম হৈছিল। কিন্তু তেওঁ দেউতা থকা সময়ত আৰু দেউতাৰ মৃত্যুৰ পিচতো মোক খৰচৰ কাৰণে চিন্তাত পৰিবলৈ নিদিছিল। তেওঁৰ অভিলাষ আছিল যে মই যেহেতু পঢ়াত চোকা আছিলোঁ আৰু সকলো পৰীক্ষাতে এইদৰে সফলতা লাভ কৰিছোঁ তেনেস্থলত মোক কেৱল পঢ়াতহে মন লগাবলৈ সম্পূৰ্ণ সুবিধা দিব লাগে আৰু অন্য কোনো চিন্তা কৰিবলৈ দিব নালাগে।

বৃত্তি মই সদায় যথেষ্ট পাই আহিছিলোঁ। সেই টকা দেউতা বা ককাইদেৱে কেতিয়াও খৰছৰ লগত ধৰা নাছিল। খৰছৰ টকা সদায় বেলেগে পঠাইছিল সেই টকাৰ পৰা মই কলেজৰ মাচুল দিছিলোঁ। বাকী টকা কিতাপ কিনাত লাগিছিল। বি-এ পাছ কৰাৰ পিচত দুটা বৃত্তি

পাইছিলোঁ। এটা মাহে ৫০৲ টকাকৈ প্ৰত্যেক মাহে পাইছিলোঁ। এই টকা মই খৰছ কৰি গৈছিলোঁ। দ্বিতীয় ৪০৲ টকাৰ যি বৃত্তি পাইছিলোঁ সেইটোৰ সৰ্ত্ত আছিল যে সেই টকা এম-এ পাছ কৰাৰ পিচত একেলগে পাম। এম-এ পাছ কৰাৰ পিচত একেলগে ৪৮০৲ টকা পাই সেই টকাৰে বিলাত যাত্ৰাৰ উন্মাদনাত যি কিছু ধাৰ কৰিছিলোঁ তাক শোধ কৰি দিলোঁ।

আগতেই কৈছোঁ যে এফ-এ পাছ কৰাৰ পিচত পৰীক্ষাৰ প্ৰতি এক উদাসীন ভাব হৈছিল। বি-এত মই কেনেকৈ প্ৰথম হলোঁ ক'ব নোৱাৰোঁ। এম-এৰ সময়ত এই উদাসীনতা আৰু বেচি হ'ল। এই বছৰটোত বিলাত-যাত্ৰাৰ উন্মাদনা আৰু দেউতাৰ মৃত্যুৰ কাৰণে সময় অন্য কামত অতিবাহিত হৈছিল। মনো বিচলিত হৈ পৰিছিল। ১৯০৭ চনৰ ফেব্ৰুৱাৰী কি মাৰ্চ্চ মাহত দেউতাৰ মৃত্যু হৈছিল ; পৰীক্ষা পিচৰ নবেম্বৰ নে ডিচেম্বৰত হ'বলগীয়া আছিল। গৰমৰ বন্ধত মই বন্ধুৰ লগত কিছুদিনৰ কাৰণে খৰচানলৈ ( কাৰ্চিয়াং ) গুচি গ'লো। তাতে পৰীক্ষাৰ কাৰণে পঢ়িবলৈ ধৰিলোঁ। এম-এ পৰীক্ষাত মই প্ৰথম হব নোৱাৰিলোঁ। মোৰ ওপৰত কেইবাজনো বন্ধু আছিল। ইয়াৰ কাৰণে মোৰ অলপো খেদ হোৱা নাছিল। কিয়নো মই কোনো আশাও কৰা নাছিলোঁ আৰু বিশেষ কোনো যত্নও কৰা নাছিলোঁ।

ইয়াৰ পিচত প্ৰশ্ন হ'ল কি কৰা যায়। পৰীক্ষা দি মই ডুমৰাঁৱলৈ ককাইদেউৰ ওৰচলৈ গুচি গলোঁ। কিছুমান দিন তাতে থাকিলোঁ। ওকালতিৰ পৰীক্ষা দিওঁনে নিদিওঁ ভাবিবলৈ ধৰিলোঁ। সেইফালে আৰু মন বহা নাছিল। এনে ভাবো হ'ল যে মই ওকালতিও কৰিব নোৱাৰিম। নিজৰ ওপৰত মোৰ আস্থা নোহোৱা হ'ল। চৰকাৰী চাকৰি নকৰাৰ ভাব মনত আগৰ পৰাই শিপাইছিল।

ইতিমধ্যে মোৰ বন্ধু বৈদ্যনাথ নাৰায়ণ সিংহই লিখিলে যে মই যদি মজঃফৰপুৰ কলেজৰ অধ্যাপক হৈ যাওঁ তেন্তে খুব ভাল হ'ব। তেওঁ সেই কলেজতে অধ্যাপনা কৰি আছিল। তেওঁ কোৱাৰ কাৰণে মই দৰ্খাষ্ট দিলোঁ। মোক সেই কামত নিয়োগ কৰিলে। ১৯০৮ চনৰ জুলাই মাহত কলেজ খোলাৰ পিচত মই তালৈ গুচি গলোঁগৈ। সেই কামত মন বহিছিল। সেই ঠাইৰ মানুহৰ লগত চা-চিনাকিও হলোঁ। কিন্তু ককাইদেউ সন্তুষ্ট হোৱা নাছিল। লাহে লাহে কলেজৰ আৰ্থিক অৱস্থা বেয়া হৈ যাবলৈ ধৰিলে। শেষত স্থিৰ হ'ল যে মই ওকালতিৰ

প্ৰস্তুতি কৰোঁ। কলেজৰ পঢ়া মই শেষ কৰিছিলোঁ ; কিন্তু পৰীক্ষা দিয়া নাছিলোঁ। ককাইদেউৰ মতে মই পুনৰ কলিকতালৈ আহি তাতে পৰীক্ষা দি ওকালতি আৰম্ভ কৰোঁ।

এইদৰে ছাত্ৰ-জীৱন সমাপ্ত হ'ল। সংসাৰত সোমোৱাৰ সময় আহি পৰিল। যেতিয়া সেই দিনৰ কথা মনলৈ আহে তেতিয়া ভাব হয় যেন সেইটো এটা সুখৰ যুগ আছিল। কেতিয়াবা কেতিয়াবা দুখ হয় যে সেই সময়খিনি যিমান ভাল ধৰণেৰে কামত খটুৱাব লাগিছিল সিমান কৰিব নোৱাৰিলোঁ। মই এই কথাৰ সুবিধা পাইছিলোঁ যে ককাইদেউ মোৰ পথ-প্ৰদৰ্শক আছিল। যিমান ভাল কথা আৰু ভাল প্ৰবৃত্তি মনত সোমাইছিল সেই সকলোৰে গুটি তেওঁৰেই মোৰ মনত সিঁচিছিল। পঢ়াৰ সময়ত মই যাতে কোনো ৰকমৰ কষ্ট অনুভৱ নকৰোঁ তাৰ ব্যৱস্থা তেওঁ সদায় কৰি আহিছিল। ঘৰত কিবা আৰ্থিক অসুবিধা হৈছে এনে কথা তেওঁ কেতিয়াও উপলব্ধি কৰিবলৈ দিয়া নাছিল। কলিকতাত আৰু তাৰ আগতে ছাপ্‌ৰাত মোৰ বন্ধু সকলৰ লগত সদায়েই সম্ভাৱ আছিল। মোৰ যিমানদূৰ মনত আছে কাৰো লগত কেতিয়াও খট্‌খাটো লগা নাছিল, কাজিয়াৰ তো কথাই নাই ; বৰঞ্চ সকলোৰে লগত খুব মৰমৰ ব্যৱহাৰ আছিল। কিছুমানৰ সৈতে খুব ঘনিষ্ঠতা হৈছিল আৰু সেই ঘনিষ্ঠতা সদায় থাকিল। যদিও পঢ়াত স্পৰ্দ্ধা আৰু প্ৰতিযোগিতা খুব হৈছিল তথাপি কোনেও কেতিয়াও মোৰ লগত চল-চাতুৰি কৰা নাছিল অথবা কাকো কেতিয়াও মই অৱহেলা কৰা নাছিলোঁ। যেতিয়াই কাৰোবাৰ কিবা অসুবিধা বা কষ্ট হৈছিল আমি সদায় ইজনে সিজনক সহায় কৰিছিলোঁ ; বৰং যি মোৰ প্ৰতিদ্বন্দ্বী বন্ধু আছিল তেওঁলোকৰ লগত মিলি জুলি পৰীক্ষাৰ কাৰণে পঢ়িছিলো। যেতিয়া মই এফ-এ পৰীক্ষাৰ কাৰণে পঢ়ি আছিলোঁ তেতিয়া মোৰ লগত এণ্ট্ৰেন্স পৰীক্ষাত দ্বিতীয় স্থান পোৱা বন্ধুজনৰ সৈতে একেলগে পৰীক্ষাৰ কাৰণে পঢ়িছিলোঁ। এইদৰে অন্যান্য পৰীক্ষাতো সকলোৱে মিলিজুলি পঢ়িছিলোঁ।

কলিকতালৈ যোৱা আৰু ইডেন হিন্দু হষ্টেলত থকা মোৰ কাৰণে বৰ লাভজনক হ'ল। কলিকতালৈ যোৱাতহে চকু মুকলি হ'ল। তালৈ নোযোৱা হ'লে কি হ'লহেঁতেন এই কথা ভবা অৰ্থহীন। কিন্তু মোৰ বিশ্বাস যে অন্য ক'তো মোৰ ইমান লাভ নহ'লহেঁতেন। ইডেন হিন্দু হষ্টেলত থকাৰ কাৰণে বঙালী বন্ধু সকলৰ লগত মিলিবলৈ যি সুবিধা পাইছিলোঁ বোধহয় অন্য ক'তো থকা হ'লে

তেনে সুবিধা নাপাওঁহেঁতেন। বঙালী বন্ধু সকলৰ স্মৃতি খুব সুখদায়ক। কাৰো বিৰুদ্ধে মোৰ কোনো ভাৱ হোৱা নাছিল আৰু তেওঁলোকৰো কোনোৱেই মোৰ লগত কেতিয়াও কোনো বেয়া ব্যৱহাৰ কৰা নাছিল। কোনেও কেতিয়াও কটু শব্দও ব্যৱহাৰ কৰা নাছিল। মই স্বীকাৰ কৰিছোঁ যে তেওঁলোকৰ লগত যি দিন কটালোঁ সি অত্যন্ত সুখপ্ৰদ আৰু লাভজনক আছিল। তেওঁলোকৰ লগত থাকি থাকি মই বিনা যত্নই বঙলা ভাষা ক'বলৈ শিকিলোঁ। আজিও মোৰ বহুত বন্ধু গোটেই বঙ্গদেশতে ভৰি আছে। বহুত দিনৰ পিচত মই যেতিয়া অসহযোগ আন্দোলনৰ দিনত বঙ্গদেশত ভ্ৰমণ কৰিবলৈ গৈছিলোঁ তেতিয়া য'লৈকে গৈছিলোঁ তাতেই পুৰণি জনা-শুনা বন্ধু পাইছিলোঁ আৰু অতীতৰ স্মৃতি জাগি উঠিছিল।

যেতিয়া মই কংগ্ৰেছৰ সভাপতি হলোঁ বিহাৰত পুনৰ ১৯৩৮-৩৯ চনত বঙালী-বিহাৰী প্ৰশ্ন উঠিল। তাৰ পিচত মই কংগ্ৰেছত এনে কিছুমান কাম কৰিব লগা হ'ল যি কাম বঙ্গদেশৰ কিছুমান মানুহে ভাল নাপালে। মোৰ বিষয়ে বহুত কটু আলোচনা হ'ল। কটু কথা লিখিলে। গালি-শপনিও যথেষ্ট পৰা হ'ল। কিন্তু মোৰ লগত তেওঁলোকৰ কিবা দ্বেষ ভাব বা বেয়া ভাব থকা বুলি মই আজিও নাভাবোঁ। ই কেনেকৈ হব পাৰে? ইমান দিনৰ সুন্দৰ বন্ধুত্ব, প্ৰেমৰ আদান-প্ৰদান, পুৰণি সুখকৰ স্মৃতি—এইবোৰ কথা মানুহে পাহৰিব পাৰেনেকি? কৰ্ত্তব্যৰ খাতিৰত যদি কেতিয়াবা কাৰো কাৰো লগত এনেকুৱা কামো কৰিব লগা হৈছিল যি কাম তেওঁৰ মনঃপুত নাছিল, মই যেতিয়া নিজৰ অন্তৰক প্ৰশ্ন কৰোঁ তেতিয়া সদায় এই উত্তৰ পাওঁ যে মই ইচ্ছা কৰি কাৰো কেতিয়াও অনিষ্ট কৰা নাই। যিয়েই নহওক, এই সকলো কথা পাহৰণিত নাইকিয়া হৈ যাব কিন্তু ল'ৰাকালতেই যি ছবি মই অন্তৰত আঁকিছিলোঁ সি কেতিয়াও মোচ খাই নাযায়। সেই সকলো স্মৃতি কেতিয়াও বিলীন হব নোৱাৰে আৰু বঙ্গদেশত থকা মোৰ পোন্ধৰটা বছৰে মোৰ জীৱনত যি দিলে মই সেই কথাও পাহৰিব নোৱাৰোঁ।

কলিকতাত বহুত বিহাৰীৰ লৈতেও মোৰ ঘনিষ্ঠতা হৈছিল। মই যেতিয়া কলিকতাত পঢ়িবলৈ গৈছিলোঁ তেতিয়া কলিকতাত খুব কম বিহাৰী ছাত্ৰ আছিল। লাহে লাহে তেওঁলোকৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। পিচত তো বহুত বিহাৰী ছাত্ৰ তালৈ গ'ল। আমি তাত নিজৰ বিহাৰী ক্লাব গঠন কৰি লৈছিলোঁ আৰু প্ৰতি সপ্তাহতে তাত গোট

খাইছিলোঁ। জাত-কুলৰ ইমান বিভেদ নৈ গৈছিলোঁ যে হিন্দু হষ্টেলত আমি নিজৰ কাৰণে বেলেগ চকুত বিহাৰী ব্ৰাহ্মণৰ হতুৱাই ভাত ৰন্ধাইছিলোঁ। যদিও মই ডাক্তৰ গণেশ প্ৰসাদৰ ভোজত যোগদান কৰিছিলোঁ তথাপি মই জাতিৰ বন্ধন খুব মানিছিলোঁ। তেওঁ মোৰ নিজৰ জাতৰ (কায়স্থ) মানুহ আছিল; নিজৰ ঠাইত (বিহাৰত) কোনো অন্য জাতৰ মানুহে চোৱা ভাত যেনেকৈ নাখাওঁ তেনেকৈ তাতো খোৱা নাছিলো। ইমান দিন তাত থাকিলোঁ কিন্তু বঙালী 'মেছ্'ত মই এদিনো নাখালোঁ।

বিহাৰী বন্ধুসকলৰ বহুতৰে লগত মোৰ ঘনিষ্ঠ সম্বন্ধ হৈছিল আৰু তেওঁলোক আজি কেইবাখনো জিলাতে সিচৰিত হৈ নিজ নিজ ঠাইত কিবা নহয় কিবা এটা কৰি আছে। সেইকাৰণে য'লৈকে যাওঁ কলিকতাৰ কোনো নহয় কোনো বন্ধুৰ লগত দেখা হয়েই। ঘনিষ্ঠ বন্ধুসকলৰ ভিতৰত চম্পাৰণ জিলাৰ শিকাৰপুৰৰ শ্ৰীঅৱধেশ প্ৰসাদ আৰু জগন্নাথ প্ৰসাদ; শাহাবাদৰ শ্ৰীশুকদেৱ প্ৰসাদ বৰ্ম্মা; ভাগলপুৰৰ শ্ৰীকৃষ্ণ প্ৰসাদ; ৰাঁচীৰ শ্ৰীবদৰীনাথ বৰ্ম্মা, বলভদ্ৰ প্ৰসাদ জ্যোতিষী, ডাক্তৰ সাধু সিংহ, ডাক্তৰ ৰাজেশ্বৰ প্ৰসাদ, বটুকদেৱ প্ৰসাদ বৰ্ম্মা, বিন্ধ্যবাসিনী প্ৰসাদ বৰ্ম্মা আদি আছিল। এওঁলোকৰ ভিতৰত কেইজনমানৰ মৃত্যু হ'ল আৰু কেইজনমান আজিও জীৱিত আছে। অৱধেশ প্ৰসাদ বাবুৰ লগত হোৱা বন্ধুত্ব বৰ ফলদায়ক হ'ল আৰু তাৰপৰা লাভ হ'ল। পিচত তেওঁৰ লগত বৈবাহিক সম্বন্ধও ঘটিল।

## ১৫। ওকালতিৰ প্ৰস্তুতি

মজঃফৰপুৰ কলেজত ৯।১০ মাহ কাম কৰি ১৯০৯ চনৰ মাৰ্চ্চ মাহত মই পুনৰ কলিকতালৈ ঘূৰি গলোঁ। সেইদিনত বি-এলৰ দুটা পৰীক্ষা হৈছিল। এটা পৰীক্ষা মই সোনকালে পাছ কৰিলোঁ আৰু দ্বিতীয় পৰীক্ষাৰ কাৰণে সাজু হ'ব লগা হৈছিল। হাইক'ৰ্টত ওকালতি কৰিবৰ কাৰণে যি কোনো এজন উকীলৰ লগত দুবছৰ কাম কৰিব লাগিছিল। এটা সৰু পৰীক্ষাও পাছ কৰিব লগা হৈছিল আৰু এই পৰীক্ষাত জজে

শিয়েই গোখা মেলা কৰিছিল। মই ইচ্ছা কৰা হ'লে বি-এ পাছ কৰাৰ পিচতে কোনো এজন উকীলৰ অফিচত নাম লগাই ১৯০৮ চনতে এই দুটা বছৰ সম্পূৰ্ণ কৰিব পাৰিলোহেঁতেন। কিন্তু সেই সময়ত এইকালে মন দিয়া নাছিলোঁ। সেইকাৰণে যেতিয়া মই ১৯০৯ চনত কলিকতালৈ গ'লো তেতিয়াৰ পৰা দুবছৰ ওকালতিৰ উমেদাৰী কৰিব লগা হৈছিল। কোনো এজন ভাল উকীলৰ লগত কাম শিকিবৰ মন গ'ল। এজন বন্ধুৱে মোক খানবাহাদুৰ চৈয়দ চামছুল হুদাৰ ওচৰলৈ পঠালে। সেই সময়ত তেওঁৰ তলত দুজনে কাম শিকি আছিল আৰু নিয়মতে দুজনেইহে থাকিব পাৰিছিল। তেওঁ ক'লে ঠাই খালি হলেই তোমাক (আৰ্টিকেল ক্লাৰ্ক) লম আৰু তেতিয়ালৈকে তোমাক এজন বন্ধুৰ লগত শিকাৰ ব্যৱস্থা কৰি দিছোঁ। তেওঁ মোক জহাদুৰ ৰহিম জাহিদৰ লগত থিক কৰি দিলে। এওঁৰো এজন ভাল উকীল আছিল। কিছুদিনৰ পিচত বিলাতলৈ গ'ল আৰু বেৰিষ্টাৰ হৈ আহিল। পিচত হাইক'ৰ্টৰ জজো হৈছিল। পিচত তেওঁ নিজৰ নামত 'সাহোৱৰ্দ্দী' যোগ দিছিল আৰু এইকাৰণে জষ্টিচ সাহোৱৰ্দ্দী নামেৰেই তেওঁ প্ৰখ্যাত হ'ল।

মই ভাবিছিলোঁ দুবছৰলৈকে যেতিয়া কোনো কাম নাই সেই কাৰণে পৰিশ্ৰম কৰি আইন ভাল ভাবে পঢ়ি ল'ম কিয়নো আইনৰ প্ৰতি আগৰে পৰা মোৰ খুব ভয় আছিল; আৰু লগতে উকীলৰ তাত কামো শিকি ল'ম। মই ককাইদেউৰ ওপৰত খৰছৰ ভাৰ দিবলৈ ইচ্ছা কৰা নাছিলোঁ। সেই কাৰণে আদিতে কিছুদিনৰ কাৰণে চিটি কলেজত প্ৰফেচাৰিও কৰিছিলোঁ। কিন্তু সিও মাত্ৰ কিছুদিনৰ কাৰণেহে। পিচত কিছুমান ছাত্ৰক ঘৰত পঢ়াইছিলো আৰু তাৰ পৰাই তাত থকাৰ খৰছ উলিয়াই লৈছিলোঁ। মই যি জন লৰাক পঢ়াইছিলোঁ তেওঁ জাষ্টিচ দিগম্বৰ চেটাৰ্জ্জীৰ পুতেক আছিল। এইদৰে ওকালতি কৰাৰ পূৰ্ব্বেই এজন জজৰ লগতো পৰিচয় হৈছিল।

যেতিয়া চামছুল হুদাৰ তাত ঠাই খালি হ'ল মই তেওঁৰ লগত কাম কৰিবলৈ আৰম্ভ কৰিলোঁ। মই সেই সময়খিনিৰ সদ্ব্যহাৰ কৰিলোঁ। সাধাৰণতে যি এনে ভাবে ভৰ্ত্তি হয় তেওঁলোকে খুব কম কামেই কৰিছিল আৰু শেষত দুবছৰ কটাই নাম মাত্ৰ পৰীক্ষা পাছ কৰি উকীল হৈ গৈছিল। মই এনে কৰা নাছিলোঁ। মই সদায় ৰাতিপুৱা চামছুল হুদাৰ ঘৰলৈ গৈছিলোঁ। তাত দহ বজালৈকে তেওঁৰ হাতৰ মোকৰ্দ্দমাৰ কাগজ পঢ়িছিলোঁ। তেওঁ কৈ দিয়া মতে তাৰ ওপৰত টোকা প্ৰস্তুত কৰিছিলোঁ।

আইনৰ দৃষ্টান্ত আদি পঢ়ি তেওঁৰ কাৰণে সকলো ঠিক কৰি দিছিলোঁ। অলপ দিনৰ ভিতৰতে তেওঁ দেখিবলৈ পালে যে তেওঁৰ কাৰণে সম্পূৰ্ণ সহায় হোৱা ভাল টোকা মই প্ৰস্তুত কৰি দিছোঁ আৰু 'জুনিয়ৰ' উকীলৰ বিশেষ প্ৰয়োজন নাই।

মই তেওঁৰ ঘৰৰ পৰা বহুত দূৰত এটা মেছত আছিলোঁ। কিছুদূৰ ট্ৰামত বাট লগা হৈছিল আৰু ট্ৰামৰ পৰা নামি প্ৰায় এমাইল খোজ কাঢ়িব লাগিছিল। তেওঁ খুব সোনকালে উঠি কাগজ আদি পঢ়িছিল। মই সাত বজাত হাজিৰ হৈ দহ বজালৈকে কাম কৰিছিলোঁ। আকৌ তেনেকৈয়ে নিজৰ মেছলৈ ঘূৰি আহিছিলোঁ। ভাত খাই এক বজাত হাইক'ৰ্টলৈ গৈছিলোঁ। হাইক'ৰ্টত মোকৰ্দ্দমাৰ বিচাৰ শুনিছিলোঁ। বিশেষকৈ যিবোৰ মোকৰ্দ্দমাত মই তেওঁক টোকা প্ৰস্তুত কৰি দিছিলোঁ সেইবোৰ মোকৰ্দ্দমা শুনি বৰ ভাল পাইছিলোঁ। সন্ধ্যা হাইক'ৰ্টৰ পৰা ঘূৰি মোৰ মেছ থকা ঠাই তাৰ পৰা প্ৰায় চাৰি মাইল দূৰৰ ভৱানীপুৰলৈ গৈ ৰাতি ল'ৰা পঢ়াইছিলোঁ আৰু ৰাতি ৯৷১০ বজাত উভতি গৈ শুইছিলোঁ। এইদৰে যথেষ্ট পৰিশ্ৰম কৰিছিলোঁ। মই কামো ভাল ধৰণেৰে শিকি ললোঁ। পিচত চামছুল হুদাই এদিন মোক ক'লে —তোমাৰ অহা যোৱাত বহুত সময় লাগে আৰু কষ্টও বহুত হয়, তুমি মোৰ ঘৰলৈকে আহাঁ আৰু যি বন্দবস্ত কৰিবলৈ কোঁৱা তাকে কৰি দিম। তেওঁ মোক এটা কোঠাত শুবলৈ আৰু এটা কোঠাত বন্ধা-বঢ়া কৰিবলৈ দি দিলে। মই তাত থাকিবলৈ ললোঁ। তেতিয়া ৰাতি আৰু ৰাতিপুৱাও তেওঁ যেতিয়া ৪৷৫ বজাত উঠে দৰকাৰ হলে মোক মাতি নিয়ে। নিজৰ লগতে মোক সদায় তেওঁৰ গাড়ীত কাছাৰীলৈ লৈ গৈছিল। তেওঁৰ লগত ঘনিষ্ঠতা ইমান বাঢ়িল যে মোক ঘৰৰ ল'ৰাৰ নিচিনাকৈ ব্যৱহাৰ কৰিবলৈ ধৰিলে।

আজিকালি হিন্দু-মুছলমানৰ প্ৰশ্ন যেতিয়া ইমান ব্যাপক হৈ উঠিছে তেনেস্থলত এটা সৰু ঘটনা উল্লেখ কৰা ভাল হ'ব। চামছুল হুদা চাহাব নামী উকীল আছিল। মুছলমানৰ এজন নেতা বুলিও মানিছিল। মুস্লিম লীগৰ সভাপতিও হৈছিল। বিশ্ববিদ্যালয়ৰ ছিনেটৰ আৰু লেজিছ্লেটিভ কাউন্সিলৰ মেম্বাৰো হৈছিল। পিচত বঙ্গদেশৰ গৱৰ্ণৰৰ একজিকিউটিভ কাউন্সিলৰ মেম্বাৰো হৈছিল। হাইক'ৰ্টৰ জজ পৰ্য্যন্ত হৈছিল। লেজিছ্লেটিভ কাউন্সিলৰ সভাপতিও হৈছিল। 'চাৰ' উপাধিও পাইছিল। সেই সময়ত তেওঁ মাত্ৰ খানবাহাদুৰহে আছিল কিন্তু হাইক'ৰ্টত মোক্তেল আৰু জজ দুয়োৱে তেওঁক বৰ সন্মান কৰিছিল। তেওঁৰ হাতত

মোকৰ্দমাও বহুত আছিল। তেওঁৰ প্ৰকৃতিও বৰ ভাল আছিল। ধাৰ্ম্মিক প্ৰবৃত্তিৰ মানুহ আছিল। মুছলমান ছাত্ৰ সকলক কিছু বৃত্তিও দিছিল। কিছুমান ছাত্ৰই কেৱল খোৱাৰ সময়ত তালৈ আহি খাই গৈছিলহি।

মই তেওঁৰ ঘৰত আছিলোঁ। বকৃৰীদৰ দিন আহি পৰিল। সেই চুবুৰীটোৱেই মুছলমানৰ চুবুৰী আছিল আৰু তাত সৰহ সংখ্যক লোক মুছলমানেই আছিল। মই ভাবিছিলোঁ যে হয়তো এই সময়ত তেওঁৰ ঘৰত বা আশে পাশে অন্যৰ ঘৰত গৰু হালাল কৰিব। মই সনাতনী হিন্দু আছিলোঁ। মই ভাবিলোঁ এই সুবিধাতে দুই-চাৰিদিন ক'ৰবালৈ আঁতৰি যোৱা ভাল হ'ব। মই তেওঁক একোকে নোকোৱাকৈয়ে মনে মনে তাৰ পৰা গুচি গলোঁ। মেছলৈ গৈ বন্ধুৰ লগত থাকিলোঁগৈ আৰু তিনি-চাৰি দিনৰ পিচত ঘূৰি আহিলো। মই ক'লৈ গৈছিলোঁ তেওঁ সুধিলে। মই সকলো কথা খুলি নকলোঁ মাত্ৰ ইয়াকে ক'লো যে দুই তিন দিনৰ কাৰণে বন্ধুৰ ওচৰলৈ গৈছিলোঁ।

তেওঁ ক'লে—"মই বুজিছোঁ তুমি বকৃৰীদৰ কাৰণে ইয়াৰ পৰা গুচি গৈছিলা। তুমি ভাবিছিলা যে ইয়াত গৰু হালাল কৰিব সেই কাৰণে ইয়াত থকা উচিত নহব। তুমি মোৰ প্ৰতি অন্যায় কৰা নাইনে? তুমি ভাবি ল'লা যে মই তোমাৰ মনৰ ভাবৰ কোনো চিন্তাই নকৰিম? তুমিতো তুমিয়েই, মোৰ ঘৰত কেইবাটাও হিন্দু চাকৰ আছে। ফুলনিৰ মালী হিন্দু, গাই গৰু পুহিবৰ কাৰণে হিন্দু চাকৰ; কি মই সিহঁতৰ মনৰ কথা একো নাভাবোঁৱেই? সিহঁতে অন্তৰত দুখ নাপায়নেকি? তুমি মোক সুধিব লাগিছিল। মোৰ ঘৰত হিন্দু চাকৰ থকাৰ কাৰণে গৰু হালাল কৰা নহয়।"

মই বৰ লাজ পালোঁ। মই বুজিলোঁ যে মই তেওঁৰ প্ৰতি অন্যায় কৰিছিলোঁ। সেই সময়ত বঙ্গ-ভঙ্গ আন্দোলন চলিয়েই আছিল। বঙালী মুছলমান সকলে এই আন্দোলনৰ বিৰোধিতা কৰিছিল। চামছুল হুদাৰ আচল ঘৰ আছিল পূৰ্ববঙ্গত আৰু তাত হিন্দু-মুছলমানৰ সংঘৰ্ষও খুব হৈছিল। তেওঁ নিজে বঙ্গ-ভঙ্গৰ পক্ষ সমৰ্থন কৰিছিল। এইবোৰ হোৱা সত্বেও তেওঁৰ মনৰ ভাব এনেকুৱাই আছিল আৰু আমাৰ লগত ব্যৱহাৰ আছিল এনে।

ইয়াৰ ভিতৰতে মই বি-এল পৰীক্ষাও পাছ কৰি লৈছিলোঁ। এই পৰীক্ষাত মই কোনো মনোযোগ দিয়া নাছিলোঁ কোনোৰকম কেৱল পাছ কৰিলোঁ। মোৰ আৰ্টিকেল ক্লাৰ্কৰ দুটা বছৰ শেষ হওঁ হওঁ হওঁতেই

তেওঁ বঙ্গৰ গৱৰ্ণৰৰ একজিকিউটিভ কাউঞ্চিলৰ মেম্বাৰ হোৱাৰ খবৰ আহিবলৈ ধৰিলে। তেওঁ এই কথাটো জানিলে। তেওঁ মোক ক'লে যে এতিয়া আৰু বহুত দিনৰ কাৰণে ওকালতি কৰিব নোৱাৰিব আৰু ওকালতি আৰম্ভ কৰাৰ পিচত মই তেওঁৰ পৰা এইদৰে আৰু সহায় নাপাম। কিন্তু মই ভাবিলোঁ যে বহুত কথাই শিকিলোঁ আৰু মই নিজেই সকলো কৰিব পাৰিম। ১৯১১ চনৰ আগষ্ট মাহত মই ওকালতি আৰম্ভ কৰিলোঁ। যিদিনা ভৰ্ত্তি হৈছিলোঁ সেইদিনা তেওঁ মোক এটা মোকৰ্দ্দমা দিয়ালে। তেওঁ নিজে মোৰ লগত গৈ জজৰ আগত বহিল আৰু মোক যুক্তিতৰ্ক কৰিবলৈ দিলে। হাইক'ৰ্টত ওকালতি আৰম্ভ কৰাৰ পিচত মাত্ৰ কেইদিনমানৰ কাৰণেহে হাইক'ৰ্ট খোলা আছিল। তাৰ পিচত দুৰ্গা-পূজাৰ দীঘলীয়া বন্ধ হ'ল। বন্ধৰ আগতেই মই বিহাৰলৈ গুচি গ'লোঁ। তাত পূজনীয় মালব্যজীয়ে হিন্দু বিশ্ববিদ্যালয়ৰ কাৰণে দান সংগ্ৰহ কৰাৰ কামত বিহাৰ ভ্ৰমণ কৰিছিল। কেইদিনমান সেই কামত লাগি থাকিলোঁ। হাইক'ৰ্ট খোলাত মই যেতিয়া কলিকতা পালোঁহি তেতিয়া চামছুল হুদাৰ নিয়োগৰ খবৰ ফুটি ফাটি গৈছিল। মোক্কেল সকলে ভাবিবলৈ ধৰিলে যে তেওঁ আৰু ওকালতি নকৰে। আঢ়ৈ মাহ তিনিমাহ বন্ধৰ পিচত হাইক'ৰ্ট খুলিলে। এই তিনি মাহত জমা হৈ থকা বহুতো নতুন মোকৰ্দ্দমা দাখিল হয়। চামছুল হুদা চাহাবৰ ওচৰলৈ যিবোৰ মোকৰ্দ্দমা আহিছিল তাৰে কিছুমান তেওঁ মোক দিয়ালে। টকা কম পাওঁ বা নাপাৱেই; কিন্তু তেওঁ ক'লে যে এতিয়াতো মই আৰু নাথাকিম, এই মোকৰ্দ্দমা বিলাক তোমাৰ হাতত থাকিব; যদি কাম ভালকৈ কৰা তেন্তে মোক্কেলে তোমাৰ হতুৱায়েই কাম কৰাই থাকিব। এই কথা উল্লেখ কৰাৰ উদ্দেশ্য কেৱল মোৰ প্ৰতি তেওঁৰ মৰম দেখুৱাবলৈকে নহয় বৰং অন্য এটা উদ্দেশ্যৰ ফালৰ পৰাও আৱশ্যক আছিল।

কিছুদিনৰ পিচত এই মোকৰ্দ্দমাবিলাকৰ ভিতৰৰে এটাৰ শুনানীৰ কাৰণে দিন ধাৰ্য্য হ'ল। মোক্কেলে মোক নিয়মমতে ফিজ দি থোৱা নাছিল যদিও ওকালতনামাত মোৰ চহী থকাৰ কাৰণে ফিৰিস্তত মোৰ নামো ওলাল। অন্য এজন উকীলকো পিচত মোক্কেলজনে ধৰিলে। কিন্তু চামছুল হুদা চাহাবে এনেকৈ যিমানবোৰ মোকৰ্দ্দমাত মোৰ নাম লিখাই থৈ গৈছিল সেই সকলোবোৰ শুনানীৰ সময়ত মই তেওঁৰ কাগজ পত্ৰ খুব পঢ়ি লৈছিলোঁ আৰু আইন আদি চাই সাজু হৈ গৈছিলো। সেইদিনাও সেইদৰে তৈয়াৰ হৈ গৈছিলো। আইন সম্বন্ধীয় বহুত প্ৰশ্ন উঠিছিল।

মোৰ চিনিয়ৰ উকীলে সিমান চাই যোৱা নাছিল। মোকৰ্দ্দমা জাষ্টিচ চাৰ আশুতোষৰ এজলাচত আছিল। মই মোৰ চিনিয়ৰ উকীলৰ হাতত্ত এটাৰ পিচত এটাকৈ আইনৰ দৃষ্টান্ত দি যাবলৈ ধৰিলোঁ। চাৰ আশুতোষে সকলো দেখি আছিল। অলপ সময়ৰ পিচত তেওঁ মোকেই সুধিলে, আৰু কি কি দৃষ্টান্ত আছে কৈ দিয়া মই কিতাপ খুজি পঠাওঁ। পিচত এটা ভাল ফইচলা লিখালে আৰু এই ফইচলা ৰিপ'ৰ্টত প্ৰকাশ হ'ল।

এই ঘটনাটো হৈ গ'ল। মই মোকৰ্দ্দমাৰ কথা পাহৰিব লগা হওঁতেই দুদিনৰ পিচত মোৰ লগত প্ৰায়ে একেলগে কাম কৰা আৰু বিশ্ববিদ্যালয়ৰ ছিণ্ডিকেতৰ সভ্য অন্য এজন উকীলে মোক সুধিলে যে ল কলেজৰ প্ৰফেচাৰ পদ যাচিলে মই ল'মনে। মই বৰ আচৰিত হৈ গলোঁ কিয়নো এই বিষয়ে মই কাকো একো কোৱা নাছিলোঁ। বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ চাৰ আশুতোষৰ তাত যদিও উকীলৰ দৰবাৰৰ নিচিনা হৈ থাকে, তেওঁকো মই লগ পোৱা নাছিলোঁ আৰু কোনো কথা কোৱাও নাছিলোঁ। মই এই কথাও নাজানিছিলোঁ যে মোৰ নিচিনা দুবছৰ ওকালতি কৰা উকীলেও এনে পদ পাব পাৰে। মই বৰ আচৰিত হৈ তেওঁক সুধিলোঁ—মই কাৰো লগত দেখা কৰা নাই আৰু দৰ্খাষ্টও দিয়া নাই তেনেহলে মই এই কাম কেনেকৈ পাব পাৰোঁ। তেতিয়া তেওঁ ক'লে—তুমি কোনো এটা মোকৰ্দ্দমাত চাৰ আশুতোষৰ এজলাচত কাম কৰিছিলা তাকে দেখি তেওঁ বৰ ভাল পালে, তুমি তেওঁক গৈ এবাৰ দেখা কৰিবা। মই গ'লোঁ আৰু কেইদিনমানৰ পিচত মই ল-কলেজৰ কাম পালোঁ। মোকৰ্দ্দমাত টকা বেচি নাপাইছিলো কিন্তু পঢ়াবৰ কাৰণে ঘৰত খুব আইন পঢ়িব লাগিছিল আৰু তাৰপৰা খুব লাভ হৈছিল। এইদৰে এটা নজনা নুশুনা আৰু টকা নোপোৱা মোকৰ্দ্দমাৰ পৰা মই এই সন্মান পালোঁ।

ওকালতি আৰম্ভ কৰা আগৰ আৰু এটা কথা লিখোঁ। আগতে কৈ আহিছোঁ যে মই জাষ্টিচ দিগম্বৰ চেটাৰ্জ্জীৰ ল'ৰাটোক অলপ পঢ়াইছিলোঁ। তেওঁৰ লগত চিনা-পৰিচয় হৈছিল কিন্তু কোনো ঘনিষ্ঠতা হোৱা নাছিল। মই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত ভালকৈ পাছ কৰিছিলোঁ বুলি তেওঁ জানিছিল আৰু সেই কাৰণেই তেওঁৰ ল'ৰাকো পঢ়াবলৈ দিছিল। মই ওকালতি আৰম্ভ কৰিম বুলি জানি তেওঁ এদিন মোৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। তেওঁ মোক সুধিলে—তোমাৰ সম্বন্ধীয় কোনো উকীল আছেনে? মই ক'লোঁ কোনো নাই। প্ৰকৃততে মোৰ শহৰৰ ঘৰৰ কেইবাজনো উকীল আছিল কিন্তু তেওঁলোকে যুক্ত প্ৰদেশৰ বলিয়াত

ওকালতি কৰিছিল। বিহাৰত মোৰ কোনো আত্মীয় এই কামত নাছিল। এই কথা শুনি তেওঁ ক'লে—এইটো বৰ ভাল কথা। মই আচৰিত হলোঁ কিয়নো মোৰ ধাৰণা আছিল যে যদি কোনো আত্মীয় কুটুম্ব উকীল থাকে তেন্তে ওকালতিৰ আৰম্ভনিতে তেওঁ সহায় কৰিলে মোকৰ্দ্দমা পোৱা হয়; এইদৰে মোকৰ্দ্দমা হাতলৈ আহে।

মই মোৰ মনৰ কথা তেওঁক খুলি ক'লোঁ। তেতিয়া তেওঁ ক'বলৈ ধৰিলে "তোমাৰ সম্বন্ধীয় উকীল বিশেষকৈ নাম কৰা উকীল নাই এইটো তুমি তোমাৰ সৌভাগ্য বুলি ভাবিবা। যদি কোনো উকীল থাকিলহেঁতেন তেন্তে তেওঁৰ পৰা তুমি কিছু মোকৰ্দ্দমা পালাহেঁতেন; কিন্তু মোক্কেলে তোমাক উকীল নধৰিলহেঁতেন। তেওঁলোকে ভাবিলে-হেঁতেন যে এজন ডাঙৰ উকীলৰ খাতিৰত এজন অকৰ্ম্মন্য উকীলকো ৰাখিছোঁ। তোমাৰ ওপৰত তেওঁলোকৰ বিশ্বাসো নাহে আৰু কেতিয়াও তোমাক শ্ৰদ্ধা নকৰে। এই কাৰণে তেওঁলোকে অন্য উকীলো নিশ্চয় ৰাখিব। তুমিও অন্যই তক কৰিব এই ভাবি বিশেষ একো নকৰিলা-হেঁতেন। এনেকৈ তুমি কাম ঢিলাই দিলাহেঁতেন। তুমি তৰ্ক কৰিবলৈও কম সুবিধা পালাহেঁতেম। আগলৈ নিজৰ পৰিশ্ৰমৰ বলেৰে যদি ভাল উকীলো হোৱা আৰু যদি সেই মোক্কেলবোৰ আহে তেন্তে তেওঁলোকে তোমাক মনত পেলাই দিব যে আৰম্ভনিতেই তেওঁলোকেই তোমাক উকীল ৰাখিছিল। এই কথাত তুমিও কৃতজ্ঞ হলাহেঁতেন আৰু এনে মোক্কেলৰ পৰা টকা ল'ব নোৱাৰিলাহেঁতেন। ধনী মোক্কেলবোৰ এনেকুৱাই হয়। যদি কেতিয়াবা দুখীয়া মোক্কেল তোমাৰ ওচৰলৈ আহে তেন্তে অভ্যাসৰ কাৰণেই তুমি তেওঁলোকৰ প্ৰতি বিশেষ মনযোগ নিদিয়া; কিয়নো টকা দিয়ক বা নিদিয়ক অথবা তেওঁলোকৰ মোকৰ্দ্দমাত তুমি নিজে দায়িত্ব লৈ কাম কৰিবলৈ সুবিধা পোৱা বা নোপোৱা তোমাৰ ওচৰলৈ ধনী মোক্কেল আহিছেই, গতিকে এই কথাত তোমাৰ গৰ্ব্বও হ'ব। যেতিয়া সহায় কৰা কোনো সম্বন্ধীয় উকীল নাথাকে তেতিয়া তুমি কেতিয়াও এনে ধৰণৰ মোক্কেল নোপোৱা। তুমি ভালকৈ পঢ়া শুনা কৰা বুলি জানি দুখীয়া মোক্কেল তোমাৰ ওচৰলৈ আহিব, টকা কম দিব কিন্তু তোমাকেই সিহঁতৰ সৰ্ব্বস্ব বুলি ভাবিব আৰু অন্য কোনো উকীল নাৰাখে। তুমিয়েই সিহঁতৰ মোকৰ্দ্দমাৰ সকলো কাম কৰিব লাগিব। গতিকে যিমানদূৰ পাৰা তুমি নিজেই ভাল ধৰণেৰে প্ৰস্তুত হ'বা। এইদৰে কাম কৰিবলৈ সুযোগ পাবা।

যেতিয়া মোকৰ্দমাত জিকিবা তেতিয়া তেওঁলোকে আৰু দহজন দুখীয়াৰ আগত তোমাৰ প্ৰশংসা কৰিব। এই কথাই তোমাৰ বিজ্ঞাপনৰ কাম দিব। অন্যান্য দুখীয়া মোক্কেল আহিব আৰু তোমাৰ নাম হ'ব। ইয়াত নাথাকে কাৰো সহায় আৰু নাথাকে কাৰো কৃতজ্ঞতা। যেতিয়া এইদৰে ওকালতি বাঢ়ি যাব তেতিয়া ডাঙৰ মোক্কেল আপোনা-আপুনি আহিব। তেওঁলোকে তোমাক খোচামোদ কৰিব আৰু পুৰণি কৃতজ্ঞতাৰ কথা সোঁৱৰাবলৈ নাপাব আৰু তুমিও তেওঁলোকৰ পৰা সসম্মানে টকা ল'ব পাৰিবা। সেইকাৰণে পৰিশ্ৰম কৰি কাম কৰিবলৈ শিকা। ওকালতি আগলৈ ভাল হ'ব।"

তেওঁৰ কথাৰপৰা মই অন্তৰত খুব সাহ পালোঁ। তেওঁ যিমানবোৰ কথা কৈছিল আখৰে আখৰে সঁচা হ'ল। আৰম্ভনিতে কেৱল দুখীয়া মোক্কেলহে পালোঁ। মই প্ৰথমৰপৰাই অন্য উকীলৰ সহায় নোলোৱাকৈ কাম কৰিবলৈ সুযোগ পালোঁ। ইয়াৰ কাৰণে পৰিশ্ৰমো কৰিব লগা হৈছিল আৰু বুদ্ধিও বাঢ়িছিল। ধনী বুলিব পৰা মোক্কেল এজন কি দুজনহে পাইছিলোঁ। তেওঁলোকৰ লগত পুৰণি সম্বন্ধ আছিল সেই কাৰণেহে মোৰ ওচৰলৈ আহিছিল; নহলে বাকী সকলোবোৰ দুখীয়াই আছিল।

যি সময়ত মই ওকালতিৰ প্ৰস্তুতি কৰি আছিলোঁ তেতিয়া আৰু এটা ঘটনা ঘটিছিল যিটো উল্লেখ কৰা নিতান্তই আৱশ্যক। যদি সেই ঘটনাৰ কথা পূৰ্ণ হ'লহেতেন তেন্তে মোৰ জীৱনৰ ধাৰা অন্য হৈ গ'লহেঁতেন। কিন্তু সেইটো নহল। বোধহয় ভালেই হ'ল যে সেই-সময়ত মোৰ মনৰ কেঁচা সপোন ভাগি যোৱা নাছিল। সেই ঘটনা আছিল মাননীয় গোখ্‌লেৰ লগত দেখা-সাক্ষাৎ।

## ১৬। মাননীয় গোখ্‌লেৰ লগত পৰিচয়

১৯১০ চনত মই ওকালতিৰ পৰীক্ষাৰ কাৰণে পঢ়ি আছিলোঁ। কলিকতাত এটা মেছত আছিলোঁ। তাত আৰু দুই চাৰিজন বিহাৰী বন্ধুও আছিল। মোৰ ককাইদেউও তালৈ গৈছিল। মই হাইক'ৰ্টলৈ প্ৰায় সদায় গৈছিলোঁ; এদিন হাইক'ৰ্টত বেৰিষ্টাৰ মিষ্টাৰ পৰমেশ্বৰ

লালে মোক ক'লে—তুমি আৰু শ্ৰীকৃষ্ণ দুয়ো গৈ গোখ্লেক দেখা কৰি আহিবা, তেওঁ তোমালোক দুয়োকো মাতিছে। মই এই কথা শুনি আচৰিত হলোঁ, কিয়নো ইতিপূৰ্ব্বে মাননীয় গোখ্লেৰ লগত দেখা কৰাৰ সৌভাগ্য মোৰ হোৱা নাছিল। তেওঁ মোক জানিববো কোনো কাৰণ নাছিল। মিষ্টাৰ পৰমেশ্বৰ লালে ক'লে—তেওঁ বিহাৰৰ দুজনমান উদীয়মান ছাত্ৰক লগ পাব খুজিছে, মই তোমালোক দুইৰো নাম ক'লোঁ। কথা এইটো আছিল যে আজি কিছুদিনৰ আগতে দুৰ্ভাগ্যবশতঃ অকালতে মৃত্যু হোৱা শ্ৰীকৃষ্ণপ্ৰসাদ আৰু মই দুয়ো ছাত্ৰ-সন্মেলনত আগ ভাগ লৈছিলোঁ। সেইকাৰণে আমাক বহুতে জানিছিল। মিষ্টাৰ পৰমেশ্বৰ লালেও এইকাৰণেই আমাৰ দুয়োৰো নাম কৈছিল।

আমি দুয়ো মাননীয় গোখ্লে আহি য'ত আছিলহি তাতে লগ পালোঁগৈ। তেওঁ কিছুদিন আগতে "চাৰভেণ্টচ্ অব ইণ্ডিয়া চোছাইটি" স্থাপন কৰিছিল। তেওঁ বিহাৰৰ কিছুমান ভাল ডেকাল'ৰাই তাত যোগ দিয়াতো বিচাৰিছিল। তেওঁ দেশৰ সেৱাৰ ওপৰত জোৰ দি তাত যোগ দিবলৈ ক'লে। আমি দুয়ো বিশ্ববিদ্যালয়ৰ পৰীক্ষাত ভাল ধৰণেৰে পাছ কৰিছোঁ আৰু এতিয়া ওকালতিৰ কাৰণে প্ৰস্তুতি কৰিছোঁ বুলি জানিছিল। তেওঁ ক'লে—"হব পাৰে তোমালোকৰ ওকালতি খুব ভাল হ'ব, বহুত টকা উপাৰ্জ্জন কৰিব পাৰিবা, খুব আৰামত আৰু ভোগ বিলাসত দিন কটাবা। ধনী মানুহৰ নিচিনাকৈ ডাঙৰ ঘৰ, ঘোঁৰা-গাড়ী, লগুৱা আদি সকলো দেখনিয়াৰ বস্তু তোমালোকে ঘটিব পাৰিবা। কিন্তু কিছুমান ল'ৰাৰ ওপৰত দেশৰো দাবী থাকে আৰু যেহেতু তোমালোক পঢ়া-শুনাত ভাল ল'ৰা সেইকাৰণে সেই দাবী তোমালোকৰ ওপৰত আৰু বেচি।" নিজৰ সম্বন্ধে তেওঁ ক'লে—"মোৰ সন্মুখতো এই প্ৰশ্ন উঠিছিল। মই দুখীয়া মানুহৰ ঘৰৰ ল'ৰা আছিলোঁ। মোৰ ঘৰত সকলোৱে আশা কৰিছিল যে মই যেতিয়া পঢ়ি উঠিম তেতিয়া টকা উপাৰ্জ্জন কৰি সকলোকে সুখী কৰিব পাৰিম। কিন্তু মই যেতিয়া তেওঁলোকৰ আশাত পানী ঢালি দেশ-সেৱাৰ ব্ৰত গ্ৰহণ কৰিলোঁ তেতিয়া মোৰ ককাইদেৱে ইমান দুখ পাইছিল যে তেওঁ কিছুদিন মোৰ লগত কথা-বতৰাকে নাপাতাছিল; কিছুদিনৰ পিচত তেওঁ সকলো কথা বুজিলে আৰু পুনৰ মোক খুব মৰম কৰিবলৈ ধৰিলে। হ'ব পাৰে যে এইবিলাক তোমালোকৰ ক্ষেত্ৰতো হ'ব, কিন্তু বিশ্বাস কৰা শেষত সকলোৱে তোমালোকৰ পূজা কৰিবলৈ ধৰিব। মানুহৰ সকলো আশা

তোমালোকৰ ওপৰতে, কিন্তু কোনে জানে তোমালোকৰ যদি মৃত্যুও হয় তেন্তে মানুহে সেইকথা সহ্য কৰিবই।"

এইদৰে তেওঁ প্ৰায় দেড় দুই ঘণ্টা আমাৰ লগত কথা পাতিলে। তেওঁৰ কথা কোৱা ধৰণো এনেকুৱা আছিল যে তাৰ প্ৰভাৱ আমাৰ অন্তৰত খুব দকৈ পৰিছিল। শেষত তেওঁ ক'লে—"ঠিক এতিয়াই উত্তৰ দিয়াৰ আৱশ্যক নাই, কিয়নো প্ৰশ্ন গহীন, ভাবি চিন্তি মোৰ লগত আকৌ এদিন দেখা কৰিবা আৰু তেতিয়া নিজৰ মত জনাবা।" আমি তাৰপৰা একৰকম নিজকে হেৰুৱাৰ নিচিনা হৈ ওলাই আহিলোঁ। তেওঁৰ কথাৰ ইমান প্ৰভাৱ পৰিছিল যে অন্য কথা ভাবিবই নোৱাৰিছিলোঁ।

আমি দুয়ো তেওঁৰ কথাৰ চিন্তা কৰিবলৈ ধৰিলোঁ। মোৰ কেইবা-দিনলৈকে টোপনি নাহিল। খোৱা-বোৱা সকলোবোৰ কেৱল নাম মাত্ৰ হে হ'ল। স্বদেশী আন্দোলনৰ দিনত দেশৰ কথা সম্মুখত উপস্থিত হৈছিল। দেশ-সেৱাৰ ভাবো যেতিয়াই তেতিয়াই জাগি উঠিছিল। কিন্তু ইয়াৰ আগতে এনেদৰে কেতিয়াও এই প্ৰশ্ন উঠা নাছিল আৰু কেতিয়াও এনে ডাঙৰ মানুহৰ সৈতে দেখা হৈ এনে অন্তস্পৰ্শী শবদ শুনিবলৈ সৌভাগ্য হোৱাও নাছিল।

এহাতে তেওঁ কোৱামতে দেশৰ সেৱাৰ কাৰণে আমাৰ মিচিনা লোকৰ সেৱাৰ আৱশ্যক; আনহাতে ককাইদেউৰ ওপৰত ঘৰৰ সকলো বোজা জাপি দিয়া। মোৰ দুটা ল'ৰা আৰু তেওঁৰ তিনিজনী ছোৱালী আৰু এটা ল'ৰা ইতিমধ্যে হৈছিল। আই এতিয়ালৈকে জীৱিত আছিল। তেওঁ কি ক'ব, ঘৰৰ অন্য মানুহৰ কেনেকুৱা দুখ হ'ব ইত্যাদি ভাবনা চিন্তাই ইমান জুমুৰি দি ধৰিলে যে আগতে কোৱাৰ দৰে খোৱা-বোৱা পৰ্য্যন্ত প্ৰায় নাইকিয়া হৈ গৈছিল। আমাৰ দুয়োৰো বাহিৰে অন্য কোনেও এই কথা নাজানিছিল। ককাইদেউ লগতে আছিল কিন্তু তেওঁকো কোৱা নাছিলোঁ। অন্য বন্ধুকো কোৱা নহল। হাইক'টলৈ যোৱাও বন্ধ আছিল। ফুৰা-চকাও বন্ধ হ'ল। ক'ৰবাত নহয় ক'ৰবাত নিৰ্জান ঠাই বিচাৰি বহা আৰু চিন্তা কৰাইহে কাম হ'ল। প্ৰায় দহ-বাৰ দিন এইদৰে কটালোঁ। ককাইদেউৰ সন্দেহ হ'ল যে মোৰ গা বৰ ভাল নহয়। তেওঁক কিবা এটা কৈ গা সাৰিলোঁ। মোৰ নিজৰ মনেই অস্থিৰ আছিল তেওঁক আৰু কি ক'ম?

কেইদিনমান এইদৰে চিন্তা কৰাৰ পিচত মই এদিন স্থিৰ কৰিলোঁ যে মই মাননীয় গোখলেৰ কথা মানি তেওঁৰ চোছাইটিত যোগ দিয়া উচিত।

ককাইদেৱে মনত খুব দুখ পাব বুলি মোৰ ভয় লাগিছিল আৰু সেইকাৰণে ককাইদেউক কথাটো খুলি ক'বলৈ মোৰ সাহ হোৱা নাছিল। এখন দীঘলীয়া চিঠিত সকলো কথা খুলি লিখিলোঁ আৰু মোক যাবলৈ দিবৰ কাৰণে অনুমতি বিচাৰিলোঁ। এদিন তেওঁ ক'ৰবাত ফুৰিবলৈ যাওঁতে মই তেওঁৰ বিচনাৰ ওপৰত চিঠিখন থৈ দিলোঁ। মই ওচৰতে থকা কলেজ স্কোয়াৰত বহি থাকিলোঁগৈ। তেওঁ চিঠি পঢ়িলে আৰু মোক বিচাৰিবলৈ লাগিল। দেখা নহল। মই যেতিয়া ঘূৰি আহিলোঁ তেতিয়া তেওঁ বৰ ব্যাকুল হোৱা দেখিলোঁ। তেওঁ সেই ৰাতি একোকে ক'ব নোৱাৰিলে। মই দেখিবলৈ পালোঁ যে যি ভাবে মোক জুমুৰি দি ধৰিছিল সেই ভাবেই তেওঁকো জুমুৰি দি ধৰিছে। তেওঁৰ মনে বিচাৰে মোক বাধা নিদিবৰ কাৰণে কিন্তু নিজৰ পৰিয়ালৰ ইমান ডাঙৰ বোজা ব'বলৈও তেওঁ নিজকে অসমৰ্থ বুলি ভাবিছে। তেওঁ মোৰ ওচৰলৈ আহি উচুপি উচুপি কান্দিবলৈ ধৰিলে। ময়ো নিজকে বাধা দিব নোৱাৰি কান্দিবলৈ ধৰিলোঁ।

মইতো তেওঁৰ কথাৰ পৰাই তেওঁৰ মনৰ ভাব গম ধৰিব পাৰিলোঁ। আৰু বেচি কিবা ক'বলৈ মোৰ সাহ নহল। ঘৰলৈ গৈ আই, খুৰী আৰু বাইদেউৰ লগতো পৰামৰ্শ কৰাটোৱেই স্থিৰ হ'ল। মই মাননীয় গোখ্‌লেৰ ওচৰলৈ গৈ এই কথা ক'লোঁ। মই বুজিলো যে এতিয়া আৰু এওঁলোক সকলোৰে মোৰ প্ৰতি থকা মৰমৰ বান্ধ ছিঙিব পৰা নহব। তেওঁকো এই কথা কৈ দিলোঁ আৰু তেৱোঁ আশা এৰি দিলে। মোৰ বন্ধু শ্ৰীকৃষ্ণই শেষ সিদ্ধান্ত লোৱাৰ আগতে এবাৰ পুণালৈ গৈ সকলো কথা চাবলৈ বিচাৰিলে। মাননীয় গোখ্‌লেই এই কথা পছন্দ কৰিলে। পুণালৈ গৈ শ্ৰীকৃষ্ণ তাত কিছুদিন থাকিলে। কিন্তু শেষত তেৱোঁ স্থিৰ কৰিলে যে তেওঁ চোছাইটিত যোগদান কৰিব নোৱাৰে।

আমি দুয়ো ভাই ককাই জিৰাদেই পালোঁগৈ। তাত ঘৰত তিৰোতা মানুহে যেতিয়া সকলো কথা শুনিলে তেতিয়া তেওঁলোক ব্যাকুল হৈ উঠিল। আয়ে মোক ইমান ভাল পাইছিল যে তেওঁ কেতিয়াও একো নকৈছিল। কিন্তু মোৰ বাইদেৱে সদায় চোকা কথা কৈছিল আৰু তেওঁ ক'লে তুমি বিলাতলৈ যোৱাৰ কথা কৈ দেউতাক কন্দুৱালা আৰু এতিয়া এই বয়সত সাধু হ'বলৈ বিচাৰি ককাইদেউৰক কন্দুৱাইছা। ইয়াকে কৈ তেৱোঁ কান্দিবলৈ আৰম্ভ কৰিলে। গোটেই ঘৰতে কোলাহল আৰম্ভ হ'ল। এই কোলাহলত কলিকতাতে দুৰ্ব্বল হোৱা মোৰ মনৰ বাকী থকা সাহকণো এতিয়া একেবাৰে নাইকিয়া হৈ গ'ল।

ঘৰত কিছুদিন থাকি মই আকৌ কলিকতালৈ ঘূৰি আহিলোঁ। ঘৰত সকলোৰে বিশ্বাস হ'ল যে মই তেওঁলোক সকলোৰে ইচ্ছাৰ বিৰুদ্ধে এনে কাম নকৰোঁ। এইবোৰ গুণা-গথা কৰোঁতে প্ৰায় চাৰি পাঁচ সপ্তাহ কাটি গ'ল। মই যোৱাৰ সিদ্ধান্ত ত্যাগ কৰিলোঁ যদিও অন্তৰত দুখ বৈ গ'ল। কেইবাসপ্তাহলৈকে অলপ উদ্বিগ্ন হৈ থাকিলোঁ। লাহে লাহে সেই উদ্বিগ্নতা দূৰ হ'ল। কিন্তু ফলস্বৰূপে অলপ দিনৰ পিছতে হ'ব লগা বি-এস পৰীক্ষা মোৰ কাৰণে কঠিন সমস্যা হৈ পৰিল। পঢ়াত মন নবহিল। পৰীক্ষাৰ দিন চমু চাপি আহিল। কোনো ৰকমে পৰীক্ষা পাছ কৰিলোঁ। পঢ়াই নাছিলোঁ যেতিয়া উচ্চ স্থান পোৱাৰ প্ৰশ্নই নাছিল। পাছ কৰা নকৰা লৈ অন্তৰত ভয় লাগিছিল কিন্তু কোনোৰকমে পাছ কৰি গলোঁ। তাৰ এবছৰৰ পিচত ওকালতি আৰম্ভ কৰিলোঁ কিয়নো তাৰ আগলৈকে আৰ্টিকেল ক্লাৰ্কৰ সময় পূৰ্ণ হোৱা নাছিল। ওকালতিৰ আৰম্ভনিৰ কথা ওপৰত উল্লেখ কৰি আহিছোঁ।

## ১৭। তিলক-যৌতুক প্ৰথা

ওপৰত উল্লেখ কৰা ঘটনাৰ কিছুদিনৰ পিছতেই আইৰ মৃত্যু হ'ল। পূজাৰ দীঘলীয়া বন্ধত মই ঘৰলৈ আহিছিলোঁ। কাতি মাহতো সন্ধ্যা গা ধুই তুলসী পূজা কৰা আৰু চাকি জ্বলোৱা তেওঁৰ অভ্যাস আছিল। ইয়াতে এদিন ঠাণ্ডা লাগিল আৰু জ্বৰ আৰু কফৰ বেমাৰ হ'ল। আমি দুয়ো ভাই-ককাই ঘৰতে আছিলো। বহুত ঔষধ-পাতি খুওৱা হ'ল কিন্তু তেওঁ নাথাকিল। চাৰি পাঁচদিন বেমাৰৰ পিচত তেওঁৰ মৃত্যু হ'ল। সেই সময়তে ককাইদেউৰ ভৰিত অলপ বিষ হৈছিল। মানুহৰ মাজত এনে এটা ভাব আছিল যে পিতাকৰ শ্ৰাদ্ধ ডাঙৰ লৰাই আৰু মাকৰ শ্ৰাদ্ধ সৰু লৰাই কৰিব লাগে। সেই কাৰণে সকলো কাম ময়েই কৰিলোঁ।

ককাইদেউৰ ডাঙৰ ছোৱালীজনী ইমান ডাঙৰ হৈছিল যে তাইৰ বিয়া পতাতো আৱশ্যক হৈ পৰিছিল। আই জীয়াই থকা অৱস্থাৰ পৰাই কথা বতৰা চলি আছিল। আমাৰ সমাজত ছোৱালীৰ বিয়া এটা ডাঙৰ জঞ্জাল। প্ৰথমে পছন্দমতে উপযুক্ত ল'ৰা পোৱা টান। জাত-কুলৰ

অসুবিধা আছেই। ইয়াৰ বাহিৰেও এইটোও চাব লগা হৈছিল যে ল'ৰাৰ ঘৰৰ অৱস্থা কিছু টনকীয়াল হয় যাতে ছোৱালীয়ে তালৈ গৈ কষ্ট নাপায়। সৰু কালতে বিয়া হোৱাৰ কাৰণে ল'ৰা স্বাৱলম্বী নহয়। এই কাৰণে ঘৰৰ মানুহৰ ওপৰতে ছোৱালীৰ পালন-পোষণৰ ভাৰ পৰে আৰু ঘৰখন ইয়াৰ কাৰণে যোগ্য হয় নে নহয় সেইকথা চাবলগীয়া হয়। মোৰ নিজৰ বিয়া প্ৰায় এঘাৰ বছৰ বয়সত হৈছিল। মোৰ বয়স পঁচিশ ছাব্বিশ বছৰ হৈ গ'ল। এতিয়ালৈকে পঢ়িয়েই থাকিলোঁ। মজঃফৰপুৰত প্ৰফেচাৰী কাম কৰাৰ কেইমাহমানৰ বাহিৰে আজিলৈকে টকা ঘটা নাই। ককাইদেৰেও এতিয়ালৈকে কোনো উপাৰ্জ্জন কৰা নাছিল। স্কুলৰ চাকৰিত যি অলপ পাইছিল সিয়ো তাতেই খৰছ হৈছিল। এই কাৰণে ঘৰত যি জমিদাৰী আছিল তাৰ পৰাই সকলো কাম চলি আছিল। ককাইদেৰে ভাল ব্যৱস্থা কৰিছিল। এই কাৰণে দেউতাৰ মৃত্যুৰ সময়ত যি কষ্ট অনুভৱ কৰিছিলোঁ এতিয়া তেনেকুৱা কষ্ট অনুভৱ কৰা নাই। তথাপিও ছোৱালীৰ বিয়াত বহুত খৰছ হয়েই।

ছোৱালীৰ বিয়াৰ কাৰণে ভাল ঘৰ আৰু ল'ৰা পালেই ল'ৰাৰ ঘৰৰ মানুহক মান্তি কৰোৱাটো নিচেই সাধাৰণ কাম নহয়। সেইদিনত ল'ৰা প্ৰায়ে কমবয়সীয়া হোৱাৰ কাৰণে ল'ৰাক মান্তি কৰাব লগা নহৈছিল আৰু মাক-বাপেকৰ সম্মতিয়েই ল'ৰাৰো সম্মতি বুলি ধৰি লোৱা হৈছিল। তেতিয়াৰ পৰা আজিলৈকে বহুত পৰিবৰ্ত্তন হ'ল। আজিকালি ল'ৰাৰ বয়স কিছু বাঢ়িলেহে বিয়া পতা হয় আৰু বিদ্বান শিক্ষিত কায়স্থ পৰিয়ালত এই কথা বিশেষকৈ খাটে। ল'ৰাৰ মাক-বাপেকৰ মত পোৱাটো বৰ সহজ নাছিল। তেওঁলোকেও কন্যাৰ পক্ষৰ মানুহৰ ঘৰ আৰু পৰিয়ালৰ বিষয়ে খবৰ লৈ কন্যাপক্ষৰ মানুহ তেওঁলোকৰ সমকক্ষ হয়নে নহয় এই বিষয়ে সন্তুষ্ট হ'ব লাগিছিল। এই সকলো বিচাৰ কৰাৰ পিচত তিলক-যৌতুকৰ প্ৰশ্ন উঠিছিল।

ছোৱালীৰ ঘৰৰ পৰা বৰ-পূজাৰ সময়ত টকা, বাচন-বৰ্ত্তন, কাপোৰ-কানি দিব লগা হৈছিল; আমাৰ সমাজত ইয়াক তিলক বুলি কোৱা হয়। আকৌ বিয়াৰ সময়ত বৰ-যাত্ৰী আহি পোৱাৰ পিচতো সকলো বস্ত্ৰ আৰু নগদ টকা দিব লগা হৈছিল। ছোৱালীক টকা দিয়াটো পিতাকৰ ধৰ্ম্ম হ'ব পাৰে কিন্তু আমাৰ সমাজত দেউতাকে নিজৰ ইচ্ছা আৰু মৰমেৰে দিয়াৰ কথা নাথাকে। বিয়াৰ আগতেই কথা-বতৰা পাতি ঠিক কৰি লোৱা হয় যে তিলকৰ সময়ত ইমান দিব লাগিব আৰু বিয়াৰ

সময়ত দৰা আহি পোৱাৰ পিছত ইমান যৌতুক দিব লাগিব। এই প্ৰথা হেজাৰ চেষ্টাৰ পিচতো আজিও চলি আছে। সকলো জাতীয় সভাতেই প্ৰস্তাৱ পাছ কৰা হয় যে এই প্ৰথা তুলি দিব লাগে কিন্তু কাৰ্য্যতঃ এই প্ৰথা বাঢ়িহে গৈছে। যি জাতৰ মাজত এই প্ৰথা নাছিল তেওঁলোকৰ মাজতো এই প্ৰথা চলিবলৈ ধৰিছে। য'ত আগৰে পৰা চলিছিল তাত তিলক-যৌতুকৰ টকাৰ দাবী আজি কালি খুব বাঢ়ি গৈছে।

যদি মোৰ বিয়া আজি হ'ব লগা হ'লহেঁতেন আৰু মই যদি সেই প্ৰথা অনুসৰি তিলক-যৌতুক লৈ বিয়া কৰিবলৈ বিচাৰিলোহেঁতেন তেনেহলে মোৰ নিচিনা বিশ্ববিদ্যালয়ৰ পৰীক্ষাত সফল হোৱা ছাত্ৰৰ কাৰণে য'ত মোৰ বিয়াত প্ৰায় দেড় দুই হাজাৰ টকা পাইছিলোঁ, আজি-কালিৰ হিচাবত দহ-পোন্ধৰ হাজাৰ টকাও বৰ বেচি বুলি নাভাবিলহেঁতেন। এতিয়া দৰ-দাম ইমান বাঢ়ি গ'ল আৰু বাঢ়িব লাগিছে যে কোনো ঠিকনা নোহোৱা হৈছে। যাৰ ঘৰত একো নাই কিন্তু যি পঢ়াত চোকা তেনে পৰিয়ালে সাধাৰণ ভাবে তিনি হাজাৰৰ দাবী কৰেই।

অৱশ্যে এটা কথা বেলেগ হৈছে। মোৰ বিয়াৰ সময়ত ন'ৰাক সন্তোষ দিয়াৰ কথা নুঠিছিল কিয়নো দহ-বাৰ বছৰৰ ন'ৰাক পুতলা দিয়েই সন্তুষ্ট কৰিব পৰা গৈছিল আৰু ন'ৰাৰ লগত বিয়াৰ কথা পতা অথবা ন'ৰাই নিজে বিয়াৰ কথা পতা অতি বেয়া বুলি ভাবিছিল। এইকাৰণে যদি মাক দেউতাক মান্তি হৈছিল তেন্তে সিয়েই যথেষ্ট বুলি ধৰা হৈছিল। কিন্তু আজি কালি লিখা-পঢ়া কৰা ন'ৰাক বেলেগে মান্তি কৰাব লাগে। তেনে ন'ৰাই নিজৰ দাবী বেলেগে উত্থাপন কৰে আৰু সেই হিচাপে দাবী বা মূল্য বহুত বাঢ়ি যায়।

ককাইদেউৰ ছোৱালীৰ বিয়া আগৰে পৰা পৰিচিত এখন ঘৰৰ লগত হোৱাৰ কথা আছিল কিয়নো ন'ৰাৰ ককায়েকহঁত আমাৰ লগত কলিকতাত পঢ়িছিল। সেইকাৰণে সকলো কথা সহজে ঠিক হোৱাৰ আশা আছিল। কিন্তু পুৰণি সংস্কাৰ সোনকালে নাযায় সেইকাৰণে আমিও কষ্ট কৰিবলগীয়া হ'ল। ঈশ্বৰৰ কৃপাত সম্বন্ধ খুব ভাল হ'ল আৰু দুয়ো পক্ষ খুব সন্তুষ্ট হ'ল। সকলো হোৱাৰ পিচতো ঘৰত টকা নাছিল। ধান ঘৰৰে আছিল সেইকাৰণে তাৰ বাবে বৰ চিন্তা নাছিল। কিন্তু নগদ খৰচৰ কাৰণে আমি দুয়ো ভাই-ককায়ে টকা ধাৰলৈ ল'বলগীয়া হৈছিল।

## ১৮। ওকালতি আৰম্ভ আৰু এম-এল পৰীক্ষা

ভতিজাজনীৰ বিয়াৰ কিছুদিনৰ পিচতেই মই কলিকতাত ওকালতি আৰম্ভ কৰিলোঁ। আৰম্ভনিৰ কিছু কথা আগতে উনুকিয়াইছোঁ। কাম আৰম্ভ কৰাৰ লগে লগে মই মোকৰ্দ্দমা পাবলৈ ধৰিলোঁ। মই যি দিনাৰ পৰা ওকালতি আৰম্ভ কৰিলোঁ সেইদিনাৰ পৰাই ঘৰৰ পৰা খৰছৰ কাৰণে কেতিয়াও একো লোৱা নাই। মই এই কথা সদায় ভাবিছিলোঁ যে ঘৰৰ পৰা কিবা বিচাৰিব লাগিলে ককাইদেউৰ ওপৰত বৰ ডাঙৰ বোজা পৰিব, বিশেষকৈ তেওঁৰ ছোৱালীজনীৰ বিয়াৰ খৰছৰ পিচত তেওঁৰ অসুবিধা এতিয়া আৰু বেচি হ'ব। কিন্তু ঘটনাক্ৰমে এনে হৈছিল যে প্ৰায় প্ৰতি মাহতে মোৰ কিছু উপাৰ্জ্জন হৈছিল আৰু খৰছৰ কাৰণে সেয়ে যথেষ্ট আছিল। সৰুসুৰা নগৰৰ তুলনাত কলিকতাত কিছু বেচি খৰছ হয় যদিও কাম চলি গৈছিল। জাষ্টিচ চেটাৰ্জ্জীয়ে কোৱা মতে মোৰ ওচৰলৈ চহকী মোক্কেল অহা নাছিল। কেৱল ৰায়বাহাদুৰ হৰিহৰ প্ৰসাদ সিংহয়েইহে মই যি দিনাৰপৰা ওকালতি আৰম্ভ কৰিলোঁ সেইদিনাৰ পৰা তেওঁৰ জমিদাৰিৰ সৰু-বৰ সকলো মোকৰ্দ্দমা মোৰ হাতত দিলে। তেওঁ মোক চিনি পাইছিল আৰু বিলাতলৈ যাবলৈ ওলাওঁতে কিছু টকাও মোক দিছিল। ঘটনাক্ৰমে মোৰ ওকালতিৰ শেষ মোকৰ্দ্দমাও তেওঁৰেই আছিল কিয়নো মই ওকালতি এৰিবৰ সময়ত তেওঁৰেই এটা বৰ ডাঙৰ মোকৰ্দ্দমাত মই কাম কৰি আছিলোঁ।

দুখীয়া মোক্কেলৰ মোকৰ্দ্দমাত সাধাৰণতে আৰু আন উকীল নাছিল সেই কাৰণে প্ৰায় সদায় ময়েই তৰ্ক কৰিব লাগিছিল। পৰিশ্ৰম কৰি কাম কৰিছিলোঁ আৰু সেইকাৰণে জজসকলেও মোক বৰ সোনকালেই চিনি পাবলৈ ধৰিলে। বহুতৰে জজৰ লগত খুব মিলা-মিচা কৰাটো অভ্যাস; মই কেতিয়াও এনে নকৰিছিলোঁ। এজ্‌লাচতেই তেওঁলোকৰ লৈতে মোৰ দেখা-শুনা হৈছিল। যি সকলৰ এজ্‌লাচত মই কাম কৰিবলৈ সুবিধা পাইছিলোঁ তেওঁলোকৰ বহুতেই মোক ভাল পাইছিল। চাৰ লৰেন্স জেনকিন্‌স চীফ জাষ্টিচ আছিল। মোৰ ওকালতি আৰম্ভ কৰাৰ এবছৰ ডেৰ বছৰৰ পিচতেই তেওঁ কামৰ পৰা অৱসৰ ল'লে কিন্তু ইমান কম দিনৰ ওকালতিতে তেওঁ মোৰ প্ৰতি ইমান প্ৰসন্ন হৈছিল

যে যোৱাৰ সময়ত নিজৰ হাতৰ আখৰেৰে লৈতে তেওঁৰ এখন ফ'টো মোক দি গৈছিল। চাৰ আশুতোষৰ কথা আগতেই লিখিছোঁ যে তেওঁ মোক এদিন জুনিয়ৰ উকীল হিচাপে কাম কৰা দেখি ল-কলেজত প্ৰফেচাৰী কৰিবলৈ দিলে। এইদৰে মই নিজৰ সফলতাত খুব সুখী হৈছিলোঁ।

মজঃফৰপুৰ কলেজৰ মোৰ পুৰণি বন্ধু বাবু বৈদ্যনাথ নাৰায়ণ সিংহয়ো কলিকতালৈ আহি মোৰ লগতে ওকালতি আৰম্ভ কৰিছিল। আমাৰ দুয়োৰো ভিতৰত ঘনিষ্ঠ বন্ধুত্ব হৈছিল। ইয়াৰ ভিতৰতে ১৯১১ চনৰ ডিচেম্বৰ মাহত ৰাজদৰবাৰৰ সময়ত বিহাৰ প্ৰদেশ বঙ্গদেশৰপৰা পৃথক হোৱাৰ ঘোষণা কৰিলে আৰু ১৯১২ চনৰ এপ্ৰিল মাহৰ পৰা বিহাৰ এক নতুন প্ৰদেশ হ'ল। এতিয়ালৈকে বেলেগ হাইক'ৰ্ট আৰু বিশ্ববিদ্যালয় স্থাপন হোৱা নাছিল। বিহাৰৰ মোকৰ্দ্দমা কলিকতাতহে বিচাৰ হৈছিল আৰু বিহাৰৰ ছাত্ৰই কলিকতা বিশ্ববিদ্যালয়ৰেই পৰীক্ষা দিছিল। কিন্তু প্ৰদেশ বেলেগ হোৱাৰ অলপ দিনৰ পিছতেই বেলেগ হাইক'ৰ্ট কৰাৰ কথা উঠিল। জাৰ্মানীৰ লগত যুদ্ধ আৰম্ভ হোৱাত এই কামত অলপ পলম হোৱাৰ সম্ভাৱনা আহি পৰিছিল কিন্তু পলম নহল আৰু গম পালোঁ যে ঘৰ আদি তৈয়াৰ হৈ যোৱাৰ পিছতেই হাইক'ৰ্টো আৰম্ভ হ'ব।

বৈদ্যনাথ বাবুৱে মোক ক'লে যে এম-এল পৰীক্ষা দিব লাগে। মই সেই সময়ত একান্তমনেৰে ওকালতিত লাগি গৈছিলোঁ আৰু খুব সফল হোৱাৰ কামনা কৰিছিলোঁ। মই তেওঁৰ কথা মানি ললোঁ। আমি দুয়ো একেলগে এম-এল পৰীক্ষাৰ কাৰণে পঢ়িবলৈ ধৰিলোঁ। কলিকতা বিশ্ববিদ্যালয়ৰ সকলো পৰীক্ষাতকৈ এইটোৱেই টান পৰীক্ষা বুলি ধৰা হৈছিল। আমাৰ দুয়োৰো কাছাৰীতো কাম যথেষ্ট আছিল আৰু সেইকাৰণে পঢ়িবলৈ সময় কম পাইছিলোঁ। ল-কলেজৰ প্ৰফেচাৰ হৈ যোৱাৰ পিচতো মই সময়ৰ অভাৱ আৰু বেচি অনুভৱ কৰিব লৈ ধৰিলোঁ। কেতিয়াবা কেতিয়াবা এই পৰীক্ষাৰ জঞ্জালৰ পৰা আঁতৰি থাকৰ মনো গৈছিল। কিন্তু বৈদ্যনাথ বাবুৱে এৰিব নুখুজিছিল। তেওঁ বাৰে বাৰে জোৰ দি মোক পঢ়িবলৈ কৈ থাকিবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা মাষ্টৰে ছাত্ৰক যেনেকৈ পঢ়ায় তেৰেো মোক তেনেকৈ পঢ়াইছিল। তেওঁ মোক বাৰে বাৰে কৈছিল—"আপুনি এণ্ট্ৰেন্সৰ পৰা বি-এ লৈকে সকলো পৰীক্ষাতে প্ৰথম হ'ল, এম-এত অলপ তল পৰিল আৰু বি-এল কোনোৰকমেহে পাছ কৰিলে। এই শেষৰ

পৰীক্ষা দুটাৰ ফলাফল আপোনাৰ ছাত্ৰ-জীৱনৰ কলঙ্ক। এই কলঙ্ক ধুই পেলাব লাগে আৰু এম-এল পাছ কৰিহে এই কলঙ্ক ধুব পাৰিব।" তেওঁৰ এই বিচাৰ-বিবেচনা আৰু মাষ্টৰীৰ ফল স্বৰূপে আমি দুয়ো খুব পৰিশ্ৰম কৰিবলৈ ধৰিলোঁ। স্থিৰ হ'ল যে ১৯১৫ চনৰ ডিচেম্বৰত হ'ব লগা পৰীক্ষাত আমি দুয়ো বহিম আৰু এই সিদ্ধান্ত গ্ৰহণ কৰি তাৰ কাৰণে প্ৰস্তুত হ'বলৈ ধৰিলোঁ।

এই পৰীক্ষাৰ কাৰণে মই যিমান পৰিশ্ৰম কৰিছিলোঁ অন্য কোনো পৰীক্ষাৰ কাৰণে সিমান পৰিশ্ৰম কৰা নাছিলোঁ। এন্ট্ৰেন্সত তো একো নজনাকৈয়ে সফল হলোঁ। এফ-এত সফল হ'বলৈ জানি-শুনি চেষ্টা কৰিছিলোঁ কিন্তু তথাপি তাতো ইমান পৰিশ্ৰম কেতিয়াও কৰা নাছিলোঁ। বি-এত তো কোনো পৰিশ্ৰমেই কৰা নাছিলোঁ। এম-এ আৰু বি-এলৰ সময়ত অন্য কথাৰ চিন্তাত আছিলোঁ। কিন্তু এম-এল পৰীক্ষাৰ সময়ত শেষৰ দুই তিনি মাহ দিনে পোন্ধৰ ষোল ঘণ্টালৈকে পঢ়িছিলোঁ। কাছাৰী, ল-কলেজ আৰু পৰীক্ষাৰ পঢ়া আটাইবোৰ মিলাই ইমান পৰিশ্ৰম হ'ল যে এবাৰ খুব টান বেমাৰত পৰিলোঁ আৰু ভয় খাই গলোঁ যে এতিয়া সকলো আশা শেষ হৈ যাব।

১৯১৬ চনৰ মাৰ্চ্চ মাহত পাটনাত হাইক'ৰ্ট খোলাৰ কথা আছিল। আমি দুয়ো জানিছিলোঁ যে যদি কলিকতাত থাকোঁতেই আমি পাছ কৰিব নোৱাৰোঁ তেন্তে পাটনালৈ গৈ আমাৰ দ্বাৰা এই কাম নহব। ১৯১৫ চনৰ পৰীক্ষাই আমাৰ কাৰণে প্ৰথম আৰু শেষ পৰীক্ষা হ'ব; এই কাৰণে আমি নিশ্চয় পাছ কৰিব লাগিব। পৰীক্ষাৰ সময়ত জজক কৈ কিছুদিনৰ কাৰণে ছুটী ললো আৰু আমাৰ মোকৰ্দ্দমাৰ দিন স্থগিত ৰাখিলোঁ। আমাৰ মোকৰ্দ্দমাবোৰ প্ৰায়ে বিহাৰৰেই আছিল; এই কাৰণে কিছুদিনৰ পৰা মোকৰ্দ্দমাবোৰ সেইসকল জজৰ আদালতলৈই দিয়া হৈছিল যি সকল পাটনালৈ অহাৰ কথা আছিল। মোকৰ্দ্দমা স্থগিত ৰাখিবলৈ কোৱাৰ কাৰণে তেওঁলোকে আনন্দেৰে স্থগিত কৰি দিলে।

পৰীক্ষা দি উঠি হাইক'ৰ্টৰ লগে লগে আমি পাটনালৈ গুচি আহিলোঁ। পাটনালৈ অহাৰ পিচত পৰীক্ষাৰ খবৰ পালোঁ। আমি দুয়োৱেই হে পাছ হলোঁ। এই পৰীক্ষা পাছ কৰা প্ৰথম বিহাৰী আমি দুয়োৱেইহে। মই প্ৰথম বিভাগত পাছ হলোঁ আৰু বৈদ্যনাথ বাবু দ্বিতীয় বিভাগত পাছ হ'ল। পিচত খবৰ পালো যে মই বহুত বেচি নম্বৰ পাইছিলোঁ। বিশ্ববিদ্যালয়ৰ নিয়ম অনুসৰি এম-এল পাছ কৰাৰ পিচত মৌলিক ৰচনা

লিখি দি ডি-এল উপাধি পাব পাৰি আৰু এইদৰে আইনৰ ডক্টৰ হ'ব পাৰে। আমি দুয়ো পাটনাত চিন্তা কৰিলো যে কোনো এটা ভাল বিষয়ে ৰচনা লিখা যাওক। এই বিষয়ে চাৰ গুৰুদাস বানাৰ্জ্জীৰ লগতো দেখা কৰি তেওঁৰ মতামত লৈছিলোঁ।

কলিকতাত ওকালতি কৰা কালৰ কিছুমান সৰু-সুৰা মনোৰঞ্জক কথা আছে। ওকালতি আৰম্ভ কৰাৰ কিছুদিনৰ পিচত এজন মোক্কেলৰ মুক্তিয়াৰে মোৰ ঘৰলৈ এটা আপীল দাখিল কৰিবলৈ লৈ আহিল। তেওঁ এজন চিনিয়ৰ উকীলো ৰখাৰ পক্ষপাতী আছিল। তেওঁ মোক খুব ভাল ওকালতি থকা আৰু বিহাৰৰ বহুত মোকৰ্দ্দমা থকা এজন উকীলৰ নাম ক'লে। মই ডাঙৰ উকীলৰ লগত কাম কৰিবলৈ সুযোগ পাম বুলি ভাবি বৰ আনন্দ পালোঁ। তেওঁৰ লগত মোৰ চিনা-পৰিচয় নাছিল।

আমি দুয়ো তেওঁৰ ঘৰ পালোঁগৈ। মই কাগজ পঢ়ি নিজৰ বুদ্ধিমতে আপীলৰ দৰ্খাস্ত লিখি লৈছিলোঁ। সন্ধ্যাৰ সময়ত আমি দুয়ো ওলালোঁগৈ। তেওঁ কাম কৰি আছিল। তেওঁৰ ৰাতি কাম কৰাৰ অভ্যাস নাছিল। সন্ধ্যা হলেই কাম বন্ধ কৰে আৰু পিচদিনা ৰাতি পুৱাই পুনৰ কামত ধৰে। আমি গৈ পাওঁতে তেওঁ কাগজ-পত্ৰ সামৰিছিল। মুক্তিয়াৰ জনক তেওঁ আগৰে পৰা চিনি পাইছিল আৰু কি কাম আছে বুলি তেওঁক সুধিলে। মুক্তিয়াৰ জনে কলে যে এটা দ্বিতীয় আপীল দাখিল কৰিব লাগে। তেওঁ পিচদিনা মুক্তিয়াৰ জনক আহিবলৈ ক'লে আৰু কোনোবা জুনিয়ৰ উকীলৰ হতৰাই দৰ্খাস্ত আদি লিখালে নে নাই সুধিলে। মুক্তিয়াৰে ক'লে যে সকলো ঠিক হৈ আছে। এই কথা শুনি তেওঁ জুনিয়ৰৰ নাম সুধিলে। মুক্তিয়াৰে মোৰ নাম ক'লে। মই তাতেই মনে মনে বহি আছিলো। তেওঁ মোক দেখিছিল নে নাই কব নোৱাৰোঁ। তেওঁ খঙেৰে ক'লে—"কব নোৱাৰো মই চিনি জানি নোপোৱা কেনেকুৱা মৰ্খ উকীল তুমি ধৰিছাঁ। সকলো কাম ময়েই কৰিব লাগিব। তেওঁ হয়তো একো নাজানে আৰু একো বুজিও নাপাব।" মোক্কেল জনে ক'লে যে তেওঁ নতুন কিন্তু বৰ চোকা। এই কথা শুনি তেওঁ আকৌ মূৰ্খ আদি শব্দ প্ৰয়োগ কৰিলে। মই মনে মনে বহি থাকিলোঁ। মোক্কেল জনে তেতিয়া মোৰ ফালে ইঙ্গিত দি ক'লে, ইয়াতেই তো আছে। এই কথা শুনিয়েই সেই ঠাওৰ দিনটো তেওঁ জৰ ঘমাদি ঘামিবলৈ ধৰিলে। তেওঁ থত-মত খাই মোক ক'লে—তুমি আহিয়েই মোৰ লগত চিনা-

পৰিচয় হৈ লব লাগিছিল। মই তোমাক চিনি নাপাওঁ। মোৰ তোমাৰ বিৰুদ্ধে অভিযোগ কৰাৰ কোনো উদ্দেশ্য নাছিল। মইতো তোমাক চিনি নাপাওঁ সেই কাৰণেই কৈছিলো যে কোনোবা নতুন উকীল নিশ্চয় কাম নজনা হব।" এনে ধৰণৰ আৰু বহুত কথা কৈ তেওঁ মোক ক্ষমা খুজিবলৈ ধৰিলে।

মই ক'লোঁ, আপুনি তেনে ধৰণেৰে কোৱাটো স্বাভাবিক আছিল; আপুনি মোক নাজানে আৰু মইতো একেবাৰে নতুন। তেতিয়া তেওঁ না-না কথা শুধিবলৈ ধৰিলে আৰু পিচদিনা কাছাৰীতে কাগজ দেখুৱাবলৈ কৈ আমাৰ দুয়োকো বিদায় দিয়ে। পিছদিনা কাছাৰীত যেতিয়া মই নিজে লিখা দৰ্খাস্ত তেওঁক দেখুৱালোঁ তেতিয়া তেওঁ বৰ ভাল পালে আৰু মোক্কেল আৰু অন্যান্য উকীলৰ আগত মোৰ প্ৰশংসাত পঞ্চমুখ হ'ল। তাৰ পিচত তেওঁৰ লগত মই বহুত কাম কৰিবলৈ সুবিধা পাইছিলোঁ আৰু তেওঁ মোক খুব আদৰ কৰিছিল। মোৰ ওচৰত তেওঁৰ এটা কথাৰ অভিযোগ আছিল। মই কাপোৰ কানি পিন্ধাত লৰা কালৰ পৰাই অধলা আছিলোঁ। তেওঁ এই কথা একেবাৰে পছন্দ নকৰিছিল আৰু কাপোৰ সম্বন্ধে চৌখিন হবলৈ যেতিয়াই তেতিয়াই উপদেশ দিছিল।

ইয়াৰ বিপৰীত এটা অন্য ঘটনাও ঘটিছিল। মই নিজৰ অভ্যাসৰ কাৰণে দুঃখিত। যাৰ ওচৰত কোনো কাম নাথাকে তেওঁৰ লগত উপযাচি গৈ চিনা-পৰিচয় হোৱাৰ শক্তি মোৰ গাত নাছিল, আৰু আজিও নাই। যদিও মই ডেৰ-দুবছৰ ধৰি ওকালতি কৰিছিলো তথাপি তেতিয়া-লৈকে ডক্টৰ ৰাসবিহাৰী ঘোষৰ লগত মোৰ পৰিচয় নাছিল। তেওঁৰ বিৰুদ্ধে তৰ্ক কৰি মই এটা ডাঙৰ মোকৰ্দ্দমাত জিকিছিলোঁ; কিন্তু তেওঁৰ লগত কাম কৰিবলৈ সুবিধা পোৱা নাছিলোঁ। এটা মোকৰ্দ্দমাত সেই সুবিধা পালোঁ। বিপৰীত পক্ষত চাৰ এচ, পি, সিন্হা আছিল। আমাৰ পক্ষত চাৰ ৰাসবিহাৰী ঘোষ আৰু বাবু কুলৱন্ত সহায় আছিল। বাবু কুলৱন্ত সহায় পিচত পাটনা হাইক'ৰ্টৰ জজ হৈছিলগৈ। গয়াৰ মোকৰ্দ্দমা আছিল আৰু তাৰ এজন উকীলো আহিছিল।

ডাঙৰ উকীল আৰু বেৰিষ্টাৰৰ এনে এটা চাল আছিল যে যেতিয়া অন্য পক্ষৰ তৰ্ক হয় তেতিয়া তেওঁলোকে অন্য এজলাচত গৈ তৰ্ক কৰিছিল আৰু উত্তৰ দিবৰ সময়ত ঘূৰি আহিছিল। বহুত মোকৰ্দ্দমা হাতত লোৱাৰ কাৰণেই এনে হৈছিল। কেতিয়াবা কেতিয়াবা তেওঁলোক আহি নেপাই-ছিলহিও। এনে অৱস্থাত জুনিয়ৰ উকীলেই কাম কৰিব লগাত পৰিছিল।

ঘিটো মোকৰ্দ্দমা মই ৰাসবিহাৰী ঘোষৰ বিৰুদ্ধে জিকিছিলোঁ তাতো এনেকুৱাই হৈছিল। মোৰ চিনিয়ৰ উকীল অন্য কামত এজলাচত আৱদ্ধ হৈ আছিল আৰু ময়েই তৰ্ক কৰিব লগা হ'ল। যেতিয়া অন্য পক্ষৰ তৰ্ক হয় আৰু চিনিয়ৰ উকীল উপস্থিত নাথাকে তেতিয়া জুনিয়ৰ উকীলে তৰ্কৰ টোকা লৈ চিনিয়ৰ উকীলক দেখুৱাব লাগিছিল। সেই টোকা পঢ়ি অন্য পক্ষৰ তৰ্ক তেওঁ বুজিব পৰিছিল আৰু উত্তৰ দিছিল। এইটো ডাঙৰ মোকৰ্দ্দমা আছিল আৰু তৰ্ক তিনি চাৰি দিনলৈকে চলি থাকিল। চাৰ সিনুহাৰ তৰ্কৰ নোট কৰাৰ ভাৰ মোৰ ওপৰত পৰিছিল। কিয়নো সকলোতকৈ জুনিয়ৰ ময়েই আছিলোঁ। চাৰ সিনুহাই লাহে লাহে আৰু খুব ভাল ধৰণেৰে তৰ্ক কৰিছিল সেই কাৰণে টোকা তৈয়াৰ কৰাত মোৰ কোনো বিশেষ অসুবিধা হোৱা নাছিল। প্ৰথমৰে পৰা মোৰ অলপ খৰকৈ লিখিব পৰা অভ্যাস আছিল। কলেজত মিষ্টাৰ পাচিৱালে খুব খৰকৈ পঢ়াইছিল আৰু মই প্ৰায়েই সকলো টুকি লৈছিলোঁ। এইদৰে এই অভ্যাস আৰু বাঢ়ি গৈছিল। এই কামত ডন চোছাইটিৰ ক্লাচত খুব উৎসাহ পাইছিলোঁ।

মই চাৰ সিনুহাৰ তৰ্কৰ ভাল টোকা লিখি লৈছিলোঁ। দিনটোৰ তৰ্ক শেষ হ'ল আৰু সন্ধ্যা আমি সকলো চাৰ ৰাসবিহাৰী ঘোষৰ ঘৰলৈ গলোঁ। তেওঁ তৰ্কৰ গোটেইখিনি টোকা বৰ মনযোগেৰে পঢ়িলে। টোকা দেখি তেওঁ কি কয় তাৰ কাৰণে মই ভয়ো কৰিছিলোঁ আৰু উৎসুক হৈয়ো আছিলোঁ। তেওঁ খঙাল আছিল আৰু জুনিয়ৰ উকীলৰ ভুল হলে খুব খং কৰিছিল জজ সকলেও এই কথা খুব ভালকৈ জানিছিল। কেতিয়াবা কেতিয়াবা এজলাচতে কাগজ আৰু কিতাপ দলিয়াই দিছিল। তেওঁক জুনিয়ৰ উকীলে খুব ভয় কৰিছিল। মোৰ এয়ে প্ৰথম সুবিধা আছিল। পঢ়ি উঠি তেওঁ মূৰ ডাঙি চালে আৰু টোকা কোনে তৈয়াৰী কৰিছিল সুধিলে। মই ভাবিলো তেওঁ বোধ হয় এতিয়া খং কৰিব, টোকা তেওঁৰ মনঃপুত হোৱা নাই। বাবু কুলৱন্ত সহায়ৰো মনত বোধ হয় এনে সন্দেহেই হৈছিল। তেওঁ মোৰ ফালে ইঙ্গিত দি দেখুৱালে। তেতিয়া চাৰ ৰাসবিহাৰীয়ে মোক সুধিলে, "তুমি কিমান দিনৰপৰা কাম কৰিছা? মইতো তোমাক নাজানো।" এইবিলাক কথা-বতৰা চলি আছে আৰু মই মনে মনে কঁপি আছোঁ যে এতিয়া কিবা হ'ব। বাবু কুলৱন্ত সহায়ে কলে—"অলপ দিনৰ পৰাহে।" খঙৰ পৰিবৰ্ত্তে তেওঁ মোৰ পিঠিত চপৰিয়াই চপৰিয়াই ক'লে যে টোকা বৰ সুন্দৰ হৈছে।

বাবু কুলবন্ত সহায়ৰ সাহ বাঢ়িল আৰু তেওঁ মোৰ বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফলাফলৰ কথা কৈ দিলে। তেওঁ খুব ভাল পালে আৰু মোক কলে —"এনে পৰিশ্ৰম কৰি কাম কৰাঁ। তুমি আগলৈ খুব ভাল হ'বা।"

মই বৰ সন্তোষ পালোঁ। তাৰ পিছত মই যেতিয়াই তেওঁৰ লগত কাম কৰিবৰ সুবিধা পাইছিলোঁ তেওঁ মোৰ টোকাৰ ওপৰত খুব বিশ্বাস কৰিছিল আৰু সেইবোৰ শুদ্ধ বুলি ভাবি সম্পূৰ্ণৰূপে কামত খটুৱাইছিল। সেই মোকৰ্দ্দমাতে মই আন এটা দৃশ্যও দেখিলো। তেওঁ এটা কথা সুধিলে আৰু তাৰ কিবা প্ৰমাণ আছেনে নাই তাক জানিবলৈ বিচাৰিলে। মই মনে মনে আছিলোঁ। কিন্তু গয়াৰ উকীল জনে কলে যে প্ৰমাণ নাই। তেতিয়া তেওঁ ক'লে—সিন্‌হাই কৈছে যে প্ৰমাণ আছে আৰু নিশ্চই কিবা আছে। আজি ৰাতি ভালকৈ সকলো কাগজ চাই থবা আৰু কাইলৈ ৰাতিপুৱা মোক উত্তৰ দিবা। পিচদিনা তেওঁ আকৌ সুধিলে আৰু উকীলজনে একে উত্তৰকে দিলে। ৰাতি তেওঁ কাগজ পঢ়িছিল আৰু চিন দি থৈছিল। উকীলৰ উত্তৰত তেওঁৰ খঙ উঠিল আৰু কাগজ আৰু তেওঁৰ লিখা টোকা দলিয়াই দিলে—"মই তোমাৰ টোকাৰ ওপৰত ভৰসা কৰি তৰ্ক কৰো। এতিয়া মই কেনেকৈ ভৰসা কৰিব পাৰিম ?" আৰু নিজে চিন দিয়া অংশ তেওঁক দেখুৱাই বহুত কিবা কিবি কলে। মই একেটা মোকৰ্দ্দমাতে দুয়োটা কথা দেখিলো আৰু নিজৰ ভাগ্যক শলাগিলোঁ যে মোৰ ভুল হোৱা নাছিল।

এম-এল পৰীক্ষা দি উঠিলোঁ। খবৰ তেতিয়া পোৱা নাছিলোঁ পাটনালৈ আহিবলৈ কেইদিনমানহে বাকী। এটা সৰু অথচ জটিল মোকৰ্দ্দমা মোৰ হাতত আছিল। পাটনালৈ আহিব লগা দুজন জজৰ আগত সেই মোকৰ্দ্দমাৰ তৰ্ক কৰিব লগীয়া হৈছিল। এজন এতিয়াও স্থায়ী হোৱা নাছিল—অলপ দিনৰ কাৰণে হাইক'ৰ্টলৈ গৈছিল আৰু কেইদিনমানৰ কাৰণে পাটনালৈ গুচি আহিল। এই তৰ্ক দুই-তিনদিনলৈকে চলিছিল। মই এই মোকৰ্দ্দমাত জিকিলো আৰু তেওঁ-লোকৰ ওপৰত মোৰ ভাল তৰ্কৰ প্ৰভাৱ পৰিছিল। মই এম-এল পৰীক্ষা দিলোঁ বুলিও তেওঁলোকে জানিছিল। পাটনালৈ আহি হাইক'ৰ্ট খোলাৰ আগতেই তেওঁলোকে অন্যৰ আগত মোৰ প্ৰশংসা কৰি কৈছিল যে কলিকতাৰ পৰা আহিব লগা উকীলজন ভাল আৰু ইয়াৰ ডাঙৰ উকীলৰ লগত ফেৰ মাৰিব পাৰিব। যেতিয়া হাইক'ৰ্ট খুলিল তেতিয়া মই এইকথা অনুভৱ কৰিছিলোঁ।

দ্বিতীয় আপীলত কেৱল আইনৰ কথাহে কব পাৰিছিল। ঘটনা সম্বন্ধীয় কথাত তলৰ আদালতৰ ৰায় মানি লোৱা হৈছিল। দ্বিতীয় আপীল সৰু সৰু মোকৰ্দ্দমাতহে হয়। মোৰ মক্কেল দুখীয়া আছিল। কলিকতাত মই পোৱা সৰহভাগ আপীলেই দ্বিতীয় আপীল আছিল। এই কাৰণে আইন সম্বন্ধীয় তৰ্ক কৰিবৰ কাৰণে মই আইন বেচিকৈ পঢ়িব লাগিছিল। তলৰ আদালতৰ ৰায় আইনত: ভুল বুলি ভালকৈ বুজিলে আৰু তৰ্কত জিকিম বুলি জানিলেহে মই দ্বিতীয় আপীল কৰাৰ নিয়ম বান্ধি লৈছিলোঁ। সেই কাৰণে দ্বিতীয় আপীলৰ মোকৰ্দ্দমা মই সাধাৰণতে জিকিছিলোঁ। পাটনালৈ গৈ মই এই নিয়মকে ৰাখিছিলোঁ।

দ্বিতীয় আপীল মঞ্জুৰ কৰিবৰ কাৰণে তৰ্ক হয়। যেতিয়া জজে বিশ্বাস কৰিছিল যে কিবা ভুল আছে অথবা কম পক্ষেও তৰ্কৰ স্থল আছে তেতিয়াহে আপীল শুনিবলৈ মঞ্জুৰ কৰে আৰু দ্বিতীয় পক্ষক হাজিৰ হবলৈ নটিছ দিয়ে। পাটনাৰ ৰেজিষ্ট্ৰাৰে আইনৰ কথা কিছু কম জানিছিল আৰু সকলো দ্বিতীয় আপীলকে নামঞ্জুৰ কৰিছিল। মোৰ আপীলো নামঞ্জুৰ কৰিছিল। কিন্তু নিয়মমতে তেওঁ যদি কোনো আপীল মঞ্জুৰ কৰাৰ যোগ্য বুলি নাভাবে তেন্তে সেই আপীল জজৰ ওচৰলৈ পঠিয়াই দিয়াইহে তেওঁৰ অধিকাৰ আছিল। মোৰ বহুত আপীল তেওঁ এইদৰে জজৰ ওচৰলৈ পঠাইছিল আৰু প্ৰায় সকলোবেই জজৰ ওচৰত মঞ্জুৰ হৈছিল। মই আগতে উল্লেখ কৰি অহা জজ কিজনে মই ঠিয় হলেই বোধ হয় কাগজ নপঢ়াকৈয়ে মঞ্জুৰ কৰিছিল। যেতিয়া ৰেজিষ্ট্ৰাৰৰো বিশ্বাস হল যে মই টকা লবৰ কাৰণে যেনেকুৱা তেনেকুৱা মোকৰ্দ্দমাৰ দ্বিতীয় আপীল নকৰো তেতিয়া তেৰোঁ তাকেই কৰিবলৈ ধৰিলে। মই এইটোও জানিবলৈ পাইছিলোঁ যে যিবোৰ মোকৰ্দ্দমা মই জিকিব নোৱাৰোঁ বুলি দাখিল নকৰিছিলোঁ মোক্কেলে অন্য উকীলৰ দ্বাৰা দাখিল কৰাইছিল আৰু শেষত হাৰিছিলো।

## ১৯। পাটনালৈ আগমন আৰু পাটনা বিশ্ববিদ্যালয়ৰ বিল

১৯১৬ চনৰ মাৰ্চ মাহত পাটনাত হাইক'ৰ্ট আৰম্ভ কৰিলে। কলিকতা হাইক'ৰ্টত ওকালতি কৰা সকলো বিহাৰী উকীল আৰু বিহাৰৰ মোকৰ্দ্দমা পোৱা বহুতো বঙালী উকীল পাটনালৈ গুছি আহিল। মইয়ো পাটনালৈ গুছি আহিলোঁ। সেই সময়ত পাটনাত ঘৰ পোৱা কঠিন হৈ পৰিছিল। ভাড়া ঘৰ এটা লৈ মই থাকিবলৈ ললোঁ। কলিকতাতেই মোৰ হাতত বহুত মোকৰ্দ্দমা আছিল। পাটনালৈ অহাৰ পিচত মোৰ ওকালতি আৰু বাঢ়িল। ময়ো বৰ মনযোগেৰে কাম কৰিবলৈ ধৰিলোঁ। কিন্তু এই অৱস্থা কিছুদিনলৈহে থাকিল।

সেই সময়ত কেইমাহমানৰ পিচত পাটনাত এটা বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰিবৰ কাৰণে দিল্লী কাউন্সিলত এখন বিল উত্থাপন কৰিছিল। আমি সেই বিলখন খুব বেয়া বুলি বুজিছিলোঁ আৰু তাৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰা হ'ল। ইহাৰ আগতেই এখন কমিটি গঠন হৈছিল আৰু সেই কমিটিয়ে এটা ৰিপ'ৰ্ট দাখিল কৰিছিল। সেই কমিটিৰ মুখ্য পৰামৰ্শৰ ভিতৰত এটা পৰামৰ্শ আছিল এই যে নগৰৰপৰা তিনি-চাৰি মাইল দূৰত ফুলৱাৰী ছৰিফৰ ওচৰত বিশ্ববিদ্যালয় স্থাপন হব লাগে। বিশ্ববিদ্যালয়ৰ ঘৰৰ কাৰণে খৰচ প্ৰায় এক কোটি বুলি কোৱা হৈছিল। কলিকতাৰ পৰাই মই তাৰ বিৰোধিতা কৰিছিলোঁ। আকৌ যেতিয়া মই বিহাৰী ছাত্ৰ সন্মিলনৰ সভাপতি হৈছিলোঁ সেই হিচাবেও মই তাৰ ঘোৰ প্ৰতিবাদ কৰিছিলোঁ। আমি জানিছিলোঁ যে এনে কৰিলে দুখীয়া লৰাৰ কাৰণে বিশ্ববিদ্যালয়ৰ শিক্ষা অসম্ভৱ নহলেও খুব টান হব নিশ্চয়। তাত খৰচো বেচি হব আৰু নগৰৰ পৰা দূৰত হলে সকলো লৰাই বেচি খৰচ দি হষ্টেলত থাকিব লাগিব। তাত ল'ৰাবিলাকৰ কোনো স্বাধীনতাও নাথাকিব ইত্যাদি।

এই বিৰোধিতাত সাধাৰণ মানুহৰপৰা খুব সহায় পোৱা হৈছিল। সেই প্ৰস্তাৱ প্ৰায় স্থগিত হৈ গল। নতুন বিল সম্বন্ধে অন্য প্ৰকাৰৰ বাধা আছিল। আমি বুজিছিলোঁ যে ছিনেট আৰু ছিণ্ডিকেট যি ধৰণেৰে গঠন কৰিবলৈ ওলাইছে তেনে ধৰণৰ হ'লে তাত বাহিৰৰ লোকৰ কোনো স্থান নাথাকিব—সকলো চৰকাৰী মানুহে গোটেই বিশ্ববিদ্যালয়টো

নিজৰ হাতৰ মুঠিত ৰাখি চৰকাৰী হুকুমমতে যেনে ইচ্ছা তেনেকৈয়ে চলাব।

আমাৰ সন্মুখত কলিকতা বিশ্ববিদ্যালয় আছিল। তাৰ ভাইচচেঞ্চেলাৰ সকলে শিক্ষা প্ৰচাৰত বৰ নিৰ্ভীকভাবে কাম কৰিছিল। বিশেষকৈ চাৰ আশুতোষ আমাৰ চকুৰ আগতে আছিল। কিন্তু তাৰ যদি ছিণ্ডিকেট আৰু ছিনেটে চাৰ আশুতোষৰ লগত সহযোগ নকৰিলেহেঁতেন তেন্তে তেওঁ বৰ বেচি একো কৰিব নোৱাৰিলেহেঁতেন। আমি বুজিছিলো যে প্ৰথম প্ৰথম আমাৰ ইয়াত তেওঁৰ নিচিনা ব্যক্তি সোনকালে নাপাও আৰু পালেও তেওঁ ছিণ্ডিকেট আৰু ছিনেটৰ বিৰোধিতাৰ আগত একো কৰিব নোৱাৰিব। সেই কাৰণে আমি বিচাৰিছিলোঁ যে ছিনেট আৰু ছিণ্ডিকেটত শিক্ষাৰ ওপৰিও বাইজৰ প্ৰতিনিধি স্বৰূপে অন্য মানুহৰ কাৰণেও যথেষ্ট আসন দিব লাগে।

বিশ্ববিদ্যালয়ৰ বিলৰ বিৰুদ্ধে আমি খুব ডাঙৰ আন্দোলন থিয় কৰিলোঁ। এই আন্দোলনত মোৰ বন্ধু বাবু বৈদ্যনাথ নাৰায়ণ সিং আৰু মই বেচ সক্ৰিয় অংশ গ্ৰহণ কৰিছিলোঁ। এক প্ৰকাৰে ইয়াৰ সংগঠক আমি দুয়োজনেই আছিলো। আমি দুয়ো বাতৰি কাকতত কেইবাটাও প্ৰবন্ধ লিখিলো। বিলখন দিল্লীৰ কাউন্সিলত আলোচনা হৈছিল। সেই কাৰণে আমি অন্যান্য প্ৰদেশৰ সভ্য সকলকো বিহাৰৰ লোকমত জনাই দিয়া উচিত বুলি ভাবিছিলোঁ। সকলো জাতীয়তাবাদী বাতৰি কাকতেই বিৰোধিতা কৰিছিল। আমি এই প্ৰসঙ্গত পাঁচখন নে ছখন সৰু সৰু কিতাপ লিখি ছপাইছিলোঁ। শেষত বিহাৰ প্ৰাদেশিক কন্ফাৰেন্সৰ বিশেষ অধিবেশন পাতি এই সম্বন্ধে আলোচনা কৰা হ'ল। আৰু এই বিলৰ তীব্ৰ বিৰোধিতা কৰা হ'ল। এই কন্ফাৰেন্সৰ সভাপতি আছিল পাটনাৰ নামী উকীল ৰায়বাহাদুৰ পূৰ্ণেন্দুনাৰায়ণ সিংহ। তেওঁ তীব্ৰ সমালোচনামলক এটা বক্তৃতা দিলে আৰু সেই অনুৰূপে সভাত এটা প্ৰস্তাবো গৃহীত হ'ল।

ইয়াৰ ভিতৰতে ১৯১৬ চনৰ ডিচেম্বৰ মাহত লক্ষ্ণৌত কংগ্ৰেছ বহিছিল। তালৈ আমি বহুত মানুহ গলোঁ। যদিও এই বিল বিশেষতঃ এখন প্ৰদেশৰ ( বিহাৰ ) সম্বন্ধে আছিল আৰু যদিও কংগ্ৰেছে সৰ্ব্বভাৰতীয় সমস্যাৰহে আলোচনা কৰিছিল তথাপি মই শ্ৰীসুৰেন্দ্ৰ নাথ বেনাৰ্জ্জী, শ্ৰীপৰাঞ্জপে আদি নেতা সকলৰ লগত আলোচনা কৰি এই বিলৰ বিৰুদ্ধে প্ৰস্তাব দাঙি ধৰিবলৈ আয়োজন কৰিলোঁ। শ্ৰীপৰাঞ্জপেই প্ৰস্তাব দাঙি ধৰিলে। আৰু সেই প্ৰস্তাব সৰ্ব্বসম্মতিক্ৰমে গৃহীত হ'ল। এইদৰে বিলখনৰ বিৰুদ্ধে এক সৰ্ব্বভাৰতীয় আন্দোলন হৈ গ'ল।

বিলখন চাৰ শঙ্কৰ নায়াৰে উত্থাপন কৰিছিল। তেওঁ বিহাৰৰ সভ্যসকলৰ লগত আলোচনা কৰিলে। বিলখন বহুত সংশোধন কৰিলে। যি যি কথাত বেচি বিৰোধিতা হৈছিল সেইবোৰ পৰিবৰ্ত্তন কৰিলে। মজ্‌হৰুল হক্ চাহাব বিহাৰৰ প্ৰতিনিধি আছিল। তেওঁ সদায় আমাৰ পৰা মতামত গ্ৰহণ কৰিছিল। শেষত আমাৰ সন্মতিক্ৰমে বহুত পৰিবৰ্ত্তিত ৰূপত বিলখন পাচ হ'ল।

প্ৰথম বাৰৰ কাৰণে মই বিহাৰত চৰকাৰৰ বিৰুদ্ধে ইমান ডাঙৰ এটা আন্দোলন থিয় কৰিলোঁ আৰু এই আন্দোলনত সফলতাও লাভ কৰিলো। এই সময়ৰ পৰাই মই কংগ্ৰেছৰ কামত বেচিকৈ লাগিবলৈ ধৰিলোঁ। এনেয়ে মই ১৯১১ চনৰ পৰাই নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য হৈ আছিলো; কিন্তু যেতিয়ালৈকে কলিকতাত আছিলো বিশেষ একো কাম কৰিব পৰা নাছিলোঁ। যেতিয়া বিহাৰলৈ আহিলো তেতিয়া মানুহৰ চকুও মোৰ ওপৰত পৰিল। আৰু ময়ো উপলব্ধি কৰিবলৈ ধৰিলো যে ৰাজহুৱা কামত অলপ বেচি মনোযোগ দিয়া আৱশ্যক। অলপদিনৰ ভিতৰতে মোক বিহাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক কৰিলে। এই পদত মই কেইবা বছৰো থাকিলোঁ। যেতিয়া অসহযোগ আন্দোলন আৰম্ভ হল আৰু পুৰণি কংগ্ৰেছৰ মানুহ বেলেগ হৈ গ'ল তেতিয়া মই সম্পাদক হলোঁ। যেতিয়া বিশ্ববিদ্যালয় হয় তেতিয়া মোক গভৰ্ণৰে ছিনেটৰ সভ্য নিযুক্ত কৰিলে।

১৯১৬ চনত বিহাৰ সম্বন্ধীয় আৰু এটা প্ৰস্তাৱ পাছ হৈছিল চম্পাৰণৰ শ্বেতাঙ্গ নীল খেতিয়ক সকলৰ বিৰুদ্ধে। ইয়াৰ বিস্তৃত আলোচনা অন্য ঠাইত কৰা হ'ব।

## ২০। হিন্দী তথা সেৱা-কাৰ্য্য

কলিকতাৰ পৰা পাটনালৈ অহাৰ আগতে হোৱা আৰু দুই এটা ঘটনাৰ কথা উল্লেখ কৰা উচিত বুলি বিবেচনা কৰোঁ। ছাত্ৰ-সন্মিলনৰ উল্লেখ কৰিলোৱেই। ছাত্ৰজীৱন শেষ হোৱাৰ পিচত মই যেতিয়া ওকালতি কৰি আছিলো তেতিয়াও ছাত্ৰ সন্মিলনৰ লগত মোৰ সম্বন্ধ

চলি থাকিল। ছাত্র সকলেও মোক বৰ বিশ্বাস কৰিছিল আৰু ময়ো নিজক তেওঁলোকৰ মাজৰে এজন বুলি ভাবিছিলোঁ।

ছাত্র সন্মিলনৰ মুঙ্গেৰ অধিবেশনলৈ মোক সভাপতি নিৰ্ব্বাচন কৰিলে। সেই অধিবেশনতে বিশ্ববিদ্যালয় সম্বন্ধীয় নেথন-কমিটিৰ ৰিপ'ৰ্টৰ বিৰোধিতা কৰা হৈছিল। ইয়াৰ উপৰিও য'তে অধিবেশন হৈছিল মই তালৈকে গৈছিলোঁ আৰু অন্যধৰণেৰেও সন্মিলনক সহায় কৰিছিলোঁ।

সেই সময়তে হিন্দীৰ প্ৰতিও অনুৰাগ বাঢ়িল। স্কুলৰ তলৰ কেইশ্ৰেণী মানত মই সংস্কৃত পঢ়িছিলোঁ। তাৰ পাচত ফাৰ্চী পঢ়িবলৈ ললোঁ। সংস্কৃত এৰাৰ প্ৰধান কাৰণ হৈছে দেউতাই মোক উকীল হোৱাটো বিচাৰিছিল। তেওঁ ভাবিছিল যে মোকৰ্দ্দমাৰ কাগজ-পত্ৰ ফাৰ্চীত লিখা হয় সেইকাৰণে ফাৰ্চী পঢ়িলে মোকৰ্দ্দমাত সহায় হ'ব। পিচত মই ঘৰত সংস্কৃত পঢ়িবলৈ চেষ্টা কৰিছিলা কিন্তু বেছি দিন সেই চেষ্টা চলাব নোৱাৰিলোঁ। সেই কাৰণে স্কুল আৰু কলেজত মই সদায় ফাৰ্চীয়েই পঢ়িছিলোঁ। ফাৰ্চীত নম্বৰো খুব পাইছিলোঁ। এণ্ট্ৰেন্স পৰীক্ষাত মই অঙ্কত কম নম্বৰ পাইছিলোঁ আৰু যদি ফাৰ্চীত সৰহ নম্বৰ নাপালোহেঁতেন তেন্তে মই এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম হ'ব নোৱাৰিলোহেঁতেন। হিন্দী পঢ়িবলৈ কেতিয়াও সুবিধা নাপালোঁ। হিন্দীৰ আখৰখিনি মাত্ৰ জানিছিলোঁ। ঘৰত আইহঁতে ৰামায়ণ পঢ়িছিল। সেইকাৰণে মোৰো ৰামায়ণ পঢ়াৰ আগ্ৰহ হৈছিল। বহুত দিনলৈকে ৰাতিপুৱা শুই উঠি ৰামায়ণ পাঠ কৰিহে খোৱা-বোৱা কৰিছিলোঁ। এই নিয়ম কিছুদিন চলিছিল। হিন্দীৰ অন্য কিতাপ দেখাৰ কেতিয়াও সুবিধা পোৱা নাছিলোঁ।

পৰীক্ষাত এটা প্ৰশ্ন আহিছিল দেশীয় ভাষাৰ পৰা ইংৰাজীলৈ আৰু ইংৰাজী ভাষাৰ পৰা কোনো দেশীয় ভাষালৈ অনুবাদ কৰা। এণ্ট্ৰেন্স আৰু এফ-এ পৰীক্ষাত উৰ্দ্দুকে মই দেশীয় ভাষা হিচাপে লৈছিলোঁ। বি-এ মহলালৈ উঠি হিন্দী লবৰ ইচ্ছা হ'ল। বি-এত এখন ৰচনাও লিখিব লাগিছিল। মই হিন্দী ললো। হিন্দীত পাছো কৰিলোঁ। হিন্দীৰ লগত সম্বন্ধ এইদৰেই আৰম্ভ হ'ল।

কলিকতাত হিন্দী ভাষাৰ লিখক, বিদ্বান, সাহিত্যিক আৰু সেৱক বহুতো আছিল। তেওঁলোকৰ ভিতৰত পণ্ডিত জগন্নাথ প্ৰসাদ চতুৰ্বেদী বিহাৰৰ মানুহ আছিল। বিহাৰী ক্লাবলৈ তেওঁ প্ৰায়ে অহা-যোৱা কৰিছিল বিশুদ্ধানন্দ সৰস্বতী বিদ্যালয়ৰ প্ৰিন্সিপেল পণ্ডিত উমাপতিদত্ত শৰ্ম্মাও বিহাৰী আছিল। তেওঁৰ লগতো সেই ক্লাবতে চিনাকি হৈছিল।

এওঁ লোকৰ যোগেদি অন্যলোকৰ লগতো পৰিচয় হৈছিল। কলিকতাত হিন্দী সাহিত্য পৰিষদ স্থাপন হ'ল। ইয়াৰ প্ৰতি মোৰ যথেষ্ট অনুৰাগ হৈছিল এই পৰিষদৰ জন্মৰ তাৰিখ মোৰ মনত নাই কিন্তু তাৰ অধিবেশনত যে ময়ো কেতিয়াবা কিবাকিবি লিখিছিলোঁ আৰু পঢ়িছিলোঁ সেই কথা আৰু মোৰ লিখা আৰু পঢ়া বিদ্বান সকলে প্ৰশংসা কৰিছিল সেই কথা মোৰ মনত আছে। এওঁলোকৰ ভিতৰৰে কাৰো কাৰো মনত ভাব হ'ল যে নিখিল ভাৰত হিন্দী সাহিত্য সন্মিলনো হোৱা উচিত; আৰু এই বিষয়ে ৰচনা লিখা হ'ল। হিন্দী-সাহিত্যসেৱী সকলে এই প্ৰস্তাৱত সমৰ্থন জনালে আৰু কাশীত প্ৰথম অধিবেশন হ'ল। সন্মিলনৰ লগত মোৰ এইদৰেই আদিৰে পৰা সম্বন্ধ ঘটিছিল।

যেতিয়া তৃতীয় অধিবেশন কলিকতাত হোৱা স্থিৰ হ'ল মোক অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদক নিৰ্ব্বাচিত কৰিলে। মই ওকালতি আৰম্ভ কৰা এবছৰো পুৰা হোৱা নাছিল। বেচি মানুহৰ লগত চা-চিনাকিও নাছিল। তথাপি সকলোৰে ইচ্ছা কৰাত মই এই ভাৰ গ্ৰহণ কৰিবলগীয়া হ'ল। এই সুবিধাতে সন্মিলনৰ মুখ্যনেতা সকলৰ লগত পৰিচয় হ'ল। কলিকতাৰ বৰাবাজাৰৰ মানুহৰ লগত বিশেষভাবে পৰিচয় হ'ল। ১৯১২ চনত পণ্ডিত বদ্ৰীনাৰায়ণ চৌধুৰী 'প্ৰেমধন'ৰ সভাপতিত্বত কলিকতাত সন্মিলন খুব সফলভাবে হৈ গ'ল। সৰ্ব্বভাৰতীয় অনুষ্ঠান এটাৰ অধিবেশনৰ আয়োজনৰ ভাৰ গ্ৰহণ কৰা মোৰ এয়ে প্ৰথম সুযোগ আছিল। যথেষ্ট পৰিশ্ৰম কৰিব লগা হৈছিল। কিন্তু ঈশ্বৰ কৃপাত সকলো কাম সুকলমে হৈ গ'ল।

থিক সেই সময়তে পাটনাত কংগ্ৰেছ হব লগা আছিল। বিহাৰী হিচাবে মই তাত যোগ দিয়াতো আৱশ্যক বুলি ভাবিছিলো আৰু মই যোগ দিবলৈ বিচাৰিছিলোঁও। সন্মিলনৰ তাৰিখো এনেভাবে স্থিৰ কৰা হৈছিল যে কোনোবাই ইচ্ছা কৰিলে সন্মিলনৰ কাম শেষ কৰি পাটনাৰ কংগ্ৰেছত যোগদান দিব পাৰে। কিন্তু অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদক হোৱাৰ কাৰণে মোৰ দায়িত্ব ইমান বেচি হৈছিল যে মই কলিকতাৰ পৰা আঁতৰি যাব নোৱাৰিলোঁ। সেই কাৰণে পাটনাৰ কংগ্ৰেছত যোগদান কৰিব নোৱাৰিলোঁ।

পাটনা গৈ পাই আমি কেইজনমান বন্ধুৱে দুখীয়া ছাত্ৰ সকলৰ সহায়ৰ কাৰণে এটা পুঁজি গঠন কৰিলোঁ যাতে কিছুমান দুখীয়া ছাত্ৰক সহায় কৰিব পৰা হয়। এই কাম প্ৰথমতে ছাত্ৰ সন্মিলনেই

আৰম্ভ কৰিছিল। কিন্তু পিছত মই তাক নিজৰ হাতলৈ আনিলোঁ।

১৯১৪ চনত বিহাৰ আৰু বঙ্গদেশত ভয়ানক বানপানী হৈছিল। প্ৰথম বানপানী বৰ্দ্ধমান জিলাত হৈছিল। কলিকতাত বানপানী প্ৰপীড়িত সকলৰ কাৰণে পুঁজি সংগ্ৰহ কৰা হৈছিল। বহুতো স্বেচ্ছাসেৱক তালৈ গৈছিল। ইয়াৰ খবৰ বাতৰিকাকতত খুব প্ৰকাশ হৈছিল। অলপ দিনৰ ভিতৰতে তেনেকুৱা ভীষণ বানপানী 'পুনপুন' নৈতো হৈ পাটনাও পালেহি। আমি ভাবিলোঁ যে বান-প্ৰপীড়িত সকলক কিছু সহায় কৰা উচিত। কলিকতাতেই কিছু টকা গোটালোঁ। বন্ধু সকলৰ লগত পাটনা পালোঁহি। ছাত্ৰ সন্মিলনৰ অফিচ পাটনাত আছিলেই। তাৰ পৰা উৎসাহী ছাত্ৰ সকলৰ সহায় লৈ এটা স্বেচ্ছাসেৱক বাহিনী গঠন কৰিলোঁ। সহায়ৰ কাৰণে চাউল আদি লৈ বান প্ৰপীড়িত স্থানত উপস্থিত হলোঁগৈ। অৱস্থা ভয়ঙ্কৰ আছিল। কিছুমান এনেকুৱা গাওঁ আছিল য'ত ঘৰৰ চাল পানীয়ে চুইছিলগৈ। আমি যেতিয়া গৈ পাইছিলোঁ তেতিয়া তেওঁ-লোকৰ যি ধান চাউল আছিল সেইবোৰ পচি গৈছিল। সেইকাৰণে আমি তৈয়াৰ কৰি নিয়া খোৱা বস্তু যেনে ছাতু, চিৰা, ভজা বুত আদি খুব বিলাইছিলোঁ। নাৱত উঠি বহুত দূৰলৈকে গৈছিলোঁ। সন্ধ্যালৈকে গাৱেঁ গাৱেঁ ঘূৰি ওচৰৰ ৰেলৰে ষ্টেচনৰ প্লেটফৰ্মত গৈ শুই থাকোঁ। মোৰ মনত আছে কেইবা ৰাতিও আমি প্লেটফৰ্মত শুই কটাইছিলোঁ। বিহাৰত সেৱা-সমিতিৰ সংগঠন এয়ে বোধ হয় প্ৰথম আছিল। এই সংগঠন কোনো নিয়মিত সংগঠন নাছিল। লোকসেৱাৰ কাৰণে সাময়িক হিচাপে এই সংগঠন কৰি লোৱা হৈছিল। কিন্তু সেৱা-সমিতিৰ জন্ম এইদৰে হৈ গ'ল। যেতিয়া আমি পাটনালৈ আহিলোঁ তেতিয়া সোনপুৰৰ মেলাৰ যাত্ৰী সকলক সহায় কৰিবৰ কাৰণে নিয়মমতে ইয়াৰ সংগঠন কৰিলোঁ। সেৱা-সমিতিত মোৰ ককাইদেৱে খুব অংশ গ্ৰহণ কৰিছিল। প্ৰতি বছৰ সোনপুৰ মেলাত তেওঁ নিজে খুব সেৱা-কাৰ্য্য কৰিছিল। মৃত্যুৰ সময়লৈকে কেইবা বছৰো তেৱেঁই তাৰ অধ্যক্ষ আছিল।

বান-প্ৰপীড়িতৰ সেৱা-কাৰ্য্যৰ সময়ত ষ্টেচনৰ প্লেটফৰ্মৰ এটা বৰ সুন্দৰ স্মৃতি মনত আছে। মই গোটেই দিন কাম কৰি শুই পৰিছিলোঁ। অলপ সময়ৰ পিচত টোপনি ভাগিল। অনুভৱ হ'ল কোনোবা মানুহে মোৰ ভাগৰ দূৰ কৰিবৰ কাৰণে মৰমেৰে মোৰ ভৰি

আৰু গা পিচিকি আছে। দেখিলো তেওঁ মোৰ বন্ধু শম্ভুশৰণ। তেওঁ গোটেইদিন মোৰ লগতে কাম কৰি ভাগৰি পৰিছিল। কিন্তু তেওঁ নিজৰ ভাগৰৰ প্ৰতি কেৰেপ্ নকৰি মোক আৰাম দিছিল।

## ২১। গান্ধীজীৰ লগত সাক্ষাৎ

১৯১৬ চনত অতি সমাৰোহেৰে লক্ষ্ণৌত কংগ্ৰেছ বহিছিল। ১৯০৭ চনত কংগ্ৰেছ দুদলত বিভক্ত হৈ যেতিয়া উগ্ৰপন্থী দল তাৰ পৰা আঁতৰি গৈছিল তেতিয়াৰে পৰা কংগ্ৰেছৰ লোকপ্ৰিয়তা কমি গৈছিল। কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনতো মানুহৰ উপস্থিতি কমি গৈছিল। আনকি ১৯১২ চনত পাটনাত যেতিয়া কংগ্ৰেছ হৈছিল তেতিয়া প্ৰতিনিধিৰ সংখ্যা খুব কম আছিল। দেশহিতৈষী সকলে দুয়ো দলক লগ লগাই কংগ্ৰেছক পুনৰ শক্তিশালী কৰিবৰ কাৰণে চেষ্টা কৰিছিল। এই চেষ্টা চলি থাকিল আৰু ১৯১৬ চনৰ কংগ্ৰেছতহে সফল হ'ল। কংগ্ৰেছৰ এই অধিবেশনত সকলো দলৰ লোক উপস্থিত আছিল। এহাতে লোকমান্য তিলক দলে বলে আহিছিল, আনহাতে মধ্যমপন্থী দলৰ প্ৰায় সকলো নেতাই উপস্থিত আছিল। মিছেছ বেচেণ্টো আহিছিল। সেই বছৰতে মুস্লিম লীগৰ লগত আপোচো হৈছিল। বহুতো মুছলমানো উপস্থিত আছিল। মহাত্মা গান্ধীও এই কংগ্ৰেছলৈ আহিছিল। তেওঁ ১৯১৫ চনতে দক্ষিণ আফ্ৰিকাৰ পৰা উভতি আহি গোটেই দেশতে ভ্ৰমণ কৰিছিল। কিন্তু কংগ্ৰেছৰ এই অধিবেশনত তেওঁ কোনো প্ৰস্তাৱত অংশ গ্ৰহণ কৰা নাছিল।

বিহাৰৰ পৰাও যথেষ্ট সংখ্যক প্ৰতিনিধি লক্ষ্ণৌলৈ গৈছিল। তেওঁ-লোকৰ ভিতৰত কেইজনমান চম্পাৰণ জিলাৰ আছিল আৰু লগতে ৰাজকুমাৰ শুক্লা নামৰ এজন গাৰঁলীয়া খেতিয়কো আছিল। তেওঁ হিন্দী অলপ অলপ জানিছিল কিন্তু অন্য কোনো ভাষা নাজানিছিল। শ্বেতাঙ্গ নীল খেতিয়ক সকলৰ অত্যাচাৰত পীড়িত সকলৰ ভিতৰত তেওঁ এজন আছিল। চম্পাৰণ জিলাৰ পীড়িত লোকসকলৰ তৰফৰ পৰা তেওঁ কংগ্ৰেছত যোগ দিছিলগৈ। তেওঁৰ লগত মোৰ আগৰেপৰা পৰিচয়

আছিল কিয়নো যেতিয়াই কোনো মোকৰ্দ্দমা হাইক'ৰ্ট পাইছিল গৈ মই ফিচ নলৈ কাম নকৰি তেওঁলোকৰ কাম কৰিছিলো। কিন্তু এই কামত বাবু ব্ৰজকিশোৰ প্ৰসাদেও তেওঁলোকক খুব সহায় কৰিছিল। সেই কাৰণে বাবু ব্ৰজকিশোৰৰ লগতেই তেওঁলোকৰ বিশেষ পৰিচয় আছিল। চম্পাৰণ জিলাৰ পৰিস্থিতিৰ লগত তেওঁ বিশেষভাবে পৰিচিত আছিল।

সেই সময়ত বিহাৰৰ প্ৰতিনিধিয়ে দুটা বিষয়ত মনোনিবেশ কৰিছিল আৰু সেই বিষয়ৰ ওপৰত কংগ্ৰেছত প্ৰস্তাব পাছ কৰিবলৈ বিচাৰিছিল। এটা হল পাটনা বিশ্ববিদ্যালয় বিল আৰু আনটো হ'ল চম্পাৰণৰ নীলখেতিৰ প্ৰশ্ন। ৰাজকুমাৰ শুক্লা, বাবু ব্ৰজকিশোৰ আদিয়ে এই বিষয়ে কংগ্ৰেছে প্ৰস্তাব উত্থাপন কৰাৰ খুব ইচ্ছা কৰিছিল। বিহাৰ প্ৰাদেশিক কন্‌ফাৰেন্সৰ সভাপতি হিছাপে বাবু ব্ৰজকিশোৰ প্ৰসাদে এই প্ৰশ্নৰ তীব্ৰ সমালোচনা কৰিছিল। সেই কন্‌ফাৰেন্সত এটা প্ৰস্তাবো পাছ হৈছিল। তেওঁ কাউন্সিলৰ সভ্য আছিল। তাতো তেওঁ এই সমস্যাৰ ওপৰত প্ৰশ্ন কৰিছিল আৰু এটা প্ৰস্তাবো দিছিল। কাউন্সিলত আৰু বাহিৰতো এই বিষয়টো নিজৰ লক্ষ্য হিচাপে লৈ আইন অনুযায়ী তেওঁ যি কৰিব পাৰে তাকে কৰি আছিল। যিমানদূৰ পাৰিছিল মোকৰ্দ্দমাতো তাৰ ৰায়তক সহায় কৰিছিল।

কৰ্ম্মবীৰ গান্ধীজীয়ে বহুত কাম কৰি দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰতবৰ্ষলৈ ঘূৰি অহা বুলি বিহাৰৰ মানুহে গম পাইছিল আৰু এই বিষয়ত তেওঁৰ সহায় লোৱা উচিত বুলি ভাবিছিল। ৰাজকুমাৰ শুক্লাইঁতে তেখেতৰ লগত দেখা কৰি চম্পাৰণৰ অৱস্থাৰ কিছু কথা ক'লে। তেখেতে এই বিষয়ত আগ্ৰহ প্ৰকাশ কৰিলে। তেখেতক এই বিষয়ে কংগ্ৰেছত এটা প্ৰস্তাব উত্থাপন কৰিবলৈ কোৱা হ'ল। তেখেতে তেনে কৰিবলৈ সন্মত নহল আৰু ক'লে যে তেখেতে তাৰ পৰিস্থিতি নিজে চাই-চিতি বুজ নোলোৱালৈকে কোনো প্ৰস্তাব দাঙি ধৰিব নোৱাৰে। জোৰ দিয়াত তেখেতে ক'লে যে তেখেত তালৈ গৈ তাৰ অৱস্থাৰ বিষয়ে জানিবলৈ প্ৰস্তুত আৰু কিছুদিনৰ ভিতৰতে তালৈ যাবও। বাবু ব্ৰজকিশোৰ প্ৰসাদে কংগ্ৰেছত প্ৰস্তাব দাঙি ধৰিলে। আৰু ৰাজকুমাৰ শুক্লাও প্ৰস্তাবৰ বিষয়ে দুআষাৰ ক'লে। এজন হোজা খেতিয়কে কংগ্ৰেছ মঞ্চত উঠি কোনো প্ৰস্তাবৰ ওপৰত কথা কোৱা এয়ে বোধ হয় প্ৰথম। কংগ্ৰেছে প্ৰস্তাব গ্ৰহণ কৰিলে।

বাবু ব্ৰজকিশোৰ প্ৰসাদৰ লগত বিহাৰৰ প্ৰতিনিধি যেতিয়া গান্ধীজীৰ

ওচৰলৈ গৈছিল তেতিয়া মই তেওঁলোকৰ লগত নাছিলোঁ। এই খবৰ পিছত মই শুনিলোঁ। মই গান্ধীজীৰ বিষয়ে বেচি খবৰ নাৰাখিছিলোঁ। দক্ষিণ আফ্ৰিকাত তেখেতে যি কাম কৰিছিল সেই সম্বন্ধেও মোৰ বেচি খবৰ নাছিল। কেৱল ইয়াকে জানিছিলোঁ যে দক্ষিণ আফ্ৰিকাত তেখেতে খুব ভাল আৰু ডাঙৰ কাম কৰিছিল। তেখেত যে দেশৰ খ্যাতনামা নেতাসকলৰ দৰে এজন ডাঙৰ নেতা আছিল সেই কথা নাজানিছিলোঁ। ৰাজকুমাৰ শুক্লাই তেখেতক কিয় ইমান বিশ্বাস কৰিলে আৰু তেখেতৰ ওচৰলৈ গৈ চম্পাৰণলৈ আহিবলৈ মান্তি কৰোৱালে ক'ব নোৱাৰোঁ।

লক্ষ্ণৌ কংগ্ৰেছৰ কিছুদিনৰ পিছত গান্ধীজী কলিকতালৈ আহিল। তেখেতে ৰাজকুমাৰ শুক্লালৈ চিঠি লিখি কলিকতাত তেখেতৰ লগত দেখা কৰিবলৈ ক'লে আৰু তাৰপৰা দুয়ো একে লগে চম্পাৰণলৈ যাব বুলি জনালে। গাৱঁত চিঠি দেৰিকৈ পালেগৈ। ৰাজকুমাৰ শুক্লাই চিঠি পোৱাৰ আগতেই গান্ধীজী কলিকতাৰ পৰা উভতি গল। ৰাজকুমাৰ শুক্লাই আকৌ চিঠি লিখিলে আৰু গান্ধীজীয়ে উত্তৰ দিলে যে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক কলিকতাত হ'ব তেখেতে তাত যোগদান কৰিব, ৰাজকুমাৰ শুক্লাই তাতে তেখেতক দেখা কৰিব। ময়ো সেই সভাত উপস্থিত আছিলোঁ। ঘটনাক্ৰমে মই গান্ধীজীৰ ওচৰতে এখন চকীত বহি আছিলোঁ। কিন্তু ৰাজকুমাৰ শুক্লাৰ লগত তেখেতৰ চিঠিৰ আদান-প্ৰদান হৈছিল বুলি আৰু তাৰপৰা তেখেত বিহাৰলৈ যাব বুলি মই জনা নাছিলোঁ। নিজৰ অভ্যাসৰ কাৰণে মই নিজে আগবাঢ়ি কাৰো লগত চিনা পৰিচয় হব নাজানিছিলোঁ। মই গান্ধীজীক একো সোধাও নাছিলোঁ আৰু এষাৰ কথাও কোৱা নাছিলোঁ। সেই কমিটিত সকলোৱে বিশেষকৈ সভাপতি অম্বিকাচৰণ মজুমদাৰে গান্ধীজীক কংগ্ৰেছৰ সম্পাদক হবলৈ জোৰ দিলে। কিন্তু গান্ধীজীয়ে সম্পাদক হবলৈ অস্বীকাৰ কৰিলে। মই বহি বহি সকলো চাই আছিলোঁ। মাজে মাজে মই ভাবিছিলোঁ যে সকলোৱে যেতিয়া ইমান আগ্ৰহ কৰিছে তেনেস্থলত তেখেতে অস্বীকাৰ কৰাটো উচিত হোৱা নাই। কিন্তু একো কব নোৱাৰিলোঁ।

কমিটিৰ কাম শেষ হোৱাত গান্ধীজী বাহিৰলৈ ওলাল। ৰাজকুমাৰ শুক্লাই তেখেতৰ অপেক্ষা কৰি আছিল। সেই ৰাতিয়ে তেখেত ৰাজকুমাৰ শুক্লাৰ লগত পোনে পোনে পাটনালৈ গুচি আহিল। মই অলপ পিছত বাহিৰলৈ আহিছিলোঁ। সেইকাৰণে তেখেত সকলৰ লগত দেখা নহল।

মই বিহাৰৰে মানুহ আৰু ৰাজকুমাৰ শুক্লাই গান্ধীজীক পাটনাত মোৰ ঘৰলৈকে লৈ যাব এই কথা গান্ধীজীয়েও নাজানিছিল। সেইকাৰণে তেখেতেও মোৰ লগত একো কথা পতা নাছিল।

এই বৈঠক ইষ্টাৰৰ বন্ধত হৈছিল। মই কলিকতাৰ পৰা জগন্নাথ পুৰীলৈ গলোঁ। গান্ধীজী পাটনালৈ আহিল। ৰাজকুমাৰ শুক্লাই তেখেতক মোৰ ঘৰলৈ লৈ গ'ল। কিন্তু তাত এটা লগুৱাৰ বাহিৰে অন্য কোনোৱেই নাছিল। লগুৱাটোৱে ভাবিলে যে এইয়া ক'ৰবাৰ গাৱলীয়া মোক্কেল আহিল। সেইকাৰণে সি তেখতক বাহিৰৰ কোঠা এটাত থাকিবলৈ দিলে আৰু কোনো ৰকমৰ আদৰ অভ্যৰ্থনা কৰাৰ পৰিবৰ্তে বিৰক্তিৰ ভাবহে দেখুৱালে। গান্ধীজী কিছু সময় থাকিল। এনেতে মজহৰুল হক্ চাহাবে খবৰ পালে। তেওঁ নিজে আহি তেখেতক নিজৰ ঘৰলৈ লৈ গ'ল। সন্ধ্যা গান্ধীজী মজঃফৰপুৰ পালেগৈ আৰু তাত আচাৰ্য্য কৃপালনীৰ লগত থাকিল। তাত কিছুমান মানুহৰ লগত দেখা-সাক্ষাৎ কৰি তেখেতৰ চম্পাৰণলৈ যোৱাৰ ইচ্ছা। বাবু ব্ৰজকিশোৰ প্ৰসাদে দ্বাৰভাঙ্গাত ওকালতি কৰিছিল আৰু তেওঁক টেলিগ্ৰাম দি মাতি আনিলে।

গান্ধীজীৰ ইচ্ছা আছিল যে তেখেত চম্পাৰণলৈ গৈ তাৰ ৰায়তৰ লগত দেখা কৰি তেওঁলোকৰ নিজ মুখৰ পৰা দুখৰ কথা শুনিব। কিন্তু তাৰ গাৱঁৰ ভাষা তেখেতে বুজিব নোৱাৰিছিল। সেইকাৰণে তেখেতে বিচাৰিছিল যে কোনোবা এজন যেন দোভাষীৰ কাম কৰিবলৈ তেখেতৰ লগত যায়। তেখেতে ভাবিছিল যে দুই চাৰিদিনৰ ভিতৰত সকলো কথা বুজিব পাৰিব। সেইকাৰণে তেখেত দুই চাৰিদিনৰ কাৰণেহে প্ৰস্তুত হৈ আহিছিল। বাবু ব্ৰজকিশোৰ প্ৰসাদৰ ঠিক সেই সময়তে কলিকতাত কিবা কাম আছিল। তেওঁ নিজে গান্ধীজীৰ লগত যাব নোৱাৰিলে। কিন্তু তেওঁ দুজন উকীল বন্ধুক গান্ধীজীৰ লগত দিলে। তেওঁ এইটোও স্থিৰ কৰিলে যে কলিকতাৰ পৰা ঘূৰি অহাৰ পিচত তেওঁ নিজেই চম্পাৰণলৈ আহিব আৰু আৱশ্যক হলে লগতে মোকো লৈ যাব।

চম্পাৰণ জিলাৰ সদৰ ঠাই মোতীহাৰী। গান্ধীজী সেইখিনি পালেগৈ। গৈ পাই তেখেতে গাৱঁলৈ যোৱাৰ সিদ্ধান্ত কৰিলে। এখন গাৱঁৰ পৰা দুই চাৰিদিনৰ আগতে নীল খেতিয়কে সকলো সম্পত্তি লুটি নিয়া এজন চহকী ৰায়ত আছিল। সেই লুটপাতৰ চিন

এতিয়াও আছিল। তেওঁ আহি সকলো ঘটনা ক'লেহি। গান্ধীজীয়ে তালৈকে যাবলৈ বিচাৰিলে। বাটতে কলেক্টৰে হুকুম দিলে যে, আপুনি জিলা এৰি গুচি যাওক। গান্ধীজীয়ে জিলা এৰি যাবলৈ অস্বীকাৰ কৰিলে। তেখেতে হুকুম ভঙ্গ অপৰাধৰ মোকৰ্দ্দমাৰ অপেক্ষা কৰিবলৈ ধৰিলে। সেইদিনাই এইটো জানিবলৈ পোৱা হল যে মোকৰ্দ্দমা হ'ব। মই সেইদিনাই পুৰীৰপৰা পাটনালৈ ঘূৰি আহিছিলোঁ। তেওঁলোকে সকলো কথা লিখি মোলৈ কাছাৰীৰ ঠিকনাত টেলিগ্ৰাম কৰি দিলে।

গান্ধীজীৰ সৈতে এয়ে মোৰ প্ৰথম সম্পৰ্ক আছিল। মই কলিকতালৈ টেলিগ্ৰাম দি বাবু ব্ৰজকিশোৰক মাতি পঠালোঁ। পিচদিনা ৰাতি পুৱাৰ বেলত আহি মিষ্টাৰ মজ্‌হৰুল হক্ আৰু সেই সময়ত ভাৰতবৰ্ষতে থকা মিষ্টাৰ পোলক সেই ৰাতিয়েই গান্ধীজীৰ টেলিগ্ৰাম পাই পাটনা পালেহি। বাবু ব্ৰজকিশোৰ, অনুগ্ৰহ নাৰায়ণ আৰু শম্ভুশৰণৰ লগত মই মোতীহাৰীলৈ ৰাওনা হ'লোঁ। আমি সেইদিনা দিনৰ প্ৰায় তিনি বজাত সেইখিনি পালোঁগৈ ইতিমধ্যে মোকৰ্দ্দমা আদালতত দাখিল হৈ শুনানী হৈ গ'ল, শুনানীৰ পিচত হুকুমৰ কাৰণে দুদিন মোকৰ্দ্দমা স্থগিত ৰাখিছিল।

গান্ধীজী বাবু গোৰখ্ প্ৰসাদৰ ঘৰত আছিল। আমি যেতিয়া সেই খিনি পালোঁগৈ তেতিয়া গান্ধীজীয়ে এটা পাঞ্জাবী চোলা পিন্ধি বহি আছিল। তেখেতৰ লগত আমাৰ আগৰে পৰা পৰিচয় নাছিল। যেতিয়া পৰিচয় কৰি দিলে তেতিয়া তেখেতে মোক হাঁহি হাঁহি ক'লে—"আপুনি আহিল ? আপোনাৰ ঘৰলৈতো মই গৈছিলোঁৱেই।" মই ঘটনাৰ কিছু কথা শুনিছিলোঁ। সেই কাৰণে অলপ লাজো পালোঁ। কাছাৰীত কি কি হৈছিল তেখেতে সকলো কলে।

চম্পাৰণৰ আন্দোলন সফল হোৱাৰ কিছু দিনৰ পিছতে মই "চম্পাৰণত গান্ধীজী" নামৰ সৰু পুস্তিকা এখন লিখি চপাইছিলোঁ আৰু তাত চম্পাৰণৰ সকলো কথা বিস্তাৰিত ভাবে দিছিলোঁ। ইয়াত মোৰ কেৱল নিজৰ কথাহে ক'ব খুজিছোঁ।

গান্ধীজীক প্ৰথমতে দেখি মোৰ মনত বিশেষ একো প্ৰভাৱ পৰা নাছিল। মই চম্পাৰণৰ অৱস্থা কিছু জানিছিলোঁ। কিন্তু বিশেষকৈ বাবু ব্ৰজকিশোৰৰ নিৰ্দ্দেশ মানিবলৈহে আদিতে তালৈ গৈছিলোঁ। ভাবিছিলোঁ যি কাম হ'ব তাকে কৰি দিব লাগিব। কিন্তু সেইখিনি গৈ পোৱাৰ

লগে লগেই জেললৈ যোৱাৰ নিচিনা জটিল প্ৰশ্নৰ উত্তৰ হ'ব এনে কথা সপোনতো ভবা নাছিলোঁ।

গান্ধীজীয়ে সকলো কথা কৈ আমাৰ বন্ধু বাবু ধৰণীধৰ আৰু বাবু ৰামনৌমীবপৰা বাকী সকলো কথা শুনি লবলৈ ক'লে। ইমানকে কৈ মিঃ পোলকৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। আমি দুয়োজন ভাই-ককাইৰ পৰা বিস্তাৰিতভাবে সকলো কথা শুনিলোঁ। গম পালোঁ যে গান্ধীজীয়ে প্ৰায় গোটেই ৰাতি সাৰে থাকি ভাইচ্ৰয় আৰু নেতা সকললৈ পঠাবলৈ চিঠি লিখিলে আৰু কাছাৰীত দিবৰ কাৰণে নিজৰ বক্তব্যও ৰাতিয়েই প্ৰস্তুত কৰি ল'লে। দোভাষীৰ কাম কৰিবলৈ অহা দুজনক গান্ধীজীয়ে সুধিলে—মই বন্দী হোৱাৰ পিচত আপোনালোকে কি কৰিব? তেওঁলোকে বোধ হয় প্ৰশ্নটোৰ গূঢ়াৰ্থ ভালকৈ নুবুজিলে। বাবু ধৰণীধৰে ধেমালি কৰি ক'লে—আপুনি বন্দী হলে দোভাষীৰ কামৰ প্ৰয়োজন নাথাকিব আৰু আমি নিজ নিজ ঘৰলৈ গুচি যাম। এই কথা শুনি গান্ধীজীয়ে প্ৰশ্ন কৰিলে—তেনে হলে এই কাম এই দৰেই এৰি দিব? সেই কথা শুনি তেওঁলোক দুয়ো ভাবিবলৈ ধৰিলে। বাবু ধৰণীধৰ বয়সত ডাঙৰ আছিল। তেওঁ উত্তৰ দিলে যে তদন্তৰ কাম তেওঁ চলাই থাকিব আৰু যেতিয়া চৰকাৰৰ ফালৰ পৰা তেওঁৰ ওপৰত নটিচ দিব আৰু যিহেতু তেওঁ জেললৈ যাবলৈ প্ৰস্তুত নহয় সেই কাৰণে নিজে তাৰ পৰা গুচি যাব কিন্তু অন্য উকীল পঠাব, যি তদন্তৰ কাম কৰিব আৰু যদি তেওঁৰ ওপৰতো নটিচ হয় তেন্তে তেৱোঁ গুচি আহিব আৰু তেওঁৰ ঠাইত তৃতীয় দল আহিব আৰু এইদৰে কাম চলাই ৰাখিব।

এই কথা শুনি গান্ধীজী সম্পূৰ্ণ সন্তুষ্ট নহলেও কিছু সন্তুষ্ট হ'ল। তেওঁলোকো সন্তুষ্ট নহল। তেওঁলোকে ৰাতি ভাবিবলৈ ধৰিলে যে এইজন মানুহ ক'ৰ পৰা আহি ইয়াৰ ৰায়তৰ কষ্ট দূৰ কৰিবৰ কাৰণে জেললৈ যাব খুজিছে। আমি ইয়াৰে মানুহ হৈয়ো ৰায়তৰ সহায় কৰিম বুলি মিছা দম্ভ কৰি থাকি এইদৰে ঘৰলৈ গুচি যোৱাটো ভাল কথা নহব।

কিন্তু জেলৰ কথা আমাৰ কোনেও এতিয়ালৈকে ভবা নাছিল। জেল এক ভয়ঙ্কৰ ঠাই বুলি ভবা হৈছিল আৰু গ্ৰেপ্তাৰৰ পিচতো জেলৰপৰা ৰক্ষা কৰিবৰ কাৰণে মানুহে হাজাৰ খৰছ কৰিও জামিনত বাহিৰত থাকিবলৈ লয়। যদি কোনোবা অগত্যা জেললৈ যায় তেন্তে তেৱোঁ ভাত টকা খৰছ কৰি আৰাম পাবৰ কাৰণে সুবিধা কৰি লয়।

আৰু ইয়াত এইজন মানুহে দক্ষিণ আফ্ৰিকাত ইমানবোৰ কাম কৰি আহি এই হোজা খেতিকবোৰৰ কাৰণে সকলো কষ্ট সহিবলৈ প্ৰস্তুত। এনে অৱস্থাতো আমি ঘৰলৈ গুচি আহিম, ই কেনেকৈ হব পাৰে? আনহাতে লৰা ছোৱালীৰ কাৰণেও চিন্তা।

গোটেই ৰাতি বিচাৰ বিবেচনা কৰাৰ পিচত পিছদিনা ৰাতিপুৱা গান্ধীজীৰ লগত কাছাৰীলৈ যাওঁতে এওঁলোক সকলোৰে ভাবনা উথলি উঠিল। এওঁলোকে স্পষ্ট ভাবে কৈ দিলে যে যদি আপুনি জেললৈ যোৱাৰ পিচত আৱশ্যক হয় তেন্তে আমিও জেললৈ যাম।

এই কথা শুনি গান্ধীজীৰ মুখমণ্ডল উজ্বলি উঠিল। তেখেতে খুব আনন্দিত হৈ ক'লে—তেনেহলে এই কাম সফল হ'ব।

সেইখিনি পায়েই আমি সকলো কথা দুয়োজন ভাই ককাইৰ পৰা শুনিলো। এতিয়া আমাৰ সন্মুখতো জেললৈ যোৱাৰ প্ৰশ্ন উঠিল। আমি স্থিৰ কৰিলো যে আৱশ্যক হলে আমিও জেললৈ যাম। এই সিদ্ধান্তৰ কথা আমি গান্ধীজীক ক'লো। তেখেতে কাগজ কলম লৈ সকলোৰে নাম লিখি ললে। তেখেতে আমাক কেইবাটাও দলত ভগালে আৰু কোন দল কেতিয়া জেললৈ যাব তাকো স্থিৰ কৰি দিলে। প্ৰথম দলৰ নেতা মজ্‌হৰুল হক্ চাহাব দ্বিতীয় দলৰ বাবু ব্ৰজকিশোৰ। মোকো এটা দলৰ নেতা কৰিলে। এই সকলো কথা সেইখিনি পোৱাৰ তিনি চাৰি ঘণ্টাৰ ভিতৰতে হৈ গ'ল।

মোকৰ্দ্দমাৰ হুকুম তিনি কি চাৰি দিনৰ পিচত দিয়াৰ কথা আছিল। সেইদিনা গান্ধীজী জেললৈ যোৱাৰ কথা। মজহৰুল্ হক্ চাহাবৰ গোৰখ্‌পুৰত কোনো এটা মোকৰ্দ্দমা আছিল। তেওঁ সেইদিনাৰ আগতে ঘূৰি আহি নেতৃত্ব দিবৰ কাৰণে মোকৰ্দ্দমা শেষ কৰিবলৈ গোৰখ্‌পুৰলৈ গ'ল।

বাবু ব্ৰজকিশোৰ প্ৰসাদো নিজৰ ঘৰৰ বন্দবস্ত কৰিবলৈ দ্বাৰভাঙ্গালৈ গুচি গ'ল। আমি মোতীহাৰীতে থাকি খেতিয়ক সকলৰ বক্তব্য শুনিবলৈ আৰু লিখিবলৈ ধৰিলো। ভাবিছিলো যেতিয়া এওঁলোক দুজন উভতি আহিব তেতিয়া আমিও এজন এজন কৈ ঘৰলৈ গৈ ঘৰৰ মানুহক লগ পাই জেল-যাত্ৰাৰ প্ৰস্তুতি কৰি উভতি আহিম গৈ।

গান্ধীজীয়ে নিজৰ "আত্মকথাত" লিখিছে যে এই কামত তেখেতে বৰ সন্তোষ পাইছিল আৰু সেইদিনাৰপৰাই বিহাৰৰ প্ৰতি তেখেতৰ খুব মৰম জন্মিল আৰু আমি তেওঁৰ বিশ্বাসৰ পাত্ৰ হলোঁ।

চম্পাৰণৰ তদন্ত আৰম্ভ হল। হাজাৰে হাজাৰে খেতিয়ক সকলে নিজৰ বক্তব্য লিখাবলৈ ধৰিলে। বোধহয় ২০।২৫ হেজাৰ খেতিয়কৰ বক্তব্য আমি লিখিলোঁ। নির্দ্ধাৰিত তাৰিখৰ আগতে হাকিমে লিখি পঠালে যে চৰকাৰৰ হুকুমত গান্ধীজীৰ ওপৰত থকা মোকৰ্দ্দমা তুলি ললে আৰু তেখেতক জিলাখনত তদন্ত কৰিবলৈ অনুমতি দিলে। তদন্তৰ পৰা জানিব পাৰিলোঁ যে আমি যিমান শুনিছিলোঁ তাতকৈ তাৰ অৱস্থা বহুত বেচি বেয়া আছিল। পিচৰ অধ্যায়ত ইয়াৰ কথা সংক্ষেপে ক'ম। বৰ্ত্তমান ইয়াকে কলেই যথেষ্ট হ'ব যে প্ৰথম দেখাতেই আমি স্বেচ্ছাই গান্ধীজীৰ বান্ধোনত বান্ধ খালোঁ। যিমানেই দিন যাবলৈ ধৰিলে সিমানেই তেখেতৰ লগত কেৱল ভাল পোৱাই নহয় তেওঁৰ কাৰ্য্য-পদ্ধতিতো আমাৰ বিশ্বাস বাঢ়িবলৈ ধৰিলে। চম্পাৰণৰ অধ্যায় শেষ হওঁতে হওঁতে আমি সকলো তেখেতৰ ভক্ত হৈ পৰিলোঁ আৰু তেখেতৰ কাৰ্য্য-প্ৰণালীৰ সম্পূৰ্ণ সমৰ্থক হৈ পৰিলোঁ।

## ২২। চম্পাৰণ

চম্পাৰণ জিলাৰ ইংৰাজ সকলে প্ৰায় এশ বছৰৰ আগৰে পৰা নীলৰ খেতি কৰিছিল আৰু কৰোৱাইছিল। প্ৰায় গোটেই জিলাতে য'ত য'ত নীল খেতি হব পাৰে তাত তেওঁলোকে নীলৰ কাৰখানা খুলি লৈছিল আৰু বহুত মাটি নিজৰ হাতলৈ আনি তাত হাল-কোৰ বোৱাই খেতি কৰাইছিল। জিলাৰ এক বৃহৎ অংশ যেতিয়া জমিদাৰীৰ ভিতৰত পৰে, তেওঁলোকে বহুতো গাওঁৰ 'জমিদাৰীৰ খাজনা'(১) তুলিবৰ কাৰণে জমিদাৰৰ পৰা ঠিকা লৈছিল আৰু ইয়াৰ দ্বাৰা সেই গাওঁবিলাক তেওঁলোকৰ হাতলৈ আহিছিল। যি বিলাক গাওঁ তেওঁলোকৰ হাতলৈ আহিছিল তাত থকা ৰায়ত বিলাকক তেওঁলোকে নীল খেতিয়ক সকলৰ কাৰণে নিজৰ মাটিত নীল খেতি কৰিবলৈ বাধ্য কৰাইছিল। লাহে লাহে তেওঁলোকে এই কথাটো এটা আইনৰ নিচিনা কৰি পেলালে আৰু এই দাবী কৰিবলৈ ললে যে তেওঁলোকে ৰায়ত সকলৰ প্ৰতি বিঘা মাটিৰে পাঁচ কঠা বা তিনি

(১) মাটিৰ বাবে জমিদাৰে ৰায়তৰ পৰা লোৱা খাজনা।

কঠা (১) মাটিত নীলখেতি কৰিবলৈ ৰায়ত সকলক বাধ্য কৰিব পাৰে। এই প্ৰথাক তেওঁলোকে পাঁচকঠীয়া বা তিনিকঠীয়া বুলিছিল। নীল খেতি নকৰো বুলি ক'বলৈ কোনো ৰায়তৰে সাহস নাছিল। যদি কোনোবাই কেতিয়াবা সাহ কৰিছিলো তেন্তে তেওঁৰ ওপৰত হাজাৰ জুলুম কৰি তেওঁক নীল খেতি কৰিবলৈ বাধ্য কৰাইছিল। ঘৰ আৰু খেতি লুটি লৈছিল। খেতিত গৰু মহ মেলি খুৱাই দিছিল। মিছা মোকৰ্দ্দমাৰ সৃষ্টি কৰিছিল। জৰিমনা আদায় কৰিছিল আৰু মাৰিছিল। এই বিলাকৰ ভয়ত ৰায়ত বিলাকে তিনি-কঠীয়া নিয়ম মানি বিঘাত তিনি কঠা নীল খেতি কৰিছিল। তেওঁলোকৰ মাটিৰ ভিতৰত আটাইতকৈ ভাল মাটিখিনি বাচি নীল খেতিয়ক সকলে নীল খেতি কৰিবলৈ কৈছিল। ৰায়ত সকলে নীল খেতিৰ কাম সকলোতকৈ আগতে কৰিব লাগিছিল। যেতিয়া নীল হয় তেতিয়া তাক কাটি ঘৰত দি যাবহি লাগে। ইয়াৰ কাৰণে তেওঁলোকে ৰায়ত সকলক প্ৰতি বিঘাতে কিছু পাৰিশ্ৰমিক দিছিল কিন্তু তাৰপৰা আনকি খৰছ খিনিও নোলায়। চৰকাৰৰ অফিচাৰ সকলে সেই চাহাব বিলাককহে সহায় কৰিছিল। নীল খেতিয়ক সকলৰ ওপৰৱালা অফিচাৰৰ ওপৰত ইমান প্ৰভাৱ বেচি আছিল যে যদি কেতিয়াবা কোনো অফিচাৰে সাহ কৰি ন্যায় কাম কৰিব খোজে তেন্তে সেই তলতীয়া কৰ্ম্মচাৰী জন বিপদতো পৰিব লগা হৈছিল। যি অফিচাৰ ন্যায়বাদী তেওঁলোকে নীল খেতিয়ক সকলৰ অত্যাচাৰ আৰু তিনি-কঠীয়া নিয়মৰ বিৰুদ্ধে চৰকাৰলৈ ৰিপ'ৰ্ট দিছিল কিন্তু ইয়াৰ পৰা কোনো লাভ নহৈছিল। কেতিয়াবা কেতিয়াবা বিমোৰত পৰি ৰায়তসকলে বিদ্ৰোহ কৰি দিয়ে আৰু কোনো নীল খেতিয়কক ধৰি মাৰে অথবা সকলো মিলি অন্য কোনো হুলস্থূলৰ সৃষ্টি কৰে। কিন্তু তথাপি তেওঁলোকে নীল খেতিয়ক সকলৰ লগত কেনেকৈ ফেৰ মাৰিব পাৰে? ফলত গাওঁৰ পিচত গাওঁ লুটি পেলাইছিল। পুলিচ আৰু কাছাৰীৰ আমোলা সকলৰ সহায়ত বেচেৰা ৰায়ত সকলক নানা ধৰণে পৰাস্ত কৰিছিল।

চৰকাৰৰ ওপৰতো নীল খেতি কৰা চাহাব সকলৰ ইমান প্ৰভাৱ আছিল যে খাজনা বিষয়ৰ আইনত (Tenancy Act) তেওঁলোকে এটা দফা নতুনকৈ লগ লগাইছিল যে জমিদাৰৰ ইচ্ছা অনুযায়ী য'ত ৰায়তক কোনো এক বিশেষ খেতি কৰাবলৈ বাধ্য কৰিব পাৰে তাত

(১) বিহাৰৰ মাটিৰ স্থানীয় জোখ।

যদি ৰায়তে এই সৰ্ত্তৰ পৰা বেহাই বিচাৰে তেন্তে তাৰ পৰিবৰ্ত্তে জমিদাৰে যিমান ইচ্ছা সিমান খাজনা বঢ়াই দিব পাৰে। সাধাৰণতে জমিদাৰে ইচ্ছা অনুযায়ী খাজনা বঢ়াব নোৱাৰিছিল। তেওঁ নিয়মমতে খাৰিজ হোৱা পট্টাৰ পৰা টকাত দু অনাতকৈ বেচি খাজনা বঢ়াব নোৱাৰিছিল। নীল খেতিয়ক সকলৰ লাভৰ কাৰণে এই নিষেধ হেৰ-ফেৰ কৰা হৈছিল।

বেতিয়া জমিদাৰীৰ টকাৰ আৱশ্যক হৈছিল। তেওঁ কিছু ধাৰ লৈছিল। এই ধাৰ নীলখেতিয়ক সকলৰ সহায়ত ইংলণ্ডৰ পৰা পাইছিল। সুদ আৰু মূলধন আদায় কৰিবৰ কাৰণে নীলখেতিয়ক সকলক গাওঁৰ ওপৰত দখল দি দিছিল আৰু বহুত গাওঁৰ ওপৰত তেওঁলোকে খাজনা লগোৱাৰ ক্ষমতা পাইছিল। খাজনা লগোৱা ক্ষমতাৰ অৰ্থ হল তেওঁলোক এক প্ৰকাৰে গাওঁৰ জমিদাৰ হৈ পৰিল। কেৱল এক নিৰ্দ্দিষ্ট খাজনা তেওঁলোকে প্ৰতি বছৰে 'মাল গুজাৰী'ৰ ৰূপত জমিদাৰক দিব লাগিছিল। সেই গাওঁৰ পৰা তেওঁলোকে যিহকে বিচাৰে আৰু যিমান ইচ্ছা কৰে উৎপন্ন কৰিব পাৰিছিল; তাৰ ওপৰত জমিদাৰৰ কোনো হাত নাছিল। তেওঁ কেৱল সেই নিৰ্দ্দিষ্ট খাজনাহে লব পাৰিছিল। এই গাওঁবোৰত যদি খাজনা বঢ়োৱা হয় আৰু এটাৰ ঠাইত দুটা উপাৰ্জ্জন হয় তেন্তে উপৰোৱা জমিদাৰৰ আয় বাঢ়িব—জমিদাৰে আগতে যি পাইছিল তাকেই পাব। যি বিলাক গাওঁত নীলখেতিয়ক সকলৰ খাজনা লগোৱা ক্ষমতা নাছিল সেই গাওঁবোৰত কেৱল নিৰ্দ্দিষ্ট টকা জমিদাৰক দিব লাগিছিল। মিয়াদ উকলি গ'লে জমিদাৰে আকৌ ঠিকা দিবনে নিদিয়ে আৰু দিলেও নতুন সৰ্ত্তত দিবনেকি সেইটো ঠিক কৰা ক্ষমতা জমিদাৰৰ আছিল আৰু ঠিকাদাৰে যি 'মালগুজাৰী' জমিদাৰক দিছিল তাক ইচ্ছা কৰিলে বঢ়াই দিবৰ ক্ষমতাও জমিদাৰৰ আছিল। যদিও মিয়াদৰ শেষত নীল খেতিয়ক সকলক পুনৰ ঠিকা নিদিছিল বা 'মালগুজাৰী' বঢ়াই দিয়া কেতিয়াও নহৈছিল তথাপি জমিদাৰৰ এনে কৰিব পৰা ক্ষমতা আছিল।

বেতিয়াৰ মহাৰজাৰ মৃত্যু হ'লত মহাৰাণীক পগলা বুলি ঘোষণা কৰি গোটেই জমিদাৰী ক'ৰ্ট অব্ ৱাৰ্ড্‌চৰ হাতলৈ নিয়া হল। নীল খেতিয়ক সকলৰ ভিতৰৰ পৰাই ক'ৰ্টৰ এজন মেনেজাৰ নিয়োগ কৰিলে। এইদৰে প্ৰায় বিশ বছৰলৈ এই জমিদাৰী নীল খেতিয়ক সকলৰ হাতত থাকিল। যি সময়ত গান্ধীজী চম্পাৰণলৈ আহিছিল সেই সময়ত এজন চিভিলিয়ান মেনেজাৰ আছিল। তেওঁৰ পিচত আকৌ কোনো নীলখেতিয়ক মেনেজাৰ হোৱা নাছিল। এইদৰে নিজৰ আৰু ৰায়তৰ মাটিত তিনি-কঠিয়া মিয়নেকে

নালখেতি কৰাই পুলিৰ পৰা নীল তৈয়াৰ কৰোৱা হৈছিল। এই নীল খেতি কৰা প্ৰথা বিহাৰৰ অন্যান্য জিলাতো বিয়পি পৰিছিল। কিন্তু চম্পাৰণত এই খেতি যিমান বিস্তৃতভাৱে হৈছিল অন্য ক'তো হোৱা নাছিল। যদি নীলৰ খেতি তেওঁলোকে নিজে কৰিলেহেঁতেন আৰু ৰায়তৰ দ্বাৰা এইদৰে জোৰ জুলুম কৰি নকৰালেহেতেঁন তেন্তে তেওঁলোকৰ এই কাৰবাৰত কোনো লাভ নহলহেঁতেন। সেই কাৰণে এই জোৰ জুলুম চলাই থকা আৱশ্যকীয় আছিল আৰু সি চলি আছিল।

ইতিমধ্যে জাৰ্ম্মাণীত অন্য উপায়েৰে ৰং তৈয়াৰ কৰা উপায় আবিষ্কাৰ কৰিলে আৰু এই ৰং নীলতকৈ সস্তাত তৈয়াৰ হৈছিল। নীলৰ দাম কমি গল। বলেৰে নীল তৈয়াৰ কৰাৰ পিচতো নীলত লাভ নাইকিয়া হল। নীল খেতিয়ক সকলে এই লোকচান ৰায়তৰ মূৰত জাপি দি নিজৰ লাভ বজাই ৰাখিবলৈ চালে। সেই কাৰণে তেওঁলোকে আইনৰ সেই দফাৰ আশ্ৰয় ললে যাৰ দ্বাৰা ৰায়তক নীল খেতিৰ পৰা ৰেহাই দি তেওঁলোকৰ ওপৰত ইচ্ছা মতে খাজনা বঢ়াব পৰা ক্ষমতা দিয়া হৈছিল। তেওঁলোকে ৰায়ত সকলক ক'লে যে যদি তেওঁলোকে খাজনা বৃদ্ধিৰ পট্টা স্বীকাৰ কৰি লয় তেন্তে তেওঁলোকক নীল খেতি কৰাৰ পৰা ৰেহাই দিব। ৰায়তে এইটো জানিছিল যে নীল খেতিৰ পৰা নীল-কাৰবাৰী সকলে এতিয়া লাভ নোপোৱা হ'ল। সেইকাৰণে তেওঁলোকে নিজেই এই খেতি এৰি দিব; গতিকে খাজনা বৃদ্ধি মানি লৈ এই ৰেহাই লোৱাৰ আৱশ্যক নাই। যেতিয়ালৈকে নীল খেতিত লাভ আছিল তেতিয়ালৈকে তেওঁলোকৰ হাজাৰ চেষ্টাতো নীলখেতিয়ক সকলে এই ৰেহাই নিদিছিল আৰু এতিয়া নিজৰ অভিসন্ধিৰ কাৰণে জোৰ কৰি ৰেহাই দিবলৈ আৰম্ভ কৰিলে। তেওঁলোকৰ হাতলৈ অহা আৰু জমিদাৰী অধিকাৰ নথকা যি বিলাক গাৱঁৰ পৰা বৰ্দ্ধিত খাজনাৰ লাভ তেওঁলোকে পাইছিল তাৰ হাজাৰ হাজাৰ ৰায়তৰপৰা খাজনা বৃদ্ধিৰ পট্টা স্বীকাৰ কৰাই ল'লে। এই পট্টা মাৰ-পিট, ঠগ-প্ৰৱঞ্চনা আৰু বল কৰি স্বীকাৰ কৰাই লৈছিল। এইদৰে তেওঁলোকে সেই গাওঁবোৰৰ পৰা লাখ লাখ টকাৰ উপাৰ্জ্জন বঢ়াই ললে। য'ত তেওঁলোকৰ মাত্ৰ ঠিকাদাৰৰ অধিকাৰ আছিল আৰু মিয়াদ পূৰ্ণ হোৱাৰ পিচত বৰ্দ্ধিত খাজনাৰ লাভ যেতিয়া জমিদাৰীয়ে পাইছিল তাত তেওঁলোকে খাজনা নবঢ়াই নগদ টকা আদায় কৰিবলৈ ধৰিলে। যি বিলাক ৰায়তৰ হাতত টকা নাছিল

তেওঁলোকৰ দ্বাৰা হেণ্ডনোট লিখাই আৰু অন্যান্য উপায়েৰেও টকা ললে ; এইদৰে প্ৰায় ২০/২৫ লাখ নগদ টকা আদায় কৰিলে।

চম্পাৰণৰ এনে কিছুমান ঠাই আছে য'ত নীলখেতি হবই নোৱাৰে। এই গাওঁবোৰত নীলখেতিয়ক সকলে নীল খেতি নকৰাই অন্য উপায়েৰেই টকা লৈছিল। সেই গাওঁবোৰত বে-আইনীকৈ পঞ্চাচ ধৰণৰ টেক্স তুলিছিল। যেতিয়া নীলখেতি হোৱা অংশত বৰ্দ্ধিত খাজনা অথবা নগদ চালামী আদায় হবলৈ ধৰিলে তেতিয়া নীলখেতি নোহোৱা অংশতো তেওঁলোকে কিছু টকা আদায় কৰিবলৈ ইচ্ছা কৰিলে আৰু তাতো এটা নহয় এটা চেলু লৈ হয় খাজনা বঢ়াই দিলে, নহয় নগদ টকা আদায় কৰিলে। খাজনা বঢ়োৱাৰ আৰু এটা উপায় আছিল ৰায়তক পট্টা দিয়া। ৰায়তৰ লগত এনে মাটিৰ বন্দবস্ত কৰিছিল যি মাটি প্ৰকৃততে নাছিলেই। এনেয়ে নথকা মাটি এডোখৰৰ মিছা বিবৰণ, চাৰি সীমা দি দিছিল আৰু তাৰ কাৰণে ইচ্ছা মতে বৰ্দ্ধিত হাৰত খাজনা লগাইছিল। আইনমতে টকাত দুঅনা খাজনা বঢ়াব পাৰিছিল। কিন্তু নতুন মাটিত জমিদাৰে যিহকে ইচ্ছা তাকে মালগুজাৰী হিচাবে লব পাৰিছিল। এই কাৰণে খাজনা বৃদ্ধিৰ হেতু মিছা বিবৰণেৰে সীমা দি নতুন মাটি বন্দবস্ত কৰি তেওঁলোকে নিজকে বচাব খুজিছিল আৰু তেওঁলোকে ভাবিছিল যে অলপ দিনৰ ভিতৰতে পুৰণি মাটি আৰু নামত মাত্ৰ থকা মাটিৰ খাজনা একে লগ কৰি পেলাব। এইদৰেই নীলখেতি কৰক বা নকৰক, গাওঁ সৰ্ত্তত পোৱা হওক বা ম্যাদী ভাৱে পোৱা হওক, সকলো গাওঁৰ পৰা তেওঁলোকে খাজনা বঢ়াই ললে অথবা নগদ টকা আদায় কৰি ললে। চৰকাৰে তেওঁলোকক সম্পূৰ্ণ সহায় কৰিলে। যেতিয়া বৰ্দ্ধিত হাৰত পট্টা লিখোৱাইছিল চৰকাৰে সেই পট্টাবোৰ খাৰিজ কৰিবৰ কাৰণে বিশেষভাবে ৰেজিষ্ট্ৰাৰ নিযুক্ত কৰি ৰেজিষ্ট্ৰাৰীৰ কাম সহজ কৰি দিছিল।

এইবোৰ সম্পূৰ্ণ হওঁতেই ১৯১৪-১৮ চনৰ জাৰ্ম্মান যুদ্ধ আৰম্ভ হ'ল। বিদেশৰ পৰা ৰং অহা বন্ধ হ'ল। নীলৰ খেতিত আকৌ লাভৰ আশা ঘূৰি আহিল। নীল খেতিয়ক সকলে নিজে ৰায়তক দিয়া ৰেহাইৰ কথা পৰোৱাই নকৰি আকৌ তিনি-কঠীয়া নীলখেতি কৰিবৰ কাৰণে ৰায়তৰ ওপৰত জুলুম আৰম্ভ কৰিলে। বহুতো ঠাইত এওঁলোক সফলো হল। এই সময়ত চৰকাৰে দ্বিতীয়বাৰ সেই জিলাত জৰীপ আৰম্ভ কৰিলে। এই কাম সম্পূৰ্ণ হব খোজোতেই গান্ধীজী চম্পাৰণ

পালেহি। জৰীপ কৰোঁতে ৰায়তে খাজনা বৃদ্ধি পট্টাৰ সম্বন্ধে তেওঁলোকৰ পৰা বল কৰি পট্টা লিখাই লৈছিল বুলি অভিযোগ আনিলে। চাৰ্ৰ্ভে-চেটোল্‌মেণ্ট অফিচাৰে পট্টা জোৰ জুলুম কৰি লিখোৱা নাই বুলি ক'লে আৰু বৰ্দ্ধিত খাজনা আইন মতে গ্ৰহণীয় বুলি ঘোষণা কৰিলে। ৰায়তৰ মাজত খুব হুলস্থূল লাগিছিল। ইফালে জাৰ্ম্মাণ যুদ্ধ চলি আছিল। ৰায়তৰ কথা এনেয়ে নুশুনিছিল তাতে সেই সময়ত যেতিয়া যুদ্ধত নীল-খেতিয়ক সকলে যোগদান কৰিছিল তেতিয়াতো ৰায়তৰ কথা শুনাৰ সুবিধাই নাছিল। ৰায়তৰ মাজত উদ্বেগে দেখা দিছিল। তেওঁলোকে কোনো ফালৰ পৰাই কোনো আশা দেখা নাছিল। তেতিয়া তেওঁলোক গান্ধীজীৰ ওচৰ পাইছিলগৈ আৰু সেই সুবিধাতে গান্ধীজী তালৈ আহিল।

## ২৩। চম্পাৰণ (ক)

ৰাজকুমাৰ শুক্লাই চম্পাৰণৰ ৰায়তৰ ওপৰত হৈ থকা জুলুমৰ কথা গান্ধীজীৰ আগত কওঁতে সেই সকলোবোৰ কথা সঁচা বুলি গান্ধীজীৰ বিশ্বাস হোৱা নাছিল। সেইবাবে তদন্ত কৰিবৰ কাৰণে তেখেত চম্পাৰণলৈ আহিল। তেখেত চম্পাৰণ পোৱাৰ আগতেই মানুহৰ মাজত এক আচৰিত জাগৰণৰ সৃষ্টি হৈছিল। তাৰ ৰায়তক এনেভাৱে দমন কৰি ৰাখিছিল যে তেওঁলোক কাছাৰীলৈ গৈ অভিযোগ আনিবলৈকো সাহ নকৰিছিল। কেতিয়াবা কোনোবাই এনে কৰিবলৈ সাহ কৰিলেও থানাৰ চিপাহীয়ে তেওঁক এজ্‌লাচৰ পৰাই ধৰি আনি বৰকৈ মাৰ-পিট কৰিছিল। যেতিয়া গান্ধীজী চম্পাৰণলৈ বুলি আহি মজঃফৰপুৰ পালেহি, বহুতো ৰায়ত মজঃৰপুৰলৈকে আহিছিল। তেওঁলোকে গান্ধীজীক নিজৰ দখৰ কথা কৈ শুনালে। তাৰ নীল খেতিয়ক সংঘৰ (Planters' Association) সম্পাদক আৰু তীৰ্হুত জিলাৰ কমিচনাৰে গান্ধীজীক চম্পাৰণলৈ যাবলৈ হাক দিলে আৰু ক'লে যে চৰকাৰে নিজেই ৰায়তৰ অভিযোগৰ বিচাৰ কৰিছে আৰু চাৰ্ভে চেটোল্‌মেণ্টৰ ৰিপ'ৰ্টৰ অপেক্ষা কৰি আছে। যুদ্ধৰ সময়ত তালৈ গৈ গান্ধীজীয়ে হুলস্থূল আৰম্ভ কৰিলে ভাল নহব, বিদ্ৰোহ আদি হ'ব—এই কথাতো

তেওঁলোকে গুৰুত্ব দিলে। আমাৰ নিজৰ মানুহেও কলে যে যুদ্ধৰ নিচিনা সঙ্গীন সময়ত আন্দোলন আদি হোৱা কোনো ৰকমেই ভাল নহয়। কিন্তু যিবোৰ কথা শুনিলে তাৰপৰা তেওঁৰ চম্পাৰণলৈ যোৱাৰ ইচ্ছা আৰু প্ৰবল হ'ল। তেখেতে চম্পাৰণলৈ যোৱাটোৱেইহে উচিত বুলি স্থিৰ কৰিলে।

গান্ধীজী চম্পাৰণ পোৱাৰ লগে লগে ৰায়তৰ মনৰ পৰা ভয় কলৈ গ'ল ঠিক নাই। যি ৰায়তে কাছাৰীলৈ যাবলৈ ভয় কৰিছিল সেই ৰায়তে দলে দলে আহি গান্ধীজীৰ আগত নিজৰ দুখৰ কথা কবলৈ ধৰিলে। এই সহজ সৰল মানুহবোৰৰ অন্তৰত তেওঁলোকৰ উদ্ধাৰক আহিল আৰু তেওঁলোকৰ দুখৰ অন্ত হব এনে এটা ভাব কেনেকৈ আহিল কব নোৱাৰো।

যি দিনা গান্ধীজীৰ ওপৰত মোকৰ্দ্দমা আৰম্ভ হ'ল আৰু তেখেত আদালতলৈ গল সেইদিনা গাৱঁৰ পৰা হাজাৰ হাজাৰ ৰায়ত তালৈ আহিল। মানুহৰ ইমান হেঁচা হৈছিল যে আদালতৰ দুৱাৰ ভাগি গল। আদালতত গান্ধীজীয়ে তেখেতৰ বক্তব্য কলে। মোকৰ্দ্দমা শেষ হৈ গল। তিনি চাৰি দিনৰ পিচত গান্ধীজীক খালাচ দিলে। তেখেতক তদন্ত কৰিবলৈ অনুমতি দিলে। হাজাৰ হাজাৰ ৰায়ত আহিল আৰু সকলোৱে নিজ নিজ বক্তব্য লিখালে। আমি তেওঁলোকৰ বক্তব্য লিখিবলৈ লাগি গলোঁ। গান্ধীজীয়ে আমাক নিৰ্দ্দেশ দিছিল যে তোমালোক উকীল, খুব ভাবি চিন্তি আৰু সুধি-পুচি লিখিবা। লিখা কথাবোৰ সঁচা হব লাগে।

আমি ৰাতি পুৱা ছয় বজাত গা-পা ধুই ৰায়তৰ বক্তব্য লিখিবলৈ আৰম্ভ কৰোঁ আৰু এঘাৰ বজালৈকে লিখোঁ। আকৌ খাই-বৈ অলপ জিৰাই এক বা দেড় বজাৰ পৰা পাঁচ বজালৈ লিখোঁ। তাৰ পিচত গধূলি খাই বৈ গান্ধীজীৰ লগত ফুৰিবলৈ যাওঁ। ইয়াৰ মাজত যদি এনে বক্তব্য আহি পৰে যিটো তুৰন্তে গান্ধীজীক জনোৱা উচিত বুলি ভবা হয় তেনে বক্তব্য তেখেতৰ আগত কৈ দিয়া হয়। নহলে বক্তব্য লিখি লিখি তেখেতক দি যাওঁ আৰু তেখেতে পঢ়ি যায়। এইদৰে আমি কেইবা ভাগো হৈ বহুত দিনলৈকে বক্তব্য লিখি থাকিলোঁ। প্ৰায় ২২।২৫ হেজাৰ ৰায়তৰ বক্তব্য লিখা হ'ল। এই কামৰ দ্বাৰা নিজৰ গোটেই জিলাতে হুলস্থূল লাগি পৰিল। আমি কেতিয়াবা বেতিয়াত আৰু কেতিয়াবা মোতীহাৰীত থাকো। কিছুদিনৰ পিছত বেতিয়া আৰু মোতীহাৰী দুয়ো ঠাইত দুভাগ হৈ থাকি বক্তব্য লিখিবলৈ ধৰিলো।

কেতিয়াবা কেতিয়াবা গান্ধীজী গাঁৱলৈও গৈছিল। নহলে আমাৰ ভিতৰৰ কোনো এজনক বিশেষ কথা থাকিলে বুজ লবলৈ গাৱঁলৈ পঠাইছিল। গান্ধীজীয়ে আমাক সভা পাতি বক্তৃতা দিবলৈ নিদিছিল। সেই সময়ত গান্ধীজী বা আমাৰ কোনোৱেই চম্পাৰণত সভা পাতি বক্তৃতা দিয়া নাছিলো।

তেতিয়া দেশত 'হ'ম-ৰুল' (স্বৰাজ্য) আন্দোলন খুব প্ৰবলভাৱে চলি আছিল। গান্ধীজীয়ে আমাক কৈছিল, তোমালোকে এইটোৱেই আটাইতকৈ ডাঙৰ 'হ'ম-ৰুল'ৰ কাম কৰি আছা আৰু তোমালোকে যদি সেই আন্দোলনত যোগ-নিদিয়া কোনো ক্ষতি নহয়।

আমাৰ তদন্তৰ ফল স্বৰূপে স্থানীয় অফিচাৰ সকল খুব উৎকণ্ঠিত হৈ পৰিল। তেওঁলোকৰ বহুতৰ মনত এনে ভাব হল যে চম্পাৰণৰ পৰা ইংৰাজ শাসন শেষ হৈ যাবলৈ ধৰিছে; মানুহে ভাবিবলৈ ধৰিলে যে গান্ধীজীয়েই আটাইতকৈ ডাঙৰ অফিচাৰ যাৰ ওচৰত জিলাৰ কলেক্টৰ বা মেজিষ্ট্ৰেটৰ বিৰুদ্ধেও অভিযোগ আনিব পাৰি। নীল খেতিয়ক সকলৰ প্ৰভাৱ শেষ হৈ গ'ল আৰু মইবৰ অফিচাৰ সকলৰ প্ৰভাৱো শেষ হবলৈ ধৰিলে। ভয় খাই তেওঁলোকে প্ৰাদেশিক চৰকাৰলৈ ৰিপ'ৰ্ট দিলে। প্ৰাদেশিক চৰকাৰে গান্ধীজীক তেওঁলোকৰ এজন মেম্বাৰৰ লগত দেখা কৰিবলৈ লিখিলে। তেখেত পাট্‌নালৈ আহি মেম্বাৰজনক লগ ধৰিলে। তেতিয়ালৈকে যিমানবোৰ অভিযোগ পাইছিল সেই সকলোৰে এটা স্পষ্ট বিবৰণ তৈয়াৰ কৰি তেওঁক দিলে। চৰকাৰী মেম্বাৰজনে সেই বিবৰণ চৰকাৰলৈ পঠালে। সেই বিবৰণৰ বিষয়ে বিচাৰ হবলৈ ধৰিলে। ইফালে আমাৰ তদন্তৰ কাম চলি থাকিল। এতিয়ালৈকে বহুতো বক্তব্য লিখা হ'ল। সেইকাৰণে বক্তব্য লিখা কিছু সংক্ষিপ্ত কৰা হল। কিন্তু গাৱঁলৈ গৈ বেচিকৈ চাব চিতিবলৈ ধৰিলোঁ। গান্ধীজীৰ লগত নীল খেতিয়ক সকলৰো কিছু কথা-বতৰা হ'ল। তেওঁলোকেও গান্ধীজীক অ'লৈ ত'লৈ লৈ গৈছিল, নিজৰ কথা কৈছিল বা যি যি দেখুৱাব লগা আছিল সেইবোৰ দেখুৱাইছিল।

আমাৰ কাৰণে গান্ধীজীৰ নিয়ম একেবাৰে নতুন নিয়ম আছিল। তেনে ধৰণৰ কাম আমি আগতে কেতিয়াও কৰা নাছিলো। আমি ভাবিছিলোঁ যে কংগ্ৰেছ বা কোনো সভাত বক্তৃতা দিয়া, আদালতলৈ নিয়াৰ, উপযুক্ত কথা আদালতত দাখিল কৰা অথবা যি কাউন্সিলত প্ৰশ্ন কৰিব পাৰে তেওঁ কাউন্সিলত কোনো কথা সম্বন্ধে প্ৰশ্ন কৰা নাইবা প্ৰস্তাৱ

উত্থাপিত কৰাই যথেষ্ট। তাতকৈ বেছি কিনো হ'ব পাৰে? গান্ধীজীয়ে ইয়াৰ এটাও নকৰিলে। তেখেতে ৰায়তৰ বক্তব্য ললে। এইদৰে তেখেতে প্ৰথমে সকলো কথাৰ সঠিক বুজ-বাজ ল'লে। এনেদৰে বক্তব্য লোৱাত ৰায়তৰ ভয় নাইকিয়া হ'বলৈ ধৰিলে। আমিও এনে কিছুমান কথা জানিবলৈ পালো যিবোৰ জানিব পাৰিম বলি সপোনতো ভবা নাছিলো। আমিও নিৰ্ভয় হৈ যাবলৈ ধৰিলো। দুটা এটা বিশেষ ঘটনা কৈ দিলেই স্পষ্ট হৈ যাব।

ওপৰত কৈ আহিছো যে আমি কেইবা দলতো ভাগ হৈ ৰায়তৰ বক্তব্য লিখিছিলো। পুলিচৰ মানুহ লগতে থাকিছিল। তেওঁলোকে ৰায়তৰ নাম আদি নোট কৰি লৈছিল। এইদৰে নীল খেতিয়ক সকলৰ মানুহেও ৰায়তৰ নাম আদি জানি মালিকৰ ওচৰলৈ গৈ সকলো কথাৰ ৰিপ'ৰ্ট দিছিল। কাম আৰম্ভ কৰাৰ দুই তিন দিনৰ ভিতৰতে এটা ঘটনা ঘটিল। আমাৰ মানুহ এজনে য'ত ৰায়তৰ বক্তব্য লিখি আছিল পুলিচৰ চাব্ ইন্সপেক্টৰ এজন আহি তাতে বহিল। তেতিয়া তেওঁ সেই ঠাইৰ পৰা উঠি ৰায়ত সকলক লৈ অলপ আঁতৰত বহিলগৈ আৰু বক্তব্য লিখিবলৈ ধৰিলে। পুলিচ চাব্-ইন্সপেক্টৰজনো সেইখিনি পালেগৈ। তেওঁৰ খং উঠিল। তেওঁ খঙেৰে পুলিচ চাব্-ইন্সপেক্টৰজনক ক'লে—আপুনি যি চাব চিতিব লাগে দূৰৰ পৰা চাব, ইমান ওচৰলৈ নাহিব। চাব্ ইন্সপেক্টৰে মহাত্মাজীৰ ওচৰলৈ গৈ এই কথাৰ আপত্তি কৰিলে। তেওঁ ক'লে—"ওপৰৰ পৰা আমাৰ হুকুম আহিছে যে যি হৈছে তাৰ সকলো খবৰ আমি যাতে ৰাখোঁ, এতিয়া আপোনাৰ মানুহে যদি ওচৰলৈ যাবলৈ নিদিয়ে তেন্তে আমি এই হুকুম কেনেকৈ পালন কৰিম?"

গান্ধীজীয়ে বক্তব্য লিখা মানুহজনক মাতি আনি কি হৈছিল সুধিলে। তেওঁ চাব ইন্স্পেক্টৰে যি কৈছিল সেই সকলো স্বীকাৰ কৰিলে। তেতিয়া গান্ধীজীয়ে সুধিলে, আপুনি অকলে আছিল নে লগত অন্য মানুহ আছিল? তেওঁ ক'লে যে বহুত ৰায়তে তেওঁক বেঢ়ি আছিল আৰু এজন এজনকৈ বক্তব্য লিখাইছিল। গান্ধীজীয়ে আকৌ সুধিলে, "আপুনিতো কোনো গোপন কাম কৰা নাছিল?" তেওঁ কলে, "নাইকৰা"। তেতিয়া গান্ধীজীয়ে সুধিলে, "তেন্তে আপুনি চাব্ ইন্সপেক্টৰৰ পৰা সেই কথা কিয় লুকুৱাবলৈ চেষ্টা কৰিছিল? তেওঁ কলে, "লুকুৱাৰ কোনো কথা নাছিল, কিন্তু তেওঁ আহি ওচৰতে বহিছিল। মই তেওঁক অলপ দূৰৰ পৰা দেখা-শুনা কৰিবলৈ কৈছিলোঁ। গান্ধীজীয়ে

কলে—"যেতিয়া আপোনাক ইমানবোৰ ৰায়তে যেটি আছিল আৰু তেওঁলোকৰ পৰা আপোনাৰ কামত কোনো বাধা পৰা নাছিল তেন্তে আৰু এজন মানুহ আহি বহাত আপুনি কিয় বাধা অনুভৱ কৰিলে। আপুনি এখেতকো সেই ৰায়তৰ নিচিনা বুলি কিয় নাভাবিলে ?"

এই কথা শুনিয়েই ইন্সপেক্টৰজন লাজত মৰাৰ নিচিনা হ'ল। অথচ তেওঁ একো ক'বও নোৱাৰিলে। তেওঁ আহিছিল নিজৰ ক্ষমতা দেখুৱাবলৈ আৰু গান্ধীজীয়ে কৈ দিলে যে ইয়াত তেওঁৰ স্থান কোনো ৰায়তৰ ওপৰত নাছিল আৰু তেওঁকো ৰায়তৰ নিচিনাকৈয়ে ব্যৱহাৰ কৰিব লাগে। ইয়াৰ পিচত আমি কোনো পুলিচ অফিচাৰ আহিলে ভয় নকৰিছিলোঁ আৰু কোনো অফিচাৰেই ওচৰলৈ আহিবলৈ চেষ্টা নকৰিছিল।

যি সময়ত গান্ধীজীৰ মোকৰ্দ্দমা হুকুমৰ কাৰণে স্থগিত আছিল সেই সময়তে দীনবন্ধু এন্দ্ৰুজ আহিছিল। তেওঁ ষ্টেচনৰ পৰা এখন একাত উঠি আহিছিল। তেওঁ একাত উঠা নিয়ম নাজানিছিল। সেই কাৰণে তেওঁৰ জোতা চকাত লাগি ক্ষয় গ'ল। আমি এনে জলহু কাপোৰ পিন্ধা একাত উঠা আৰু ভাৰতীয়ৰ লগত ইমান হলি-গলি কৰা ইংৰাজ মানুহ আমাৰ দেশত আগতে দেখা নাছিলো। এই কথাও শুনিছিলোঁ যে তেওঁ এজন ডাঙৰ প্ৰভাৱশালী মানুহ, ভাইচৰয়ৰ লগতো তেওঁৰ আহ-যাহ আছে আৰু তেওঁ গোটেই পৃথিবী ভ্ৰমণ কৰি থাকে। সেই সময়ত তেওঁৰ লগত দেখা-সাক্ষাৎ হোৱাৰ পৰা তেওঁৰ সৰলতা আৰু সত্যনিষ্ঠাৰ যি চাপ পৰিছিল সি দিনে দিনে গভীৰ হৈ যাবলৈ ধৰিলে। মোৰ লগত তেওঁৰ এক প্ৰকাৰ বন্ধুত্ব গঢ়ি উঠিছিল আৰু তেওঁৰ মৃত্যুৰ দিনলৈকে সেই বন্ধুত্ব অটুট আছিল। তেওঁৰ ফিজী দ্বীপলৈ যোৱাৰ কথা আছিল। ইতিমধ্যে চম্পাৰণত মহাত্মাজীৰ ওপৰত মোকৰ্দ্দমা আৰম্ভ হ'ল। তেখেতৰ লগত দেখা কৰিবলৈ দীনবন্ধু এন্দ্ৰুজ ইয়ালৈ আহিল। তেওঁৰ লগত আমাৰ কথা হ'ল। আমি ইচ্ছা কৰিছিলো যে তেওঁ তাত কিছুদিন থাকক। গান্ধীজীৰ মোকৰ্দ্দমাৰ হুকুম এতিয়াও হোৱা নাছিল। কি হ'ব তাকো আমি নাজানিছিলো। আমি ভাবিছিলো গান্ধীজীৰ শাস্তি হ'ব সেই কাৰণে এন্দ্ৰুজৰ নিচিনা এজন অভিজ্ঞ লোক থাকিলে আগলৈ কামত সহায় হব। এই সকলো কথা আমি তেওঁক কলো আৰু থাকিবলৈ জোৰ কৰিলো। তেওঁ ফিজীলৈ কিছুদিনৰ পিচত যাব বুলি একৰকম মান্তিও হৈছিল। কিন্তু ইয়াৰ কাৰণে গান্ধীজীৰ অনুমতি লাগে। তেখেতৰ অনুমতি মাগাজে

তেওঁ তাত থাকিব নোৱাৰে। সেই কাৰণে এই কথা গান্ধীজীৰ আগত কোৱা হল আৰু তেখেতক খৰ জোৰ দিয়া হল।

সকলো কথা শুনি গান্ধীজীয়ে ক'লে—"এন্দ্ৰুজ ইয়াত থাকিব লাগে বুলি আপোনালোকে যিমান জোৰ দিছে সিমানেই তেওঁ ইয়াত থাকিব নালাগে বুলি মোৰ মত দৃঢ় হৈ গৈছে, তেওঁ নিশ্চয় ইয়াৰ পৰা গুচি যাব লাগে। আপোনালোকৰ অন্তৰত চৰকাৰ আৰু নীল খেতিয়ক সকলৰ প্ৰতি ভয় হৈছে। আপোনালোকে ভাবিছে যে এজন ইংৰাজ আপোনালোকৰ লগত থাকিলে আপোনালোকৰ সহায় হ'ব। আপোনালোকে এই কাৰণেই এন্দ্ৰুজক ৰাখিব খুজিছে। এই ভয় আপোনালোকৰ অন্তৰৰ পৰা গুচি যোৱাটোকে মই বিচাৰিছোঁ আৰু আপোনালোক আৰু ইংৰাজৰ মাজত কিবা পাৰ্থক্য আছে বুলি আপোনালোকৰ মনত যি ভাৰ আছে সেই ভাবো যাতে আঁতৰি যায় তাক মই বিচাৰিছোঁ। আপোনালোকে নিজৰ ওপৰত ভাৰসা কৰিব লাগিব। এই কাৰণে এন্দ্ৰুজ কাইলৈকে ইয়াৰ পৰা যাব লাগে।"

তেখেতে এন্দ্ৰুজক কলে যে ফিজী দ্বীপৰ কামো জৰুৰী গতিকে সেই কাম কোনো ৰকমেই পেলাই থব নোৱাৰি। গতিকে পিচদিনা ৰাতিপুৱা যাবৰ কাৰণে এন্দ্ৰুজ প্ৰস্তুত হ'ল। আমিও ভাবিলো যে গান্ধীজীয়ে ঠিক কথাই কৈছে, আমাৰ অন্তৰৰ ভাব তেখেতে ঠিক ধৰিলে।

পিচদিনা এন্দ্ৰুজ যোৱাৰ আগতে ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ লগত দেখা কৰিবলৈ গ'ল। মেজিষ্ট্ৰেটে কলে যে মোকৰ্দ্দমা তুলি লবৰ কাৰণে চৰকাৰৰ হুকুম আহিছে আৰু তেওঁ অলপ পিচতে নিয়মমতে এই খবৰ পঠাই দিব। এন্দ্ৰুজ যোৱাৰ আগতে আমাক এই খবৰ দিলে। আমাৰ উৎসাহ দুগুণে বাঢ়ি গ'ল।

এবাৰ এজন নীলখেতিয়কে মহাত্মাজীৰ ওচৰত নিজৰ প্ৰশংসা কৰিবলৈ ধৰিলে আৰু ক'লে যে তেওঁৰ ঠাইত ৰায়ত সন্তুষ্ট। তেওঁলোকৰ কোনো ওজৰ আপত্তি নাই। তেওঁ মহাত্মাজীক নিজে গৈ চাবৰ কাৰণে আমন্ত্ৰণ জনালে। মহাত্মাজীৰ লগত মঢ়ো গলো। কিছুমান মানুহে আহি এইদৰে কোৱাৰ তেওঁ ব্যৱস্থা কৰি ৰাখিছিল। আমি খোজ কাঢ়িয়েই গৈছিলোঁ। তেওঁ নিমন্ত্ৰণ কৰা গাৱঁলৈ প্ৰায় চাৰি পাঁচ মাইল দূৰ আছিল। বাটত বহুত ৰায়তে লগ পাইছিল আৰু তেওঁলোকে ক'লে যে চাহাবে তেওঁৰ প্ৰশংসা কৰিবৰ কাৰণে বহুত মানুহ গোটাই থৈছে। মহাত্মাজীয়ে ক'লে যে যদি তেওঁলোকৰ কোনো দুখ বা আপত্তি আছে তেন্তে

তোমালোককেও চাহাবৰ আগতে ক'বা। আমি এই ঠাইৰ ৰায়তৰ বক্তব্য টাই লৈছিলো আৰু তেওঁলোকৰ কি আপত্তি আছিল মহাত্মাজীক কলো। তাত দুশ তিনিশ মানুহৰ এখন সভা হল। সেই সভাত নীল খেতিয়ক জনৰ বাহিৰেও সেই চাব্‌ ডিভিজনৰ মেজিষ্ট্ৰেটো উপস্থিত আছিল। দুই চাৰিজন ৰায়তে কলে যে তেওঁলোক সুখী আৰু তেওঁলোকৰ কোনো অভিযোগ নাই। সেই ৰায়ত জনে কওঁতেই বাকী বোৰে চিঞৰি ক'লে যে তাক শিকাই আনিছে আৰু সি মিছা কথা কৈছে। মহাত্মাজীয়ে তেওঁলোকক মনে মনে থাকিবলৈ কলে আৰু কি ক'ব লগা আছে পিচত ক'বলৈ ক'লে। যেতিয়া তেওঁলোকৰ পাল পৰিল তেতিয়া আমাৰ আগত যি লিখাইছিল সেই আপত্তিকে কৰিলে। মেজিষ্ট্ৰেটৰ বিৰুদ্ধেও এজন ৰায়তে অভিযোগ আনিলে আৰু ক'বলৈ ধৰিলে যে তেওঁলোক সকলো একগোট হৈ আছে, তেওঁলোকৰ পৰা কোনো ন্যায় আশা কৰিব নোৱাৰি। সেই ৰায়তজনে এটা বিশেষ ঘটনাৰ কথা কৈ মেজিষ্ট্ৰেটৰ পৰাই তাৰ উত্তৰ বিচাৰিলে। মেজিষ্ট্ৰেট ততালিকে উঠি গল। পিচদিনা চাহাবে নিজৰ এটা সৰু ঘৰত জুই লগাই দি গাৱঁৰ সকলো মানুহকে জুই দিয়া অপৰাধত পেলাবলৈ পাঙিলে আৰু গোটেই গাওঁ লুট কৰাবলৈ ঠিক কৰিলে। জুই ৰাতি লগাই দিয়া হল। জুই লগোৱাৰ খবৰ পালে পুলিচৰ সহায়ত গাওঁ লুট-পাট কৰাব বুলি চাহাব নিজে অপেক্ষাত থাকিল। কিন্তু যিটো মানুহৰ গাত পুলিচত খবৰ দিয়াৰ ভাৰ আছিল সি ইচ্ছা কৰি খবৰ নিদিলে আৰু বুদ্ধি কৰি পিচদিনা খবৰ দিবলৈ গল। ইতিমধ্যে আমি খবৰ পালোঁ। মহাত্মাজীয়ে সকলো কথা চৰকাৰবলৈ লিখি পঠালে। সিফালে মেজিষ্ট্ৰেটেও এক দীঘলীয়া ৰিপ'ৰ্ট লিখি পঠালে। তাত লিখিছিল যে অৰাজকতাৰ সৃষ্টি হব লাগিছে—যেন ইংৰাজ ৰাজত্ব উঠি গ'ল। এনে ধৰণৰ ঘটনা প্ৰায়ে হৈ আছিল।

চৰকাৰে এই ৰিপ'ৰ্টৰ ওপৰত কাম কৰিলে। বিহাৰৰ গভৰ্ণৰে গান্ধীজীক ৰাঁচীলৈ আমন্ত্ৰণ কৰিলে। তেওঁৰ চিঠিৰ মৰ্ম্ম আছিল যে গান্ধীজী চম্পাৰণত থকাৰ কাৰণে খুব অৰাজকতা হৈছে সেই কাৰণে চৰকাৰে তেওঁক তাৰ পৰা আঁতৰাই পঠাব খুজিছে কিন্তু কোনো হুকুম দিয়াৰ আগতে গভৰ্ণৰে তেখেতক এবাৰ লগ পাব খুজিছে। ৰাঁচীলৈ যোৱাৰ আগতে আমি ভাবিলো যে এতিয়া হয়তো তেখেতক গ্ৰেপ্তাৰ কৰিব নহলে প্ৰদেশৰ পৰা বাহিৰ কৰি দিব আৰু হয়তো আমিও আৰু বাহিৰত থাকিব নোৱাৰিম। মহাত্মাজীয়ে আমাক যেতিয়া আৰু

মোতীহাৰীত দুটা দলত বিভক্ত কৰি থৈ গল। গ্ৰেপ্তাৰ হলে কেনেকৈ কি কি কৰিব লাগিব তাৰ সম্পূৰ্ণ ব্যৱস্থা দিলে। আমাৰ হাতলৈ ৰায়তৰ ইমানবিলাক বক্তব্য আহিছিল, ইমান কাগজ পত্ৰ জমা হৈছিল যে ৰায়তৰ অভিযোগৰ সম্পূৰ্ণ প্ৰমাণ আমাৰ হাতলৈ আহিছিল। সেইবোৰ ভালকৈ ৰাখিব লগীয়া হৈছিল। আমি আগৰে পৰাই সকলোবোৰৰে নকল কৰাই লৈছিলো। নকলবোৰ সুৰক্ষিত ভাৱে ৰাখিবলৈ বন্দবস্ত কৰা হল। নিজ নিজ ঠাইত আমি খবৰৰ অপেক্ষাত থাকিলো। বেতিয়া অফিচ মোৰ চাৰ্জ্জত আছিল। বহুত দিনৰ অপেক্ষাৰ পিচত বাঁচীৰ পৰা টেলিগ্ৰাম আহিল যে গভৰ্ণৰৰ লগত কথা বতৰা চলি আছে। দুই তিনি দিন কথা বতৰা চলি থাকিল। শেষত গভৰ্ণৰে এটা কমিচন নিযুক্ত কৰিলে। গান্ধীজীকো তাৰ সভ্য কৰিলে। ৰায়তৰ অভিযোগৰ তদন্ত কৰিবলৈ সেই কমিচনক ভাৰ দিলে। কমিচনে চৰকাৰী অফিচাৰ, নীল খেতিয়ক সকল আৰু ৰায়তৰ পৰা বক্তব্য ললে। অন্যান্য যি কাগজ-পত্ৰ দেখুৱালে সেইবোৰো চালে। বহুতৰ ঘৰলৈ গৈ কাগজ পত্ৰ চালে আৰু ৰায়তৰ সৈতে দেখা সাক্ষাৎ কৰিলে।

কমিচন নিযুক্ত হোৱাৰ পিচত গান্ধীজীৰ আদেশমতে ৰায়তৰ ফালৰ পৰা যি কাগজ পত্ৰ দিছিল সেইবোৰ বেচ ভালকৈ চাই আৰু অন্যান্য প্ৰমাণ একেলগ কৰি আমি কমিচনৰ কাৰণে এটা বক্তব্য তৈয়াৰ কৰিলোঁ। কমিচনত চৰকাৰী অফিচাৰ, নীল খেতিয়ক সকলৰ প্ৰতিনিধি আৰু জমিদাৰ সকলৰ প্ৰতিনিধি আছিল। আৰু ৰায়তৰ প্ৰতিনিধি স্বৰূপে স্বয়ং গান্ধীজী আছিল। যেতিয়া ৰিপ'ৰ্ট লিখাৰ সময় আহিল তেতিয়া এক ডাঙৰ বাধা আহি পৰিল। গান্ধীজী আৰু কমিচনৰ অধ্যক্ষ চাৰ ফ্ৰেঙ্ক শ্লাইৰ খুব ইচ্ছা আছিল যে কমিচনৰ ৰিপ'ৰ্ট সৰ্ব্বসম্মত হ'ব লাগে। গভৰ্ণৰেও কৈছিল যে ৰিপ'ৰ্ট সৰ্ব্বসম্মত হলেহে তেওঁ সেই সম্পৰ্কে কিবা কৰিব পাৰিব। নহলে কোনো ব্যৱস্থা লোৱা তেওঁৰ কাৰণে কঠিন হ'ব।

খেতিয়ক সকলৰ অভিযোগৰ কিছু বৰ্ণনা ওপৰত দিছো। শেষত মহাত্মাজী আৰু নীল খেতিয়ক সকলৰ মাজত বহুতো আলাপ আলোচনা হোৱাৰ পিচত এইটো স্থিৰ হল যে যি খাজনা বঢ়াই দিছিল তাৰ এক অংশ বেহাই দিয়া হওক; এই অংশটো এক চতুৰ্থাংশতকৈ অলপ কম হ'ব আৰু বাকী তিনি চতুৰ্থাংশ যেনে আছে তেনেই থাকিব। নগদ যি টকা আদায় কৰা হৈছিল তাৰো শতকৰা পঁচিশ টকা ৰায়তক ঘৰাই

দিয়া হব আৰু বাকী টকা ৰায়তে এৰি দিব। প্ৰধান অভিযোগ হিচাবে এই দুটা আৰু তিনিকঠীয়া প্ৰথাই আছিল। বাকী যিবোৰ অভিযোগ আছিল সেইবোৰ দূৰ কৰা অফিচাৰৰ কাম আৰু ন্যায় বিচাৰৰ ওপৰত নিৰ্ভৰ কৰিছিল। এই পৰামৰ্শ ৰিপ'ৰ্ট সৰ্ব্বসম্মতি ক্ৰমে মানি লোৱা হল। বাকী অভিযোগ বিলাকৰ সম্বন্ধে ৰিপ'ৰ্টত বিশেষ একো লিখা নহল। কেবল অভিযোগৰ কথা উল্লেখ কৰি সেইবোৰ দূৰীকৰণৰ উপায় দিলে। বৰ্দ্ধিত খাজনা কম কৰা আৰু নগদ আদায় কৰা টকাৰ শতকৰা পঁচিশ টকা ঘূৰাই দিয়াৰ বাহিৰেও তিনিকঠীয়া-প্ৰথা-আইন বন্ধ কৰাৰ পৰামৰ্শ দিয়া হ'ল।

আমি নিজৰ ভিতৰত আলোচনা কৰিছিলো যে যদি বৰ্দ্ধিত খাজনা আৰু নগদ টকা আদায় কৰা অনুচিত তেন্তে ৰায়তে বৰ্দ্ধিত খাজনাৰ পৰা সম্পূৰ্ণ ৰেহাই পাব লাগে আৰু নগদ টকা গোটেই থিনি ঘূৰাই দিব লাগে। নীল খেতিয়ক সকলে আইন সম্বন্ধীয় অসুবিধাবো সৃষ্টি কৰি ৰাখিছিল। যি সকলে নগদ টকা আদায় কৰিলে তেওঁলোকে ঘৰ-দুৱাৰ অন্যক বেচি নিজে টকা লৈ গুচি গৈছিল। এনে স্থলত নগদ টকা যি সকলে ৰায়তৰ পৰা আদায় কৰা নাছিল আৰু যি নতুনকৈ ঘৰ-দুৱাৰ কিনি লৈছিল তেওঁলোকৰ পৰা কেনেকৈ আদায় কৰা হ'ব। এতেকে বৰ্দ্ধিত খাজনা ঘূৰাই পোৱা সহজ কাম নাছিল। আইন তৈয়াৰ নকৰিলে বোধহয় এই কাম হৈ নুঠিব। আইনমতে প্ৰত্যেক ৰায়তে দেৱানী মোকৰ্দ্দমা দাখিল কৰিব লাগিব। লগতে এইটোও প্ৰতিপন্ন কৰিব লাগিব যে বৰ্দ্ধিত খাজনাৰ কবুলিয়ত তেওঁলোকৰ পৰা জোৰ জুলুমকৈ লিখাই লৈছিল তাত নীল খেতি কৰা সৰ্ত্ত নাছিল ইত্যাদি। এই বিলাকৰ প্ৰমাণ দুখীয়া সহজ সৰল নিৰীহ ৰায়তে ক'ৰ পৰা দিব ?

মহাত্মাজী চম্পাৰণলৈ যোৱাৰ পূৰ্ব্বেই এখন ঠাইৰ এধাৰ জন ৰায়তে মোকৰ্দ্দমাও দাখিল কৰিছিল। নীল খেতিয়ক সকলে ডাঙৰ বেৰিষ্টাৰ নিয়োগ কৰিছিল। মোকৰ্দ্দমা কেইবা মাহো চলিল। শেষত পাঁচোটা মোকৰ্দ্দমাত ৰায়ত জিকিল আৰু ছটাত নীল খেতিয়ক সকল। আপীলত অলপ অচৰপ হেৰ-ফেৰ হ'ল। চম্পাৰণৰ ৰায়তে লাখ নহলেও হাজাৰ হাজাৰ পট্টাৰ কাৰণে এনে ধৰণৰ মোকৰ্দ্দমা কৰিব লাগিলহেঁতেন। এইটো অসম্ভৱ কথা আছিল। এইবোৰ অসুবিধাৰ কথা মনত ৰাখি মিলা মিলি ভাবে কিবা এটা স্থিৰ কৰা উচিত বুলি ভবা হ'ল। গতিকে সৰ্ব্বসন্মতিক্ৰমে ৰিপ'ৰ্ট তৈয়াৰ হল। চৰকাৰে ৰিপ'ৰ্টৰ পৰামৰ্শসমূহ

বাদ দি ল'লে। এখন আইন পাছ কৰি তিনি-কঠীয়া প্ৰথা তুলি দিলে। সকলো ৰায়তৰে বৰ্দ্ধিত খাজনাও কমাই দিলে। যেতিয়া জমিদাৰীয়ে (ক'র্ট অব্ ৱার্ডছ্) ৰিপ'ৰ্ট অনুসৰি নীল খেতিয়ক সকলৰ পৰা টকা লৈ ৰায়তৰ পৰা আদায় কৰা টকা ঘূৰাই দিলে।

## ২৩। চম্পাৰণ (খ)

চম্পাৰণৰ এই ঘটনাতেই মই গান্ধীজীৰ কামৰ কাৰ্য্য-প্ৰণালী প্ৰথম প্ৰথম দেখিবলৈ পালোঁ। আমি ৰাজহুৱা জীৱনৰ এক অভূতপূৰ্ব্ব শিক্ষা পোৱাৰ সুবিধা পালোঁ। হ'ম-ৰুল আন্দোলনত অংশ গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণে আমাৰ কিছুমানে বেয়া পাইছিল। কিন্তু আমি বৰ সাৱধানেৰে আৰু সংযমেৰে গান্ধীজীৰ আদেশ পালন কৰিলোঁ—যি কামত লাগিছিলো লাগিয়েই থাকিলো। গান্ধীজীয়ে নীল খেতিয়কৰ ইমান লোকচান কৰিও কেনেকৈ তেওঁলোকৰ বন্ধু হৈ থাকিল তাকো আম দেখিলো। তেওঁলোকৰ বহুতৰ লগতেই গান্ধীজীৰ ব্যৱহাৰ সুন্দৰ আছিল। তেওঁলোকে গান্ধীজীক নিজৰ বঙলালৈ মাতিছিলো। অৱশ্যে তেওঁলোকৰ কিছুমান এনেকুৱাও আছিল যি গান্ধীজীৰ খুব বিৰোধিতা কৰিছিল। কিন্তু এইটো ক'লে অত্যুক্তি নহব যে শেষত গান্ধীজীৰ লগত তেওঁলোকৰ সম্বন্ধ বেয়া হোৱা নাছিল। যেতিয়া কমিচনৰ কাম সম্পূৰ্ণ হল তেতিয়া গান্ধীজীয়ে ঠায়ে ঠায়ে স্কুল খোলাৰ ব্যৱস্থা কৰিলে আৰু নীলখেতিয়ক সকলৰপৰা সহায়ো বিচাৰিলে। এজনৰ বাহিৰে বাকী কোনো নীলখেতিয়কেই এই কথাত কোনো ৰকমৰ বাধা দিয়া নাছিল।

আপোচেৰে কমিচনে যি কাম কৰিলে সি ৰায়তৰ দাবীত কৈ বহুত কম আছিল। কিন্তু এই গোটেই আন্দোলনৰ ফলত চম্পাৰণৰ পৰা নীল খেতিয়ক সকলৰ প্ৰভুত্ব নাইকিয়া হ'ল। এতিয়া তেওঁলোকৰ জুলুম কৰিব পৰা শক্তি আৰু নাছিল। ৰায়তৰ মাজলৈ শক্তি আৰু সাহস ঘূৰি আহিল। বিনা জুলুমে চম্পাৰণৰ কাৰবাৰৰ পৰা লাভ হব নোৱাৰে। এই জুলুম এতিয়া বন্ধ হৈ গ'ল। নীল খেতিয়ক সকলে এই কথা

সোনকালেই বুজি উঠিল। তিনি চাৰি বছৰৰ ভিতৰতে সকলোৱে নিজ নিজ মাটি আৰু ঘৰ দুৱাৰ বেচি পেলালে। যিহকে পালে তাকে লৈ গুচি গল। তেওঁলোকৰ মাটি ৰায়তৰ হাতলৈ আহিল। এতিয়া তেওঁলোকে সেই মাটিত খেতি কৰিছে। য'ত নীল খেতিয়ক সকলৰ সুন্দৰ বাগান আৰু বঙলা আছিল তাত আজি ৰায়তৰ গৰু ম'হ ৰাখিছে। সেই ৭০।৭৫ টা বঙলাৰ ভিতৰত দুটা এটা আজিও ঠিয় হৈ আছে। এতিয়া তাত জুলুম হব নোৱাৰে। আজি তেওঁলোকৰ অৱস্থা দাঁত ভগা সাপৰ নিচিনা, ফোঁচ ফোঁচোৱাৰ বাহিৰে তেওঁলোকৰ আৰু একো কৰিবলৈ শক্তি নাই।

গান্ধীজীয়ে অলপ দিনৰ পিচতে গোটেই দেশত খুব ব্যাপকভাৱে যি সত্যাগ্ৰহ আৰম্ভ কৰিলে তাৰেই ৰূপ মই চম্পাৰণৰ সত্যাগ্ৰহত দেখিছিলোঁ। এখন জিলাৰ দুখ দূৰ কৰোতে প্ৰায় এবছৰ লাগিছিল। গোটেই ভাৰতৰে স্বাধীনতা পাবলৈ সেই অনুপাতে যি সময় লাগিব লাগে সেই সময় বোধ হয় এতিয়াও পূৰ্ণ হোৱা নাই।

চম্পাৰণৰ আন্দোলনত কোনো মতভেদ নাছিল। গান্ধীজীৰ কথা সকলোৱে মানিলে। কি ৰায়ত কি আমাৰ নিচিনা কৰ্ম্মী কোনেও তেখেতৰ বিৰুদ্ধাচৰণ কৰা নাছিল। গান্ধীজীয়ে নীল খেতিয়ক সকলৰ জুলুমত বাধা দিব খুজিছিল, কিন্তু তেওঁলোকৰ প্ৰতি কোনো দ্বেষ ভাব নাৰাখিছিল। আমাৰ মনতো তেনে কোনো ভাব নাছিল। এক প্ৰকাৰে তাতে সত্যাগ্ৰহৰ এক ভাল উদাহৰণ দেখা হ'ল। এই কাৰণে তাৰ ফলো সন্তোষজনক হ'ল। মোৰ বিশ্বাস ভাৰতবৰ্ষৰ স্বাধীনতাৰ সমস্যাও এইদৰেই সমাধান হ'ব। বহুত কিছু এৰি আপোচ কৰিলেও আমি সোনকালেই কৃতকাৰ্য্য হ'ব পাৰিম। কিছুদূৰ প্ৰায় এনেকুৱাই হৈছেও। দেৰি হোৱাৰ কেইবাটাও কাৰণ আছে। কৰ্ম্মক্ষেত্ৰ বহুত ডাঙৰ। চম্পাৰণৰ জনতাৰ যি অটল বিশ্বাস আছিল সকলো জনতাৰে তেনে বিশ্বাস নাই। নিঃসংকোচে একাগ্ৰভাৱে ভয় নকৰাকৈ কাম কৰা মানুহো যথেষ্ট নাই। চম্পাৰণত যিমান দূৰ অহিংস নীতি পালন কৰা হৈছিল গোটেই দেশতে সিমান পালন কৰা হোৱা নাই। তথাপি যোৱা পঁচিশ বছৰে যি হল সি একো কম নহয়। আমাৰ কাম যেতিয়া সম্পূৰ্ণ হব তেতিয়াহে গান্ধীজীৰ চমকপ্ৰদ কাম ভাৰতবৰ্ষত মানুহে বুজিব। চম্পাৰণতো আমি সম্পূৰ্ণ সন্তুষ্ট হোৱা নাছিলো। কিন্তু তিনি চাৰি বছৰৰ পিচত যেতিয়া নীল খেতিয়ক সকল গুচি গল তেতিয়াহে সেইকামৰ সম্পূৰ্ণ ফল আমি দেখিবলৈ পালো।

ভাৰতত কামো হৈছে। বৃটিছৰ প্ৰভাৱ বহু পৰিমাণে নাইকিয়া হ'ল। কিন্তু এতিয়াও আমি সম্পূৰ্ণ ফল দেখিবলৈ নাই পোৱা। সেইকাৰণে সেই চমকপ্ৰদ কামৰ মহিমা অনুভৱ কৰিব পৰা নাই।

চম্পাৰণত আমাৰ জীৱনটোৰ ওপৰতো খুব প্ৰভাৱ পৰিল। তাতেই আমি জাত কুলৰ ভেদা-ভেদ এৰিলো। তেতিয়ালৈকে মই জাতিভেদ খুব মানিছিলো আৰু ৰক্ষা কৰি চলিছিলোঁ। ব্ৰাহ্মণৰ বাহিৰে অন্য কোনোও জাতিৰ মানুহে চোৱা ভাত-দাইল আদি, যাক ইয়াত কেচা ভোজন বোলা হয়, মই নেখাইছিলোঁ। গান্ধীজীয়ে ক'লে ইয়াত যদি বেলেগ বেলেগ চৰু জোৱা তেন্তে কেনেকৈ কাম চলিব—যি সকল একেটা কামতে লাগিছে তেওঁলোক সকলো একে জাতিৰ বুলি ধৰি লোৱা। যদিও আমাৰ ভিতৰত কেইবা জাতিৰো মানুহ আছিল, তথাপি আমি ইজনে সিজনৰ হাতে ৰন্ধা ভাত খাবলৈ ধৰিলোঁ। জীৱনলৈ সৰলতাও বহুত আহিল। আমাৰ লগত লগুৱা আছিল। সিহঁতৰ সকলোকে এটা এটাকৈ পঠিয়াই দিয়া হল। কেৱল বাচন-বৰ্ত্তন ধুবলৈ এটা লগুৱা থাকিল। নিজ হাতেৰে কুঁৱাৰ পৰা পানী তোলা, গা ধোৱা, কাপোৰ ধোৱা আদি সকলো কাম আমি নিজেই কৰিছিলো, ক'ৰবালৈ যাবলৈ হ'লে ৰেলৰ তৃতীয় শ্ৰেণীত যোৱা আৰু যিমান দূৰ পাৰি খোজ কাঢ়িয়েই যোৱা—এই সকলোবোৰ তাত গান্ধীজীৰ পৰাই শিকিলোঁ। আৰামৰ জীৱন ত্যাগ কৰিব লগা হ'ল। চম্পাৰণত থকা দিন কেইটা এইদৰেই কটালোঁ।

এই কাম শেষ হোৱাৰ পিচত গান্ধীজীয়ে চম্পাৰণৰ তিনি ঠাইত তিনটা স্কুল খুলিলে। মই কোনোটো স্কুলতে থাকিব নোৱাৰিলোঁ। পাট্‌নালৈ ঘূৰি আহি পুনৰ ওকালতি আৰম্ভ কৰিলোঁ। কিন্তু সেই স্কুল কেইটা চাবলৈ প্ৰত্যেক বছৰে এবাৰ বা দুবাৰ তালৈ গৈছিলোঁ।

চম্পাৰণত অন্য প্ৰদেশৰ কেইজন মান ভাল ত্যাগী কৰ্ম্মীৰ লগত আমাৰ পৰিচয় হৈছিল। কেইজন মান এনে আছিল যি আজিও দেশৰ কামত উৎসাহেৰে লাগি আছে। সেই সময়ৰ চিনা পৰিচয় আৰু অভিজ্ঞতা বৰ মূল্যবান আছিল আৰু তাৰ পৰা আজিও আমি বহুত কথা শিকিব পাৰোঁ।

চম্পাৰণৰ বিজয়ে বিহাৰৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলালে। বিহাৰ এখন পিচ পৰা প্ৰদেশ আছিল আৰু তাত ৰাজহুৱা জীৱন বৰ সক্ৰিয় নাছিল। শিক্ষাৰো সম্পূৰ্ণ অভাৱ আছিল। সকলো বিষয়তে অন্য প্ৰদেশৰ তুলনাত বিহাৰ পিচপৰা বুলি ধৰিছিল। ইংৰাজ শাসনৰ আৰম্ভৰে পৰা

বিহাৰ বঙ্গদেশৰ লগত আছিল। বহুতো বছৰ বিহাৰ বঙ্গদেশৰ অঙ্গ হৈ আছিল। আনকি বিহাৰৰ নিজা নামো মানুহে পাহৰি গৈছিল। বঙ্গ উন্নত প্ৰদেশ আছিল কিন্তু তাৰ উন্নতিৰ আভা বিহাৰ নাপাইছিলহি। ইংৰাজী শিক্ষাতো বিহাৰ ইমান পিচ পৰা আছিল যে চৰকাৰী অফিচত বিহাৰী মানুহে কাম কৰিবলৈ সুবিধা নাপাইছিল, উচ্চ পদৰটো কথাই নাই।

কুৰি শতিকাৰ আৰম্ভণিতেই কিছুমান বিহাৰী মানুহৰ অন্তৰত বিহাৰৰ পিচ পৰা শোচনীয় অৱস্থা দেখি গ্লানি হবলৈ ধৰিলে। ফল স্বৰূপে বিহাৰক বঙ্গদেশৰ পৰা বেলেগ কৰাৰ আন্দোলন আৰম্ভ হল। এই আন্দোলনৰ মুখ্য নেতা আছিল বাবু মহেশ নাৰায়ণ (স্বৰ্গীয়) আৰু ডাক্তৰ সচ্চিদানন্দ সিন্‌হা। ১৯১১ চনত যেতিয়া পঞ্চম জৰ্জ্জ দিল্লীৰ দৰবাৰলৈ আহে তেতিয়া বিহাৰক এখন বেলেগ প্ৰদেশ কৰাৰ কথা ঘোষণা কৰিলে। এই ঘোষণা বঙ্গ-বিচ্ছেদ আন্দোলনৰ ফল স্বৰূপে কৰা হৈছিল। পুব আৰু পশ্চিমবঙ্গ আকৌ একলগ কৰি দিলে। বিহাৰ আৰু উৰিষ্যা মিলাই এখন বেলেগ প্ৰদেশ গঠন কৰিলে। বেলেগ প্ৰদেশৰ কথা উঠিলতে এক নতুন জীৱন সঞ্চাৰ হ'ল আৰু তাৰ চিন পৰিলক্ষিত হ'ল। বিহাৰ ছাত্ৰ সন্মিলনৰ আলোচনা আগতে কৰি আহিছোঁ। বিহাৰ প্ৰাদেশিক ৰাজনৈতিক কন্‌ফাৰেন্সও প্ৰত্যেক বছৰে হবলৈ ধৰিছিল। বিহাৰৰ স্কুল কলেজত ছাত্ৰৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে। উচ্চ শিক্ষা অভিলাষী বহুতো ছাত্ৰ কলিকতালৈ যাবলৈ ধৰিলে। নতুন প্ৰদেশ হোৱাৰ পিচত সকলো ফালৰে পৰা প্ৰদেশখন (বিহাৰ) আগবাঢ়িবলৈ ধৰিলে। কিন্তু ইমানতো ১৯১৭ চনলৈকে দেশ-সেৱাৰ কোনো সংগঠন নিয়মতে চলা নাছিল। তেতিয়াৰ কংগ্ৰেছ কমিটি আজিৰ কংগ্ৰেছ কমিটিৰ তুলনাত খেলাৰ পুতলা যেনহে আছিল। মই তেতিয়া প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক আছিলো। যি সকল প্ৰতিনিধি নিৰ্ব্বাচিত হৈছিল, বিশেষকৈ যিসকল নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য হিচাবে নিৰ্ব্বাচিত হৈছিল তেওঁলোকেইহে কিছু চান্দা দিছিল। এই চান্দাৰ পৰাই প্ৰাদেশিক কমিটিৰ কাম চলোৱা হৈছিল আৰু অল ইণ্ডিয়া কমিটিৰ বাৰ্ষিক বৰঙণি দিয়া হৈছিল। এই বছেৰেকীয়া বৰঙণি সদায় বাকী থাকি গৈছিল। মোৰ মনত আছে যে সেই সময়ৰ কংগ্ৰেছ সম্পাদক শ্ৰীযুক্ত সুব্বাৰাৱ কেতিয়াবা কেতিয়াবা পাট্‌নালৈ আহিছিল। তেওঁ আহিলে মুখীয়াল লোক সকলে নিজৰ ভিতৰতে তুলি কিছু টকা তেওঁক দি দিছিল। নৱাব সৰ্ফৰাজ হুচেইন খাঁ বহুত

দিনলৈকে প্ৰদেশিক কমিটিৰ সম্পাদক আছিল। ময়ো তেওঁৰ লগত সম্পাদক আছিলোঁ। অফিচৰ খৰচ সৰহ ভাগ আমি দুয়ো নিজৰ পৰাই দিছিলো। ইয়াৰ পৰা এইটো বুজিব নালাগে যে অফিচৰ খৰচ খুব বেচি আছিল। কেৱল ডাক আৰু টেলিগ্ৰামতহে খৰচ হৈছিল আৰু আমি সেই খৰচ সহজে কৰিব পৰিছিলোঁ।

মহাত্মা গান্ধী চম্পাৰণলৈ অহালৈকে বিহাৰৰ ৰাজহুৱা সংগঠন এনে ধৰণৰে আছিল। সেই সময়ত বোধহয় এনে মানুহ এজনো নাছিল যি নিজৰ গোটেই সময় দেশৰ কামত লগাইছিল। যি সকল কংগ্ৰেছৰ সদস্য আছিল অথবা অন্য ৰাজহুৱা জীৱনৰ নেতা আছিল তেওঁলোকে নিজ নিজ কাম কৰি থাকিও দেশ সেৱাৰ কামো কৰিছিল। বোধহয় বহুতো প্ৰদেশৰে এনে অৱস্থাই আছিল। কিন্তু অন্য প্ৰদেশৰ কৰ্ম্মী সকলৰ ভিতৰত কিছু এনেকুৱা কৰ্ম্মীও আছিল যি দেশ সেৱাৰ কামত নিজৰ সকলো সময় লগাইছিল। মহাত্মাজীৰ লগত ইয়ালৈ যিমান মানুহ আহিছিল প্ৰায় সকলো ওকালতি ব্যৱসায়ৰ আছিল। এওঁলোকৰ ভিতৰত এজনেও নিজৰ ব্যৱসায় এৰিম বুলি ভাবি তেওঁৰ লগত কাম আৰম্ভ কৰা নাছিল। মইতো কেইদিনমানৰ ভিতৰতে আজৰি হ'ম বুলি ভাবি গৈছিলো। কিন্তু সেইখিনি পাই দেখিলো যে কাম বাঢ়িহে গৈছে। সেই কাম সম্পূৰ্ণ কৰাৰ আগতে এৰি অহাও টান আছিল। সেই কাৰণে আঠ দহ দিনৰ আশাত যোৱা মানুহ প্ৰায় দহ মাহ চম্পাৰণত থাকিব লগা হল। কাম শেষ হ'লত আমি যেতিয়া নিজ নিজ ঠাইলৈ ঘূৰি গলো তেতিয়া লগত লৈ গলো নতুন ভাৱধাৰা, নতুন আনন্দ আৰু নতুন কাৰ্য্যসূচী। গোটেই জীৱনতে এটা নতুন জীৱন আহি পৰা অলপ দিনৰ ভিতৰতে পৰিলক্ষিত হ'ল। আমাৰ চকু বহুত খোল খালে। এতিয়া আমি বুজিবলৈ ধৰিলো যে যেতিয়ালৈকে আমাৰ কিছুমানে নিজৰ গোটেই সময় দেশৰ কামত লগাবলৈ নোলায় তেতিয়ালৈকে বিহাৰৰ ৰাজহুৱা জীৱন পিচ পৰি থাকিব।

এদিন গান্ধীজীৰ লগত এখন গাৱঁৰ পৰা উভতি আহোতে বাটত মই সুধিলো—আপুনি গোটেই দেশতে ঘূৰি পকি ফুৰে, আপুনি দেশ সেৱাৰ দৃষ্টিৰ পৰা কোন ঠাইখনক সকলোতকৈ উচ্চ স্থান দিয়ে। তেখেতে প্ৰায় সকলো প্ৰদেশৰ কথাই ক'লে। শেষত ক'লে যে দেশ সেৱা স্বৰূপে পুণাই তীৰ্থস্থান স্বৰূপ। তাত এখন নগৰৰ ভিতৰত ইমান ত্যাগী লোক আছে যে সিমান ত্যাগী লোক আৰু কোনো ঠাইতে নাই।

ত্যাগৰ দৃষ্টিভঙ্গীৰ পৰা তাৰ সংগঠকে দেশৰ কাৰণে আদৰ্শ দাঙি ধৰিছে আৰু নতুন নতুন সংগঠন হ'বই লাগিছে।

মই আগতেও ফাৰ্গুচন কলেজৰ নাম শুনিছিলোঁ। গান্ধীজীৰ লগত কথা-বতৰা হোৱাৰ পৰা পুণালৈ এবাৰ যোৱাৰ কৌতূহল আৰু বাঢ়িল। আমি চম্পাৰণত থাকোতেই ভাবিছিলোঁ যে ইয়াৰ কাম শেষ হলে এনেকুৱা এক সংস্থা কৰা উচিত য'ত ত্যাগী লোক সকলে কেৱল থকা খোৱাৰ সামান্য খৰচ লৈ দেশ সেৱাত লাগি থাকিব। স্থিৰ হ'ল যে ফাৰ্গুচন কলেজৰ নিচিনা এখন কলেজ স্থাপন কৰা হওক। বাবু ব্ৰজকিশোৰেই আমাৰ সকলোৰে নেতা আৰু উৎসাহ দাতা আছিল। তেওঁ এই কথা ইমান দূৰলৈকে ভাবিলে যে আমি প্ৰত্যেকে নিজৰ নাম লিখি দিলো যে যেতিয়া এই সংস্থা স্থাপন হ'ব তেতিয়া আমিও থকা খোৱাৰ মাত্ৰ খৰচ লৈ তাত যোগ দিম। বহুত মানুহৰ পৰা প্ৰতিশ্ৰুতিও লোৱা হ'ল।

মহাত্মাজীৰ লগত কথা হোৱাত তেখেতে সংস্থাৰ কথা ভাল পালে কিন্তু কলেজৰ ৰূপ দিয়াটো সিমান পছন্দ নকৰিলে। আমি এই বিষয়ে চিন্তা কৰিবলৈ ধৰিলো। ১৯১৮ চনত কংগ্ৰেছৰ বিশেষ অধিবেশন যেতিয়া বম্বেত হয় তেতিয়া মই তালৈ গলো। তাৰপৰা মই পুণালৈও গলো। তাৰ সকলো সংস্থা ভাল ধৰণে চালো। সেই বিষয়ে বহুতো কথা জানিলোও।

## ২৪। ১৯১৭ চনৰ কলিকতা কংগ্ৰেছৰ পৰা দিল্লী কংগ্ৰেছলৈকে

১৯১৭ চনত আমি যেতিয়া চম্পাৰণত কাম কৰি আছিলোঁ তেতিয়া দেশত হ'ম ৰুল বৰ জোৰেৰে চলি আছিল। মই ওপৰত কৈ আহিছোঁ যে গান্ধীজীয়ে আমাক কোনো আন্দোলনতেই যোগ দিবলৈ দিয়া নাছিল আৰু কৈছিল যে চম্পাৰণৰ কাম হ'ম ৰুলৰ আটাইতকৈ ডাঙৰ কাম। এই সময়তে শ্ৰীমতী এনী বেচেণ্টক নজৰ বন্দী কৰা হৈছিল। এই কাৰণে আন্দোলন বেছি শক্তিশালী হৈ উঠিল। আমি এইবোৰ বাতৰি খবৰকাগজত পঢ়িছিলোঁ কিন্তু মন আমাৰ চম্পাৰণতে আছিল। আমি অন্য কোনো কথাৰ প্ৰতি মন দিব পৰা নাছিলোঁ। চম্পাৰণৰ বাহিৰে

বিহাৰৰ অন্যান্য জিলাত হ'ম ৰুলৰ আন্দোলন চলিছিল। মোৰ বোধেৰে পঢ়া-শুনা জনা মানুহে গাঁৱত গৈ সভা-সমিতি পতা এয়ে প্ৰথম। জনসাধাৰণক ৰাজনীতিৰ কথা বুজালেগৈ। ইয়াৰ ভাল প্ৰভাৱ পৰিছিল।

এই বছৰতে শাহাবাদ জিলাত এটা ডাঙৰ দুৰ্ঘটনা হৈ গৈছিল। বকৰীদত গৰু কোৰ্বানি কৰা কথা লৈ হিন্দু আৰু মুছলমানৰ মাজত কাজিয়া হ'ল। এই কথা বাঢ়ি যাবলৈ ধৰিলে। জিলাৰ সৰহভাগ ঠাইতে আৰু ওচৰৰ গয়া আৰু পলামু জিলাতো খুব ডাঙৰ কাজিয়া হৈ গ'ল। কিছু দিনলৈ মনত এনে ভাব হৈছিল যেন ইংৰাজ ৰাজত্ব ইয়াত নাছিলহে। কিছুমান হিন্দুক পিটিলে। কিন্তু মুছলমানক খুব অত্যাচাৰ কৰিলে। বহুতো মৰিল। বহুতৰ ঘৰ লুটিলে। শেষত যেতিয়া মিলিটেৰী ফৌজ পালেহি তেতিয়া হাজাৰ হাজাৰ হিন্দু গ্ৰেপ্তাৰ হ'ল। তেওঁলোকৰ ওপৰত মোকৰ্দ্দমা হ'ল আৰু সেই মোকৰ্দ্দমা বহুত দিনলৈকে চলি থাকিল। হাজাৰ হাজাৰ লোকৰ কঠোৰ শাস্তি হ'ল। ফল এয়ে হ'ল যে প্ৰথমে মুছলমান ধ্বংশ হল আৰু পিচত হিন্দু। সেই সময়ৰ দুৰ্ঘটনাৰ কথা আজিলৈকে দুয়োটা সম্প্ৰদায়ৰ মনত আছে। সেই সময়ত ৰাজহুৱা জীৱন ইমান উন্নত নাছিল যে দুয়োটা সম্প্ৰদায়ৰ মাজত মিল হবৰ কাৰণে অথবা কাজিয়া বন্ধ কৰিবৰ কাৰণে যত্ন কৰিব। যেতিয়া মোকৰ্দ্দমা হ'ল তেতিয়া উকীল সকলে অভিযুক্ত সকলক অলপ অচৰপ সহায় কৰিছিল। কিন্তু ইয়াতকৈ বেচি একো কৰা নাছিল। এই দুৰ্ঘটনাৰ লগত মোৰ কোনো পোনপটীয়া সম্বন্ধ নাছিল। কিন্তু মোৰ অন্তৰত ইয়াৰ প্ৰভাৱ নিশ্চয় পৰিছিল।

কলিকতাৰ কংগ্ৰেছলৈ বিহাৰৰ পৰা বিশেষকৈ চম্পাৰণৰ পৰা বহুতো প্ৰতিনিধি গৈছিল। মই এটা ডাঙৰ দলৰ লগত সেইখিনি পালোঁগৈ। যমুনালাল বাজাজে মহাত্মাজীৰ থকাৰ বন্দবস্ত কৰিছিল। চম্পাৰণৰ দলটোও গৈ তাতে উঠিল। শেঠজীৰ লগত বোধহয় প্ৰথম দেখা-সাক্ষাৎ তাতেই হৈছিল। মোৰ যিমান দূৰ মনত পৰে মহাত্মাজীয়ে এই কংগ্ৰেছত ভাগ লোৱা নাছিল।

আমি যেতিয়া চম্পাৰণত আছিলো তেতিয়াই ভাৰত সচিব মিষ্টাৰ মণ্টেগুৱে বৃটিছ চৰকাৰৰ হৈ ভাৰতত লাহে লাহে প্ৰজাতন্ত্ৰ স্থাপন কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। তাৰ পিচত তেওঁ ভাৰতলৈ আহিছিল। কিছু দিনৰ পিচত তেওঁৰ আৰু লৰ্ড চেম্‌চ ফৰ্ডৰ ভাৰতৰ ৰাজনৈতিক সংস্কাৰৰ ৰিপৰ্ট প্ৰকাশ হ'ল; এই ৰিপৰ্ট প্ৰকাশ হোৱাৰ পিচতে গোটেই দেশতে

সেই সম্বন্ধে আলোচনা হবলৈ ধৰিলে। প্ৰত্যেক ৰাজনৈতিক দল বা ব্যক্তি বিশেষে এই সম্বন্ধে নিজ নিজ মত প্ৰকাশ কৰিলে। বিহাৰতো এই বিষয়ে চৰ্চ্চা হ'ল। আমি চম্পাৰণৰ কামৰ পৰা মুক্ত হৈছিলো সেই কাৰণে এই কথাত মনযোগ দিবলৈ আজৰি পাইছিলোঁ। মই আদিৰে পৰাই নৰম-পন্থী আছিলো। উগ্ৰ ভাব সোনকালে মনলৈ নাহিছিল। এই বিষয়ে মই নৰম দলৰ পক্ষহে সমৰ্থন কৰিছিলো। বিহাৰত এই বিষয়ে আলোচনা কৰিবলৈ প্ৰাদেশিক কনফাৰেন্সৰ বৈঠক হল। এই আলোচনাত মই অংশ গ্ৰহণ কৰিছিলোঁ। কিন্তু মই সদায় উগ্ৰ মতৰ বিৰুদ্ধেই আছিলোঁ। মই ভাবিছিলোঁ যে আমাৰ এতিয়াও ইমান শক্তি হোৱা নাই যে চৰকাৰৰ ওপৰত জোৰ দি আমি কিবা কৰাব পাৰিম। মোৰ সম্পূৰ্ণ বিশ্বাস নাছিল যে দেশৰ সম্পূৰ্ণ শাসনভাৰ আমাৰ হাতত দিলে আমি তাক সুচাৰুৰূপে বহন কৰিব পাৰিম। সেই কাৰণে মই সেই ৰিপ'ৰ্ট ঠিক হৈছে বুলি ভাবিছিলোঁ। সেই ৰিপ'ৰ্টৰ ভিত্তিত যিহকে হ'ব পাৰে মই তাকেই মানি লবলৈ প্ৰস্তুত আছিলো। আনৰ টীকা-টিপ্পনীৰ পৰা আমাৰ অনিচ্ছা বা অস্বীকৃতিৰ কথা প্ৰকাশ পোৱাটোও মই নিবিচাৰিছিলো। প্ৰাদেশিক কনফাৰেন্সত মতভেদ আছিল মোৰ যিমানদূৰ মনত আছে এই সিদ্ধান্তই গ্ৰহণ কৰা হৈছিল। অৱশ্যে য'তে ত'তে কিছুমান সংশোধনি আগ বঢ়োৱা হৈছিল।

এই ৰিপ'ৰ্ট আলোচনা কৰিবলৈ বোম্বাইত কংগ্ৰেছৰ বিশেষ অধিবেশন বহিল। মই তালৈও গৈছিলোঁ। মোৰ অভ্যাস আৰু স্বভাৱৰ কাৰণে মই আলোচনাত কোনো অংশ গ্ৰহণ কৰা নাছিলো। কিন্তু বিষয়-বাছনি সভাৰ আৰু কংগ্ৰেছৰ আলোচনা খুব মনযোগেৰে শুনিছিলো। পাটনাৰ খ্যাতনামা বেৰিষ্টাৰ চৈয়দ হচন্ ইমাম্ সভাপতি আছিল আৰু তেওঁৰ ভাষণ বৰ কোবাল আছিল। কংগ্ৰেছৰ কাম তেওঁ বৰ যোগ্যতাৰে চলালে। বোম্বাইত তেওঁৰ আদৰণিও বৰ জাক-জমকপূৰ্ণ আছিল। বিষয়-বাছনি সভাত মই কেইবাবাৰো দুয়ো দলৰ মাজত কাজিয়া হয় হয় যেন দেখিছিলো। এহাতে লোকমান্য তিলক উগ্ৰ পন্থাৰ সমৰ্থক আছিল আৰু আনহাতে বাকী নেতা সকলে তেওঁৰ বিৰুদ্ধে তৰ্ক কৰিছিল। সভাপতিয়ে মাজে মাজে দুআষাৰ একাষাৰ কথা কৈ বা ঠাৰে-চিঁয়াৰে এই নেতা সকলৰ কাজিয়া ভাঙি আছিল।

১৯১৮ চনত আৰু এটা গুৰুত্বপূৰ্ণ ঘটনা ঘটিল। যেতিয়া মহাত্মাজী চম্পাৰণত আছিল তেতিয়া গুজৰাটৰ খেড়া জিলাৰ খেতিয়ক সকলৰ

ভিতৰত খাজনা সম্বন্ধীয় আন্দোলন আৰম্ভ হ'ল। মহাত্মাজীয়ে চম্পাৰণলৈ যোৱাৰ আগতেই সবৰমতীত জুপুৰি বান্ধি সত্যাগ্ৰহ আশ্ৰম এক প্ৰকাৰেৰে স্থাপন কৰিছিল। তেখেতে ভাবিছিল যে চম্পাৰণৰ পৰা আঠ দহ দিনৰ ভিতৰতে ঘূৰি আহি আনুষ্ঠানিকভাবে আশ্ৰম মুকলি কৰিব। কিন্তু চম্পাৰণত যেতিয়া আৰম্ভ হ'ব লগা হ'ল তেতিয়া তেখেতে খবৰ পঠালে যে আশ্ৰমৰ মানুহে তাৰ কাম আৰম্ভ কৰি দিয়ক। আশ্ৰম চাবলৈ যোৱাৰ মোৰ বৰ ইচ্ছা আছিল।

১৯১৮ চনৰ এপ্ৰিল মাহত নিখিল ভাৰত হিন্দী সাহিত্য সন্মিলন ইন্দোৰত বহিছিল। মহাত্মা গান্ধী সভাপতি আছিল। বিহাৰৰপৰা আমি কেইজনমান প্ৰতিনিধি গৈছিলো। চম্পাৰণৰ পিচৰপৰা আমি মহাত্মাজীৰ ওপৰত বিশেষ অধিকাৰ লাভ কৰিছিলো বুলি ভাবি লৈছিলো। এই ভাবতেই আমি ইন্দোৰতো সভাপতিৰ লগতে আছিলো। সেই সন্মিলনত এটা ডাঙৰ কথা হৈছিল যে দক্ষিণ ভাৰতত হিন্দী প্ৰচাৰৰ কাম আৰম্ভ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। মহাত্মাজীৰ কাৰণে এইটো কোনো নতুন কথা নাছিল। তেওঁ চম্পাৰণৰ পৰাই সেই কাম আৰম্ভ কৰিছিল। এবাৰ স্বামী সত্যদেৱজী তালৈ তেখেতক দেখা কৰিবলৈ আহিছিল। মহাত্মাজীয়ে তেওঁক কিছুদিন সবৰমতী আশ্ৰমত থাকি তাৰ পিচত দক্ষিণ ভাৰতত নিজকে সেই কাম হাতত লবলৈ কলে। ইন্দোৰ সন্মিলনৰ কিছু আগতেই দক্ষিণ ভাৰতত এইকাম আৰম্ভ হৈছিল। স্বামী সত্যদেৱৰ লগত মহাত্মা গান্ধীয়ে নিজৰ সৰু লৰা দেৱদাস গান্ধীক এই কামৰ কাৰণে পঠালে। ইন্দোৰ সন্মিলনত যি কাম আৰম্ভ হৈছিল, তাৰ বিস্তাৰ আজি গোটেই দক্ষিণ ভাৰতত হল। তাত লাখ লাখ পুৰুষ আৰু মহিলাই হিন্দী শিকিলে।

সন্মিলনৰপৰা মই মহাত্মাজীৰ লগত পোনে পোনে সবৰমতীলৈ গলোঁ। আশ্ৰমৰ ঘৰ-দুৱাৰ এতিয়াও হোৱা নাছিল; বাহঁৰ গাঁথৰ জুপুৰিহে আছিল। তাতে আশ্ৰমবাসী সকল থাকিছিল। মই আশ্ৰমত বেচিদিন থাকিবলৈ সুবিধা নাপালো। মহাত্মাজী ততালিকে খেড়াৰ গাৱঁলৈ ওচি গ'ল। তাত খাজনা বন্ধ কৰাৰ কাম আৰম্ভ হ'ল। চৰ্দাৰ বল্লভভাই, শ্ৰীশঙ্কৰ লাল বেঙ্কাৰ, শ্ৰীমতী অনুসূয়া বাঈ সাৰাভাই আৰু অন্যান্য কৰ্ম্মীয়ে গান্ধীজীৰ নেতৃত্বত তাত প্ৰচাৰ কাৰ্য্য চলাইছিল। মই মহাত্মাজীৰ লগত দুই তিনদিন তাৰ গাৱঁত ভ্ৰমণ কৰিবলৈ সুবিধা পাইছিলোঁ। চম্পাৰণলৈ গান্ধীজীৰ লগত যোৱা আৰু তালৈ পঠোৱা গুজৰাটী মানুহৰ লগত হোৱা চিনা পৰিচয়ৰ ফলত, যি সম্বন্ধৰ সুত্ৰপাত হৈছিল মই ইয়ালৈ

অহাত সি ঘনিষ্ঠ হৈ পৰিল। মহাত্মাজীয়ে খোজ কাঢ়িয়েই ভ্ৰমণ কৰিছিল। ময়ো তাকেই কৰিব লগা হৈছিল। মহাত্মাজীয়ে তেতিয়া জোতা নিপিন্ধিছিল। এপ্ৰিলৰ শেষত গৰম যথেষ্ট হৈছিল। এদিন প্ৰায় দুপৰীয়া আমি বালিয়া ৰাস্তা এটাইদি যাবলগীয়া হৈছিল। বালিবোৰ গৰম হৈছিল আৰু আমাৰ ভৰি পুৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু গান্ধীজীয়ে কেৰেপকে নকৰিলে আৰু আমি য'লৈ যাব লগা আছিল তালৈ গলোঁৱেই। খেড়াৰ সত্যাগ্ৰহ সফল হ'ল। চম্পাৰণৰ আৰু খেড়াৰ কাম প্ৰায় এবছৰৰ ভিতৰতে শেষ হৈ গ'ল।

মই আকৌ নিজৰ ওকালতিত লাগিলোহি। মাজে মাজে কনফাৰেন্সত আৰু কংগ্ৰেছত যোগ দিয়া তেতিয়াৰ উকীলে কৰ্ত্তব্য বুলি ভাবিছিল। ময়ো তেওঁলোকৰ ভিতৰৰে এজন আছিলোঁ। চম্পাৰণৰ পিচত মানুহৰ চিন্তাধাৰাৰ বহুতো পৰিবৰ্ত্তন হ'ল। এনে কাম বন্ধৰ সময়খিনিত কেৱল মনোৰঞ্জক বুলি গণ্য নকৰি তাত বেচি সময় দিয়াটো আৱশ্যক বুলি ভাবিবলৈ ধৰিলে। কিন্তু এতিয়াও কোনো নিৰ্দ্ধাৰিত পথ আগত নাছিল। সেই কাৰণে পুৰণি পদ্ধতিতে কাম হ'বলৈ ধৰিলে। ইন্দোৰত হিন্দী-সাহিত্য সন্মিলন, বোম্বাইত কংগ্ৰেছৰ বিশেষ অধিবেশন আৰু পুনৰ দিল্লীত ডিচেম্বৰ মাহত তাৰ সাধাৰণ অধিবেশনত যোগদান কৰিলো আৰু ইমানতে নিজৰ কৰ্ত্তব্য কৰা হ'ল বুলি ভাবিলো।

গান্ধীজী চম্পাৰণলৈ যোৱাৰ পিচত য'তে ত'তে বিহাৰৰ নাম শুনিবলৈ পোৱা গল; কিন্তু এতিয়াও বিহাৰে কোনো বিশেষ স্থান পোৱা নাছিল। সেইকাৰণে কলিকতাৰ কংগ্ৰেছত কোনো বেলেগ ঠাই নথকাৰ কাৰণে আমাৰ সৰহ ভাগেই গান্ধীজীৰ লগত থাকিব লগা হৈছিল।

দিল্লীৰ কংগ্ৰেছত এটা বৰ হাঁহি উঠা ঘটনা হ'ল। আমি সেইখিনি পালোঁগৈ আৰু ষ্টেচনত ভলণ্টিয়াৰ লগ পালো। কিন্তু বিহাৰৰ প্ৰতিনিধিক থাকিবলৈ ক'ত দিছে সেইকথা তেওঁলোকৰ কোনেও কব নোৱাৰিলে। নায়কজনে আমাক পটৌদি হাউচলৈ যাবলৈ কলে। আমি সেইখিনি পালোঁগৈ। তেতিয়া ৰাতি-পুৱা প্ৰায় পাঁচ বাজিছিল। আন্ধাৰ হৈয়ে আছিল আৰু ঠাণ্ডাও যথেষ্ট পৰিছিল। এটা সৰু কোঠাত আমি পোন্ধৰ কুৰিজন মানুহ বহি পৰিলোঁ। যেতিয়া ৰাতিপুৱালে খবৰ লৈ গম পালোঁ যে তাতো কোনেও আমাৰ ঠাইৰ কথা কব নোৱাৰিলে। আমি ভাবিলো যে ইয়াতেই থকা ভাল হব। দুমহলাৰ ওপৰত এটা ভাল কোঠা আছিল আমি সেইটোও দখল কৰি ললোঁ। অলপ সময়ৰ পিচত অভ্যৰ্থনা সমিতিৰ

কোনোৱা এজন আহিল আৰু হুকুম দিলে যে ঘৰ খালি কৰি দিব লাগে। কিন্তু আমাৰ থকা ঠাই ক'ত এই কথা সোধাত তেওঁ মাত্র ইয়াকে উত্তৰ দিয়া যথেষ্ট বুলি ভাবিলে যে সেই ঘৰ বঙ্গদেশৰ প্রতিনিধি সকলৰ কাৰণে— ওপৰৰ কোঠাটো শ্রী বি, আৰ, চক্রবর্ত্তী আৰু চি, আৰ, দাসৰ কাৰণে গতিকে আমি যেন অন্য ক'ৰবাত গৈ থাকোঁ। বহুত কোবাৰ পিচতো তেওঁ আমাৰ কাৰণে ঠাই এডোখৰ ঠিক কৰি দিয়াৰ ভাৰ নিজেও নললে আৰু অন্য কাকো দিয়াও আৱশ্যক বুলি নাভাবিলে। আমিও স্থিৰ কৰিলোঁ যে যেতিয়ালৈকে আমাৰ ঠাই থিক কৰি নিদিয়ে তেতিয়ালৈকে আমিও তাৰ পৰা আঁতৰি নাযাও। অলপ বেলিৰ পিচত আমাক সেই ঠাই এৰি যাবলৈ হুকুম দিলে। আমি স্পষ্টভাৱে যাবলৈ অস্বীকাৰ কৰিলোঁ।

শেষত সেই ভদ্রলোকজনে আহি আমাক ক'লেহি যে যদি আমি তেওঁৰ কথা নামানো তেন্তে আমাৰ কাৰণে অভ্যর্থনা সমিতিয়ে খোৱা-বোৱাৰ ব্যৱস্থা নকৰে। এই ধমকি আমি পছন্দ কৰিলোঁ। অভ্যর্থনা সমিতিক দিনে প্রায় দুটকা দিব লাগিছিল। আমি ততালিকে কেইটামান হাড়িয়া অনালো আৰু ইটাৰে চুলা তৈয়াৰ কৰি খিচিৰি ৰান্ধিলো। তাত বোধ হয় পাঁচ ছয় অনা মানহে খৰচ পৰিছিল। আমি তাতে গোজ হৈ বহি গলোঁ। আঁতৰি যাবলৈ খুব জোৰ দিছিল কিন্তু নিজৰ চকু জোৰাৰ পিচত তাৰ পৰা আৰু কোন আঁতৰে। শেষত তেওঁলোকে আমনি পাই আমাক এৰি গুচি গ'ল।

শ্রী চি, আৰ, দাসে মোক কলিকতাত ওকালতি কৰি থকা সময়তে চিনি পাইছিল। কেইটামান মোকৰ্দ্দমাত আমি একেলগে কাম কৰাৰ সুবিধা পাইছিলোঁ। কংগ্রেছত তেওঁৰ লগত দেখা হ'ল। হাঁহি হাঁহি তেওঁ সুধিলে—"শুনিলোঁ মোৰ কাৰণে হেনো যিটো কোঠা ৰৈছিল সেইটো তোমালোকে জোৰেৰে দখল কৰি ললা।" মই বৰ লাজ পালোঁ আৰু সকলো কথা তেওঁক ক'লো। লগতে এইটোও ক'লো যে যদি আপুনি বিচাৰে তেন্তে আমি এতিয়াই আপোনাৰ কোঠা খালি কৰি দিম। তেওঁ ক'লে তুমি ঠিক কামকে কৰিলা; যেতিয়া তোমালোকৰ কাৰণে অন্য কোনো ঠাই নাছিল তোমালোকেই বা কি কৰিলাহেঁতেন। নিজৰ সম্বন্ধেও তেওঁ ক'লে, মোৰ কাৰণে চিন্তা নকৰিবা। মই খুব আৰামেৰে হোটেলত আছোঁ।

এইদৰে ১৯১৮ চন শেষ হ'ল। আকৌ মই পাট্‌নালৈ ঘূৰি আহি ওকালতি কৰিবলৈ আৰম্ভ কৰিলোঁ।

## ২৫। প্ৰিয় বন্ধুৰ মৃত্যু

মোক পঢ়া দিনৰ পৰা ৰায়বাহাদুৰ হৰিহৰ প্ৰসাদ সিংহই চিনি পাইছিল। মই যেতিয়া বিলাতলৈ যোৱাৰ কথা ভাবিছিলোঁ তেতিয়া তেওঁ মোক সহায়ো কৰিছিল। মই যেতিয়া ওকালতি আৰম্ভ কৰিলোঁ তেতিয়া তেওঁ মোক নিজৰ উকীল হিচাপে লৈছিল। হাইক'ৰ্টলৈ তেওঁৰ যিমান মোকৰ্দ্দমা গৈছিল সেই আটাইবোৰৰে উকীল ময়েই আছিলোঁ। ব্ৰহ্মদেশতো তেওঁৰ এক বিৰাট সম্পত্তি আছিল। সেই সম্পত্তিৰ কাৰণে ডুমৰাঁৱৰ মহাৰাজ বাহাদুৰে আদালতত মোকৰ্দ্দমা কৰিলে। তেওঁৰ বিহাৰত যি সম্পত্তি আছিল সেই সম্পত্তিও এই মোকৰ্দ্দমাত লগ লগাই দিলে। দুয়োপক্ষৰ পৰা ডাঙৰ ডাঙৰ আৰু নামী উকীল ৰখা হৈছিল। মোকো বাবু হৰিহৰজীয়ে কাম কৰিবলৈ ক'লে। ১৯১৮ চনত যেতিয়া তেওঁ প্ৰয়াগত আছিল মোক দুৰ্গাপূজাৰ বন্ধত তাত কাগজ-পত্ৰ পঢ়িবলৈ মাতি পঠালে। মোৰ বন্ধু বাবু বৈদ্যনাথ নাৰায়ণ সিংহই নিজৰ আপোন মানুহৰ সৈতে দাৰাগঞ্জত ভাড়ালৈ এটা ঘৰ লৈ বন্ধত প্ৰয়াগত আছিলেগৈ। আমি দুয়ো প্ৰায়ে পুৱা-গধূলি ফুৰিবলৈ যাওঁতে লগ খাইছিলো।

এদিন দুপৰীয়া তেওঁ মোৰ তালৈ আহিল। না-না ধৰণৰ কথা কবলৈ ধৰিলে। প্ৰায় গধূলিলৈকে মই মোকৰ্দ্দমাৰ কোনো কাম কৰিব নোৱাৰিলোঁ। যোৱাৰ সময়ত আকৌ পিছদিনা আহিম বুলি কৈ গ'ল। পিছদিনা আগদিনাতকৈও সোনকালে মোৰ সেইখিনি পালেহি। আকৌ না-না ধৰণৰ অসংলগ্ন কথা কবলৈ ধৰিলে। মোৰ সন্দেহ হ'ল যে তেওঁৰ মস্তিষ্ক ঠিক নাই। মই এজন বন্ধুৰ উন্মাদ ৰোগ আৰম্ভ হোৱা দেখিছিলোঁ। তেনে লক্ষণ এওঁৰ ক্ষেত্ৰতো দেখিবলৈ পালো। যোৱাৰ সময়ত ময়ো তেওঁৰ লগত গলো আৰু তেওঁৰ ঘৰ পালোঁগৈ। ঘৰত সোধাত গম পালোঁ যে কিছুদিনৰ পৰা তেওঁ ৰাতি খুব কম সময় শোৱে আৰু এনেকৈ দিনে ৰাতিয়ে কিবা নহয় কিবা বকি থাকে। মোৰ আৰু ভয় লাগিল। তৃতীয় দিনা দেখিলোঁ যে তেওঁ একেবাৰে পাগল হৈ পৰিছে। মই তেওঁৰ লগতেই থাকিবলৈ ললো। তেওঁৰ ককায়েকক টেলিগ্ৰাম দি মাতি আনিলো। দিনে দিনে তেওঁৰ অৱস্থা বেয়াৰ ফালে চাল খালে।

এদিন তেওঁ বাকচ খুলি ওকালতিৰ 'গাউন'টো উলিয়ালে। 'গাউন'টো

টুকুৰা টুকুৰকৈ ফালিলে। বিশ্ববিদ্যালয়ৰ কোনো এটা পৰীক্ষাত তেওঁ এটা সোনৰ পদক পাইছিল। সেইটোও এনেকৈয়ে বাকচৰ পৰা উলিয়াই পেলাই দিলে। এদিন তেওঁৰ কনিষ্ঠ সন্তান সৰু ছোৱালীজনীক মাৰি পেলাবলৈ উদ্যত হৈছিল।

আমি সকলো বৰ চিন্তাত পৰিলো। তাত যিখিনি সিকিৎসা হব পাৰে কৰা হ'ল। কিন্তু এইটোৰেই সিদ্ধান্ত হল যে তেওঁক পাট্নালৈ লৈ যোৱাই ভাল হব। দুই চাৰি দিন অলপ ভাল হৈছিল যেন অনুমান হৈছিল। এদিন স্থিৰ কৰা হ'ল যে মই তেওঁক পাট্নালৈ লৈ যাব লাগে আৰু সেই মতে পিচদিনা তেওঁৰ ভায়েক জগন্নাথজীৰ পৰিয়ালৰ সৈতে পাট্না পালোগৈ। হাইক'র্টৰ বন্ধ শেষ হৈ আহিছিল। পাট্না গৈ পোৱা আমাৰ দুয়োজনৰ কাৰণে আৱশ্যক আছিল। বন্ধত প্ৰয়াগত থকাৰ কাৰণে ঘৰৰ মানুহৰ লগত মই দেখা শুনা কৰিবলৈ পোৱা নাছিলোঁ। কিয়নো মোৰ পৰিয়ালৰ মানুহ ছাপ্ৰাত অথবা আমাৰ গাওঁ জিৰাদেইতহে আছিল। মোৰ লগত পাট্নাত নাছিল। মই ভাবিছিলোঁ বন্ধৰ শেষত দুই চাৰিদিনৰ কাৰণে ঘৰলৈ গৈ তেওঁলোকক লগ পাই আহিম; কিন্তু বৈদ্যনাথ বাবুৰ অসুস্থতাৰ কাৰণে সেই ভাব এৰিবলগীয়া হ'ল।

যেতিয়া আমি দুয়ো প্ৰয়াগৰ পৰা পাট্নালৈ ৰাওনা হওঁ তেতিয়া বৈদ্যনাথ বাবু সম্পূৰ্ণ আৰোগ্য হোৱাৰ নিচিনা অনুমান হৈছিল। কাপোৰ-কানি ভালকৈ পিন্ধি সজ্ঞানে কথা কৈ কৈ ৰেলত উঠি যাত্ৰা কৰিলে। বাটত তেওঁ মোক সুধিলে যে মোৰ ঘৰলৈ যোৱাৰ কথা যে আছিল এতিয়া কিয় নোযোৱা হলোঁ। আৰু লগতে কলে যে এতিয়া তেওঁৰ অৱস্থা একেবাৰে ভাল, চিন্তাৰ কোনো কাৰণ নাই। যি হৈছিল সেইবোৰ কথা মনত পৰাত তেওঁ দুখ প্ৰকাশ কৰিলে আৰু বৰ লজ্জিত হ'ল আৰু মোক পোনে পোনে ঘৰলৈ যাবলৈ কৈ নিজে পাট্নালৈ যাবলৈ ওলাল।

মই তেওঁৰ কথা শুনি বৰ ভাল পালোঁ। মোৰ বিশ্বাসো হল যে তেওঁৰ গা ভাল হৈ গ'ল। মই তেতিয়ালৈকে Lucid moments-ৰ (পাগলামিৰ মাজত কেতিয়াবা ভাল হোৱা অৱস্থা। পাগলামিৰ মাজে মাজে পাগলৰ অৱস্থা কেতিয়াবা একেবাৰে ভাল মানুহৰ নিচিনা হোৱা মুহূৰ্ত্ত বা সময়) অৰ্থ নাজানিছিলোঁ। কাশী ষ্টেচনত তেওঁক পাট্নাৰ গাড়ীত তুলি দি মই ছাপ্ৰাৰ গাড়ীত ছাপ্ৰালৈ গুচি গলোঁ। পিচদিনা ৰাতিপুৱা যেতিয়া পাট্না পালেগৈ তেতিয়া তেওঁৰ অৱস্থা আগৰদৰে পগলাৰ নিচিনা হ'ল।

চৈচনৰ কৰ্ম্মচাৰী সকলে তেওঁক চিনি পালে । এনে অৱস্থাত তেওঁক দেখি তেওঁৰ কেইজন মান বন্ধুক খবৰ দিলে । তেওঁলোক আহি. কোনো ৰকমে তেওঁক ঘৰলৈ লৈ গল । পিচদিনা মই পাট্‌নালৈ ঘূৰি আহি তেওঁক সেই দুৰাৱস্থাতে পালোঁ । মোৰ বৰ দুখ হল যে মই ইমান ডাঙৰ ভুল কৰিলোঁ । তেওঁৰ লগত যেতিয়া দেখা হল তেওঁ খুব ইতিকিং কৰিলে । তেওঁ কবলৈ ধৰিলে আপুনি নিজকে খুব চুচিয়াৰ বুলি ভাবে; মোক পহৰাত ৰাখিবৰ কাৰণে জগন্নাথজীৰ লগত ষড়যন্ত্ৰ কৰি মোৰ লগত আহিছিল ; কেনেকৈ ফাকি দি ভেৰা কৰি দিলো । ইয়াকে কৈ হাঁহিবলৈ ধৰিলে ।

পাট্‌নাতো আমি তেওঁক সদায় চাই-চিতি থাকিলোঁ । কিন্তু তেওঁ কেতিয়াও সম্পূৰ্ণভাৱে ভাল নহল । কেতিয়াবা কেতিয়াবা ভাল হৈছিল আৰু হাইক'ৰ্টলৈকো যাবলৈ লৈছিল । আমি দুয়ো লগ লাগি উলিওৱা "পাট্‌না-ল-ৰিক্লী" খনো উলিয়াবলৈ লৈছিল । কিন্তু বেমাৰ যেনে আছিল তেনেভাৱেই থাকিল । কিছুদিনৰ পিছত তেওঁৰ আকস্মিক মৃত্যু ঘটিল । তেওঁৰ মৃত্যুৰ আঘাত মোৰ অন্তৰত বৰকৈ লাগিল । কিন্তু তেওঁ যি অৱস্থাত আছিল তাতকৈ মৃত্যু বহুগুণে ভাল আছিল । তেওঁৰ কাৰণে এই মৃত্যু একপ্ৰকাৰ মুক্তিয়েই আছিল । তেওঁ মোক যিমান ভাল পাইছিল আৰু যিমান সহায় কৰিছিল সেইকথা মনত পৰিলে আজিও দুখ লাগে আৰু এই কথাৰ কাৰণে মোৰ অনুতাপ হয় যে মই তেওঁৰ কাৰণে অথবা তেওঁৰ আত্মীয়ৰ কাৰণে একোকে কৰিব নোৱাৰিলো ।

## ২৬ । প্ৰথম মহাযুদ্ধৰ পিচত

১৯১৮ চনৰ নবেম্বৰ মাহত য়ুৰোপৰ মহাযুদ্ধৰ সামৰণি পৰে । ১৯১৭ চনৰ পৰাই ভাৰতবৰ্ষত ৰাজনীতিৰ ঢৌ উঠিবলৈ আৰম্ভ কৰে । চম্পাৰণলৈ গান্ধীজী অহাৰ পিচত আৰু তাৰ ৰায়তৰ হকে কৰা তেখেতৰ সেৱাৰ প্ৰভাৱ চাৰিওফালে পৰিছিল যদিও বাতৰি কাকতত. খুব কমেইহে প্ৰকাশ হৈছিল আৰু আমাৰ কোনো সভাতে বক্তৃতা দিয়া অনুমতি নাছিল । শ্ৰীমতী এনি বেচেণ্টে ১৯১৭ চনতে হ'ম-ৰুল-লীগ স্থাপন কৰি গোটেই

দেশতে হুলস্থুল লগাই দিছিল। প্ৰায় সকলো দেশতে তাৰ শাখা গঠন হৈছিল। মানুহে খুব জোৰেৰে প্ৰচাৰ কামত লাগি গৈছিল। চৰকাৰে এই কামৰ কাৰণে শঙ্কিত হৈ পৰিছিল আৰু দুজন লগৰীয়াৰে সৈতে বেচেণ্টক নজৰ বন্দী কৰি ৰাখিছিল। এই কামৰ কাৰণে আন্দোলন আৰু শক্তিশালী হৈ উঠিল। বৃটিছ চৰকাৰে নিজৰ দুতলীয়া নীতি ১৯১৭ চনত চলায়েই আছিল। এহাতে তেওঁলোকে আন্দোলনৰ গুৰি ধৰোঁতাক নজৰ বন্দী কৰিলে আৰু আনহাতে ইংলণ্ডৰ পালিয়ামেণ্টৰ নব নিযুক্ত ভাৰত সচিব শ্ৰীমণ্টেগুৱে ঘোষণা কৰিলে যে লাহে লাহে ভাৰতবৰ্ষই শাসনৰ অধিকাৰ পাব কিন্তু কেতিয়া আৰু কিমান অধিকাৰ সেই কথা পালিয়ামেণ্টেহে নিৰ্ণয় কৰিব। ইয়াৰ পিচত শ্ৰীমণ্টেগু ভাৰতলৈ আহিল। ইয়াৰ ভাইচৰয় লৰ্ড চেমচ্ফৰ্ডৰ সৈতে ভাৰতীয় নেতা সকলক লগ ধৰিলে। দুয়োজনে গোট খাই এটা ৰিপৰ্ট তৈয়াৰ কৰিলে। আৰু ইয়াৰ ভিত্তিতে ১৯২০ চনত পালিয়ামেণ্টে এখন আইন পাছ কৰিলে। কিছুদিনৰ পিচত এনি বেচেণ্টকো এৰি দিলে। তেওঁ ১৯১৭ চনত কলিকতাত হবলগীয়া কংগ্ৰেছৰ সভানেত্ৰী নিৰ্ব্বাচিত হ'ল। সকলোৰে মনত খুব উৎসাহৰ সৃষ্টি হৈছিল। আমিও চম্পাৰণৰ পৰা গান্ধীজীৰ লগতে কংগ্ৰেছলৈ গৈছিলো। শেঠ্ যমুনালালৰ লগত তাতে প্ৰথম পৰিচয় হয়। তেৱেঁই গান্ধীজীৰ থকা আদিৰ ব্যৱস্থা কৰিছিল। সেই ঘৰতে গান্ধীজীৰ লগত কাম কৰা আমি বহুতো বিহাৰ নিবাসী শেঠ্জীৰ অতিথি হলোঁ। অন্য বহুতো বিহাৰী আহি আমাৰ লগতে থাকি অতিথিৰে অতিথি হ'ল। যমুনালালজীৰ আতিথ্য গ্ৰহণ কৰাৰ প্ৰথম সুযোগ তাতে পাইছিলোঁ।

জাৰ্ম্মান যুদ্ধৰ সময়ত ভাৰতবৰ্ষই চৰকাৰক সহায় কৰিছিল। সকলো চৰকাৰী কৰ্ম্মচাৰীয়ে ইয়াৰ খুব প্ৰশংসা কৰিছিল। কিন্তু মানুহে বা তেতিয়াৰ কাউন্সিলে ইচ্ছা অনুসৰি যি সহায় কৰিছিল তাৰ বাহিৰেও জোৰ জুলুম কৰি বহুত সহায় আদায় কৰিছিল। ইয়াৰ কাৰণে দেশত যথেষ্ট অসন্তোষৰ সৃষ্টি হৈছিল। পঞ্জাৱত তেতিয়া লেফ্টেনেণ্ট গৰ্ভণৰ আছিল চাৰ মাইকেল ওডায়াৰ। তেওঁ এজন খুব কঠোৰ শাসক আছিল। সৈনিক ভৰ্ত্তি কৰোৱা কাম আৰু পুঁজি গঠন কৰা কাম তেওঁ কঠোৰভাৱে কৰিছিল। পঞ্জাৱত ইয়াৰ খুব বেয়া প্ৰভাব পৰিছিল। তাৰ হিন্দু, মুছলমান আৰু শিখ সকলোৱেই খুব অসন্তুষ্ট হৈছিল। চৰকাৰেও জানিছিল যে পঞ্জাৱৰ উপৰিও অন্য ঠাইতো যথেষ্ট অসন্তোষৰ সৃষ্টি হৈছিল।

যুদ্ধ আৰম্ভ হোৱাৰ লগে লগেই বিদেশত থকা কিছুমান ভাৰতীয়ই এই সুবিধাৰ সুযোগ লৈ ভাৰতবৰ্ষত বিপ্লৱ কৰাৰ চেষ্টাত লাগি গ'ল। তেওঁলোকে এই ক্ষেত্ৰত কিছু কাম কৰিছিলো। মুছলমান সকলৰ মাজত এটা কথাত হুলস্থূল লাগি পৰিল যে তেওঁলোকৰ খলিফা তুৰ্কীৰ বাদশাহে যুদ্ধত জাৰ্ম্মানৰ ফালে যোগ দান কৰিছে আৰু আনফালে তুৰ্কীৰ সেনাৰ লগত যুজ কৰিবলৈ বহুতো মুছলমান সেনা সমন্বিতে ভাৰতীয় ফৌজ পঠোৱা হৈছে। বৃটিছ চৰকাৰে এই সকলো কথাৰ দ্বাৰা প্ৰভাৱিত হৈ দুতলীয়া নীতি চলাই থাকিবলৈ ধৰিলে। মুছলমান সকলক সন্তুষ্ট কৰিবলৈ তেওঁলোকে কেইবাটাও প্ৰতিশ্ৰুতি দিছিল। তাৰ ভিতৰত মুছলমান সকলৰ ধৰ্ম্মস্থানবোৰ সুৰক্ষিত ৰখা আৰু তুৰ্কীৰ আৰু তেওঁলোকৰ ৰাজ্যৰ বিশেষ লোকচান নকৰাৰ কথাও আছিল। আনহাতে চৰকাৰে এই কথা ভাবিছিল যে পিচতো ভাৰত প্ৰতিৰক্ষা আইনৰ (যি আইন যুদ্ধ শেষ হোৱাৰ ছমাহৰ পিচলৈকেহে জাৰি থাকিব পাৰে) আৱশ্যক হব কিয়নো এই আইন নাথাকিলে সকলো নজৰ বন্দীকে এৰি দিব লাগিব। যদি অসন্তোষে অন্যৰূপ ধাৰণ কৰে তেন্তে তাক চম্ভালিবৰ কাৰণে এনে ব্যৱস্থা কৰিব লাগিব যাৰ কাৰণে আদালতত মোকৰ্দ্দমা দাখিল হ'লে সাক্ষী দিয়াৰ পৰা তেওঁলোক সাৰি থাকে। এই অৰ্থে এখন কমিটি নিয়োগ কৰিলে। ইয়াৰ মুখ্য সভ্য আছিল লণ্ডনৰ হাইক'ৰ্টৰ জজ্ চাৰ ছিড্‌নী ৰাওলাট। এই কমিটিয়ে এটা ৰিপ'ৰ্ট তৈয়াৰ কৰি তাত ভাৰতীয় ষড়যন্ত্ৰৰ ইতিহাস দি পৰামৰ্শ দিছিল যে চৰকাৰৰ হাতত এনে এখন আইনৰ প্ৰয়োজন যাৰ দ্বাৰা ষড়যন্ত্ৰকাৰী সকলৰ উপদ্ৰপ বন্ধ কৰিব পৰা হয় আৰু বিপ্লৱৰ পৰা ভাৰতবৰ্ষক ৰক্ষা কৰিবলৈ আইন মতে ক্ষমতা পোৱা হয়। অৰ্থাৎ যুদ্ধৰ পৰিস্থিতি চম্ভালিবৰ কাৰণে তেওঁলোকে যি ক্ষমতা পাইছিল প্ৰায় সেই সকলোখিনি ভাৰত-ৰক্ষা-আইনৰ দ্বাৰা তেওঁলোকক দিয়া হৈছিল। এইদৰে এহাতে ১৯১৮ চনৰ মাজতে মণ্টেগু চেমচ্‌ফ'ৰ্ড-ৰিফৰ্ম-স্কীম আৰু আনহাতে ১৯১৮ চনৰ শেষত ৰাওলাট ৰিপ'ৰ্টও ওলাল।

## ২৭। ৰাওলাট বিল বিৰোধী আন্দোলন

ৰাওলাট ৰিপ'ৰ্ট ওলোৱাৰ লগে লগে গোটেই দেশতে অসন্তোষৰ সৃষ্টি হ'ল আৰু আগৰে পৰা উমি উমি জ্বলি থকাৰ অসন্তোষৰ জুইত যেন ঘিউ পৰি দপ্‌দপ্‌কৈ জ্বলি উঠিল। চম্পাৰণৰ পৰা ঘূৰি আহি মই নিজৰ ওকালতিত লাগি গলো। ছমাহ আঠ মাহ অনুপস্থিত থকাৰ পিচতো মোৰ ওকালতিত একো হানি হোৱা নাছিল। ১৯১৮ আৰু ১৯১৯ চনত হাইক'ৰ্টত যথেষ্ট কাম কৰি থাকিলো। মোকৰ্দ্দমা আৰু টকাও খুব পাইছিলো। গান্ধীজীয়ে চম্পাৰণতে আমাক এবাৰ কৈছিল যে আমি যদি চম্পাৰণত আন্তৰিকতাৰে কাম কৰো তেন্তে সি এক মূলধনৰ কাম কৰিব আৰু তাৰ পৰা ভবিষ্যতে লাভবান হ'ব পাৰিম। তাত বৰ আন্তৰিকতাৰে কাম কৰিলো। আজিও মই যেতিয়া জীৱনৰ এৰি অহা পঁচিশ বছৰৰ কথা ভাবো তেতিয়া দেখিবলৈ পাঁও যে তাত যি মূলধন গোটাইছিলোঁ সি দিনে দিনে বাঢ়ি গ'ল। কেতিয়াবা কেতিয়াবা এই কথা ভাবি মনত সন্তোষ লাভ কৰোঁ যে গান্ধীজীয়ে সত্যৰ যি শিক্ষা দিলে তাৰ ফল স্বৰূপে মোৰ নিজৰ জীৱনত মই যাক কৰ্ত্তব্যৰ খাতিৰত ঘোৰ বিৰোধিতা কৰো তেৱেঁ। মোৰ কথাত বিশ্বাস কৰিছিল। বাস্তৱবা জীৱনত সত্যতা অবলম্বন কৰাৰ পৰা হোৱা লাভৰ উপৰিও ওকালতিতো তাৰ পৰা সদায় লাভেই হৈছিল—কিছু নিজৰ ব্যৱসায়ত হোৱা সফলতাৰ ৰূপত আৰু কিছু তাৰ ফল স্বৰূপে হোৱা টকা উপাৰ্জ্জনৰ ৰূপত। এই কথাত মই গৰ্ব্ব অনুভব কৰোঁ যে ওকালতি কৰা সময়ত জজ্ সকলে মোক বিশ্বাস কৰিছিল। এজন ইংৰাজ জজে মোৰ লগত এনে ধেমালিও কৰিছিল যে যদি তেওঁ প্ৰতিপক্ষৰ উকীল দূৰ্ব্বল বুলি জানে তেন্তে মোকেই কয়, তোমাৰ বিৰুদ্ধে থকা আটাইতকৈ বেয়া দৃষ্টান্তটো তেওঁক কৈ দিয়া। মই ইয়াৰ কাৰণে প্ৰস্তুতো থাকিছিলোঁ। সেই দৃষ্টান্ত জজ্ চাহাবৰ আগত ডাঙি ধৰি তাৰ বিৰুদ্ধে যি দৃষ্টান্ত দিব লাগে তাকো দি দিওঁ। মই কেতিয়াও আইনতঃ বেয়া দলিল দাখিল নকৰিছিলোঁ। যি মোকৰ্দ্দমাত তৰ্কৰ কোনো স্থল নাছিল তেনে মোকৰ্দ্দমা নলৈছিলোৱেই। মোক্কেলক স্পষ্ট কৈ দিছিলো যে ইয়াৰ পৰা একো নহব। মোকৰ্দ্দমা দাখিল কৰি পইচা নষ্ট নকৰিবা।

কোনো কোনো মোক্কেলে অন্যৰ ওচৰলৈ গৈ আপীল দাখিল কৰি টকা খৰচ কৰি শেষত হাৰিছিলগৈ। মই আপীল দাখিল নকৰিবলৈ কৈ কাগজ-পত্ৰ আৰু টকা ঘুৰাই দিয়া মোক্কেলে অন্যৰ দ্বাৰা আপীল দাখিল কৰাই হৰাও দেখিছো। এনে এটা মোকৰ্দ্দমাও মই দেখিলো যিটো মই ঘুৰাই দিছিলো কিন্তু অন্য এজন উকীলে সেই মোকৰ্দ্দমা দাখিল কৰি হাইক'ৰ্টত জয়ী হৈছিল। এনে হোৱাটো কোনো আচৰিত কথা নাছিল, কিয়নো মোকৰ্দ্দমা এক প্ৰকাৰৰ জুৱাই। হ'ব পাৰে হয়তো মই সেই মোকৰ্দ্দমাৰ সকলো কথা বুজিব নোৱাৰিলো অথবা জজে ঠগ খাই ভুল ৰায় দিলে। অস্তু।

মই ওকালতি জোৰেৰে কৰিবলৈ ধৰিলোঁ; কিন্তু গান্ধীজীৰ লগত হোৱা সম্বন্ধও নাইকিয়া হোৱাৰ সম্ভাবনা নাছিল। ৰাওলাট ৰিপ'ৰ্ট প্ৰকাশ হোৱাৰ পিছত দেশত এটা ডাঙৰ আন্দোলন আৰম্ভ হ'ল। গান্ধীজীয়ে নিজে এই আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰিলে। বিহাৰৰ পৰা গৈ গান্ধীজীয়ে খেড়াৰ কৃষকৰ ওপৰত লগোৱা মালগুজাৰীৰ বৰ্দ্ধিত খাজনাৰ বিৰুদ্ধে কৃষকক নেতৃত্ব দি ইয়াৰ পৰা ৰেহাই দিয়ালে। ইয়াৰ কাৰণে তাত সত্যাগ্ৰহৰ আয়োজন কৰিবলগীয়া হৈছিল। কিন্তু শেষত সমস্যাৰ সমাধান হ'ল। গান্ধীজীয়ে 'খেড়া'ত ভ্ৰমণ কৰোতে মেয়ো তেখেতৰ লগত গুজৰাটৰ কৃষকৰ মাজত (১৯১৮ চনত) দুই তিন দিন ফুৰিছিলোঁ। তেতিয়া এপ্ৰিল মাহ; গৰম যথেষ্ট হৈছিল। ৰ'দ বৰ চোকা হৈছিল। সেই গৰমতো গান্ধীজীয়ে গাৱঁত ঘুৰি ফুৰিছিল। সেইদিনত তেখেতে জোতা নিপিন্ধিছিল। সেই কাৰণে বালি গৰম হোৱাত তেখেতে শুদা ভৰিৰে খোজ কঢ়াত বৰ কষ্ট হৈছিল। এদিন এনে এটা দৃশ্য মই দেখিবলৈ পালো যে গৰমৰ প্ৰতাপত ভৰি জ্বলি গৈছিল। বালি কিছু দূৰলৈকে আছিল। মইতো জোতা পিন্ধি আছিলোঁ আৰু মোৰ কোনো কষ্ট হোৱা নাছিল। কিন্তু গান্ধীজীৰ বৰ কষ্ট হৈছিল। এঠাইত মই চাদৰ এখন পাৰি দিবলৈ বিচাৰিলোঁ যাতে তেখেতে অলপ সকাহ পায়। কিন্তু তেখেতে সেইটো কৰিবলৈ নিদিলে। সেই যাত্ৰাতে চৰ্দাৰ বল্লভভাই পেটেলৰ গাওঁ 'কামচদ' লৈয়ো যাবৰ সুযোগ পাইছিলোঁ। মই তেওঁৰ পৈত্ৰিক ঘৰ দেখিছিলোঁ। এই সত্যাগ্ৰহৰ নেতা এক হিচাবে চৰ্দাৰ বল্লভভাই হে আছিল। সেই সত্যাগ্ৰহৰ কাৰণেই তেওঁৰ গান্ধীজীৰ লগত এনে সম্বন্ধ স্থাপন হ'ল যি আজিলৈকে অটুট আছে আৰু এই দুই শক্তিৰ মিলনে দিনে দিনে দেশত সুফল দি আহিছে।

খেড়া সত্যাগ্ৰহৰ পিচত গান্ধীজীয়ে চৰকাৰক সহায় কৰিবৰ কাৰণে খেড়া জিলাৰ মানুহক ফৌজত ভৰ্ত্তি হবলৈ পৰামৰ্শ দি ভ্ৰমণ কৰিবলৈ ধৰিলে। তেতিয়ালৈকে বৃটিছ গৱৰ্ণমেণ্টৰ ওপৰত তেখেতৰ পূৰা বিশ্বাস আছিল। তেখেতে মানি লৈছিল যে চৰকাৰে কেতিয়াবা ভুল কৰিছিল আৰু কোনো কোনো ঠাইত তেওঁলোকে প্ৰজাক জুলুমো কৰিছিল। কিন্তু সকলো কথা ভাবি চিন্তি চাই তেখেতে এই সিদ্ধান্তত উপনীত হৈছিল যে বৃটিছ-নীতি ন্যায় সঙ্গত আছিল আৰু তেওঁলোকৰ পৰা ন্যায়ৰ আশা ৰাখিব লাগে। এই কাৰণে তেখেতে চৰকাৰক সহায় কৰিবলৈ মানুহক ফৌজত ভৰ্ত্তি হবলৈ পৰামৰ্শ দিবলৈ ধৰিলে। নিজৰ অভ্যাস অনুসৰি এই কামতো তেখেত বৰ আগ্ৰহেৰে লাগি গ'ল। খেড়া ভ্ৰমণৰ কাৰণে তেখেতৰ স্বাস্থ্যত ডাঙৰ আঘাত পৰিল। তেখেতৰ খুব ডাঙৰ অসুখ হ'ল। সেই নীতি অনুসৰি ময়ো ফৌজত ভৰ্ত্তি হবলৈ সহায় কৰিবৰ কাৰণে বিহাৰত যি চৰকাৰী বৰ্ড গঠন হৈছিল তাৰ সভ্য হৈছিলোঁ। আজি বিহাৰ গৱৰ্ণৰৰ উপদেষ্টা (Adviser) শ্ৰীৰাচেল সেই বৰ্ডৰ সম্পাদক আছিল। মই যিমানদূৰ জানো গান্ধীজীৰ প্ৰাণপণ পৰিশ্ৰমৰ পিচতো ভৰ্ত্তি কাৰ্য্য বিশেষ সফল হোৱা নাছিল। বিহাৰতো মই বিশেষ একো কৰিব নোৱাৰিলো।

গান্ধীজীৰ অসুখ ইমান বেচি হ'ল যে তেখেতে মণ্টেগু চেমচ্ ফৰ্ড ৰিপ'ৰ্ট সম্বন্ধে আলোচনা কৰিবলৈ বোম্বাইত শ্ৰীচৈয়দ হচন্ ইমামৰ সভাপতিত্বত কংগ্ৰেছৰ যি বিশেষ অধিবেশন হৈছিল তাত যোগ দিব নোৱাৰিলে। তাৰ পৰা ঘূৰি আহোঁতে মই আহ্মদাবাদ আৰু সবৰমতীত গান্ধীজীৰ লগত কেইদিনমান আছিলোও। মই যিমানদূৰ তেখেতৰ কথা বুজিছিলো কংগ্ৰেছত তেখেত উপস্থিত থকা হ'লে নৰম দলক সমৰ্থন কৰিলেহেতেন বুলি মই ক'ব পাৰোঁ। কংগ্ৰেছ অধিবেশনৰ কাম শেষ হ'ল। কিন্তু দুয়োদলৰ মতভেদ খুব স্পষ্ট হৈ পৰিল কিছুমান কংগ্ৰেছৰ পৰা আঁতৰি গৈ বেলেগ লিবাৰেল দল গঠন কৰা কথাৰ সূত্ৰপাত তাতেই হ'ল। তিনিমাহৰ পিচত দিল্লীত হোৱা কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনত প্ৰায় বোম্বাইৰ সিদ্ধান্তকে কংগ্ৰেছে বাহাল ৰাখিলে।

মই যেতিয়া বোম্বাইৰপৰা আহ্মদাবাদ পালোঁহি তেতিয়া দেখিবলৈ পালোঁ যে গান্ধীজীয়ে আহ্মদাবাদৰ মিৰ্জ্জাপুৰ চুবুৰীত শেঠ্ অম্বালাল সাৰাভাইৰ প্ৰকাণ্ড ঘৰত আছেহি। শেঠ্জী নিজে সেই সময়ত এটা নতুন ঘৰত আছিল আৰু এই ঘৰটো খালি হৈ আছিল। গান্ধীজীৰ শৰীৰ

খুব অসুস্থ আছিল। ডাক্তৰে তেখেতক চাইছিল যদিও তেখেতে কোনো দৰব নাখাইছিল। পেটৰ অসুখ হৈছিল আৰু খুব জ্বৰো আছিল। সবৰমতীত আশ্ৰম স্থাপিত হৈছিল যদিও ঘৰ কম আছিল। আশ্ৰমত থকা মানুহৰ সংখ্যা দিনে দিনে বাঢ়ি গৈছিল। এদিন গান্ধীজীৰ খুব জ্বৰ উঠিল্ কিন্তু জ্বৰৰ কথা নাভাবি তেখেতে ক'লে, ইয়াত থকা আৰু উচিত নহয়। এতিয়াই সবৰমতী আশ্ৰমলৈ যাওঁক। লগৰ সকলোৱেই তেখেতক ৰাখিবলৈ চেষ্টা কৰিলে কিন্তু তেখেতে কাৰো কথা নুশুনিলে। সেই অৱস্থাতে আশ্ৰমলৈ গুচি গল। যি সময়ত এই ঘটনাটো ঘটিছিল সেই সময়ত মই আহ্মদাবাদৰ বিখ্যাত বস্তুবোৰ চাবলৈ গৈছিলোঁ। মই ঘূৰি আহিলত জানিবলৈ পালোঁ যে সকলো আশ্ৰমলৈ গুচি গ'ল। গধূলি ময়ো তালৈ গুচি গলোঁ।

পিছদিনা ৰাতিপুৱা মই যেতিয়া গান্ধীজীৰ ওচৰত আছিলোঁ তেতিয়া যি দৃশ্য দেখিলোঁ আৰু যি কথা শুনিলোঁ তাক মই জীৱনত কেতিয়াও পাহৰিব নোৱাৰো। গান্ধীজীৰ জ্বৰ কমিছিল কিন্তু তেখেত বৰ দুৰ্ব্বল আছিল। এটা সৰু কোঠাত এখন চাৰ্পাইৰ ওপৰত পৰি আছিল। মই তলত পাৰি থোৱা কঠ এটাত বহি আছিলোঁ। তেখেতে চগন্লাল গান্ধীক মাতি আনি তেওঁৰ লগত কথা পাতিবলৈ ধৰিলে। তেখেতে এনে আবেগত কথা কৈছিল যে তাৰ প্ৰভাব নপৰাকৈ থাকিব নোৱাৰিছিল। যদিও মই গুজৰাটী ভালদৰে বুজি নাপাইছিলোঁ তথাপিও সাৰাংশ মই বুজি পাইছিলোঁ। তেখেতে ক'লে—"কালি যেতিয়া মোৰ জ্বৰ বেচি আছিল তেতিয়া মই জেদ কৰি ইয়ালৈ গুচি অহাৰ কথা কলোঁ। মই জানিছিলোঁ এইখিনি পোৱাৰ লগে লগে মোৰ জ্বৰ কমিব। এই জ্বৰটো মোৰ শৰীৰত আছিল। কিন্তু তাত সেই ডাঙৰ ঘৰটোত পৰি মোৰ অন্তৰখন দহি গৈছিল। মই ভাবি আছিলোঁ—"গান্ধী, তোৰ ইমান ডাঙৰ ঘৰৰ কি প্ৰয়োজন? তই ইয়াত কিয় আছ? তোৰ স্থান দুখীয়াৰ জুপুৰীত, আশ্ৰমত। ইয়াৰ পৰা ততালিকে গুচি যা। তই যেতিয়ালৈকে এনে নকৰ তেতিয়ালৈকে তই শান্তি পাব নোৱাৰ। এই কাৰণে মই যি জেদ কৰিলো তাত তহঁতৰ কোনোৱে হয়তো বেয়াও পাব পাৰে। তাৰ পৰা ইয়ালৈ আহিও মই ৰাতি শোৱা নাই। কেৱল ভাবিয়েই আছোঁ। মই নিজকে প্ৰশ্ন কৰি আছোঁ, জীৱন এই দৰেই কোনো সফলতা লাভ নোহোৱাকৈয়ে শেষ হৈ যাব নেকি? দক্ষিণ আফ্ৰিকাৰ পৰা ঘূৰি অহাৰ পিচত মই এটাৰ পিচত এটা কাম হাতত

লৈছো কিন্তু কোনোটোৱেই সম্পূর্ণ কৰিব পৰা নাই ; আটাইবোৰ আধাতেই এৰি দিছোঁ। মিল-মজদুৰ সকলৰ হৰতাল হ'ল । হৰতাল এইকালৰ পৰা সফল হৈছে যে তেওঁলোকে যি বিচাৰিছিল তাক পালে কিন্তু মজদুৰৰ মাজত এনে বহুত দোষ আছে যিবোৰ দূৰ কৰা উচিত। মোৰ ইচ্ছা আছিল যে তেওঁলোকৰ মাজত কাম কৰি সেই দোষবোৰ গুচাবলৈ চেষ্টা কৰোঁ। । কিন্তু সেইটো কৰিব নোৱাৰিলোঁ, চম্পাৰণলৈ গুচি গলোঁ। চম্পাৰণতো নীল খেতিয়ক সকলৰ প্ৰশ্ন আছিল সি এক প্ৰকাৰ সমাপ্ত হ'ল । কিন্তু তাৰ খেতিয়ক সকলৰ মাজত বহুতো কাম কৰাৰ আৱশ্যকতা আছে। সেই কাৰণে তাত কিছুমান পাঠশালা খোলা হৈছিল । মোৰ ইচ্ছা আছিল যে এনে কামত লাগি থাকিম আৰু সেই জিলাত এনে কামৰ সূত্ৰপাত কৰি কামবোৰ জোৰেৰে চলাই যাম। এই কামৰ কাৰণে একনিষ্ঠ ত্যাগী কৰ্ম্মীও পাইছিলোঁ আৰু বহুতো পালোহেঁতেন। কিন্তু তাকো আঁধাতেই এৰি খেড়াৰ সত্যাগ্ৰহত লাগিব লগীয়া হ'ল। আকৌ খেড়াৰ কৃষকৰ কাম শেষ হোৱাৰ লগে লগে ফৌজত মানুহ ভৰ্ত্তি কৰা কামত লাগিলোঁ। খেড়াতো ৰাইজৰ মাজত কাম কৰাৰ আৱশ্যকতা আছে কিন্তু সিও সম্পূৰ্ণ নহল। এনেতে মই বেমাৰ পৰিলোঁ। কব নোৱাৰো এই বেমাৰৰ পৰা ৰক্ষা পৰি আকৌ ঠিয় দিব পাৰোনে নোৱাৰোঁ। যদি পাৰোঁও তথাপি কেতিয়াকৈ পাৰিম ক'ব নোৱাৰোঁ। তইঁত যিবোৰে দক্ষিণ আফ্ৰিকাৰ পৰাই মোৰ লগত কাম কৰি আহিছ মোৰ এই অৱস্থা দেখি কোনো কামকেই মনপুতি কৰিব পৰা নাই। তইঁতৰ স্বাস্থ্যও বেয়াই। মই খুব আঁশা আৰু আকাঙ্খা লৈ এই আশ্ৰমখন স্থাপন কৰিছিলোঁ কিন্তু ইয়াতো মই এতিয়ালৈকে অকণো সময় দিব নোৱাৰিলোঁ। চম্পাৰণৰ পৰাই ইয়াৰ উদ্বোধনৰ বাণী মই পঠাব লগা হৈছিল, নিজে সেই সময়ত আহিবও নোৱাৰিলোঁ। তেতিয়াৰে পৰা এতিয়ালৈকে মই কোনো নহয় কোনো কামত আবদ্ধ হৈ ৰাহিৰতে থাকিলোঁ। এতিয়া মোৰ এই অৱস্থা। কব নোৱাৰোঁ ভগবানে মোৰ কাৰণে কি ৰাখিছে।"

এনেদৰে কৈ তেখেতে উচুপি উচুপি কান্দিবলৈ ধৰিলে। কিছু সময় কান্দি থাকিল। আমি দুজনহে তাত আছিলো। মই জানিছিলোঁ তেখেতৰ অন্তৰৰ বেদনা চকুৰ পানীৰ ৰূপত প্ৰকাশ পাইছে। কিছু সময়ৰ পিচত তেখেত নিজে নিজে শান্ত হৈ পৰিল। তেখেতে ক'লে—এই বেদনাই মোক বৰ কষ্ট দিছিল; গোটেই ৰাতি শোৱা নাই, চকুৰ পানী কিছু

ওলাই যোৱাৰ পিচত অলপ শান্তি পাইছোঁ। ইয়াৰ পিচত কিছু সময়লৈকে মনে মনে থাকিল। ময়ো মনে মনে বহি থাকিলোঁ আৰু ভাবিবলৈ ধৰিলোঁ যে ভগৱানে মোক ইমান সৌভাগ্যবান কৰি সৃজিলে যে এনে মহাপুৰুষৰ সম্পৰ্কত আহিবলৈ মই সুবিধা পালোঁ। ছুটী লৈ দুই এদিনৰ পিছত মই নিজৰ কামলৈ ঘূৰি আহিলোঁ।

মৃত্যুৰ আশঙ্কা থকা এই বেমাৰৰ পৰা উঠি গান্ধীজীয়ে ৰাওলাট ৰিপ'ৰ্টৰ বিৰুদ্ধে আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰিলে। ৰিপ'ৰ্ট প্ৰকাশ হোৱাৰ কিছু দিনৰ পিচতে চৰকাৰে সেই ৰিপ'ৰ্টৰ পৰামৰ্শ মতে দিল্লীৰ ইম্পেৰিয়েল কাউন্সিলত দুখন বিল দাঙি ধৰিলে আৰু এই দুখন বিলৰ সহায়ত চৰকাৰে খুব ব্যাপক আৰু জুলুম দিব পৰা অধিকাৰ পাইছিল। চৰকাৰে যাকে ইচ্ছা কৰে বিনা বিচাৰে নজৰ বন্দী কৰি ৰাখিব পাৰিছিল। জনতাই দেখিলে যে যুদ্ধৰ সময়ত বৃটিছ চৰকাৰৰ তৰফৰ পৰা স্বৰাজ সম্বন্ধীয় যি প্ৰতিশ্ৰুতি দিছিল তাক পূৰা কৰা কোনো লক্ষণেই দেখা নগৈছিল। বৰঞ্চ এই 'ক'লা-আইন' আমাৰ মূৰৰ ওপৰত জাপি দিয়া হৈছিল। গোটেই দেশতে বিক্ষোভৰ সৃষ্টি হল। সকলো ঠাইতে এই বিলৰ বিৰোধী সভা হবলৈ ধৰিলে। কাউন্সিলত বে-চৰকাৰী মেম্বাৰ সকলে এই বিলৰ প্ৰবল বিৰোধিতা কৰিলে, কিন্তু তেওঁলোকৰ কথা শুনে কোনে। শেষত এখন বিল পাচ হ'ল। সকলো নিৰ্ব্বাচিত ভাৰতীয় সভ্যই তাৰ বিৰোধিতা কৰিলে। কিন্তু চৰকাৰী কৰ্ম্মচাৰী আৰু চৰকাৰৰ দ্বাৰা মনোনীত সভ্যৰ সংখ্যাগৰিষ্ঠ মতত এই বিল পাছ হৈ গল। গান্ধীজীয়ে আগতেই ঘোষণা কৰিছিল যে যদি এই বিল পাছ হয় তেনেহলে আমি তাক নামানোঁ— সত্যাগ্ৰহ কৰিম।

সেই সময়ত দেশৰ চুকে-কোণে যি বিৰোধী সভা হবলৈ ধৰিলে সি দেশত এক নতুন জাগৰণ আৰু নতুন জীৱনৰ সৃষ্টি কৰিলে। ইমান ডাঙৰ ডাঙৰ সভাত জাতি-ধৰ্ম্ম-শ্ৰেণী নিৰ্ব্বিশেষে ইমান বেচি সংখ্যাৰ মানুহে যোগ দিয়া বোধ হয় ইয়াৰ আগতে কেতিয়াও দেখা নগৈছিল। গান্ধীজীয়ে এখন বিল পাছ হোৱাৰ লগে লগে নিজৰ ঘোষণা অনুসৰি সত্যাগ্ৰহৰ প্ৰশ্ন তুলিলে। দেশৰ অশান্ত পৰিস্থিতি দেখি চৰকাৰে অন্যখন বিল ডাঙি ধৰিবলৈ আগ নাবাঢ়িল। অৱশ্যে সেই বিল উঠাওঁ নললে। এইদৰেই সেই বিল পৰি থাকিল। পাছো নহল, নামঞ্জুৰো নহল। বোধ হয় কিছু দিনৰ পিচত নিয়ম অনুসৰি সেই বিল আপোনা আপুনি অগ্ৰাহ্য হৈ গল। কিন্তু যিখন বিল পাছ হ'ল সিও কম নাছিল। তাৰ দ্বাৰা

চৰকাৰৰ কাম সিজিছিল। যি আন্দোলন গঢ় লৈ উঠিল তাৰ ফল স্বৰূপে সেই আইন পাছু হ'ল হয় কিন্তু কেতিয়াও কামত লগোৱাৰ সুবিধা নহ'ল। কেইবছৰ মানৰ পিচত সেই আইন ৰদ কৰিলে।

## ২৮। ছয় এপ্ৰিল আৰু সামৰিক আইন

গান্ধীজীয়ে সেই সময়তে 'ইয়ং ইণ্ডিয়া'ৰ সম্পাদনৰ কাম নিজৰ হাতত লয়। প্ৰতি সপ্তাহতে তাত গান্ধীজীৰ প্ৰবন্ধ প্ৰকাশ হ'ল আৰু সেই প্ৰবন্ধই গোটেই দেশতে চাঞ্চল্যৰ সৃষ্টি কৰিলে। তেখেতে অহিংসাৰে সত্যাগ্ৰহৰ ঘোষণা কৰিলে। এটা দিন ঘোষণা কৰি সেইদিনা সকলোকে উপবাসে থাকি নিজ নিজ ধৰ্ম্ম মন্দিৰত, মছ্‌জিদত প্ৰাৰ্থনা কৰি, শোভাযাত্ৰা বাহিৰ কৰি সন্ধ্যা সময়ত সভা পাতি সেই 'ক'লা আইনৰ' বিৰোধিতা কৰিবলৈ ক'লে। বিৰোধী সভা প্ৰায় সদায় হৈয়েই আছিল। কিন্তু এই দিনটো বৰ মহত্ব পূৰ্ণ আছিল। আগৰ পৰা কৰা আন্দোলনৰ ফলত এক সুন্দৰ বাতাবৰণৰ সৃষ্টি হৈছিল। সেইদিনৰ হৰতাল ইমান ডাঙৰ আছিল যে তাৰ আগেয়ে বোধহয় তেনেকুৱা হৰতাল কেতিয়াও হোৱা নাছিল। সকলো চহৰৰে দোকান বন্ধ আছিল আৰু যাত্ৰীৰ চলাচল বন্ধ হৈছিল। গাৱঁত সেইদিনা গৰু-গাড়ী আৰু হাল বন্ধ কৰিছিল। কব নোৱাৰো এই খবৰ সকলো ঠাইতে কেনেকৈ বিয়পি পৰিছিল। কংগ্ৰেছৰ সংগঠন এতিয়াও ইমান বিস্তৃত নাছিল অথবা ইমান শক্তিশালী নাছিল যে সেই খবৰ সুদূৰ গাৱঁতো প্ৰচাৰ কৰিব পাৰে। কিন্তু তথাপিও এই অদ্ভুত ঘটনা ঘটিছিল।

পাট্‌নাত বিৰোধী সভাৰ সংগঠন আদি মই তৎপৰতাৰে কৰি আছিলোঁ। গান্ধীজীৰ চিঠিও যেতিয়াই তেতিয়াই পাইছিলোঁ। শ্ৰীমজহৰুল হক্ চাহাব আৰু শ্ৰীচৈয়দ হচন্ ইমামে যথেষ্ট মনযোগ দিছিল। মজহৰুল হক্ চাহাব তেতিয়া দিল্লীৰ কাউন্সিললৈ গৈছিল; কিন্তু হচন্ ইমাম্ চাহাব সভাবোৰলৈ গৈছিল। সেইদিনাৰ হৰতালৰ সম্বন্ধে আগৰে পৰাই দোকানী-সকলক কোৱা হৈছিল। সকলো দোকানী মান্তি হৈছিল কিন্তু এখন ডাঙৰ দোকান মান্তি নহ'ল। এই কথা হচন্ ইমাম্ চাহাবৰ কাণত পৰোৱা

হ'লগৈ। মোৰ লগত তেওঁ সেই দোকানলৈ গ'ল। সেইখিনি পায়েই তেওঁ নিজৰ মূৰৰ টুপী খুলি বুঢ়া দোকানীজনৰ ভৰিত থ'লে। দোকানীজন চক্ খাই উঠিল। ক'বলৈ ধৰিলে আপুনি এইয়া কি কৰিলে, আপোনাৰ হুকুমেই আমাৰ কাৰণে যথেষ্ট। ফলত গোটেই চহৰতে কি হিন্দু কি মুছলমান কাৰো দোকান নুখুলিলে। চহৰৰ সোণ-ৰূপৰ পৰা শাক-পাচলিলৈকে সকলো দোকানেই বন্ধ থাকিল। সেইদিনা যি শোভাযাত্ৰা বাহিৰ হ'ল সিও অদ্ভুত আছিল। গুলজাৰবাগৰ পৰা সভা হ'ব লগা ঠাই চহৰৰ দুৰ্গলৈকে শোভাযাত্ৰাৰ মানুহেৰে ভৰি পৰিছিল আৰু সকলোৰে আগত শুদা ভৰিৰে আছিল হচন্ ইমাম্ চাহাব আৰু তাৰ পিচে পিচে আমি। সভা দুৰ্গৰ যি সৰু মুকলি ঠাইত হব লগা আছিল তাত পাতিব পৰা নহল ; কিয়নো ঠাই কম আছিল। গঙ্গাৰ দাঁতিত বালিত সভা পাতিব লগা হ'ল। আমি সকলোৱেই ভয় কৰিছিলোঁ যে ইমান ডাঙৰ শোভাযাত্ৰা পুলিচৰ সৈতে মুখামুখি হ'ব লগা হয়নেকি ; কিন্তু একো নহল। খুব শান্তিপূৰ্ণভাৱে আৰু উৎসাহেৰে সেইদিনাৰ কাম সমাপ্ত হল।

গান্ধীজীয়ে কিছুদিনৰ আগেয়েই সত্যাগ্ৰহী সকলৰ পৰা এই মৰ্ম্মে এখন প্ৰতিজ্ঞা পত্ৰত চহী লবলৈ লিখি পঠাইছিল যে সত্যাগ্ৰহী সকলে অহিংসভাৱে চৰকাৰৰ এনে আইন ভঙ্গ কৰিব যাৰ কাৰণে এক নিৰ্দ্দিষ্ট মনোনীত কমিটিয়ে হুকুম দিব আৰু ইয়াৰ কাৰণে যি শাস্তি দিব সেই শাস্তি হাঁহি মুখে বৰণ কৰিব লাগিব। এতিয়ালৈকে কমিটিয়ে আইন সমূহ ঘোষণা কৰা নাছিল। এই সম্বন্ধে মধ্যমপন্থী কিছু লোকে আৰু বাতৰি কাকতে খুব আলোচনা সমালোচনা কৰিলে। কিন্তু গান্ধীজী বিচলিত নহ'ল। বিহাৰত প্ৰতিজ্ঞা-পত্ৰ মোৰ ওচৰলৈকে আহিল। হচন্ ইমাম্ চাহাবে প্ৰতিজ্ঞা পত্ৰত চহী কৰিলে। ময়ো কৰিলোঁ আৰু অন্যান্য কিছু মানুহেও কৰিলে।

৬ এপ্ৰিলৰ হৰতাল আৰু সভা গোটেই দেশতে খুব সফলতাৰে আৰু সমাৰোহেৰে পালন হ'ল। দিল্লীত যি সভা হৈছিল সি বৰ মহত্বপূৰ্ণ আছিল। হিন্দু মুছলমানৰ একতা ইমান বাঢ়ি গ'ল যে দুয়ো একে লগে পুলিচৰ গুলী বুকু পাতি ললে। শোভাযাত্ৰাৰ নেতা স্বামী শ্ৰদ্ধানন্দজীয়ে নিজৰ বুকু খুলি দিলে আৰু ক'লে যে যদি চৰকাৰে ইচ্ছা কৰে তেন্তে তেওঁৰ বুকুত গুলী মাৰিব পাৰে। মুছলমান সকলৰ ওপৰত ইমান প্ৰভাব পৰিছিল যে তেওঁলোকে স্বামী শ্ৰদ্ধানন্দক লৈ গৈ জুমা মছ্‌জিদত তেওঁৰ দ্বাৰাই বক্তৃতা দিয়ালে। তাত যি সৰু-সুৰা গণ্ডগোল হৈছিল তাক

শান্ত কৰিবলৈ গান্ধীজী দিল্লীলৈ বাওনা হ'ল। কিন্তু বাটতে দিল্লীৰ ওচৰৰ 'পলৱাল' ষ্টেচনত চৰকাৰী হুকুম অনুসৰি তেখেতক ৰেলৰ পৰা নমুৱাই এক অজান ঠাইলৈ পঠাই দিলে। শ্ৰীমহাদেৱ ভাই দেশাই তেখেতৰ লগত আহিছিল আৰু তেওঁ তাৰপৰা বোম্বাইলৈ পুনৰ উভতি গ'ল। তেওঁ বাটৰপৰাই মোলৈ টেলিগ্ৰাম কৰিলে যে গান্ধীজীক গ্ৰেপ্তাৰ কৰি এক অজান ঠাইলৈ পঠাই দিলে আৰু মই ততালিকে বোম্বাইলৈ আহি তেওঁক (মহাদেৱ দেশাইক) লগ পাব লাগে। টেলিগ্ৰাম পায়েই মই বোম্বাইলৈ বাওনা হ'লোঁ। বাটত বাতৰি কাকতত দেখিবলৈ পালোঁ যে এই খবৰ পোৱাৰ লগে লগেই কেইবা ঠাইতো হুলস্থূল আৰম্ভ হ'ল। এই ঠাইবোৰৰ ভিতৰত আছিল পঞ্জাবৰ কেইবাখনো চহৰ, আহ্‌মদাবাদ আৰু বোম্বাই। মই যেতিয়া দুদিনৰ পিচত বোম্বাই পালোঁগৈ তেতিয়া তালৈ শান্তি ঘূৰি আহিছে। গান্ধীজীক পলৱালৰ পৰা বোম্বাইলৈ লৈ গ'ল আৰু তাত গৈ এৰি দিলে, গান্ধীজী বোম্বাইলৈ গৈ পোৱাৰ কাৰণে হুলস্থূল বাঢ়িবলৈ নাপালে আৰু সোনকালেই শান্তি বিৰাজ কৰিলে। কিন্তু অহ্‌মদাবাদৰ পৰা বেয়া খবৰ আহিল। গান্ধীজী আহ্‌মদাবাদলৈ বুলি বাওনা হ'ল। মহাদেৱ দেশাইয়ো বোম্বাই পাই তেখেতৰ লগ লাগিল যেতিয়া মই গৈ পালোঁ তেতিয়া জানিবলৈ পালোঁ যে তেখেত সকল দুয়ো আহ্‌মদাবাদলৈ গ'ল। ময়ো সেইদিনা সন্ধ্যাৰ গাড়ীত আহ্‌মদাবাদলৈ বাওনা হ'লোঁ। পিচদিনা যেতিয়া ষ্টেচনৰ বাহিৰ হলোঁ দেখিবলৈ পালোঁ ইংৰাজ চিপাহীয়ে পহৰা দি আছে আৰু চহৰত সামৰিক আইন জাৰি কৰি থৈছে। কোনো ৰকমে এখন টঙ্গাত গৈ সবৰমতী আশ্ৰম পালোঁ। তাতো গান্ধীজী গৈ পোৱাৰ লগে লগে মানুহ শান্ত হৈ পৰিল। হুলস্থূল, মাৰ্‌পিট কম হৈ গ'ল। সামৰিক আইন মই গৈ পোৱাৰ কেইঘণ্টামানৰ পিচতে নে আগতেই তুলি লৈছিল। তাত শান্তিপূৰ্ণ অৱস্থা বাহাল ৰাখিবলৈ বন্দবস্ত কৰি গান্ধীজী সেইদিনাই নে পিচ দিনা ৰাতিৰ গাড়ীত বোম্বাইলৈ যাত্ৰা কৰিলে। ময়ো লগতে আছিলোঁ।

ইয়াৰ মাজতে পঞ্জাবত হোৱা হুলস্থূলৰ খবৰ আহি থাকিবলৈ ধৰিলে আৰু এই কাৰণে গান্ধীজী বৰ চিন্তাত পৰিল। জালিৱানৱালাবাগৰ হত্যাকাণ্ড ইয়াৰ মাজতে হৈ গ'ল। অলপ অচৰপ খবৰ পোৱা গৈছিল কিন্তু সঠিক খবৰ কেইবামাহলৈকে পোৱা নগৈছিল। অৱশ্যে ইমানখিনি খবৰ পোৱা হৈছিল যে পঞ্জাবৰ অৱস্থা অতি ভয়ঙ্কৰ হৈ পৰিছিল। গান্ধীজীয়ে ভাবিবলৈ ধৰিলে যে এনে অৱস্থাত সত্যাগ্ৰহ

আন্দোলন চলোৱা নহব। তেখেতে সেইদিনা ৰাতিয়েই আহ্মদাবাদ আৰু বোম্বাইৰ পথত ৰেলৰ ওপৰতে তেখেতৰ বক্তব্য লিখিলে যে মানুহৰ মাজত অহিংসাৰ অভাব দেখি তেখেতে সত্যাগ্ৰহ আন্দোলন স্থগিত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। আমি ৰেলতে সেই বক্তব্য পঢ়িলোঁ। বোম্বাই পাই সেই বক্তব্য বাতৰি কাকতত প্ৰকাশ কৰিবলৈ দি দিলে।

বোম্বাইত কিছুদিন থাকিলো। তাত নিখিল ভাৰত হিন্দী সাহিত্য সম্মিলন হৈ আছিল আৰু মই তাত যোগদান কৰিলোঁ। তাৰ পিচত মই পাট্‌নালৈ ঘুচি আহিলোঁ। সত্যাগ্ৰহ স্থগিত হোৱাত মই পুনৰ ওকালতিত ধৰিলো।

## ২৯। পঞ্জাব-হত্যাকাণ্ড, খিলাফত আৰু অসহযোগ

সত্যাগ্ৰহ বন্ধ হ'ল কিন্তু দেশত অসন্তোষ বাঢ়িহে গল। সামৰিক আইনৰ নামত পঞ্জাৱত জুলুম অত্যাচাৰ হ'ল। জনতাক অপমান কৰিলে। হাজাৰ হাজাৰ মানুহক কঠোৰ শাস্তি দিলে। এই সকলো ঘটনাৰ কিছু কিছু খবৰ বাহিৰলৈ আহিছিল যে সকলো কথাতে হিন্দু মুছলমান, শিখ সকলোৱে সম্পূৰ্ণ সহযোগ কৰিছিল। একেলগে গুলী খাইছিল, লাঠিৰ কোব সহিছিল, মাটিত চুচৰিছিল, পানীত পৰি পানী খাইছিল অথবা উৰাজাহাজৰপৰা গুলীৰ চিকাৰ হৈছিল। এই হত্যাকাণ্ডৰ সম্পূৰ্ণ বিবৰণ ইয়াত দিব নোৱাৰি। সেই বিবৰণ কংগ্ৰেছৰ দ্বাৰা নিয়োগ কৰা কমিটিৰ ৰিপ'ৰ্টতে পঢ়া উচিত। সাহসী পঞ্জাবী সকলৰ ওপৰত হোৱা জুলুমৰ খবৰ পঞ্জাবৰপৰা বাহিৰলৈ আহিব নোৱাৰিছিল। পঞ্জাবলৈ কাকো যাবলৈ দিয়া নহৈছিল নাইবা তাৰ পৰা কাকো বাহিৰলৈ আহিবলৈ দিয়া নহৈছিল। তালৈ চিঠি বা টেলিগ্ৰামো পঠাব নোৱাৰিছিল। যেতিয়া সামৰিক আইন তুলি ল'লে তেতিয়া সকলোৱে খবৰ পোৱা হ'ল। দেশত ভয়ঙ্কৰ ক্ৰোধাগ্নি জ্বলি উঠিল।

জালিয়ানৱালাবাগৰ হত্যাকাণ্ড হোৱা অমৃতসৰত সেই বছৰ কংগ্ৰেছ অধিবেশন হোৱাৰ কথা আছিল। গোটেই পঞ্জাবকে সামৰিক আইনৰ দ্বাৰা খুব হাইৰাণ কৰা হৈছিল। ভয় হৈছিল কিজানি তাৰ মানুহে

কংগ্ৰেছৰ আয়োজন কৰিব নোৱাৰিব। কিন্তু পিচত স্থিৰ হ'ল যে যেনেকৈয়ে নহওক কংগ্ৰেছ অধিবেশন অমৃতসৰতেই হোৱা উচিত। আৰু সেয়ে হ'লো। পণ্ডিত মতিলাল নেহৰু সভাপতি নিৰ্ব্বাচিত হ'ল। মই এই কংগ্ৰেছ অধিবেশনত যোগদান কৰা নাছিলোঁ। কংগ্ৰেছ ডিচেম্বৰৰ শেষ সপ্তাহত হৈছিল আৰু জানুৱাৰীৰ দুই তাৰিখৰ পৰা বাবু হৰিহৰজীৰ মোকৰ্দ্দমা আৰম্ভ হব লগা আছিল। তেওঁ মোক ৰাখি থলে। পণ্ডিত মতিলাল নেহৰুৱেও সেই মোকৰ্দ্দমাত ভাগ লোৱাৰ কথা আছিল। কিন্তু তেওঁ কেইদিনমানৰ পিচতহে পালেহি। তেওঁ আহি নোপোৱালৈকে শ্ৰীনৃপেন্দ্ৰ নাথ চৰকাৰেই ( চাৰ এন, এন, চৰকাৰ ) অন্য উকীল আৰু বেৰিষ্টাৰৰ লগত কাম আৰম্ভ কৰি দিলে। ১৯২০ চনৰ জানুৱাৰীৰ পৰা অক্টোবৰ মাহলৈকে মই সেই মোকৰ্দ্দমাৰ কামত আবদ্ধ থাকিলোঁ। ছুটী পালে কেতিয়াবা কেতিয়াবা দুই এদিনৰ কাৰণে পাট্‌নালৈ আহিছিলো—বিশেষকৈ মোৰ ডাঙৰ লৰা মৃত্যুঞ্জয়ক চাবৰ কাৰণে। তাৰ সেই সময়ত ক'লা জ্বৰ হৈছিল আৰু তাৰ চিকিৎসা পাট্‌নাতেই হৈছিল। কেতিয়াবা কেতিয়াবা কোনো মোক্কেলৰ কামতো আহিছিলোঁ। কিন্তু প্ৰায় এই দহ মাহ ব্ৰহ্মদেশৰ মোকৰ্দ্দমাতেই লাগি থাকিলোঁ।

চৰকাৰে পঞ্জাবত সামৰিক আইন তুলি লোৱাৰ পিছত এখন কমিটি নিযুক্ত কৰি তাৰ ঘটনাৰ তদন্ত কৰিবলৈ দায়িত্ব দিলে। বিলাতৰ এজন জজ্ চাৰ হাণ্টাৰক এই কমিটিৰ সভাপতি পাতিছিল। কংগ্ৰেছৰ তৰফৰ পৰা পোন প্ৰথম এই কমিটিৰ আগত অত্যাচাৰৰ সাক্ষী দিয়া স্থিৰ কৰা হ'ল। কিছুদিনলৈ এই কাম চলিলো। কিন্তু অলপ মতভেদ হোৱাৰ কাৰণে কংগ্ৰেছ এই তদন্তৰ পৰা আঁতৰি পৰিল। কংগ্ৰেছে নিজৰ এখন কমিটি পাতি চৰকাৰে হাণ্টাৰ কমিটিক যি কাম কৰিবলৈ দিছিল তাকে কৰিবলৈ দিলে। হাণ্টাৰ কমিটিৰ আগত যেতিয়া ঘটনাৰ কথা কবলৈ ধৰিলে আৰু সকলো বাতৰি কাকতে যেতিয়া এই খবৰবোৰ প্ৰকাশ হবলৈ ধৰিলে তেতিয়াহে প্ৰথম বাৰৰ কাৰণে জানিব পৰা গল যে পঞ্জাবত কিমান অত্যাচাৰ হৈছিল। পঞ্জাবত হোৱা অত্যাচাৰৰ খবৰ বাহিৰত যি অনুপাতে প্ৰকাশ পাবলৈ ধৰিলে সেই অনুপাতে মানুহৰ মাজত ক্ৰোধ বাঢ়ি গ'ল। কংগ্ৰেছ কমিটিৰ তদন্তও প্ৰায় সেই সময়তে হৈছিল। এই কামৰ কাৰণে গান্ধীজী, দেশবন্ধু দাস, শ্ৰীজয়কাৰ, শ্ৰীআব্বাচ তৈয়বজী প্ৰভৃতিয়ে পঞ্জাবৰ গাওঁ আৰু জিলাত খুব ঘুৰা-পকা কৰিবলৈ ধৰিলে। দুয়োখন কমিটিৰ ৰিপ'ৰ্ট ১৯২০ চনত প্ৰকাশিত হ'ল।

ইফালে তুৰ্কীৰ লগত ইংৰাজৰ ব্যৱহাৰে মুছলমান সকলৰ মাজত বিশেষ উত্তেজনাৰ সৃষ্টি কৰিছিল। অমৃতসৰ কংগ্ৰেছৰ সময়তে মৌলানা চৌকত আলি, মৌলানা মুহম্মদ আলি, মৌলানা আবুল কালাম আজাদ প্ৰভৃতি যি সকল মুছলমান নেতাক যুদ্ধৰ কাৰণে নজৰ-বন্দী কৰি ৰাখিছিল তেওঁলোকক মুকলি কৰি দিলে। এওঁলোক খিলাফত্ সম্বন্ধীয় সংগঠন আৰু আন্দোলনৰ কাৰণে গোটেই দেশতে খিলাফত্ কমিটি স্থাপন কৰিলে। মুছলমান সকল ইমান ৰুষ্ট আছিল যে তেওঁলোকে চৰকাৰৰ বিৰুদ্ধে কিবা নহয় কিবা এটা কৰিবলৈ বিচাৰিছিল; কি কি কৰিব আৰু কেনেকৈ কৰিব তাক স্থিৰ কৰিব পৰা নাছিল। আনহাতে পঞ্জাবৰ হত্যাকাণ্ডৰ কাৰণে অন্য সকলৰ মনতো ৰোষ আছিল। ৰাওলত-আইনৰ কথাও মানুহে পাহৰা নাছিল। এই সকলো মিলি দেশত এটা ভয়ঙ্কৰ পৰিস্থিতিৰ সৃষ্টি হ'ল। খিলাফত্-কমিটি আৰু কংগ্ৰেছ-কমিটি ক্ৰমান্বয়ে ওচৰ চাপি আহিছিল। বহুতো হিন্দু খিলাফত্ কমিটিৰ সভ্য হৈছিল আৰু পইছাৰেও সহায় কৰিছিল। আনহাতে মুচলমান সকলেও অধিক সংখ্যাত কংগ্ৰেছত যোগ দিলে। যেতিয়া হাণ্টাৰ কমিটি আৰু কংগ্ৰেছ-কমিটিৰ ৰিপ'ৰ্ট প্ৰকাশ হ'ল সেই সম্বন্ধে আলোচনা কৰিবলৈ বাৰাণসীত কংগ্ৰেছ কমিটিৰ এক বৈঠক বহিল। ময়ো সভ্য হিচাবে তাত যোগদান কৰিছিলোঁ।

আলী বন্ধুৰ লগত গান্ধীজীৰ ঘনিষ্ঠ সম্বন্ধ হৈছিল। খিলাফত্ কমিটিত তেখেতে যোগ দিছিল। বাৰাণসীত হোৱা বৈঠকৰ অলপ আগতে প্ৰয়াগত তেখেতে খিলাফত্ কমিটিৰ বৈঠকত পোন প্ৰথম ১৯২০ চনৰ এপ্ৰিল মাহত অহিংসাত্মক অসহযোগৰ কাৰ্য্যসূচী ডাঙি ধৰিলে। খিলাফত্ কমিটিয়ে সেই কাৰ্য্যসূচী মানি লৈছিল আৰু তেওঁলোকে তাক কামত লগাবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছিল। লগতে মৌলানা সকলে ধাৰ্ম্মিক ৰীতিৰে ইয়াৰ পূৰ্ণ সমৰ্থন কৰিলে আৰু এক ফটোৱা জাৰি কৰি চৰকাৰৰ লগত যি কোনো প্ৰকাৰে কৰা সহায় অন্যায় বুলি ঘোষণা কৰিলে। বাৰাণসীত কংগ্ৰেছ কমিটিয়ে সিদ্ধান্ত কৰিলে যে সকলো কথা আলোচনা কৰি দেশত কি কৰিব লাগে তাক স্থিৰ কৰিবৰ কাৰণে কংগ্ৰেছৰ এক অধিবেশন পতা হওক। এই অধিবেশন কলিকতাত হোৱা স্থিৰ হ'ল। বহুত দিনৰ মূৰত অলপতে বিদেশৰ পৰা ঘূৰি অহা লালা লাজপাত ৰায়ক এই অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত কৰিলে। গোটেই দেশতে অসহযোগৰ আলোচনা হবলৈ ধৰিলে। গান্ধীজীয়ে অলপ-অচৰপ ভ্ৰমণো কৰিছিল আৰু কিছু কিছু লিখিছিলো।

এই আয়োজন হৈ থাকোতেই ১ আগষ্ট (১৯২০) তাৰিখে লোকমান্য তিলকৰ মৃত্যু হয়।

মৌলানা চৌকত আলী ১৯২০ চনৰ এপ্ৰিল মাহত পাট নালৈ আহিছিল আৰু এখন বৰ ডাঙৰ ৰাজহুৱা সভা হৈছিল। তেতিয়া পাট্‌নাত আছিলোঁ কাৰণেময়ো সেই সভাত যোগদান কৰিছিলোঁ। গান্ধীজীৰ সিদ্ধান্ত, আৰু কামৰ লগত মই আগৰে পৰা পৰিচিত আছিলোৱেই। আৰাত ডুমৰাঁৱ জমিদাৰী আৰু হৰিহৰজীৰ ব্ৰহ্মদেশৰ মোকৰ্দ্দমাত প্ৰতিপক্ষৰ হৈ মতিলাল নেহৰু আৰু দেশবন্ধু দাসে কাম কৰিছিল। মই পণ্ডিতজীৰ লগত কাম কৰাৰ উপৰিও দেশৰ ৰাজনৈতিক অৱস্থাৰ সম্বন্ধে আলোচনা কৰিছিলোঁ। তেওঁ কেতিয়াবা কেতিয়াবা দেশবন্ধুৰ লগতো আলোচনা কৰিছিল। সেই কাৰণে মই সকলো কথা জানিছিলোঁ। মৌলানা চৌকত আলীয়ে পাট্‌নাত অসহযোগৰ কাৰ্য্যসূচীৰ কথা ক'লে আৰু ৰাইজ ইয়াৰ কাৰণে কিমান দূৰ প্ৰস্তুত তাক জানিবলৈ বিচাৰিলে। মোক এই সম্বন্ধে কিছু কবলৈ কোৱাত মই সেই সভাতে প্ৰথম প্ৰথম অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰিম বুলি কথা দিলোঁ। কংগ্ৰেছে এতিয়ালৈকে কোনো সিদ্ধান্ত গ্ৰহণ কৰা নাছিল আৰু কোনো কাৰ্য্যসূচীও সম্পূৰ্ণৰূপে স্থিৰ কৰা নাছিল। কিন্তু মই কৈছিলোঁ যে দেশে যদি অসহযোগ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু এই সিদ্ধান্ত অনুসৰি যেতিয়া অসহযোগ আৰম্ভ কৰিব তেতিয়া ময়ো পিচ নোহোহঁকো। ইতিমধ্যে এইটো প্ৰকাশ পাইছিল যে অসহযোগ কৰিলে ওকালতি এৰিব লাগিব আৰু কাউন্সিললৈ যোৱা বন্ধ কৰিব লাগিব। মইতো উকীল আছিলোৱেই। মোৰ ইচ্ছা আছিল যে নতুন মণ্টেগু—চেমচ্‌ফৰ্ড নীতি অনুসৰি ১৯২০ চনৰ নভেম্বৰ মাহত হবলগীয়া নিৰ্ব্বাচনত চম্পাৰণৰ পৰা প্ৰাদেশিক কাউন্সিললৈ ময়ো প্ৰাৰ্থী ঠিয় হ'ম। এই সিদ্ধান্ত অনুসৰি মই দুই এবাৰ চম্পাৰণৰ কেইখনমান ঠাইত ফুৰিছিলোও। এঠাইলৈ মজ্‌হৰুল হক্ চাহাবো মোৰ প্ৰাৰ্থীত্ব সমৰ্থন কৰিবলৈ গৈছিল। অসহযোগ আৰম্ভ হলে দুয়োটা এৰিব লাগিব। মই সেই সভাত ঘোষণা কৰি কৈছিলোঁ যে মই এই দুয়োটা এৰিম। মৌলানা চৌকত আলীৰ লগত মোৰ আগতে চিনাকি নাছিল, কিন্তু বোধহয় গান্ধীজীয়ে তেওঁক মোৰ সম্বন্ধে কিবা কৈছিল। সভা শেষ হোৱাৰ লগে লগে মই ওচি আহিলোঁ। তাত তেওঁৰ লগত দেখা নহল। কিন্তু তেওঁ মোৰ খবৰ লৈছিল। যেতিয়া তেওঁ যোৱাৰ কথা আছিল মই ষ্টেচনলৈ গৈছিলোঁ। তাতেই পোন প্ৰথম তেওঁৰ লগত কথা-বতৰা হৈছিল। সভাত

কোৱা কথা আৰু গান্ধীজীয়ে কোৱা কথা তেওঁৰ মনত আছিল। এই কাৰণে তেওঁ বৰ মৰমেৰে মোৰ লগত কথা পাতিছিল। মোক উদগণিও দিছিল। এইদৰে মোৰ কাৰণে অসহযোগৰ ভাবৰ সূত্ৰপাত হঠাতে এই সভাতে হ'ল য'ত মই ঘটনাক্ৰমে সেইদিনা পাট্‌নালৈ অহাৰ কাৰণে উপস্থিত থাকিব পাৰিছিলো।

কংগ্ৰেছৰ বিশেষ অধিবেশন চেপ্তেম্বৰত হ'বলগীয়া আছিল। বিহাৰ প্ৰাদেশিক ৰাজনৈতিক সন্মিলনো আগষ্ট মাহত হব লগা আছিল। অসহযোগৰ কথা জোৰেৰে চলি আছিল। বিহাৰত প্ৰশ্ন উঠিল—প্ৰাদেশিক সন্মিলনৰ সভাপতি কাক পাতিব। ৰাইজে মোকেই বাচিলে। মই অসহযোগৰ পক্ষপাতী আছিলোঁ। কিন্তু প্ৰদেশৰ মানুহে এই কথা মঞ্জুৰ কৰে নে নকৰে ক'ব নোৱাৰিছিলো; আৰু মঞ্জুৰ কৰে যদিও সময়তহে দেখা যাব কিমান মানুহে আন্দোলনত যোগ দিয়ে। এই কাৰণে মই শ্ৰীসচ্চিদানন্দ সিংহক গৈ সুধিলোঁ যে এনে অৱস্থাত মই মোৰ মত সভাপতিৰ ভাষণত খুলি কোৱা উচিত হবনে নহয় আৰু যদি সন্মিলনে মোৰ কথা নামানে তেন্তে এটা সঙ্কত উপস্থিত কৰি দিমনেকি? তেওঁ ক'লে যে মোৰ মত দিবৰ সম্পূৰ্ণ অধিকাৰ আছে আৰু সন্মিলনৰো মোৰ কথা স্বীকাৰ কৰা নকৰাৰ সম্পূৰ্ণ অধিকাৰ আছে; গতিকে সভাপতিত্ব গ্ৰহণ কৰাত মোৰ কোনো বাধা নাই।

মই আৰাত মোকৰ্দ্দমাত বন্দী হৈ আছিলোঁ। মই তাতেই হিন্দীতেই ভাষণ লিখিবলৈ আৰম্ভ কৰিলোঁ। প্ৰাদেশিক সন্মিলনৰ নিচিনা সভাত বা সংস্থাত সেইদিনত হিন্দীত ভাষণ নিদিছিল। প্ৰায় ইংৰাজীতেই সকলো কাম হৈছিল। একালে মোকৰ্দ্দমাৰ হেঁচা আনফালে সন্মিলনৰ ভাষণ লিখা আৰু দেশৰ পৰিস্থিতিৰ চিন্তা সকলো মিলি মই জ্বৰ-গ্ৰস্ত হৈ পৰিলোঁ। ভয় হ'ল যে প্ৰাদেশিক সন্মিলনৰ কাৰণে মই ভাগলপুৰলৈ যাব নোৱাৰিম। কিন্তু সময় চমু চপাৰ লগে লগে মোৰ স্বাস্থ্য কোনো ৰকম নিজে লিখা ভাষণ লগত লৈ ভাগলপুৰ পাব পৰাকৈ ভাল হল। তাত সন্মিলনত অংশ গ্ৰহণ কৰিব পাৰিলোঁ। কিন্তু সন্মিলনৰ সন্মুখত এনে কিছুমান কঠিন সমস্যা আছিল যিবিলাকে যি কোনো ধৰণৰ কাম কৰা মানুহকে ভয় খুৱাব পাৰে। মোৰ নিজৰ অভিমত স্পষ্ট আৰু দৃঢ় আছিল যে অসহযোগ আৱশ্যক হৈ পৰিছিল। কিন্তু মই এইটো জানিছিলোঁ যে প্ৰদেশৰ সকলো পুৰণি আৰু অভিজ্ঞ ৰাজনৈতিক নেতা ইয়াৰ বিৰোধী আছিল। যদিও ৰাওলত-বিল বিৰোধী আন্দোলনৰ সময়ত

পৰাই সভাবোৰলৈ সদায় বহুত মানুহ আহিছিল তথাপি তেওঁলোকে অসহযোগ আন্দোলন হ'লে কিমান সহযোগ কৰিব তাক কোৱা কঠিন আছিল। সন্মিলনৰ ডাঙৰ ডাঙৰ নেতা সকলৰ বহুতো যোৱাও নাছিল। সেই কাৰণে যদি মোৰ কথা মতেই সন্মিলনে অসহযোগ নীতি মানি লয় তেনেহলে ইয়াৰ অৰ্থ এয়ে হব যে তাক কাৰ্য্যত পৰিণত কৰাৰ ভাৰো আমাৰ ওপৰতেই পৰিব আৰু আমি কিমানদূৰ সেই কাম কৰিব পাৰিম এনে বহুতো প্ৰশ্নই অন্তৰ উগুল থুগুল লগাই দিছিল। কিন্তু নতুন মানুহৰ সৰহভাগেই মোৰ পক্ষত আছিল বুলি মই জানিছিলো।

বাবু ব্ৰজকিশোৰ প্ৰসাদ, বাবু ধৰণীধৰ প্ৰভৃতিয়ে তীব্ৰভাবে অসহযোগ সমৰ্থন কৰিছিল। ইয়াৰ বাহিৰেও মুছলমান সকলেতো প্ৰায়ে বৰ উৎসাহেৰে যোগ দিবলৈ প্ৰস্তুত আছিল। মজ্‌হৰুল হক্ চাহাবৰ বাহিৰেও চাহ মুহম্মদ জুবৈৰ, মৌলবী মহম্মদ শফী, মৌলানা নূৰুল হচন্ আদিতো আমাৰ লগত আছিলেই। কিন্তু মুছলমানৰ ভিতৰতো ৰাজহুৱা কামত সদায় অংশ গ্ৰহণ কৰা হচন্ ইমাম্ চাহাব, নবাব চাৰ ফৰাজ্ হুছেইন খাঁ প্ৰভৃতি আন্দোলনৰ বিৰোধী আছিল। এহাতে যদি আছিল অধিক অভিজ্ঞতা আৰু বহুত দিনৰ বাইজৰ সেৱা আনহাতে আছিল উৎসাহ, দেশৰ পৰিস্থিতিত উদ্ভৱ হোৱা ব্যাকুলতা আৰু জুইত জাপ দিবলৈ তৎপৰতা। ঈশ্বৰৰ নাম লৈ মই এই কাৰ্য্যসূচী দাঙি ধৰিলোঁ আৰু স্পষ্টভাবে অসহযোগৰ সমৰ্থন কৰিলোঁ।

সন্মিলনে মোৰ কথা মানি ললে আৰু সৰহভাগেই অসহযোগৰ সিদ্ধান্ত সমৰ্থন কৰিলে। বিহাৰৰ অৱস্থাৰ প্ৰতি দৃষ্টি ৰাখি কাৰ্য্যসূচী তৈয়াৰ কৰিবলৈ এখন কমিটি কৰি দিলে। বাবু ব্ৰজকিশোৰ প্ৰসাদজী সেই কমিটিৰ নেতা আছিল। তেওঁৰ এইটো দৃঢ় মত আছিল যে খিলাফত্ সম্বন্ধীয় অন্যায় দূৰ কৰা আৰু পঞ্জাবৰ হত্যাকাণ্ড সম্বন্ধে কংগ্ৰেছৰ দাবী পূৰণ কৰাৰ উপৰিও স্বৰাজৰ কাৰণে অসহযোগ কৰিব লাগে। সেই সময়লৈকে যিমানবোৰ সভা হৈছিল অথবা কাগজে পত্ৰই যি লিখা হৈছিল সেই সকলোতে খিলাফত্ আৰু পঞ্জাৰ হত্যাকাণ্ডই অসহযোগৰ কাৰণ বুলি কোৱা হৈছিল। বাবু ব্ৰজকিশোৰ প্ৰসাদে বলেৰে স্বৰাজকো (যেতিয়ালৈকে স্বৰাজ পোৱা নাযায়) তাৰ ভিতৰত সুমুৱাই লবলৈ চাইছিল আৰু এনে হ'লো। গুজৰাটত প্ৰাদেশিক সন্মিলন হ'ল আৰু তাত ভাগলপুৰ সন্মিলনৰ দুই চাৰি দিন আগতেই অসহযোগৰ সমৰ্থন কৰিলে। মোৰ যিমানদূৰ মনত আছে বিহাৰ আৰু গুজৰাট এই দুখন

প্ৰদেশৰ প্ৰাদেশিক সন্মিলনেইহে কলিকতা কংগ্ৰেছৰ বিশেষ অধিবেশনৰ আগতেই অসহযোগ আন্দোলনৰ সমৰ্থন কৰিছিল। ভাগলপুৰ সন্মিলনৰ সময়ত গান্ধীজীয়ে অসহযোগ আন্দোলন সমৰ্থন কৰিবলৈ তাঁৰেৰে বাৰ্ত্তা পঠাইছিল।

কলিকতাৰ কংগ্ৰেছলৈ মই যাব নোৱাৰিলোঁ; দেশবন্ধু দাস আৰু পণ্ডিত মতিলালজী গৈছিল। কিন্তু ঠিক সেই সময়তে চাৰ এন্, এন্, চৰকাৰে আমাৰ পক্ষৰ হৈ তৰ্ক কৰি আছিল আৰু তেওঁক সহায় কৰিবৰ কাৰণে মই আৰাত থকা আৱশ্যক হৈছিল। কংগ্ৰেছ বৰ সমাৰোহেৰে হ'ল। শেষত পণ্ডিতজীয়ে অসহযোগৰ সমৰ্থন কৰিলে আৰু অসহযোগৰ প্ৰস্তাৱ সৰহ ভাগেই সমৰ্থন কৰিলে। তাত খিলাফত্ আৰু পঞ্জাবৰ হত্যাকাণ্ডৰ উপৰি স্বৰাজো অসহযোগৰ কাৰণ বুলি কোৱা হৈছিল।

এই সময়তে বেতিয়াত বিহাৰ প্ৰাদেশিক হিন্দী-সাহিত্য-সন্মিলন বহিছিল। ময়ো তাত উপস্থিত আছিলোঁ। সুৰজপুৰাৰ ৰাজা ৰাধিকাৰমণ প্ৰসাদজী সেই সময়ৰ হিন্দীৰ এজন উদীয়মান প্ৰভাৱশালী গদ্য-লেখক আছিল; তেওঁ সেই সন্মিলনৰ সভাপতি আছিল। তেওঁ তাত যি বক্তৃতা দিলে সি বৰ সুন্দৰ আৰু মনোগ্ৰাহী আছিল আৰু তাত ভাব আৰু ভাষাৰ এনে সুন্দৰ সংমিশ্ৰণ হৈছিল যে তাৰ প্ৰভাৱ মোৰ অন্তৰত আজিলৈকে আছে। বেতিয়াতে মোক মেলেৰিয়াই আক্ৰমণ কৰিলে। ছাপ্ৰা পাই মোৰ খুব বেমাৰ হ'ল।

কলিকতা কংগ্ৰেছৰ অলপদিনৰ পিচতে বোম্বাইত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এক বৈঠক হয় আৰু তাত অসহযোগ সম্বন্ধীয় প্ৰস্তাৱ কাৰ্য্যত পৰিণত কৰা সম্বন্ধে আলোচনা হ'ল। অসহযোগ সম্বন্ধীয় প্ৰস্তাৱ পাছ হোৱাৰ পিচত মোৰ সন্মুখত এতিয়া ওকালতি এৰি দিয়া প্ৰশ্ন বাস্তৱিক ৰূপত ঠিয় দিলে। মই আৰু পণ্ডিতজীয়ে যিটো মোকৰ্দ্দমাত কাম কৰি আছিলোঁ সেই মোকৰ্দ্দমাটো প্ৰায় শেষ হ'বৰ হৈছিল—কেইদিন মানৰ পিচতে শেষ হ'ল। মোকৰ্দ্দমাৰ পৰা তেতিয়া আঁতৰি পালোঁ কিন্তু সেই মোকৰ্দ্দমা তাতে শেষ হবলগীয়া মোকৰ্দ্দমা নাছিল। যিয়েই পৰাজিত হওক তাৰ আপীল হাইকৰ্'ট আৰু প্ৰিভি কাউন্সিল পৰ্য্যন্ত যোৱাটো নিশ্চিত। বাবু হৰিহৰজীয়ে আশা কৰিছিল যাতে যেতিয়াই আৱশ্যক হয় অন্ততঃ মই যেন তেওঁৰ সেই মোকৰ্দ্দমাৰ কাম কৰি দিওঁ। সেই মোকৰ্দ্দমাত মই বহুত দিন কাম কৰিছিলোঁ আৰু টকাও বহুত

পাইছিলোঁ। সেইকাৰণে মই তেওঁৰ এই অনুৰোধ অস্বীকাৰ কৰিব নোৱাৰিলোঁ কিন্তু তেতিয়াই এইটো স্থিৰ কৰিলোঁ যে নতুন মোকৰ্দ্দমা আৰু হাতত নলওঁ। অৱশ্যে পূৰণি যি মোকৰ্দ্দমা হাতত আছিল, বিশেষকৈ যিবিলাকৰ কাৰণে কিছু টকা লৈছিলোঁ সেইবোৰ সম্বন্ধে এতিয়ালৈকে কোনো সিদ্ধান্ত ল'ব পৰা নাছিলো। ককাইদেউৰ পৰা মই কোনো মতামত লোৱা নাছিলোঁ। কিন্তু তেওঁ বুজিছিল যে মই আৰু ওকালতি এৰিম। তেওঁ আশা কৰিছিল যে যেহেতু সেই সময়ত ঘৰৰ অৱস্থা বৰ ভাল নাছিল মই কিছু টকা ঘটি ঘৰৰ অৱস্থা ভাল কৰিম। কিন্তু তেওঁ মোৰ সিদ্ধান্তৰ সম্বন্ধে তেতিয়া একোকে নকলে। অন্য বহুতেই ওকালতি এৰিলে। সাধাৰণতে সকলোৱেই ভাবিছিল যে এবছৰৰ পিচত সকলো নিজ নিজ কামলৈ উভতি আহিব পাৰিব। এই ধাৰণাৰ কাৰণে মানুহৰ মনত এক প্ৰকাৰৰ শান্তনা আছিল। যেতিয়া ভাগলপুৰ কনফাৰেন্সত আৰু তাৰ পিচত কলিকতা কংগ্ৰেছত অসহযোগৰ কাৰণত স্বৰাজ্য যোগ দিলে তেতিয়াই মই জানিছিলোঁ যে অসহযোগ আন্দোলন দীঘলীয়া হ'ব কিয়নো বৃটিছ চৰকাৰ স্বৰাজৰ প্ৰস্তাৱত সোনকালে মান্তি নহয়। মহাত্মাজীয়ে কৈছিল যে যদি খিলাফত্ আৰু পঞ্জাব সম্বন্ধে চৰকাৰক আমাৰ দাবী মানি লবলৈ বাধ্য কৰাব পৰা হয় তেন্তে সিয়ে স্বৰাজৰ সূচক হৈ পৰিব আৰু সেইকাৰণে তেখেতে প্ৰথমে স্বৰাজৰ কথা প্ৰস্তাৱত ৰখা নাছিল। গতিকে তেখেতৰ দৃষ্টিত স্বৰাজ যোগ দিয়াৰ কাৰণে আন্দোলনৰ সময় বা ৰূপ বঢ়া নাছিল।

বোম্বাইৰ পৰা ঘূৰি অহাৰ পিচত অসহযোগ কৰা কেইজনমান বন্ধুৰ এখন সভা মোৰ ঘৰতে হৈছিল। তাতে ওকালতি এৰাৰ কথা ওলাল। মই ক'লো যিবোৰ মোকৰ্দ্দমা হাতত আছে সেই সম্বন্ধে অসুবিধা হ'ব পাৰে; কিয়নো আমি মোক্কেলক কথা দিছোঁ আৰু বিশেষকৈ যি মোকৰ্দ্দমাত পইছা লৈছোঁ সেই মোকৰ্দ্দমাতো এৰিবই নোৱাৰোঁ। কেইজনমান বন্ধুৱে এইটো ওকালতি চলাই থকাৰ এটা অজুহাত বুলি ক'লে। মই এই কথা কেৱল নিজৰ কাৰণে কোৱা নাছিলোঁ; কিন্তু তেওঁলোকে ভাবিছিল যেই মই অন্যৰ কথা কৈ নিজেইহে এই সুবিধা লবলৈ বিচাৰিছোঁ। কিন্তু আচলতে আৰাত এবছৰ থকাৰ কাৰণে হাইকৰ্টত মই প্ৰায়ে অনুপস্থিত আছিলোঁ। এই কাৰণে ইমান দিনৰ ভিতৰত আগৰ বহুত মোকৰ্দ্দমা শেষ হৈ গৈছিল আৰু নতুন মোকৰ্দ্দমা হাতলৈ অহাই নাছিল। এইদৰে মোৰ হাতত থকা মোকৰ্দ্দমাৰ সংখ্যা

বহুত কমি গৈছিল, তথাপি যেহেতু মোৰ মোকৰ্দ্দমাৰ সংখ্যা বহুত আছিল সেইকাৰণে এইদৰে কমি যোৱাৰ পিচতো যথেষ্ট বাকী আছিল। মই মোৰ কথাত লাগি থাকিলোঁ। কিন্তু বাস্তৱতে ব্ৰহ্মদেশৰ মোকৰ্দ্দমাটোৰ বাহিৰে অন্য কোনো মোকৰ্দ্দমাৰ কাৰণে মোৰ হাইক'ৰ্টলৈ যোৱাৰ সুবিধা নহ'ল। হয়তো মোক্কেলে মোক এৰি দিলে আৰু যদি মই পইচা লৈছিলোঁ তেন্তে সেই পইচা ঘূৰাই দি মেলানি মাগিলোঁ নহলে অন্য বন্ধুক মোৰ ঠাইত মোকৰ্দ্দমা চলাবলৈ কৈ দিলোঁ, যি কথাত মোৰ মোক্কেলো মান্তি হৈছিল।

অন্য এটা কথা আছিল চৰকাৰী বা চৰকাৰৰ লগত সম্বন্ধ থকা স্কুল আৰু কলেজ বৰ্জ্জন কৰাৰ। মই ভাবিছিলোঁ এই কথাত আমি বেচি সফল হব নোৱাৰিম। মই বঙ্গ-বিচ্ছেদৰ সময়ত কলিকতাত চৰকাৰী স্কুলৰ বিৰুদ্ধে চলোৱা আন্দোলন খুব ভালকৈয়ে দেখিছিলোঁ। তাতো ৰাষ্ট্ৰীয় বিদ্যালয় খোলাৰ চেষ্টা চলিছিল। সেই 'নেচনেল কাউন্সিল অব এডুকেশন'এ এনে লোকৰ পৰাও সহায় আৰু সহানুভূতি পাইছিল যি কেৱল ৰাজনৈতিক পুৰুষেই নাছিল। হাইক'ৰ্টৰ জজ পদৰ পৰা অৱসৰ পোৱা আৰু ইতিমধ্যে কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচেঞ্চলাৰ হোৱা চাৰ গুৰুদাস বানাৰ্জ্জী ইয়াৰ পক্ষপাতী আছিল আৰু সহায় কৰিছিল। সেই কাৰণে চৰকাৰৰ বিৰোধিতা বিশেষ ভয়ৰ কাৰণ নাছিল। কংগ্ৰেছ আৰু আন্দোলনৰ কাৰ্য্যসূচীতো বৰ্জ্জনৰ কথা নাছিল। তাত বিশ্ব-বিদ্যালয়ৰ খ্যাতি লাভ কৰা কিছুমান উৎসাহী যুবকেও যোগদান কৰিছিল। তাৰ ভিতৰত বিখ্যাত লিখক আৰু বিশ্ববিদ্যালয়ৰ এম-এ পৰীক্ষাত সোনৰ পদক আৰু প্ৰথম স্থান অধিকাৰ কৰা শ্ৰীবিনয় কুমাৰ চৰকাৰো আছিল। তথাপিতো এই কামত ইমান উৎসাহ দেখা নগৈছিল; কিয়নো তাত শিক্ষা পোৱা কোনো ল'ৰায়ে জীৱিকা নিৰ্ব্বাহৰ পথ নাপাইছিল। মই এই কথাত ভয় খাইছিলোঁ যে আমি যদি এই কথাত বেচিকৈ লাগো তেন্তে ছাত্ৰ সকলৰ মাজত বিশেষকৈ অভিভাৱক সকলৰ মাজত বেচি উৎসাহ দেখিবলৈ নাপাম্ আৰু তেতিয়া এই কাৰ্য্য জোৰেৰে চলিব নোৱাৰিব। বৈঠকত মই এই কথাও কৈছিলো। কিন্তু মোৰ কেইজনমান বন্ধুৱে এই কথা পছন্দ নকৰিলে। কিয়নো তেওঁলোকে ভাবিছিল যে মই বৰ ভয়াতুৰ আৰু এনেয়ে নিজৰ সন্মুখলৈ অনাৱশ্যক ভয় মাতি আনো।

কথা হ'ল, বিদ্যা আমাৰ দেশত অৰ্থকাৰী। যি পঢ়ে তেওঁলোকে

উপাৰ্জ্জন কৰিব লাগে। তেওঁলোকৰ জীৱন এনে ধৰণেৰে গঢ়ি উঠে যে পূৰণি নিয়ম মতে থাকিব নোৱাৰে। তেওঁলোকৰ নিজৰ খোৱা-পিন্ধা, থকা-মেলাতো যথেষ্ট খৰচ হয়। ঘৰৰ মানুহে ভাবে যে আধুনিক শিক্ষা দিওঁতে যথেষ্ট খৰচ পৰে আৰু আশা কৰে যে তেওঁলোকে সেই শিক্ষাৰ পৰা ঘৰৰ উপাৰ্জ্জন বেছি কৰিব নোৱাৰিলেও অন্ততঃ অটুট ৰাখিব পাৰিব। সেই শিক্ষাও এনে যে শিক্ষা সমাপ্ত হোৱাৰ পিচত চৰকাৰী চাকৰি বা ওকালতিৰ নিচিনা ব্যৱসায়ৰ বাহিৰে অন্য কোনো কাম নেপায়। আৰম্ভণিতে যেতিয়া এনে শিক্ষা পোৱা লোকৰ সংখ্যা কম আছিল মানুহে পইছাও বে'চ ঘটিছিল। কিন্তু যিমানে ইংৰাজী শিক্ষাৰ প্ৰচাৰ বাঢ়ি গল সিমানে শিক্ষিত লোকৰ সংখ্যাও বাঢ়ি গল আৰু টকা ঘটাৰ সুবিধাও কম হ'বলৈ ধৰিলে; কিয়নো চাকৰি কৰা আৰু এই ব্যৱসায়লৈ যোৱা মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ফল স্বৰূপে নিজৰ ভিতৰত হোৱা প্ৰতিযোগিতাৰ পৰা অসুবিধা বৃদ্ধি হল সেইকাৰণে যদিও চৰকাৰী ইংৰাজী শিক্ষাৰ পৰাও খুব আশা কৰিব পৰা নগৈছিল তথাপি ৰাষ্ট্ৰীয় শিক্ষাৰ তুলনাত অৰ্থকৰী হোৱাত চৰকাৰী শিক্ষা এতিয়াও বহুত আগ বঢ়া আছিল। সেইকাৰণে মোৰ মত আছিল যে আমি প্ৰথমে কাৰ্য্যসূচী মতে ল'ৰাবোৰক স্কুল এৰিবলৈ কওঁ আৰু যদি দেখো যে তেওঁলোকৰ সংখ্যা দিনে দিনে বাঢ়ি আহিছে তেন্তে আমাৰ ফালৰ পৰা নতুন বিদ্যালয় আদি খোলাৰ ব্যৱস্থা কৰিম। মই এই কথাও ভাবিছিলোঁ যে বিশ্ববিদ্যালয় খোলাৰ পিচত তাক চলায়ে থাকিব লাগে। আৰু আমি যদি এনে কৰিব নোৱাৰো তেন্তে তাৰ প্ৰভাব ভাল নহ'ব। সেই কাৰণে মই প্ৰথমতে বিদ্যালয় খোলা বা পৰীক্ষা লোৱাৰ পক্ষপাতী নাছিলো।

মই ওপৰত যি কৈ আহিছো তাৰ অৰ্থ এয়ে নহয় যে মই আধুনিক শিক্ষাৰ দোষবোৰ নুবুজিছিলো। মই জানিছিলো আধুনিক শিক্ষা একেবাৰে অকৰ্ম্মন্য। বিদেশী ভাষাত এই শিক্ষা দিয়াৰ কাৰণে ইয়াৰপৰা বহুতো সময় আৰু শক্তিৰ অপচয় হয়। নিজৰ ভাষাত দিয়া শিক্ষাৰ পৰা যি মানসিক বিকাশ হব পাৰে ইয়াৰ দ্বাৰা সেই বিকাশ হব নোৱাৰে। স্পষ্ট কথা যে য'ত শব্দৰ অৰ্থ মনত ৰাখোঁতেই গোটেইখিনি সময় লাগে তেনে স্থলত সেই শব্দ বুজিবলৈ আৰু চিন্তা কৰিবলৈ সময় ক'ত। সেইকাৰণে অন্য একো নহলেও কেৱল এই এটা দোষৰ কাৰণেই ই একেবাৰে অনিষ্টকৰ। বিদেশী ভাষা শিকা আৰু জনা দোষ নহয়;

জনাতো ভাল, আজিৰ পৃথিৱীত যি কোনো এটা ভাষা জনাটো এক ৰকম অনিবাৰ্য্য হৈ পৰিছে। তথাপি ভাষা জানি তাৰপৰা নিজৰ কাম সিদ্ধি কৰা এটা কথা আৰু বিদেশী ভাষাক গোটেই শিক্ষাৰ মাধ্যম কৰি লোৱা অন্য কথা। মই বিদেশী ভাষা মাধ্যম হিচাবে গ্ৰহণ কৰাৰ বিৰোধী, শিক্ষা লাভ কৰাৰ নহয়। মই এই কথা জানিছিলো যে, ইংৰাজ হাকিমৰ আৱশ্যকতা পূৰাবৰ কাৰণেহে এই শিক্ষাৰ আৰম্ভ হয়। এই আৱশ্যকতা আছিল ইংৰাজী লিখা-পঢ়া কৰা দেশীয় লোকৰ, যাৰ সহযোগ ইংৰাজ সকলে নিজৰ কাম চলাবৰ কাৰণে অপৰিহাৰ্য্য বুলি ভাবিছিল। এওঁলোকে এনে কিছুমান ভাৰতীয় লোক বিচাৰিছিল যি দেখা-শুনাত ভাৰতীয়ই কিন্তু নিজৰ মত আৰু মানসিক বিচাৰ ধাৰাত ইংৰাজ। তেওঁলোকে এইটোও বিচাৰিছিল যে তেওঁলোকৰ অফিচৰ কাম চলাবৰ কাৰণে এনেকুৱা সস্তীয়া ভাৰতীয়ৰ সৃষ্টি কৰা হওক যি ইংৰাজী শিকি তেওঁলোকৰ সকলো কাম ইংৰাজীতে কৰি দিয়ে। এই দৰে ইংৰাজ সকলে ভাৰত ভ্ৰমণ কৰিবলৈ তথা ভাৰতীয় সকলৰ ওপৰত ৰাজত্ব চলাবলৈ ভাৰতীয় ভাষাৰ সৈতে পৰিচিত হোৱাৰ আৱশ্যকতা নাথাকিব। সেইকাৰণে শিক্ষাৰ পদ্ধতিও এনে ধৰণে কৰা হৈছিল যাতে বিশেষকৈ সেই আৱশ্যকতা অনুসৰি মানুহ তৈয়াৰ কৰিব পাৰে। অৱশ্যে এনে ধৰণেৰে তৈয়াৰ হোৱা সকলৰ ভিতৰতো এনে কিছুমান মানুহ নিশ্চয় ওলাব যি স্বতন্ত্ৰভাবেও ভাবিবলৈ শক্তি পাব আৰু যি চৰকাৰৰ ওপৰত সম্পূৰ্ণ ভাৰষা নকৰিব। এনে মানুহ যদি ওলায় ওলাবই; কিন্তু শিক্ষা পদ্ধতিৰ মুখ্য উদ্দেশ্য অফিচৰ মানুহ তৈয়াৰ কৰাহে আছিল। আৰু তাৰ ফলো এনেকুৱাই হৈছিল। সেই কাৰণে মই কোনো প্ৰকাৰেই এনে শিক্ষাৰ পক্ষপাতী নাছিলোঁ। বৰং ৰাষ্ট্ৰীয় শিক্ষাত যি অসুবিধা মই দেখিছিলোঁ তাৰ কাৰণে অলপ ভয় কৰি লাহে লাহে আগবাঢ়িব খুজিছিলোঁ। মোৰ আটাইতকৈ ডাঙৰ চিন্তা আছিল যে আৰম্ভ কৰি যি কোনো কাম সোনকালে বন্ধ হৈ যোৱা আৰু কোনো ফল নোপোৱাটোৱেহে মানুহক সদায় নিৰাশ কৰে। সেইকাৰণে কাম যদি অলপমানো হয় তাত ক্ষতি নাই কিন্তু যিহকে কৰা যায় সি ফলপ্ৰদ হ'ব লাগে।

আগতেই কৈ আহিছোঁ যে আমি বিহাৰত পুণাৰ ফাৰ্গুচন কলেজৰ নিচিনা এটা কলেজ খোলাৰ কথা চম্পাৰণতে আলোচনা কৰিছিলোঁ। কিছু টকাও গোটাইছিলো। কিন্তু সেই সিদ্ধান্ত স্থগিত ৰখা হল, কিয়নো

গান্ধীজীয়ে কৈছিল যে চৰকাৰৰ লগত সম্বন্ধ থকা শিক্ষালয় খোলাৰ কোনো লাভ নাই। যদি এনেকুৱা কিবা কৰিবই খুজিছা তেন্তে একেবাৰে নতুন ধৰণেৰে শিক্ষা দিয়াৰ ৰাষ্ট্ৰীয় অনুষ্ঠান খোলা। তেখেতৰ সেই কথাও আমি পাহৰা নাছিলোঁ। সেই কাৰণে অন্তৰত এহাতে ৰাষ্ট্ৰীয় শিক্ষাৰ প্ৰতি ভাবৰ ধাৰা প্ৰৱাহ হৈছিল আৰু আনহাতে অসুবিধাৰ পৰ্ব্বত দেখি মনত সন্দেহ হৈছিল। সেই হেতুকে মই অলপ অপেক্ষা কৰি দেশ আৰু বিশেষকৈ ছাত্ৰসকল অসহযোগৰ ক্ষেত্ৰত কেনেধৰণেৰে আগবাঢ়ে তাক চাই লোৱাটো উচিত বুলি ভাবিছিলোঁ। কিছুমান বন্ধুৱে কৈছিল যে অসহযোগ সফল কৰিবলৈ যেতিয়ালৈকে আমি বিদ্যাৰ্থী সকলৰ সন্মুখত নতুন কোনো অনুষ্ঠান তৈয়াৰ নকৰোঁ তেতিয়ালৈকে তেওঁলোকে চৰকাৰী বিদ্যালয় এৰি থৈ নাহে। সেই কাৰণে বিদ্যাৰ্থী সকলক চৰকাৰী বিদ্যালয়ৰ পৰা আঁতৰাবলৈ আৰু অসহযোগ কৰিবলৈ ৰাষ্ট্ৰীয় বিদ্যালয় অতি আৱশ্যক। মই এনে ধৰণৰ প্ৰলোভন দেখুৱাই অসহযোগ কৰোৱা পছন্দ নকৰিছিলোঁ। মই বিচাৰিছিলোঁ যে ছাত্ৰ সকলক দেশৰ নামত আৰু চৰকাৰী শিক্ষাৰ দোষবোৰ দেখুৱাই দি আঁতৰোৱা ভাল হ'ব। তেওঁলোকে যেতিয়া এনেকৈ সকলো জানি শুনি অসহযোগ কৰিব তেহে তেওঁলোকৰ অসহযোগ টিকি থাকিব পাৰিব। যদি তেওঁলোকে এই ভাবি অসহযোগ কৰে যে তাতো তেওঁলোকে চাকৰি দিব পৰা শিক্ষা পাব আৰু যেই কাৰণে তেওঁলোকৰ কোনো লোকচান নহব তেতিয়া হলে তেওঁলোকৰ অসহযোগ কেতিয়ায় টিকিব নোৱাৰিব। আমাৰ বিদ্যালয়লৈ আহি যেতিয়া দেখিব যে চৰকাৰী বিদ্যালয়ত যিমান সুবিধা পাইছিল সিমান সুবিধা ইয়াত নাই তেতিয়া তেওঁলোক হতাশ হৈ উভতি যাব। মই এনেকুৱা ল'ৰাই অহাটো বিচাৰিছিলো যি এইটো বুজি লব যে এই পথ কণ্টকপূৰ্ণ—ইয়াত কষ্ট আছে আৰু সেই কষ্ট নিজে লবৰ কাৰণে আমি আগবাঢ়ি আহিছোঁ; সেই সুবিধাৰ কাৰণে নহয় যি সুবিধা সহযোগ কৰা সকলে পাব।

এই বিলাক আলোচনা হৈ আছিল আৰু আমি ভাবিয়েই আছিলোঁ। এনেতে মজহৰুল হক্ চাহাবে এটা ৰাষ্ট্ৰীয় বিদ্যালয় খুলি দিলে। তাৰ প্ৰধান অধ্যাপক হল অলপতে বিলাতৰ পৰা এম-এ আৰু বেৰিষ্টাৰী পাছ কৰি ঘূৰি অহা লাট বাবু (শ্ৰীৰাম কিশোৰলাল নন্দকুলিয়াৰ) ডিচেম্বৰৰ আৰম্ভণিতে মৌলানা মহম্মদ আলী আৰু মৌলানা আজাদৰ লগত লৈ গান্ধীজী ভ্ৰমণত ওলাল। তেওঁলোক বিহাৰলৈয়ো আহিছিল।

তেওঁলোকে কাশী হিন্দু বিশ্ববিদ্যালয় আৰু আলিগড় মুচলিম বিশ্ব-বিদ্যালয়তো অসহযোগৰ আহ্বান জনাইছিল। অলপ সফল হৈছিল যদিও সম্পূর্ণ সফল হোৱা নাছিল। এই আহ্বানৰ ফলতে কাশী বিদ্যা-পীঠ আৰু জামে-মিল্লিয়া ( দিল্লী )ৰ জন্ম হয়। বিহাৰলৈ তেওঁলোক অহাত বৰ উৎসাহৰ সৃষ্টি হৈছিল। বিহাৰৰ ছাত্ৰও সেই ঢৌত উটি গ'ল।

## ৩০। পাট্‌না বিশ্ববিদ্যালয়ৰ লগত অসহযোগ

চৰকাৰী শিক্ষাৰ অসহযোগ কৰাৰ অর্থ আছিল কোনো শিক্ষা সম্বন্ধীয় অনুষ্ঠানৰ লগত সম্বন্ধ নৰখা। মই পাট্‌না বিশ্ববিদ্যালয়ৰ ছিনেট আৰু ছিণ্ডিকেটৰ সভ্য আছিলো। বিশ্ববিদ্যালয়ৰ কামত যথেষ্ট অনুৰাগ আছিল। বিশ্ববিদ্যালয়ে এখন কমিটি নিয়োগ কৰিছিল। কলিকতা বিশ্ব-বিদ্যালয় অৱস্থা সম্বন্ধে অনুসন্ধান কৰিবলৈ নিয়োগ কৰা ছেড্‌লাৰ কমিটিৰ ওপৰত ভেটি কৰি পাট্‌না বিশ্ববিদ্যালয়ৰ আৱশ্যকীয় সংস্কাৰৰ পৰামর্শ দিবলৈ এই কমিটিক ভাৰ দিয়া হৈছিল।ময়ো এই কমিটিৰ এজন সদস্য আছিলোঁ। মই যথেষ্ট পৰিশ্ৰম কৰিছিলোঁ। মোৰ বিশেষ যত্ন আছিল যাতে বিশ্ববিদ্যালয়ে অন্ততঃ মেট্ৰিকলেচন পৰীক্ষালৈকে মাতৃ ভাষাক শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰে। এই সম্বন্ধে কমিটিৰ ভিতৰত যথেষ্ট বাদ বিবাদ আছিল এই প্ৰশ্ন ছিনেটলৈ অহাৰ কথা আছিল। ছিনেটৰ বৈঠক নৱেম্বৰ মাহত হব লগা আছিল। মই ভাবিলো যে যদি এই প্ৰস্তাবটো ছিনেটত গ্ৰহণ কৰাব পাৰোঁ তেন্তে ইও ৰাষ্ট্ৰীয় শিক্ষাৰে এটা কাম হব। সেই কাৰণে মই মনে মনে স্থিৰ কৰিলোঁ যে যদিও মই অসহযোগ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলোঁ তথাপি মই ছিনেটৰ বৈঠক নোহোৱালৈকে ছিনেট আৰু ছিণ্ডিকেটৰ পৰা ওলাই নাহোঁ। ছিনেটত এই প্ৰস্তাৱৰ বিৰুদ্ধে প্ৰদেশৰ ডাঙৰ ডাঙৰ মানুহ আছিল বুলি মই জানিছিলোঁ। এতিয়াও মানুহৰ মনত ইংৰাজী ভাষাৰ প্ৰতি এনে এটা মোহ আছিল যে সকলোৰে পৰাই যদি এই ভাষা নপঢ়ে তেন্তে এই ভাষাৰ সম্পূর্ণ জ্ঞান হ'ব নোৱাৰিব আৰু আমাৰ ল'ৰাবোৰ সংসাৰৰ

প্ৰতিযোগিতাত পিচ পৰি থাকিব। যদিও ছেড্‌লাৰ কমিটিয়ে মাতৃভাষাতেই শিক্ষা দিয়াত জোৰ দিছিল তথাপি আমাৰ নিজৰ দেশৰ মানুহেই তাৰ বিৰোধী আছিল।

ছিনেটত মই প্ৰস্তাবটো সমৰ্থন কৰি এটা ওজস্বী বক্তৃতা দিলোঁ। আৰু যুক্তি আদিৰ উপৰিও মোৰ বক্তৃতাত ভাবাবেগৰ মাত্ৰাও যথেষ্ট আছিল। মই যিমান দূৰ বুজিব পাৰিছিলোঁ সকলোৰে ওপৰত মোৰ বক্তৃতাৰ যথেষ্ট প্ৰভাৱ পৰিছিল। মোৰ বিৰোধী সকলৰ ভিতৰত আছিল মিষ্টাৰ চুলতান আহ্‌মদ, মিষ্টাৰ খাজা মহম্মদ নুৰ, জাষ্টিচ জ্বালা প্ৰসাদ, প্ৰফেচাৰ যদুনাথ চৰকাৰ আদি। কোনো কোনোৱে বিৰুদ্ধে বক্তৃতা দিলে, কোনো কোনো মনে মনে থাকিল কিন্তু মত প্ৰকাশ কৰিলে বিৰুদ্ধে। মোক দুজন ইংৰাজে সমৰ্থন কৰিলে—প্ৰফেচাৰ হেমিলট্‌ন আৰু প্ৰফেচাৰ ডিউক। এওঁলোকক মই একো কোৱা নাছিলোঁ আৰু এই বিষয়ে কেতিয়াও কোনো কথা হোৱা নাছিলো। কিন্তু দুয়োজনেই শিক্ষাৰ উপযোগিতাৰ ফালৰপৰা মোৰ প্ৰস্তাৱ জোৰেৰে সমৰ্থন কৰিলে। প্ৰস্তাৱটো সৰহ সংখ্যক ভোটত গৃহীত হ'ল। ছিনেটে এইদৰে পৰামৰ্শ দিলে যে মেট্ৰিকুলেচন পৰীক্ষালৈকে মাতৃ ভাষাত শিক্ষা দিব পৰাকৈ বিশ্ববিদ্যালয়ৰ নিয়ম সংশোধন কৰিব লাগে। এই প্ৰস্তাৱ গ্ৰহণ কৰোৱাই মই বৰ আনন্দ পালোঁ। কিন্তু ছিনেটৰ বৈঠক শেষ হোৱাৰ লগে লগেই ছিনেট আৰু ছিণ্ডিকেটৰ সভ্য পদৰ পৰা ইস্তফা দিলোঁ।

সেই সময়ত চাৰ 'হৰিলেও লিমেজৰৰ' গৱৰ্ণৰৰ কাউন্সিলৰ এজন সভ্য আছিল। তেওঁ ছিনেটৰো সভ্য আছিল। শুনিবলৈ পালোঁ যে মই ইস্তফা দিয়াৰ কাৰণে তেওঁ বেয়া পাইছিল কিয়নো তেওঁ জানিছিল যে মই বিশ্ববিদ্যালয়ৰ কাৰণে ভাল কাম কৰি আছিলো। মোক বিশ্ব-বিদ্যালয়ৰ লগত কোনো প্ৰকাৰে অসহযোগ কৰিবলৈ নিদিবৰ কাৰণেই তেওঁৰ অনুমতি লৈ বহুতো চৰকাৰী সভ্যই মোৰ সেই প্ৰস্তাৱৰ সপক্ষে ভোট দি গ্ৰহণ কৰোৱাইছিল। এই কাম মই ইস্তফা দিয়াৰ পিচতহে জানিব পাৰিলো। ইস্তফা তুলি লবৰ কাৰণে মোক জোৰো কৰিছিল কিন্তু মই ইস্তফা তুলি নললো। মই ভাবিলো যে এহাতে ৰাষ্ট্ৰীয় শিক্ষা প্ৰচাৰ কৰা—চৰকাৰী শিক্ষাৰ দোষ দেখুওৱা আৰু ছাত্ৰ সকলক চৰকাৰী বিদ্যালয়ৰ পৰা ওলাই আহিবলৈ উদগোৱা আৰু আনহাতে চৰকাৰী শিক্ষাৰ লগত সম্বন্ধ ৰখা সৰ্ব্বোচ্চ সংস্থাৰ (বিশ্ববিদ্যালয়ৰ) সভ্য হৈ

থকা পৰস্পৰ বিৰোধী কথা। এইটো একেবাৰে ভুল পথ ; সেই কাৰণে ইস্তফা তুলি লবলৈ মই মান্তি নহলোঁ।

যদি মই বিশ্ববিদ্যালয়ত থাকিলোঁহেতেন তেন্তে যি প্ৰস্তাবটো মই ইমান পৰিশ্ৰম কৰি ছিনেটত গ্ৰহণ কৰাইছিলোঁ সেই প্ৰস্তাৱ কাৰ্য্যত পৰিণত কৰাতো হয়তো কৃতকাৰ্য্য হলোঁহেতেন। সেই বিষয়ে নিশ্চয় কৈ আজি কোনো কথা কোৱা সম্ভৱপৰ নহয়। কিন্তু দুখৰ বিষয় যে ছিনেটৰ সিদ্ধান্তৰ পিচতো সেই অনুসৰি কাম কৰা নহ'ল। প্ৰায় কুৰি বছৰলৈ ইংৰাজী শিক্ষাৰ মাধ্যম হৈ থাকিল। অলপতে ইংৰাজী আৰু গণিত বাদ দি বাকী বিষয়ৰ শিক্ষা আৰু পৰীক্ষাৰ মাধ্যম মাতৃ ভাষা হৈছে। এই কুৰি বছৰত দেশৰ পৰিস্থিতিৰ কিমান পৰিবৰ্ত্তন হ'ল তাক তেওঁলোকেই হে জানে যি কুৰি বছৰৰ আগতে ৰাজহুৱা হিতকৰ কামত ভাগ লৈছিল আৰু আজিও লয়। বিশ্ববিদ্যালয়েও শেষত এই আৱশ্যকীয় সংস্কাৰ বেছি দিন বাধা দি ৰাখিব নোৱাৰিলে। কুৰি বছৰৰ পিছত তেওঁলোকেও ইয়াক স্বীকাৰ কৰি ল'লে।

## ৩১। বিহাৰ বিদ্যাপীঠ আৰু সদাকত আশ্ৰম

কলিকতাত অসহযোগ প্ৰস্তাৱ পাছ হোৱাৰ লগে লগে মই কাউন্সিলৰ প্ৰাৰ্থীত্ব ত্যাগ কৰিলোঁ। নবেম্বৰ মাহত নিৰ্ব্বাচন হবলগীয়া আছিল। সেই কাৰণে সৰ্ব্বপ্ৰথম এই কামতে জোৰ দিয়া আৱশ্যক বুলি বিবেচনা কৰা হৈছিল। আমি বিহাৰত বহুত কাগজ ছপালোঁ। তাৰ দ্বাৰা জনতাক অনুৰোধ কৰা হৈছিল যে এই নিৰ্ব্বাচনত যি সকল প্ৰাৰ্থী ঠিয় দিব তেওঁলোকক যেন কোনেও ভোট নিদিয়ে। কোনো কোনোৱে ভ্ৰমণো কৰিলে আৰু ঠায়ে ঠায়ে সভা পাতি মানুহক সেই কথা কৈও দিলে। মযো কিছু ভ্ৰমণ কৰিছিলো। মনত পৰে যে কাতি মাহৰ পূৰ্ণিমাৰ মেলাত মই দৰৌলীলৈ (সাৰণ জিলা) গৈছিলোঁ। তাত হোৱা সভাত মই বক্তৃতা দিছিলোঁ। আমাৰ ইচ্ছা আছিল আৰু আমি আশা কৰিছিলো যেন কোনো প্ৰাৰ্থী ঠিয় নহয় ; কিন্তু এই কাৰ্য্যত আমি সফল হব নোৱাৰিলোঁ। সকলো ঠাইতে প্ৰাৰ্থী ঠিয় হ'ল। কিছুমান জিলা-

প্ৰতিদ্বন্দিতাই নিৰ্ব্বাচিত হ'ল। কিন্তু য'ত ভোট গ্ৰহণ হৈছিল তেনে ঠাইত খুব কম সংখ্যাক জনতাই ভোট দিলে। মোৰ মনেৰে বিহাৰত শতকৰা বিশ পঁচিশ জনতকৈ অধিক ভোটাৰে ভোট দিয়া নাছিল।

ডিচেম্বৰ মাহত যেতিয়া মহাত্মাজী বিহাৰ ভ্ৰমণৰ কাৰণে আহে ঠিক তাৰ কিছুদিন আগতে বিহাৰত এটা ঘটনা ঘটে যিটোৰ সম্বন্ধে আলোচনা শেষ কৰি গান্ধীজীয়ে কেইবা ঠাইতো পাঠশালা খুলিছিল। ইয়াৰ উপৰিও সেই জাগৰণৰ ফল প্ৰদেশৰ কেইবা ঠাইতো বিভিন্ন ৰূপত দেখিবলৈ পোৱা গৈছিল। এই জাগৰণক হ'মৰুল আন্দোলনে যথেষ্ট সহায় কৰিছিল। ইয়াৰ এটা ৰূপ এই আছিল যে য'তে ত'তে কিষাণ সভা স্থাপন হ'ল আৰু এই সভাবোৰৰ যোগেদি জমিদাৰৰ বিৰুদ্ধে কৃষকৰ অভিযোগ প্ৰকাশ কৰিবলৈ ধৰিলে। চম্পাৰণতো এখন কিষাণ সভা স্থাপন হ'ল আৰু এই সভাই কিষাণ সকলক সহায় কৰা নিজৰ কৰ্ত্তব্য বুলি ভাবিছিল। আনহাতে নতুন নিয়ম অনুসৰি এই কথা স্পষ্ট হল যে জনতাই কিছু ভোতাধিকাৰ পাব আৰু কাউন্সিলৰ নিৰ্ব্বাচনত কৃষকে অংশ গ্ৰহণ কৰিব। এই সভাত কিষাণ সভাৰ উৎসাহ বাঢ়িল। জমিদাৰ সকলেও কিছু ভয় খালে। তেওঁলোকে ভাবিবলৈ ধৰিলে যে তেওঁলোকেও এনে সংগঠন কৰিব যাৰ দ্বাৰা নতুন আইনমতে হব লগা নিৰ্ব্বাচনত সফলতাৰে অংশ গ্ৰহণ কৰিব পাৰে। তেওঁলোকে নীল খেতিয়ক সকলৰ লগত এক আপোচ কৰিলে আৰু নীল খেতিয়ক—জমিদাৰ সংস্থা স্থাপন কৰিলে। ইয়াৰ দ্বাৰা শিক্ষিত লোক আৰু কৃষক সকলৰ মাজত হুলস্থুল লাগিল আৰু কিছু ৰোষ সৃষ্টি হল। সেই সময়ৰ বাতৰি কাকত চালে দেখা যাব যে সেই সংগঠনৰ বিৰুদ্ধে শিক্ষিত সকলেও মূৰ ডাঙি উঠিছিল। বিহাৰ প্ৰাদেশিক ৰাজনৈতিক সন্মিলনত খোলাখুলি ভাবে প্ৰতিদ্বন্দিতাৰ কথা কোৱা হ'ল। মুজফৰ্‌পুৰত এই সংস্থাৰ জন্ম হৈছিল। কিন্তু অন্যান্য ঠাইতো ইয়াৰ শাখা স্থাপন হৈছিল। দাৰভাঙ্গাৰ মহাৰাজাধিৰাজ এই সংস্থাৰ সভাপতি আছিল।

এই সময়তে শ্ৰীৰামৰক্ষ ব্ৰহ্মচাৰীয়ে চম্পাৰণ জিলাৰ বেতিয়া চাব্‌ ডিভিজনৰ 'মচৰ গাৱঁা' গাঁৱলৈ গৈ কাম আৰম্ভ কৰে। তেওঁ স্থায়ী ভাবে গাওঁ সংগঠনৰ কাম কৰিব খুজিছিল। তাৰ মানুহেও তেওঁৰ লগত উৎসাহেৰে সহযোগ কৰিছিল। বহুতো স্বেচ্ছাসেৱক কাম কৰিবলৈ সাজু আছিল। তেওঁ তাত যিহকে কৰিছিল মোৰ পৰামৰ্শ মতে কৰিছিল। বেতিয়া মই তালৈ এবাৰ গলোঁ। তাৰ সংগঠন দেখি মই বৰ

আনন্দিত হলোঁ। নিজৰ ভিতৰৰ কাজিয়া পেচাল মিত-মাত কৰা, সৰু সৰু লৰা ছোৱালীৰ কাৰণে পাঠশালা খোলা, গাৱঁৰ চাফাই, কৃষকৰ অভিযোগ দূৰ কৰাৰ চেষ্টা—এয়ে পঞ্চায়ত বিলাকৰ প্ৰধান কাম আছিল। তাত এখন আশ্ৰম খুলিলে তাৰ খৰচ জনতাই মুষ্টিভিক্ষা কৰি গোটালে। সংগঠনৰ কাম ভালভাৱে চলিছিল। মানুহৰ মনত উৎসাহো যথেষ্ট আছিল। পুলিচ আৰু নীল খেতিয়কসকলে এনে সংগঠন ভাল নেপাইছিল। বিশেষকৈ পুলিচে। কিয়নো তাত তেওঁলোকৰ ঠগ-বাজী চলিব নোৱাৰিছিল। এই এলেকাত পুলিচে এটা ডাঙৰ কাণ্ড কৰি পেলালে।

এটা মানুহে কাৰোবাৰ বিৰুদ্ধে দাৰোগাৰ ওচৰত আপত্তি কৰিলে। য'ত এই ঘটনা হৈছিল তাৰ ওচৰতেই এখন গাৱঁত দাৰোগাই অন্য এটা মোকৰ্দ্দমাৰ অনুসন্ধান কৰি আছিল। তেওঁ পুলিচৰ চিপাহী আৰু গাৱঁৰ দফাদাৰক যি মানুহটোৰ বিৰুদ্ধে আপত্তি কৰিছিল তাক আৰু অন্য কিছুমান মানুহৰ সৈতে ধৰি আনিবলৈ হুকুম দিলে। তেওঁলোকে যাবলৈ অস্বীকাৰ কৰিলে। জোৰ কৰাতো তেওঁলোক নগ'ল। দাৰোগাৰ খং উঠিল। ঘটনাৰ বিবৰণ ইয়াত দিয়া অনাৱশ্যক। দাৰোগাই জিলাৰ সদৰ ঠাইৰ পৰা মিলিটেৰী-পুলিচ মতাই অনালে। কেইবাখনো গাওঁ পুৰণি ৰীতি অনুসৰি লুট কৰালে। মানুহবোৰক বৰ অত্যাচাৰ কৰিলে। আনকি তিৰোতা মানুহো সাৰিব নোৱাৰিলে। ব্ৰহ্মচাৰী ৰামৰক্ষৰ লগৰীয়া শ্ৰীধ্বজাপ্ৰসাদ, শ্ৰীৰামবিনোদ সিংহ আৰু শ্ৰীমনোৰঞ্জন প্ৰসাদে তাৰ অত্যাচাৰৰ কথা বাতৰি কাকতত প্ৰকাশ কৰি দিলে। ৰামৰক্ষকক গ্ৰেপ্তাৰ কৰিলে। বিহাৰ প্ৰাদেশিক কমিটিয়ে তদন্তৰ কাৰণে শ্ৰীমজ্‌হৰুল হক্ চাহাবৰ নেতৃত্বত এটা কমিটি গঠন কৰিলে। সেই কমিটিয়ে জনতাৰ অভিযোগ সত্য বুলি ডাঙি ধৰিলে আৰু চৰকাৰৰ বং সনা কথা মিছা বুলি প্ৰমাণ কৰিলে।

গান্ধীজী বিহাৰ আহি পোৱাৰ সময়ত এই আন্দোলন জোৰেৰে চলি আছিল। তেখেত চম্পাৰণলৈ যাওঁতে ঘটনাস্থলীলৈও গ'ল। সেই গাওঁবোৰৰ মানুহবোৰৰ সৈতেও তেখেতৰ দেখা হ'ল। এই যাত্ৰাত গান্ধীজীৰ অহিংসাৰ এনে এটা ব্যাখ্যা দিলে যিটো আজিও মানুহক য'তে ত'তে বুজাব লাগে। তেখেতে কৈছিল "পুৰুষ সকলে তিৰোতা আৰু ঘৰ দুৱাৰ এৰি পলাই গৈ বৰ কাপুৰুষালি দেখুৱালে। তেওঁলোকৰ কৰ্ত্তব্য আছিল প্ৰাণ দি সেইবোৰ ৰক্ষা কৰা। কিন্তু যদি তেওঁলোকৰ ভিতৰত এনেদৰে হাত

নোতোলাকৈ মৰিবৰ শক্তি নাছিল তেন্তে যেনেকৈয়ে নহওক তেওঁলোকক বাধা দিব লাগিছিল। নিজৰ কৰ্ত্তব্যত অটল থাকি হাত নোতোলাকৈয়ে মৰি যোৱাই প্ৰকৃত অহিংসা; কিন্তু ভয়ত পলাই যোৱাটো বৰ হিংসা। পলাই যোৱাতকৈ হাতত যিহকে পায় তাৰে সৈতে বাধা দিয়া বেচি ভাল।" মই এই কথা গান্ধীৰ শব্দত কোৱা নাই; এয়া মাত্ৰ সাৰাংশহে। ব্ৰহ্মচাৰী ৰামৰক্ষ আৰু অন্যৰ ওপৰত যি মোকৰ্দ্দমা হৈছিল সি কেইবা মাহো দাখিল কৰা অৱস্থাতে থাকিল। শেষত সকলো মিছা প্ৰমাণ হ'ল। সকলোৱেই খালাচ পালে।

মহাত্মাজীৰ ভ্ৰমণৰ কাৰণে আন্দোলন শক্তিশালী হৈ উঠিল। কাউঞ্চিলৰ নিৰ্ব্বাচন শেষ হৈছিল। এতিয়া স্কুল কলেজৰ পৰা ছাত্ৰ উলিয়াই অনাত বেচি জোৰ দিয়া হৈছিল। আমিও এটা ৰাষ্ট্ৰীয় মহাবিদ্যালয় (কলেজ) খোলাৰ সিদ্ধান্ত কৰিলোঁ। পাটনা-গয়া ৰ'ডত এটা ঘৰ ভাড়ালৈ লৈ এটা কলেজ খোলা হ'ল। মই যিটো ঘৰত আছিলোঁ তাৰ ওচৰতে এই ঘৰটোও আছিল। মই ভাবিলো যে ওকালতি এৰি দিলোঁ যেতিয়া এতিয়া নিজৰ কাৰণে ভাড়ালৈ ঘৰ ৰখা অনাৱশ্যক। মাহে ১৫০ টকাৰ এই খৰচ বন্ধ কৰা উচিত। সেই কাৰণে মই নিজৰ ঘৰ এৰি দিলোঁ। মহাবিদ্যালয়ত গৈ থাকিবলৈ ললোঁ। আইনৰ কিতাপবোৰ মোৰ বন্ধু শম্ভুশৰণ বৰ্মাৰ লগত থৈ দিলোঁ। সেই কিতাপ তেওঁৰ লগতে তেওঁৰ গোটেই জীৱন থাকিল। তেওঁৰ অকাল মৃত্যুত সেই কিতাপবোৰ অন্য এজন বন্ধুৰ ওচৰ পালেগৈ আৰু সি আজিও তেওঁৰ কামত লাগিছে।

পাটনাৰ ইঞ্জিনিয়াৰিং কলেজৰ ছাত্ৰ সকলৰ প্ৰিন্সিপেলৰ লগত কিবা কথাৰ মতভেদ হ'ল। ছাত্ৰ সকলে হৰতাল কৰিলে। একেলগে শোভা-যাত্ৰা কৰি ফ্ৰেজাৰ ৰ'ডৰ চিকন্দৰ মঞ্জিলত থকা শ্ৰীমজহৰুল হক্ চাহাবৰ ওচৰ পালেগৈ। তেওঁলোকে ক'লেগৈ যে তেওঁলোকে স্কুল এৰি দিলে এতিয়া তেওঁলোকক ঠাই দিব লাগে। মজহৰুল চাহাব বৰ ভাবুক আৰু নিৰ্ভীক ব্যক্তি আছিল। তেওঁৰ ত্যাগৰ শক্তিও আছিল অসীম। সেই সময়ত তেওঁ বৰ আৰামত সেই ডাঙৰ ঘৰটোত আছিল। নিজৰ কাৰণে আৰু এটা ঘৰ কৰাই আছিল। সকলো এৰি লৰাবোৰক লগত লৈ পাট্না-দানাপুৰ ৰাস্তাত থকা এখন উদ্যানলৈ গুচি গ'ল। তাত তেওঁৰ এজন পৰিচিত বন্ধুৰ এটা সৰু ঘৰ আছিল। তাতে থাকিবলৈ ললে। জাৰৰ দিন আছিল আৰু খুব ঠাণ্ডা পৰিছিল। সেই ঠাইডোখৰ গঙ্গাৰ ওচৰত হোৱাৰ কাৰণে অলপ বেচি ঠাণ্ডা আছিল। ঘন বাগিচাৰে বেঢ়ি থকাৰ

কাৰণে তাৰ মাটি অলপ সেমেকাও আছিল। তথাপি মজহৰুল হক্ চাহাবে কিছুদিন সেই সৰু ঘৰটোতে থাকিল। লাহে লাহে তালপাতৰ কিছুমান সৰু সৰু জুপুৰিও হৈ উঠিল। লৰাবোৰেও কষ্টৰ কথা নাভাবি বৰ উৎসাহেৰে তেওঁৰ লগত থাকিবলৈ ধৰিলে। সেই ঠাইৰ নাম তেওঁ "সদাকত আশ্ৰম" ৰাখিলে। অলপদিনৰ ভিতৰতে সেই নিৰ্জ্জন ঠাইখন, য'ত ৰাতি ন-বজাৰ পিচত পথিকৰ অহা-যোৱা বিপদ-সঙ্কুল বুলি গণ্য কৰা হৈছিল, জনমুখৰ হৈ পৰিছিল। তাত এটা যঁতৰৰ কাৰখানা খোলা হল। সকলো লৰাই যঁতৰ সাজিবলৈ লাগি গ'ল। লাহে লাহে হক্ চাহাবে নিজৰ পইচাৰে ঘৰ সাজিবলৈ আৰম্ভ কৰিলে। অন্য কিছুমান ল'ৰা গৈয়ো তেওঁৰ লগত থাকিবলৈ ললে। তেওঁ নিজে তাতে আছিল, ল'ৰাবোৰক পঢ়াইছিল আৰু ল'ৰাই খোৱা মোটা ভাত খাইছিল। ল'ৰাবোৰৰ সৰহ ভাগেই হিন্দু আছিল। হক্ চাহাবে তেওঁৰ নিজৰ অন্তৰত কোনো প্ৰকাৰ হিন্দু-মুছলমানৰ ভেদা-ভেদ ভাব আছিল বুলি যাতে কোনো লৰাই নাভাবে তাৰ কাৰণে চিন্তা কৰিছিল। সেই কাৰণে তেওঁ সকলোকে একে বুলি ভাবিছিল। ল'ৰায়ো তেওঁক পিতাৰ নিচিনা পূজনীয় বুলি মানিছিল আৰু তেওঁৰ ওপৰত তেনে বিশ্বাসো ৰাখিছিল।

এই সম্পৰ্কে এই খিনিতে এটা কথা উল্লেখ কৰা ভাল হ'ব। এই কথাৰ পৰাই সেই মহান ব্যক্তিৰ সৰল ভাবৰ পৰিচয় পোৱা যাব। হক্ চাহাবৰ লগত এটা খুব দুখীয়া মুচলমান পৰিয়ালৰ লৰা আছিল। তেওঁ দেখিলে যে ল'ৰাটো পঢ়াত চোকা। মুচলমান হৈয়ো ল'ৰাটোৱে হিন্দী আৰু সংস্কৃত পঢ়িছিল। এই কথাই তেওঁৰ অন্তৰত প্ৰীতিৰ উদয় কৰিছিল। ল'ৰাটোৱে কলেজৰ প্ৰথম কি দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়িছিল; নাম আছিল মহম্মদ খলীল। হক্ চাহাবে তেওঁক বৰ ভাল পাইছিল। অসহযোগ হোৱাৰ লগে লগে তেওঁ কলেজ এৰি দিলে। হক্ চাহাবৰ লগতে তেওঁ ঘৰ এৰি সদাকত আশ্ৰমত গৈ থাকিবলৈ ল'লে। এবছৰ ডেৰ বছৰৰ পিচত হক্ চাহাবে তেওঁক আশ্ৰমৰপৰা উলিয়াই দিলে। মহম্মদ খলীলেও আহি মোক ক'লে, তেওঁৰ খং উঠিল আপুনি কৈ মেলি তেওঁক শান্ত কৰি দিয়ক। হক্ চাহাবে মোক সদায় কৃপা কৰি আহিছিল। তেওঁ মোক অন্তৰৰ সৈতে মৰম কৰিছিল। সেই কাৰণে মই মহম্মদ খলীলৰ সম্বন্ধে তেওঁক কলোঁগৈ। সেই সময়ৰ ভিতৰতে মহম্মদ খলীল গোটেই বিহাৰতে বিখ্যাত হৈ উঠিছিল। তেওঁ অসহযোগ আৰম্ভ হোৱাৰ লগে লগে এটা ৰাষ্ট্ৰীয় ভজন ৰচনা কৰিলে আৰু সেই ভজনটো সেই

সময়ত খুব প্ৰচলিত হৈছিল। বাস্তৱিকতে সেই গান বৰ সুন্দৰ, হৃদয়গ্ৰাহী আৰু মৰ্ম্মস্পৰ্শী আছিল। গানটোৰ আৰম্ভনি আছিল—"ভাৰত জননী, তেৰী জয় তেৰী জয় হো"। সেই দিনত এনে কোনো সভা হোৱা নাছিল য'ত সেই গানটো উৎসাহেৰে সৈতে গোৱা নহৈছিল।

মই যেতিয়া হক্ চাহাবক কলোঁ যে মহম্মদ খলীলৰ যদি কিবা দোষ হৈছে তেন্তে ক্ষমা কৰি দিয়ক। তেতিয়া তেওঁ মোক খুব দুখেৰে সৈতে ক'লে —"মই কেতিয়াও তোমাৰ কথা নেপেলাও কিন্তু এইবাৰ মই নিৰুপায়। খলীলে কিমান বেয়া কাম কৰিছে তুমি নাজানা সেই কাৰণে তুমি তাৰ হৈ এই কথা কৈছাহি। মই যিটোকে জীৱনৰ মুখ্য উদ্দেশ্য কৰি ললো, যিহৰ কাৰণে আজিলৈকে সকলোবোৰ কৰি আহিছোঁ আৰু আজি ফকীৰ হৈ পৰিলোঁ তাতে সি আঘাত কৰিছে। মই আজিলৈকে গোটেই জীৱন হিন্দু-মুছলমানৰ একতাৰ কাৰণে কাম কৰি আহিছোঁ আৰু তাতে আজিও লাগি আছোঁ। আশ্ৰমত থাকি সি হিন্দু ল'ৰাৰ সৈতে এনে ব্যৱহাৰ কৰিলে যাৰ কাৰণে যিবোৰ ল'ৰাই মোৰ ওপৰত বিশ্বাস ৰাখি মৰমৰ পাশত আবদ্ধ হৈ মোৰ ওচৰলৈ আহিল সিহঁতৰ মনত হিন্দু-মুছলমান ভেদ-ভাবৰ সৃষ্টি হ'ল। সি মোৰ গোটেই জীৱনত কৰা কাম নষ্ট কৰিবলৈ চেষ্টা কৰিছে। সি লৰাবোৰক মুছলমান কৰিবলৈ যত্ন কৰিছে। মই সকলো ক্ষমা কৰিব পাৰোঁ; কিন্তু এইদৰে ইচ্লাম ধৰ্ম্মৰ নামত বিশ্বাসী ল'ৰাবোৰৰ লগত বিশ্বাসঘাতকতা কৰা কেতিয়াও সহ্য কৰিব নোৱাৰোঁ। এতিয়া মই বুজিব পাৰিছোঁ নিজৰ উদ্দেশ্য সিদ্ধি কৰিবৰ কাৰণেহে সি হিন্দী আৰু সংস্কৃত পঢ়িলে। এদিন সি হিন্দু-মুছলমান কাজিয়াবো সৃষ্টি কৰি দিব। মই তাক কেতিয়াও আশ্ৰমত থাকিবলৈ নিদিওঁ।"

কিছুদিনৰ পিছত "খলীল দাস" নামেৰে বিখ্যাত হোৱা খলীল, সেই মহম্মদ খলীলেই। কেইবা ঠাইতো হিন্দু-মুস্লিম বিভেদৰ কাৰণে সংগঠন গঢ়ি তোলা বুলিয়েই জনতাই এওঁৰ কথা জানে। কাজিয়া মাৰপিটৰ ৰূপত ইয়াৰ অতি বেয়া ফল দেখিবলৈ পোৱা গৈছিল। এই কটা-মৰাত বহুতো হিন্দু মুছলমানে প্ৰাণ দিলে। যেতিয়া কেইবা বছৰমানৰ মূৰত তেওঁৰ সম্বন্ধে এনে কথা শুনিবলৈ পালোঁ তেতিয়া মোৰ মনলৈ আহিল হক্ চাহাবৰ ভৱিষ্যৎ বাণী। তেওঁৰ সেই কথা সেই মৰ্ম্মভৰা শব্দ আৰু এবাৰ কাণত বাজি উঠিল।

ৰাষ্ট্ৰীয় মহাবিদ্যালয় খোলা হ'ল। মোক তাৰ প্ৰিন্সিপেল কৰিলে। তাৰ অধ্যাপক সকলৰ ভিতৰত সেই সময়ৰ বিহাৰৰ নেচনেল কলেজৰ

(পাট্‌না) ইংৰাজীৰ অধ্যাপক শ্ৰীবদ্‌ৰীনাথ বৰ্মা, পাটনা কলেজৰ সংস্কৃতৰ অধ্যাপক শ্ৰীজগন্নাথ প্ৰসাদ এম-এ কাব্য-তীৰ্থ, ভাগলপুৰৰ টি-এন জুবিলী কলেজৰ ফিলচফীৰ অধ্যাপক শ্ৰীপ্ৰেম সুন্দৰ বসুৱে নিজ নিজ পদ ইস্তফা দি এই মহাবিদ্যালয়ত যোগ দিলেহি। এওঁলোকৰ বাহিৰেও শ্ৰীজগৎ নাৰায়ণ লাল, শ্ৰীৰামচৰিত্ৰ সিংহ, শ্ৰীআব্দুল বাৰী আদিও আহিল। কলেজৰ যিবোৰ লৰাই পঢ়িবলৈ বিচাৰিলে আমি তেওঁলোকক পঢ়াবলৈ আৰম্ভ কৰিলোঁ। এতিয়া যিবিলাক বিষয় চৰকাৰী কলেজত পঢ়োৱা হয় প্ৰায় সেই বিলাক বিষয়কেই পঢ়োৱা হ'ল। যি টকা চম্পাৰণ ভ্ৰমণত মহাবিদ্যালয়ৰ কাৰণে গোটোৱা হৈছিল ইয়াতে খৰচ কৰিবলৈ লোৱা হ'ল।

ইফালে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ সময় ওচৰ চাপি আহিল। কেইজন-মান বন্ধুৰ, বিশেষকৈ মৌলবী চফী ডাউদীৰ ইচ্ছা আছিল যে আমি চৰকাৰী পৰীক্ষা দিব নোখোজা ল'ৰাবোৰৰ পৰীক্ষাও ল'ব লাগে। সেইকাৰণে পৰীক্ষাৰ ব্যৱস্থা কৰাও আৱশ্যক হৈ পৰিল। মহাত্মা গান্ধীয়েও বিহাৰৰ পৰা যোৱা সময়ত কৈ গৈছিল যে বিহাৰতো বিদ্যাপীঠ হ'ব লাগে। মই আমাৰ হাতত টকা নাই বুলি কোৱাত তেওঁ কৈছিল, চিন্তা নকৰিবা, যদি কাম ঠিকমতে হয় তেন্তে টকাৰ নাটনি নপৰে। যেতিয়া নাগপুৰ কংগ্ৰেছৰ পিচত তেখেত দ্বিতীয়বাৰ বিহাৰ ভ্ৰমণ কৰিবলৈ আহিছিল তেতিয়া ঝৰিয়াত ৫০।৬০ হাজাৰ টকা তুলি মোলৈ টেলিগ্ৰাম কৰিলে—পাটনালৈ গৈছো, বিদ্যাপীঠ উদ্‌ঘাটন কৰাৰ ব্যৱস্থা কৰা। যি ঘৰটোত আমি মহাবিদ্যালয় খুলিছিলো তাতে আহি তেখেতে বিদ্যাপীঠ উদ্‌ঘাটন কৰিলে। আমি নিয়মতে ছিনেট আদি গঠন কৰি ললো আৰু পাঠ্যক্ৰম প্ৰস্তুত কৰাত লাগি গলো।

এই সকলো দেখি চৰকাৰী কলেজত পঢ়া ল'ৰাৰ ভিতৰতো খুব উৎসাহ উদ্যমৰ সৃষ্টি হ'ল। এদিন ৫০।৬০ টা মান লৰাই শোভাযাত্ৰা কৰি পাট্‌না কলেজ আৰু চায়েন্স কলেজ এৰি পোনে পোনে পাট্‌না-গয়া ৰ'ডত থকা আমাৰ মহাবিদ্যালয়লৈ আহিল। তাৰ ভিতৰত পাট্‌না বিশ্ববিদ্যালয়ৰ অতি ভাল ভাল লৰাও আছিল। কিছুমান বৈ গ'ল আৰু তেওঁলোক আজি গোটেই প্ৰদেশতে পিৰ্চৰতি হৈ আছে। তেও-লোকক আজি প্ৰদেশৰ মুখ্যলোক সকলৰ ভিতৰত গণ্য কৰা হয়। কিছুমানে কিছুদিনলৈ কাম কৰিলে, কিন্তু আন্দোলন যেতিয়া অলপ চেঁচা পৰিলে তেতিয়া চৰকাৰী কলেজলৈ তেওঁলোক আকৌ উভতি

গ'ল। তাৰপৰা তেওঁলোকে ভালকৈ পাছু কৰি চৰকাৰী চাকৰিলৈ গুচি গ'ল। আজি তেওঁলোকে উচ্চ পদ লৈ চৰকাৰী কাম কৰি আছে। কিছুমানতো সোনকালেই উভতি গ'ল আৰু আগৰ নিয়মমতে নিজৰ কাম কৰিবলৈ ধৰিলে।

## ৫২। পূৰ্ণতঃ অসহযোগ

চাৰি ধৰণৰ বৰ্জ্জনৰ কাৰ্য্যসূচী অসহযোগ আন্দোলনৰ মূল অঙ্গ আছিল—(১) চৰকাৰী উপাধি আৰু খিতাপ এৰা, (২) চৰকাৰী শিক্ষা অনুষ্ঠানৰ লগত সম্বন্ধ ত্যাগ কৰা, যাৰ অৰ্থ আছিল তেনে অনুষ্ঠানত নিজে শিক্ষা গ্ৰহণ নকৰা আৰু নিজৰ ল'ৰাছোৱালীক তেনে অনুষ্ঠানত শিক্ষা লবলৈ নিদিয়া, (৩) কাউন্সিললৈ নোযোৱা আৰু তাৰ পৰা কোনো প্ৰকাৰৰ অনুগ্ৰহ লাভ নকৰা, (৪) চৰকাৰী আদালতৰ লগত সম্বন্ধ ত্যাগ কৰা অৰ্থাৎ তাত মোকৰ্দ্দমা দাখিল নকৰা আৰু ওকালতি, মোক্তাৰী অথবা চাকৰি নকৰা। আশা কৰা হৈছিল যে আমাৰ প্ৰত্যেকেই এই চাৰিটা কথাৰ লগত যাৰ যি সম্বন্ধ আছে তাক সম্পূৰ্ণৰূপে পালন কৰিব। মই কোনো খিতাপ বা উপাধি পোৱা নাছিলোঁ। কিন্তু মোৰ ককাইদেৱে ক'অপাৰেটিভ চোছাইটি স্থাপন কৰাত আৰু তাত লগাৰ কাৰণে 'ৰায়চাহাব' খিতাপ পাইছিল। মই তেওঁক কেতিয়াও খিতাপ এৰিবলৈ কোৱা নাছিলোঁ। কিন্তু তেওঁ নিজেই নাগপুৰ কংগ্ৰেছৰ কিছুদিনৰ পিচত সেই খিতাপ ওলোটাই দিলে। এই কথা এইদৰে হবলৈ পালে: যেতিয়া অসহযোগ আন্দোলন শক্তিশালী হৈ উঠিল তেতিয়া বিহাৰ-উৰিষ্যা চৰকাৰৰ চেক্ৰেটৰী মিষ্টাৰ হেলেট (যি এতিয়া যুক্তপ্ৰদেশৰ গৱৰ্ণৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰিছে) এখন চাৰ্কুলাৰ প্ৰকাশ কৰি ক'লে যে মিউনিচিপেলিটি আৰু ডিষ্ট্ৰিক্ট ব'ৰ্ডো এক প্ৰকাৰ চৰকাৰৰ অঙ্গ; সেইকাৰণে তাৰ সভ্য আৰু কৰ্ম্মচাৰীয়ে কোনো প্ৰকাৰে অসহযোগত ভাগ ল'ব নোৱাৰে। এই চাৰ্কুলাৰে মানুহৰ মনত আৰু বেচি ক্ষোভৰ সৃষ্টি কৰিলে। মোৰ ককাইদেউ সেই সময়ত ছাপ্ৰা মিউনিচিপেলিটিৰ ভাইচচেয়াৰমেন আৰু অনাৰেৰী মেজিষ্ট্ৰেট আছিল।

তেওঁ নিজৰ খিতাপ ঘূৰাই দিলে। মেজিষ্ট্ৰেট কামৰ পৰাও ইস্তফা দিলে। লগতে তেওঁ এইটোও স্পষ্টভাৱে ক'লে যে যেহেতু তেওঁ ৰাইজৰ দ্বাৰা নিৰ্ব্বাচিত সেই কাৰণে ভাইচ চেয়াৰমেনৰ পদৰ পৰা আতঁৰি নাহে—নিজৰ সেই কাম চলাই থাকিব।

ককাইদেউৰ ল'ৰা জনাৰ্দ্দনে অলপতে মেট্ৰিক পাছ কৰি হিন্দু বিশ্ববিদ্যালয়ৰ ইঞ্জিনিয়াৰিং কলেজত নাম লগাইছিল। মোৰ দুটা ল'ৰাৰ ভিতৰত মৃত্যুঞ্জয় অলপতে ক'লাজ্বৰৰ পৰা আৰোগ্য লাভ কৰি মেট্ৰিক ক্লাচত পঢ়িছিল, কিন্তু বয়স কম হোৱাৰ কাৰণে বিশ্ববিদ্যালয়ৰ নিয়ম অনুসৰি পৰীক্ষা দিবলৈ নিদিলে। দ্বিতীয় ল'ৰা ধনঞ্জয় স্কুলৰ তলৰ শ্ৰেণীত পঢ়িছিল। তিনিওটা লৰাকে কলেজ আৰু স্কুলৰ পৰা লৈ অহা হল। তিনিওটাৰে কোনোটোৱে আকৌ চৰকাৰী কলেজ বা স্কুললৈ নগ'ল। জনাৰ্দ্দনে কীতানিল্দ-আয়ৰণ-ষ্টীল ৱৰ্কচৰ লোহাৰ কাৰখানাত কিছুদিনৰ পিচত কাম শিকিবলৈ ল'লে। তাত এবছৰ দেড়বছৰ কাম শিকিবৰ কাৰণে সি এটা বৃত্তি পালে। তাৰেই সি সকলো কাম চলায়। ঘৰৰ পৰা ককাইদেৱে নিচেই অলপ খৰচ কৰিব লাগিছিল। মৃত্যুঞ্জয়ে বিহাৰ বিদ্যাপীঠত পঢ়িবলৈ ল'লে আৰু তাৰ পৰা স্নাতক হ'ল। ছাপ্ৰাত ৰাষ্ট্ৰীয় স্কুল যেতিয়ালৈকে চলি থাকিলে ধনু পঢ়ি থাকিল। তাৰ পিচত সি ঘৰতে যি পাৰে শিক্ষা গ্ৰহণ কৰিলে। মই বিশ্ববিদ্যালয়ৰ পৰা কেনেকৈ সম্বন্ধ ত্যাগ কৰিলোঁ আগতে কৈ আহিছোঁ। ওকালতি মই এৰি দিছিলোঁৱেই। এইদৰে ঈশ্বৰৰ কৃপাত আমি শাৰীৰিক ভাৱে আৰু ব্যক্তিগত ৰূপত অসহযোগৰ কাৰ্য্যক্ৰম যথাসাধ্য পূৰা কৰিলো।

সেই সময়লৈকে বিহাৰত কংগ্ৰেছৰ সংগঠন নথকাৰ নিচিনাই। প্ৰাদেশিক কংগ্ৰেছ কমিটি আছিল। তাৰ সম্পাদক আছিল নৱাব সৰ্ফৰাজ হুচেইন খাঁ। ময়ো তেওঁৰ সহকাৰী আছিলো। এইদৰে জিলাতো ক'ৰবাত ক'ৰবাত কেইখনমান জিলা কমিটিৰ কেইজনমান সম্পাদক আছিল। কিন্তু তেতিয়া নিয়মমতে সভ্য ভৰ্ত্তি কৰাৰ প্ৰথা নাছিল। যি ইচ্ছা কৰিছিল নিজকে সভ্য বুলি ভাবি লৈছিল। প্ৰতিনিধি সকলৰো নিৰ্ব্বাচন নিয়মমতে নহৈছিল। যি কংগ্ৰেছৰ সভাৰ সময়ত আহি পৰে তেওঁলোকেই প্ৰতিনিধি হয়। জিলা বা প্ৰদেশৰ সম্পাদকে তেওঁক প্ৰমাণ পত্ৰ দি দিয়ে। তেওঁ দহ টকা ৰূপ দি প্ৰতিনিধি হৈ পৰে। এনেকুৱা প্ৰতিনিধিয়েই কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনৰ সময়ত নিখিল

ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য নিৰ্ব্বাচিত কৰি দিছিল। সেই নিৰ্ব্বাচনত বিশেষ প্ৰতিযোগিতা নহৈছিল। সাধাৰণতে কংগ্ৰেছত অনুৰাগ থকা প্ৰদেশৰ কেইজনমান মুখ্য লোকক নিৰ্ব্বাচিত কৰিছিল। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নিয়ম অনুসৰি বিহাৰ প্ৰদেশে ১৫০০৲ টকা বাৰ্ষিক বৰঙনি হিচাপে দিব লাগিছিল। যি ১০০৲ টকা দিব তেওঁকে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্য নিৰ্ব্বাচিত কৰা হ'ব বুলি এক প্ৰকাৰ মানি লোৱা হৈছিল। সেইকাৰণে এই চৰ্ত্ত পূৰা নকৰা বহুতেই প্ৰাৰ্থী ঠিয় হবলৈ সাহ নকৰিছিল। কিন্তু ইয়াৰপৰা এইটো বুজিব নালাগে যে সকলো নিৰ্ব্বাচিত প্ৰতিনিধিয়েই এই ১০০৲ টকা আদায় দিছিল। সেই সময়ত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সম্পাদক আছিল ৰাজমহেন্দ্ৰীৰ সুবিখ্যাত কংগ্ৰেছ কৰ্ম্মী শ্ৰীসুব্বৰাৱ পান্তলু। মোৰ মনত আছে তেওঁ প্ৰায়ে পাটনাত এই বাৰ্ষিক চান্দা জমা কৰে। তথাপি প্ৰতি বছৰে সি সম্পূৰ্ণৰূপে আদায় নহয়। ১৯২০ চনত বিহাৰৰ নামত কেইবা হাজাৰো টকা বাকী পৰি আছিল।

নাগপুৰ কংগ্ৰেছে কংগ্ৰেছৰ নিয়মাৱলী সলনি কৰিলে। সকলো ঠাইতে কংগ্ৰেছৰ সভ্য ভৰ্ত্তি কৰা অনিবাৰ্য্য কৰি দিলে। প্ৰত্যেক প্ৰদেশতে তাৰ লোকসংখ্যাৰ এক লাখত এজনকৈ প্ৰতিনিধি নিৰ্ব্বাচিত কৰিবৰ অধিকাৰ দিয়া হ'ল। এইদৰে প্ৰতিনিধিৰ সংখ্যা সীমাবদ্ধ হৈ পৰিল। এইটোও অনিবাৰ্য্য কৰা হ'ল যে কেৱল কংগ্ৰেছৰ সভ্যইহে প্ৰতিনিধি নিৰ্ব্বাচিত কৰিব পাৰিব তাকো কোনো কংগ্ৰেছ কমিটিৰ নিয়ম মতে হোৱা বৈঠকতহে। নিৰ্ব্বাচিত হোৱা প্ৰতিনিধিৰ লিষ্ট অধিবেশনৰ কেইদিনমান আগতেই নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অফিচ পাবগৈ লাগিব। সেই লিষ্টত দিয়া নামৰ প্ৰতিনিধিৰ বাহিৰে বিশেষ কাৰণ নেদেখুৱাকৈ অন্য কোনো প্ৰতিনিধি হ'ব নোৱাৰিছিল। যেতিয়া কোনো নিৰ্ব্বাচিত প্ৰতিনিধিয়ে ইস্তফা দিয়ে তেতিয়া সেই খালি ঠাই পূৰ্ণ কৰিবলৈ যেতিয়া নতুন নিৰ্ব্বাচন হয় তেতিয়াহে লিষ্টত দিয়া নামৰ সাল বদল হ'ব পাৰে, আৰু ইয়াৰ প্ৰমাণ দিব লাগিছিল প্ৰাদেশিক সম্পাদকে।

এই নিয়ম হোৱাৰ কাৰণে এতিয়া কংগ্ৰেছৰ নিৰ্ব্বাচনত কঠিনতা আহি পৰিল, আৰু পুৰণি নীতি চলিব নোৱাৰা হল। সেই কাৰণে নতুনকৈ সংগঠন কৰি নিয়মমতে নিৰ্ব্বাচন কৰি লোৱা আৱশ্যক হৈ পৰিল। কংগ্ৰেছে ইয়াৰ কাৰণে সময়ো বাঢ়ি দিছিল। নতুন নিয়মমতে প্ৰাদেশিক কমিটিক নিজৰ নিয়মো কৰি ল'বৰ অধিকাৰ দিয়া হৈছিল। এই কাৰণে

ভবা হ'ল যে যেতিয়ালৈকে নতুন সংগঠন নহয় তেতিয়ালৈকে সকলো কাম চলাবলৈ এখন সৰু কমিটি কৰা হওক। পুৰণি বহুতো নেতা এতিয়া কংগ্ৰেছৰপৰা আঁতৰি গল—কিছুমানে কংগ্ৰেছে আদৰ্শ সলনি কৰাৰ কাৰণে আৰু কিছুমানে আদৰ্শ (creed) মানিছিল কিন্তু অসহযোগ কাৰ্য্যসূচীৰ বিৰোধী আছিল কাৰণে। এই কাৰণেও নতুন সংগঠনৰ আৱশ্যকতা আহি পৰিছিল। এই কমিটিৰ সম্পাদক মোকে পাতিলে। সভাপতি হ'ল মৌলানা মজ্‌হৰুল হক্ চাহাব। এই কমিটিৰ নাম হ'ল পুণৰ-সংগঠন কমিটি (Reorganisation Committee)। কমিটিয়ে বৰ উৎসাহেৰে নিজৰ কাম আৰম্ভ কৰিলে। আমি য'লৈকে গৈছিলো তাতেই কংগ্ৰেছৰ সভ্য কৰাৰ কথা কৈছিলোঁ, অসহযোগৰ প্ৰচাৰতো কৰিছিলোঁৱেই।

নিজৰ নিজৰ কাম এৰা বহুতো উকীল, মুক্তিয়াৰ, ছাত্ৰ গোটেই প্ৰদেশতে সিঁচৰিত হৈ পৰিল। তেওঁলোকে সকলো ঠাইতে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। প্ৰায় সকলো জিলাতে ৰাষ্ট্ৰীয় পাঠশালা খোলা হ'ল; কিছুমান মেট্ৰিক ক্লাচলৈকে আৰু কিছুমান তলৰ শ্ৰেণীলৈকে। বিহাৰ বিদ্যাপীঠৰ লগত সকলোৰে সম্বন্ধ স্থাপন হ'ল। মই ভাবোঁ যে মেট্ৰিকলৈকে খোলা স্কুলৰ সংখ্যা প্ৰায় ৫০ টা মান হ'ব আৰু প্ৰাইমেৰী পাঠশালা দুশ আঢ়ৈশ হ'ব। বিহাৰ বিদ্যাপীঠৰ লগত সম্বন্ধ হোৱা সকলোবোৰ পাঠশালাতে মুঠ কুৰি হাজাৰৰ পৰা পঁচিশ হাজাৰ ছাত্ৰই শিক্ষা লাভ কৰিবলৈ ধৰিলে। যি অন্য কাম এৰি দিছিল তেনে বহুতো লোকেই এই পাঠশালাবোৰৰ শিক্ষক হ'ল।

সেই সময়ত গোটেই প্ৰদেশতে অসংখ্য সভা হৈছিল। বোধহয় কোনো জিলাতে এনে ঠাই নাছিল য'লৈ কংগ্ৰেছ কৰ্ম্মী যোৱা নাছিল অথবা সভা পাতি কংগ্ৰেছৰ বাণী আৰু কাৰ্য্যসূচীৰ ব্যাখ্যা কৰা নাছিল। মই গোটেই প্ৰদেশ ঘূৰিলোঁ। পোন প্ৰথম ১৯২১ চনতে গোটেই প্ৰদেশখনৰ লগত মোৰ পৰিচয় হৈছিল। অসংখ্য কৰ্ম্মীৰ লগত চিনা-পৰিচয়ো হৈছিল।

মই ওকালতি কৰিছিলোঁ আৰু সৰুৰেপৰা যদিও সভা-সমিতিত অংশ গ্ৰহণ কৰিছিলো তথাপি খুব ডাঙৰ সভাত বেচিকৈ কোৱা অভ্যাস নাছিল। অসহযোগৰ প্ৰচাৰতো বহুতো সভাত বক্তৃতা দিবলগীয়া হৈছিল। ফল স্বৰূপে সভাত কথা কবলৈ যি অলপ সংকোচ হৈছিল সিও নাইকিয়া হল। মই এতিয়া অনৰ্গল বক্তৃতা দিব পৰা হলো। যিবিলাক জিলাৰ মানুহে ভোজপুৰী কৈছিল সেইবোৰ ঠাইত ভোজপুৰীত বক্তৃতা দিছিলো। অন্য

ঠাইত শুদ্ধ হিন্দীত বক্তৃতা দিছিলোঁ। মই সেই বছৰ পুৰুলিয়াত কেতিয়াবা বঙলা ভাষাত বক্তৃতা দিছিলোঁ নে নাই মনত নাই কিন্তু এই কথা মনত আছে যে মই পুৰুলিয়াত কেতিয়াবা বঙলা ভাষাতো বক্তৃতা দিছিলোঁ। সভাবোৰো সৰু সুৰা সভা নাছিল। পাচ দহ হাজাৰ গোট খোৱাটো কোনো ডাঙৰ কথা নাছিল। দহ হাজাৰ মানুহৰ সভাত মই সহজেই মোৰ কথা বাইজে শুনাকৈ ক'ব পাৰিছিলোঁ। তাতকৈ বেচি সংখ্যাৰ লোক হলে পৰিশ্ৰম বেচি হৈছিল। মোৰ অনুমান যে মানুহ শান্ত হৈ থাকিলে পোন্ধৰ হাজাৰ মানুহৰ সভাত মই সকলোৱে শুনাকৈ বক্তৃতা দিব পাৰিছিলোঁ। কিন্তু অশেষ পৰিশ্ৰম হৈছিল, পেটত বিষ হৈছিল। মোৰ মনত আছে যে সেই বছৰ মই বিশ পঁচিশ হাজাৰ মানুহৰ সভাতো বক্তৃতা দিছিলোঁ। এখন সভা ছাপ্ৰা জিলাৰ হথুৱাত হৈছিল সেই সভালৈ মহাত্মা গান্ধী আহিব বুলি কেনেকৈ বাতৰি ওলাল কব নোৱাৰো। সেই কাৰণে তাত প্ৰায় পঞ্চাচ হাজাৰ মান মানুহ গোট খাইছিল। বহুতো চেষ্টা কৰাৰ পিচতো সভা ভালভাবে নহল। যদিও মই শৰীৰৰ শক্তি প্ৰয়োগ কৰি জোৰেৰে এটা সৰু বক্তৃতা দিছিলো তথাপি মোৰ সন্দেহ যে খুব কম মানুহেইহে মোৰ বক্তৃতা শুনিলে বা বুজিলে।

মই বক্তৃতা দি থকাৰ সময়ত মোৰ বক্তৃতাৰ প্ৰভাব সভাৰ মানুহৰ ওপৰত কেনেভাৱে পৰিছে তাক লক্ষ্য কৰোঁ। য'ত ভাল প্ৰভাব পৰা দেখোঁ আৰু জনতাই শুনিবৰ কাৰণে আগ্ৰহ কৰা দেখোঁ আৰু বুজিবলৈ যত্ন কৰা যেন দেখোঁ তেনে ঠাইত মোৰ বক্তৃতা ভাল হৈ যায় বুলি মই নিজেই উপলব্ধি কৰিব পাৰিছিলোঁ। য'ত এনে নহয় তাত মোৰ বক্তৃতাও ভাল নহৈ অৱস্থা অনুযায়ী হয়। বক্তৃতাও তেনেই সৰু নহয়। কংগ্ৰেছৰ ইতিহাস, খিলাফত আন্দোলন তথা পঞ্জাব সম্বন্ধীয় অত্যাচাৰৰ কথা, স্বৰাজৰ আৱশ্যকতাৰ উপৰিও অসহযোগৰ কাৰ্য্যসূচী মই সকলো সভাতে খুব বিস্তাৰিত ভাৱে ব্যাখ্যা কৰিছিলোঁ। এইদৰে কওঁতে প্ৰায় এঘণ্টা দেড় ঘণ্টা লাগে। য'ত দহ হাজাৰলৈকে মানুহ গোট খাই তেনে ঠাইত বিস্তৃতভাৱে দেড় ঘণ্টা বা তাতোকৈও অধিক সময় কৈছিলোঁ। য'ত ইয়াতকৈয়ো বেচি মানুহ গোট খায় তাত কিছু সংক্ষেপ কৰিব লাগিছিল। বিশ হাজাৰৰ মানুহৰ সভাত আধা ঘণ্টাতকৈ বেচি ক'ব নোৱাৰিছিলোঁ। এই দৰে মই গোটেই প্ৰদেশতে ভ্ৰমণ কৰি থাকিলোঁ। অন্যান্য বন্ধুসকলেও ইয়াকেই কৰিছিল।

## ৩৩। 'দেশ' আৰু 'চাৰ্চলাইট'ৰ প্ৰকাশ

অসহযোগ আন্দোলনত সকলো নেতাই যোগদান দিয়া নাছিল। কংগ্ৰেছৰ পুৰণি বয়োবৃদ্ধ যি সকল নেতাই অসহযোগত যোগ দিয়া নাছিল তেওঁলোকে "বিহাৰ প্ৰান্তীয় লীগ" নামৰ অন্য এটা সংস্থা স্থাপন কৰিলে। দেশৰ নৰম দলৰ বাতৰি কাকতত ইয়াৰ খুব আলোচনা চলিল। কিন্তু এই অনুষ্ঠানে একো কৰিব নোৱাৰিলে। এই অনুষ্ঠানৰ সম্বন্ধে পিচত একো শুনিবলৈ পোৱা নগল। আমাৰ প্ৰদেশত এটা কথাৰ বিশেষত্ব আছিল। মতভেদ থকা সত্তেও নিজৰ ভিতৰত কেতিয়াও সংঘৰ্ষ হোৱা নাছিল। আমাৰ ভিতৰৰ ব্যৱহাৰো যেনে আছিল তেনেই থাকিল। কিন্তু ইমানবোৰ মানুহ আঁতৰি যোৱাৰ কাৰণে, বিশেষকৈ নাগপুৰ কংগ্ৰেছত কংগ্ৰেছৰ নিয়মাৱলী আৰু তাৰ নিয়ম সাল-সলনি হোৱাৰ কাৰণে কংগ্ৰেছ কমিটি সমূহৰ পুনৰ সংগঠন আৱশ্যক হৈ পৰিছিল। এই সংগঠন কেইবা মাহৰ পিচত সম্পূৰ্ণ হ'ল। জুন মাহৰ শেষলৈকে জিলা কমিটি-বোৰ নিয়মমতে সংগঠন কৰি প্ৰাদেশিক কমিটি নিয়মমতে নিৰ্ব্বাচিত কৰিব পাৰিলোহঁক। তাৰ পিচত আকৌ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নতুন সদস্য নিৰ্ব্বাচিত কৰা হ'ল।

কংগ্ৰেছৰ পুনৰ সংগঠনৰ প্ৰশ্নৰ লগে লগে অন্য এটা প্ৰশ্নও আহি পৰিছিল। বাতৰি কাকতৰ কাৰণে বিহাৰ উপযুক্ত প্ৰদেশ নহয়। আগতে খুব পৰিশ্ৰম কৰি "বিহাৰ টাইমচ" আৰু "বিহাৰী" উলিওৱা হৈছিল; কিন্তু আৰ্থিক অসুবিধাৰ কাৰণে দুয়োখন বন্ধ হৈ গৈছিল। "বিহাৰ টাইমচ"ৰ জন্মদাতা আৰু প্ৰধান কৰ্ম্মকৰ্ত্তা আছিল স্বৰ্গীয় বাবু মহেশ নাৰায়ণ। তেওঁ নিজৰ জীৱন কালত সেই কাকতখন চলালে। শ্ৰীসচ্চিদানন্দ সিংহৰো (বৰ্ত্তমান ডাক্তৰ) বাতৰি কাকত উলিওৱাত বৰ আগ্ৰহ আছিল। তেওঁ নিজৰ "হিন্দুস্থান ৰিভিউ"ৰ বাহিৰেও এই বাতৰি কাকত বোৰক ধন আৰু লেখাৰে খুব সহায় কৰিছিল। "বিহাৰী"য়ে বনেলী—ৰাজৰ পৰা খুব সহায় পাইছিল। এক প্ৰকাৰ সিয়েই ইয়াৰ বন্ধ হোৱাৰ কাৰণো হ'ল। অন্য এখন বাতৰি কাকত হথুৱাৰ মহাৰজাৰ দ্বাৰা "এক্সপ্ৰেছ" নাম লৈ ওলাইছিল। লোকচানতে বহুত দিন চলি চলি সিয়ো বন্ধ হৈ গ'ল। ১৯১৮ চনত পাটনাৰ সকলো নেতাই, বিশেষকৈ

শ্রীসচ্চিদানন্দ সিংহ আৰু হচন্ ইমামে এখন বাতৰি কাকতৰ অতি আৱশ্যকতা উপলব্ধি কৰি তাক উলিওৱা স্থিৰ কৰিলে। শ্রীসিংহৰ কথা মতে বাতৰি কাকতৰ নাম 'চাৰ্চলাইট' ৰখা হ'ল। এই বাতৰি কাকতখন সপ্তাহত দুবাৰ ওলাইছিল। তাৰ ডাইৰেক্টৰ সকলৰ ভিতৰত শ্রীসিংহ, শ্রীহচন্ ইমাম্ আদি আছিল। নতুন মানুহৰ ভিতৰত বাবু ব্ৰজকিশোৰ প্ৰসাদ আৰু মযো আছিলোঁ। আন্দোলন আৰম্ভ হোৱাত 'চাৰ্চলাইট'ৰ সন্মুখত প্ৰশ্ন উঠিল যে ই অসহযোগ সমৰ্থন কৰিব নে নকৰে। পইচা খৰচ কৰা সকলৰ ভিতৰত প্ৰধান আছিল শ্রীসিংহ আৰু শ্রীহচন্ ইমাম্। তেওঁলোক অসহযোগৰ পক্ষপাতী নাছিল। আনহাতে গোটেই প্ৰদেশতে অসহযোগৰ ঢৌ এনেদৰে আহিব লাগিছিল যে তাৰ বিৰুদ্ধে যোৱা মানে চিৰকালৰ কাৰণে 'চাৰ্চলাইট'ৰ লোকপ্ৰিয়তা হেৰুওৱা। ইয়াৰ উপৰিও ডাইৰেক্টৰ সকলৰ ভিতৰে আমি অসহযোগত যোগ দিছিলোঁ। তাৰ সম্পাদক শ্রীমুৰুলী মনোহৰ প্ৰসাদো অসহযোগৰ সম্পূৰ্ণ পক্ষপাতী আছিল। এনে অৱস্থাত নিজৰ ভিতৰৰ এনে মতভেদৰ কাৰণে নীতি নিৰ্দ্ধাৰণ কৰা আৱশ্যক হৈ পৰিল।

১৯২০ চনৰ পৰা চাৰ্চলাইট প্ৰেছৰ পৰাই হিন্দী সাপ্তাহিক 'দেশ' ওলাবলৈ ধৰে আৰু নামত মোকেই সম্পাদক বুলি ধৰা হৈছিল। অসহযোগে ৰাজনীতিক ইংৰাজী জনা কিছুমান উকীল-বেৰিষ্টাৰ আৰু ডাঙৰ বেপাৰীৰ ইংৰাজী ধৰণেৰে সজোৱা ঘৰৰ পৰা বাহিৰলৈ উলিয়াই গাৱঁৰ বৰ গছৰ ছাঁ আৰু খেতি পথাৰলৈকে লৈ গৈছিল। সেইবোৰ ঠাইত ইংৰাজীৰ প্ৰৱেশ হোৱা নাছিল। যি জনতাৰ কাষ চাপিব খুজিছিল তেওঁ দেশী ভাষাৰ শৰণ লব লগাত পৰিছিল। সেই-কাৰণে আমি ভাবিলোঁ যে চাৰ্চলাইটতকৈ বেছি উপযোগী হব "দেশ"। আমি হচন্ ইমাম্ আৰু শ্রী সিংহৰ লগত "চাৰ্চলাইট" আৰু "দেশ" সম্বন্ধে এইদৰে বুজা পৰা কৰিলো যে 'চাৰ্চলাইটে' নিজৰ সম্পাদকীয়ত অসহযোগৰ বিৰোধিতাও নকৰে আৰু সমৰ্থনো নকৰে। কিন্তু অসহযোগৰ সমৰ্থন কৰিয়েই লিখা হওঁক বা বিৰোধিতা কৰিয়েই লিখা হওক অন্যৰ লিখা লিখকৰ নামৰ সৈতে প্ৰকাশ কৰিব পাৰিব। "দেশ" আমাৰ কাগজ হব। এতিয়াৰপৰা তাৰ লাভ বা লোকচান আমাৰ দায়িত্ব। তাৰ নীতি আমি যেনেদৰে স্থিৰ কৰিম তেনেদৰে হ'ব; কিন্তু চাৰ্চলাইট প্ৰেছত খৰচ দি তাক ছপোৱা হ'ব।

এইদৰে এখন হিন্দী সাপ্তাহিক আমাৰ হাতলৈ আহিল। ইংৰাজী

'চাৰ্চলাইট' যদিও সহায়ক নাছিল তথাপি বিৰোধীও নাছিল। আমি তাত মাজে মাজে লিখিম বুলিও ভাবিছিলোঁ। কিন্তু এই আশা পূৰা নহ'ল; কিয়নো আন্দোলনত কাম ইমান বাঢ়ি গল যে লিখাৰ কাৰণে সময়েই নাপালোঁ। 'দেশ' কাকতে প্ৰচাৰ কাৰ্য্যত বহুতো সহায় কৰিলে। গ্ৰাহকৰ সংখ্যাও খুব বাঢ়ি গ'ল। বিজ্ঞাপনো বহুত পাবলৈ ধৰিলোঁ। আমিতো আন্দোলনতে লাগি আছিলোঁ। 'দেশ'ৰ ব্যৱস্থাৰ কাৰণে চকু দিব নোৱাৰিলোঁ। গ্ৰাহকৰ সংখ্যা যিমানে বাঢ়ি গ'ল ব্যৱস্থাপকৰ ভুলৰ কাৰণে লোকচানৰ মাত্ৰাও সিমানে বাঢ়ি গ'ল কিছু দিনৰ পিচত মই যেতিয়া হিচাপ চালো তেতিয়া দেখিবলৈ পালোঁ যে বিজ্ঞাপনৰ হাৰ ইমান কম কৰি দিলে যে বিজ্ঞাপন ছপাওতে যি খৰচ পৰে সেইখিনি টকাও বিজ্ঞাপনৰ পৰা পোৱা নাছিল। সেইকাৰণে যিমানে বেচি বিক্ৰী হবলৈ ধৰিলে লোকচানো সিমান বাঢ়ি যাবলৈ ধৰিলে। মই দেখিলোঁ যে আমি নিজৰ খৰচত গোটেই প্ৰদেশতে বহুত বস্তুৰ প্ৰচাৰ খুব জোৰেৰে চলাই আছিলোঁ। কিন্তু বহুত লোকচান হোৱাৰ পিচতহে এই কথা চকুত পৰিল। 'দেশ'ৰ ওপৰত এইদৰে যি বোজা পৰিল সি সদায় এটা গধুৰ শিলৰদৰে ডিঙিত ওলমি থাকিল।

জন-আন্দোলন কিছুদিনৰ পিচত শিথিল হৈ পৰিল। 'দেশ'ৰ বিক্ৰীও কিছু কমি গল। শেষত আৰ্থিক অসুবিধাৰ কাৰণে বন্ধ কৰি দিব লগা হ'ল। যিমান দিন আন্দোলন শক্তিশালী হৈ থাকিল সিমান দিন সি খুব কাম কৰি থাকিল আৰু খুব লোকপ্ৰিয়ও হৈ উঠিছিল।

'চাৰ্চলাইট' নিৰ্দ্ধাৰিত নিয়মে চলি আছিল। কিছুদিনৰ পিচত শ্ৰীহচন্ ইমাম্ আৰু শ্ৰী সিংহ তাৰপৰা আঁতৰি গ'ল। 'চাৰ্চলাইট' সম্পূৰ্ণভাৱে আমাৰ অধিকাৰলৈ আহি পৰিল। মই এই কথা নকৈ নোৱাৰো যে তেওঁলোকে দুয়ো যদিও প্ৰথমে পইচা দি আৰু পৰিশ্ৰম কৰি এই বাতৰি কাকত খনক খুব সহায় কৰিছিল তথাপি বৰ উদাৰভাৱে কাগজখন আমাৰ হাতলৈ আহিবলৈ দিলে। যেতিয়া ই আমাৰ হাতলৈ আহিল তেতিয়াৰ পৰাই ই সম্পূৰ্ণ কংগ্ৰেছী বাতৰি কাকত হৈ পৰিল। এই কাৰ্য্য বাতৰিকাকত খনৰ সম্পাদক শ্ৰীমুৰুলী মনোহৰ প্ৰসাদৰ মনৰ অনুকূলে আছিল। যেতিয়া ১৯৩০-৩৪ চনৰ সত্যাগ্ৰহ আৰম্ভ হ'ল আৰু কংগ্ৰেছৰ আদৰ্শ হ'ল যে যি বাতৰি কাকতে স্বতন্ত্ৰ ভাৱে, সঁচা ঘটনা ছপাব নোৱাৰে আৰু নিজৰ স্বতন্ত্ৰবীয়া মত প্ৰকাশ কৰিব নোৱাৰে তেনে কাকতে চৰকাৰী হুকুম মনাৰ পৰিবৰ্ত্তে কাকত-প্ৰকাশকে বন্ধ

কৰিব লাগে তেতিয়া 'চাৰ্চলাইট' কংগ্ৰেছৰ আদেশ সম্পূৰ্ণৰূপে মানি চলা খুব তাকৰ সংখ্যাৰ কাকতৰ ভিতৰত এখন আছিল। ইমানখিনিৰ পিচতো 'চাৰ্চলাইট' আৰ্থিক অসুবিধাৰ পৰাও কেতিয়াও মুক্ত হোৱা নাছিল। শেষত আমি এই চৰ্ত্তত তাৰ স্বত্ব বিৰ্লা ব্ৰাদাৰ্চক দিব লগা হ'ল যে কাকতখনৰ আৰ্থিক ব্যৱস্থা তেওঁলোকে কৰিব; কিন্তু সম্পাদকীয় নীতি সম্বন্ধে আমাৰ পুৰা অধিকাৰ থাকিব। ১৯৪১ চনৰ শেষত এই বন্দবস্ত হ'ল। তেতিয়াৰ পৰা বিৰ্লা বন্ধুৱে বহুত খৰচ কৰিলে। এতিয়া কাকতখন অৰ্থ সঙ্কটৰ পৰা মুক্ত হৈছিল। কিন্তু ১৯৪২ চনৰ আন্দোলনত চৰকাৰে তাক বন্ধ কৰিবলৈ হুকুম জাৰি কৰিলে। সম্পাদককো আমাৰ লগত নজৰ-বন্দী কৰি ৰাখিলে। মই আজি য'ত এইখিনি কথা লিখিছোঁ তেওঁ লগতে আছে।

## ৩৪। আন্দোলনৰ প্ৰগতি আৰু চৰকাৰী দমন

আগতে কৈ আহিছোঁ যে, কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন ১৯২০ চনৰ ডিচেম্বৰ মাহত নাগপুৰত বহিছিল। মই নিজৰ শৰীৰৰ অসুস্থতাৰ কাৰণে এই অধিবেশনত যোগ দিব নোৱাৰিলোঁ; কিন্তু শুনিবলৈ পাইছিলোঁ যে অধিবেশনলৈ ইমান প্ৰতিনিধি আহিছিল যে তাৰ আগতে বোধহয় কেতিয়াও কোনো অধিবেশনতে সিমান অহা নাছিল। ইয়াৰ এটা কাৰণো আছিল। কিছুমানে ভাবিছিল যে অসহযোগ সম্বন্ধীয় প্ৰস্তাব সম্বন্ধে নাগপুৰত পুনৰ বিবেচনা কৰা হ'ব। সেই কাৰণে দুয়ো পক্ষৰ মানুহে নিজ নিজ পক্ষক শক্তিশালী কৰিবৰ কাৰণে যিমান পাৰে সিমান প্ৰতিনিধি লৈ তালৈ আহিছিল। কিন্তু দুয়ো পক্ষৰ মাজত আপোচ হ'ল। অন্তত অলপ সাল-সলনি কৰি অসহযোগৰ প্ৰস্তাৱ বাহাল ৰাখিলে। এই প্ৰস্তাৱৰ দ্বাৰা দেশক ক্ৰমশঃ অসহযোগ কৰিবলৈ আদেশ দিয়া হ'ল। চৰকাৰী খিতাপ এৰা, কাউন্সিলৰ পৰা আঁতৰি থকা, যি কংগ্ৰেছ সিদ্ধান্তৰ বিৰুদ্ধে কাউন্সিললৈ গৈছে তেওঁলোকৰ পৰা কোনো প্ৰকাৰৰ সেৱা-কাৰ্য্য গ্ৰহণ নকৰা, চৰকাৰৰ লগত সম্বন্ধ থকা শিক্ষালয়ৰ পৰা আঁতৰি থকা, আদালত পৰিত্যাগ কৰা—আৰম্ভনিতে এয়ে মুখ্য কাৰ্য-সূচী

আছিল। পুনৰ ক্ৰমশঃ চৰকাৰী চাকৰি এৰা আৰু টেক্স নিদিয়াৰ হুকুম পালে তাকো কৰিবলৈ সিদ্ধান্ত কৰা হ'ল। লগতে শিক্ষাৰ কাৰণে বে-চৰকাৰী ৰাষ্ট্ৰীয় শিক্ষালয় স্থাপন, চৰ্খা-প্ৰচাৰ আৰু বিদেশী বস্ত্ৰ বৰ্জ্জন আদি আৱশ্যকীয় বুলি কোৱা হ'ল। হিন্দু-মুশ্লিম ঐক্য আৰু অহিংসাৰ ওপৰতো জোৰ দিয়া হ'ল।

নাগপুৰ সিদ্ধান্তৰ পিচত যি সকল লোকে আগেয়ে অলপ দোধোৰ-মোধৰ অৱস্থাত আছিল তেওঁলোকে এতিয়া দৃঢ়ভাবে অসহযোগত লাগি গল। মহাত্মাজীয়ে এইদৰেও কৈছিল যে যদি কংগ্ৰেছৰ কাৰ্য্যসূচী মানুহে সম্পূৰ্ণভাবে পালন কৰে তেন্তে স্বৰাজ এবছৰৰ ভিতৰতে আহি যাব। মানুহে এবছৰৰ কথা মনত ৰাখি থ'লে। চৰ্ত্তসমূহ পূৰা কৰাৰ চেষ্টাত জান-প্ৰাণ দি সকলো লাগি গ'ল। ওপৰত উল্লেখ কৰা সভাবোৰত কৰা প্ৰচাৰৰ মুখ্য উদ্দেশ্য এয়ে আছিল।

ওপৰত কৈ আহিছোঁ যে গোটেই প্ৰদেশতে (বিহাৰ) অসংখ্য কৰ্ম্মীয়ে কাম কৰিবলৈ ল'লে আৰু স্বৰাজ আৰু অসহযোগৰ কথা গাঁৱে গাঁৱে প্ৰচাৰ কৰিবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে অদ্ভুদ জাগৰণ দেখিবলৈ পোৱা গ'ল। চৰকাৰো মনে মনে নাথাকিল। চৰকাৰে দেখিবলৈ পালে যে এই প্ৰচাৰৰ ফল স্বৰূপে জনতাৰ মাজত চৰকাৰী ৰাজত্ব একেবাৰে উঠি গৈছে, জনতা নিৰ্ভীক হৈ পৰিছে। আমিও কংগ্ৰেছৰ ফালৰ পৰা এই কথাৰ প্ৰতি চকু দিছিলোঁ যে উৎসাহৰ চোৌত যাতে ক'তো জনতাৰ দ্বাৰা অত্যাচাৰৰ সৃষ্টি নহয়। সেই কাৰণে নাগপুৰ অধিবেশনৰ পিচত প্ৰাদেশিক কমিটিয়ে যি আদেও জাৰি কৰিছিল তাত শান্তি আৰু অহিংসাৰ ওপৰত সম্পূৰ্ণ জোৰ দিয়া হৈছিল—স্পষ্টভাৱে কোৱা হৈছিল যাতে কোনেও কাৰো ওপৰত জোৰ জুলুম নকৰে। আমি জানিছিলোঁ আৰু কৰ্ম্মীসকলকো বুজাবলৈ যত্ন কৰিছিলোঁ যে আমি বল-প্ৰয়োগ কৰিলে চৰকাৰৰ ওচৰত হাৰ মানিব লাগিব; কিয়নো চৰকাৰৰ হাতত বল প্ৰয়োগৰ সামগ্ৰী আছে, আমাৰ হাতত নাই। তাৰোপৰি অসহযোগৰ মুখ্য চৰ্ত্ত হ'ল অহিংসা। ইয়াৰ দ্বাৰা আমি জনতাক ইয়াৰ ফালে টানি আনিব পাৰিম। যদি আমাৰ ফালৰপৰা জোৰ জুলুম হয় তেন্তে তাৰ ফল ওলোটা হ'ব আৰু আমি এদিন অনুতাপ কৰিব লাগিব। সেইকাৰণে য'তে বক্তৃতা দিয়া হৈছিল তাতে এই কথাত জোৰ দিয়া হৈছিল। যি কাগজ আদি ছপোৱা হৈছিল তাতো এই কথাত জোৰ দিয়া হৈছিল। চৰকাৰে বিচাৰি ফুৰিছিল যে ক'ৰবাত

যদি অশান্তি হয় তেন্তে ধৰি সকলোৰে কৰাল ভাঙি দিব। কিন্তু তেওঁলোকে এনে সুবিধা নাপালেই।

মজফ্ফৰপুৰ জিলাত বস্তুৰ দাম বঢ়াত কেইবা ঠাইৰো হাটত লুট হ'ল। দ্বাৰভাঙ্গা আৰু চম্পাৰণ জিলাৰ দুই এঠাইতো এনে হৈছিল। চৰকাৰে যি সুবিধা বিচাৰি ফুৰিছিল তাকে পালে। আমি মদ-নিবাৰণীৰ প্ৰচাৰ কাৰ্য্যও কৰিছিলো। ইয়াৰ প্ৰভাৱো যথেষ্ট পৰিছিল। আবকাৰী দোকানৰ ঠিকা মাৰ্চ্চ মাহত দিয়া হয়। বিক্ৰী কমি গৈছিল। চৰকাৰে ভয় খালে যে আয়ৰ এই এটা ডাঙৰ পথ বিপদাপন্ন হৈ পৰিছে। এই দুয়োটা কথাকে লৈ দমন আৰম্ভ হ'ল। দমন মুজফ্ফৰ জিলাৰ পৰাই আৰম্ভ হৈছিল। অন্যান্য জিলাতো ততালিকে বিয়পি পৰিল। চম্পাৰণত লৌৰিয়া-কাণ্ডৰ সময়ৰ পৰাই কিছু কিছু দমন চলি আছিল। তাত এতিয়া আৰু জোৰেৰে দমন আৰম্ভ কৰিলে। দমনৰ প্ৰাৰম্ভিক ৰূপ আছিল কৰ্ম্মী সকলক ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ১০৭ ধাৰা মতে মচুলুকা দিয়াৰ মোকৰ্দ্দমা চলিবলৈ ধৰিলে। ফৌজদাৰী কাৰ্য্য বিধি আইনৰ ১৪৪ ধাৰা মতে কৰ্ম্মী সকলক কোনো সভাত বক্তৃতা দিয়া বা শোভাযাত্ৰাত অংশ গ্ৰহণ কৰা বন্ধ কৰিলে। কিমান মানুহৰ ওপৰত এনেকুৱা মোকৰ্দ্দমা চলালে সেইকথা ইমানদিনৰ মৰত কোৱা টান। কিন্তু এই কথা ক'ব পাৰি যে মানুহে কেতিয়াও জামিন দিয়া নাছিল। যি সকলৰ ওপৰত মোকৰ্দ্দমা চলাইছিল তেওঁলোক জেললৈ গৈছিল। অৱশ্যে মোকৰ্দ্দমাত্ৰ সকলো মানুহে নিজকে বচাবৰ কাৰণে চেষ্টা কৰিলে। ক'ৰবাত ক'ৰবাত মোকৰ্দ্দমা শেষত এৰি দিব লগা হ'ল কিয়নো কোনো প্ৰমাণ পোৱা নগৈছিল। আচলতে সভা পাতি অসহযোগৰ কাৰ্য্যসূচী বুজোৱাৰ বাহিৰে আমাৰ মানুহে অন্য কাম কৰাই নাছিল। হাট লুট হোৱাৰ যি ঢৌ উঠিছিল তাক বন্ধ কৰাত আমাৰ মানুহে বহুত সহায় কৰিছিল। য'ৰে-ত'ৰে পৰা খবৰ আহিলেই তালৈ দৌৰি গৈ জনতাক বঢ়াই বুজাই চন্তালি লয়। লুট-পাত কৰা বিলাকৰ সন্মুখীন হ'বলৈ জনতাক সাজুও কৰাইছিল। কিন্তু চৰকাৰে আন্দোলন বন্ধ কৰিবলৈ চাইছিল। সেই কাৰণে তেওঁলোকে লুট-পাত কৰা মানুহ বোৰতকৈ কংগ্ৰেছ কৰ্ম্মীক গ্ৰেপ্তাৰ কৰাহে বেচি আৱশ্যক আৰু উচিত বুলি ভাবিছিল।

অলপ দিনৰ ভিতৰতে অসংখ্য কৰ্ম্মী মোকৰ্দ্দমাৰ চিকাৰ হ'ল। প্ৰাদেশিক চৰকাৰৰ প্ৰধান চেক্ৰেটৰী মিষ্টাৰ টেনীয়ে এখন চাৰ্কুলাৰ জাৰি

কৰি জিলাৰ কৰ্ম্ম-কৰ্ত্তা সকলক আন্দোলন দমন কৰিবলৈ উৎসাহ দিলে। স্বায়ত্ত শাসন বিভাগৰ সচিব মিষ্টাৰ হেলেটে অন্য এখন চাৰ্কুলাৰ দি জনালে যে মিউনিচিপেলিটি আৰু ডিষ্ট্ৰিক্ট ব'ৰ্ড সমূহ চৰকাৰৰ অঙ্গ; গতিকে তাৰ সভ্য আৰু কৰ্ম্মচাৰী সকলে অসহযোগত ভাগ ল'ব নালাগে। "নেবাবি বুলিলে চাবি চাপৰ বোৱা" জিলাৰ কৰ্ম্মচাৰী সকলেতো ইয়াকেই বিচাৰিছিল। তেওঁলোকে ১০৭ ধাৰা আৰু ১৪৪ ধাৰাৰ নটিছ জাৰি কৰি দিলে। শ শ মানুহক গ্ৰেপ্তাৰ কৰি জেললৈ পঠালে।

মজ্‌হৰুল হক্ চাহাবৰ লগত মোৰ আৰালৈ যাবলগীয়া আছিল। হক্ চাহাব কিবা কাৰণত তালৈ যাব নোৱাৰিলে। মই অকলেই গলোঁ। আৰা ষ্টেচনত নামোতেই মই ১৪৪ ধাৰাৰ নটিচ পালোঁ যে ৯ বজাৰ পৰা ৫ বজাৰ ভিতৰত চহৰৰ কোনো শোভাযাত্ৰা বা সভাত মই যোগ দিব নোৱাৰোঁ। মোৰ সন্মুখত এটা সঙ্কটে আহি দেখা দিলে। নটিচো বৰ হাঁহি উঠা আছিল। তেতিয়া মেট্ৰিক পৰীক্ষা হৈ আছিল। আৰাও মেট্ৰিক পৰীক্ষাৰ এটা কেন্দ্ৰ আছিল। নটিচত দেখুউৱা হৈছিল যে সভা আৰু শোভাযাত্ৰাৰ দ্বাৰা পৰীক্ষাৰ্থীৰ ব্যাঘাত হব আৰু তেওঁলোক কষ্ট হ'ব।

নাগপুৰ কংগ্ৰেছে সিদ্ধান্ত কৰিছিল যে নিখিল ভাৰত কমিটিৰ আদেশ নোপোৱালৈকে যেন কোনেও সত্যাগ্ৰহ নকৰে। যেতিয়া চৰকাৰৰ ফালৰ পৰা এনে কাম হ'বলৈ ধৰিলে অথবা এনে কামৰ সম্ভাৱনা দেখা গল তেতিয়া আমি প্ৰাদেশিক কমিটিৰ ফালৰ পৰা আদেশ জাৰি কৰিলোঁ যে এনে ধৰণৰ হুকুম মানি ল'ব লাগে; কিয়নো কংগ্ৰেছে এতিয়াও সত্যাগ্ৰহৰ হুকুম দিয়া নাই। অৱশ্যে য'ত আত্ম-প্ৰতিষ্ঠাৰ কথা আহি পৰে তাৰ কথা বেলেগ।

মই নটিচ পাই স্থিৰ কৰিলোঁ যে মই সেই নটিচ মানি লোৱা উচিত। সেই কাৰণে ষ্টেচনৰ পৰা মই চহৰলৈ নগলোঁ। মই প্ৰায় দুপৰীয়া পাইছিলোঁগৈ। ষ্টেচনৰ পৰা ওচৰতে থকা মিউনিচিপেলিটিৰ বাহিৰৰ এখন গাৱঁলৈ গুচি গ'লোঁ। তাত গৈ দুপৰীয়াৰ সময়খিনি কটালোঁ। তাতে এখন ডাঙৰ সভা হ'ল য'লৈ গাৱঁৰ বাহিৰেও চহৰৰ পৰাও বহুত মানুহ আহিল। পুনৰ ৫ বজাৰ পিছত চহৰলৈ গলোঁ। তাতো এখন ডাঙৰ সভা হ'ল য'ত মই মোৰ নিজৰ কাৰ্য্য-সূচী পুৰা কৰিলোঁ। এই নটিচৰ ফলস্বৰূপে এখন সভাৰ ঠাইত দুখন সভা হ'ল। জনতাৰ উৎসাহো খুব বাঢ়ি গ'ল। মোৰ ভভুৱালৈ যোৱাৰ কথা আছিল। তাতো মই যোৱাৰ

আগতে মোৰ বিৰুদ্ধে নটিচ জাৰি হ'ল। মই তালৈ গৈছিলোঁ নিশ্চয় কিন্তু নটিচৰ কি হ'ল মোৰ মনত নাই।

সেই সময়ত প্ৰাদেশিক কাউন্সিলৰ বৈঠক হৈ আছিল। যি সকল কাউন্সিললৈ গৈছিল তেওঁলোক কংগ্ৰেছৰ আদেশৰ বিৰুদ্ধে তালৈ গৈছিল। কিন্তু চৰকাৰী চাৰ্কুলাৰ সম্বন্ধে আৰু মোৰ ওপৰত জাৰি হোৱা নটিচ সম্বন্ধে তেওঁলোকে তাত আলোচনা আৰম্ভ কৰি দিলে। লগতে যি সৰ্ব্বসাধাৰণ দমন নীতি চলিছিল তাৰো তীব্ৰ সমালোচনা হ'ল। বাতৰি কাকতত এই সম্বন্ধে প্ৰকাশ হোৱাত প্ৰদেশৰ বাহিৰৰ বাতৰি কাকতেও বিহাৰ চৰকাৰৰ কামৰ, বিশেষকৈ চাৰ্কুলাৰ আৰু দমন নীতিৰ কঠোৰ সমালোচনা কৰিলে। কথা বহুত বাঢ়ি গ'ল। এনে কামৰ কাৰণে বিখ্যাত হৈ পৰা মজফ্ফৰপুৰ জিলাৰ সীতামঢ়ী চাব ডিভিজনৰ চাব-ডিভিজনেল অফিচাৰ মিষ্টাৰ লীক কিছুদিনৰ পিছত তাৰপৰা বদলি কৰি পঠালে। তেওঁক দেশ ব্যাপী হোৱা এই আন্দোলনৰ কাৰণেই নে অন্য কিবা কাৰণত বদলি কৰিছিল ক'ব নোৱাঁৰো কিন্তু মানুহৰ ধাৰণা যে আন্দোলনৰ কাৰণেই তেওঁক বদলি কৰা হ'ল।

মদ-নিবাৰণী আন্দোলনৰ হেতু কোনো কোনো ঠাইত চৰকাৰী অফিচাৰে স্বেচ্ছাচাৰিতা আৰম্ভ কৰিলে। হাজাৰীবাগ জিলাৰ 'চত্ৰা'ৰ পথাৰত মদ বেচিবলৈ ধৰিলে। জনতাৰ মাজত বহুতো অফিচাৰে মদৰ প্ৰচাৰ কৰিছিলেই। কোনো কোনো ঠাইত কৰ্ম্মী আৰু স্বেচ্ছাসেৱক সকলৰ ওপৰত মদ-নিবাৰণীত অংশ গ্ৰহণ কৰাৰ কাৰণে মোকৰ্দ্দমাও হৈছিল।

আমাৰ কাৰ্য্য-সূচীত পঞ্চায়ত স্থাপন কৰাও এটা মুখ্য কাম আছিল। বহুতো ঠাইত পঞ্চায়ত স্থাপন হৈছিল। বহুতৰ মোকৰ্দ্দমা পঞ্চায়তত বিচাৰ হ'ল। কোনো ঠাইত পঞ্চায়তৰ বিচাৰ মানি নলৰ কাৰণে জাতিৰ পৰা বাদ দিয়া কাৰ্য্যৰ সহায় ল'লে। আমি প্ৰদেশিক কমিটিৰ ফালৰ পৰা এই কাৰ্য্য বন্ধ কৰিছিলোঁ। কিন্তু তথাপি অ'ত ত'ত অলপ অচৰপ এনে কাম হৈয়ে গ'ল। এঠাইত পঞ্চায়তৰ এনে প্ৰভাব হ'ল যে তেওঁলোকে চৰকাৰী আদালতৰ নিচিনাকৈ কাম কৰিছিল। মানুহে নিয়মমতে মোকৰ্দ্দমা দাখিল কৰিছিল আৰু তাৰ বিচাৰৰ কাৰণে ফিজ দিছিল। অধিকাংশ বিচাৰ মানুহে মানি লৈছিল; কিন্তু অ'ত ত'ত অসুবিধাৰো সৃষ্টি হৈছিল। এটা দুৰ্ব্বলতা আছিল এই যে অতি পুৰণি কিছুমান মোকৰ্দ্দমাও মানুহে পঞ্চায়তলৈ আনিবলৈ ধৰিলে ফলস্বৰূপে যদি বহুত পুৰণি বুলি পঞ্চায়তে

সেই মোকৰ্দ্দমা নুশুনিছিল তেন্তে মানুহে আপত্তি কৰিছিল যে আদালতৰ নিচিনাকৈ পঞ্চায়তেও ন্যায় বিচাৰ নকৰি তামাদীৰ কথা কয় আৰু যদি বিচাৰ কৰে তেন্তে সেই বিচাৰৰ ৰায় মানিবলৈ বাধ্য কৰিবলৈ কোনো উপায় নাছিল।

পঞ্চায়ত লৈয়ে গিৰিডীহত এটা ডাঙৰ ঘটনা হৈ গ'ল। তাত পঞ্চায়তৰ ৰায় নমনাৰ কাৰণে এটা মানুহক জাতিৰ পৰা বাদ দিছিল। বাদ দিয়া মানুহটোক কুঁৱাৰ পৰা পানী তুলিবলৈ নিদিছিল। তাৰ পানী অনা কলহটো ভাঙি পেলালে। পুলিচে কলহ ভঙা মানুহটোক গ্রেপ্তাৰ কৰিলে। গেপ্তাৰ কৰা মানুহটোৰ লগত বহুত মানুহ থানালৈকে গ'ল। তাত আৰু জেলৰ আগত ঘটনা হ'ল। পুলিচৰ মতে জনতাই শিলগুটি দলিয়াইছিল আৰু পুলিচক আক্রমণ কৰিছিল। দাৰোগাই নিজৰ পিষ্টল উলিয়াই গুলি কৰিলে আৰু তাৰ বহুত মানুহ জখম হ'ল। জেল আৰু থানাৰ কিছু লোকচান হ'ল। কিছুমান মানুহৰ ওপৰত মোকৰ্দ্দমা চলোৱা হ'ল। এই খবৰ পোৱাৰ লগে লগে ডাক্তৰ মাহ্‌মুদৰ লগত মই তালৈ গলোঁ। আমি মানুহক শান্ত কৰিলোঁ। মোকৰ্দ্দমাত চহৰৰ বহুত ধনী মানুহকো সাঙুৰি ল'লে। তেওঁলোকৰ ভিতৰৰ বহুতে ক্ষমা বিচাৰিলে কিন্তু বাকী সকলৰ ওপৰত মোকৰ্দ্দমা চলিল। শেষত কি হ'ল গৈ মোৰ মনত নাই।

## ৩৫। এটা মনোৰঞ্জক ঘটনা

অলপ দিনৰ পিচতে ১৯২১ চনৰ মাৰ্চ্চ মাহত বেজৱাড়াত নিখিল ভাৰত কংগ্রেছ্‌ কমিটিৰ বৈঠক হয়। সেই বৈঠকত সিদ্ধান্ত কৰা হয় যে ৩০ জুনৰ ভিতৰত লোকমান্য তিলকৰ স্মাৰক স্বৰূপে তিলক-স্বৰাজ-ফাণ্ডলৈ স্বৰাজৰ কামৰ কাৰণে এক কোটী টকা তোলা হওক—বিশ লাখ যঁতৰ প্রচলন কৰা হওক আৰু কংগ্রেছৰ এক কোটী সভ্য ভৰ্ত্তী কৰা হওক। বেজৱাড়া পোৱাৰ আগতে মহাত্মাজী দেশ ভ্রমণত লাগি আছিল। মই কলিকতাৰ পৰা মহাত্মাজীৰ লগত উৰিষ্যালৈ গলোঁ। সেই সময়ত উৰিষ্যাত আকালে দেখা দিছিল। মহাত্মাজীয়ে এই খবৰ আগতেই

পাইছিল। তেখেতে কিছু সহায়ো কৰিছিল। আকাল পীড়িত সকলে মহাত্মাজীৰ আগমনৰ খবৰ পালে। বহুতেই দূৰ দূৰণিৰ পৰা আহিছিল আৰু মহাত্মাজীয়ে তেওঁলোকৰ অস্থি-চৰ্ম্ম-সাৰ দেহাবোৰ দেখিবলৈ পালে। এইবোৰ দেখি শুনি গান্ধীজী বিচলিত হ'ল। তেখেতে উৰিষ্যাৰ নাওঠ ভোকাতুৰ নৰকঙ্কালৰ কথা কাগজত তীব্ৰভাৱে আলোচনা কৰিলে। গান্ধীজীয়ে বহুবাৰ সেই পীড়িত সকলৰ কথা স্মৰণ কৰি দুখ কৰাও মই দেখিবলৈ পাইছিলোঁ। এটা ডাঙৰ খৰত তেখেতক থাকিবলৈ দিছিল। এহাতে শ্ৰীজগন্নাথৰ বিশাল মন্দিৰ আৰু ধনী-মানী সকলৰ সুখময় জীৱন, মহাত্মাজীক স্বাগত কৰিবলৈ ধুম-ধাম আৰু আনহাতে এই নাওঠ ভোকাতুৰ নৰকঙ্কালবোৰ।

উৰিষ্যাৰ এখন সভাত মহাত্মাজীয়ে এটা বৰ মহত্বপূৰ্ণ বক্তৃতা দিয়ে আৰু তাৰ প্ৰভাৱ মোৰ অন্তৰত আজিও সজীৱ হৈ আছে। সভাত কোনো এজনে মহাত্মাজীক প্ৰশ্ন কৰিলে, আপুনি ইংৰাজী শিক্ষাৰ বিৰোধী কিয়— ইংৰাজী শিক্ষায়েইটো ৰাজা ৰামমোহন ৰায়, লোকমান্য তিলক আৰু আপোনাক সৃষ্টি কৰিলে। মহাত্মাজীয়ে উত্তৰত কৈছিল, "মইতো একেবাৰেই নহওঁ; কিন্তু লোকমান্য তিলকো যি আছিল তাতোকৈয়ো বহুত ডাঙৰ হলহেঁতেন যদি তেওঁ ইংৰাজীতে শিক্ষাৰ বোজা লব নালাগিলেহেঁতেন। ৰাজা ৰামমোহন আৰু লোকমান্য তিলক, শ্ৰীশঙ্কৰাচাৰ্য্য, গুৰু নানক, গুৰু গোবিন্দ সিংহ আৰু কবীৰ দাসৰ তুলনাত মই কোন? আজি ভ্ৰমণ আৰু প্ৰচাৰৰ ইমান সুবিধা আছে। তেওঁলোকৰ সময়ত এইবোৰ একেবাৰেই নাছিল তথাপি তেওঁলোকে ভাবৰ সাগৰত কিমান ডাঙৰ জোৱাৰৰ সৃষ্টি কৰিছিল।" ইংৰাজ ৰাজ্যৰ সম্বন্ধতো তেওঁ কৈছিল যে মোগল ৰাজ্যত আকবৰৰ সময়ত ৰাণা প্ৰতাপ আৰু আওৰেংজেবৰ সময়ত শিৱাজীৰ নিচিনা বীৰৰ কাৰণে যি সুবিধা আছিল আজি তেনে সুবিধা ক'ত? এইদৰে এটা প্ৰভাৱশালী বক্তৃতাত তেখেতে দেখুৱালে যে ইংৰাজী শিক্ষাৰ কাৰণেই দেশৰ উন্নতি হোৱা বুলি ভবাটো আমাৰ এটা মোহ। অৱশ্যে ইংৰাজী জনাটো বেয়া কথা নহয়। আমাৰ বহুতেই ইংৰাজী জানিব লাগিব। আমি ইংৰাজী শিকিমো; কিন্তু আজিৰ নিচিনাকৈ সি শিক্ষাৰ মাধ্যম আৰু সাধন হৈ থাকিব নোৱাৰে।

উৰিষ্যাৰপৰা মই মহাত্মাজীৰ লগত বেজৱাড়ালৈ গলোঁ। বাটৰ দৃশ্য অবৰ্ণনীয়। নিজৰ প্ৰদেশত যেনে উৎসাহ দেখিছিলোঁ অন্ধ্ৰতো ঠিক তেনে উৎসাহেই দেখিবলৈ পালোঁ। তেনেকুৱাই মানুহৰ ভীৰ আৰু তেনেকুৱাই

দশোদিশে গগণ কপাই তোলা নিনাদ। ষ্টেচনতো তেনে জনসমুদ্ৰ; চলি যোৱা ৰেল গাড়ীৰ দাঁতিত মানুহৰ তেনে ভীৰ, তেনেকুৱাই বিৰাট সভা। মোৰ মনত আছে বিজয় নগৰত আমি ৰাতি প্ৰায় তিনি বজাত ৰেলৰ পৰা নামিছিলোঁ। গোটেই চহৰৰ মানুহে দীপান্বিতাৰ আয়োজন কৰিছিল।

আমি বিহাৰৰ প্ৰতিনিধিবিলাক বেজৱাড়াৰ পৰা উভতি আহোঁতে ৰেলতে কাৰ্য্য-সূচী সম্পূৰ্ণ কৰা সম্বন্ধে নিজৰ ভিতৰত আলোচনা কৰিবলৈ ধৰিলোঁ। এই কাম কেনেকৈ সম্পূৰ্ণ কৰা হ'ব সেই সম্বন্ধে পাটনা পাওঁতে পাওঁতেই সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। মহো দিনে নিশাই গোটেই প্ৰদেশ ভ্ৰমণ কৰি টকা গোটাবলৈ ধৰিলোঁ। পুঁজি-সংগ্ৰহ আৰু যঁতৰৰ প্ৰচলনৰ প্ৰতি মানুহে বিশেষ মনযোগ দিবলৈ ধৰিলে। সকলো জিলাতে কৰ্ম্মীবোৰে আন্তৰিকতাৰে এই কামত লাগি গ'ল। টকা গোটখোৱাৰ লগে লগে বেঙ্কত জমা দিয়া হয়। আমি কেইবা ধৰণৰো ৰছিদ ছপাই লৈছিলোঁ আৰু তাৰ ফলত এই সুবিধা হৈছিল যে প্ৰত্যেক মানুহকে বেলেগ বেলেগ ৰছিদ লিখি দিব লগা নহৈছিল। আটাইতকৈ কম ৰছিদ আছিল চাৰি অনাৰ। সৰহ টকাৰ কাৰণে ৰছিদ লিখি দিয়া হৈছিল। ইয়াৰ আগেয়ে বিহাৰত এনে ধৰণেৰে কেতিয়াও জনসাধাৰণৰ পৰা টকা তোলা নাছিল। আমিও কিমানদূৰ সফল হ'ম ক'ব পৰা নাছিলোঁ। কিন্তু মানুহৰ মাজত উৎসাহ দেখি আশা বাঢ়ি গৈছিল। আমি ডাঙৰ আৰু ধনী মানুহৰ পৰা বেচি টকা পোৱা নাছিলোঁ। কিন্তু প্ৰত্যেক জিলাতে মধ্যবিত্ত শ্ৰেণীৰ মানুহে বৰ উৎসাহেৰে চান্দা দিছিল। শেষত ৩০ জুন তাৰিখলৈকে আমি প্ৰায় সাত আঠ লাখ টকা গোটালোঁ। ৩০ জুন তাৰিখে গান্ধীজীক টেলিগ্ৰাম কৰি এই খবৰ দিয়া হ'ল। যদিও অন্য জিলাবোৰ এই কামত পিচ পৰা নাছিল তথাপি তিৰ্হুত ডিভিজনৰ জিলাকিখনে এই কাৰ্য্যত আটাইতকৈ বেচি উৎসাহ দেখুৱাইছিল।

বিহাৰৰ কেইবাখনো জিলা ঘূৰোঁতে ঘূৰোঁতে যথেষ্ট অভিজ্ঞতা হৈছিল। কোনো কোনো ঠাইত আনন্দদায়ক দুই এক ঘটনাও ঘটিছিল। মনৰ আনন্দৰ কাৰণে এটা ঘটনা বৰ্ণনা কৰোঁ।

জুন মাহ। মই ৰাঁচী জিলাত তিলক স্বৰাজপুঁজিৰ কাৰণে টকা তুলিবলৈ গৈছিলোঁ। তাৰ কৰ্ম্মীসকলে বিভিন্ন ঠাই ভ্ৰমণ কৰিবৰ উদ্দেশ্যে মোৰ কাৰণে দুদিনীয়া কাৰ্য্য-সূচী প্ৰস্তুত কৰিলে। প্ৰথমদিনা

ৰাঁচীৰপৰা মটৰেৰে ১০ বজাৰ ভিতৰতে 'বুণ্ডু' পাই তাৰ কাম শেষ কৰাৰ কথা আছিল। ৰাঁচীলৈ আহি দুপৰীয়া খোৱাৰ কথা আছিল। আবেলি 'খুঁটী'লৈ যোৱাৰ কথা আৰু ৰাতিলৈ আকৌ ৰাঁচীলৈ ঘূৰি অহাৰ কথা। পিছদিনা ৰাতিপুৱা লোহৰদগালৈ যোৱাৰ কথা আছিল। তাৰপৰা ঘূৰি আহি আবেলিৰ গাড়ীত পাটনালৈ উভতি অহাৰ কথা।

আমি ৰাঁচীতে ৰাতিপুৱা গা-পা ধুই-মেলি সাজুহৈ ন'লোঁ। টেক্সি আহি পাওঁতে কিছু পলম হ'ল। আমি এটা ড্ৰাইভাৰ আৰু এটা ক্লীনাৰ সহ সাতজন মানুহ টেক্সিত উঠি যাত্ৰা কৰিলোঁ। দুপৰীয়া ৰাঁচীলৈকে উভতি আহি খাব লাগিব বুলি ভাবিলোঁ। সেইকাৰণে লগত আমি একো লোৱা নাছিলোঁ। যি পাঞ্জাবী পিন্ধিছিলোঁ আৰু চাদৰ লৈছিলো সেঁয়ে সৰ্ব্ব আছিল। তাৰে এজন নেতা ডাক্তৰ পূৰ্ণ মিত্ৰই লগত এটা সৰু বেগ লৈ গৈছিল। কিন্তু আমি তেতিয়া সেই কথা নাজানিছিলোঁ। কিছুদূৰ গৈ এখন হাবি পোৱাৰ পিচত মটৰৰ কিবা এটা ভাগি থাকিল। ড্ৰাইভাৰে ভাল কৰিবলৈ আৰম্ভ কৰি ক'লে যে পাঁচ দহ মিনিটৰ ভিতৰতে ভালহৈ যাব। মেৰামত কৰোঁতে পলম হ'বলৈ ধৰিলে। আমি যিমানে উৎকণ্ঠিত হৈ পৰিলোঁ ড্ৰাইভাৰে সিমানেই আমাক আশ্বাস দিবলৈ ধৰিলে। দুই তিনি ঘণ্টাৰ পিচত ড্ৰাইভাৰে লোহা-মিস্ত্ৰিৰ আৱশ্যক বুলি ক'লে। খবৰ কৰি এখন গাৱঁত এটা লোহা মিস্ত্ৰিৰ তালৈ গৈ কিবা এটা পিটি মেলি ঠিক কৰিলে। হাবিত খোৱা-বোৱাৰ কোনো বস্তু দেখিবলৈ পোৱা নাছিলোঁ। ওচৰতে তেতেলীৰ গছ আছিল আৰু তাত তেতেলী থোপা থোপে ওলমি আছিল। আমি তাকে পাৰি পাৰি জিভা আৰু দাঁত টেঙা কৰিবলৈ ধৰিলোঁ। দুপৰীয়াৰ পিছত বৰকৈ পিয়াহ লাগিবলৈ ধৰিলে। আকৌ গাওঁ বিচাৰি ঘটি বাল্টি খুজি অনা হ'ল। বহুত দূৰৰ পৰা পানী আনি পিয়াহ গুচালোঁ।

যেতিয়া মেৰামতৰ কাম চলি আছিল এখন মটৰত পুলিচ যোৱা দেখিবলৈ পালোঁ। আমাক দেখি তেওঁলোকে গাড়ীখন ৰাখিলে। আমি তেওঁলোকক কলোঁ, আমি অলপতেই 'বুণ্ডু' পামগৈ, আপোনালোকে ক'ব যে মটৰ বেয়া হোৱাৰ কাৰণে আমাৰ অলপ দেৰি হৈছে। তেওঁ-লোকে মটৰ ৰাখি আমাৰ খবৰ কৰাৰ শিষ্টাচাৰ কণ দেখুৱালে কিন্তু এই খবৰ তাত পৈ দিয়াৰ ভদ্ৰতাকণ ৰক্ষা কৰিব নোৱাৰিলে। তালৈ

দূৰৰ গাওঁৰ পৰাও অহা মানুহ তিনি চাৰি বজালৈকে আমাৰ কাৰণে অপেক্ষা কৰি উভতি গ'ল।

শেষত মটৰ ভাল হ'ল আৰু আমি গধূলি পাঁচ ছয় বজাত 'বুণ্ডু' পালোঁগৈ। যি সকল গাৱঁৰ পৰা আহিছিল তেওঁলোক গুচি গ'ল। কিন্তু খাচ 'বুণ্ডু'ৰ মানুহে আমি গৈ পোৱাৰ কথা মুহূৰ্ত্ততে গম পালে। সভা হ'ল আৰু সকলোৱে বক্তৃতাও দিলোঁ। টকা তোলা হ'ল আৰু মোৰ যিমান দূৰ মনত পৰে তাত প্ৰায় সাত আঠ শ টকা তোলা হৈছিল।

কাম শেষ কৰি আমি ততালিকে যাবলৈ সাজু হ'লোঁ। কিন্তু গোটেই দিনটো তেতেলীৰ ওপৰতে গ'ল। সেইকাৰণে তাৰ মানুহে খুউৱাৰ কাৰণে আগ্ৰহ কৰিলে। আমিও গ্ৰহণ কৰিলোঁ। খোৱা তৈয়াৰ হওঁতে হওঁতে প্ৰায় ৯।১০ বাজিল। তাৰ পিছত খাই-বৈ চিন্তা কৰা হ'ল এতিয়া কি কৰা যায়। সেইদিনা 'খুঁটী'ৰ প্ৰগেম হেৰুৱালোঁ; পিচদিনা লোহাৰদগাৰ প্ৰগেম যাতে কোনোৰকমে নেহেৰুৱাওঁ। আবেলিৰ গাড়ীত পাটনালৈ যোৱাও অত্যন্ত জৰুৰী আছিল। কিছুমান মানুহে, বিশেষকৈ ড্ৰাইভাৰে কলে যে ৰাতি যোৱা ভাল নহব, ৰাস্তাত হাবি আছে আৰু বিপদো আছে। মটৰো যদি কেনেবাকৈ বেয়া হয় তেন্তে ভয়ানক কথা হ'ব। মই ভাবিলোঁ যে সি মাত্ৰ অজুহাত দেখুৱাইছে—ইমান দেৰি মটৰ মেৰামতি কৰি ভাল কৰিলে তাৰ পিচত ঠিকমতে চলিছেও, এতিয়া আৰু কি বেয়া হ'ব। পিছদিনাৰ কামৰ বাবে মোৰ খুব চিন্তা হৈছিল। মই যাবই লাগে বুলি হেঁচা দিলো।

শেষত ৰাতি প্ৰায় ১১।১২ বজাত আমি সাতোজন সেই ভগা মটৰত উঠি যাত্ৰা কৰিলোঁ। মাজতে অলপ দূৰত এটা ঘাট আছিল আৰু ই এটলীয়া আছিল। সেই এটলীয়া ডোখৰ উঠোঁতে মটৰ আকৌ ভাগি থাকিল। য'ত মটৰ ভাগিল তাৰ পৰা দুশ আঢ়েশ গজ ওখলৈ উঠিব লগীয়া আছিল। তাৰ পিচত নামিব লাগে। নামোতে ইঞ্জিনে কাম নকৰিলেও মটৰ অনায়াসে চলি যাব বুলি ড্ৰাইভাৰে ক'লে। আমিও তাকেই ভাবিলো। ঘাট পাৰ হৈয়েই এটা ডাক-বঙলা আছিল। আমি ভাবিলোঁ ডাক-বঙলাটোলৈকে যদি কোনোৰকমে যাব পৰা যায় তেন্তে ৰাতিটো ভালকৈ কটাব পাৰিম আৰু ৰাতি শুবও পাৰিম। নিজৰ মূৰ্খামি আৰু উৎসাহৰ কাৰণে আমি স্থিৰ কৰিলোঁ যে যি অলপ ওখ ঠাই আছে সেইখিনি আমি মটৰখন ঠেলিয়েই লৈ যাম। সেইকাৰণে আমি মটৰখন আগলৈ ঠেলিবলৈ ধৰিলোঁ। ২০।৩০ গজ মটৰখন ঠেলি

ঠেলি দিলো। সেই ঠাইত এচলীয়া কম আছিল আৰু ওখ বেছি আছিল। মটৰখন ওপৰলৈ যোৱা মন্থিল আছিল কিন্তু আমি জোৰ দিলো ফলত কেইগজ মান ওপৰলৈ ঠেলাৰ পিছত মটৰখন উলটি পিছফালে গতি কৰিবলৈ ধৰিলে। আমি সকলো শক্তি প্ৰয়োগ কৰি তাক ৰাখিবলৈ ধৰিলোঁ। কোনোৰকম মটৰখন এটা গাঁতত পৰাৰ পৰা আমি বচাব পাৰিলোঁ। তাৰ পিছত আৰু মটৰ ঠেলিবলৈ সাহ নহল।

তেতিয়া ৰাতি প্ৰায় বাৰ কি একমান বাজিছিল। হাবিৰ মাজত আমি সাতোটা মানুহ কোনোৰকম মটৰত বহি আছিলোঁ। গোটেই দিনটোৰ ভাগৰৰ পিচত শোৱাৰো আৱশ্যক আছিল। ড্ৰাইভাৰে সেই নিজান ঠাইৰ ভয় লগা কথা কৈ আমাক ভয় খুৱায়ো আহিছিল। ড্ৰাইভাৰে কৈছিল যে সেই ঠাইত হিংস্ৰ জন্তু আৰু চোৰ ডকাইতৰ ৰাজত্ব আছিল। মই ক'লোঁ, চোৰ ডকাইতে আমাৰ পৰা কি নিব; আমাৰ হাতততো একোৱেই নাই। অৱশ্যে বনৰীয়া জন্তু যদি আহে তেন্তে ভয় আছে। মই এইদৰে ক'লোঁ হয় কিন্তু ডাক্তৰে বুগুত পোৱা টকা নিজৰ মোনাটোতে ভৰাই থৈছিল বুলি মই নাজানিছিলোঁ। সেই বেগটো লগতে আছিল। মোৰ কথা শুনি তেতিয়া ডাক্তৰে একো নামাতিলে। মইও পিচদিনা ৰাতিপুৱালৈকে এই ভুল ভাবতে আছিলোঁ যে আমাৰ হাতত একোৱেই নাছিল।

আমি আলোচনা কৰি থাকোতেই হাবিৰ মাজৰ পৰা ঘৰঘৰণিৰ শব্দ শুনিলোঁ। ড্ৰাইভাৰে খুব ভয় খাই ক'লে যে এই ভয়ানক শব্দ বনৰীয়া জন্তুৰ। অলপ সময়ৰ পিচত শব্দ বন্ধ হ'ল। আমি সকলো শান্ত হৈ কোনো ৰকম মটৰত বহি থাকিলো। অলপ পিচত মনটো যেতিয়া শান্ত হ'ল তেতিয়া ভাবিলোঁ যে মটৰখন তাতে এৰি ডাক-বঙলালৈকে খোজকাঢ়ি গৈ শোৱা যাওক আৰু ৰাতিপুৱা আকৌ মটৰৰ কিবা এটা ব্যৱস্থা কৰা হ'ব। কিন্তু ড্ৰাইভাৰ এই কথাত মান্তি নহল। আমি যেতিয়া ক'লোঁ যে আমি যাওঁ তুমি মটৰত ইয়াতে থাকা তেতিয়া সি চিঞৰ-বাখৰ কৰি কান্দিবলৈ ধৰিলে।

শেষত স্থিৰ হ'ল যে তিনিজন মানুহ মটৰত থাকিব আৰু বাকী চাৰিজন ডাক-বঙলালৈ যাব। ৰাতিটো জোনাক আছিল আৰু সেইকাৰণে আমাৰ সাহ হৈছিল। ডাক-বঙলা পাওঁতে পাওঁতে পিয়াহত আমাৰ প্ৰাণ যায় যায়। ডাক-বঙলাত কোনো নাছিল; দুৱাৰ বন্ধ আছিল। আমি ভাবিলোঁ যে দুৱাৰ যেনে তেনে খুলিবই লাগিব। দুৱাৰ খলিক

পাৰিলোঁ। ভিতৰৰ পৰা খেপিয়াই খেপিয়াই এটা বাল্টি উলিয়ালোঁ। কিন্তু বাল্টিয়েতো পিয়াহ নুগুচায়। কুঁৱা আৰু ৰচি এদালৰ আৱশ্যকতা বাকী থাকিল। আমি আকৌ এবাৰ ডাক বঙলাৰ চাৰিও পাশে চকিদাৰক বিচাৰি ওলালোঁ। অলপ দূৰত দেখিবলৈ পালো যে এটা মানুহ কাষত এটা কেচুৱা লৈ দুৰ্যোৰ টোপনিত। সেই জংঘলৰ মাজত কেচুৱা এটা কাষত লৈ সেই মানুহটোক নিৰ্ভয় মনেৰে শুই থকা দেখি আমি আচৰিত হ'লোঁ। বহুত চিঞৰ বাখৰ কৰাৰ পিচত সি সাৰ পালে। টোপনিয়াযেই মানুহটোৱে ক'লে ৰচি নাই কিন্তু হাবিৰ ভিতৰলৈ অলপ দূৰ সোমাই গ'লেই কুঁৱা পোৱা যাব।

পিয়াহত আমাৰ তত হেৰাইছিল। সেইকাৰণে আকৌ কুঁৱা বিচাৰি ওলালো আৰু কুৱাঁটো পালোগৈ। নিজৰ চাদৰেৰে ৰচি কৰিলো আৰু তাৰে বাল্টিত পানী তুলিলোঁ। পানী খাই উঠি আমি কেইজনমান চাৰপাইত আৰু কেইজনমান মেজত শুই পৰিলোঁ। শুবলৈ অলপ সময়হে পালোঁ। ৰাতিপুৱা শুই উঠি হাত-মুখ ধুই আমি ভাবিলোঁ যে ইয়াত কোনো যান-বাহন পোৱা নাযাব। গতিকে ৰাঁচীৰ ফালে খোজকাঢ়ি আগবাঢ়ি যোৱা যাওক। ক'ৰবাত গাওঁ পালে তাতে খোৱাবো ব্যৱস্থা কৰিব পৰা হ'ব।

যাবৰ কাৰণে সকলো মান্তি নহৈছিল। সেই কাৰণে মই আৰু এজনৰ সৈতে যাবলৈ ওলালো। তাৰ পৰা তিনি চাৰি মাইল দূৰত এখন গাওঁ পালোগৈ আৰু তাতে অলপ বুট পালো। প্ৰায় ন বাজি গৈছিল। বুট মাহ খাই আমি অলপ বিশ্ৰাম কৰিবলৈ ললো। ৰদ প্ৰখৰ হৈ পৰিছিল আৰু ঠাণ্ডা বতাহ ব'লিছিল। তৎক্ষণাতে আমাৰ টোপনি আহিল। প্ৰায় এঘণ্টা দেড় ঘণ্টাৰ পিছত কোনোবাই আহি আমাক জগালেহি। জানিবলৈ পালোঁ যে ৰাচীৰ বন্ধু সকলে কালি দুপৰীয়ালৈকে আমালৈ বাট চাই আমি গৈ নোপোৱা দেখি অন্য এখন টেক্সি দি আমাক বিচাৰিবলৈ কেইজনমান মানুহ পঠালে। তেওঁলোকে এটা ভুল কৰিলে; সেইখন টেক্সিতো প্ৰায় পূৰা বোজা লৈ তিনি চাৰিজন মানুহ আহিল। আমি ড্ৰাইভাৰইতক বাদ দি এখন গাড়ীৰ বোজাই পাঁচজন মানুহ আগৰ পৰা আছিলোঁৱেই। মই কলো যে আমাৰ যি কিজন পিছত থাকি আহিছে তেওঁলোকক প্ৰথমে ৰাঁচীলৈ লৈ যোৱা তাৰ পিছত যদি আকৌ মটৰ আনা তেন্তে আমি দুয়ো যাম। তেওঁলোকেও এই কথা পছন্দ কৰিলে। আমি আৰু দেড় দুই ঘণ্টা আৰামেৰে শুলোঁ। আকৌ যেতিয়া একমান ৰজাত

সটৰ আহিল তেতিয়া বাঁচীলৈ গলো। তাতে কিছু খাই-বৈলি আবেলি পোনে পোনে পটিনালৈ যাত্রা কৰিলো।

বৰ আনন্দদায়ক নহয় যদিও এনে ধৰণৰ বহুতো ঘটনা সেই সময়ৰ ভ্ৰমণ কালত ঘটি আছিল।

## ৩৬। হিন্দু মুচ্‌লিম ঐক্য আৰু খাদী প্ৰচাৰ

১৯২১ চনৰ জুলাই মাহত বোম্বাইত নিখিল ভাৰত কংগ্ৰেছ্ কমিটিৰ অধিবেশন হ'ল। অলৈ বিহাৰৰ অন্যান্য মানুহৰ লগত মযো গৈছিলো। দেশে খুব কম সময়ৰ ভিতৰতে এক কোটী টকা তোলাৰ কাৰ্য্যসূচী সফলতাৰে পূৰ্ণ কৰাৰ কাৰণে অধিবেশনত যথেষ্ট উৎসাহ পৰিলক্ষিত হৈছিল। যঁতৰৰ সম্বন্ধেও যথেষ্ট প্ৰচাৰ হৈছিল। হিন্দু মুচ্‌লিম ঐক্য পূৰ্ণ ৰূপত স্থাপিত হৈছিল। এই ঐক্য এদিন নষ্ট হ'ব পাৰে বুলি আমি ভাবিব পৰা নাছিলোঁ। এইবোৰ কাৰণে বহুতে এই অধিবেশনত সত্যাগ্ৰহ আৰম্ভ কৰিব লাগে বুলি জোৰ দিলে।

আনহাতে চৰকাৰৰ কিছুমান কামত বহুত মানুহ ক্ষুব্ধ হৈ পৰিছিল। আমি যদিও বৰ ডাঙৰ আন্দোলন গোটেই দেশতে চলাইছিলো তথাপি ই বৈধ আছিল। আইন ভঙ্গ কৰা হোৱা নাছিল—যদিও বক্তৃতাত যথেষ্ট স্বাধীনতাৰে চৰকাৰৰ সমালোচনা কৰা হৈছিল। কংগ্ৰেছী মানুহৰ থকা-মেলা আৰু চাল-চলনৰ পৰা সাহস আৰু উৎসাহ আৰু আটাইতকৈ বেচি নিৰ্ভীকতা প্ৰকাশ পাইছিল। চৰকাৰে য'তে ত'তে কৰ্ম্মী সকলক গ্ৰেপ্তাৰ কৰি পেলাইছিল। এইদৰে গোটেই দেশতে কেইবা শ মানুহ জেলত সোমাই আছিল। বিহাৰত হোৱা দমন আৰু গ্ৰেপ্তাৰৰ কথা আগতে উল্লেখ কৰি আহিছোঁ। এইবোৰ কাৰণতো মানুহে সত্যাগ্ৰহ কৰা উচিত বুলি জোৰ দিছিল।

মহাত্মা গান্ধীয়ে ধৈৰ্য্য ধৰিবলৈ পৰামৰ্শ দিলে। যঁতৰৰ প্ৰচাৰ আৰু বিদেশী কাপোৰ বৰ্জ্জন ৩০ চেপ্টেম্বৰৰ ভিতৰত সম্পূৰ্ণ কৰিবলৈ সিদ্ধান্ত কৰা হয়। তেওঁ ক'লে যে কংগ্ৰেছে যি কাৰ্য্য-ক্ৰমণিকা নিৰ্দ্ধাৰিত কৰিছে তাক পূৰ্ণ কৰিব লাগে আৰু তেতিয়াহে সত্যাগ্ৰহত সফলতা লাভ কৰাৰ

আশা কৰিব পৰা যাব। সেই কাৰণে এতিয়া প্ৰস্তুতিৰ ওপৰত জোৰ দি সত্যাগ্ৰহৰ সিদ্ধান্ত স্থগিত ৰখা হল। কিন্তু অন্য এটা কথা এনে ভাবে আহি পৰিল যি সত্যাগ্ৰহৰ বীজ সিঁচি দিলে।

চৰকাৰৰ কালৰপৰা ঘোষণা কৰিলে যে অাৰৰ দিনত প্ৰিন্স অব ৱেল্‌চ্ (ইংলণ্ডৰ যুৱৰাজ) ভাৰতলৈ আহিব। তেওঁলোকে হয়তো ভাবিছিল যে মানুহৰ মাজত বৃটিছ চৰকাৰৰ বিৰুদ্ধে যি প্ৰচাৰ হৈছে আৰু যি উৎসাহ আৰু উদ্যম বাঢ়ি আহিছে ই তাক বাধা দিয়াত সহায় কৰিব। আন্দোলন সম্বন্ধে ভাইচৰয় লৰ্ড চেমচ্‌ফ'ৰ্ডে এবাৰ কৈছিল, আন্দোলনৰ কাৰণে মই বিমোৰত আৰু বিবুদ্ধিত পৰিছোঁ (Puzzled and perplexed)। এওঁৰ পিছত লৰ্ড ৰিডিং ভাইচৰয় হৈ ভাৰতলৈ আহিল। তেওঁক ইংলণ্ডৰ চতুৰ ৰাজনীতিজ্ঞ সকলৰ এজন বুলি বিবেচনা কৰা হৈছিল। তেওঁ কিছুদিনৰ আগতে আমেৰিকাত ইংলণ্ডৰ ৰাষ্ট্ৰদূত পদত থাকি যুদ্ধত আমেৰিকাক ইংলণ্ডৰ পক্ষলৈ অনাৰ কৌশল দেখুৱালে আৰু এতিয়া ইংলণ্ডৰ চীফ জাষ্টিচ পদত আছিল। হয়তো ইয়ো (যুৱৰাজৰ যাত্ৰা) তেওঁৰে চাতুৰীৰ ফল। হয়তো এই ৰাজনীতিজ্ঞ পুৰুষ জনে ভাবিছিল যে যেনেকৈ বঙ্গভঙ্গ আন্দোলনৰ পিছত বঙ্গদেশত তীব্ৰ অসন্তোষৰ সৃষ্টি হৈছিল আৰু কোনো দমন নীতিৰে তাক দমাব নোৱাৰিলে তেতিয়া সম্ৰাট পঞ্চম জৰ্জ্জে ভাৰতত নিজৰ ৰাজ্যাভিষেক কৰিবলৈ আহিল আৰু ইয়াত সকলোৱেই বৰ উৎসাহৰ সৈতে তেওঁক সম্ভাষণ জনালে ঠিক তেনেকৈ এইবাৰো যুৱৰাজৰ আগমনত ভাৰতবৰ্ষত ৰাজভক্তি উথলি উঠিব আৰু আন্দোলন আপোনা আপুনি নিস্তেজ হৈ পৰিব। নহলে যুৱৰাজৰ এই সময়ত ভাৰতবৰ্ষলৈ অহাৰ অন্য কোনো কাৰণ দেখা নাযায়।

নিখিল ভাৰত কংগ্ৰেছে এটা প্ৰস্তাৱ গ্ৰহণ কৰি যুৱৰাজক অনা সিদ্ধান্ত ত্যাগ কৰিবৰ কাৰণে চৰকাৰক অনুৰোধ জনালে। প্ৰস্তাৱত স্পষ্ট ভাবে কোৱা হৈছিল যে চৰকাৰৰ কাৰণে নিজৰ হেৰোৱা লোক-প্ৰিয়তা পুনৰ স্থাপন কৰিবৰ কাৰণে—সম্ৰাটৰ পুতেক আৰু ভাবী সম্ৰাটক এনেদৰে ব্যৱহাৰ কৰা উচিত নহয়; এইটোও কোৱা হল যে যদি দেশৰ এই কথা চৰকাৰে নামানে তেন্তে বাধ্যত পৰি আমি এই ভ্ৰমণ বৰ্জ্জন কৰিব লাগিব যদিও যুৱৰাজৰ প্ৰতি আমাৰ কোনো ব্যক্তিগত কাজিয়া নাই বৰঞ্চ তেওঁৰ প্ৰতি আমাৰ অন্তৰত আদৰ আছে; কিন্তু তথাপিও তেওঁৰ বৰ্জ্জনো অনিবাৰ্য্য হৈ পৰিব। এই প্ৰস্তাৱৰ দ্বাৰা স্পষ্ট সতৰ্কবাণী দিয়া হল যে চৰকাৰৰ এই চালবাজিৰ ফল ভাল নহব আৰু দেশক সত্যাগ্ৰহৰ কাৰণে সাজু হবলৈ আদেশ দিয়া হ'ব।

বক্‌ৰীদৰ সময়ো ওচৰ চাপি আহিছিল। বিহাৰ আৰু যুক্ত প্ৰদেশত এই সময়চোৱা সদায় বৰ সঙ্গীন বুলি ভবা হয়। কিয়নো য'তে ত'তে কোৰ্‌বাণী কৰাৰ কাৰণে হিন্দু-মুছলমানৰ মাজত কটাকটি মৰামৰি হৈ যায়। এই হিন্দু-মুচলমানৰ ঐক্যৰ সময়তো যদি এইবাৰ মাৰ-পিট আদি হয় তেন্তে বৰ বেয়া প্ৰভাৱ হ'ব বুলি চিন্তা হ'ল। হিন্দু-মুচলমানৰ ঐক্য বঢ়াবৰ কাৰণে এই সুবিধা গ্ৰহণ কৰা উচিত বুলি ভবা হ'ল। এই সম্বন্ধে বহুতো প্ৰচাৰ হ'ল। মহাত্মাজীৰ পথ আছিল আমি মুচলমানৰ বিৰুদ্ধে যুজি গো-ৰক্ষা কৰিব নোৱাৰোঁ। আৰু তেওঁলোকক মাৰপিট কৰিও তাৰ পৰা গো-ৰক্ষাৰ ভাল ফল পাব নোৱাৰোঁ। সেই কাৰণে নিজৰ হিন্দু ভাইসকলৰ অনুভতিত দুখ নিদি ভাতৃবৎ ব্যৱহাৰেৰে নিজেই গো-হত্যা বন্ধ কৰাৰ ভাৰ তেওঁলোকৰ ওপৰতে দিব লাগে; হিন্দু সকলেও জোৰ-জুলুম নকৰি প্ৰেম আৰু উদাৰ ভাবেৰে এই কাম কৰিব লাগে।

এই সংক্ৰান্তত আলী বন্ধু-দ্বয়ৰ লগত মহাত্মাজীয়ে কেইবাখনো ঠাই ভ্ৰমণ কৰিলে। এই ভ্ৰমণ সংক্ৰান্ততে তেখেত বিহাৰলৈও আহিছিল। এই ভ্ৰমণত বক্‌ৰীদৰ সময়ত হুলস্থূল হোৱাৰ ভয় থকা শাহাবাদ, গয়া আৰু পাট্‌না জিলালৈহে মহাত্মাজী গ'ল। মৌলানা মহম্মদ আলী আৰু মৌলানা আজাদ সুভানী মহাত্মাজীৰ লগত আছিল। মহাত্মাজীৰ কাৰ্য্য-সূচী বৰ মেট্‌মৰা আছিল—একেদিনাই কেইবা ঠাইতো সভা কৰা আৰু বহুত দূৰলৈ মটৰেৰে যোৱা। মোৰ মনত আছে এদিন তেখেতে গধূলিৰ আহাৰ কৰিব নোৱাৰিলে কিয়নো সূৰ্য্যাস্তৰ পিচত তেখেতে আহাৰ নাখাইছিল আৰু সূৰ্য্যাস্তৰ আগতে খাবলৈ সময় নাপালে। তেখেতৰ ভ্ৰমণৰ লগত মই আছিলোঁ। সকলো ঠাইতে নিজৰ ভিতৰত মিলি জুলি থকাৰ কথাই কোৱা হ'ল। লগে লগে খাদী আৰু যঁতৰৰ প্ৰচাৰৰ কামো কৰা হ'ল। বৰ সন্তোষ আৰু গৌৰৱৰ কথা যে মুচলমান নেতা সকল যদিও কোৰ্‌বাণী কৰা নিজৰ স্বত্ব এৰিব খোজা নাছিল তথাপি মানুহৰ মাজত প্ৰচাৰ কৰিলে যে মানুহে নিজৰ অধিকাৰ বজাই ৰাখিয়ো তাৰ ব্যৱহাৰ কৰা নকৰাৰ সিদ্ধান্ত নিজে লব পাৰে, গতিকে মুচলমান সকলে ভাতৃভাৱ আৰু সম্বন্ধৰ খাললৰ পৰা যিমান দূৰ সম্ভৱ এনে কোনো কাম কৰিব নালাগে যাৰ কাৰণে হিন্দু সকলে অন্তৰত দুখ পাব পাৰে।

এই সময়তে হাকিম আজমল খাঁ তথা অন্য-মুচলমান নেতা সকলেও বৰ চমৎকাৰ দৃষ্টান্ত দেখুৱালে। ফলস্বৰূপে সেইবাৰৰ বক্‌ৰীদ কেৱল শান্তিপূৰ্ণভাৱেই যে হ'ল এনে নহয়, কোৰ্‌বাণীৰ সংখ্যাও ইমান কম

স্থল যিটো বোধকৰো ইয়াৰ আগেয়ে কেতিয়াও হোৱা নাছিল। ইয়াৰ দ্বাৰা হিন্দু আৰু মুচলমানে পৰস্পৰে পৰস্পৰৰ অনুভূতিৰ প্ৰতি শ্ৰদ্ধা দেখুৱালে। কোনো ফালৰ পৰা জোৰ জুলুমৰ চেষ্টা চলা নাছিল। দুয়ো পক্ষই পৰস্পৰৰ সম্বন্ধ আৰু ভ্ৰাতৃত্বৰ ওপৰত ভাৰসা কৰিলে। তেওঁলোকৰ এই ভাৰসা নিষ্ফলে নহ'ল।

বিহাৰৰ কিছু অংশত; বিশেষকৈ উত্তৰ বিহাৰৰ জিলাবোৰত যদিও যঁতৰৰ প্ৰচলন বহুত কমি গৈছিল তথাপি কেতিয়াও একেবাৰে বন্ধ হোৱা নাছিল। এই আন্দোলনৰ কাৰণে সি নৱজীবন পালে। চৰ্‌খা প্ৰচাৰৰ কাৰণে তিলক-স্বৰাজ-পুঁজিৰপৰা টকাও পালে। আমাৰ প্ৰদেশতো কাম আৰম্ভ কৰা হ'ল। কাম আমি আৰম্ভ কৰিলোঁ হয় কিন্তু আমাৰ শাস্ত্ৰীয় জ্ঞান অকণো নাছিল। উৎসাহ আছিল কিন্তু বেপাৰৰ বুদ্ধি নাছিল। সেইকাৰণে সেইসময়ত যি কাম হ'ল তাৰ ফলত খাদীৰ প্ৰচাৰ হ'ল কিন্তু পইছাও বহুত নষ্ট হ'ল। গান্ধীজীয়ে আন্দোলনৰ আৰম্ভনিতে কোৱা কথালৈ মই আজি যেতিয়া মনত পেলাওঁ তেতিয়া তেখেতৰ দূৰদৰ্শিতা আৰু কাৰ্য্য কুশলতাৰ এটা জলন্ত দৃষ্টান্ত দেখিবলৈ পাওঁ। তেখেতে কৈছিল যে আমাৰ ৰাষ্ট্ৰীয় স্কুল চৰ্‌খা-শালা হোৱা উচিত আৰু এই জ্ঞান লাভ কৰা আৰু বৃদ্ধি কৰাত ৰাষ্ট্ৰীয় বিদ্যালয়বোৰ লাগি যোৱা উচিত। চৰ্‌খাৰ দ্বাৰাহে আমি যুৱকসকলক হাজাৰে হাজাৰে কাম দিব পাৰিম আৰু তেওঁলোক জনতাৰ ধন বৃদ্ধিত সহায়ক হ'ব পাৰিব। তেখেতে সাবৰমতী আশ্ৰমত উদ্যোগশালা খুলি চৰ্‌খা সম্বন্ধীয় অনুসন্ধানৰ কামো আৰম্ভ কৰি দিলে। কিন্তু ৰাষ্ট্ৰীয় শিক্ষাৰ অধিকাৰী সকলে ইয়াৰ মৰ্ম্ম ভালদৰে বুজি নেপালে। তেওঁলোকে বিদ্যাপীঠ আৰু তাৰ অধীনৰ পাঠশালাবোৰ চৰ্‌খাশালা নকৰিলে—যদিও সকলো ঠাইতে চৰ্‌খা চলোৱাটো এক বাধ্যতামূলক বিষয় কৰি দিয়া হৈছিল।

যতঁৰ চলাবলৈ আৰম্ভ কৰিলে; কিন্তু শিক্ষক সকলৰতো শাস্ত্ৰজ্ঞান নাছিলেই, ল'ৰাবিলাকক তেওঁলোকে শিক্ষা ক'ৰপৰা দিব। এই কাৰণে কণাই অন্ধলোকক বাট দেখুৱালে। সেই হেতুকে কিছুদিনলৈ চৰ্‌খা প্ৰকৃত পথলৈ আহিব নোৱাৰিলে। আমি আজি এই অদূৰদৰ্শিতাৰ কাৰণে কাকো দোষ দিব নোৱাৰোঁ; কিয়নো এনে হোৱাটো স্বাভাৱিকৰ নিচিনাই আছিল। সকলোৰে দৃষ্টি আছিল ভাবী স্বৰাজৰ ওপৰত—যিটো, ৰাজনৈতিক পৰিবৰ্ত্তনৰ এটা সীমাবদ্ধ বস্তু আছিল বুলি ধৰা হৈছিল। কংগ্ৰেছৰ ভিতৰতো কিছুমানে বিশেষকৈ মহাৰাষ্ট্ৰীয় সকলে খাদী-

চৰ্খা বিবোধিতা কৰিয়েই আছিল। কিন্তু এই ত্ৰুটী বিলাক থকা সত্বেও খাদীৰ খুব প্ৰচাৰ হ'বলৈ ধৰিলে। এতিয়া শুদ্ধ আৰু অশুদ্ধ খাদীৰ পাৰ্থক্য মানুহে ইমানদৰে জনা নাছিল। হাতে কটা মোটা সুতাৰ কাপোৰকে খাদী বুলি ভাবি কিনিছিল। মহাত্মাজীয়ে কৈছিল যে সত্যাগ্ৰহৰ কাৰণে খাদীৰ প্ৰচাৰ অত্যন্ত আৱশ্যকীয় আৰু তাৰ প্ৰচাৰৰ প্ৰমাণ দেখিলেই ধৰিব পৰা হ'ব লাগে। অৰ্থাৎ আমি যেতিয়া চাৰিওফালে মানুহে খাদী পিন্ধা দেখিবলৈ পাম তেতিয়া আমি জানিম যে ইয়াৰ প্ৰচাৰ হ'ল—ইয়াৰ কাৰণে কিতাপ আৰু ৰচনা তথা খবৰ কাগজত প্ৰচাৰ হোৱা হিচাপ চাই অথবা কাৰোবাক সুধি প্ৰমাণ বিচাৰিবৰ আৱশ্যক নহ'ব।

বিহাৰৰ ভ্ৰমণত গান্ধীজীয়ে খাদীৰ ওপৰত যথেষ্ট জোৰ দিছিল। দাৰভাঙ্গা জিলাৰ মধুবনী এলেকাত হোৱা কোকটী কাপোৰ যথেষ্ট মিহি সুন্দৰ আৰু মোলায়েম হৈছিল। সেই কাপোৰ দেখি মানুহ আচৰিত হৈছিল। এই কাপোৰৰ বেপাৰ এতিয়ালৈকে উঠি যোৱা নাছিল। ইয়াৰ এটা বিশেষ কাৰণ আছিল যে নেপালৰ দৰবাৰত আৰু তাৰ সম্ভ্ৰান্তলোকৰ মাজত এই কাপোৰৰ যথেষ্ট ব্যৱহাৰ আছিল। তাৰ কাৰণেই এই কাপোৰ বিশেষকৈ নেপালৰ সীমাত পৰা এলেকাত খুব বেচিকৈ তৈয়াৰ হৈছিল। তাত বোৱা কিছুমান চুৰিয়াও দেখুউৱা হ'ল আৰু মোৰ মনত আছে সেইবোৰ দেখি বিশেষকৈ মৌলানা মহম্মদ আলীয়ে বৰ সন্তোষ পাইছিল। বিহাৰ শৰীফৰ নিচিনা মোমিনসকলৰ এখন মুখ্যস্থানলৈ গান্ধীজী গ'লত তেওঁলোকে সহায় কৰাৰ প্ৰতিশ্ৰুতি দিলে।

বিহাৰৰ ভ্ৰমণ শেষ কৰাৰ আগতে গান্ধীজীয়ে নিজৰ লগৰীয়া সকলৰ সৈতে পাটনালৈ আহিল। সদাকত আশ্ৰমত থাকিল। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নতুন কাৰ্য্যকৰী সভাৰ বৈঠক তাতে বহিছিল। বোম্বাইৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিত ৱৰ্কিং কমিটিৰ নিৰ্ব্বাচন হৈছিল।ময়ো সদস্য নিৰ্ব্বাচিত হৈছিলোঁ। সেইকাৰণে ময়ো এই বৈঠকত যোগ দিছিলোঁ। এই বৈঠকত বিদেশী কাপোৰ বৰ্জ্জনৰ কাৰ্য্য-সূচী সম্পূৰ্ণ কৰা আৰু ইয়াৰ কাৰণে চৰ্খা প্ৰচাৰৰ আৱশ্যকতাৰ ওপৰতে বেচি জোৰ দিয়া হৈছিল।

বিহাৰৰ পৰা গান্ধীজী কলিকতা হৈ অসমলৈ গ'লগৈ। মই বিহাৰত খাদী-সংগঠন আৰু চৰ্খা প্ৰচাৰৰ কামত বুৰিবলৈ ধৰিলোঁ। প্ৰাদেশিক কমিটিয়ে এই কামৰ কাৰণে কেইজনমান মানুহৰ এখন কমিটি কৰি

দিলে। সকলো জিলাতে এই কামৰ কাৰণে কিছুমান মানুহ নিযুক্ত কৰি দিয়া হৈছিল। কাম খুব জোৰেৰে চলিবলৈ ধৰিলে। চৰকাৰো মনে মনে বহি নাথাকিল। তেওঁলোকৰ ভয় হ'ল যে বিদেশী কাপোৰৰ দোকানত 'পহৰা দিয়া হ'ব। কংগ্ৰেছে কাপোৰৰ বেপাৰীসকলক বিদেশী কাপোৰৰ বেপাৰ এৰি দিবলৈ আৰু যি বিদেশী কাপোৰ তেওঁ-লোকৰ হাতত জমা আছে তাক বিদেশত বেচাৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰিলে—ভাৰতবৰ্ষত যেন ইয়াতে হোৱা কাপোৰহে বেচে। এই সিদ্ধান্তত ভয় খাই বিহাৰ চৰকাৰৰ নতুন প্ৰধান সচিব মিষ্টাৰ চিফ্‌টনে এক নটিছ জাৰি কৰি জিলাৰ অফিচাৰ সকলক উৎসাহ দিলে যাতে তেওঁলোকে বিদেশী কাপোৰ সম্বন্ধে প্ৰচাৰ কৰে আৰু জনতাক বুজায় কয় যে বিদেশী কাপোৰ নহলে মানুহৰ বৰ কষ্ট হ'ব আৰু কাপোৰৰ খুব দাম হ'ব আৰু য'তে কংগ্ৰেছী মানুহে জোৰ কৰে তাতে যাতে গ্ৰেপ্তাৰ হয়। ইয়াৰ আগতে প্ৰধান সচিব কেনীয়ে অসহযোগ সম্বন্ধে এনে ধৰণৰ এখন নটিছ জাৰি কৰিছিলেই। এতিয়া বিদেশী কাপোৰ সম্বন্ধে আৰু শক্তিশালী নীতি চৰকাৰে ঘোষণা কৰিলে। অনুমান হ'ল এদিন নহয় এদিনা সংঘৰ্ষ হ'বই। কিন্তু আমি নিজৰ কাম দৃঢ়তাৰে সহিষ্ণু-তাৰে কৰি গলোঁ। কাম খুব জোৰেৰে আগবাঢ়িল।

গান্ধীজীয়ে অসম ভ্ৰমণ সমাপ্ত কৰি কলিকতালৈ উভতি আহিল। তাত আকৌ ৱৰ্কিং কমিটিৰ বৈঠক হ'ল আৰু বৈঠকত যোগ দিবলৈ মই তালৈ গলোঁ।

## ৩৭। মোপ্‌লা বিদ্ৰোহ আৰু হিন্দু-মুছলমান প্ৰশ্ন

গান্ধীজী কলিকতাৰ পৰা মাদ্ৰাজৰ ফাললৈ গ'ল। এই ভ্ৰমণত তেখেতে কোনো এঠাইত লেঙুটি পিন্ধাৰ ঘোষণা কৰিলে। তেখেতৰ লগত যোৱা মৌলানা মহম্মদ আলীক ওৱালটায়াৰ ষ্টেচনত গেপ্তাৰ কৰিলে। তেওঁক মৌলানা চৌকত আলী, ডাক্তৰ কিচ্‌লু, মৌলানা হুছেইন আহমদ, মৌলানা নিছাৰ আহ্‌মদ, পীৰ গোলাম মজদ্দিদ আৰু শ্ৰীভাৰতীকৃষ্ণ তীৰ্থ শঙ্কৰাচাৰ্য্য আদি অন্যান্য নেতাসকলৰ লৈতে কৰাচীত খিলাফত্‌

কনফাৰেন্সত বক্তৃতা দিয়া আৰু এক ফটোৱা প্ৰচাৰ কৰা অভিযোগত কাছাৰীত হাজিৰ কৰিলে। এই মোকৰ্দ্দমাই দেশত হুলস্থুলৰ সৃষ্টি কৰিলে। মৌলানা মহম্মদ আলীয়ে আত্মপক্ষ সমৰ্থন কৰি দিয়া বক্তৃতাৰ কাৰণে আৰু মোকৰ্দ্দমাত অভিযুক্ত হোৱা সকলৰ ব্যক্তিত্বৰ কাৰণে এই মোকৰ্দ্দমা বৰ মহত্বপূৰ্ণ হৈ পৰিছিল। শেষত শ্ৰীশঙ্কৰাচাৰ্য্যৰ বাহিৰে বাকী সকলোৰে শাস্তি হ'ল।

বোম্বাইত ৱৰ্কিং কমিটি হ'ল আৰু ৱৰ্কিং কমিটিয়ে আদেশ দিলে যে যি ফটোৱাৰ কাৰণে এই নেতাসকলৰ শাস্তি হল সেই ফটোৱা সকলো ঠাইতে ডাঙৰ ডাঙৰ সভা পাতি দোহাৰিব লাগে। বোম্বাইত গোটেইখোৱা ৱৰ্কিং কমিটি আৰু অন্যান্য নেতাসকলে নিজ হাতৰ চহী দি এখন গোহাৰি উলিয়ালে আৰু এই গোহাৰিত যি কথাৰ কাৰণে কৰাচীৰ মোকৰ্দ্দমা চলিছিল সেইকথাৰে স্বীকৃতি কৰিলে। এই গোহাৰিত ময়ো চহী কৰিছিলোঁ। গোটেই দেশতে অসংখ্য সভা হ'ল। সেই সভা-বোৰত অসংখ্য মানুহে সেই ফটোৱা দোহাৰিলে। চৰকাৰে একো নকৰিলে, থমক খাই থাকিল। যি ফটোৱা কেৱল মুছলমান সকলেহে জানিছিল সেই ফটোৱাকে এতিয়া কিমান হিন্দুৱে দোহাৰিলে তাৰ সংখ্যা নাই। লগতে এইটোও দেখুৱালে যে একে কামকে যদি অলপ সংখ্যক মানুহে কৰে তেন্তে সি আইনতঃ দোষ হয় আৰু তাকে যদি গোটেই দেশৰ মানুহে সুসংগঠিতভাৱে কৰে তেন্তে সি আইনতঃ দোষ হৈ নাথাকে। সত্যাগ্ৰহৰ এই এটা সুন্দৰ নমুনা দেশবাসীৰ সম্মুখত ওলাই পৰিল।

ঠিক সেই সময়তে বৰ ধুমধামেৰে আৰাত বিহাৰ প্ৰাদেশিক ৰাজ-নৈতিক কনফাৰেঞ্চ মৌলবী মহম্মদ শফীৰ সভাপতিত্বত হয়। মই সেই সভাত মাত্ৰ এদিনহে যোগ দিব পাৰিলোঁ, কিয়নো মই ৱৰ্কিং কমিটিত যোগ দিবলৈ বোম্বাইলৈ যাব লগা হৈছিল। তথাপি আৰাত খুব উৎসাহ উদ্যমেৰে কাম হ'ল। লগতে তাত প্ৰাদেশিক খিলাফত কনফাৰেঞ্চ হ'ল আৰু তাত বহুতো হিন্দুৱে খিলাফত পুঁজি আৰু সুমিৰণা পুঁজিলৈ টকা দিবলৈ প্ৰতিশ্ৰুতি দিলে আৰু টকা জমাও হ'ল।

মহাত্মাজী এই ভ্ৰমণত থাকোঁতে খবৰ পালে যে মালাবাৰৰ মোপ্লা সকলে চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ কৰি দিলে। প্ৰথমতে সকলো খবৰ পোৱা নাছিল কিন্তু লাহে লাহে পাবলৈ ধৰিলে। মৌলানা মহম্মদ আলী তালৈ যোৱাৰ কথা আছিল কিন্তু তেওঁক গ্ৰেপ্তাৰ কৰিলে। মহাত্মাজীও তালৈ যাবলৈ

খিচাৰিছিল কিন্তু তেখেতকো যাবলৈ অনুমতি দিয়া নহ'ল আৰু তেখেতৰ যোৱা বন্ধ কৰি দিলে। যদি এই নেতা সকল তালৈ যাব পাৰিলেহেঁতেন তেন্তে সেই আন্দোলনে যি ৰূপ ল'লে তেনে ৰূপ ধাৰণ কৰিব নোৱাৰিলেহেঁতেন অথবা ইমান প্ৰচাৰো নহলহেঁতেন। প্ৰথমে মোপ্লা সকলে চৰকাৰী কৰ্ম্মচাৰী, ৰেল আৰু কাছাৰীবোৰৰ ওপৰত আক্ৰমণ চলালে; কিন্তু পিচত খবৰ ওলাবলৈ ধৰিলে যে তেওঁলোকে হিন্দু সকলৰ ওপৰতো আক্ৰমণ কৰিবলৈ আৰম্ভ কৰি দিলে—তেওঁলোকক মাৰিবলৈ আৰু জোৰেৰে মুছলমান কৰিবলৈ ধৰিলে। এই খবৰে হিন্দু সকলৰ মাজত গোলমালৰ সৃষ্টি কৰিলে। দুয়ো সম্প্ৰদায়ৰ মাজত মনোমালিন্য ভাবৰ বীজ অঙ্কুৰিত হ'ল। যি হিন্দু-মুশ্লিম একতা এক ৰকমৰ স্থাপিত হোৱা দেখা গৈছিল সেই একতা এই এটা ঘটনাতে নষ্ট হবৰ উপক্ৰম হ'ল। কিছুমান হিন্দুৰ আৰু বিশেষকৈ চৰকাৰৰ প্ৰচাৰৰ ফলত ইয়াৰ খুব প্ৰভাৱ পৰিবলৈ ধৰিলে। কিন্তু এতিয়াও কথা একেবাৰে বিষম হোৱা নাছিল। কেইমাহমানৰ পিচত হোৱা ঘটনাই হিন্দু-মুছলমান সংঘৰ্ষৰ ৰূপ যদি ধাৰণ নকৰিলেহেঁতেন তেন্তে ১৯২১ চনৰ ঐক্যৰ দৃশ্য আমি দেখিয়েই থাকিলোহেঁতেন। কিন্তু হব লগীয়া আছিল অন্য এক।

গান্ধীজীৰ মতে তেখেতে খিলাফতৰ সম্বন্ধত মুছলমান সকলক যি সহায় কৰিলে সেইটো উচিত কামেই কৰিলে। তাৰ কাৰণে আজিও তেখেতৰ এধান মানো দুখ নাই। তেখেতে যি কৰিলে অথবা হিন্দু সকলে তেখেতৰ প্ৰেৰণাত যি কৰিলে সি উচিত আৰু ন্যায় আছিল। যদি একে ঘৰতে দুটা ভাই-ককাই থাকে তেন্তে এটাৰ যদি কিবা বিপদ-আপদ হয় তেন্তে অন্যটোৱে সহায় কৰাটো ধৰ্ম্ম। এই কথা বিচাৰ কৰা ভুল হ'ব যে এই সহায়ৰ পৰিবৰ্ত্তে বিপদগ্ৰস্ত ভায়েকক সহায় কৰা ককায়েকক কি ধৰণেৰে ব্যৱহাৰ কৰিব অথবা তেওঁ সেই উপকাৰ পাহৰি যাব নেকি। নিজৰ কৰ্ত্তব্য পালন কৰাই মানুহৰ কাৰণে যথেষ্ট হোৱা উচিত। তাৰ পৰিণাম বা প্ৰত্যাশা নিষ্ফল। তাৰ উপৰিও মহাত্মাজীয়ে মুছলমান সকলক দেশৰ স্বাৰ্থৰ কাৰণেও সহায় কৰিছিল বুলি মই ভাবোঁ; কিয়নো তেখেতে বিশ্বাস কৰিছিল যে হিন্দু-মুশ্লিম ঐক্য দেশৰ উদ্ধাৰৰ কাৰণে আৱশ্যক আৰু ইয়াৰ দ্বাৰাই তেখেতে হিন্দু সকলৰ কাৰণে মুছলমান সকলৰ পৰা গো-ৰক্ষাৰ আশাও কৰিছিল।

আনহাতে কিছুমান মানুহে ভাবিছিল যে খিলাফতৰ আন্দোলন এটা ধৰ্ম্মৰ আন্দোলন আৰু এই আন্দোলনত সহায় কৰি ধাৰ্ম্মিক গোঁড়ামিকেহে

সহায় কৰা হ'ল আৰু তাৰ ফলস্বৰূপে সৰ্ব্বসাধাৰণ মুছলমান জনতাৰ মাজত ধৰ্ম্মৰ গোঁড়ামি বাঢ়িল আৰু এই আন্দোলন অলপ দুৰ্ব্বল হোৱাৰ লগে লগে কিছুদিনৰ ভিতৰতে এই গোঁড়ামি ইমান ভয়ঙ্কৰ হৈ পৰিল যে তেওঁলোকে ধৰ্ম্মৰ বিষয়ৰ উপৰিও ৰাজনীতিতো নিজৰ গোঁড়ামি দেখুৱাবলৈ ধৰিলে আৰু যেতিয়া কিছুদিনৰ পিচত তুৰ্কীয়েই খলিফাক বহিষ্কাৰ কৰিলে আৰু খিলাফতৰ আন্দোলন নাইকিয়া হ'ল তেতিয়া এই জাগৰণে সম্পূৰ্ণৰূপে ভাৰতীয় ৰাজনীতিত মুছলমান সকলক ৰক্ষণশীল কৰি তুলিলে। যদি ইমানেই হ'লহেঁতেন কোনো কথা নাছিল কিন্তু এই ৰক্ষণশীলতা ধৰ্ম্ম সম্বন্ধীয় হোৱাৰ কাৰণে মুছলমান সকলে নিজৰ ৰাজনৈতিক প্ৰভুত্ব স্থাপন কৰাৰ কথা ভাবিবলৈ ধৰিলে।

যি কোনো ক্ৰিয়াৰে প্ৰতিক্ৰিয়া আছেই। গোড়া হিন্দু সকলৰ ভিতৰতো এই প্ৰতিক্ৰিয়া হ'বলৈ ধৰিলে। এহাতে যদি মুছলমান সকলে ধৰ্ম্ম পৰিবৰ্ত্তনৰ কাৰণে মানুহৰ মাজত প্ৰচাৰ আৰম্ভ কৰিলে আনহাতে হিন্দু সকলে শুদ্ধি আৰু সংগঠনৰ ঢোল কোবালে। ফলত লাহে লাহে দুয়ো সম্প্ৰদায়ৰ মাজত মনোমালিন্য বাঢ়ি গ'ল। আজি দুয়ো সম্প্ৰদায়ৰ মাজত এনে এটা বহল আৰু গভীৰ খালৰ নিচিনা অৱস্থাৰ সৃষ্টি হৈছে যিটো এই সময়ত কোনো উপায়েৰে পূৰোৱা বা পাৰ কৰা বৰ কঠিন হৈ পৰিছে। বৃটিছ চৰকাৰে এই সুবিধাটো কেনেকৈ এৰিব পাৰে? তেওঁলোকে সময়ে সময়ে নিজৰ কূটনীতিৰ দ্বাৰা কাম লবলৈ পিছ নুহুইঁকিল। তেওঁলোকে সেই সৰু ফিৰিঙতিটো চতুৰতাৰে সদায় ফুৰাই থাকিল। এতিয়াও সি যেতিয়া দপদপীয়া জুইৰ নিচিনাকৈ জ্বলি উঠিল তেওঁলোকে তাত ঘিউ ঢালিবলৈ পিছ নুহুইঁকিল।

মই অলপ কথাতে এটা ডাঙৰ কাহিনী কলোঁ। মই যিখিনি লিখিলোঁ সেইখিনি ১৯২১ চনতে হৈছিল বুলি ভাবিব নালাগে। সেই সময়তে বীজ মাটিত পৰিল, হয়তো বহুতে নেদেখিলেও আৰু যদি দেখিছিলেও তেন্তে তাত বিশেষ গুৰুত্ব আৰোপ নকৰিলে কিয়নো মোপ্‌লা-বিদ্ৰোহ সত্বেও দেশত ঐক্যই দেখিবলৈ পোৱা গৈছিল আৰু তাৰ জলন্ত প্ৰমাণ পোৱা গৈছিল সেই সময়ত গোটেই দেশতে ফটোৱা দোহৰিবলৈ আয়োজন কৰা সভাবোৰত। যুৱৰাজ অহা সময়ত তেওঁৰ আগমন দেশৰ সকলো ঠাইতে বৰ্জ্জন কৰি এই ঐক্যৰ পুষ্টি সাধন কৰা হৈছিল।

ইয়াত মই এই দুই চিন্তাধাৰাৰ বিষয়ে ইমানকেহে ক'ব খোজোঁ যে

দুয়োবো দৃষ্টিকোণৰ মাজত বৰ ডাঙৰ পাৰ্থক্য আছে। মুছলমান সকল যেনেকৈয়ে ভাৰতলৈ নাহক আৰু যেনেকৈয়ে তেওঁলোকৰ সংখ্যা নাবাঢ়ক আজি হিন্দুসকল ভাৰতৰ যেনে নিবাসী মুছলমান সকলো তেনে নিবাসীয়েই। তেওঁলোকৰ কাৰণে অন্য দেশ নাই। তেওঁলোকৰ অন্য দেশৰ মুছলমানসকলৰ প্ৰতি সহানুভূতি লাগিলে থাককেই আৰু যদি তৰ্কৰ খাতিৰত ধৰা হয় যে যদি তেওঁলোকে কোনো বিপদৰ সময়ত ওচৰৰ অমুছলমানসকলক এৰি দূৰত থকা মুছলমান সকলৰ প্ৰতি সহানুভূতি দেখুৱাবৰ সুবিধা বাচি লবলৈ পায় তথাপিও এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে তেওঁলোক এই দেশতে মৰিব লাগিব, জীয়াই থাকিব লাগিব, সুখ-দুখ ভোগ কৰিব লাগিব আৰু জীৱনৰ আকাংখা পূৰ্ণ কৰিব লাগিব তথা বিপদৰ বোজা ব'ব লাগিব। মৃত্যুৰ পিচতো তেওঁলোকে দেশৰ কিছু অংশৰ ওপৰত দখল বজাই ৰাখে। হিন্দুৰ মৃত্যুৰ পিচত শৰীৰটো জ্বলাই দিয়া হয় আৰু তেওঁৰ পঞ্চভৌতিক দেহাৰ কোনো চিহ্ন নাথাকে, ছাইৰ ৰূপত যি অলপ অচৰপ থাকে তাকো হয় বতাহে উৰাই নিয়ে নহলে পানীয়ে উটুৱাই নিয়ে। কিন্তু মুছলমানে তিনি চাৰি হাত মাটি লৈ স্থায়ী ৰূপত এই দেশৰ মাটিতে পৰি থাকে। এই কবৰ বিলাক লৈ যে কিমান কাজিয়া হয় তাক কোনে নাজানে। গতিকে এই কথা আমি মানিবই লাগিব যে মুছলমান সকলক আমি এই দেশত বিদেশী বুলি ধৰিব নোৱাৰোঁ।

এতিয়া প্ৰশ্ন উঠিব যে মুছলমান সকল যদি বিদেশী নহয় তেন্তে অন্যৰ এই দেশৰ লগত যি সম্বন্ধ তেওঁলোকৰো সেই একে সম্বন্ধ। সেই কাৰণে তেওঁলোকেও ইয়াৰ সকলো কথাতে ভাগ পাব লাগে। ৰাজনৈতিক অধিকাৰৰ ভাগ-বতৰাতো তেওঁলোকৰ ন্যায্য দাবী আছে। সেই অধিকাৰ অস্বীকাৰ কৰাৰ এটাই অৰ্থ আছে আৰু হ'ব পাৰে যে তেওঁলোকক দবাই ৰাখি সেই অধিকাৰ বিলাকৰ পৰা বঞ্চিত কৰা।

যি কথা মুছলমান সকলৰ সম্বন্ধে কোৱা হ'ল সেই কথাই সকলো মতাৱলম্বী আৰু ধৰ্ম্মাৱলম্বীৰ কাৰণে খাটিব। যি দেশত ইমানবোৰ জাতি, ইমানবোৰ বিভিন্ন ধৰ্ম্মাৱলম্বী লোক, ইমানবোৰ নানা ভাষা-ভাষী লোক, ইমানবোৰ মত মতান্তৰ মনা মানুহ থাকে সেইদেশৰ মানুহৰ মাজত যদি একতা স্থায়ী নহয় তেনেহলে পাৰস্পৰিক বিশ্বাস আৰু প্ৰেমৰ ওপৰত শান্তি কেতিয়াও স্থাপন হ'ব নোৱাৰে। যি যেতিয়া ইচ্ছা কৰি অন্যক দবাব পাৰে তেতিয়া নিজৰ প্ৰভুত্ব স্থাপন কৰিব ; দবাই

বথা মানুহে আকৌ মূৰ তুলি উঠিবলৈ চেষ্টা কৰি থাকিব—নিজেও কান্ত মাথাকিব আৰু অন্যকো শান্তিৰে থাকিবলৈ নিদিব। আজি পৃথিবী ব্যাপী হোৱা এই মহাযুদ্ধত আমি যুঁজি থকা শক্তিবোৰৰ যি দৃশ্য দেখিবলৈ পাইছোঁ অলপ কম পৰিমাণে সেই দৃশ্যকে সদায় দেখিবলৈ পোৱা যাব। এই কথা বুদ্ধি বা দূৰদৰ্শিতাৰ পৰিচায়ক নহয়। আজি আমি এই ভয়ঙ্কৰ সংহাৰ মূৰ্ত্তি দেখিও যদি এই কথা বুজি নাপাওঁ আৰু এই দেশখনকো তেনে সংহাৰৰ পৰা বচাবলৈ উপায় চিন্তা নকৰোঁ তেন্তে সি আমাৰ কাৰণে লাজৰ, দুখৰ আৰু হাঁহিয়াতৰ কথা হ'ব। গান্ধীজীয়ে এই ভাৱ ধাৰা অনুযায়ী আৰম্ভণিৰ পৰাই অহিংসাৰ ওপৰত জোৰ দি আহিছে আৰু এই অহিংসাৰ আৱশ্যকতা ভাৰতৰ নিচিনা দেশৰ কাৰণে অত্যাৱশ্যকীয়।

অহিংসাৰ তত্ত্ব অতি গভীৰ। জীৱনত ইয়াক প্ৰয়োগ কৰা বৰ কঠিন কাম। ইয়াক ভালকৈ নুবুজাৰ কাৰণেই অহিংসাৰ শক্তি আৰু মৰ্য্যাদাক মানুহে হাঁহি উৰুৱাই দিয়ে। তেনে মানুহে কয় যে অহিংসাই মানুহক ভয়াতুৰ কৰে—আজিলৈকে সংসাৰৰ কোনো দেশতে অহিংসাক ৰাষ্ট্ৰীয় কাৰ্য্যসূচীত স্থান দিয়া নাই। মানুহে কয় যে অহিংসাৰ দ্বাৰা দেশৰ স্বাধীনতা ৰক্ষা হ'ব নোৱাৰে। সাধাৰণ মানুহৰ কথাই নাই ডাঙৰ জনা শুনা আৰু সংযমী মানুহেও ক্ৰোধ দমাই ৰাখিব নোৱাৰে। ক্ৰোধেই হিংসাৰ জন্মদাতা অথবা তাৰ অন্য-ৰূপ। সেইকাৰণে সেই নীতি কেতিয়াও প্ৰচলন হ'ব নোৱাৰে। এই নীতি অব্যৱহাৰ্য্য। ইত্যাদি।

এই কথা আলোচনা কৰাৰ সময়ত প্ৰথম কথা মানি ল'ব লাগে যে হিংসাত কাপুৰুষালি আছে অহিংসাত নাই। য'ত কাপুৰুষালি আহি পৰে তাত অহিংসা থাকিব নোৱাৰে। মই যদি মোৰ প্ৰতিপক্ষক ভয় কৰোঁ আৰু সেই ভয়ৰ কাৰণে তেওঁৰ লোকচান কৰিব নোখোজোঁ তেন্তে সেইটো অহিংসা কেনেকৈ হ'ব পাৰে? প্ৰতিপক্ষৰ লোকচান নকৰাৰ প্ৰবৃত্তি ভয়ৰ কাৰণেহে তেনে কৰা বেয়া বুলি ভবাৰ কাৰণে নহয়। যি মানুহে এইদৰে ভয়ৰ কাৰণে লোকচান নকৰে তেওঁ যদি আজি সুবিধা পায় আৰু অন্যৰ যদি শক্তিৰ অলপ সহায় পায় আৰু তেওঁৰ ভয় দূৰ হয় তেন্তে তেওঁ অবিলম্বে নিঃসঙ্কোচে প্ৰতিপক্ষক আক্ৰমণ কৰিব; আৰু যিমানদূৰ পাৰে তেওঁৰ ক্ষতি কৰিব। ই কেতিয়াও অহিংসা নহয়। অহিংসা তেওঁৰেই থাকিব পাৰে যি উপলব্ধি কৰে যে ক্ষতি

কৰাই অন্যায়, অন্যক দুখ দিয়াটো অন্যায় আৰু এই বিশ্বাসৰ কাৰণে তেওঁ ক্ষতি কৰাৰ পৰা পিছহোঁহকে। তেওঁৰ এই শক্তি ক্ষতি সাধন কৰিব পৰা শক্তিৰ ওপৰত নিৰ্ভৰ নকৰে। তেওঁৰ যদি শক্তি নাথাকেও অথচ তেওঁ এই ভাবৰ দ্বাৰা প্ৰেৰিত হৈ ক্ষতি কৰাৰ কথাও নাভাবে তেনেহলে তেওঁৰ প্ৰবৃত্তি অহিংসাত্মক হ'ব। আৰু যদি শক্তি থকা সত্বেও তেওঁ ক্ষতি কৰাত প্ৰবৃত্ত নহয় তেন্তে তেওঁ অহিংসাত্মক হোৱাত কাৰো সন্দেহ থাকিব নোৱাৰে। যেতিয়া মানুহে এনেদৰে আৰু এনে ভাবেৰে অনুপ্ৰাণিত হৈ অন্যক কষ্ট দিব নোখোজে তেনেহলে যদি প্ৰতিপক্ষই কোনো অত্যাচাৰ বা জুলুমো কৰে তেন্তে সেই অত্যাচাৰ আৰু জুলুম সহিব পৰা শক্তি তেওঁৰ থকা উচিত। যদি কোনোবাই কিবা অন্যায় এই কাৰণে মানি লয় যে যদি তেওঁ এনেভাবে মানি নলয় তেন্তে অন্যায় কৰাজনে আৰু বেছি কষ্ট দিব পাৰে সেই কাৰণে মনে মনে থাকি তাক সহি লোৱাই ভাল, তেনেহলেই অহিংসাত্মক প্ৰবৃত্তি নহয়, ই কাপুৰুষালি। যিটো ঠিক আৰু ন্যায়সঙ্গত বুলি ভাবে তাকে কৰি যোৱাটো, নিৰ্ভয় মনেৰে নিজৰ কৰ্ত্তব্য কৰি যোৱা, অন্যায় কাৰিজনে ইচ্ছামতে জুলুম কৰিলেও তেওঁ কৰ্ত্তব্যৰ পৰা পিচলি নোযোৱা আৰু অন্যায়কাৰী জনৰ ওপৰত প্ৰতিশোধ ল'ম বুলি ভাবি উত্তেজিত হৈ তেওঁৰ বিৰুদ্ধে বল প্ৰয়োগ নকৰাই হ'ল অহিংসাত্মক প্ৰবৃত্তি। য'ত আমি নিৰ্দ্ধাৰিত পথৰ পৰা আতৰি নাযাওঁ, নিজৰ পথত থকাৰ কাৰণে অন্যায়কাৰীয়ে যিমানেই জুলুম নকৰক তাক সহি থাকোঁ আৰু লগতে তেওঁক কষ্ট নিদিও তেনেহলে প্ৰকৃত অহিংসাত্মক মানুহৰ নিচিনা আমাৰ ব্যৱহাৰ হয়। ইয়াৰ পৰা স্পষ্টকৈ বুজিব পাৰি যে অহিংসাত্মক কাৰ্য্যত কাপুৰুষালিৰ ঠাই নাই। তাত কষ্ট সহ্য কৰাৰ ভয় নাই। এনেকুৱা তেতিয়াই হব পাৰে যেতিয়া নিজৰ পক্ষ ন্যায় বুলি সম্পূৰ্ণ বিশ্বাস থাকে, তাক সমৰ্থন কৰাৰ কাৰণে দৃঢ় সঙ্কল্প থাকে আৰু প্ৰতিপক্ষক কষ্ট নিদিবলৈ সম্পূৰ্ণভাবে প্ৰস্তুত থাকে। শেষত অহিংসাত্মক ব্যক্তিৰেই জয় হয়।

এনে সহন শক্তি মানুহৰ মাজত, বিশেষকৈ সৰ্ব্বসাধাৰণ মানুহৰ মাজত সৃষ্টি কৰা মস্কিল বুলি ধৰিলে ইয়ানকেই ক'লেই হ'ব যে যি সকল মানুহে অস্ত্ৰ-শস্ত্ৰেৰে যুঁজ কৰে তেওঁলোকৰ ভিতৰতো সাধাৰণ শ্ৰেণীৰ মানুহ আছে আৰু তেওঁলোকক যদি নিৰস্ত্ৰ কৰি দিয়া যায় তেন্তে তেওঁলোকে যুদ্ধক্ষেত্ৰত দেখুৱা বীৰত্ব দেখুৱাব নোৱাৰিব। কেৱল অভ্যাস আৰু অধ্যৱসায়ৰ আৱশ্যক। কৌজৰ চিপাহীৰ বীৰত্বও অভ্যাসৰ দ্বাৰাইহে বৃদ্ধি

কৰা হয়। কিন্তু সেই বীৰত্ব ভয়ৰ ওপৰত অৱলম্বন—প্ৰতিপক্ষক মাৰিবই লাগে নহলে তেওঁলোকে মাৰি পেলাব। প্ৰতিপক্ষই মৰাৰ ভয়েই বীৰত্বৰ এটা বিশেষ কাৰণ। ইয়াৰ উপৰিও সকলো সংগঠিত সেনাৰ মাজতে অনুশাসনৰো ভয় আছেই। যি কথা তুলসীদাসে মৰীচৰ সম্বন্ধত কৈছিল সেই কথাই ইয়াতো খাটে—"উভয় ভাঁতি দেখা নিজ মৰ্না" (তোমাৰ আৰু তোমাক মৰাজনৰ দৃষ্টিৰে তোমাৰ মৃত্যু চোৱাঁ)। তেতিয়া মানুহে এক প্ৰকাৰৰ স্বাভাৱিক বীৰত্ব দেখুৱাবলৈ ধৰে। ই বহু অভ্যাসৰ পিচত হয়। অহিংসাত্মক বীৰত্বতো একে ধৰণৰ অভ্যাসৰ প্ৰয়োজন।

অহিংসাত্মক অভ্যাস অন্য ধৰণৰ। ফৌজত কুচ-কাৱাজ, কছ্ৰৎ আৰু হিংসাত্মক চিকাৰ আদি কৰোৱা হয়। অহিংসাত্মক অভ্যাস সম্পূৰ্ণ অন্য ধৰণৰ। ইয়াৰ সাধন হৈছে, একে কথাতে ক'বলৈ গ'লে সংযম। ইয়াত সংযম ব্যাপক অৰ্থত সেই সকলো নিয়মৰ কাৰণে ব্যৱহাৰ কৰা হৈছে যিবিলাকৰ আলোচনা হিন্দু তথা অন্য ধৰ্ম্মৰ গ্ৰন্থ সমূহত পোৱা যায়— সেই সংযম সাধাৰণ সদাচাৰবোৰ কঠোৰভাৱে পালন কৰি শিকা হয়। এই সকলো নিয়ম সত্য আৰু অহিংসাৰ ফালেই ঢাল খোৱা। গান্ধীজীয়ে সদায়েই লিখিছিল যে ঈশ্বৰত বিশ্বাস কৰাটো ইয়াৰ এক প্ৰধান সহায়ক। যদি এই অহিংসাত্মক প্ৰবৃত্তিবোৰ জাগ্ৰত আৰু পুষ্ট কৰাত সময় খৰচ কৰা হয়, সৰুৰে পৰা অভ্যাস কৰোৱা হয় আৰু ইয়াত সম্পূৰ্ণ মনযোগ দিয়া হয় তেন্তে নিৰ্ভৰতা আদি ইয়াৰ যি প্ৰধান বাহ্যিক ৰূপ দেখিবলৈ পোৱা হয়, অৱশ্যে প্ৰাপ্ত কৰিব পৰা যায়। ই মানুহৰ কাৰণে সম্ভৱ নহয় বুলি কোৱাটো অমূলক কথা।

এনে এটা সময় আছিল যেতিয়া সকলো দেশতে নিচেই কম সংখ্যক মানুহেই যুঁজ কৰাটো ব্যৱসায় হিচাবে লৈছিল অথবা যুদ্ধ কৰাটো নিজৰ ধৰ্ম্ম বুলি ভাবিছিল আৰু সাধাৰণ মানুহ ফৌজ আৰু যুদ্ধৰপৰা আঁতৰত আছিল। ভাৰতত যুদ্ধ ক্ষত্ৰিয়সকলৰেইহে ধৰ্ম্ম বুলি ভৰা হৈছিল। বৃটিছ চৰকাৰেও ভাৰতবৰ্ষত কেইটামান বিশেষ জাতি অথবা কেইখন মান প্ৰদেশৰ মানুহকহে যুঁজাৰু বুলি গণ্য কৰিছিল আৰু তাৰ পৰাইহে ফৌজত মানুহ ভৰ্ত্তি কৰিছিল। কিন্তু আজিকালিৰ ধ্বংসকাৰী মহাযুদ্ধই এই কথাটো প্ৰমাণ কৰি দিলে যে যুদ্ধৰ কাৰণে সকলো মানুহকে প্ৰস্তুত কৰিব পৰা হয় আৰু যি দেশে এই মৰ্ম্ম যিমান সোনকালে বুজিলে আৰু মানুহক যুদ্ধ-শিক্ষা দিয়াৰ যিমান ভাল ব্যৱস্থা কৰিলে সেই দেশ সিমানেই সোনকালে আৰু অধিক প্ৰস্তুত হৈ পৰিল। ভাৰতবৰ্ষতো

এই মহাযুদ্ধত ফৌজত ভৰ্ত্তি হওঁতে সেই নিয়মেই থাকিল যি নিয়ম আগতে আছিল আৰু যিবিলাক জাতি বা প্ৰদেশৰ মানুহ আগেয়ে যুঁজাৰু নাছিল সেইবোৰ মানুহো যথেষ্ট ভৰ্ত্তি হ'ল। এই কথা স্পষ্ট যে যেনেকৈ আজিৰ সেনাবিলাক সকলো শ্ৰেণীৰ আৰু সকলো বিভাগৰ মানুহ লৈ তৈয়াৰ কৰা হৈছে আৰু বীৰত্বেৰে সৈতে যুঁজ কৰিছে তেনেকৈয়ে অহিংসাত্মক সেনাও জনসাধাৰণৰ মাজৰ পৰা তৈয়াৰ কৰিব পাৰি, আনকি এই অহিংসাত্মক সেনাৰ ভৰ্ত্তিৰ ক্ষেত্ৰ আৰু বহুত বিস্তাৰিত হ'ব পাৰে। সশস্ত্ৰ সেনাত শাৰীৰিক বল আৱশ্যক আৰু সেই কাৰণেই বুঢ়া, কম বয়সৰ লৰা-ছোৱালী আৰু বহুপৰিমাণে তিৰোতা মানুহ তাৰ যোগ্য বুলি ভবা নহয়। অহিংসাত্মক সেনাত লৰা, বুঢ়া, তিৰোতা আনকি অন্ধ, খোৰা, লেঙেৰাযো যোগ দিব পাৰে, কিয়নো ইয়াত সেই শাৰীৰিক শক্তি ইমান আৱশ্যক নহয়—মানসিক দৃঢ়তা আৰু আত্মবলেই যথেষ্ট।

অহিংসাত্মক ক্ৰিয়াৰ আৰু এটা মহত্বপূৰ্ণ কথা হ'ল যে ইয়াত যিজনে যোগ দিয়ে তেৱেঁই দুখ কষ্ট মাতি আনে। অন্য যদি প্ৰতি-পক্ষও হয় তেতিয়াও কষ্ট আৰু বিপদৰ ভাগী নহয়; কিয়নো অন্যক কষ্ট দিয়া এওঁৰ ইচ্ছা নহয় আৰু এনে কষ্টৰ দ্বাৰা নিজৰ কাম সাধন কৰিবলৈ নিবিচাৰে। ইয়াৰ উদ্দেশ্য প্ৰতিপক্ষকো নিজৰ বশলৈ আনিব লাগে কিন্তু তাকে বল প্ৰয়োগেৰে নহয়, নিজৰ প্ৰেমেৰে আৰু প্ৰতিপক্ষৰ অন্তৰতো তেনে ভাব জাগ্ৰত কৰিহে। সেই কাৰণে অহিংসাত্মক কাৰ্য্যত আটাইতকৈ কম কষ্ট হয়। য'ত বল প্ৰয়োগ কৰা হয় তাত দুয়োপক্ষৰে বিপদ। ইয়াত কেৱল এক পক্ষই নিজৰ ওপৰত কষ্ট লয়। কষ্টৰ মাত্ৰা এইদৰে এনেয়েই আধা হৈ যায়। কিন্তু এই মাত্ৰা আধাতকৈও বহুত কম হ'য়; কিয়নো য'ত বিপক্ষই বলপ্ৰয়োগেৰে কষ্ট নিদিয়ে তেনে স্থলত অন্যাৰ হাতো দুৰ্ব্বল হৈ পৰে আৰু অস্ত্ৰও ভোটা হৈ যায়। আন্তৰিক ক্ৰোধৰ দ্বাৰা বাহুত বল প্ৰয়োগৰ শক্তি বাঢ়ে আৰু সেই ক্ৰোধ বল প্ৰয়োগৰ প্ৰতিক্ৰিয়াৰ দ্বাৰা যিমান জাগ্ৰত হয় অহিংসাত্মক প্ৰতিক্ৰিয়াৰ দ্বাৰা সিমান নহয়। সেই কাৰণে যদি উভয় পক্ষৰ কষ্ট আৰু বিপদৰ লেখ লোৱা হয় তেনেহলে অহিংসাত্মক ক্ৰিয়াত কষ্ট আৰু বিপদৰ যে মাত্ৰা বহুতেই কম হ'ব তাত সন্দেহ নাই।

অহিংসাত্মক কাৰ্য্যত কোনো বিশেষ সামগ্ৰীৰ প্ৰয়োজন নাই। আজি-কালিৰ যুদ্ধত নিত্য নতুন অস্ত্ৰ শস্ত্ৰৰ আবিষ্কাৰ আৰু প্ৰয়োগ হ'ব লাগিছে। আজি যিমান অৰ্থ ব্যয় হ'ব লাগিছে সেই কথা ভাবিলে

আচৰিত হ'ব লাগে। এই যুদ্ধত আমেৰিকাই প্ৰতিদিনে প্ৰায় ৩৫ কোটি আৰু ইংলণ্ডই প্ৰায় ১৫।১৬ কোটী টকা খৰচ কৰিলে। দুখীয়া ভাৰতবৰ্ষয়ো প্ৰতিদিনে প্ৰায় এককোটী টকা খৰচ কৰিলে। অন্যদেশৰ কথা নাজানো। কিন্তু ৰুছ আৰু চীনদেশৰ খৰচো এই অঙ্কবোৰৰ পৰাই অনুমান কৰিব পৰা যায়। এই ৰাষ্ট্ৰবোৰৰ প্ৰতিদ্বন্দ্বী জাৰ্ম্মানী, ইটালী আৰু জাপানে দিনৌ কিমান খৰচ কৰিলে তাকো আমি এই বিলাকৰ পৰা অনুমান কৰিব পাৰোঁ। এই হিচাপত যিমান খৰচ হৈছিল তাকে দিয়া হৈছে। শত্ৰুৰ কাৰ্য্যত প্ৰতিদিন যি লোকচান হৈছিল বোধহয় তাৰ হিচাপ ধৰা নাই। তেনেকৈয়ে মানুহৰ মৃত্যুৰ সংখ্যাৰো হিচাপ নাই। যুদ্ধৰ কাৰণে যুদ্ধ হোৱা দেশবোৰৰ জনতাই আৰু কোনো কোনো ক্ষেত্ৰত যুদ্ধত ভাগ নোলোৱা দেশবোৰৰ জনতায়ো যি কষ্ট আৰু বিপদ সহ্য কৰিব লগা হৈছিল তাৰ হিচাপ অঙ্কৰ লেখত দিব নোৱাৰি। ইয়াৰ বিপৰীত অহিংসাত্মক কাৰ্য্যত বাহ্যিক পদাৰ্থৰ কোনো বিশেষ আৱশ্যক নাই আৰু জনসাধাৰণৰ জীৱন ক্ৰমত কোনো হুলস্থুলৰ আৱশ্যক নহয়। বল প্ৰয়োগৰ দ্বাৰা য'ত এনেদৰে ইমান কষ্ট, টকা খৰচ, ৰক্তপাত আৰু জনসাধাৰণৰ বিপদ হয় যে তাৰ কোনো হিচাপ কৰিব পৰা নাযায় অহিংসাত্মক কাৰ্য্যত এই সকলোৱেই বহুত কম হয়; প্ৰায় নোহোৱাৰ নিচিনাই। সেই কাৰণে দুখীয়া দেশেও ইয়াক প্ৰয়োগ কৰিব পাৰে আৰু আটাইতকৈ শক্তিশালী দেশৰ সন্মুখীন হ'ব পাৰে।

এয়া হ'ল অন্তৰ্ৰাষ্ট্ৰীয় ক্ষেত্ৰত অহিংসাৰ মহত্ব। য'ত একেখন দেশতে বিভিন্ন ধৰ্ম্ম মনা, ভাষা কোৱা আৰু চিন্তাধাৰাৰ লোক থাকে তাত যদি হিংসাৰ শৰণ লোৱা হয় তেন্তে তাৰ মানুহে এদিনো শান্তিত কটাব নোৱাৰে। যদি ভাৰতবৰ্ষৰ মানুহে নিজৰ ভিতৰত ভ্ৰাতৃবৎ ব্যৱহাৰ নকৰে, এজনে আনজনৰ প্ৰতি সহিষ্ণুতা নেদেখুৱায় আৰু নিজৰ অধিকাৰকে প্ৰধান বুলি ভাবি অন্যক সেইবোৰ মনাবলৈ লাগি থাকে তথা অন্যৰ প্ৰতি নিজৰ কৰ্ত্তব্য গৌণ বুলি ভাবি তাক পালন কৰিবৰ কাৰণে সততে যত্ন নকৰে, তেনেহলে ইয়াৰ ফলস্বৰূপে দিনে দিনে নিজৰ ভিতৰত কটা-মৰা হোৱাৰ বাহিৰে অন্য একোৱেই হ'ব নোৱাৰে। এজন মানুহৰ অন্য এজন মানুহৰ প্ৰতি থকা হিংসাত্মক প্ৰবৃত্তি দেশে পুলিচ আৰু আদালতৰ দ্বাৰা নিয়ন্ত্ৰণ কৰে। কিন্তু যেতিয়া সেই প্ৰবৃত্তি জনসাধাৰণৰ মাজত জাগ্ৰত হয় আৰু দেশৰ বিভিন্ন দলে পৰস্পৰৰ ভিতৰত মাৰপিট কৰে

তেতিয়া পুলিচ আৰু কাছাৰী অকৰ্ম্মন্য হৈ পৰে। এই কাজিয়া গৃহ-যুদ্ধত পৰিণত হয়। ইয়াৰ পৰা বাচি থাকিবলৈ ভাৰতবৰ্ষৰ নিচিনা দেশত অহিংসাত্মক কাৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰাৰ বাহিৰে অন্য পথ হ'ব নোৱাৰে।

এই সম্বন্ধে আৰু এটা কথা মনত ৰাখিবলগীয়া। যেতিয়া আমি হিংসা অহিংসাৰ কথা কওঁ আৰু কওঁ যে হিংসা আমাৰ শিৰাই শিৰাই আছে তেনেহলে আমি উত্তেজনাৰ সময়ত সাধাৰণ মানুহ, বিশেষকৈ সাধাৰণ জনসমূহ কেনেকৈ অহিংসাত্মক হৈ থাকিব বুলি আশা কৰিব পাৰোঁ। তেনেহলে আমি এনে কথা কোৱা সময়ত পাহৰি যাঁও যে যদি কোনো ব্যক্তি বা জনসমূহৰ জীৱনৰ দৈনন্দিন কাৰ্য্যাৱলী চাওঁ তেন্তে দেখিবলৈ পাম যে এই সকলো কামৰ ভিতৰত এনে দুটা এটা কামেই হে দেখা যাব য'ত হিংসাৰ প্ৰয়োগ হৈছে। এশটাৰ ভিতৰত নিৰান্নবৈটা কাম এনেকৈয়ে বিনা বল প্ৰয়োগ আৰু বিনা হিংসাত্মক কাৰ্য্যৰ দ্বাৰা হয় আৰু সেই শতকৰা এটা বা দুটা পৰিস্থিতি বশলৈ অনা আৰু অহিংসাত্মক কাৰ্য্যক সদায় কৰোৱা কোনো অসম্ভৱ কথা হ'ব নালাগে। অৱশ্যে যত্ন বিনা আমাৰ জীৱন বনৰীয়া পশুতকৈও বেয়া হ'ব পাৰে।

চম্পাৰণত গান্ধীজীয়ে কৈছিল, মই নীলখেতিয়ক সকলৰ কোনো বেয়া হোৱাটো নিবিচাৰোঁ; কিন্তু লগতে তেওঁলোকে ৰায়তৰ ওপৰত যি অত্যাচাৰ জুলুম আৰু অন্যায় কৰিছে সেইবোৰ বন্ধ কৰাম আৰু দুয়োপক্ষৰে বন্ধু হৈ থাকিম। কিছুদূৰ এনেকুৱাই হলো। কাৰণ সকলো হৈ যোৱাৰ পিচত সেই নীল খেতিয়ক সকলে গান্ধীজীক পাঠশালা খোলাত আৰু অন্য-ধৰণৰ ৰায়তৰ উন্নতিৰ কামত সহায় কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। কাৰো কাৰোৰ পৰা অলপ সহায় পাইছিলো। কিন্তু গান্ধীজী দেশৰ অন্য কামত লাগিল; আৰু এই কামত আগবাঢ়িব নোৱাৰিলে। কিছু-দিনলৈ তিনিটা পাঠশালা চলিল কিন্তু কিছুদিনৰ পিছত পাঠশালা কিটা বন্ধ হৈ গ'ল। এটাৰ বাহিৰে দুটা পাঠশালাৰ নীল খেতিয়ক সকলৰ লগত সুন্দৰ আৰু ভাল ভাব আছিল।

যদি দেশে অহিংসাৰ পথত আকোঁৰ গজালিকৈ লাগি থাকে তেন্তে এই একে কথাই ইংৰাজ ৰাজত্বৰ দৰে বহল ক্ষেত্ৰতো হ'ব পাৰে। কিন্তু আজি এই পৃথিৱীত প্ৰলয়ঙ্কৰ যুদ্ধৰ পিচতো যি বল প্ৰয়োগক পৰাকাষ্ঠালৈ নৈ আহিলে আৰু এইটো প্ৰমাণ কৰিলে যে মনুষ্য মাত্ৰেই যদি জীৱিত থাকিব লাগে আৰু সভ্যক জীয়াই ৰাখিব লাগে তেনেহলে একে

এটা পথ খাছি উলিয়াব লাগিব ব'ত ৰাষ্ট্ৰই প্ৰত্যেক বিশ ত্ৰিশ বছৰৰ মূৰে মূৰে নিজৰ যুৱক খিলাকক কটাব লগীয়া নহয়, কেৱল মৰিবৰ কাৰণেই মাতৃয়ে সন্তান জন্ম দিবলগীয়া নহয় আৰু ধনৰাশি কেৱল জুইত জলাই দিবলৈ অথবা সমুদ্ৰ গৰ্ভত ডুবাবৰ কাৰণেই সৃষ্টি কৰা নহয়। মই দেখিবলৈ পাইছোঁ যে আমাৰ দেশৰ যি সকল কংগ্ৰেছীয়ে আৰু কৰ্ম্মীয়ে অহিংসাৰ সহায়ত আজিলৈকে কাম কৰিলে আৰু ৰাষ্ট্ৰীয় কাৰ্য্যত সফলতা লাভ কৰিলে তেওঁলোকৰ অহিংসাৰ প্ৰতি বিশ্বাস কম হৈ যাবলৈ ধৰিছে।

হিন্দু-মুছলমান একতা সম্বন্ধে বহুতে কয় যে এইটো কেৱল শক্তিৰ দ্বাৰাই হে স্থাপন হ'ব পাৰিব, ভ্ৰাতৃভাবেৰে নহয়—অৰ্থাৎ জোৰ জুলুম কৰি এজনক দমাই ৰখা আৱশ্যক। কিছুমান মুছলমানে ভাবে যে আজিতকৈ বহুত সংখ্যা-লঘিষ্ঠ* হোৱা স্বত্তেও আমি প্ৰায় গোটেই ভাৰতবৰ্ষতে শ শ বছৰ ৰাজত্ব কৰিলোঁ যেতিয়া আজিও কৰিব পাৰিম। তেনেকৈয়ে এনেকুৱা হিন্দুও নিশ্চয় আছে যি কয় যে আমাৰ সংখ্যা ইমান বেচি; আমি বিদ্যা, ধন আৰু বলত মুছলমানতকৈ কোনো গুণে হীন নহয় বৰং ওপৰতহে আৰু আজি সেই দিন নাই যেতিয়া হিন্দুৰ ভিতৰত জাগৰণৰ অভাৱ হোৱাৰ কাৰণে অলপ সংখ্যক মুছলমানেই ৰাজত্ব কৰিছিল; আজি হিন্দু জাতি জাগ্ৰত আৰু সংগঠিত হবলৈ ধৰিছে, দেশ হিন্দুৰ আছিল, অন্য মানুহতো কেৱল এটা তাকৰীয়া সংখ্যাৰ জাতি; গতিকে ইয়াত হিন্দু সকলৰেই অধিকাৰ হোৱা উচিত—অৱশ্যে মুছলমান আৰু অন্য সকলো সংখ্যালঘিষ্ঠ লোকৰ প্ৰতি সম্পূৰ্ণ ন্যায় হোৱা উচিত।

এই দুয়োদলে নিজৰ শক্তিৰ ওপৰতে ভাৰসা ৰাখে। এই কঠিন সমস্যা সমাধানৰ একমাত্ৰ পথ অহিংসাৰ কথা তেওঁলোকে একেবাৰে পাহৰি যায়। ক্ৰিয়া আৰু তাৰ প্ৰতিক্ৰিয়া সাধাৰণ নৈসৰ্গিক নিয়ম। হিংসাত্মক কাৰ্য্যৰ হিংসাত্মক প্ৰতিক্ৰিয়া আৰু অহিংসাত্মক কাৰ্য্যৰ অহিংসাত্মক প্ৰতিক্ৰিয়া হয়। গতিকে এই হিন্দু-মুছলিম সমস্যাৰ সমাধান কৰিবলৈ গৈ আমি যদি হিংসাত্মক ভাবেৰে কাম কৰি হিংসাত্মক কাৰ্য্যত লিপ্ত হওঁ তেন্তে সমাধানৰ পৰিবৰ্ত্তে ই বেচি সমস্যাপূৰ্ণ হৈ উঠিব। কিন্তু আমাৰ কাম অহিংসাত্মক হোৱা উচিত। তাত থাকিব নালাগে ক্ৰোধ, থাকিব নালাগে বল প্ৰয়োগ, থাকিব নালাগে ভয়, থাকিব নালাগে কাপুৰুষালি। সত্য আৰু ন্যায়ৰ ওপৰত ভাৰসা আৰু নিষ্ঠা তথা প্ৰকৃত অহিংসাত্মক

কাৰ্য্যৰহে প্ৰয়োগ। এনে অহিংসাত্মক কাৰ্য্যৰ ফল সোনকালে আৰু সকলো ঠাইতে দেখিবলৈ পোৱা নাযাবও পাৰে; কিন্তু যদি আমাৰ কাম আত্ম-লাঘৱ, ভয় আৰু কাপুৰুষালিৰ ওপৰত নহৈ আত্মবিশ্বাস, সত্যতা আৰু কাৰ্য্যকুশলতাৰ ওপৰত প্ৰতিষ্ঠিত হয় তেনেহলে ইয়াৰ জয় অৱশ্যম্ভাৱী।

মই হিন্দু-মুস্লিম সমস্যাৰ কথা লৈ অহিংসা সম্বন্ধীয় কথা বহুতো লিখিলোঁ। এই আলোচনা কোনো নহয় কোনো ঠাইত আহিলহেঁতেনেই। যদি ইয়াতে আহিল তেনেহলে ভালেই হ'ল।

## ৩৮। ছাপ্ৰাৰ ভয়ঙ্কৰ বানপানী

সেই বছৰ আহিন মাহৰ এটা দিনত ছাপ্ৰাত খুব বৰষুণ হৈছিল। ২৪ ঘণ্টাত প্ৰায় ৩৬ ইঞ্চি বৰষুণ হৈছিল। ফলত গোটেই জিলাতে পানী হ'ল আৰু বানপানী আহি পৰিল। মোৰ ককাইদেউ সদায় জনসেৱাত লাগি আছিল। এইবাৰ তেওঁ ৰাইজৰ সহায়ৰ কাৰণে খুব পৰিশ্ৰমেৰে কাম কৰিলে।

এই বানপানীৰ ফলত ছাপ্ৰাৰ মানুহে খুব কষ্ট ভোগ কৰিব লগা হৈছিল। কিন্তু ইয়াৰ লগে লগে আৰু এটা কথা দেখিবলৈ পালোঁ যিটো ইয়াত উল্লেখ কৰা অনুচিত নহয়। চৰকাৰী কৰ্ম্মচাৰী সকলে বৰ উদাসীনতাৰে আৰু উপেক্ষাৰ ভাৱেৰে এই পৰিস্থিতিত কাম কৰিছিল আৰু ইয়াৰ কাৰণে ৰাইজৰ মাজত অসন্তুষ্টিৰ সৃষ্টি কৰিছিল। খবৰ কাগজত বাতৰি ওলাইছিল যে যি সময়ত পানীৰ কৰাল গ্ৰাসত ৰাইজে ত্ৰাহি মধুসূদন চিঞৰিছিল সেই সময়ত অফিচাৰ সকলে নাৱত উঠি 'ঝিৰ্ ঝিৰ' খেলিছিল। ডুবিবলৈ ধৰা বা বিপদাপন্ন মানুহক আনকি তিৰোতা মানুহ আৰু কেচুৱা লৰা-ছোৱালীকো বচাবৰ কাৰণে তেওঁলোক বহুতেই কোনো সহায় কৰা নাছিল, বৰঞ্চ তাৰ ইংৰাজ জজ্ আৰু বঙালী চাব জজে সহায় কৰিছিল কিন্তু কলেক্টৰ আৰু পুলিচৰ অফিচাৰ আৰু ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটে এখোজো লৰচৰ কৰা নাছিল। এই কথা লৈ ছাপ্ৰাত ৰাজহুৱা সভা হ'ল আৰু তাত দেখাদেখিকৈ তেওঁলোকক নিন্দা

কৰিছিল আৰু যি সকলে সহায় কৰিছিল তেওঁলোকৰ বিশেষকৈ বাবু মহেন্দ্ৰ প্ৰসাদ আৰু কংগ্ৰেছ কৰ্মীসকলৰ উচ্চ প্ৰশংসা কৰি তেওঁলোকৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছিল।

গাৱঁতো সেই একে অৱস্থাই আছিল। এঠাইত এটা আমোদজনক ঘটনাও ঘটিছিল। ছাপ্ৰাত মশৰকৰ পৰা যি ৰেল লাইন গৈছিল তাক কাটি দিবৰ কাৰণে ৰাইজে কলেক্টৰক বৰকৈ কৈছিল ; কিন্তু কলেক্টৰে কোনো কথাই নুশুনিলে। পিচত সেই লাইনটো ভাগি গ'ল। নহলে মই পিচত শুনা মতে কোনোবাই লাইনটো অলপমান কাটি দিলে আৰু পিচত পানীৰ সোঁতে বহুত খানি এটা প্ৰকাণ্ড পুখুৰী কৰি পেলালে। এই সম্পৰ্কত দুটা ঘটনা উল্লেখযোগ্য। সীৱানৰ পশ্চিমে এখন ঠাইত খুব পানী হ'ল। গাঁৱৰ মানুহে ৰেল লাইনটো কাটি পেলাবলৈ বিচাৰিলে ; কিন্তু সশস্ত্ৰ পুলিচে পহৰা দি আছিল। প্ৰথমে তেওঁলোকৰ সাহ নহ'ল আৰু কষ্টকে সহ্য কৰি গ'ল। কিন্তু যেতিয়া সহিষ্ণুতাৰ সীমা পাৰ হৈ গ'ল তেতিয়া এখন গাৱঁৰ দুই চাৰিটা মানুহ কান্ধত কোৰলৈ পানী ফালি ফালি লাইনটোৰ ফালে আহিবলৈ ধৰিলে। পুলিচে দেখি সিহঁতক ধমকি দিলে। মানুহ কিটাই উত্তৰ দিলে—"পানীত ডুবিডুবি আমি মৰিছো আৰু তোমালোকে লাইন কাটিবলৈ নিদিয়া। এতিয়ালৈকে সহি আছিলো কিন্তু আৰু সহ্য কৰিব নোৱাৰোঁ। দুয়োটা অৱস্থাতে মৰিব লাগিব—পানীত ডুবি মৰিব লাগিব নহলে গুলী খাই মৰিব লাগিব। আমি স্থিৰ কৰিছো যে গুলী খাই মৰা বেছি ভাল হ'ব। গতিকে আমি লাইন কাটিম আৰু তোমালোকে গুলী মাৰা।"

এইদৰে কৈ সিহঁতে লাইন কাটিবলৈ ধৰিলে। গুলী চলাবলৈ পুলিচৰ সাহ নহ'ল। লাইন কাটখাই গ'ল। পানী ওলাই গ'ল আৰু অসংখ্য গাওঁ বাচি গ'ল। শুনিবলৈ পালো যে পুলিচে হেনো লাইন কোনেও কটা নাই পানীত উটি গ'ল বুলি ৰিপ'ৰ্ট দিলে। এতিয়া তাত এখন ডাঙৰ দলং হৈ গ'ল। তেতিয়াৰ পৰাই লাইনৰ উত্তৰৰ গাৱঁত আগৰ দৰে পানী নোবোৱাৰ কাৰণে এতিয়া বানপানী নহয়।

অন্য এটা ঘটনা ঘটিছিল দৰৌলী থানাৰ এলেকাৰ কোনোবা এখন গাৱঁত। ডিষ্ট্ৰিক্ট ব'ৰ্ডৰ ৰাস্তাটো ওখ আছিল। সেই কাৰণে ৰেল লাইনে ৰখাৰ দৰে ৰাস্তাটোৱে পানী বন্ধ কৰি ৰাখিছিল। গাৱঁৰ মানুহে গৈ থানাৰ দাৰোগাক ক'লেগৈ যে ৰাস্তাটো যদি কাটি দিয়ে তেন্তে বহুত গাওঁ বাচি যাব। সেই সময়ত গাৱেঁ গাৱেঁ কংগ্ৰেছ কমিটি গঠিত

হৈছিল। থানা এনেকাৰ সকলো কমিটি মিলাই থানা কমিটি কৰিছিল। থানা কমিটিৰ সভাপতিয়েই হওক বা সম্পাদকেই হওক মুখীয়াল জনক "স্বৰাজী দাৰোগা" বুলি কৈছিল। মানুহে এই নাম কেনেকৈ দিবলৈ পালে কব নোৱাৰোঁ। কিন্তু ই বহুত ঠাইত প্ৰচলিত হৈ পৰিছিল। থানাৰ দাৰোগাই খেমালিকৈ ক'লে—মোৰ ওচৰলৈ কিয় আহিছা 'স্বৰাজী দাৰোগাৰ' ওচৰলৈ নোযোৱা কিয়? ছাপ্ৰাৰ কোনো এজন উচ্চ পদাধিকাৰীয়ে এনেকৈয়ে কৈছিল—সহায় বিচাৰি মোৰ ওচৰলৈ কিয় আঁহা; গান্ধীৰ ওচৰলৈ যোৱা। ছাপ্ৰাৰ মানুহেও গান্ধী অৰ্থাৎ কংগ্ৰেছী সকলৰ পৰা সহায় পাইছিল। দৰৌলী থানাৰ গাৰ্লীয়া মানুহেও থানা সম্পাদকৰ ওচৰলৈ গৈ দাৰোগাৰ লগত হোৱা কথা-বাৰ্ত্তা ক'লেগৈ। তেওঁ শুনি ক'লে—ঠিক আছে, যদি থানাৰ দাৰোগাই এইদৰে কৈছে আৰু মোৰ ওচৰলৈ পঠাইছে তেন্তে মই কৈছোঁ যে য'তে তোমালোকে আৱশ্যক বুলি বিবেচনা কৰা তাতে পানী যাব পৰাকৈ ৰাস্তা কাটি দিবা; কিন্তু মনত ৰাখিবা বিনা আৱশ্যকত ৰাস্তা বেয়া নকৰিবা। ৰাইজেও তাকেই কৰিলে। ৰাস্তা কাটি পানী খুলি দিলে।

ময়ো সহায় কৰা কামত লাগি গলোঁ। কিন্তু মই যেতিয়া গৈ পালোঁ তেতিয়া ছাপ্ৰা চহৰৰ পৰা পানী ওলাই গ'ল। গুদামত থকা যিবোৰ চাউল পানীত পৰি গেলি-পচি গৈছিল সেইবোৰৰ দুৰ্গন্ধত সেই চুবুৰী-বোৰত ফুৰা চকা কৰা মস্কিল হৈ পৰিছিল। মই টকা তোলা আৰু অন্য প্ৰকাৰৰ সহায় কৰাত কিছু ভাগ ললোঁ। সেই প্ৰবৃত্তি মোৰ আগৰে পৰা আছিল। ১৯১৪ চনৰ বানপানীত মই কলিকতাৰ পৰাই সহায় কৰা কাম সংগঠিত ৰূপত আৰম্ভ কৰিছিলো। এই প্ৰবৃত্তি গান্ধীজীৰ সংসৰ্গত আৰু কিছু দৃঢ় হৈ পৰিছিল। যেতিয়াই মোৰ নিজৰ প্ৰদেশৰ ক'ৰবাত বানপানী হৈছিল তেতিয়াই মই কোনো নহয় কোনো সহায় কৰাৰ চেষ্টা কৰিছিলোঁ। ১৯২৩ চনত শাহাবাদত সোণ নৈত ভীষণ বানপানী আহিল। মই সেই সময়ত পতাকা-সত্যাগ্ৰহৰ কামত নাগপুৰলৈ গৈছিলো। খবৰ পায়েই তাৰ পৰা গুচি আহিলোঁ। এনেকৈয়ে দাৰাভাঙ্গা জিলাৰ মধুবনী মহকুমাতো ভয়ঙ্কৰ বানপানী হৈছিল। তালৈকো সহায় কৰিবৰ কাৰণে যাব লগা হৈছিল। এই সকলো ঠাইতে খুব কঠিন অৱস্থাৰ সন্মুখীন হব লগা হৈছিল। বৰ কষ্ট কৰি আৰা পাইছিলোগৈ কিয়নো কোইলৱৰ আৰু আৰাৰ মাজত থকা ওথ ৰেল-লাইন একেবাৰে ভাগি গৈছিল আৰু তাৰ কোনো কোনো ঠাইত

১৫০ৰ পৰা ২০১ ফুট পৰ্য্যন্ত বহল খাল হৈ পৰিছিল। চাপৰ ৰাস্তা যে একেবাৰে জলমগ্ন হৈ পৰিছিল। ৰেল লাইনৰ তলৰ অংশ পানীয়ে উটাই নিছিল; কিন্তু ক'ৰবাত ক'ৰবাত লোহাৰ চিৰি আৰু মাজে মাজে তাত লাগি থকা স্লিপাৰো ওলমি আছিল। তলেদি যদি ক'ৰবাত খুব জোৰেৰে পানী বৈ গৈছিল তেন্তে কোনো ঠাইত গভীৰ কুণ্ডৰ সৃষ্টি হৈ পানী জমা হৈ ৰৈছিল। সেই খাল পাৰ হৈ যাবৰ মাত্র এটাহে উপাই আছিল—সেইচিৰি বোৰেদি কোনোৰকম খোজ কাঢ়ি বা ওলমি যোৱা। মোৰ লগত প্ৰফেচাৰ আব্দুল বাৰী আছিল। আমি দুয়ো এই চিৰিবোৰৰ ওপৰত কেতিয়াবা দীঘল হৈ পৰি জন্তুৰ দৰে, কেতিয়াবা হাতেৰে ধৰি ধৰি বান্দৰৰ দৰে তলত ওলমি গৈ খালবোৰ পাৰ হৈ আৰা পাইছিলোঁগৈ। তালৈ গৈ সাহায্যৰ কামৰ সংগঠন কৰিছিলোঁ। এনেকুৱা অৱস্থাত টকাৰ কেতিয়াও নাটনি হোৱা নাছিল। আবেদন কৰিলে মানুহে পইছা দিছিল। বিশেষকৈ গান্ধীজীৰ লগত থকা সম্পৰ্কৰ কাৰণে গুজৰাটী বন্ধুসকলে সদায় কৃপা কৰিছিল। গুজৰাট আৰু বোম্বাইৰ পৰা টকা আহিছিল। শেঠ যমুনালাল বাজাজ্জীয়েও সদায় মনত ৰাখিছিল। প্ৰায় সকলো ঠাইতে নাৱঁত উঠি দূৰ দূৰ ঠাইলৈ যাব লগা হৈছিল; কিয়নো অন্য কোনো যান-বাহন যোৱাৰ সুবিধা নাছিল। মধুবনী এলেকাত এঠাইত 'কমলা' নৈ নাৱেৰে পাৰ হ'ব লগা হৈছিল। খুব প্ৰখৰ সোঁত আছিল। খুব কষ্টেৰে নাও সিপাৰ পাইছিলগৈ।

সকলো ঠাইতে, ছাপ্ৰাতে হওক বা শাহাবাদতে অথবা দাৰভাঙ্গাতে, সদায় এটা দৃশ্য দেখিবলৈ পোৱা গৈছিল। গাৱঁৰ ঘৰবোৰ সাধাৰণতে মাটিৰ সজা সেইকাৰণে সেই ঘৰবোৰ পৰি যোৱা দেখিবলৈ পাইছিলোঁ। ঘৰত যি ধান চাউল আছিল সেই সকলো পচি গৈছিল। গৰু-মহবোৰ মৰি উটি গৈছিল আৰু মানুহবোৰ ভোকাতুৰ দেখিবলৈ পোৱা গৈছিল। গাৱঁৰ কুকুৰবোৰ ভোকত আতুৰ হৈ চিঞৰিছিল। জন্তুবোৰে সেইদৰে ভোকত মৌন হৈ ঠিয় দি আছিল। বানপানী কমি যোৱাৰ পিচত বেমাৰৰ, বিশেষকৈ মেলেৰিয়াৰ প্ৰকোপ। কিছুদিনৰ পিচত ৰবী (বৈশাখী) খেতিৰ সময়ত গঁচ কম হোৱাৰ কাৰণে চাৰিওফালৰ পৰা গঁচৰ কাৰণে আবেদন। মোৰ মনত আছে যে ছাপ্ৰাৰ বানপানীৰ পিচত যেতিয়া মেলেৰিয়াৰ প্ৰকোপ বাঢ়িল তেতিয়া মই ছাপ্ৰাৰ সকলো ডাক্তৰকে একে লগ কৰিলোঁ। সকলোৱে লগ লাগি এখন প্ৰেছক্ৰিপচন তৈয়াৰ কৰিলে আৰু তাত মেলেৰিয়াৰ বাহিৰেও পেট

পৰিষ্কাৰ কৰিবৰ কাৰণে আৰু সৰু সুৰা বাঁহ আদি বন্ধ কৰিবৰ কাৰণেও দৰব দিয়া হ'ল। সেই দৰব মই একেলগে বহুত তৈয়াৰ কৰাই বটলত ভৰাই গোটেই জিলাতে বিলাই দিয়ালো। ইয়াৰ ফল বৰ ভাল হ'ল। ডাক্তৰ নোহোৱাকৈয়ে আমি কংগ্ৰেছ কৰ্ম্মীসকলৰ দ্বাৰা ঔষধ বিলোৱাই বহুত ৰোগীৰ ৰোগৰ উপশম কৰাইছিলো। ঔষধ বৰ কৃতকাৰ্য্য হোৱা বুলি প্ৰমান হ'ল। পিচত য'তে মেলেৰিয়াৰ প্ৰকোপ হৈছিল তাতে আমি সেই প্ৰেছক্ৰিপচনখন বহুত দিনলৈকে কামত লগাইছিলোঁ।

বানপানীৰ প্ৰকোপ থকা শাহাবাদত গঙ্গাৰ দুয়ো পাৰে ৰবী (বৈশাখী) খেতিহে হৈছিল। তাত সঁচৰ বৰ আৱশ্যক হৈছিল। মোৰ মনত আছে যে মই কেইবা সপ্তাহো গাৱঁত ঘূৰি-পকি সঁচৰ কাৰণে টকা বিলাই ফুৰিছিলোঁ। কৰ্ম্মীসকলে সচ বিচৰা লোকৰ তালিকা আগৰে পৰা থিক কৰি ৰাখিছিল। আমি দুই তিনিজন মানুহ এদিন টকা লৈ গাঁৱলৈ যাওঁ। সকলো মানুহ তাত গোট খাই থা.ক। তালিকা মতে অনুসন্ধান কৰি মুকলি সভাত টকা বিলোৱা হৈছিল। আৰাত বানপানী হওঁতে তাৰ প্ৰভাৱ ছাপ্ৰাতো পৰিছিল। কিয়নো গঙ্গাতো পানী আহিছিল আৰু সোন নৈৰ পানী গঙ্গাই টানিব নোৱাৰিছিল। ফলত সঙ্গমৰ ওচৰত কেইমাইল মান জুৰি দুয়োখন নৈৰ পানী এক হৈ গ'ল আৰু গঙ্গাৰ দাঁতি কাষৰতো পৰিস্থিতি ভয়ঙ্কৰ হৈ পৰিল। তাৰো সাহায্যৰ ব্যৱস্থা কৰা হ'ল। যি টকা জমা হ'ল তাৰ এক অংশ ছাপ্ৰাতো খৰচ হ'ল। কিন্তু আৰাত কামত লাগি থকাৰ কাৰণে মই নিজে তালৈ গৈ কাম কৰিব নোৱাৰিলোঁ। মোৰ ককাইদেউকে আদি কৰি তাৰ মুখিয়াল মানুহেই সকলো কাম চম্ভালি ল'লে।

ওপৰত কৈ আহিছোঁ যে ৰেল লাইনৰ কাৰণে বানপাণীৰ ভয়ঙ্কৰতা বাঢ়ি যায়। যোৱা ৩০ বছৰ মোৰ প্ৰদেশত যিমান ডাঙৰ আৰু ভয়ঙ্কৰ বানপানী আহিছে তাৰ কথা মই যথেষ্ট জানোঁ। মোৰ দৃঢ় বিশ্বাস যে ৰেল লাইন, ডিষ্ট্ৰিক্ট বৰ্ডৰ আৰু অন্যান্য ওখ ৰাস্তা বিলাক বানপানী হোৱাৰ কাৰণ বিলাকৰ ভিতৰত অন্যতম। যদি এইবোৰত ঠায়ে ঠায়ে যথেষ্ট ডাঙৰ দলং থাকিলহেঁতেন তেন্তে এনে অৱস্থা নহলহেঁতেন। মই নিজ চকুৰে দেখিবলৈ পাইছিলোঁ যে লাইনৰ এফালে সাত আঠ ফুট পানী আৰু আনফালে টানি মুনি এফুট বা দুফুট পানী। পানী যদি দূৰলৈ বহল হৈ যাবলৈ সুবিধা পায় তেন্তে স্বভাৱতে সি খাৰ

হয় আৰু সোঁতৰ বেগ কমে। কিন্তু যেতিয়া সেই পানী সৰু বাটেদি ওলাই যাব লগাত পৰে আৰু সন্মুখৰ বান্ধ ভাঙিব নোৱাৰে তেতিয়া স্বভাৱতে সি জমা হৈ যায় আৰু যেতিয়া ওলাই যাবলৈ সুবিধা পায় তাতে খুব প্ৰখৰ সোঁতৰ সৃষ্টি হয়। সেই কাৰণে ই এটা গুৰুত্বপূৰ্ণ কথা আৰু চৰকাৰে মনোযোগ দিয়া উচিত। কিন্তু ইয়াত ৰেল কোম্পানীৰ লাভৰ কথাহে বেচিকৈ ভবা হয় আৰু কোম্পানীক দলং দিয়াৰৰ কাৰণে বাধ্য কৰোৱা নহয়, লাইন কটাটো দূৰৰে কথা। কেইবাবাৰো বানপানীৰ কাৰণে ৰাইজে অশেষ কষ্ট সহ্য কৰিব লগা হৈছে। ইষ্ট ইণ্ডিয়া ৰেলৱেই শাহাবাদৰ ডাঙৰ বানপানীৰ পিচত কোইলৱৰৰ পৰা আৰাৰ মাজত ডাঙৰ দলং সজাই দিলে। এই কামৰ কাৰণে তাৰ মানুহৰ ভুয় বহুখিনি কমি গ'ল। এতিয়া তৈয়াৰ কৰা চৰকাৰী ৰাস্তাতো তেনেকৈ পানী যাবৰ কাৰণে বহুতো দলং আৰু খোন্দ তৈয়াৰ কৰি দিছে। কিন্তু বি-এন-ডব্লিউ ৰেলৱেই (এতিয়া অ'-টি-ৰেলৱে নামেৰে প্ৰখ্যাত) এই বিষয়ত বৰ কৃপণালি দেখুৱালে। এতিয়া যদিও তাৰ কেইবা ঠাইতো দলং হ'ল তথাপি এনে আৰু বহুত ঠাই আছে য'ত দলঙৰ আৱশ্যক। তেওঁলোকে যিবোৰ দলং সজালে সেইবোৰ ৰাইজৰ কষ্ট দূৰ কৰিবৰ কাৰণে নহয় নিজৰ লাভৰ কাৰণেহে; কিয়নো যেতিয়ালৈকে জনতাৰ দুখৰ কথা আছিল কোনেও কাণধাৰ কৰা নাছিল কিন্তু যেতিয়া প্ৰকৃতিয়ে এনে ধৰণেৰে লাইন ভাঙিবলৈ ধৰিলে যে কেইবা মাহো ৰেল চলাচল বন্ধ হৈ পৰিল তেতিয়া বাধ্য হৈ কোম্পানীয়ে দলং সজাই দিলে। এতিয়া যিহেতু এই লাইন চৰকাৰৰ হৈছে গতিকে এই সম্বন্ধে হয়তো বেচি মনযোগ দিব বুলি আশা কৰিব পৰা যায়। মই শুনিছিলো যে চৰকাৰী কৰ্ম্মচাৰীয়েও হেনো কৈছিল যে এই লাইনৰ মালিক কঠোৰ প্ৰকৃতিৰ—তেওঁলোকে কাৰো কথা নুশুনে। ডিষ্ট্ৰিক্ট বৰ্ড আৰু পি-ডব্লিউ-ডিয়েও এই কথাত মনোযোগ দিয়া আৱশ্যক।

যদিও এই ঘটনাবিলাক কেইবা বছৰৰ ভিতৰত ঘটিছিল তথাপি মই সেই আটাইবোৰ একে ঠাইতে আলোচনা কৰিলো।

## ৩৯। সত্যাগ্ৰহৰ প্ৰস্তুতি

এফালে দেশত পূৰ্ণবেগে অসহযোগ আন্দোলন চলি আছিল আৰু আনফালে চৰকাৰৰ তৰফৰ পৰা যুৱৰাজৰ স্বাগতৰ কাৰণে প্ৰস্তুতি চলি আছিল। অনুমান হৈছিল যে এনে অৱস্থাত সংঘৰ্ষ নোহোৱাকৈ থাকিব নোৱাৰে।

অক্টোবৰৰ আৰম্ভণিত বোম্বাইত ৱৰ্কিং কমিটিৰ বৈঠক হৈছিল। তাত সিদ্ধান্ত কৰা হ'ল যে নবেম্বৰৰ আৰম্ভণিতে দিল্লীত নিখিল ভাৰত কমিটিৰ বৈঠক হ'ব। এই বৈঠক বিশেষকৈ সত্যাগ্ৰহ আৰম্ভ কৰা প্ৰশ্ন আলোচনা কৰিবৰ কাৰণে হ'বলগীয়া আছিল। কংগ্ৰেছৰ সভাপতি বিজয় ৰাঘৱাচাৰী আৰু সম্পাদক পণ্ডিত মতিলালজীৰ মাজত কিছু মত-ভেদ হ'ল। সভাপতিয়ে ঘোষণা কৰিলে যে দিল্লীত হ'ব লগীয়া বৈঠক নহয়। সম্পাদকে ঘোষণা কৰিলে যে, ৱৰ্কিং কমিটিৰ সিদ্ধান্ত নাকচ কৰিবৰ ক্ষমতা সভাপতিৰ নাই; আৰু যিহেতু গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিবৰ কাৰণে এই বৈঠক হ'বলগীয়া আছিল গতিকে ইয়াক স্থগিত কৰিব নোৱাৰে। মহাত্মাজীও পণ্ডিতজীৰ লগত একমত আছিল। শেষত দিল্লীত বৈঠক হ'ল। শ্ৰীবিজয় ৰাঘৱাচাৰী নাহিল। তেওঁৰ অনুপস্থিতিত লালা লাজপৎ ৰায়ে সভাপতিৰ আসন গ্ৰহণ কৰিলে। মই ছাপ্ৰাত বেমাৰ পৰি থকাৰ কাৰণে যাব নোৱাৰিলোঁ।

বোম্বাইত গোটখোৱা সকলে এক প্ৰকাৰে ফটোৱাৰ সম্বন্ধে ঘোষণা জাৰি কৰি ব্যক্তিগতভাৱে সত্যাগ্ৰহ আৰম্ভ কৰি দিলে। আগত কৈ অহা মতে তেওঁলোকে বহুত ঠাইত ডাঙৰ সভা পাতি ফটোৱা দোহাৰিবলৈ ধৰিলে। ৱৰ্কিং কমিটিয়ে এই সিদ্ধান্তও গ্ৰহণ কৰিলে যে য'ত বিদেশী বস্ত্ৰ বৰ্জ্জন আৰু খাদী প্ৰচাৰৰ কামত চৰকাৰে প্ৰতিবন্ধকতা জন্মায় তাত কংগ্ৰেছ কৰ্ম্মীয়ে যদি সূতা কাটে আৰু খাদী পিন্ধে তেন্তে নিজ প্ৰদেশৰ প্ৰাদেশিক কমিটিৰ অনুমতি লৈ চৰকাৰী প্ৰতিবন্ধকতা উপেক্ষা কৰিব পাৰে। দিল্লীৰ নিখিল ভাৰত কমিটিয়ে সিদ্ধান্ত কৰিলে যে প্ৰাদেশিক কমিটিয়ে নিজ নিজ প্ৰদেশত য'ত আৰু যাকে উচিত বুলি ভাবে তেওঁক সত্যাগ্ৰহৰ (য'ত খাজনা বন্ধৰ কথাও জড়িত আছিল) অনুমতি দিব পাৰে। প্ৰতি ব্যক্তিৰ কাৰণে অনুমতিৰ কেইটামান চৰ্ত্ত

আছিল—অসহযোগৰ সকলো কথা পূৰ্ণ হ'ব লাগে যেনে, তেওঁ খাদী পিন্ধিব লাগে, হিন্দু-মুছলিম ঐক্য মানিব লাগে, অস্পৃশ্যতা বৰ্জ্জন কৰিব লাগে ইত্যাদি। সেইদৰে কোনো ঠায়ে অনুমতি পোৱাৰ চৰ্ত্ত আছিল—সেই ঠাইত বিদেশী বস্ত্ৰ সম্পূৰ্ণভাৱে বৰ্জ্জন আৰু খাদীৰ প্ৰচলন, অস্পৃশ্যতা বৰ্জ্জন কৰা, ৰাষ্ট্ৰীয় শিক্ষা প্ৰচাৰ কৰা ইত্যাদি। এই চৰ্ত্তবোৰৰ কোনোবাটো এৰি দিব পৰা ক্ষমতা ৱৰ্কিং কমিটিক দিয়া হৈছিল। এই ঘোষণা কৰা হ'ল যে কোনো সত্যাগ্ৰহীৰ পৰিয়ালৰ ভৰণ-পোষণৰ ভাৰ কংগ্ৰেছৰ ওপৰত নাথাকিব আৰু তেওঁ অহিংসাত সম্পূৰ্ণ বিশ্বাস কৰিব লাগিব, যেতিয়ালৈকে সত্যাগ্ৰহ হ'লে সংঘৰ্ষ নোহোৱাৰ সম্পূৰ্ণ বিশ্বাস নহয় তেতিয়ালৈকে সত্যাগ্ৰহৰ অনুমতি দিয়া নহ'ব। প্ৰাদেশিক কমিটিয়ে অধিকাৰ পালে হয় কিন্তু সত্যাগ্ৰহৰ চৰ্ত্ত ইমান কঠোৰ আছিল যে কোনো ব্যক্তি বা কোনো এলেকাৰ কাৰণে সেই চৰ্ত্ত পূৰ্ণ কৰা বৰ টান। লগতে এইটোও বুজিবলৈ দিলে যে সত্যাগ্ৰহ আৰম্ভ কৰাত লৰালৰি কৰিব নালাগে আৰু যদিও সকলো প্ৰদেশেই সত্যাগ্ৰহৰ প্ৰস্তুতিত লাগি যাব তথাপি তেওঁলোকে গুজৰাটৰ কাৰণে অপেক্ষা কৰিব কিয়নো গুজৰাটৰ সত্যাগ্ৰহৰ বিশেষ প্ৰস্তুতি চলি আছিল। ছাপ্ৰাৰ মানুহে বিচাৰিছিল যে বসন্তপুৰ থানাক সত্যাগ্ৰহৰ অনুমতি দিয়া হওক। খাদী প্ৰচাৰ আৰু অন্যান্য উপায়েৰে মানুহক প্ৰস্তুতিৰ কথা জনোৱা হৈছিল। প্ৰদেশিক কংগ্ৰেছ কমিটিয়ে অনুসন্ধানৰ কাৰণে মৌলানা মহম্মদ শফীক মুখীয়াল কৰি কেইজন মান লোকক অনুসন্ধানৰ কাৰণে পঠালেও। তেওঁলোকে সেই এলেকা প্ৰস্তুত হোৱা পালে।

এনে ধৰণৰ কথা হৈ থাকোঁতেই নবেম্বৰ মাহৰ মাজ ভাগত যুৱৰাজ আহি বোম্বাই পালেহি। চৰকাৰৰ ফালৰ পৰা স্বাগতৰ আৰু ৰাইজৰ ফালৰ পৰা বৰ্জ্জনৰ প্ৰস্তুতি। হিন্দু আৰু মুচলমান একমত আছিল। তেওঁলোক একে লগে বৰ্জ্জনৰ কামত লাগিছিল। কিন্তু কিছু পাৰ্চীলোকে স্বাগত কৰাত যোগ দিলে। বৰ্জ্জন কৃতকাৰ্য্য হৈছিল। কিন্তু যেতিয়া কিছু পাৰ্চীলোক স্বাগতৰপৰা উভতি আহিছিল তেতিয়া কংগ্ৰেছীলোকৰ সৈতে তেওঁলোকৰ কাজিয়া হয়। কংগ্ৰেছী সকলৰ ভিতৰত মুচলমানসকলে আগভাগ লৈছিল। খুব মাৰপিট আৰম্ভ হ'ল। আৰম্ভ কৰিলে হিন্দু মুচলমানে কিন্তু জাৰি ৰাখিলে খৃষ্টান আৰু পাৰ্চীসকলে। সৌভাগ্যবশতঃ তেতিয়া গান্ধী বোম্বাইতে আছিল।

তেখেতে প্ৰথমতে শ্ৰীমতী সৰোজিনী নাইডু, শেঠ উমৰ সুভানী, শেঠ ছোটানী আৰু শ্ৰীশঙ্কৰলাল বেঙ্কাৰক সংঘৰ্ষ শান্ত কৰিবলৈ পঠালে। পিছত নিজেই সেই ঠাই পালেগৈ। মাৰপিট কেইদিনমানৰ পিছত কোনো ৰকম বন্ধ হ'ল। ইয়াৰ কাৰণে গান্ধীজীয়ে উপবাস কৰিব লগা হৈছিল। এই গণ্ডগোলত প্ৰায় ৫০।৬০ জন মানুহ মৰিল আৰু প্ৰায় ৩০০ বা ওপৰ জখম হ'ল। মৃত্যু হোৱা আৰু জখম হোৱাৰ চাৰিভাগৰ তিনিভাগ কংগ্ৰেছীলোক আছিল। এই মাৰপিটৰ প্ৰভাৱে গান্ধীজীৰ অন্তৰ স্পৰ্শ কৰিলে। ৱৰ্কিং কমিটিৰ বৈঠক বোম্বাইত বহিল। তেখেতে জোৰ দিলে যে সকলো ঠাইতে সত্যাগ্ৰহ কৰা বিপদজনক হ'ব কিয়নো এতিয়ালৈকে মানুহে অহিংসাত্মক যুদ্ধৰ ঢং আৰু নীতি সম্পূৰ্ণৰূপে বুজি উঠা নাই। সেই কাৰণে ৱৰ্কিং কমিটিয়ে সিদ্ধান্ত কৰিলে আৰু প্ৰাদেশিক কমিটিক আদেশ দিলে যে শান্তি ৰক্ষাৰ কাৰণে আৰু জনতাৰ সভা চলাবলৈ কাৰণে সংগঠিত সেৱকৰ আৱশ্যক গতিকে সকলো কমিটিয়ে সেৱক দল সংগঠন কৰিব লাগে। আৰু এনে লোকেই সেৱক হ'ব পাৰিব যি শপত খাব যে তেওঁ কায়মনোবাক্যে অহিংসাত্মক হৈ থাকিব আৰু কংগ্ৰেছৰ শৃঙ্খলা মানিব। সকলোৱে ভাবিছিল যে যদি এনে সেৱক দলৰ সংগঠন প্ৰস্তুত থাকে তেনেহলে বোম্বাইৰ নিচিনা দুৰ্ঘটনা হ'বলৈ নাপায়। গান্ধীজীৰ উপবাসৰ ফলত কেৱল সংঘৰ্ষই বন্ধ হোৱা নাছিল, তাৰ সকলো জাতিৰ মানুহেই নিজৰ ভিতৰত মিল বঢ়াবৰ কাৰণে একৰকম প্ৰতিজ্ঞাও কৰিলে। এইদৰে দেশত শান্তি স্থাপনৰ কাৰণে মানুহৰ মনত চিন্তা হ'বলৈ ধৰিলে।

শ্ৰীমতী এনী বেচেণ্টে প্ৰথমৰ পৰাই অসহযোগৰ তীব্ৰ বিৰোধিতা কৰিছিল। এবাৰ এইদৰেও লিখি দিছিল যে গান্ধীজী অসৎ শক্তি সমূহৰ প্ৰতিনিধি (Represents the forces of darkness)। বোম্বাইৰ সংঘৰ্ষৰ পিচত তেওঁ বৰ টান কথা লিখিবলৈ ধৰিলে। কোনো এক সংঘৰ্ষৰ সম্বন্ধে তেওঁ এইদৰেও লিখিছিল যে চৰকাৰে ইটা আৰু শিলগুটিৰ উত্তৰ গুলীৰ দ্বাৰাইহে দিব পাৰে। ৱৰ্কিং কমিটিৰ সময়তো তেওঁ এনে ধৰণৰেই এটা প্ৰবন্ধ লিখিছিল। মোৰ মনত আছে যে দেশবন্ধু দাসে বাতৰি কাকতৰ সেই সংখ্যা হাতত লৈ আহিছিল। মহাত্মাজীক তেওঁ ক'লে, মই আশা কৰিছো যে ইয়ং-ইণ্ডিয়াৰ অহা সংখ্যাত আমি ইয়াৰ তীব্ৰ সমালোচনা পঢ়িবলৈ পাম। মহাত্মাজীয়ে উত্তৰ দিলে, আপুনি এনে আশা ন'ৰাখিব। মই দেখিলোঁ যে গান্ধীজীয়ে এনেকুৱা বাক-

বিতণ্ডাৰ কথাত নাথাকে। এনে ধৰণৰ লিখা তেখেঁতে বোধ হয় নপঢ়েও। এইবোৰৰ কাৰণে তেখেঁতৰ লিখা কথাত কটু কথা প্ৰকাশ নাপায়। অতি কঠোৰ কথাও তেখেঁতে দৃঢ় অথচ সংযত ভাষাত কৈ পেলায়। তেখেঁতৰ সংস্পৰ্শৰ কৃপাতেই মযো নিজৰ সক্ৰে পৰা কাজিয়াৰ পৰা আঁতৰি থকাৰ স্বভাৱক বেচি দৃঢ় কৰিব পাৰিলোঁ—নিজৰ লিখাত আৰু ভাষাত যথাসাধ্য কটুতা আহিবলৈ নিদিবৰ কাৰণে চেষ্টা কৰোঁ।

## ৪০। গ্ৰেপ্তাৰ আৰু আপোচৰ যত্ন

বোম্বাইত যুবৰাজ আহি নমাৰ সময়ত যি ঘটনা ঘটিছিল সি গোটেই দেশতে হুলস্থূলৰ সৃষ্টি কৰিলে। চৰকাৰেও স্থিৰ কৰিলে যে দমন নীতিৰেহে কাম ল'ব লাগে। সেইকাৰণে য'তে ত'তে মানুহ গ্ৰেপ্তাৰ হবলৈ ধৰিলে। অলপদিনৰ ভিতৰতেই ডিচেম্বৰ মাহত একেলগে বহুত কংগ্ৰেছীলোকৰ, বিশেষকৈ ডাঙৰ ডাঙৰ নেতাৰ গ্ৰেপ্তাৰ আৰম্ভ হ'ল। এই গ্ৰেপ্তাৰৰ বিশেষ কাৰণ হ'ল যে চৰকাৰে সেৱক দলক বে-আইনী ঘোষণা কৰিলে।

১৯০৮ চনত দুখন আইন ৰচনা হৈছিল। সেই সময়ত কেইবা ঠাইতো বিশেষকৈ বঙ্গদেশত বিপ্লবীদলে কাম কৰি আছিল। এই সম্বন্ধে চৰকাৰৰ মতামত আছিল যে তেওঁলোকে বোমা তৈয়াৰ কৰে—চৰকাৰী কৰ্ম্মচাৰীক বোমা আৰু গুলী দি মাৰে ইত্যাদি আৰু তেওঁলোকক দমন কৰিবৰ কাৰণে 'ক্ৰিমিনেল ল এমেণ্ডমেণ্ট এক্ট' (Criminal Law Amendment Act) পাছ হৈছিল। অন্য এখন আইন 'চেডিচাছ্ মিটিংচ এক্ট' (Seditions Meetings Act) বিদ্ৰোহী সভাবোৰ নিয়ন্ত্ৰণ কৰিবৰ কাৰণে আৰু বন্ধ কৰিবৰ কাৰণে প্ৰণয়ন কৰিছিল। চৰকাৰৰ মতে হিংসাত্মক দলৰ প্ৰবৃত্তিয়েই এই দুয়োখন আইনৰ কাৰণ আছিল। কিন্তু এই সময়ত যদিও কংগ্ৰেছ সম্পূৰ্ণৰূপে অহিংসাত্মক অনুষ্ঠান আছিল সেই আইন দুয়োখন আগেয়ে জাৰি নকৰা সকলো প্ৰদেশতে জাৰি কৰিলে। এখন এখনকৈ পঞ্জাব, দিল্লী, বঙ্গদেশ, বিহাৰ, যুক্তপ্ৰদেশ প্ৰভৃতি প্ৰদেশবোৰত চৰকাৰে বিভিন্ন নামত প্ৰতিষ্ঠা কৰা সেৱা-দলবোৰ বে-আইনী বুলি ঘোষণা

কৰিলে। খিলাফত সেৱাদল আৰু কংগ্ৰেছ সেৱা-দলত যোগ দিয়াই অপৰাধ হৈ পৰিল। সভা পতাও কঠিন হৈ পৰিল।

কংগ্ৰেছ কমিটিয়ে এই অত্যাচাৰী আইনবোৰ নামানিবলৈ স্থিৰ কৰিলে। তেওঁলোকে সেৱা-দল সংগঠন কৰাত বিশেষভাৱে জোৰ দি কাম কৰিবলৈ ধৰিলে। সেই কাৰণে যি সেৱা-দলত যোগ দিছিল অথবা যি ইয়াৰ সংগঠনৰ কাম কৰিছিল তেওঁলোকক গ্ৰেপ্তাৰ কৰা হৈছিল। দেশৰ সন্মুখত চৰকাৰে এটা নতুন প্ৰশ্ন ডাঙি ধৰিলে। এতিয়া আমাৰ আগত খিলাফত সম্বন্ধীয়, পঞ্জাব সম্বন্ধীয় তথা স্বৰাজ প্ৰাপ্তিৰ কথাও নাথাকিল। এতিয়া প্ৰশ্ন হ'ল এইটো যে আমি নিজৰ দেশতে সংগঠন কৰিবলৈ মিলিজুলি কাম কৰিবলৈ আমাৰ অধিকাৰ থাকিবনে নাথাকে। চৰকাৰে আইনৰ দ্বাৰা এই অধিকাৰো হৰণ কৰি নিলে। এতিয়া এই বোৰৰ কাৰণে কংগ্ৰেছে সৰ্ব্বপ্ৰথম যুঁজ কৰিব লগা হ'ল। গান্ধীজীয়ে কৈছিল যে যুদ্ধত আমি যি সত্যাগ্ৰহ কৰিব খুজিছিলোঁ তাক কৰা নাই—এতিয়া আমি কেৱল বাক্-স্বাধীনতা আৰু সভা পতাৰ স্বাধীনতাৰ কাৰণেহে যুঁজ কৰিছোঁ; এই স্বাধীনতা আমি কেৱল কংগ্ৰেছ কমিটি আৰু খিলাফত কমিটিৰ কাৰণেই বিচৰা নাই—আমি সকলো অনুষ্ঠান আৰু ব্যক্তিৰ কাৰণে এই অধিকাৰ বিচাৰিছোঁ আৰু ইয়াক সকলোৰে কাৰণে আৰু সকলোৰে হৈ কৰা হৈছে। কিন্তু চৰকাৰেনো ত'ক শুনে। তেওঁলোকে দমন কৰাৰ সঙ্কল্প কৰি লৈছিল।

আলীবন্ধু আদিয়ে কৰাচীৰ মোকৰ্দ্দমাৰ সময়ৰ পৰাই গ্ৰেপ্তাৰ হৈ শাস্তি ভোগ কৰিছিল। অলপ দিনৰ ভিতৰতেই দেশবন্ধু দাস, পণ্ডিত মতিলাল নেহৰু, পণ্ডিত জৱাহৰলাল নেহৰু, লালা লাজপৎ ৰায়, মৌলানা আজাদ, শ্ৰীৰাজাগোপালাচাৰী আদি সৰ্ব্ব-ভাৰতীয় নেতা সমূহ গ্ৰেপ্তাৰ হল। অন্য কংগ্ৰেছীলোকো হাজাৰে হাজাৰে বন্দী হ'ল। কিন্তু যুৱৰাজ য'লৈকে গ'ল তাতেই বৰ্জ্জন আৰু জোৰেৰে সংগঠিত হ'ল। তেওঁৰ কলিকতালৈ যোৱাৰ সময় ওচৰ চাপি আহিছিল। লৰ্ড ৰিডিং চিন্তিত আছিলেই; তেওঁৰ ল-মেম্বাৰ আছিল চাৰ তেজ বাহাদুৰ চাপ্ৰু। কোনো ৰকমে আপোচ হওক আৰু কলিকতাত যাতে যুৱৰাজৰ ঠিকমতে স্বাগত হ'ব পাৰে এই কথাৰ চেষ্টা চলিবলৈ ধৰিলে। এই কথাত আগ ভাগ লৈছিল পণ্ডিত মদন মোহন মালবীয়জীয়ে। তেওঁ কলিকতালৈ গৈ তাৰ গৰ্ভণৰ লৰ্ড ৰ'ণাল্ডছেৰ লগত দেখা কৰিলে, দেশবন্ধু দাসৰ লগতো দেখা কৰিলে, বাহিৰত থকা দেশৰ কেইজনমান কংগ্ৰেছী আৰু খিলাফতী নেতাৰ

লগতো দেখা-সাক্ষাৎ হ'ল। ভাইচৰয় লৰ্ড ৰিডিঙৰ ওচৰলৈ এটা সৰ্জাতি দল লৈ যোৱাৰ কথা হ'ল। দেশবন্ধু দাস কলিকতাৰ জেলত আছিল। তেওঁৰ লগত কথা-বতৰা আৰম্ভ হ'ল। অলপ এনে ধাৰণা হবলৈ ধৰিলে যে সকলো ঠিক হৈ যাব।

বিহাৰতো গেপ্তাৰ আৰম্ভ হ'ল। প্ৰাদেশিক কমিটিৰ বৈঠক ছাপ্ৰাত হ'ল। বৈঠকৰ সময়তেই পুলিচে তাৰ অফিচ খানাতালাচ কৰিলে। যেতিয়া আমি এখন ৰাজহুৱা সভাত আছিলোঁ তেতিয়া পুলিচৰ প্ৰস্তুতিৰ পৰা জানিব পাৰিছিলোঁ যে আমাক তাতেই গেপ্তাৰ কৰিব। কিন্তু এনে নহ'ল। এজন মানুহে সভাত পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ ফালে হাত জোকাৰি জোকাৰি তুলসী দাসৰ এটা পদ বাৰে বাৰে দোহাৰিবলৈ ধৰিলে; তেতিয়াও পুলিচে একো নকৰিলে। পদ ফাকি আছিল এই—"গাধি-সুৰণ মন চিন্তা ব্যাপী, কব মৰিহঁহি য়ে নিসিচৰ পাপী।" (গাধি মুনিৰ মনত চিন্তা হ'ল এই পাপী নিশাচৰ কেতিয়া মৰিব)। সকলোৰেই বৈঠক আৰু সভাৰ শেষত নিজ নিজ স্থান অভিমুখে গ'ল। সকলো জিলাতে কংগ্ৰেছ কমিটিৰ অনুসন্ধান হ'বলৈ ধৰিলে। মানুহক গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে। ময়ো পাটনালৈ আহিলোঁ। আমি সকলোৰেই গেপ্তাৰৰ প্ৰতীক্ষাত আছিলোঁ। সকলো জিলাত বহুতো মুখ্য কংগ্ৰেছী লোকক গ্ৰেপ্তাৰ কৰিলে। পাটনাত মৌলবী খুৰশৈদ হসনৈন, বাবু জগত নাৰায়ণলাল আৰু কৃষ্ণপ্ৰকাশ সেন সিংহ গেপ্তাৰ হ'ল। অন্যান্য ঠাইত মৌলানা মহম্মদ শফী, বাবু শ্ৰীকৃষ্ণসিংহ, বাবু বিন্ধ্যেশ্বৰী প্ৰসাদ বৰ্মা, বাবু ৰামনাৰায়ণ সিংহকে আদি কৰি কেইবাজনো কংগ্ৰেছী সদস্যক জেললৈ পঠালে। মোক গ্ৰেপ্তাৰ নকৰিলে। হক্ চাহাব, ব্ৰজকিশোৰ বাবু আৰু মই কেইবা জনো বন্ধুৰ লগত এক বক্তব্য ছপালোঁ তাত আমি ৰাইজক সেৱক দলত ভৰ্ত্তি হবলৈ উৎসাহিত কৰিলোঁ, চৰকাৰৰ নীতিৰ নিন্দা কৰিলোঁ আৰু নিজকে সেৱক দলৰ সদস্য বুলি ঘোষণা কৰিলোঁ। তথাপি আমাক গ্ৰেপ্তাৰ নকৰিলে। এইদৰে সকলো ঠাইতে জিলা মেজিষ্ট্ৰেট আৰু অন্য হাকিমৰ ওচৰলৈ মানুহে চহী কৰি দীঘল দীঘল তালিকা পঠাবলৈ ধৰিলে। এই তালিকা বিলাকত সেৱকৰ নাম আছিল। পাটনাত মই এইদৰে প্ৰতীক্ষা কৰি থাকোঁতেই খবৰ পালোঁ যে আপোচ হ'ব খুজিছে।

গ্ৰেপ্তাৰ কৰা বন্ধ হ'ল। লৰ্ড সিংহই বিহাৰৰ গৰ্ভৰ্ণৰৰ পদৰ পৰা

ইস্তফা দিলে। তেওঁৰ ঠাইত মিষ্টাৰ লিমেজৰৰ গভৰ্ণৰ হ'ল। মিষ্টাৰ হচন ইমাম, ৰায় বাহাদুৰ দ্বাৰকানাথ আদিকে লৈ বিহাৰ কাউন্সিলৰ কেইজনমান মুখ্যলোকে গৰ্ভণৰৰ ওচৰলৈ এটা সজাতি দল নি ক'লে যে বিহাৰত সম্পূৰ্ণ শান্তি বিৰাজ কৰিছে, ইয়াত সেৱা-দলক বে-আইনী ঘোষণা কৰিলেহে বেছি হুলস্থূল হোৱাৰ সম্ভাৱনা গতিকে গ্রেপ্তাৰ কৰা বন্ধ হ'ব লাগে। গৰ্ভণৰে তেওঁলোকক এনে কিছুমান কথা ক'লে যিবোৰৰ পৰা অনুমান হল যে চৰকাৰৰ সকলো কাম ভুল ধাৰণাৰ ওপৰত হৈছে। আমি তাৰ প্ৰতিবাদ প্ৰকাশ কৰিলোঁ। কিন্তু সি প্ৰকাশিত হৈ ওলোৱাৰ আগতেই তেওঁ গ্রেপ্তাৰ বন্ধ কৰিবৰ কাৰণে আদেশ জাৰি কৰিলে। যদিও সেৱা-দলৰ বিৰুদ্ধে প্ৰচাৰিত হুকুম ৰদ কৰা নাছিল তথাপি জিলা মেজিষ্ট্ৰেটক গ্রেপ্তাৰ বন্ধ কৰিবলৈ হুকুম দিলে।

ভাইচৰয়ৰ কাউন্সিলৰ বৈঠকৰ কাৰণে চাৰ তেজ বাহাদুৰ চাপ্রু লৰ্ড ৰিডিঙৰ ওচৰলৈ কলিকতালৈ গৈছিল। তেওঁ পাটনা হৈ গৈছিল। তেওঁৰ লগত কেইজন মান মানুহৰ দেখা হৈছিল আৰু তাৰ পৰা এই কথাটো প্ৰকাশ পালে যে এতিয়া আপোচ হ'ব। বিহাৰত গ্রেপ্তাৰ কৰা বন্ধ হোৱাৰ কাৰণে এই কথা আৰু দহদহীয়া হৈ পৰিল। সিফালে চৰকাৰে যি কথা জেলত দেশবন্ধু দাসৰ লগত পাতিছিল তাৰপৰা বুজিব পৰা গল যে দেশবন্ধু দাসে চৰকাৰে দিয়া চৰ্ত্তসমূহ মানি লবলৈ প্ৰস্তুত। মহাত্মাজীৰ মতামত বিচাৰিছিল আৰু তেখেতে কেইটামান চৰ্ত্ত দিলে। এই সম্বন্ধে সেইসময়ত সকলো কথা প্ৰকাশ হোৱা নাছিল। ইমানকে জানিব পৰা গল যে গান্ধীজীয়ে দেশবন্ধু দাসৰ চৰ্ত্তসমূহ মানি ল'বলৈ দিয়া পৰামৰ্শ নাকচ কৰিলে। সকলো কথা জানিবলৈ শ্ৰীকৃষ্ণদাসৰ 'মহাত্মাজীৰ লগত সাত মাহ' (Seven Months with Mahatma Gandhi) পঢ়িব লাগে।

চৰ্ত্তসমূহ এনে ধৰণৰ আছিল—কংগ্ৰেছে যুৱৰাজৰ বৰ্জ্জন বন্ধ কৰি দিয়ক। চৰকাৰে এখন কনফাৰেঞ্চ পাতিব য'ত সকলো কথা আলোচনা হব। ৰাজনৈতিক বন্দী সকলক মুকলি কৰি দিয়া হ'ব। কিন্তু আলীবন্ধু সমন্বিতে কৰাচীৰ কটোৱা সম্বন্ধীয় বন্দীসকলক মুক্তি দিয়া নহ'ব।

গান্ধীজীয়ে বিচাৰিছিল যে কনফাৰেঞ্চৰ দিন আৰু বিচাৰ্য্য বিষয় (Terms of reference) স্থিৰ হোৱা উচিত আৰু কৰাচীৰ বন্দীসকলকো নিশ্চয় মুক্তি দিব লাগে। দুই এদিন আৰু সময় পোৱা হ'লে এই বিষয়বোৰৰো মীমাংসা হোৱাৰ সম্ভাৱনা আছিল। কিন্তু সিফালে যুৱৰাজৰ কলিকতা

পোৱাৰ দিন পালেহি আৰু একো মীমাংসা নহ'ল। চৰকাৰে দেখিলে যে স্বাগতৰ কাৰ্য্যত তেওঁলোক যেতিয়া সফল নহল তেনে স্থলত আপোচৰ কথাও অৰ্থহীন। তেওঁলোকে আৰু জোৰেৰে দমননীতি চলাবলৈ স্থিৰ কৰিলে। যি সন্ধাতি দল গৈছিল তেওঁলোককো কাৰা উত্তৰ দি দিলে। লগতে এনে গোলমলীয়া কথা কলে যিটোৰ কাৰণে কিছুমান মানুহৰ ওপৰত, বিশেষকৈ পণ্ডিত মালবীয়জীৰ ওপৰত এনে প্ৰভাৱ পৰিল যে যদিও এতিয়া একো নহ'ল তথাপি দূৰণীয়া মেজমেল পতাৰ চেষ্টা চলাই থাকিব লাগে আৰু ভাইচৰয়ে দিয়া চৰ্ত্তসমূহ এনে যিবোৰ পূৰণ কৰিব পৰা যায়।

দেশবন্ধু দাস মহাত্মাজীৰ এই মতত অতি ক্ষুব্ধ হল। তেওঁৰ মতে সেই সময়ত বৃটিছ চৰকাৰ সিমান তললৈ নমাটোৱেই বৰ ডাঙৰ কথা আছিল আৰু চৰ্ত্তসমূহ মানি ল'ব লাগিছিল। যদি কংগ্ৰেছে মানি ল'লেহেঁতেন তেন্তে কংগ্ৰেছৰ শক্তি বাঢ়িলহেঁতেন আৰু কাম বেচি জোৰেৰে চলিলহেঁতেন। চৰকাৰে দমাব নোৱাৰিলেহেঁতেন। মহাত্মাজীয়ে ভাবিলে যে লৰ্ড ৰিডিঙৰ ইচ্ছা আছিল যে কোনোপ্ৰকাৰে কলিকতাৰ নিচিনা ভাল চহৰত স্বাগত হৈ গ'লে বোম্বাই আদিৰ ঘটনাৰ কোনো গুৰুত্ব নাথাকিব আৰু ভাৰতৰ ৰাজভক্তি ঘোষণা কৰিব পাৰিব। কনফাৰেঞ্চৰ দিন আৰু নীতি দুয়োটা অনিশ্চিত আছিল। সেই কনফাৰেঞ্চ কেতিয়া হ'ব আৰু কি কৰিব তাৰ কোনো থিক নাছিল। তাৰ ওপৰত ভাৰষা কৰা অৰ্থহীন আৰু কংগ্ৰেছৰ শক্তি বাঢ়ক চাবি কমিবহে আৰু আমাক কেনেকৈ ঠগিলেহেঁতেন সকলোৱে দেখিলেহেঁতেন। এইবোৰৰ উপৰিও আলীবন্ধুক আমি কেনেকৈ জেলত ৰাখি থ'ম। যি সকলে সকলো কথাতে যোগ দিলে, যাৰ জনতাৰ ওপৰত ওপৰত ইমান প্ৰভাৱ আৰু যি আমাৰ লগৰীয়া তেওঁলোকক জেলত এৰি থোৱাটো বৰ অন্যায়ৰ কথা হ'ব। সেই কাৰণে লৰ্ড ৰিডিঙৰ চৰ্ত্তসমূহে আমাক কেৱল প্ৰবঞ্চনা কৰিব তাৰ পৰা কোনো কাম নহয়।

দেশবন্ধু দাস যে খুব ক্ষুব্ধ হৈছিল তাত কোনো সন্দেহ নাছিল। ম্যাদৰ শেষত তেওঁক যেতিয়া এৰি দিলে তেতিয়া তেওঁ এক বক্তৃতাত কৈছিল যে মহাত্মাজীয়ে খুব ডাঙৰ আৰু মাৰাত্মক ভুল কৰিছিল। এই বিষয়ে ভবিষ্যতৰ কোনো বুৰঞ্জীলিখকেহে নিৰপেক্ষ আৰু শুদ্ধভাৱে বিচাৰ কৰিব পাৰিব। মই ইমানকেহে ক'ব পাৰোঁ যে তেতিয়াৰ পৰা আজিৰ দিনলৈকে আমি বৃটিছ চৰকাৰৰ লগত যি আপোচ কৰিছো সি বৰ তিক্ত।

শব্দাড়ম্বৰত আচল কথা প্ৰায়ে লুকাই পৰে। আপোচ ইংৰাজীত লিখা হয় আৰু তাৰ অৰ্থ অনৰ্থ হোৱাৰে বেচি সম্ভাৱনা থাকে। ১৯৩১ চনৰ মাৰ্চত লৰ্ড আৰ্‌উইনৰ লগত যি আপোচ হ'ল তাৰ চৰ্ত্ত পূৰা কৰোঁতে লৰ্ড উইলিংডনৰ চৰকাৰে আৰু চিভিল চাৰ্ভিছে যি যি অসুবিধাৰ সৃষ্টি কৰিলে সেইবোৰ কথা সেই সময়ত সেই সম্বন্ধে যি সকলে তেওঁলোকৰ লগত কথা পাতিবলৈ পাইছিল অথবা পত্ৰ বিনিময় কৰিবলৈ সুবিধা পাইছিল কেৱল তেওঁলোকেইহে জানিব পাৰিব। মহাত্মাজীয়ে নিজৰ অভিজ্ঞতাৰপৰা জানিছিল যে কোনো চৰ্ত্ত গোলমলীয়াকৈ ৰাখিলে অথবা তাত কিবা অনিশ্চয়তা থাকিবলৈ দিলে শেষত সি আমাৰ ঘাতক হ'ব। তেখেতৰ বৃটিছ চৰকাৰৰ শুভেচ্ছাত বিশ্বাস নাছিল। সেই কাৰণে তেখেতে এনে চৰ্ত্ত মানি লোৱা উচিত বুলি নাভাবিলে। আৰু কংগ্ৰেছৰ নিশ্চিত নীতি আৰু নিজৰ বন্ধুক এই অনিশ্চিত চৰ্ত্তৰ ভাৰষাত জেলত এৰি থবলৈ অস্বীকাৰ কৰিলে। কোনো দেশেই যদি স্বাধীনতা বৰ সহজে লাভ কৰে তেন্তে তেনে দেশৰ সিমান সন্মান নাথাকে। বিশেষকৈ ভাৰতবৰ্ষই তাক উচিত ধৰণৰ মূল্য দিহে ল'ব লাগে; কিয়নো আমি ইমান দিনৰ গোলামীৰ উচিত মূল্যাঙ্কন কৰিবলৈ পাহৰি যোৱাৰ নিচিনা হলোঁ।

## ৪১। আহ্‌মদাবাদ কংগ্ৰেছ আৰু সত্যাগ্ৰহ

এইফালে এইবোৰ চলি থাকোঁতেই সিফালে কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনৰ দিনো আহি পৰিল। দেশবন্ধু দাসেই সভাপতি মনোনীত হৈছিল। তেওঁ আছিল জেলত। কংগ্ৰেছ অধিবেশন আহ্মদাবাদত হবলগীয়া আছিল। চৰ্দাৰ বল্লভভাই অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। বৃহৎ আয়োজন কৰা হৈছিল। বিহাৰত যেতিয়া গ্ৰেপ্তাৰ বন্ধ হ'ল আমি যিবিলাক বাহিৰত আছিলোঁ আহ্মদাবাদলৈ বুলি ৰাওনা হলোঁ।

বহু কাৰণতে আহ্মদাবাদ কংগ্ৰেছ অপূৰ্ব্ব আছিল। প্ৰথমবাৰৰ কাৰণে কংগ্ৰেছৰ পৰা চকিৰ ব্যৱহাৰ তুলি দি প্ৰতিনিধি সকলক মাটিত বহুৱাৰ ব্যৱস্থা কৰা হৈছিল। এইদৰে আগৰ সমান ঠাইতে বহুত

প্রতিনিধি আৰু দৰ্শক বাহিৰ পৰিছিল। প্ৰথমবাৰৰ কাৰণে নাগপুৰত পৰিবৰ্ত্তন কৰা নিয়ম অনুসৰি প্ৰতিনিধি সকলৰ নিৰ্ব্বাচন হৈছিল। এতিয়া কংগ্ৰেছ নিৰ্ব্বাচিত প্ৰতিনিধি সকলৰ সভা বুলি আমি ক'ব পাৰিছিলোঁ। বহুতো নিৰ্ব্বাচিত প্ৰতিনিধি জেলত আছিল আৰু তাৰ ভিতৰত প্ৰধান আছিল নিৰ্ব্বাচিত সভাপতি দেশবন্ধু চিত্তৰঞ্জন দাস। গোটেই বছৰ কঠোৰ পৰিশ্ৰম, কষ্ট আৰু উৎসাহেৰে দেশ জাগৰিত আৰু সংগঠিত কৰা বহুতো নেতাই চৰকাৰী নীতিৰ কাৰণে এই অধিবেশনত যোগ দিয়াৰ পৰা বঞ্চিত হৈছিল। যি সকল আহিছিল তেওঁলোকৰ মাজত আৰু গোটেই দেশতে উৎসাহ উদ্দীপনাৰে ভৰি পৰিছিল যেন দুইকূল উপচি পৰা বাঢ়নী নৈৰ পানীয়ে পাৰ বাগৰি চাৰিওফালে বিয়পি পৰিছে। ইমানবোৰ গ্ৰেপ্তাৰ হোৱাৰ পিচতো ক'তো হতাশাৰ চিন দেখা নগৈছিল। দমন-নীতিয়ে দমোৱাৰ পৰিবৰ্ত্তে মানুহক আলোড়িত কৰাৰ কামহে কৰিছিল। গান্ধীজীৰ মন আশা আৰু উদ্দীপনাৰে ভৰি উঠিছিল। সকলোৱে সত্যাগ্ৰহৰ সপোন দেখিছিল। সকলোৱে আশা কৰিছিল যে কংগ্ৰেছে সত্যাগ্ৰহৰ আদেশ দিব আৰু আয়োজন কৰিব। কংগ্ৰেছৰ লগতে এখন মহত্বপূৰ্ণ প্ৰদৰ্শনী হৈছিল আৰু সেই প্ৰদৰ্শনীত নবজাত অৰ্থাৎ পুনৰ্জীৱিত খাদীৰ মহত্ব প্ৰকাশ পাইছিল। প্ৰতিনিধি সকলক থাকিবৰ কাৰণে কংগ্ৰেছ পেণ্ডেলৰ ওচৰতে 'খাদী নগৰ' নাম দি এখন সৰুসুৰা নগৰ কৰিছিল আৰু তাতে সকলো প্ৰতিনিধি আছিল। এই সকলো কংগ্ৰেছৰ কাৰণে নতুন কথা আছিল। ওচৰতে সেইদৰে খিলাফত কনফাৰেঞ্চৰ কাৰণে পেণ্ডেল আদি সাজিছিল।

কংগ্ৰেছৰ অধিবেশনো অপূৰ্ব্ব আছিল। পুৰণি নিয়মৰ বিপৰীতে এইবাৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ খুব সৰু আছিল। ভাষণত দেশৰ পৰিস্থিতি আৰু কাৰ্য্যসূচী সম্বন্ধে আলোচনা কৰা নাছিল। উপস্থিত থকা প্ৰতিনিধি সকলৰ অভ্যৰ্থনা আৰু গুজৰাটত হোৱা কামৰ এটা চমু বিবৰণহে মাত্ৰ ভাষণত আছিল। মনোনীত সভাপতিৰ অনুপস্থিতিত হাকিম আজমল খাঁ সভাপতি নিৰ্ব্বাচিত হ'ল। অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সভাপতি দুয়োৰে ভাষণ ৰাষ্ট্ৰভাষা হিন্দি বা উৰ্দ্দুতেই হ'ল।

সকলোতকৈ মহত্বপূৰ্ণ প্ৰশ্ন আছিল সত্যাগ্ৰহ। অধিবেশনত এটা মাত্ৰ প্ৰস্তাৱেই পাছ হৈছিল আৰু এই প্ৰস্তাৱত পৰিস্থিতিৰ পৰ্য্যালোচনা কৰি সত্যাগ্ৰহ কৰাৰ সিদ্ধান্ত ডাঙি ধৰা হ'ল। এই কামৰ কাৰণে গান্ধীজীক সৰ্ব্বেসৰ্ব্বা কৰা হ'ল। অন্য নেতাক যেনেকৈ গেপ্তাৰ কৰিছে

গান্ধীজীকো তেনেকৈ গেপ্তাৰ কৰাৰ সন্দেহ আছিল ; গতিকে প্ৰস্তাৱত অন্যান্য অধিকাৰৰ লগতে তেখেতক নিজৰ উত্তৰাধিকাৰী মনোনীত কৰিবলৈও অধিকাৰ দিয়া হৈছিল। কিন্তু এই কথা স্পষ্টভাৱে কোৱা হৈছিল যে কংগ্ৰেছৰ উদ্দেশ্য তেখেতে পৰিবৰ্ত্তন কৰিব নোৱাৰিব। অৱশ্যে চৰকাৰৰ লগত যদি কিবা আপোচ হয় তেন্তে তাৰ কাৰণে তেখেতে কংগ্ৰেছৰ মত ল'ব লাগিব। সেৱা-দলৰ সংগঠনৰ ওপৰত জোৰ দিয়া হ'ল আৰু যি প্ৰতিজ্ঞা পত্ৰত তেওঁলোকে চহী দিব লাগিছিল প্ৰতিজ্ঞা-পত্ৰ আৰু কঠোৰ কৰা হ'ল।

এই অধিবেশনৰ আৰু এটা তাৎপৰ্য্যপূৰ্ণ কথা আছিল যে মৌলানা হছ্ৰত মোহানীয়ে প্ৰস্তাৱ ডাঙি ধৰিলে যে কংগ্ৰেছৰ লক্ষ্য স্বৰাজৰ পৰিবৰ্ত্তে স্বতন্ত্ৰতা (Independence) কৰিব লাগে। গান্ধীজীয়ে ইয়াৰ বিৰোধিতা কৰিলে। গতিকে প্ৰস্তাৱ স্বীকৃত নহ'ল। ইয়াৰ পিচত প্ৰায় প্ৰত্যেক অধিবেশনতে এনে প্ৰস্তাৱ আহিবলৈ ধৰিলে কিন্তু গান্ধীজীয়ে কেইবছৰ মানলৈ নিজৰ বিৰোধিতা তুলি নোলোৱালৈকে এই প্ৰস্তাৱ নামঞ্জুৰ হৈয়ে থাকিল। অন্য কথা হ'ল পণ্ডিত মালৱীয়জীৰ ঘূৰ্ণীয়া মেজ-মেল সম্বন্ধীয় প্ৰস্তাৱ নামঞ্জুৰ কৰা। পণ্ডিতজী পোনে পোনে কলিকতাৰ পৰা আহ্মদাবাদলৈ আহিছিল। তাত তেওঁৰ যত্ন সফল নহ'ল কিন্তু তেওঁ আছিল বৰ আশাবাদী। তেওঁ কংগ্ৰেছক পৰামৰ্শ দিলে আৰু প্ৰস্তাৱ ডাঙি ধৰিলে যে যদি চৰকাৰে ঘূৰণীয়া মেজমেলৰ আয়োজন কৰে তেন্তে কংগ্ৰেছে তাত যোগ দিয়া উচিত। আগতে কৈ আহিছো যে ইয়াৰ কাৰণে এই সময়ত কেনো সুবিধাই নাছিল। গতিকে কংগ্ৰেছে সেইকথা নামানিলে। পিছত এই কথা জানিবলৈ পালোঁ যে পণ্ডিত মতিলালজীও যি কোনো আপোচৰ বিৰুদ্ধে আছিল।

কংগ্ৰেছ অধিবেশনৰ পিচত সকলো মানুহ নিজ নিজ ঠাইলৈ উভতি গ'ল। তাতেই জানিবলৈ পালোঁ যে মহাত্মা গান্ধীয়ে বাৰডোলী নামৰ এখন ঠাইত সত্যাগ্ৰহ কৰিব। অন্যান্য সকলেও নিজ নিজ ঠাইত জনতাৰ মাজত প্ৰচাৰ আৰু সংগঠনৰ কাৰণে আদেশ পালে। কংগ্ৰেছৰ কাৰ্য্যসূচী পূৰ্ণ কৰিবৰ কাৰণে বিশেষকৈ সেৱা-দল সংগঠনৰ কাৰণে দেহে-কেহে যত্ন কৰিব লাগে।

পণ্ডিত মালৱীয়জী আৰু অন্য কিছুমান নেতাই স্থিৰ কৰিলে যে এনে এখন কনফাৰেঞ্চ পতা হওক য'ত কংগ্ৰেছ আৰু চৰকাৰৰ মাজৰ কাজিয়া মিতমাতৰ কাৰণে যত্ন কৰিব পাৰি। তেওঁলোকে আহ্মদাবাদ কংগ্ৰেছ

শেষ হোৱাৰ লগে লগেই এই ঘোষণা কৰিলে। কংগ্ৰেছী আৰু খিলাফতী মুখ্য নেতা সকলক লৈ দেশৰ মুখীয়াল লোকসকলক বোম্বাইলৈ আমন্ত্ৰণ জনোৱা হ'ল। এই সভা জানুৱাৰী মাহৰ মাজ-ভাগত বোম্বাইত হৈছিল। চাৰ শঙ্কৰ নায়াৰ ইয়াৰ সভাপতি আছিল। ময়ো অন্যান্য কংগ্ৰেছী সকলৰ দৰে তালৈ গৈছিলোঁ। গান্ধীজীয়েই আমাৰ মুখপাত্ৰ আছিল। আমি ঠিক কৰি লৈছিলোঁ যে আমাৰ সকলোৱে হৈ যি ক'ব লাগে তেখেতেই ক'ব। মহাত্মা গান্ধীয়ে স্পষ্টভাৱে ক'লে যে চৰকাৰৰ দ্বাৰা আয়োজন কৰা প্ৰস্তাৱিত ঘূৰণীয়া মেজমেলৰ পৰা আমাৰ কংগ্ৰেছীসকলৰ আশা কৰিবলৈ একো নাই। তথাপি সেই মেল যদি হয়ো আৰু গান্ধীজীক মাতেও তেন্তে তেখেতে বিনাচৰ্ত্তে তাত যোগ দিব; কিন্তু ব্যক্তিগতভাৱে। অৱশ্যে যদি কংগ্ৰেছক আমন্ত্ৰণ জনায় তেন্তে তেখেতে তাত তেতিয়াহে যোগ দিব যেতিয়া কনফাৰেঞ্চৰ কাৰ্য্য-সূচী আৰু দিন ধাৰ্য্য কৰিব। লগতে সেৱা-দলক বে-আইনী কৰা ঘোষণা তুলি ল'ব লাগিব আৰু এই ঘোষণা নমনাৰ কাৰণে যি সকলক শাস্তি দিয়া হৈছে তেওঁলোকক মুক্তি দিব লাগিব। ফটোৱা সম্বন্ধীয় বন্দী সকলক নিশ্চয় এৰিব লাগে। কংগ্ৰেছৰ খিলাফত, পঞ্জাব আৰু স্বৰাজ সম্বন্ধীয় দাবী জনাজাত আছিল; কংগ্ৰেছে তাকে তাত ডাঙি ধৰি মনাবলৈ যত্ন কৰিব। আমাৰ ফালৰ পৰা আমি সত্যাগ্ৰহ স্থগিত কৰি দিম।

কনফাৰেঞ্চ আয়োজন কৰা সকলৰ ফালৰ পৰা এটা প্ৰস্তাৱ ডাঙি ধৰিলে; কিন্তু গান্ধীজীয়ে এই প্ৰস্তাৱ মঞ্জুৰ নকৰিলে। এই কাৰণে সেই প্ৰস্তাৱটো বিবেচনা কৰি সাল বদল কৰি পুনৰ উত্থাপন কৰিবলৈ এখন উপসমিতি কৰি দিলে। সেইদিনা তাত যি সকল উপস্থিত আছিল তেওঁলোকৰ বক্তৃতা হ'ল। মোৰ অন্তৰত এটা বক্তৃতাৰ খুব প্ৰভাৱ পৰিছিল। সেইটো আছিল চাৰ হৰমুচুজী ৱাডিয়াৰ বক্তৃতা। তেওঁ আছিল লিবাৰেল দলৰ মতাৱলম্বী এজন বয়োবৃদ্ধ ডাঙৰ পাৰ্চী সদাগৰ। তেওঁ চৰকাৰৰ সকলো নীতি তীব্ৰভাৱে নিন্দা কৰিছিল। তেওঁ যদিও সত্যাগ্ৰহৰ বিৰোধী আছিল তথাপি তেওঁ স্পষ্টভাৱে কৈছিল যে এই সকলো অৱস্থাৰ কাৰণে কৈফিয়ৎ দিয়াৰ ভাৰ চৰকাৰৰ ওপৰত।

দ্বিতীয় দিনা উপসমিতিৰ বৈঠক হ'ল। তাত গান্ধীজী উপস্থিত আছিল। সকলোৱে মত অনুসৰি এটা প্ৰস্তাৱ লিখা হ'ল। কিন্তু চাৰ শঙ্কৰ নায়াৰৰ বৰ খং উঠিল। আবেলি তেওঁ কনফাৰেঞ্চৰ পৰা গুচি গ'ল।

তেওঁৰ লগত অন্য কোনো নগ'ল। তেতিয়া চাৰ বিশ্বেশ্বৰৈয়া কনফাৰেঞ্চৰ সভাপতি হ'ল। তেওঁ সেই প্ৰস্তাৱ মানি ললে। গান্ধীজীয়ে আকৌ সেই একে কথাকে ক'লে। তেখেতে এই কথাও ক'লে যে কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰ দ্বাৰা তেখেতে ৩১ জানুৱাৰীলৈকে সত্যাগ্ৰহ স্থগিত ৰাখিবলৈ চেষ্টা কৰিব।

বোম্বাইত ৱৰ্কিং কমিটিৰ সদস্য প্ৰায় সকলোৱেই আছিল। বৈঠকত স্থিৰ হল যে ৩১ জানুৱাৰীলৈকে আৰু যদি ঘূৰণীয়া-মেজ-মেলৰ কথা তথা প্ৰস্তাৱৰ আন আন চৰ্ত্তসমূহ চৰকাৰে মানি নলয় তেন্তে যেতিয়ালৈকে তাৰ কোনো সিদ্ধান্ত নহয় তেতিয়ালৈকে সামূহিক সত্যাগ্ৰহ বন্ধ থাকিব আৰু কেৱল আত্মৰক্ষাৰ কাৰণে য'ত বাধ্যত পৰিব তাতে ব্যক্তিগত সত্যাগ্ৰহ কৰা হ'ব; কিন্তু সেৱা-দলৰ সংগঠনৰ কাম চলি থাকিব। কনফাৰেঞ্চৰ প্ৰস্তাৱ টেলিগ্ৰাম যোগে কনফাৰেঞ্চ কমিটিয়ে ভাইচৰয়লৈ পঠালে। এখন দীঘল টেলিগ্ৰামৰ দ্বাৰা এই কথাও জনোৱা হ'ল যে কলিকতাৰ সজাতি দলৰ উত্তৰত লৰ্ড ৰিডিঙে যি চৰ্ত্ত দিছিল সেই চৰ্ত্ত-সমূহৰ প্ৰায়বোৰ মানি লোৱা হ'ল এতিয়া চৰকাৰে ঘূৰণীয়া মেজ-মেলৰ প্ৰস্তাৱ মানি লব লাগে। সিফালৰ পৰা নামঞ্জুৰৰ খবৰ আহিল। ইয়াৰ দ্বাৰা আকৌ টেলিগ্ৰামযোগে লিখা-পঢ়া চলি থাকোঁতে ৩১ জানুৱাৰী আহি পৰিল। এতিয়া কংগ্ৰেছে কিবা এটা সিদ্ধান্ত লোৱাটো অনিবাৰ্য্য হৈ পৰিল।

কংগ্ৰেছ অধিবেশনৰ পৰা ঘূৰি গৈ মই নিজ প্ৰদেশত ভ্ৰমণ কৰিবলৈ আৰম্ভ কৰিলোঁ। ৩১ জানুৱাৰীলৈকে দিয়া সময় শেষ হোৱাত মহাত্মা গান্ধী আৰু হাকীম আজমল খাঁই যোগ দিয়া বাৰডোলীৰ এখন ৰাজহুৱা সভাত বাৰডোলীত সত্যাগ্ৰহ কৰা স্থিৰ হ'ল। এই কথা ঘোষণাও কৰিলে। শ্ৰীবিঠলভাই পেটেল আৰু চৰ্দাৰ বল্লভাই এতিয়া তাতে থাকিবলৈ ল'লে। মহাত্মা গান্ধীও গৈ পাইছিলেই। তাত ৰাজহুৱা সভাত মহাত্মাজীয়ে সত্যাগ্ৰহৰ অৰ্থ আৰু তাৰ দ্বাৰা হ'ব পৰা কষ্টৰ কথা মানুহক বুজাইছিল। তেওঁলোকৰ দ্বাৰা শপত গ্ৰহণ কৰাইছিল যে সত্য আৰু অহিংসাত দৃঢ় থাকি তেওঁলোকে গোটেই দেশৰ স্বতন্ত্ৰতা লাভৰ কাৰণে নিজকে উৰ্চগা কৰিব। চুৰাটত ৱৰ্কিং কমিটিৰ বৈঠক হ'ল। ৱৰ্কিং কমিটিয়ে সত্যাগ্ৰহ কৰিবলৈ অনুমতি দিলে। তাৰ পিছত মহাত্মা গান্ধীয়ে ভাইচৰয়লৈ চিঠি লিখিলে আৰু সেই চিঠিত সত্যাগ্ৰহ কৰাৰ সিদ্ধান্তৰ খবৰ দিয়াৰ লগতে সত্যাগ্ৰহ আৰম্ভ কৰাৰ তাৰিখো স্থিৰ কৰি দিলে।

## ৪২। চৌৰীচৌৰা, সত্যাগ্ৰহ আৰু গান্ধীজীৰ গ্ৰেপ্তাৰ

মই প্ৰদেশ ভ্ৰমণত মুজফ্ফৰপুৰ জিলাৰ গাওঁবোৰ ঘূৰি-ফুৰি 'পুপ্ৰি' গাঁৱৰ সভাত বক্তৃতা দি আছিলো। সেই সময়তে টেলিগ্ৰাম পালো যে বাৰডোলীত ৱৰ্কিং কমিটিৰ বৈঠক হ'ব আৰু মই ততালিকে সেইখিনি পাবগৈ লাগে। মই তাৰ পৰা তৎক্ষণাৎ ৰাওনা হ'লো। প্ৰথম যিখন গাড়ী পালোঁ তাতে পাটনা হৈ তালৈ গুচি গলোঁ। ইয়াৰ ভিতৰতে এটা বৰ শোকলগা আৰু গুৰুত্বপূৰ্ণ ঘটনা হ'ল। গোৰখপুৰ জিলাৰ চৌৰীচৌৰা গাৱঁত জনতা আৰু পুলিচৰ মাজত সংঘৰ্ষ হ'ল। জনতা উন্মত্ত হৈ পুলিচ থানাখন জ্বলাই দিলে। বহুতো পুলিচ কৰ্ম্মচাৰীকো মাৰিলে।

মাহাত্মাজীৰ অন্তৰত ইয়াৰ গভীৰ চাপ বহিল। তেখেতে দেখিলে যে দেশে এতিয়াও অহিংসাৰ তত্ব আৰু মহত্ব বুজা নাই; সেইকাৰণে যদি সত্যাগ্ৰহ আৰম্ভ হয় তেন্তে এনে ধৰণৰ ঘটনা বহুতো ঠাইত হ'বলৈ ধৰিব; ইয়াৰ ফলস্বৰূপে চৰকাৰৰ ফালৰ পৰাও দমননীতি বাঢ়িহে যাব আৰু জনতাই তাক কেতিয়াও সহ্য কৰিব নোৱাৰে, গতিকে যদিও ভাইচৰয়ক সত্যাগ্ৰহ আৰম্ভ কৰাৰ খবৰ দিছিল তথাপি সত্যাগ্ৰহ স্থগিত কৰি দিব লাগে।

দেশৰ নাড়ী বুজি মহাত্মাজী এই সিদ্ধান্তত উপনীত হ'ল। এই সম্বন্ধে আলোচনা কৰিবলৈ তেখেতে ৱৰ্কিং কমিটিৰ বৈঠক পাতিলে।

যদিও মই যিমান সোনকালে পাৰো ৰাওনা হৈছিলোঁ তথাপি যেতিয়া বাৰডোলী ষ্টেচন পাওগৈ সেই ৰেলতে ঘূৰি আহিবৰ কাৰণে ওলাওঁতে পণ্ডিত মদন মোহন মালৱীয়জীৰ লগত তাতে মোৰ দেখা হ'ল। তেওঁ ক'লে যে ৱৰ্কিং কমিটিৰ কাম সমাপ্ত হ'ল আৰু সত্যাগ্ৰহ স্থগিত কৰিবৰ কাৰণে সিদ্ধান্ত লোৱা হ'ল। মই যেতিয়া এই কথা শুনিলোঁ মোৰ অন্তৰতো এটা আঘাত লগা যেন পালোঁ। মই গান্ধীজীৰ থকা ঠাই পালোঁগৈ। গৈ পাওঁতেই তেখেতে সুধিলে—সিদ্ধান্তৰ কথা গম পাইছা নহয়? মই ক'লোঁ হয় পাইছোঁ। তেতিয়া তেখেতে সুধিলে এই সম্বন্ধে তোমাৰ কি মত? মই ততালিকে একো উত্তৰ দিব নোৱাৰিলতে তেখেতে বুজিলে যে মোৰ অন্তৰত কিছু সন্দেহৰ সৃষ্টি হৈছে। তেখেতে

তেতিয়াই সকলো কথা বুজাই দিলে। মই শুনি গলোঁ কিন্তু এতিয়াও কোনো সিদ্ধান্তলৈ অহা নাছিলোঁ। শেষত তেঁখেতে ক'লে, মই যিখিনি ক'লোঁ সেই বিষয়ে ভালকৈ ভাবি চোৱঁা।

সন্ধ্যা হৈছিল। মই ৰাতি সকলো কথা সকলো ফালৰ পৰা মহাত্মাজীয়ে কোৱা কথাৰ দৃষ্টি-ভঙ্গীত বিবেচনা কৰিলোঁ। মোৰ দৃঢ় মত হ'ল যে সিদ্ধান্ত ঠিকেই হৈছে। পিছদিনা গান্ধীজীয়ে আকৌ সুধিলে, কি ঠিক কৰিলা ? মই উত্তৰ দিলোঁ যে মই সকলো কথা বুজিলোঁ আৰু সিদ্ধান্ত ঠিকেই হৈছে। এই কথাত তেখেতে অলপ আনন্দ পোৱা যেন ভাব হ'ল।

এই সিদ্ধান্তৰ কথা প্ৰকাশ হোৱাৰ লগে লগে গোটেই দেশতে এক আচৰিত ধৰণৰ পৰিস্থিতিৰ সৃষ্টি হ'ল। সাধাৰণ কৰ্ম্মীৰ কথাই নাই ডাঙৰ ডাঙৰ নেতা—জেলত থকা পণ্ডিত নেহৰু, লালা লাজপাট ৰায় আদিও এই কথাত বৰ অসন্তুষ্ট হ'ল। খবৰ কাগজতো ইয়াৰ বিৰুদ্ধে মত প্ৰকাশ কৰিলে। হাকীম আফজল খাঁ আৰু ডাক্তৰ আন্সাৰী ৱৰ্কিং কমিটিৰ সেই বৈঠক নাপালেগৈ। তেওঁলোকে সত্যাগ্ৰহ স্থগিত ৰখাৰ মতামত তালৈ পঠাই দিছিল। সৰ্ব্বসাধাৰণ জনতাৰ মাজত এক হতাশ অৱস্থা দেখা পোৱা গ'ল, যেন দৌৰী যোৱা এজন মানুহ উজুতি খাই মাটিত বাগৰিহে পৰিল।

বাৰডোলীতে মহাত্মাজীয়ে প্ৰথম প্ৰথম সেই ৰচনাত্মক কাৰ্য্য-সূচীক এক নিশ্চিত আৰু পৰিষ্কাৰ ৰূপ দিলে যি আজিলৈকে কংগ্ৰেছৰ প্ৰধান কাৰ্য্য-সূচী হৈ আছে। সেই প্ৰস্তাৱ ইমান মহত্বপূৰ্ণ যে তাক উদ্ধৃত কৰা আৱশ্যক।

"যিহেতু গোৰোখপুৰৰ (চৌৰী-চৌৰাৰ) ভয়ানক ঘটনাই এই কথাৰ প্ৰত্যক্ষ প্ৰমাণ দিয়ে যে দেশৰ মানুহে এতিয়ালৈকে এই কথা ভালদৰে বুজা নাই যে 'অহিংসা' সবিনয় অৱজ্ঞা অথবা আইন অমান্যৰ এক আৱশ্যকীয় ক্ৰিয়াত্মক আৰু মুখ্য অংশ ; আৰু যিহেতু স্বেচ্ছাসেৱক ভৰ্ত্তি কৰোঁতে কোনো বাচ-বিচাৰ নকৰাকৈ—আৰু কংগ্ৰেছক দিয়া নিৰ্দ্দেশৰ বিৰুদ্ধেও মানুহ লোৱা হ'ল ইয়াৰ দ্বাৰা মানুহৰ মাজত সত্যাগ্ৰহৰ মূল তত্ত্ব বুজাত অপৰ্ণতা প্ৰকাশ পাইছে ; আৰু যেহেতু এই কাৰ্য্যনিৰ্ব্বাহক সভাৰ মতে কংগ্ৰেছৰ শাসন পদ্ধতি ব্যৱহাৰত লগোৱাত অপূৰ্ণতা আৰু দুৰ্ব্বলতায়েই ৰাষ্ট্ৰীয় পৰ্য্যায় পোৱাত পলম হোৱাৰ এক প্ৰধান কাৰণ সেইকাৰণে কংগ্ৰেছৰ ভিতৰৰ সংগঠন সুদৃঢ় কৰিবৰ উদ্দেশ্যে এই

ৱৰ্কিং কমিটিয়ে কংগ্ৰেছৰ সকলো সংগঠনকে পৰামৰ্শ দিয়ে যে তেওঁলোকে তলত দিয়া কাৰ্য্য-সূচী পূৰ্ণ কৰিবৰ কাৰণে লাগি যাওক—

(১) কম পক্ষেও কংগ্ৰেছৰ এক কোটী সভ্য ভৰ্ত্তি কৰোৱা। যেহেতু শান্তি (অহিংসা আৰু বৈধতা) আৰু সত্য কংগ্ৰেছ নীতিৰ মূল তত্ব বা সাৰমৰ্ম্ম সেইকাৰণে এনে কোনো মানুহ ভৰ্ত্তি কৰিব নালাগে যি স্বৰাজ প্ৰাপ্তিৰ কাৰণে সত্য আৰু অহিংসাক অনিবাৰ্য্য বুলি নাভাবে। গতিকে যি মানুহক বা ব্যক্তিক কংগ্ৰেছৰ সভ্য হবলৈ অনুৰোধ কৰা যায় তেনে প্ৰতি মানুহকে কংগ্ৰেছৰ নীতি ভাল ধৰণেৰে বুজাই দিব লাগে। সভ্য ভৰ্ত্তি কৰা কৰ্ম্মীসকলে মনত ৰাখিব লাগে যে বাৰ্ষিক বৰঙনি আদায় নকৰা লোকক কংগ্ৰেছৰ যোগ্য সভ্য বুলি ধৰা নহ'ব। সেই কাৰণে পুৰণি সভ্যসকলে পুনৰ নতুন বছৰৰ কাৰণে নিজৰ নিজৰ নাম ভৰ্ত্তি কৰাই ল'ব লাগে।

(২) যঁতৰ লোকপ্ৰিয় কৰা আৰু হাতে কটা সুতাৰে হাতে বোৱা খাদী তৈয়াৰ কৰাৰ সংগঠন কৰা। এই কামৰ সফলতাৰ কাৰণে সকলো কৰ্ম্মী আৰু কংগ্ৰেছৰ পদাধিকাৰীয়ে খাদী সাজ পিন্ধিব লাগে আৰু এইটোও ভাল হ'ব যে অন্যবিলাকৰ আগ্ৰহ বঢ়াবৰ কাৰণে তেওঁলোকে নিজে যঁতৰত সূতা কাটিবলৈ শিকিব লাগে।

(৩) নেচনেল স্কুল অথবা ৰাষ্ট্ৰীয় বিদ্যালয় প্ৰতিস্থা কৰা। চৰকাৰী স্কুল সমূহলৈ যোৱাত বাধা দিব নালাগে। ৰাষ্ট্ৰীয় স্কুল সমূহৰ সংখ্যা বৃদ্ধিৰ কাৰণে এই স্কুলবোৰৰ ভাল পঢ়ুৱাৰ ওপৰতে ভাৰষা কৰিব লাগে।

(৪) দলিত জাতি সমূহৰ থকা-মেলা ভাল কৰিবৰ কাৰণে তেওঁলোকক সংগঠিত কৰা। তেওঁলোকক বুজাই-বঢ়াই ল'ৰাছোৱালীবোৰক পঢ়িবৰ কাৰণে পঠিওৱা আৰু বাকী সকলোৱে যি সুবিধা পাইছে তেওঁলোককো এই সুবিধাবোৰ দিওৱা। য'তেই অস্পৃশ্য জাতিবোৰৰ পৰা মানুহ নিলগত থাকে আৰু অস্পৃশ্যভাব বৰ দৃঢ় তাতে তেওঁলোকৰ লৰা-ছোৱালীৰ কাৰণে কংগ্ৰেছৰ পইচাৰে বেলেগ স্কুল চলাব লাগে আৰু মানুহক বুজাই-বঢ়াই সকলকো ৰাজহুৱা কুঁৱাৰ পৰা পানী তুলিবলৈ দিয়াৰ ব্যৱস্থা কৰিব লাগে।

(৫) মাদক দ্ৰব্য নিষেধৰ কাৰণে মদপী সকলৰ ঘৰে ঘৰে গৈ তেওঁলোকক বুজাই-বঢ়াই মদ খোৱা বন্ধ কৰিবলৈ সংগঠিতভাৱে কাম কৰা। এই কাৰ্য্যৰ কাৰণে পিকেটিঙৰ ঘাৰা যাতে কাম লোৱা নহয় বৰং বুজাই মেলি, অনুৰোধ মিনতি কৰিহে কাম আদায় কৰিব লাগে।

(৬) নিজৰ ভিতৰৰ মোকৰ্দ্দমা আৰু কাজিয়া-পেচাল নিজৰ ভিতৰতে নিটমাট কৰিবৰ কাৰণে চহৰ আৰু গাঁৱত পঞ্চায়ত প্ৰতিষ্ঠা কৰিব লাগে। পঞ্চায়তৰ সিদ্ধান্ত পঞ্চায়তৰ সততা আৰু বিশ্বাস, ন্যায় আৰু লোকপ্ৰিয়তাৰ দ্বাৰাই সকলোকে মনাব পৰা হব লাগে। কোনো ৰকমৰ জোৰ-জুলুমৰ ছাঁও পৰিবলৈ নাপায় যেন। সেইকাৰণে এনেকুৱা কৰিব নালাগে যে যদি কোনোৱে পঞ্চায়তৰ সিদ্ধান্ত মানি নলয়ো তেন্তে তেওঁক সমাজচ্যুত অথবা জ্যাতিচ্যুত কৰাৰ সিদ্ধান্ত কৰিব নেলাগে।

(৭) প্ৰতি জাতি বা প্ৰতি শ্ৰেণী মানুহৰ ভিতৰত মিলা-প্ৰীতি বঢ়াবৰ কাৰণে আৰু নিজৰ ভিতৰত এনে মিলা-প্ৰীতিৰ আৱশ্যকতাৰ প্ৰতি সকলোৰে মনোযোগ আকৰ্ষণ কৰিবৰ কাৰণে মিলা-প্ৰীতি বঢ়োৱা অসহযোগ আন্দোলনৰ এটা উদ্দেশ্য। এনে সামাজিক সেৱা-বিভাগ সংগঠন কৰা যি কোনো ভেদা-ভেদ ভাব নৰখাকৈ সকলোকে বেমাৰ-আজাৰ, বিলাই-বিপত্তিৰ সময়ত একে ধৰণেৰে একে ভাবেৰে সেৱা কৰিব। অসহযোগী সকলে নিজৰ নীতিত দৃঢ়ভাৱে থাকিও বেমাৰত অথবা কোনো বিপদ আপদৰ সময়ত ইংৰাজ বা ভাৰতীয় অৰ্থাৎ সকলোকে সমানভাৱে সেৱা কৰাটো নিজৰ সৌভাগ্য বুলি ভাবিব লাগে।

(৮) তিলক-স্বৰাজ-পুঁজি সংগ্ৰহ কৰাৰ কাম চলাই ৰখা আৰু প্ৰতিজন কংগ্ৰেছীৰপৰা অথবা কংগ্ৰেছৰ প্ৰতি সহানুভূতি থকা লোকৰ ওচৰত ১৯২১ চনত হোৱা তেওঁৰ নিজ উপাৰ্জ্জনৰ $\frac{১}{১০০}$ (এশ ভাগৰ এভাগ) তিলক-স্বৰাজ পুঁজিলৈ দিবলৈ অনুৰোধ কৰা। প্ৰতি প্ৰাদেশিক কমিটিয়ে তেওঁলোকৰ এইদৰে গোটোৱা পুঁজিৰ $\frac{১}{৪}$ (এক চতুৰ্থাংশ) প্ৰতি মাহে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ ওচৰলৈ পঠিওৱা।

(৯) ৱৰ্কিং কমিটিৰ এই প্ৰস্তাৱ যদি আৱশ্যক হয় তেন্তে সংশোধনৰ কাৰণে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ পৰবৰ্ত্তী অধিবেশনত ডাঙি ধৰা হব।

(১০) ৱৰ্কিং কমিটিৰ মতে চৰকাৰী চাকৰি এৰি অহা লোকৰ জীৱিকা নিৰ্ব্বাহৰ কাৰণে কোনো ব্যৱস্থা কৰা আৱশ্যক বুলি বিবেচনা কৰা হৈছে। এই উদ্দেশ্য কমিটিয়ে শ্ৰীমিঞা মুহম্মদ হাজীজান, শ্ৰীমুহম্মদ ছোটানী, শেঠ শ্ৰীযমুনালাল বাজাজ তথা শ্ৰীবি, জি, পেটেলক এনে ধৰণৰ এটা ব্যৱস্থা কৰি পৰবৰ্ত্তী নিখিল ভাৰত কমিটিৰ বিশেষ বৈঠকত বিবেচনাৰ কাৰণে দাখিল কৰিবলৈ নিযুক্ত কৰে।

নিখিল ভাৰত কমিটিৰ বৈঠক সোনকালে কৰিবলৈ ঘাৱডোৱালীতে সিদ্ধান্ত কৰা হয়। তাৰিখ ঠিক কৰি দিল্লীত বৈঠক হ'ব বুলি ঘোষণা

কৰা হ'ল। এই বৈঠকতে বাৰডোলীৰ সিদ্ধান্ত সম্পৰ্কে বিবেচনা কৰাৰ কথা আছিল।

গান্ধীজীয়ে পাঁচদিনৰ উপবাস কৰিলে। তাৰ বাজহুৱা সভাত তেখেতে নিজৰ সিদ্ধান্তৰ কথা ক'লে। ময়ো সেই সভাত উপস্থিত আছিলোঁ। মানুহে এই কথা মানি ল'লে কিন্তু ইয়াতো নিৰাশা পৰিলক্ষিত হৈছিল।

নিখিল ভাৰত কমিটিৰ আগতে দিল্লীত হোৱা ৱৰ্কিং কমিটিৰ বৈঠকত লালাজী আৰু পণ্ডিত মতিলালজী তথা অন্যান্যৰ ক্ষোভপূৰ্ণ সন্মতি পোৱা হ'ল—'এই সিদ্ধান্ত দেশৰ কাৰণে খুব ক্ষতিকৰ হ'ল, ইয়াৰ পৰা মানুহ নিৰুৎসাহেই যে হ'ব তেনে নহয় বৰং দেশৰ সন্মানত আঘাত লাগিব।' কিছুমান নেতাৰ একে অভিপ্ৰায়ৰ চিঠিও জেলৰ পৰা গান্ধীজীলৈ আহিছিল। এনে অনুমান হৈছিল যে যদি সকলো নেতা বাহিৰত থাকিলহেঁতেন তেন্তে গান্ধীজীক গাদীচ্যুত কৰিলেহেঁতেন আৰু সত্যাগ্ৰহ চলালেহেঁতেন। কিন্তু গান্ধীজী অলপো নলৰিল। তেখেতে স্পষ্টভাৱে ক'লে যে যি সকল নেতা জেলত আবদ্ধ আছে তেওঁলোকৰ বাহিৰৰ পৰিস্থিতি সম্বন্ধে সম্পূৰ্ণ জ্ঞান নাই আৰু সেই কাৰণে তেওঁলোকৰ মতামত দিবৰ কোনো অধিকাৰ নাই। যদি তেওঁলোকে মতামত দিয়েও তেন্তে সেই মতামতৰ বেচি গুৰুত্ব থাকিব নোৱাৰে। ৱৰ্কিং কমিটিতে মই দেখিবলৈ পাইছিলোঁ গান্ধীজীয়ে কোনো এটা সিদ্ধান্তত উপনীত হ'লে কেনেকৈ অটলভাৱে থাকিব পাৰে আৰু তীব্ৰতম বিৰোধিতা সত্বেও তেখেত অটল হৈ থাকিব পাৰে।

হাকিম আজমল খাঁ কংগ্ৰেছৰ সভাপতি আছিল। নিখিল ভাৰত কমিটিৰ বৈঠক আৰম্ভ হ'ল। গান্ধীজীয়ে বাৰডোলীৰ সিদ্ধান্তৰ সমৰ্থন আৰু মঞ্জুৰৰ কাৰণে প্ৰস্তাৱ ডাঙি ধৰিলে। এই প্ৰস্তাৱৰ ওপৰত ডাক্তৰ মুঞ্জেই এটা সংশোধনী প্ৰস্তাৱ ডাঙি ধৰিলে যে অসহযোগৰ কাৰ্য্য-সূচী আৰু সেই অনুসৰি সকলো কামৰ বিচাৰ কৰি দেশক দিহা-পৰামৰ্শ দিবৰ কাৰণে এখন কমিটি কৰা হওক। এই প্ৰস্তাৱে আৰু প্ৰস্তাৱৰ সমৰ্থনত দিয়া বক্তৃতাই গান্ধীজীৰ ওপৰত অনাস্থাৰ ৰূপ ধাৰণ কৰিলে। আলোচনা উত্তেজনাপূৰ্ণ হ'বলৈ ধৰিলে। এই সময়তে হাকীম চাহাবৰ শৰীৰ হঠাতে বেয়া হৈ পৰিল। তেওঁ সভাত বহি থাকিব নোৱাৰা হ'ল। তেওঁ গান্ধীজীক নিজৰ ঠাইত সভাপতি পাতিলে। বিষৰ উপশম হলেই মই আহিম আৰু তেতিয়ালৈকে গান্ধীজীয়ে সভাৰ কাম চলাব,

ইয়াকে কৈ তেওঁ গুচি গ'ল। যি জনৰ ওপৰত অনাস্থাৰ প্ৰস্তাব ডাঙি ধৰা হৈছে আৰু তাৰ ওপৰত আলোচনা চলি আছে তেনেস্থলত তেখেত সভাপতিৰ পদত থকাটো দেখাত ভাল বুলি আমাৰ মনে নধৰিলে। কিন্তু গান্ধীজীয়ে নিঃসঙ্কোচ ভাবে কাম আৰম্ভ কৰি দিলে। তেখেতৰ চেহেৰা আদিৰ পৰা অকনো সঙ্কোচৰ ভাব প্ৰকাশ নাপালে। আমি ভাবিলো যে তেখেতে সভাপতিৰ কাম ইমানেই বুলি ভাবে যে সভাপতি সকলো সদস্যৰ বিশ্বাসভাজন হৈ থাকিব লাগে আৰু নিজৰ কোনো কামৰ দ্বাৰা তেখেতে যেন তেখেতক সহায় কৰিব খোজা সকলৰ পক্ষপাতী বুলি প্ৰতিপক্ষৰ মনত ভাব আহিবলৈ নিদিয়ে। গান্ধীজীয়ে তাতো আচৰিত নিয়ম পালন কৰিলে। যেতিয়াই কোনো ক'বলৈ উঠে গান্ধীজীয়ে তেওঁ ডাক্তৰ মুঞ্জেৰ পক্ষ সমৰ্থন কৰিব নে বিৰোধিতা কৰিব বুলি সোধে। যদি কয় যে বিৰুদ্ধে, তেন্তে কৈছিল আপুনি ৰ'ব। যদি কয় তেওঁ ডাক্তৰ মুঞ্জেৰ পক্ষ সমৰ্থন কৰিব তেন্তে কৈছিল—আপোনাৰ যি ক'ব লগা আছে কওক। এইদৰে বহুত বক্তৃতা ডাক্তৰ মুঞ্জেৰ পক্ষ সমৰ্থনত হ'ল আৰু তেখেতে নিজ পক্ষৰ সমৰ্থনত এটা বক্তৃতাও দিবলৈ নিদিলে। আমি অলপ শঙ্কিতও হ'বলৈ ধৰিলোঁ। ভাবিবলৈ ধৰিলোঁ গান্ধীজীয়ে কিয় এনেভাবে নিজৰ পক্ষক একো কবলৈ সুবিধাই দিয়া নাই। শেষত তেখেতে প্ৰস্তাবটো সন্মতিৰ কাৰণে সভাৰ আগত ডাঙি ধৰিলে। হাত দাঙিলত অনুমান হ'ল যে ডাক্তৰ মুঞ্জেৰ ফালে হাত সিমান খিনিয়েই উঠিল যিমানেই তেওঁৰ পক্ষ সমৰ্থন কৰি বক্তৃতা দিছিল। অনাস্থাৰ প্ৰস্তাব বহুমতত অগ্ৰাহ্য হৈ গ'ল। বাৰডোলীৰ সিদ্ধান্ত তলত দিয়া দৰে ডাঙি ধৰা হ'ল।

(১) ১৯২২ চনৰ ১১ আৰু ১২ ফেব্ৰুৱাৰীত ৱৰ্কিং কমিটিত পাছ হোৱা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে বাৰডোলীৰ এই ৰচনাত্মক কাৰ্য্যক্ৰমৰ প্ৰস্তাব সম্পূৰ্ণৰূপে বিবেচনা কৰি গ্ৰহণ কৰিছে আৰু লগতে এই সিদ্ধান্ত কৰে যে প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ অনুমতি লৈ বিশেষ বিশেষ ঠাইত অথবা বিশেষ বিশেষ আইনৰ ক্ষেত্ৰত আত্মৰক্ষাৰ কাৰণে হওক অথবা আক্ৰমণাত্মক কাৰণত হওক ব্যক্তিগত সত্যাগ্ৰহ অৰ্থাৎ আইন অমান্য কৰিব পাৰে। কিন্তু এই কথা মনত ৰাখিব লাগে যে নিখিল ভাৰত কংগ্ৰেছ কমিটি অথবা ৱৰ্কিং কমিটিয়ে আইন অমান্য আৰম্ভ কৰাৰ আগতে পূৰ্ণ কৰিবলৈ দিয়া চৰ্ত্তসমূহ ঠিকমতে সম্পূৰ্ণৰূপে পালন কৰিলেহে এনে কৰিব পাৰিব।

(২) বহুতো ঠাইৰ পৰা ৰিপ'ৰ্ট আহিছে যে মদৰ দোকানৰ আগত যেনেকৈ পিকেটিং কৰা হয় কাপোৰৰ দোকানৰ আগতো তেনে পিকেটিঙৰ প্ৰয়োজন। এই কাৰণে এই নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে কাপোৰৰ দোকানৰ ক্ষেত্ৰতো তেনে পিকেটিঙৰ অনুমতি দিছে আৰু এই পিকেটিং সজ বিবেচনা আৰু বাৰডোলী প্ৰস্তাৱত দিয়া নিয়মেৰে আৰু চৰ্ত্তসমূহেৰে পালন কৰিব লাগিব।

(৩) নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে এই মত ঘোষণা কৰিবলৈ ইচ্ছা কৰিছে যে ৱৰ্কিং কমিটিৰ প্ৰস্তাৱৰ অৰ্থ এইটো নহয় যে ই আগৰ অসহযোগ অথবা সামূহিক আইন অমান্যৰ প্ৰগ্ৰেম এৰি দিছে। তাৰ অৰ্থ মাত্ৰ এয়ে যে বাৰডোলীৰ প্ৰস্তাৱত দিয়া ৰচনাত্মক কাৰ্য্য-সূচীত কৰ্ম্মীসকলে একান্ত মনেৰে লাগি যোৱাৰ কাৰণে আৰু সেই কাম সফল হলেহে আইন অমান্যৰ অনুকূলে বাতাবৰণ সৃষ্টি কৰিব পৰা হব। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এই মত যে যেতিয়া শাসনকৰ্ত্তা আৰু পদাধিকাৰী সকলে ৰাইজৰ সিদ্ধান্তৰ বিৰোধিতা কৰিবলৈ উদ্যত হয় তেনে অৱস্থাতে আইন অমান্য কাৰ্য্যত পৰিণত কৰিবলৈ ৰাইজৰ সম্পূৰ্ণ অধিকাৰ আছে আৰু কৰাতো কৰ্ত্তব্য।

টোকা : বভক্তিগত আইন অমান্য তাকেই কয় য'ত এজন মানুহে অথবা নিৰ্দিষ্ট এক সংখ্যাৰ মানুহে দলবান্ধি বা গোট খাই আইন অথবা চৰকাৰৰ হুকুম অমান্য কৰে। গতিকে এনে সভা য'লৈ টিকত লৈহে মানুহ যাব পাৰে আৰু য'লৈ কোনো অনাধিকাৰী দৰ্শক যাব নোৱাৰে, যদি চৰকাৰে তেনে সভা পাতিবলৈ হাক দিয়ে তেন্তে তেনে সভা পতাই ব্যক্তিগত অৱজ্ঞা বা আইন অমান্য; আৰু যদি সভা জনসাধাৰণৰ হয় আৰু সকলোৱে অবাধে যাব পাৰে তেনেহলে তেনেকুৱা সভা চৰকাৰৰ হুকুমৰ বিৰুদ্ধে হ'লে সি সামূহিক আইন অমান্য হ'ব। যেতিয়া কোনো সভা কোনো কাৰ্য্যসূচী পালন কৰিবলৈ পতা হয় তেনে অৱস্থাত আইন অমান্য আত্মৰক্ষাৰ্থে কৰা বুলি কোৱা হয়; আক্ৰমণাত্মক তেতিয়া বোলা হয় যেতিয়া কোনো কাম কৰিবলৈ সভা পতা নহয় কিন্তু চৰকাৰৰ নিৰ্দ্দেশ অমান্য কৰিবলৈ পতা হয় অথবা গ্ৰেপ্তাৰ বা জেললৈ যোৱা অথবা অন্য প্ৰকাৰৰ দমন নিজৰ গাত পাতি লবলৈ কৰা হয়।

এই কমিটিয়ে বাৰডোলীৰ সিদ্ধান্ত মঞ্জুৰ কৰাৰ লগে লগে কেৱল সামূহিক আইন অমান্য বাদ দি বৰ্ত্তমান স্থগিত হৈ যোৱা সকলো আৱশ্যকীয় কাম সম্পূৰ্ণ কৰিবলৈ ৰাইজক পৰামৰ্শ দিয়ে।

গান্ধীজীয়ে প্ৰস্তাৱ ডাঙি ধৰাৰ সময়ত এনে বক্তৃতা দিলে যাৰ প্ৰভাৱৰ পৰা কোনো মুক্ত হব নোৱাৰিলে। সত্যাগ্ৰহ স্থগিত হ'ল।

এই বৈঠকৰ সমন্ধত সৰু হ'লেও দুটা কথা কৈ থোৱা অনুচিত নহব। দিল্লীৰ বৈঠকৰ তাৰিখ নিৰ্দ্ধাৰণ কৰোতে পঞ্জিকা চোৱা হোৱা নাছিল। ঘটনাক্ৰমে যিটো তাৰিখ ধাৰ্য্য কৰিছিল সেই তাৰিখেই আছিল ফাগুনৰ শিৱৰাত্ৰি উৎসৱ। হিন্দুসকলৰ ফালৰ পৰা টেলিগ্ৰাম যাবলৈ ধৰিলে যে তাৰিখ পৰিবৰ্ত্তন কৰিব লাগে। কিন্তু গান্ধীজী এই কথাত মান্তি নহল। মই তেখেতক ক'লোঁ যে শিৱৰাত্ৰি বৰ ডাঙৰ উৎসৱ বুলি মনা হয়—বহুতে উপবাসে থাকি পূজা আদি কৰে; গতিকে তাৰিখটো কিয় পৰিবৰ্ত্তন নকৰে। এই কথাত তেখেতে উত্তৰ দিলে, "উপবাস আৰু বৈঠকত কোনো বিৰোধিতা থাকিব নোৱাৰে; কিয়নো মানুহে উপবাসে, থাকিও সভাত যোগ দিব পাৰে আৰু এইটো ক'ত কোনো শাস্ত্ৰত লিখা আছে যে উপবাসে থাকি ভাল কাম কৰিব নাপায়? দেশ সেৱাৰ ই এটা মহত্বপূৰ্ণ কাম। যদি হিন্দু সকলে এনে পৱিত্ৰ দিনত তেওঁলোকৰ পৰা বাঞ্ছা কৰা সেই ধাৰ্ম্মিক প্ৰবৃত্তিৰে যোগ দিয়ে তেনেহলে ইয়াতকৈ ভালকথা কি হ'ব পাৰে?" তেখেতে তাৰিখ পৰিৱৰ্ত্তন নকৰিলে।

এচোছিয়েটেড প্ৰেছৰ সংস্থাপক সকলৰ ভিতৰত শ্ৰীকেশৱ চন্দ্ৰ ৰায়ক (কে, চি, ৰায়) মই কলিকতাত পঢ়ি থকা দিনৰ পৰা জানিছিলোঁ। তেওঁ সেই দিনত "ডেইলী নিউজ" নামৰ এখন ইংৰাজী বাতৰি কাকতৰ সম্পাদকীয় বিভাগত কাম কৰিছিল। সেই সময়ত তেওঁ বেছি প্ৰসিদ্ধ হোৱা নাছিল। সেই কাৰণে মোৰ নিচিনা ছাত্ৰ এজনৰ লগতো ভালভাবে চিনা-পৰিচয় হৈছিল। এচোছিয়েটেড প্ৰেছ স্থাপন হোৱাৰ পিচত বাতৰি কাকতৰ জগতত তেওঁৰ খুব নাম হৈছিল। অতি উচ্চ পৰ্য্যায়ৰ লোকৰ ঘৰলৈ তেওঁ অতি সহজে যাব পাৰিছিল। চৰকাৰী মহলত তেওঁৰ প্ৰভাৱ আৰু প্ৰৱেশতো আছিলেই। তেওঁৰ লগত দিল্লীত দেখা হ'ল। বৰ মৰমেৰে তেওঁ মোক আন্তৰিকতাৰে ক'লে যে চৰকাৰে তোমালোকৰ দুৰ্ব্বলতাৰ কথা জানিছে আৰু তোমালোকৰ প্ৰতি কঠোৰ ব্যৱহাৰ কৰিব। তোমালোকৰ নিজৰ মাজত বিভেদ আহি পৰিছে, একতা নাইকিয়া হ'ল গতিকে এতিয়া গান্ধীজীকো শীঘ্ৰেই গ্ৰেপ্তাৰ কৰিব। তেওঁৰ কথাৰ পৰা মোৰ এনে অনুমান হোৱা নাছিল যে তেওঁ এই কথা কিম্বা সম্ভেদ পাই কৈছে। মোৰ ধাৰণা হৈছিল যে

পৰিস্থিতি দেখি তেওঁ তেনে অনুমান মাত্র কৰিছিল। যিয়েই নহওক, দিল্লীৰ বৈঠকৰ পিচত আমি ঘূৰি আহি খবৰ পাইছিলোঁহিহে—খবৰ আহিল যে গান্ধীজীক গ্রেপ্তাৰ কৰি সাবৰমতী জেললৈ লৈ গৈছে। মই ততালিকে সাবৰমতী আশ্রমলৈ যাওনা হ'লোঁ। ভাত যিদিনা মোকৰ্দ্দমা চেচন জজৰ আদালতত দাখিল হোৱাৰ কথা আছিল সেই দিনাই মই সেইখিনি পালোঁগৈ।

আদালতৰ দৃশ্য মই কেতিয়াও পাহৰিব নোৱাৰোঁ। গান্ধীজীৰ বক্তব্যটো ঐতিহাসিক আছিলেই, জজৰ নিয়ম-কাৰণো সেই মহত্বপূর্ণ অৱস্থাৰ অনুকূলেই আছিল। গান্ধীজীৰ ওপৰত 'ইয়ং ইণ্ডিয়া'ত লিখা কথাৰ সম্বন্ধে অভিযোগ অনা হৈছিল। গান্ধীজীয়ে অভিযোগ নিজৰ বক্তব্যত স্বীকাৰ কৰি লৈছিল। এই কথাও কৈছিল তেখেতে যদি মুকলি হৈ থাকিবলৈ পায় তেন্তে তেখেতে এতিয়ালৈকে যেনেকৈ জুইৰ লগত খেলা খেলি আহিছে তেনেকৈয়ে খেলি থাকিব। জজৰ কাৰণেও দুটা পথ বাছি লোৱাৰ বাহিৰে তৃতীয় উপায় নাছিল। যদি তেওঁ গান্ধীজীৰ লৈতে একে মত তেন্তে পদত্যাগ কৰা উচিত আৰু নহলে যিমান কঠোৰ শাস্তি হ'ব পাৰে সিমান কঠোৰ শাস্তি গান্ধীজীক দিয়া উচিত ; কিয়নো গান্ধীজীয়ে যি কৰিছে জানি শুনি কৰিছে আৰু সুবিধা পালে আকৌ কৰিব।

জজে আৱেগপূর্ণ এটা সৰু হুকুম লিখি ক'লে যে অভিযোগ স্বীকাৰ কৰি লোৱাৰ কাৰণে তেওঁৰ কাম এক প্রকাৰ সহজ হৈ পৰিল কিন্তু অন্য প্রকাৰে যি কাম বাকী ৰ'ল, অর্থাৎ শাস্তি দিয়া, সেইকাম অতি কঠিন। গান্ধীজীক তেখেতৰ অসংখ্য দেশবাসীয়ে পূজনীয় বুলি মানে। জজে এনে কোনো পুৰুষৰ মোকৰ্দ্দমা দেখা-শুনাৰ সুবিধা পোৱা নাছিল আৰু বোধহয় নাপাবও। জজৰ কেৱল আইনমতে কাম কৰিবৰ হে অধিকাৰ আছে। আইনে ব্যক্তিত্বৰ হেতু এজন মানুহক অন্য এজনৰ পৰা পৃথকভাৱে চাব নোৱাৰে। গতিকে তেওঁকো শাস্তি দিবই লাগিব। গান্ধীজীৰ স্থান লোকমান্য তিলকৰ স্থানৰ নিচিনাই। এনে পৰিস্থিতিত তেখেতৰ যি ছবছৰ জেল হোৱাৰ শাস্তি দিয়া হৈছিল, গান্ধীজীকো দিয়া অনুচিত নহ'ব।

এই হুকুমেই জজে শুনালে। গান্ধীজীয়ে জজক ধন্যবাদ দিলে যে তেওঁ তেখেতক লোকমান্য তিলকৰ সমকক্ষ বুলি ধৰিলে। জজ উঠি যোৱাৰ পিছত আমি বিৰিলাক তাত আছিলোঁ এজন এজনকৈ

গান্ধীজীক লগ ধৰিলোঁ আৰু প্ৰণাম কৰি বিদায় ললোঁ। সেই দৃশ্য অত্যন্ত করুণ আছিল। মোৰ অন্তৰ দুৰ্ব্বল। কেচুৱা লৰাই কান্দিলেও মই সহ্য কৰিব নোৱাৰোঁ। মই উচুপি উচুপি কান্দিবলৈ ধৰিলোঁ। শ্ৰীকেল্‌কাৰো তাত উপস্থিত আছিল। তেওঁ মোক কন্দা দেখি বহুত বুজালে আৰু ক'লে যে লোকমান্যৰ যেতিয়া শাস্তি হৈছিল তেতিয়া তেওঁলোকৰ সেই একে দশাই হৈছিল। অলপ সময়ৰ পিছত মই সুস্থিৰ হলোঁ আৰু গান্ধীজীৰ পৰা বিদায় ললোঁ।

সেই মোকৰ্দ্দমাতে শ্ৰীশঙ্কৰলাল বেঙ্কাৰো অভিযুক্ত আছিল। তেৱেঁই "ইয়ং ইণ্ডিয়া'ৰ মুদ্ৰক আৰু প্ৰকাশক আছিল। তেওঁৰো এবছৰ শাস্তি হ'ল। তেওঁৰ সৌভাগ্য আছিল যে তেওঁ গান্ধীজীৰ লগতে শাস্তি পাই জেললৈ গ'ল আৰু মিয়াদ পূৰা হোৱা দিনলৈকে তেখেতৰ লগতেই থাকিল।

## ৪৩। ৰচনাত্মক কামৰ আৰম্ভ আৰু আইন অমান্য কমিটিৰ নিয়োগ

জেললৈ যোৱাৰ সময়ত গান্ধীজীয়ে আদেশ দিছিল যে কংগ্ৰেছ ৰচনাত্মক কামত লাগি যাব লাগে; তাৰ দ্বাৰাইহে দেশ সত্যাগ্ৰহৰ কাৰণে প্ৰস্তুত হ'ব পাৰিব। এই ৰচনাত্মক কাৰ্য্য-সূচীত খাদীৰ প্ৰচাৰৰ দ্বাৰা বিদেশী বস্ত্ৰ বৰ্জ্জন, ৰাষ্ট্ৰীয় শিক্ষা, অচ্যুতোদ্ধাৰ, হিন্দু-মুছলিম ঐক্য স্থাপন আদি প্ৰধান আছিল। দেশ সত্যাগ্ৰহৰ কাৰণে প্ৰস্তুত হোৱা নাপাই তেখেতে বাৰডোলীত সত্যাগ্ৰহ স্থগিত কৰি দিছিল। ইয়াৰ পৰা এইটো স্পষ্ট হৈছিল যে তেখেতে এতিয়া সত্যাগ্ৰহৰ অনুমতি দিবলৈ ইচ্ছা কৰা নাছিল। তেখেত জেললৈ যোৱাৰ পিচত দেশত এক কিংকৰ্ত্তব্যবিমূঢ় ভাব আহি পৰিল। উৎসাহ আৰু আৱেগত বহুতে সত্যাগ্ৰহ আৰম্ভ কৰি দিবলৈ বিচাৰিছিল। কোনো কোনোৱে এই কথা কবলৈও প্ৰস্তুত আছিল যে সত্যাগ্ৰহ বন্ধ কৰি গান্ধীজীয়ে দেশৰ সৰ্ব্বনাশ সাধিলে আৰু এতিয়া এই গোটেইবোৰ নষ্ট হৈ গ'ল। বহুতে ভাবিলে যে সত্যাগ্ৰহ যেতিয়া কৰিব নালাগে তেনে স্থলত কাউন্সিল বৰ্জ্জন অৰ্থহীন, তালৈ যোৱাৰ যি প্ৰতিবন্ধক আছে তাক তুলি ল'ব লাগে। কিছুমানে

গান্ধীজীয়ে কোৱা বচনাত্মক কাৰ্য্য-সূচীৰ ওপৰত জোৰ দি আছিল আৰু তাৰ কাৰণে জোৰেৰে কাম কৰিবলৈ বিচাৰিছিল ।

লৰ্ড ৰিডিঙৰ লগত আপোচ নকৰাৰ কাৰণে ডিচেম্বৰ মাহত মতভেদৰ যি বীজ আৰম্ভ হৈছিল আৰু বাৰডোলী সিদ্ধান্তৰ সময়ত খি যথেষ্টভাৱে অঙ্কুৰিত হৈছিল সি তীব্ৰগতিত বাঢ়িবলৈ ধৰিলে । ডাঙৰ ডাঙৰ নেতা জেলত আছিল । বাৰডোলী আৰু দিল্লীৰ সিদ্ধান্তৰ কথা ওপৰত কোৱা হৈছে । তাৰ পৰা এই কথা স্পষ্ট হৈছিল যে সামুহিক সত্যাগ্ৰহ স্থগিত কৰা হৈছিল, আক্ৰমণাত্মক ব্যক্তিগত সত্যাগ্ৰহো বন্ধই আছিল ; কিন্তু আত্মৰক্ষাৰ কাৰণে সত্যাগ্ৰহ কৰাৰ অনুমতি দিয়া হৈছিল ।

কিছুমান মানুহ, বিশেষকৈ মহাৰাষ্ট্ৰৰ কিছুমান মানুহ প্ৰথমৰ পৰাই সত্যাগ্ৰহৰ কাৰ্য্যসূচীত অসন্তুষ্ট হৈছিল । দেশৰ পৰিস্থিতিৰ প্ৰভাৱত কংগ্ৰেছে যি সিদ্ধান্ত গ্ৰহণ কৰিছিল সেইমতে তেওঁলোকে অৱশ্যে কাম কৰিবলৈ ধৰিছিল কিন্তু এই সম্পূৰ্ণ কাৰ্য্য-সূচীয়ে তেওঁলোকৰ অন্তৰত ঠাই নাপাইছিল । গতিকে যেতিয়াই সুবিধা পাইছিল তেতিয়াই তেওঁলোকে তাৰ কোনো অংশৰ বিৰুদ্ধে মাত মাতিছিল । ১৯২১ চনৰ জুলাই মাহৰ নিখিল ভাৰত কমিটিৰ বোম্বাই অধিবেশনতো তেওঁলোকে প্ৰতিবাদ কৰিছিল । আকৌ সেই একে কথাকে আহ্‌মদাবাদ কংগ্ৰেছৰ সময়তো কৈছিল । যেতিয়া বাৰডোলীত ৱৰ্কিং কমিটিয়ে সত্যাগ্ৰহ স্থগিত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে তেতিয়া তেওঁলোকে আৰু বেচি সুবিধা পালে । ডাক্তৰ মুঞ্জেই দিল্লীৰ নিখিল ভাৰত কমিটিত সেইকাৰণে এটা প্ৰস্তাৱ উত্থাপন কৰিছিল যিটোৰ বিষয়ে ওপৰত আলোচনা কৰা হৈছে । তেওঁ গোটেই কাৰ্য্যক্ৰম সম্বন্ধে এখন কমিটি নিয়োগ কৰিবলৈ ইচ্ছা কৰিছিল । তাত সেই প্ৰস্তাৱ নামাঞ্জুৰ হ'ল কিন্তু মাৰাঠী মধ্যপ্ৰাদেশিক কংগ্ৰেছ কমিটিত ডাক্তৰ মুঞ্জেৰ ইচ্ছা পূৰ্ণ হ'ল । তাত এখন কমিটি কৰিলে । তেওঁলোকে এটা ৰিপৰ্ট তৈয়াৰ কৰিলে আৰু এই ৰিপৰ্টত গোটেই কাৰ্য্যক্ৰম সাল-বদল কৰি এখন নতুন কাৰ্য্যসূচী প্ৰস্তুত কৰিলে । তাৰ প্ৰাদেশিক কমিটিয়ে সেই ৰিপৰ্ট নিখিল ভাৰত কমিটিলৈ বিবেচনাৰ কাৰণে পঠাবলৈ সিদ্ধান্ত কৰিলে । কিন্তু তাৰ জনতা এই কথাত সন্তুষ্ট হোৱা নাছিল । নাগপুৰত এখন ডাঙৰ সভা হ'ল । তাত প্ৰাদেশিক কমিটিৰ ওপৰত অনাস্থা প্ৰকাশ কৰা হ'ল । সেই সভাত আঠ ন হেজাৰ মানুহ গোট খাইছিল । শ্ৰীযমুনালাল বাজাজ সেই সভাৰ সভাপতি আছিল । ডাক্তৰ

মুঙ্গেৰ মতাৱলম্বী লোকো সেই সভাত উপস্থিত আছিল। ৰিপ'ৰ্টৰ সমৰ্থনত যি যি কথা কব পাৰিছিল সেইখিনি তেওঁলোকে কৈছিলো। কিন্তু সাত ঘণ্টা আলোচনাৰ পিছত সভাই সেই ৰিপ'ৰ্টৰ নিন্দা কৰিলে। কেইখনমান হাতহে প্ৰস্তাৱৰ সমৰ্থনত দাং খালে। বাকী সকলোৱে ৰিপ'ৰ্টৰ বিৰুদ্ধে মত দিলে।

ইয়াৰ বিপৰীতে বিহাৰে বাৰডোলী আৰু দিল্লীৰ সিদ্ধান্তক সমৰ্থন জনালে। প্ৰাদেশিক কমিটিয়ে ৰচনাত্মক কাৰ্য্যক্ৰম সম্বন্ধে এটা দীঘলীয়া প্ৰস্তাৱ পাছ কৰিলে। যদিও ইয়াতো চৰকাৰী দমন চলি আছিল তথাপি সত্যাগ্ৰহ বন্ধ কৰি দিলে আৰু কংগ্ৰেছ কমিটিবোৰক আদেশ দিয়া হ'ল যে তেওঁলোকে ৰচনাত্মক কাম জোৰেৰে চলাওক। গুজৰাটতো এনেকুৱাই কৰিলে। বিহাৰত ইয়াৰ এনে প্ৰভাৱ হ'ল যে অসহযোগ আৰু সত্যাগ্ৰহৰ কাৰণে কংগ্ৰেছৰ পৰা আঁতৰি যোৱা অন্য মতৰ মানুহো ৰচনাত্মক কামত সহায় কৰিবলৈ সাজু হ'ল। এওঁলোকৰ ভিতৰত মুখ্য আছিল বাবু গণেশ দত্ত সিংহ। পাটনাত এওঁলোকৰ এখন ৰাজহুৱা সভা হ'ল, সেই সভাত অন্যান্য অসহযোগী সকলৰ লগতে ময়ো উপস্থিত আছিলোঁ। তাত তেওঁলোকে স্থিৰ কৰিলে যে এই কামত তেওঁলোকেও মনযোগ দিব আৰু যি পাৰে সহযোগ কৰিব।

মই খাদীৰ কাম জোৰেৰে কৰিবলৈ হাতত ললো। লগতে ৰাষ্ট্ৰীয় শিক্ষা সম্বন্ধীয় এখন কনফাৰেঞ্চ পতা হ'ল। তাত ইয়াৰ নিয়ম পাঠ্যক্ৰম আদিৰ ওপৰত বিচাৰ বিবেচনা কৰা হ'ল। সেই সময়ত যিমানবোৰ পাঠশালা চলি আছিল সেইবোৰৰ আৰ্থিক সহায় আদিৰ কথা চিন্তা কৰা হ'ল। আমি সকলো এই মনোভাৱেৰে অ'ত ত'ত ভ্ৰমণ কৰিবলৈ ধৰিলো।

চৰকাৰৰ দ্বৈত নীতি চলি থাকিল। অ'ত ত'ত গ্ৰেপ্তাৰো হৈ আছিল। আনহাতে যিবিলাক জেললৈ গৈছিল তেওঁলোকৰ মোকৰ্দ্দমাৰ কাগজ চৰকাৰে হাইক'ৰ্টৰ জজ চাৰ বসন্তকুমাৰ মল্লিকৰ ওচৰলৈ পঠালে। সেই কাগজবোৰ চাই শাস্তি উচিত আৰু ঠিক হৈছেনে নাই তাৰ মতামত তেওঁৰ পৰা বিচাৰিলে। তেওঁৰ পৰামৰ্শ মতে কিছুমান মানুহক এৰি দিলে আৰু কিছুমানৰ শাস্তি কমাই দিলে। কিন্তু সৰহ ভাগেই যেনেকৈ আছিল তেনেকৈয়ে জেলত পৰি থাকিলে।

শ্ৰীসচ্চিদানন্দ সিংহই ১৯২১ চনতে ৰায় কৃষ্ণ সহায় বাহাদুৰৰ

মৃত্যুৰ পিছত বিহাৰৰ গভৰ্ণৰৰ কাউঞ্চিলৰ মেম্বাৰ নিযুক্ত হৈছিল। জেল দপ্তৰ তেওঁৰ তত্বাৱধানত আছিল। তেওঁ ৰাজনৈতিক বন্দীসকলৰ কাৰণে কিছুমান নিয়ম কৰিলে আৰু এই কাৰ্য্যৰ পৰা জনতাই কিছু সন্তোষ পালে। কিন্তু জেলৰ কৰ্ম্মচাৰীসকল এই কাৰ্য্যত অলপো সন্তুষ্ট হোৱা নাছিল। কিছুদিনৰ পিছত এজন মানুহ (চাৰ হৰমুচ্‌জী ৱনাত্‌ৱালা) অন্য কোনো এখন প্ৰদেশৰপৰা জেলৰ ইন্‌সপেক্টৰ জেনেৰেল হৈ আহিল। তেওঁ বৰ কঠোৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। ন ূন নিয়ম হোৱা সত্বেও তেওঁ ৰাজনৈতিক বন্দীসকলৰ লগত বৰ কঠোৰ হৈ পৰিল আৰু এই সম্বন্ধে সেই সময়ৰ বাতৰি কাকতত প্ৰায়েই আলোচনা হৈছিল। তেওঁলোকৰ দ্বাৰা জাত চলোৱা আৰু ঘানীত তেল পেৰোৱাটো সাধাৰণ কথা আছিল। যদি হুকুম মতে পূৰা কাম নহয় তেন্তে তাৰ কাৰণে শাস্তি হৈছিল। ভৰিত বলয়, ডাণ্ডাবেড়ী, ঠিয় হাত-কেৰেয়া, থৈলা পিন্ধোৱা আদি জেলৰ কঠোৰ শাস্তি বহুতে ভুগিব লাগিছিল। কোনো কোনো ঠাইত বেতো দিছিল। জেলত মুছলমানৰ সংখ্যা যথেষ্ট আছিল। গতিকে তেওঁলোকৰ আজানৰ কথা লৈ সংঘৰ্ষ হল। কৰ্ম্মচাৰীসকলে আজান বন্ধ কৰিবলৈ হুকুম দিলে, তেওঁলোকে নামানিলে। ইয়াৰ কাৰণে বহুতৰে শাস্তি হৈছিল।

মৌলানা মজহ্‌ৰুল হক চাহাবে ১৯২১ চনৰ চেপ্তেম্বৰ মাহৰ পৰাই "মাদাৰ লেণ্ড" নাম দি এখন সাপ্তাহিক কাকত উলিয়াবলৈ আৰম্ভ কৰিছিল। এই কাকতত তেওঁ নিজে যথেষ্ট লিখিছিল। কাকতখন পাটনাৰ পৰা প্ৰকাশ হৈছিল। সেই কাকতত এবাৰ জেল সম্বন্ধীয় কথা লিখাৰ কাৰণে চাৰ হৰমুচ্‌জী ৱনাত্‌ৱালাই তেওঁৰ ওপৰত মোকৰ্দ্দমা চলালে আৰু এই মোকৰ্দ্দমাত তেওঁৰো শাস্তি হ'ল। ময়ো শ্ৰীসচ্চিদানন্দ সিংহৰ জেল সম্বন্ধীয় শাসনৰ ওপৰ এক চোকা টিপ্পনী লিখিব লগাত পৰিছিলোঁ।

মহাত্মাজী বন্দী হোৱাৰ পিছত ৱৰ্কিং কমিটিৰ বৈঠক অ'ত ত'ত হৈ আছিল। বৈঠকত ৰচনাত্মক কামত জোৰ দিয়া হৈছিল। এখন বৈঠকত খাদীৰ প্ৰচাৰৰ কাম সংগঠিত ভাৱে চলাবৰ কাৰণে এখন ব'ৰ্ড গঠন কৰাৰ সিদ্ধান্ত হ'ল। এই কামৰ কাৰণে তিলক—স্বৰাজ পুঁজিৰ পৰা টকা দিবলৈকো অনুমতি দিয়া হ'ল। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সম্পাদক শ্ৰীবিঠ্‌ঠল ভাই পেটেলে বক্তৃতাৰে আৰু বাতৰিকাকত লিখি ৰাইজক আৰু কংগ্ৰেছ কৰ্ম্মী সকলক বিমান পাৰে

সিমান কংগ্ৰেছৰ সভ্য ভৰ্ত্তি কৰিবলৈ, তিলক-স্বৰাজ-পুঁজিৰ কাৰণে ধন সংগ্ৰহ কৰিবলৈ, খাদী প্ৰচাৰ, অচ্যুতোদ্ধাৰ আৰু ৰাষ্ট্ৰীয় শিক্ষাৰ কাম জোৰেৰে কৰিবলৈ সদায়েই উৎসাহ দি আহিছিল। তথাপিও অৱসাদৰ ভাব আহি পৰিছিল। লক্ষ্ণৌত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক হ'ল। শ্ৰীবিঠ্ঠল ভাই পেটেল সেই সময়ৰ পৰিস্থিতিৰ কাৰণে বৰ অসন্তুষ্ট হৈছিল। মই লক্ষ্ণৌ পালোঁগৈ হয় কিন্তু সেইখিনি পাই জ্বৰত ভুগিলোঁ। সেইকাৰণে তাৰ বৈঠকত দৰ্শকৰ দিচিনাকৈ ভাগ ললোঁ, আলাপ আলোচনাত বিশেষ অংশ গ্ৰহণ কৰিব নোৱাৰিলোঁ। সৌভাগ্যবশতঃ পণ্ডিত মতিলাল নেহৰুৰ সেইসময়তে মুক্তি হয়। পিছৰ দিনা তেওঁ সেই বৈঠকত যোগ দিলেগৈ। পণ্ডিতজী গৈ পোৱাৰ আগতেই শ্ৰীবিঠ্ঠল ভাই পেটেল আৰু কেইজনমান নেতাৰ প্ৰেৰণাত এখন কমিটি নিযুক্ত কৰাৰ কথা হ'ল। এই কমিটিৰ কাম হ'ব দেশৰ পৰিস্থিতি আলোচনা কৰি আৰু আৱশ্যক হ'লে কোনো ঠাইলৈ গৈ তদন্ত কৰি দেশ সত্যাগ্ৰহৰ কাৰণে প্ৰস্তুত হয় নে নহয় তাৰ ওপৰত ৰিপ'ৰ্ট দিয়া। পণ্ডিতজীয়েও এই কথা মানি ল'লে আৰু সভাপতিক এখন কমিটি গঠন কৰিবলৈ অনুৰোধ জনালে। গান্ধীজীয়ে কোনো কমিটিয়ে তদন্ত নকৰাকৈয়ে দেশৰ নাড়ী চিনিব পাৰিছিল। যেতিয়াই তেখেত ভাৰতলৈ ঘূৰি আহি সাৰ্ব্বজনিক কামত মুকলি ভাৱে ভাগ লবলৈ ধৰিলে তেতিয়াৰ পৰা তেখেতে নিজৰ এই শক্তিৰ দ্বাৰা কাম কৰিছিল। তেখেত আঁতৰি যোৱাৰ লগে লগেই এই কমিটিৰ আৱশ্যকতা উপলব্ধি কৰা হ'ল। কিন্তু ইয়াৰ পৰিণাম ভাল নহ'ল। যেনেকৈ ভাৰতত বৃটিছ চৰকাৰে কোনো এটা বিষয়ে হাত এৰাবৰ কাৰণে এখন তদন্ত কমিটি নিয়োগ কৰে, আমিও ঠিক তেনেকুৱাই কৰিলো। ইয়াৰ দ্বাৰা সত্যাগ্ৰহ একপ্ৰকাৰে স্থগিত হ'ল। ৰচনাত্মক কামত যেনে ধৰণেৰে উৎসাহ পাব লাগিছিল আৰু যিহৰ ওপৰত গান্ধীজীয়ে জোৰ দিছিল সিও একৰকম গৌণ হৈ পৰিল।

এই বৈঠকতে আৰু এটা কাম কৰা হৈছিল আৰু কিছুদিনৰ পিছত তাৰ বৰ ভাল ফল পোৱা হৈছিল। দেশত বাঢ়ি অহা খাদীৰ কাম দেখা-শুনা কৰিবৰ কাৰণে ৱৰ্কিং কমিটিয়ে যি বৰ্ড গঠন কৰিছিল এই কমিটিয়ে সেই বৰ্ড মঞ্জুৰ কৰিলে। ১৯২১ চনত যেতিয়া স্বৰাজ-পুঁজি গঠন হ'ল আৰু খাদীৰ কামৰ ওপৰত জোৰ দিয়া হ'ল তেতিয়া সকলো প্ৰদেশকে খাদী প্ৰচাৰ কৰিবৰ কাৰণে সেই পুঁজিৰ পৰা টকা দিয়া হ'ল।

এই সময়ত খাদী সম্বন্ধে কাৰো বিশেষ জ্ঞান নাছিল আৰু বিশেষ অভিজ্ঞতাও নাছিল। সেই টকা লোকচান হ'ব আৰু কাম ঠিকমতে নহ'ব বুলি অনুমান হৈছিল। সকলো প্ৰদেশতে সংগঠিতভাৱে কাম দেখা-শুনাৰ দায়িত্ব এই বৰ্ডক দিয়া হ'ল। শেঠ যমুনালাল বাজাজ এই ব'ৰ্ডৰ সভাপতি নিযুক্ত হৈছিল। শেঠজীৰ ৰচনাত্মক কামত খুব বিশ্বাস আছিল। তেওঁ খাদী প্ৰচাৰ আৰু অচ্যুতোদ্ধাৰ কাম যথেষ্ট পৰিশ্ৰমেৰে আৰু মনোযোগেৰে আৰম্ভ কৰি দিলে।

## ৪৪। বিহাঁৰলৈ কংগ্ৰেছ আমন্ত্ৰণ আৰু তাৰ প্ৰস্তুতি

আহ্মদাবাদ কংগ্ৰেছত যি প্ৰতিনিধি উপস্থিত আছিল তেওঁলোক সকলোৱে এইবাৰ বিহাৰলৈ কংগ্ৰেছ অধিবেশন নিমন্ত্ৰণ কৰিব লাগে বুলি মত দিলে। ইয়াৰ আগতে বিহাৰত কেৱল এবাৰহে কংগ্ৰেছ হৈছিল—১৯১১ চনত, সেইসময়ত কংগ্ৰেছৰ ভিতৰত মতভেদ হোৱাৰ কাৰণে কংগ্ৰেছ বৰ দুৰ্ব্বল হৈ পৰিছিল আৰু উপস্থিত হোৱা লোকৰ সংখ্যা খুব কম আছিল। সেইবাৰৰ উদ্যোক্তাসকলৰ অভিজ্ঞতা উৎসাহ বৰ্দ্ধক নাছিল বৰঞ্চ তিক্ত আছিল। ইমান পৰ্য্যন্ত হৈছিল যে কংগ্ৰেছত যি খৰচ হৈছিল তাৰ কিছু টকা বাকী পৰি ৰ'ল। অভ্যৰ্থনা সমিতিৰ সভাপতি মজহৰুল হক চাহাব, সম্পাদক শ্ৰীসচ্ছিদানন্দ সিংহ আৰু অন্য সভ্যসকলৰ ওপৰত বাকী টকাৰ কাৰণে আদালতত মোকৰ্দ্দমা হ'ল। কিন্তু এতিয়া বিহাৰত চম্পাৰণলৈ মহাত্মাজী অহাৰ পিচত আৰু বিশেষকৈ ১৯২১ চনৰ আন্দোলনৰ কাৰণে যথেষ্ট জাগৰণ হৈছিল। আমি ভাবিছিলো যে এইবাৰ আগৰদৰে তিক্ততা অনুভৱ নহ'ব। সাহ কৰি আমি নিমন্ত্ৰণ কৰিলো; কিন্তু বিহাৰৰ কোন নগৰত অধিবেশন পতা হ'ব তাক আমি তাত স্থিৰ কৰিব নোৱাৰিলোঁ। এই সিদ্ধান্ত বিহাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটিক লবলৈ এৰি দিয়া হ'ল। কংগ্ৰেছেও পৰবৰ্ত্তী অধিবেশন কোন প্ৰদেশত হ'ব সেই কথা আহ্মদাবাদত স্থিৰ নকৰিলে। কিছুদিনৰ পিচত ৱৰ্কিং কমিটিয়ে বিহাৰৰ নিমন্ত্ৰণ গ্ৰহণ কৰাৰ সিদ্ধান্ত কৰিলে।

বিহাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ বৈঠকৰ আগতে বহু বিষয়ে

গৈ কেইবাখনো ঠাই চালোঁ। তাৰ পিচত কমিটিৰ বৈঠক কৰা হ'ল। সেই বৈঠকত গয়াত কংগ্ৰেছ অধিবেশন পাতিবলৈ স্থিৰ কৰিলে। সেই জিলাত পুঁজি সংগ্ৰহ কৰিবৰ কাৰণে মই শ্ৰীকৃষ্ণপ্ৰকাশ সেন সিংহৰ লগত ভ্ৰমণ কৰিবলৈ ধৰিলোঁ। অলপ সফলো হ'লো। মই আগতে কেতিয়াও নোযোৱা সেই গোটেই জিলাখন ফুৰিবলৈ ভাল সুবিধা পালোঁ। সেই জিলাখনত বাৰিষা ফুৰা বৰ মস্কিল। মাটি আলতীয়া আছিল। য'ত পকা ৰাস্তা নাই তাত কোনো ধৰণৰ যান-বাহনৰ ব্যৱস্থা নাই। সেইকাৰণে বাৰিষাৰ আগেয়েই য'ত কিছু সংগ্ৰহ কৰিব পৰা গৈছিল তেনে বহুতো ঠাইলৈ গৈ মই পুঁজি সংগ্ৰহ কৰিলোঁ।

পাটনাত ১৯১১ চনৰ কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ওপৰত হোৱা মোকৰ্দ্দমাৰ কথা মোৰ মনত আছিল। গতিকে স্থিৰ কৰা হ'ল যে অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু অন্য বিষয়ববীয়া সকলৰ পকা নিৰ্ব্বাচন এতিয়া কৰা নহ'ব। যেতিয়া অভ্যৰ্থনা সমিতিৰ সংখ্যা যথেষ্ট হ'ব তেতিয়াহে বিষয়ববীয়া সকল নিৰ্ব্বাচিত কৰা ঠিক হ'ব। তেতিয়ালৈকে কাম চলাবলৈ মোকে অস্থায়ী সম্পাদক নিযুক্ত কৰিলে। মোৰ সহায়ৰ কাৰণে এখন সৰু কাৰ্য্যকৰী সমিতি গঠন কৰি দিলে আৰু তাত অনুগ্ৰহ বাবুও আছিল। মই স্থিৰ কৰিলোঁ আৰু কমিটিক কৈয়ো দিলোঁ যে মই এক পইছাও উঠনাকৈ বা ধাৰ কৰি খৰচ নকৰোঁ—ইমানেই নহয়, যেতিয়ালৈকে কোনো এটা কামৰ খৰচৰ কাৰণে সম্পূৰ্ণ টকা মোৰ হাতত নপৰেহি তেতিয়ালৈকে কোনো কাম আৰম্ভ নকৰোঁ। মই নিজকে আৰু কমিটিৰ সভ্যসকলক আৰ্থিক দায়িত্বৰ পৰা বচাই ৰাখিব পৰাৰ এইটোৱেই একমাত্ৰ উপায় আছিল। সকলো জিলালৈ চিঠি লিখা হ'ল। যাতে তেওঁলোকে অভ্যৰ্থনা সমিতিৰ সভ্য ভৰ্ত্তি কৰে আৰু চান্দা তোলে। কিন্তু কৰ্ম্মীসকলৰ মাজত অলপ অৱসাদৰ ভাব দেখা যেন লাগিল আৰু টকাও কম সংগ্ৰহ হ'বলৈ ধৰিলে। আহ্মদাবাদৰ পিচত কংগ্ৰেছৰ ৰূপেই বদলি গৈছিল। আমি গয়াৰ পৰা আঁতৰত মানুহ থাকিবৰ কাৰণে জুপুৰী তথা লাইট আৰু পানীৰ সম্পূৰ্ণ ব্যৱস্থা থকা এখন নতুন চহৰৰ সিচিনাই তৈয়াৰ কৰিব লগা হৈছিল। মাটি পাওঁতে কিছু অসুবিধা হৈছিল। কিন্তু স্থানীয় লোকৰ কৃপাত 'গয়া চহৰৰ দেড় দুই মাইল দক্ষিণে 'তেনুই' গাৱঁত থকা ৰাস্তাৰ পুবে আমৰ বাগান আৰু পশ্চিমে মুকলি খেতিৰ পথাৰ পোৱা হ'ল। মুকলি পথাৰত

পেণ্ডেল আৰু বাগানত জুপুৰী সজা স্থিৰ হ'ল। অলপ দূৰতে এখন কুলনি বাৰী পোৱা গ'ল আৰু তাত এটা সৰু বঙলাও আছিল। তাতে খাদী প্ৰদৰ্শনী পতা স্থিৰ হ'ল। কিছু সময় নক্সা তৈয়াৰ কৰাত আৰু কিছু সময় অ'ত ত'ত বাঁহ-কাঠ আৰু টকা সংগ্ৰহ কৰোঁতেই লাগিল। বাৰিষা কাম হ'বই নোৱাৰে গতিকে বাৰিষাৰ পিচতে কাম আৰম্ভ কৰা স্থিৰ হ'ল।

অধিবেশন ডিচেম্বৰৰ শেষ সপ্তাহত হৈছিল। গতিকে বাৰিষাৰ পিচত প্ৰায় তিনিমাহ সময় পোৱা গৈছিল। যদি টকা আৰু বস্তু গোট খাই থাকে তেন্তে সকলো কাম কৰি লোৱাত বেচি অসুবিধা নাছিল। কিন্তু দুৰ্ভাগ্যবশতঃ টকা এতিয়া বেচি সংগ্ৰহ হোৱা নাছিল। মই চিঠি দি আৰু মানুহ পঠিয়াই সকলো জিলাতে তাগিদা দিলোঁ কিন্তু টকা বেচি নুঠিল। মোৰ চিন্তা বাঢ়িবলৈ ধৰিলে। মইতো থিক কৰিয়েই লৈছিলোঁ যে যেতিয়ালৈকে ঠিকাদাৰক দিবলগীয়া গোটেইখিনি টকা বেঙ্কত জমা নহয় তেতিয়ালৈকে কাৰো লগত কোনো ঠিকাৰ বন্দবস্ত নকৰোঁ। যিমানেই সময় ওচৰ চাপি আহিল সিমানেই চিন্তা বাঢ়িবলৈ ধৰিলে। আমি এনে সময়ৰ ওচৰ চাপিলোঁহি যেতিয়া সময়ৰ নাটনিৰ কাৰণে আৱশ্যকীয় জুপুৰী, পেণ্ডেল আদি কৰি দিবলৈ কোনো ঠিকাদাৰ পোৱা নাযায়। কমিটিৰ বৈঠক হ'ল। সকলো কথা আলোচনা কৰা হ'ল। মই যেতিয়ালৈকে কোনো কামৰ কাৰণে সম্পূৰ্ণ টকা বেঙ্কত জমা নহয় তেতিয়ালৈকে সম্পাদক হিচাপে কোনো ঠিকা পত্ৰত চহী নকৰোঁ বুলি লোৱা সিদ্ধান্তত লাগি থাকিলোঁ। গোটেইবোৰ জিলাৰে কৰ্ম্মকৰ্ত্তা সকলৰ এলাহৰ কাৰণে মই ভয় খাই আছিলোঁ শেষত এইটো স্থিৰ কৰা হ'ল যে কমিটিৰ প্ৰত্যেক সভ্যৰ ব্যক্তিগত দায়িত্বত বেঙ্কৰ পৰা টকা ধাৰে লোৱা যাওক আৰু এই টকা বেঙ্কত জমা দিয়া হওক আৰু তাৰ পিচত নগৰ নিৰ্ম্মাণ আদিৰ ঠিকা দিয়া হওক।

এনেকৈ পঞ্চাচ হাজাৰ টকা ধাৰলৈ লোৱা স্থিৰ হ'ল। কোনো কোনোৱে ইচ্ছা কৰিছিল যে এই কথা গোপনে ৰখা যাওক কিয়নো এই কথা প্ৰকাশিত হ'লে গোটেই প্ৰদেশখনৰ কাৰণে লাজৰ কথা হ'ব আৰু চৰকাৰী কৰ্ম্মচাৰী আৰু অন্য মানুহে এই কথা দেখি স্ফূৰ্তি কৰিব। মই ক'লোঁ যে প্ৰদেশৰ মানুহৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে, মানুহে যেতিয়া জানিব যে আমি কংগ্ৰেছ নিমন্ত্ৰণ কৰি এনে অসহায় অৱস্থাত পৰিছোঁ তেতিয়া তেওঁলোকে আমাৰ আৱশ্যকীয় টকা নিশ্চয়

দি দিব। লগতে কংগ্ৰেছ কৰ্ম্মীসকলে পৰিস্থিতিৰ বিষম ৰূপ বুজি পাব আৰু আন্তৰিকতাৰে ধন সংগ্ৰহ কৰিবলৈ লাগি যাব।

প্ৰস্তাৱ বাতৰিকাকতত প্ৰকাশ কৰা হ'ল। মই পুঁজি সংগ্ৰহ কৰিবৰ কাৰণে ভ্ৰমণত ওলালোঁ। যেই মানুহে এই প্ৰস্তাৱ বাতৰিকাকতত পঢ়িবলৈ পালে গোটেই প্ৰদেশৰ কংগ্ৰেছ কৰ্ম্মীসকলৰ অন্তৰত যেন জুইহে জ্বলিল। সকলোৱেই খুব জোৰেৰে অভ্যৰ্থনা সমিতিৰ সভ্য ভৰ্ত্তি কৰাত আৰু ধন সংগ্ৰহ কৰাত লাগি গ'ল। মই য'লৈকে গ'লোঁ যথেষ্ট টকা পাবলৈ ধৰিলোঁ। সকলো মানুহেই প্ৰদেশখনৰ অপমানৰ কথা উপলব্ধি কৰিবলৈ ধৰিলে। মই প্ৰায় এসপ্তাহ কাল ভ্ৰমণ কৰি কেইবা হাজাৰো টকা সংগ্ৰহ কৰি উভতি আহিলোঁ। টকা লগতে আছিল। আমি চহৰৰ পৰা প্ৰায় দেড় মাইল দূৰত য'ত খাদী প্ৰদৰ্শনী পতা স্থিৰ কৰিছিলো সেই সৰু বঙলাটোতে থাকিবলৈ লৈছিলো। তাত সিমানখিনি টকা লগত ৰখা উচিত নাছিল। বেলৰ পৰা মই আবেলি প্ৰায় চাৰি বজাত নামিলোঁ। গয়া ষ্টেচনত মই এজন পুলিচৰ দাৰোগা লগ পালো। তেওঁ বাতৰিকাকতত আমাৰ প্ৰস্তাৱটো পঢ়িছিল। তেওঁ এনে সপোন দেখিছিল যে বোধহয় গয়াত কংগ্ৰেছ পাতিবই নোৱাৰিব। বেলৰ পৰা নামোঁতেই মোক তেওঁ সুধিলে, বেঙ্কৰ পৰা টকা ধাৰে লোৱা হ'লনেকি? হয়তো তেওঁ ভাবিছিল যে কোনো বেঙ্কেই ইমান সৰহ টকা ব্যক্তিগত দায়িত্বত ধাৰে নিদিব। মই উত্তৰ দিলোঁ, নাই লোৱা। তেতিয়া তেওঁ সুধিলে, তেন্তে কংগ্ৰেছ কেনেকৈ হ'ব? মই কলোঁ, টকা ধাৰে লবৰ এতিয়া আৰু কোনো প্ৰয়োজন নাই। এই কথা শুনি তেওঁ বৰ আচৰিত হ'ল। মই ইয়াকো কলোঁ যে কাম কৰিবৰ কাৰণে এতিয়া যথেষ্ট টকা পোৱা হৈছে আৰু মই নিজে বহুত টকা সংগ্ৰহ কৰি আনিছো। মোৰ কথাত তেওঁৰ সম্পূৰ্ণ বিশ্বাস নহ'ল। মইতো টকাৰ বোজা বেঙ্কত দিবলৈ বিচাৰিছিলোঁৱেই, সেইকাৰণে গাড়ী ভাৰা কৰি পোনে পোনে বেঙ্কৰ ফালে গলো। তেওঁ গাড়ীৰ পিচে পিচে চাইকেলত যাবলৈ ধৰিলে। যেতিয়া তেওঁ মোক দেখিলে যে মই সঁচাসঁচিকৈয়ে বহুত টকা লেখি বেঙ্কত জমা কৰিছোঁ তেতিয়া তেওঁ মোৰ কথা বিশ্বাস কৰিলে। তেওঁ মোক এৰি নিজৰ অন্য কামলৈ গুচি গ'ল। মই যি টকা সংগ্ৰহ কৰি আনিছিলোঁ তাৰ উপৰিও সকলো জিলাৰে পৰা প্ৰতিদিনে টকা আহিবলৈ ধৰিলে। আমিও ইফালে সিফালে ঘূৰিয়েই থাকিলো। ইফালে নিৰ্ম্মাণ কাৰ্য্যও দ্ৰুতগতিত চলিবলৈ ধৰিলে।

দুখীয়া বিহাৰে ধনী আহ্‌মদাবাদৰ চাল-চলনৰ কিমান দূৰ নকল কৰিব পাৰে বা তাৰ লগত ফেৰ মাৰিব পাৰে। কিন্তু মোৰ বিশ্বাস আমিও ভাল ব্যৱস্থাই কৰিছিলোঁ আৰু খৰচো গুজৰাটতকৈ বহুত কম কৰিছিলো।

প্ৰদৰ্শনী সম্বন্ধে আমি স্থিৰ কৰি লৈছিলো যে খাদী তৈয়াৰ কৰাৰ সকলো প্ৰণালী প্ৰদৰ্শন কৰা হ'ব। খাদীত আমি কেৱল কপাহৰ কাপোৰেই নহয় ৰেশম, উল, পাট আদি যি বোৰৰ পৰা সুতা বা ৰচি বাটি যি কোনো বস্তু বৈ তৈয়াৰ কৰা হয় সেই সকলো বস্তুও ধৰিছিলে। ইয়াত আৰম্ভনিৰ পৰা তৈয়াৰী বস্তুলৈকে সকলো পদ্ধতি দেখুৱাৰ ব্যৱস্থা কৰা হৈছিল। উদাহৰণ স্বৰূপে ধৰক কপাহ। কপাহ কলাৰ পৰা লৈ গুটি গুচোৱা, ধুনা, কটা, বাতি কৰা, বোৱা, কাপোৰ ধোৱা-মেলা আদিলৈকে সকলো প্ৰণালী দেখুউৱা হৈছিল। এইদৰে উল, ৰেশম, পাট আদিৰো বিবিধ প্ৰণালী দেখুউৱা হৈছিল। এতিয়ালৈকে চৰখা সংঘ স্থাপন হোৱা নাছিল। ইয়াৰ কাম খদ্দৰ ব'ৰ্ডে কৰিছিল কিন্তু সি এতিয়াও এবছৰেই হোৱা নাছিল। সেইকাৰণে খাদী কাৰ্য্যৰ সংগঠন আৰু অভিজ্ঞতা আৰু এই বিষয়ৰ জ্ঞান প্ৰায় নথকাৰ নিচিনাই। এই সকলো বস্তু আৰু তাৰ কাৰণে কাৰীকৰ গোটোৱা বৰ উজু কাম নাছিল। কিন্তু ইয়াৰ সকলোবিলাকৰে ব্যৱস্থা হৈ গ'ল।

খাদী প্ৰদৰ্শনী হিচাবে ভালেই হৈছিল। দৰ্শকৰ টিকতৰ পৰা যি পইচা উঠিছিল সিয়েই প্ৰদৰ্শনীৰ খৰচৰ কাৰণে যথেষ্ট হৈছিল।

## ৪৫। অসম আৰু চাঁওতাল পৰগণাত দমন

কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন আৰু কাৰ্য্যাৱলীৰ সম্বন্ধে কিবা কোৱাৰ আগতেই ১৯২২ চনৰ কংগ্ৰেছৰ বিষয়ে কিছু কথা কোৱা আৱশ্যক।

মহাত্মা গান্ধীৰ গ্ৰেপ্তাৰৰ পিচতো কোনো কোনো প্ৰদেশত চৰকাৰী দমন জোৰেৰে চলি আছিল। ডাঙৰ নেতা সকলৰ ভিতৰত পণ্ডিত মদন মোহন মালবীয়জীৰ মত আছিল যে নিষ্ঠুৰ দমনৰ বাতৰি আহি থকা অসমলৈ নিশ্চয় যাব লাগে। মইো তেওঁৰ লগত গলোঁ। তাত প্ৰায় সকলো

জিলাতে, কেৱল নগৰতেই নহয় বহুতো গাঁৱতো কংগ্ৰেছ্ কমিটি স্থাপিত হৈছিল। অসমৰ সৰহ ভাগ ঘৰ খেৰৰ। কংগ্ৰেছৰ ঘৰো খেৰৰ আছিল। চৰকাৰী কৰ্ম্মচাৰীসকলে প্ৰায় ঠাইৰে কংগ্ৰেছ অফিচবোৰ জ্বলাই দিছিল। ভাল ভাল কৰ্ম্মী সকলো গ্ৰেপ্তাৰ হৈছিল। কংগ্ৰেছৰ সেৱাদলৰ সভ্য য'তে পাইছিল গ্ৰেপ্তাৰ কৰি পেলাইছিল।

তাত চৰকাৰ ক্ৰুদ্ধ হোৱাৰ বিশেষ কাৰণ আছিল যে অসমত কানি বেচি চৰকাৰে বহুত টকা উপাৰ্জ্জন কৰে। তাৰ মানুহে কানি খায় আৰু ফলস্বৰূপে তেওঁলোকৰ শাৰীৰিক আৰু মানসিক শক্তি হ্ৰাস হয়। কম বয়সতে তেওঁলোক বুঢ়াৰ নিচিনা হয়। হৃদয় আৰু মগজুৰ দুৰ্ব্বলতাৰ কাৰণে তেওঁলোক অকৰ্ম্মণ্য হৈ যায়। এনে অৱস্থাৰ কথা শুনি গান্ধীজীয়ে তাৰ কৰ্ম্মীসকলক কানি বৰ্জ্জন আন্দোলন কৰিবলৈ আদেশ দিছিল। সেই আন্দোলনৰ ফলত কানিৰ বিক্ৰী বহুত কমি গৈছিল। সেই কাৰণে চৰকাৰী কৰ্ম্মচাৰীসকলে কংগ্ৰেছ দমন কৰিবলৈ চেষ্টা কৰিছিল। ওপৰত কোৱাৰ দৰে তেওঁলোকে কঠোৰ দমন-নীতিৰে কাম আদায় কৰিছিল।

তালৈ গৈ আমি সকলো অৱস্থা দেখিলো আৰু স্থিৰ কৰিলোঁ যে প্ৰদেশখন ভ্ৰমণ কৰা হওক। মোৰ কাৰণে আৰু পূজ্য মালবীয়জীৰ কাৰণেও অসম দেখাৰ এয়েই প্ৰথম সুবিধা। অত্যন্ত সুজলা-সুফলা-শস্য-শ্যামলা দেশ; মহাবাহু ব্ৰহ্মপুত্ৰ আৰু পৰ্ব্বতীয়া সৌন্দৰ্য্য অত্যন্ত মনোমুগ্ধকৰ। ঘন ঘন বিশাল গছ আৰু সৰু সৰু জোপোহাই প্ৰদেশৰ শোভা বঢ়াইছিল; এই হাবিবোৰত হাতী আৰু বাঘকে মুখ্য কৰি থকা বনৰীয়া জন্তুবোৰৰ কাৰণে খেতি কৰা আৰু ফুৰা-চকা কৰা বিপদজনক আছিল। সেউজীয়া দৃশ্য দেখাত বৰ ধুনীয়া আছিল হয় কিন্তু মাটিবোৰ জেকা হোৱাৰ কাৰণে প্ৰদেশৰ সৰহ অংশ মেলেৰীয়া গ্ৰস্তও।

গুৱাহাটীত পূজ্য মালবীয়জীয়ে এটা ওজস্বী আৰু উদ্দীপনাপূৰ্ণ বক্তৃতা দিলে। কানি বৰ্জ্জন চলাই থাকিবলৈ আবেদন জনালে। মঞো অলপ বক্তৃতা দিলোঁ; কিন্তু পূজ্য মালবীয়জী সভাত থাকোঁতে অন্যই আৰু কি ক'ব পাৰে। যিমানদিন আমি অসম ভ্ৰমণৰ কাৰণে গৈছিলোঁ সিমান দিনৰ ভিতৰত আমি দুয়ো দুটা দলত ভাগ হলোঁ। কিছুমান স্বেচ্ছাসেৱক মালবীয়জীৰ লগত এনে ঠাইলৈ গ'ল য'লৈ ৰেল বা জাহাজেৰে যাব পাৰি। কিছুমান স্বেচ্ছাসেৱকৰ লগত মই এনে কিছুমান ঠাইলৈ যোৱাৰ স্থিৰ হ'ল য'লৈ গৰু গাড়ীৰে যাব লাগিছিল। এনেভাৱে মই গাঁৱৰ

পৰিস্থিতি বেচি ভালকৈ দেখিবলৈ পাইছিলোঁ। লগতে সেই সময়ত খাঠি বছৰৰ বেচি হোৱা পূজ্য মালবীয়জীয়ে সেই বৃদ্ধাৱস্থাত গৰু গাড়ীৰে ভ্ৰমণ কৰাৰ পৰা হাত সাৰিছিল। য'ত দমন অতি কঠোৰভাৱে কৰা হৈছিল তেনে ঠাইকে বাছি লোৱা হৈছিল।

মই এখন অসমতল ঠাইলৈ যাব লগা হৈছিল আৰু বাটত অলপ দূৰ এখন ডাঙৰ হাবিও পৰিছিল। মই দেখি আচৰিত হলোঁ যে অসমৰ গাঁৱত বিহাৰী বনুৱাই কাম কৰে। বিহাৰৰ গৰু-গাড়ীয়ে মাল কঢ়িওৱা কাম কৰে। গুৱাহাটীত মই ব্ৰহ্মপুত্ৰত গা ধৰলৈ গলোঁ। তাত ঘটনাক্ৰমে দুখন নাও লাগি আছিল। নাৱৰীয়া কেইজনে নিজৰ ভিতৰত কথা পতা শুনিবলৈ পাই বুজিলোঁ যে সিহঁতে ছাপ্ৰাৰ ভাষা কৈছে। সোধাত জানিব পাৰিলোঁ যে তেওঁলোক ছাপ্ৰা জিলাৰ কোনোৱা গাঁৱৰ নাৱৰীয়া, সদায় নাও লৈ আহে আৰু লৈ যায়। জাহাজত যিটো দোকানীয়ে চাহ-মিঠাইৰ দোকান দিছিল সিও ছাপ্ৰাৰ মানুহ।

আমি গুৱাহাটীৰ পৰা ১৫/১৬ মাইল গাড়ীত গলোঁ। তাৰপৰা গৰু-গাড়ীৰে আৰু ২০ মাইল মান যাব লগা আছিল। ৰাস্তাটো হাবিৰ মাজেৰে গৈছিল। ঠাইডোখৰৰ নাম এতিয়া মনত নাই। আমি দিনৰ ১২ বজাতে সেইখিনি পালোঁগৈ। মই ভাবিছিলোঁ যে সোনকালে গলে হাবিৰ বাটখিনি দিনতে পাৰ হ'ব পাৰিম। দুখন গৰু-গাড়ী ভাড়ালৈ লোৱা হ'ল; কিন্তু গাৰোৱানে ইটো সিটো অজুহাত দেখুৱাই এতিয়াই যাম যাম বুলি প্ৰায় পাঁচ বজালৈকে ৰাওনা নহ'ল। খবৰ লৈ জানিব পাৰিলোঁ যে ব'হ চোকা হোৱাৰ কাৰণে গৰু-গাড়ী সৰহভাগ ৰাতিহে চলায়। এখন গাড়ীত মই আৰু এজন স্বেচ্ছাসেৱক বহিলোঁ। ইখন গাড়ীত অন্য দুজন তিনিজন স্বেচ্ছাসেৱক। খাবলৈ লগত একো নাছিল। ৰাতি আঠ বজাত এখন ঠাই পালোঁহি আৰু এই ঠাইখন বজাৰৰ নিচিনা লাগিছিল। ঠাইডোখৰত বহুত গাড়ী ৰৈ আছিল। মিঠাবিলত কেৱল কিছু ভজা বুটমাহ পালোঁ আৰু আমি তাকে লৈ গাড়ী চলাবলৈ কলোঁ। ভজা বুটখিনি চোবাই মই গাড়ীত শুই পৰিলোঁ। কিছুসময়ৰ পাচত খুব হুলস্থুল শুনি মোৰ টোপনি ভাগিল। মই দেখিবলৈ পালোঁ যে স্বেচ্ছাসেৱককেইজনে দুটা কেৰাচিন তেলৰ টিং লৈ খুব বজাই বজাই আৰু চিঞৰি চিঞৰি কিবা গাই হুলস্থুল কৰিছে। লগতে গাৰোৱানকেইটাই খুব চিঞৰি চিঞৰি গৰু কেইটাক খেদাইছে। দুয়োখন গাড়ীত দুটা লেম জ্বলি আছিল। বাট অতি দুৰ্গম আছিল।

আছিল। দুয়ো কাষে ভাঙৰ ভাঙৰ গছৰ হাবি। সেই ঠাইডোখৰৰ দুয়ো কাষে পৰ্ব্বতো আছিল কিন্তু বাতি গাড়ীৰ পৰা দেখা নাযায়— মই যৰি যাওঁতেহে দেখিছিলোঁ। সোধাত গম পালোঁ যে ঠাইডোখৰত সচৰাচৰ বনৰীয়া জন্তু, বিশেষকৈ বাঘ ওলায়। তাকে খেদাবলৈ লেছ্‌হাসেৰক আৰু গাৰোবানে হুলস্থূল কৰিছিল। তেওঁলোকে ক'লে যে বনৰীয়া জন্তুবে তেনেকুৱা হাঁই উকমি শুনিলে ওচৰ নাচাপে আৰু যদি বাটতো থাকে তেন্তে আঁতৰি যায়। কিন্তু কিছুমান জন্তু ইমান সাংঘাটিক যে গৰু-গাড়ীৰ পৰাই গৰু টানি নিয়ে। জানিব পাৰিলোঁ যে আগতে এবাৰ এনে এটা ঘটনা ঘটিছিল। ইয়াৰ পিচত আৰু মই শুনাও নোৱাৰিলোঁ।

যেতিয়া আমি ঘন হাবিৰ মাজৰ পৰা ওলাই আহিলোঁ আৰু বনৰীয়া জন্তুৰ ভয় কমিল তেতিয়া চিঞৰ-বাখৰ কৰা বন্ধ হ'ল। আমি খুব বাতিপুৱাতে নিজ ঠাই পালোঁহি। তাৰ বাইজ বৰ আতঙ্কিত হৈ পৰিছিল। কংগ্ৰেছৰ সৰু ঘৰ এটা জ্বলাই দিছিল। কংগ্ৰেছৰ কাম কৰা সকলো মানুহক গ্ৰেপ্তাৰ কৰিছিল। থানা ওচৰতে আছিল। মানুহে ভয়ত এতিয়া কংগ্ৰেছৰ কামৰ পৰা আঁতৰি গৈছিল। আমি গৈ পোৱাত তেওঁলোকৰ মনলৈ সাহ ঘূৰি আহিল। সকলো গোট খালে। ওচৰ পাজৰৰ গাৱঁত খবৰ দিয়া হ'ল যে সভা হ'ব। ইতিমধ্যে তাৰ মানুহৰ পৰা তাত কৰা দমনৰ কথা শুনিলোঁ। কানি বৰ্জ্জন সম্বন্ধীয় কথাও জানি ললোঁ। আবেলিলৈ মানুহ গোট খালে। দুশ তিনিশ মানুহৰ এখন ভাল সভা হ'ল। দেখিলোঁ যে মানুহবিলাকৰ সাহ বাঢ়িলে। পুনৰ কংগ্ৰেছৰ ঘৰ সাজি ল'ব বুলি আৰু কানি বৰ্জ্জনৰ কাম চলাই যাব বুলি মানুহে কথা দিলে। পুলিচ তাত থকা সত্বেও মানুহে দেখা দেখিকৈ সভাত ভাগ লৈছিল।

আমি প্ৰায় তিনি বজাত তাৰ পৰা উভতিলোঁ। আশা কৰিছিলোঁ যে সেই টিন বজাৰ লগা দুৰ্গম ঠাইডোখৰ পোহৰ থাকোঁতেই পাৰ হৈ যাবহঁক আৰু প্ৰকৃততে পাৰ হ'ব পাৰিছিলোঁও। সেই ঠাইডোখৰ পাওঁতে পাওঁতে বেলি পৰিল। কিন্তু আন্ধাৰ হোৱা নাছিল। মই লগৰ বিজনৰ লৈতে খোজকাঢ়িয়েই গৈ আছিলোঁ। গাড়ী দুখনো লগে লগে গৈ আছিল। ইয়াৰ ভিতৰতে পাহাৰী বাঘৰ হোঁকোৰনি শুনিবলৈ পালোঁ। এই শব্দ দুয়ো কালৰ পৰা অহা যেন লাগিল; কিন্তু হয়তো একালৰ পৰা এটা বাঘৰেই এই শব্দ আহিছিল আৰু সি নিৰ্জ্জন

ছাখি-পাহাড়ত ঠেকা খাই কেইবাটাও গোজৰণিৰ নিচিনা লাগিছিল। কিন্তু বাঘ ক'তো দেখিবলৈ পোৱা নাছিলোঁ। শব্দও নিচেই ওচৰৰ পৰা অহা নাছিল, বোধহয় দুই তিনি ফার্লং দূৰৰ পৰা আহিছিল। মই চিবিয়াখানাৰ বাহিৰে বাঘৰ এনে গোজৰণি ক'তো শুনা নাই।

আমি গোটেই ৰাতি আহি ৰাতিপুৱাৰ আগে আগেই মটৰ লড়ী আদি চলা ঠাইডোখৰ পালোঁহি। প্ৰায় দহ বজাত আকৌ গুৱাহাটী পালোঁহি। পূজ্য মালবীয়জীৰ লগত অন্যান্য ঠাইৰ ভ্ৰমণ শেষ কৰি আমি উভতি আহিলোঁ। লক্ষ্ণৌত হবলগীয়া নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠকত যোগ দিলোঁহি। পূজ্য মালবীয়জীয়ে তেনে বৃদ্ধ অৱস্থাতো মানুহক জাগৰিত কৰা আৰু সাহস দিয়াত কিমান সফল হৈছিল তাক মই দেখিবলৈ পালোঁ। তেওঁৰ বাণীত শক্তি এনেয়ে আছিল কিন্তু তাৰ অৱস্থা দেখি তেখেতৰ বাণী আৰু দীপ্ত হৈ উঠিছিল। তেওঁৰ সেই যাত্ৰা এনে প্ৰতিকূল পৰিস্থিতিতো কৃতকাৰ্য্য হৈছিল।

আমাৰ নিজ প্ৰদেশৰ (বিহাৰ) চাওঁতাল পৰগনাৰ পৰা দমনৰ বেয়া খবৰ আহিল—বিশেষকৈ 'পাকুৰ'ৰ পৰা। মই তালৈও গলোঁ। তাৰ মানুহ ইমান আতঙ্কিত হৈ পৰিছিল যে ষ্টেচনত আমাক লগ পাবলৈ কোনো মানুহ নাহিল। আমি গোটেই ৰাতি ষ্টেচনৰ প্লেটফৰ্মতে শুই থাকিলোঁ। শুই উঠি দেখিলোঁ যে এপাট জোতা কুকুৰে লৈ গ'ল। তাতে মুখ-হাত ধুই চহৰলৈ যোৱা স্থিৰ কৰিলোঁ। অলপ দূৰ যাওঁতেই ওকালতি কৰা দিনৰ এজন চিনাকি মোক্কেল লগ পালোঁ। মই ষ্টেচনতে পৰি আছোঁ আৰু সোধপোচ কৰিবলৈ কেও নাই বুলি জানি তেওঁৰ নিজৰ ঘৰলৈ আমাক আনিবলৈ গৈছিল। তেওঁৰ ঘৰলৈ আমি গলোঁ। গা-পা ধুই জেললৈ গলোঁ, জেলত আমি গৈ পোৱাৰ এদিন কি দুদিন আগতে পাঁচ ছজন কৰ্ম্মী গ্ৰেপ্তাৰ কৰি থৈছিল। তেওঁলোকৰ লগত দিনৰ প্ৰায় ১২ বজাত দেখা হ'ল। জোতাতো নাছিলেই; ৰ'দে খাওঁ খাওঁ মূৰ্ত্তি ধৰিছিল। তাৰ বাটৰ ডাঙৰ ডাঙৰ 'মোৰম্'(১) বৰ গৰম হৈ পৰিছিল। তাৰ পৰা শুদা ভৰিৰে উভতি আহোঁতে ভৰিকিটা ইমান পুৰিবলৈ ধৰিলে যে গোটেই তলুৱাতে ঢৌ উঠি আহিল।

কোনো ৰকম থকা ঠাই পাই এজোৰ গাঁৱলীয়া জোতা অনালোঁ।

---

(১) ৰাস্তা তৈয়াৰ কৰা এক প্ৰকাৰৰ সৰু মিহি শিলগুটি বা ডাঙৰ ডাঙৰ বোটা বালি।

আবেলি বাস্তা এটাৰ দাঁতিতে হোৱা এখন সভালৈ অলপ মানুহ আহিছিল। কিন্তু মানুহ বৰ আতঙ্কিত আছিল। তাতো আমি যোৱাৰ কাৰণে মানুহৰ মনলৈ কিছু সাহ আহিল। গ্ৰেপ্তাৰ কৰা কৰ্মীসকলৰ ঘৰলৈ গৈ ঘৰৰ মানুহক সান্ত্বনা দিলোঁ।

আমি 'দুম্‌কা' লৈও গৈছিলোঁ কিন্তু তাতো আমাক বখা কোনো মানুহ নোলাল। আমি এটা ধৰমশালাত থাকিলোঁগৈ। তাত আৰু কিছুমান মানুহ আহি লগ ধৰিলে। তেওঁলোকৰ ভিতৰতে ভোজপুৰী ভাষা কোৱা তাৰে পুলিচৰ দাৰোগা জনো আছিল। তেওঁ প্ৰত্যেক কথাতে 'জয় শিৱ' বা 'ব'ম্‌ ব'ম্‌' বুলি কৈছিল। তেওঁ বৰ ভদ্ৰভাৱে কথা পাতিলে, কিন্তু তেওঁ পৰামৰ্শ দিলে যে তাত আমাৰ কামতো শেষ হ'লেই আৰু বেচি দিন থকাৰ কোনো প্ৰয়োজন নাই। শেষত তেওঁ এই কথাও কলে যে আমি তাৰ পৰা গুচি যাবৰ কাৰণে হুকুম আহিছে। হুকুম বিচাৰিলত তেওঁ দেখুৱাব নোৱাৰি আনিবলৈ গ'ল কিন্তু ঘূৰি আৰু নাহিল। আমি তাতে তেওঁৰ অপেক্ষা কৰিয়েই থাকিলোঁ। মই মোৰ প্ৰগ্ৰেম মতে তাত বেচি দিন থকাৰ কথা নাছিল গতিকে ৰাতিৰ গাড়ীত ঘূৰি আহিলো।

সেই জিলাৰে (দুম্‌কা) অন্য এখন ঠাইলৈ কেইজনমান নেতা গৈছিল। তাৰ মানুহবিলাকৰ ভিতৰৰ এজনে খুব আদৰ সাদৰ কৰিছিল। য'ত তেওঁলোক আছিল এজন মানুহে তেওঁলোকক বিচি আছিল। মানুহৰ মাজত যথেষ্ট আতঙ্ক আছিল; কিন্তু সেই মানুহজন বৰ নিৰ্ভীক আছিল। তেওঁলোক ঘূৰি অহাৰ পিচত শুনিবলৈ পালোঁ যে বিচনিবে বিচা সেই মানুহজনৰ মাটি 'উচ্ছেদ' কৰি লৈছিল। তাৰ মাটিবোৰ চৰকাৰী বুলি গণ্য কৰিছিল। কোনো খেতিয়কক মাটিৰ পৰা খেদি দিয়াকে তাত 'উচ্ছেদ' বুলি কৈছিল। পিচত আমি তেওঁৰ মাটি ঘূৰাই দিয়াবৰ কাৰণে বৰ যত্ন কৰিছিলোঁ। কিন্তু আমাৰ যত্ন সফল নহ'ল।

চাঁওতাল পৰগণাত যি জুলুম হৈছিল সেই সম্বন্ধে মই এটা দীঘলীয়া ৰিপ'ৰ্ট তৈয়াৰ কৰিছিলো। সেই ৰিপ'ৰ্ট সেই সময়ৰ বাতৰি কাকতত, বিশেষকৈ 'চাৰ্চলাইট'ত প্ৰকাশ হৈছিল।

## ৪৬। কাউঞ্চিললৈ যোৱা সমন্ধে বাদানুবাদ

ওপৰত সত্যাগ্ৰহ তদন্ত কমিটিৰ উল্লেখ কৰিছিলোঁ। সেই কমিটিয়ে প্ৰশ্নাৱলী তৈয়াৰ কৰিছিল আৰু প্ৰত্যেক কংগ্ৰেছ কমিটিৰ পৰা উত্তৰ বিচাৰিছিল। পিচত প্ৰত্যেক প্ৰদেশলৈ গৈ সেই প্ৰদেশৰ কৰ্ম্মীসকলৰ লগত আলোচনা কৰিবলৈ আৰু ৰিপ'ৰ্ট লবলৈ স্থিৰ কৰিলে।

মই এই কথা ভাল পোৱা নাছিলো। কিয়নো এইটো চৰকাৰী কমিটিৰহে নিয়ম যি বহুত দিনৰ মূৰত ৰিপ'ৰ্ট এখন দিয়াৰ বাহিৰে অন্য একো কৰিবলৈ নিবিচাৰিছিল। কমিটিৰ কাম যিমানেই আগবাঢ়িবলৈ ধৰিলে সিমানে এটা কথা স্পষ্ট হৈ পৰিল যে তাৰ ভিতৰত দুটা মত। এক পক্ষই গান্ধীজীয়ে কোৱা ৰচনাত্মক কামৰ ওপৰত জোৰ দি দেশক সত্যাগ্ৰহৰ কাৰণে প্ৰস্তুত কৰিবলৈ বিচাৰিছিল আৰু অন্য পক্ষই দেশ সত্যাগ্ৰহৰ কাৰণে প্ৰস্তুত নহয় দেখি এই মত পোষণ কৰিছিল যে কাউঞ্চিললৈ যাব লাগে আৰু ১৯২০ চনত কলিকতাত বিশেষ অধিবেশনত কাউঞ্চিল বৰ্জ্জনৰ যি প্ৰস্তাৱ গ্ৰহণ কৰিছিল তাৰ পৰিবৰ্ত্তন কৰিব লাগে। কংগ্ৰেছ কৰ্ম্মীসকলৰ মাজতো যথেষ্ট মতভেদ দেখিবলৈ পোৱা গ'ল যদিও গান্ধীজীৰ কাৰ্য্যসূচী যেনে আছে তেনে ৰখাৰ পক্ষেই বেচি মত বুলি ধাৰণা হৈছিল। কমিটিয়ে সকলো প্ৰদেশৰ উত্তৰ আৰু নিজে গৈ কৰ্ম্মীসকলৰ পৰা লোৱা ৰিপ'ৰ্টসমূহ গোটালে। এই সংক্ৰান্ততে কমিটিৰ সদস্য পাটনালৈও আহিছিল। অন্য কংগ্ৰেছীসকলৰ বাহিৰে ময়ো ৰিপ'ৰ্ট দিব লগা হৈছিল। মই গান্ধীজীৰ কাৰ্য্যসূচীৰ সম্পূৰ্ণ পক্ষপাতী আছিলো। মই মোৰ ৰিপ'ৰ্টত সেই কথা জোৰেৰে সমৰ্থন কৰিছিলো।

শেষত যেতিয়া কমিটিৰ ৰিপ'ৰ্ট প্ৰকাশ হ'ল তেতিয়া জানিবলৈ পালোঁ যে কমিটিৰ ছজন সদস্যৰ ভিতৰত তিনিজন আছিল একপক্ষত আৰু তিনিজন আছিল অন্য পক্ষত। সেইকাৰণে কাউঞ্চিল সমন্ধে কমিটিয়ে কোনো পৰামৰ্শ দিব নোৱাৰিলে—সকলো মেম্বাৰৰ ৰায় দিয়েই কমিটি সন্তুষ্ট থাকিল। ৰিপ'ৰ্ট প্ৰকাশ হোৱাৰ আগৰে পৰাই তীব্ৰ মতভেদ দেখিবলৈ পোৱা হৈছিল। ৰিপ'ৰ্ট প্ৰকাশ হোৱাৰ পিচত তাৰ ৰূপ আৰু তীব্ৰ হৈ পৰিল। বাতৰিকাকতত আৰু কংগ্ৰেছ মহলত কাউঞ্চিললৈ যোৱা আৰু নোযোৱা কথা লৈ বাদানুবাদ হ'বলৈ ধৰিলে।

যিসকল কাউন্সিললৈ যোৱাৰ পক্ষপাতী আছিল তেওঁলোকক পৰিবৰ্ত্তনবাদী (প্র'—চেঞ্জাৰ্চ) আৰু যি সকলে আগৰ কাৰ্য্যসূচীৰ পৰিবৰ্ত্তন বিচৰা নাছিল অৰ্থাৎ যি কাউন্সিললৈ যোৱাৰ বিৰোধিতা কৰিছিল তেওঁলোকক অপৰিবৰ্ত্তনবাদী (ন'—চেঞ্জাৰ্চ) বুলিবলৈ ধৰিলে।

ক্রমশঃ ডাঙৰ ডাঙৰ নেতাসকলো ম্যাদৰ অন্তত জেলৰ পৰা ওলাবলৈ ধৰিলে। তেওঁলোকৰ ভিতৰত দেশবন্ধু দাসৰ স্থান আছিল সকলোৰে ওপৰত। লালাজীৰ ম্যাদ বৰ দীঘলীয়া আছিল। তেওঁৰ সোনকালে মুক্তি হোৱাৰ সম্ভাৱনা নাছিল। প্ৰথমতে পণ্ডিত মতিলালজীৰ মত ঠিকমতে জানিব পৰা নগৈছিল। তেওঁ গান্ধীজীৰ প্ৰগ্ৰেমকেই সমৰ্থন কৰিছিল বুলি ধাৰণা হৈছিল। কিন্তু দেশবন্ধু দাসৰ মুক্তিৰ পিচত এই কথা স্পষ্ট হৈ পৰিল যে পণ্ডিতজী কাউন্সিললৈ যোৱাৰ পক্ষতহে আছিল। আগৰ প্ৰগ্ৰেমৰ সমৰ্থক নেতাসকলৰ ভিতৰত শ্ৰীৰাজাগোপালাচাৰী, ডাক্তৰ আন্সাৰী, শ্ৰীবল্লভভাই পেটেল, শেঠ যমুনালাল বাজাজ আদি আছিল। দেশবন্ধু দাসে কমিটিৰ ৰিপ'ৰ্টৰ পিচত নিজৰ মত প্ৰকাশ কৰিলে। তেওঁ আছিল কাউন্সিললৈ যোৱাৰ পক্ষে। আহ্মদাবাদ কংগ্ৰেছৰ নিৰ্ব্বাচিত সভাপতি তেঁৱেই আছিল। গতিকে যেতিয়া তেওঁ মুক্তিলাভ কৰিলে তেতিয়া নিয়ম অনুসৰি তেওঁ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাপতি হ'ল। নিৰ্ব্বাচিত হোৱাৰ পিচতো তেওঁ আহ্মদাবাদত সভাপতি হ'ব নোৱাৰিলে। দেশে তেওঁক আকৌ গয়াৰ অধিবেশনৰ কাৰণে সভাপতি বাছিলে।

নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এক অধিবেশন কলিকতাত হ'ল। তাত সত্যাগ্ৰহ কমিটিৰ ৰি'পৰ্ট বিচাৰ-বিবেচনাৰ কাৰণে দাখিল হ'ল। তিনি চাৰি দিনলৈ তৰ্ক চলি থাকিল। শ্ৰীৰাজাগোপালাচাৰীয়ে আমাৰ অপৰিবৰ্ত্তনবাদী দলৰ সকলোৰে নেতৃত্ব কৰিছিল। ময়ো তাৰ বাদানুবাদত অংশ গ্ৰহণ কৰিবলগীয়া হৈছিল। আমাৰ চেষ্টা আছিল যে অলপ অচৰপ পৰিবৰ্ত্তন কৰি ৰি'পৰ্টত উল্লেখ কৰা কাউন্সিলৰ বাহিৰেও অন্য বিষয়ত যদি কিবা আপোচ কৰিব পৰা যায় তেনেহলে ভাল হ'ব। কিন্তু এনে হৈ নুঠিল। বহুত বাদানুবাদৰ পিচত এই বিষয়টো গয়া কংগ্ৰেছৰ কাৰণে স্থগিত ৰখা হ'ল।

## ৪৭। 'গুৰু কা বাগ' আৰু মুলতান

মোৰ বিমান দূৰ মনত আছে এই বছৰ আগষ্ট চেপ্তেম্বৰ মাহত দুটা ডাঙৰ দুৰ্ঘটনা হৈছিল আৰু গোটেই ভাৰতবৰ্ষৰ ৰাজনীতিৰ বাতাবৰণৰ ওপৰত ইয়াৰ প্ৰভাৱ পৰিছিল। প্ৰথম ঘটনাটোৰ সম্বন্ধ আছিল 'গুৰু কা বাগ'ৰ লগত। কিছুদিন আগৰে পৰা শিখ সকলৰ মাজত গুৰুদ্বাৰা সংস্কাৰ কৰাৰ আন্দোলন চলি আছিল।

তেওঁলোকৰ গুৰুদ্বাৰা ধৰ্ম্মৰ ঠাই আৰু ইয়াৰ সমন্ধ কোনো ধাৰ্ম্মিক ঘটনাৰ লগত। মুখ্য গুৰুদ্বাৰা বিলাকৰ সম্বন্ধ কোনো এজন গুৰুৰ জীৱনৰ কোনো ঘটনাৰ লগত জড়িত থাকে। বুৰঞ্জীয়ে সাক্ষী দিয়ে শিখসকলে নিজৰ ধৰ্ম্মৰ কাৰণে বহুত কষ্ট সহ্য কৰিছে। সেইকাৰণে গুৰুদ্বাৰাৰ প্ৰতি তেওঁলোকৰ বৰ মমতা আৰু শ্ৰদ্ধা। এই গুৰুদ্বাৰা বিলাকত ৰাইজে দিয়া বহুত সম্পত্তি আছে। পন্থৰ সেৱাৰ কাৰণেই সেই সম্পত্তিবোৰ দিয়া হৈছিল। গুৰুদ্বাৰাৰ ব্যৱস্থাৰ কাৰণে যি সেৱক নিযুক্ত কৰিছিল সেই সেৱকেই সেই সম্পত্তিও চলাইছিল। সাধাৰণতে হোৱাৰ দৰে গুৰুদ্বাৰা সমূহ মহন্তসকলৰ হাতৰ মুঠিত আছিল। বহুতো মহন্ত অকৰ্ম্মণ্য আৰু দুৰাচাৰী আছিল। গতিকে শিখসকলৰ 'আকালী দল' নামেৰে এটা দলে গুৰুদ্বাৰা সমূহ সংস্কাৰ কৰিবৰ কাৰণে মহন্তসকলক নিয়ন্ত্ৰণ কৰিব লাগে বুলি ক'লে।

লাহে লাহে এই আন্দোলন শক্তিশালী হ'বলৈ ধৰিলে। গুৰুদ্বাৰাৰ ব্যৱস্থা নিজৰ হাতত ল'বৰ কাৰণে তেওঁলোকে 'শিৰোমণি-গুৰুদ্বাৰা-প্ৰবন্ধক কমিটি' স্থাপন কৰিলে। কোনো কোনো ঠাইৰ মহন্ত সকলে শিৰোমণি কমিটিৰ কথা মানি ল'লে আৰু ব্যৱস্থাৰ ভাৰ তেওঁলোকৰ হাতত গতাই দিলে। চৰকাৰেও এই কথা ভাবিবলৈ ধৰিলে যে এই কাম বৈধ কৰা হওক। কিন্তু এতিয়াও কোনো কথা স্থিৰ হোৱা নাছিল। চৰকাৰে ভাবি চিন্তি আছিল। আকালী দলৰ প্ৰতি ৰুষ্ট হৈ কোনো কোনো মহন্তই জোৰ জুলুম কৰিবলৈ ধৰিলে। এটা গুৰুদ্বাৰাত মহন্তই বহুতো আকালীক বৰ নিষ্ঠুৰভাৱে মৰালে আৰু জলাই দিলে। এই ঘটনা কিছুদিনৰ আগতে নান্‌কানা-চাহাব-গুৰুদ্বাৰাত হৈছিল। এই ঘটনাই আকালীসকলৰ মাজত খুব ক্ষোভ আৰু ৰোষৰ সৃষ্টি কৰিছিল। তেওঁলোকে গান্ধীজীয়ে

যোৱা অহিংসাত্মক নীতি গ্ৰহণ কৰিলে। তেওঁলোকে স্থিৰ কৰিলে যে গুৰুদ্বাৰাসমূহ তেওঁলোকে অহিংসাত্মক নীতিৰে নিজৰ হাতলৈ আনিব। এই অহিংসাত্মক নীতি শিখসকলৰ কাৰণে নতুন কথা নাছিল। মুছলমানৰ দিনতো তেওঁলোকে এই নীতি গ্ৰহণ কৰিছিল আৰু অশেষ দুখ সহ্য কৰিছিল।

অমৃতসৰৰ পৰা কিছুদূৰত 'গুৰু কা বাগ' নামৰ এখন ঠাই আছে। তাত থকা গুৰুদ্বাৰা এজন মহন্তৰ হাতত আছিল। আকালীসকলে এই গুৰুদ্বাৰাটো নিজৰ হাতলৈ আনিবলৈ বিচাৰিলে।

প্ৰথমতে মহন্তজনে তেওঁলোকৰ কথা মানি ল'লে। তেওঁলোকৰ ভিতৰত এইটো স্থিৰ হ'ল যে গুৰুদ্বাৰা আকালীসকলৰ হাতত থাকিব আৰু মঠ মহন্তৰ হাতত থাকিব। তাত কিছু মাটিও আছিল আৰু সেই মাটিত ববুল গছেৰে হাবিৰ নিচিনা হৈ আছিল। পিচত আকৌ তেওঁলোকৰ ভিতৰত কাজিয়া হ'ল। শিৰোমণি কমিটিৰ তৰফৰ পৰা গুৰুদ্বাৰা চলোৱা হৈছিল। গ্ৰন্থচাহেবৰ সেৱাৰ কাৰণে সেৱক নিযুক্ত আছিল। গুৰুদ্বাৰা বিলাকত আৰু শিখ সমাৱেশত প্ৰায়ে সাধু সন্যাসীৰ ভোজ হয়। ইয়াতো এই ভোজ হৈছিল। তাত জ্বলাবৰ কাৰণে অলপ ববুল গছ কাটি আনিলে। মহন্তই এই কাৰ্য্যত বাধা দিলে আৰু পুলিচৰ সহায় ল'লে। চৰকাৰৰ তৰফৰ পৰা আকালীসকলৰ তালৈ যোৱা বন্ধ কৰা হ'ল। আকালী সকলে সত্যাগ্ৰহ কৰিবলৈ স্থিৰ কৰিলে। তেওঁলোক সেই হাবিত কাঠ কাটিবলৈ যায়, পুলিচে বাধা দিয়ে; বাধা নমনাত প্ৰথমে তেওঁলোকক গ্ৰেপ্তাৰ কৰিছিল আৰু পিচত কেৱল মাৰপিট কৰিয়েই আঁতৰাবলৈ ধৰিলে। যিবিলাক আকালী তালৈ গৈছিল তেওঁলোকক বৰ বেয়া ধৰণেৰে মাৰিছিল। পিচত চৰকাৰে তালৈ যোৱা ৰাস্তা অলপ আগৰে পৰাই বন্ধ কৰি দিলে। আকালী সকলৰ ভিতৰত খুব উদ্যম আছিল। তেওঁলোকে অমৃতসৰৰ আকাল-তখ্‌তলৈ গৈ অহিংসভাবে থাকি সেই ঠাইলৈ যাবলৈ শপত গ্ৰহণ কৰিলে। যেতিয়ালৈকে ৰাস্তা খোলা আছিল তেওঁলোক গুৰুদ্বাৰাত আহি থাকিছিলহি। তাৰ পৰা হাবিৰ ফালে যাওঁতে তেওঁলোকক মাৰিছিল। যেতিয়া ৰাস্তা বন্ধ কৰি দিলে তেতিয়া তেওঁলোকৰ দলবোৰক ৰাস্তাতে বাধা দিয়ে আৰু মাৰে—ইমান বেয়া ধৰণেৰে মাৰে যে মানুহবোৰ অজ্ঞান হৈ পৰে। তেনে অৱস্থাত মানুহে তেওঁলোকক তাৰ পৰা তুলি সেই উদ্দেশ্যে পতা হাস্পতালনৈ লৈ যায়।

এই ঘটনাৰ খবৰ গোটেই দেশতে জনাজাত হৈ পৰিল। দূৰ দূৰণিৰ

মানুহ তাত সত্যাগ্ৰহ চাবলৈ আহিবলৈ ধৰিলে। পণ্ডিত মালবীয়জী হাকিম চাহাব, আৰু অন্যান্য মানুহো গ'ল। ময়ো গলোঁ। অমৃতসৰত বকিং কমিটিৰ এক বৈঠক হ'ল। তাৰপৰা আমি 'গুৰু কা বাগ' চাবলৈ গলোঁ। আমি যি দৃশ্য দেখিলোঁ তাক কেতিয়াও পাহৰিব নোৱাৰোঁ। কেইজনমান শকত-আৱত ডেকা শিখ হাতজোৰ কৰি আগ বাঢ়িলে। আনফালৰ পৰা লোহা আৰু টপ লগোৱা লাঠী লৈ এজন ইংৰাজ অফিচাৰৰ লগত কিছুমান চিপাহী আগলৈ আহিল শিখকিজনক তেওঁলোকে বাধা দিলে। তেওঁলোক বহি দিলে আৰু তেনে অৱস্থাত তেওঁলোকক খুব মাৰিলে। তেওঁলোক আকৌ উঠি থিয় হ'ব খুজিলে কিন্তু মাৰি তেওঁলোকক পেলাই দিছিল। তেওঁলোক অজ্ঞান নোহোৱালৈকে এইদৰে মাৰি থাকে। অজ্ঞান হোৱাৰ পিছত এম্বুলেঞ্চত লাগি অন্য মানুহে উঠাই আনে। কেতিয়াবা কেতিয়াবা তেওঁলোকৰ চলিত ধৰি চোচোৰাইছিল। মানুহ এই কাণ্ড চাবলৈ গোট খাইছিল কিন্তু কোনো মানুহেই কেতিয়াও হাত এখনো নাড়াণ্ডিছিল। যিবিলাকক মাৰে তেওঁলোকেও কেতিয়াও হাত নাড়াণ্ডে। অসিংসাত্মক সত্যাগ্ৰহৰ অত্যন্ত অনন্ত উদাহৰণ এটা দেশৰ সন্মুখত উপস্থিত হ'ল। গোটেই দেশতে উৎসুকতাৰ সৈতে 'গুৰু কা বাগ'ৰ খবৰ পঢ়িবলৈ ধৰিলে। হাজাৰ হাজাৰ মানুহ গ্ৰেপ্তাৰ হ'ল। শিৰোমণি কমিটিৰ মুখ্য সদস্য সকলকো গেপ্তাৰ কৰিলে। বহুত মানুহক এনেয়ে মাৰ-ধৰ কৰিলে। সত্যাগ্ৰহ কৰা আকালীসকলৰ ভিতৰত এনে বহুতো আছিল যি জাৰ্ম্মান-যুদ্ধত বৃটিছ চৰকাৰৰ হৈ বৰ বীৰত্বৰ সৈতে যুঁজ কৰিছিল। চৰকাৰৰ মতে আইন অনুসৰি স্বত্ব থকা মহন্তৰ মাটি তেওঁলোকে (আকালী সকলে) কেনেকৈ কাঢ়ি ল'ব পাৰে আৰু যেতিয়া মহন্তই নিজৰ স্বত্ব বজাই ৰাখিবৰ কাৰণে চৰকাৰৰ সহায় বিচাৰিছে তেনেস্থলত চৰকাৰে কেনেকৈ এই সহায় দিবলৈ অস্বীকাৰ কৰিব পাৰে। এই আইনৰ যুক্তিতে বহুত মানুহ জেললৈ গ'ল। এই কাৰণতেই বহুতো মানুহক বেয়াকৈ মাৰিছিল। ফৌজত অন্যান্য অস্ত্ৰ-শস্ত্ৰ চলাবলৈ যি ধৰণেৰে শিকোৱা হয় এজন পুলিচ চুপাৰিণ্টেণ্ডেটেও লাঠি চলোৱাৰ কৌশল শিকাৱাতো সেই একে ব্যৱস্থাই গ্ৰহণ কৰিলে। ইয়াৰ কাৰণে অভ্যাস কৰা নিয়মো বান্ধি দিলে। কোনো এজন চৰ্দাৰ বা নায়কৰ হুকুম মতে সকলো চিপাহীয়ে লাঠিৰে পিঠিত বা মূৰত আঘাত কৰিছিল। অথবা দুয়োটা কৰঙনৰ মাজত লাঠী লগাই অণ্ডকোষত আঘাত কৰিছিল বা পেটত মাৰিছিল। এইদৰে অফিচাৰৰ

হুকুম মতেইহে মৰিওৱা হৈছিল। শিখ সকলৰ সহিষ্ণুতা আৰু সাহস অদ্ভুত আছিল।

আমি তালৈ গলোঁ আৰু নিজ চকুৰে সকলো কাণ্ড দেখি আমাৰ বিশ্বাস হ'ল প্ৰকৃত সত্যাগ্ৰহো কৰিব পৰা যায়। তাৰ কাৰণে তেজস্বিতা, সাহস আৰু দুখ সহিব পৰা শক্তি লাগে। সেই শক্তি যদি হৃষ্ট পুষ্ট যুবকেই হাত নডঙাকৈয়ে দেখুৱাব পাৰে তেন্তে কোনো শক্তিয়েই তাক দমাই ৰাখিব নোৱাৰে।

চৰকাৰৰ তৰফৰ পৰা কোনো এটা উপায় উদ্ভাৱনৰ চেষ্টা চলিল। এটা উপায় ওলালো। সেই সময়ৰ এজন সুপ্ৰতিষ্ঠিত ব্যক্তি চাৰ গঙ্গাৰামে মহন্তৰ পৰা মাটি নিজে বন্দবস্ত কৰি লৈ আকালীসকলক দি দিলে। চৰকাৰে এতিয়া তেওঁলোকক জোৰ জুলুম কৰি বাধা দিবৰ কোনো আৱশ্যক নোহোৱা হ'ল। কিছুদিনৰ পিচত এখন আইন কৰিলে আৰু আজি গুৰুদ্বাৰা বিলাক সেই আইনৰ দ্বাৰা নিয়ন্ত্ৰিত হয়। কিন্তু এইসকলো কাম সোনকালে হোৱা নাছিল। এই কামবোৰত সময় লাগিছিল। বহুতো কষ্টও সহ্য কৰিব লগা হৈছিল। সত্যাগ্ৰহৰ উপযোগিতা আৰু সত্যাগ্ৰহত নিহিত হৈ থকা সম্ভাৱনা প্ৰমাণিত হৈ গ'ল। ইয়াৰ কাৰণে শিখসকল যশস্যাৰ অধিকাৰী। তেওঁলোকে নিজৰ সত্যনিষ্ঠা আৰু শক্তিৰ দ্বাৰা ইয়াক দেখুৱালে।

দ্বিতীয় ঘটনাটোও পঞ্জাবতে হ'ল। আমি অমৃতসৰৰ পৰাই মুলতানলৈ গলোঁ। তাত অন্য ধৰণৰ এটা ঘটনা হৈছিল। মুলতানত তাজিয়াৰ শোভাযাত্ৰা বাহিৰ হৈছিল। সেই শোভাযাত্ৰাৰ কাৰণেই খুব ডাঙৰ হিন্দু মুচলমান সংঘৰ্ষ হ'ল। মুছলমানসকলে কৈছিল যে হিন্দুৰ ভিতৰৰপৰা কোনোবাই তাজিয়াত শিলগুটি দলিয়াইছিল। হিন্দুসকলৰ মতে তেওঁলোকে একো কৰা নাছিল—মুছলমানসকলে হিন্দুসকলক লুট কৰিবৰ কাৰণে আগৰে পৰা সাজু হৈ আছিল, তাজিয়া কেৱল এটা অজুহাত আছিল। যি কাৰণেই নহওক, যি সংঘৰ্ষ হৈছিল তাত বহুতো হৃদয়বিদাৰক ঘটনা ঘটিছিল। খবৰ পাই কংগ্ৰেছৰ সভাপতিৰ কাম কৰি থকা হাকিম আজমল খাঁ, পণ্ডিত মদন মোহন মালবীয়জী, শেঠ যমুনালাল বাজাজজী, শ্ৰীপ্ৰকাশম, আৰু মই তালৈ গলোঁ। তেওঁলোকৰ ভিতৰত ইমান বিদ্বেষ ভাৱৰ সৃষ্টি হৈছিল যে আমাক কথা সমন্ধেও দুয়ো দলৰ মাজত কোনো কথা স্থিৰ নহ'ল। সেইকাৰণে আমি যেতিয়া ষ্টেচনত নামিলোঁ তেতিয়া প্ৰথম প্ৰশ্ন হ'ল আমাৰ থকা

ঠাই সম্বন্ধে। আমি দুভাগে বিভক্ত হলোঁ। কেইজনমান মুছলমানৰ অতিথি হৈ তাৰ নবাবৰ তাত থাকিলোঁ আৰু কেইজনমান হিন্দুসকলৰ অতিথি হৈ অন্য ঠাইত থাকিলোঁ। মই হাকীম চাহাবৰ লগত নবাবৰ তাত থাকিলোঁ।

আমি সংঘর্ষ হোৱা ঠাইলৈ গৈ চালোঁ। কিমান যে হিন্দু মানুহৰ ঘৰ লুট কৰিলে আৰু জ্বলালে। সেই ঘৰবিলাকৰ সকলো বস্তু লুট কৰিলে নহলে জ্বলাই দিলে। কত মানুহক যে মাৰিলেও। যিসকল বল তাৰে ভিতৰত তিৰোতাসকলে ঘটনাসমূহৰ খুব হৃদয়-বিদাৰক বৰ্ণনা দিছিল আৰু এই বৰ্ণনাৰ প্ৰভাৱ আমাৰ অন্তৰত দকৈ পৰিছিল। এঠাইত মই হাকিম চাহাবক দেখাদেখিকৈয়ে খুব বিচলিত হোৱা দেখিছিলো। এজনী তিৰোতাই কৈছিল যে সকলো লুটি লোৱা আৰু জ্বলাই দিয়াৰ পিছত লুণ্ঠনকাৰীইঁতে একো নাপাই ঘৰত পোহা এটা ভাটৌৰ সজা চৰাইটোৰে সৈতে জুইত পেলাই দিলে। ছাইৰ দ'মবোৰ এতিয়াও যেনে আছিল তেনেই আছে। তাত লোহাৰ সজাটোও পৰি আছিল। কিন্তু ভাটৌটো জ্বলি ছাই হৈ গৈছিল। কেইবাটাও মন্দিৰ তথা দেৱস্থানৰো সেই একে দশাই হৈছিল।

আমি তাৰ ডেপুটী কমিচনাৰ মিষ্টাৰ এমাৰ্চনৰ সৈতেও সাক্ষাৎ কৰিলোঁ। তেৱেঁই পিচত গান্ধী আৰউইন পেক্টৰ সময়ত গৱৰ্ণমেণ্ট অব ইণ্ডিয়াৰ হ'ম ছেক্রেটেৰী আছিল। তাৰ পিচত তেওঁ পঞ্জাবৰ গৱৰ্ণৰ হ'ল। তেওঁৰ ব্যৱহাৰত দুয়ো দলৰ ভিতৰত মিলাপ্ৰীতি হোৱাটো বিচৰাৰ কোনো আগ্ৰহ নেদেখিলো। তেওঁ আইনৰ দোহাই দি সংঘৰ্ষকাৰীসকলক শাস্তি দিয়াৰ কথাতহে জোৰ দিবলৈ ধৰিলে। আমি ইয়াৰ বাহিৰেও তেওঁলোকৰ ভিতৰত মিলা-প্ৰীতি স্থাপন কৰিবলৈ যত্ন কৰিব লাগে বুলি ভাবিছিলোঁ। তাৰ দুয়ো পক্ষৰ মুখীয়াল মুখীয়াল মানুহসকলৰ এখন সৰু সভা হ'ল। তেওঁলোকৰ লগত কথা পতাৰ পিচত আমি দেখিবলৈ পালোঁ যে দুয়ো দলৰ মাজত যথেষ্ট বিদ্বেষভাব থকা সত্ত্বেও দুয়ো দল মিলি জুলি থাকিবলৈ সাজু। মুছলমানকলে এই কথাত বেচি ভয় খাইছিল যে তেওঁলোকৰ মানুহেইহে গ্ৰেপ্তাৰ হৈছিল আৰু তেতিয়াও হৈ আছিল, সকলো মোকৰ্দ্দমা তেওঁলোকৰ ওপৰতে চলিব আৰু হয়তো লুট কৰাৰ কাৰণে তেওঁলোকে টকা-শিকাও দিব লাগিব। পিচত এখন ডাঙৰ সভ হ'লা তাত হাকিম চাহাবে আৰু পণ্ডিত মালৱীয়জীয়ে বক্তৃতা দিলে। তেওঁলোকৰ ভিতৰত মিলা-

প্ৰীতি বঢ়াবৰ কাৰণে আমি এখন বে-চৰকাৰী কমিটি গঠন কৰি দি তাৰ পৰা গুচি আহিলোঁ।

তাৰ সকলো দৃশ্য দেখি-শুনি মোৰ অন্তৰত বৰ দ সাঁচ পৰিছিল। মই পণ্ডিত মালবীয়জীকো খুব প্ৰভাৱান্বিত হোৱা দেখিছিলোঁ। তেওঁ তাত হিন্দুসকলক কৈছিল তোমালোকো সংগঠিত হোৱা উচিত, তোমালোকে তোমালোকৰ জীৱন আৰু সন্মানৰ কাৰণে আক্ৰমণকাৰীসকলক প্ৰতিৰোধ কৰা উচিত। চৰকাৰকো তেওঁ সংঘৰ্ষকাৰী সকলক শাস্তি দিবৰ কাৰণে অনুৰোধ কৰিলে।

আমি তালৈ যোৱাৰ ইমান প্ৰভাৱ পৰিছিল যে বিদ্বেষ ভাব কম হৈ গ'ল। য'ত তেওঁলোকে আমাক ক'ত থ'ব সেইবিষয়ে একেলগে বহি কোনো কথা স্থিৰ কৰিব নোৱাৰিছিল তাৰ ঠাইত এতিয়া তেওঁলোক একেখন কমিটিৰ মেম্বাৰ হ'বলৈ মান্তি হ'ল। সকলোৱে মিলা-প্ৰীতি বঢ়োৱাৰ যত্নত লাগি গ'ল। হাকিম চাহাবে এটা বিবৃতি প্ৰকাশ কৰি মুছলমানসকলৰ কাৰ্য্য নিন্দা কৰিলে আৰু হিন্দুসকলক সান্ত্বনা দিলে।

গয়া কংগ্ৰেছৰ সময়ত কিছুমানে মত প্ৰকাশ কৰিলে যে তাত খিলাফত কনফাৰেঞ্চ হোৱাৰ নিচিনাকৈয়ে হিন্দু—সভাও হোৱা উচিত। যি সকলে আয়োজন কৰিছিল তেওঁলোকে পণ্ডিত মালবীয়জীক সভাপতি পতাৰ আগ্ৰহ কৰিলে। মোৰ ওপৰতো হেঁচা দিলে; মই যদি আগ্ৰহ কৰোঁ তেন্তে পণ্ডিত মালবীয়জীয়ে মানি ল'ব। মোক অভ্যৰ্থনা সমিতিৰ সভাপতি পাতিবলৈ ইচ্ছা কৰিলে। তেতিয়া হিন্দু-সভা আৰম্ভনি হৈছিল যদিও আজিৰ নিচিনাকৈ ডাঙৰ হোৱা নাছিল আৰু তেওঁলোকৰ নীতিও কংগ্ৰেছ বিৰোধী নাছিল। খিলাফত কমিটিৰ অধিবেশনো কংগ্ৰেছৰ লগতে হৈছিল। সেইকাৰণে কংগ্ৰেছৰ লগত হিন্দুসভাৰ কোনো বিৰোধ নাছিল আৰু হোৱাৰ কোনো সম্ভাৱনাও দেখা নগৈছিল। মই অভ্যৰ্থনা সমিতিৰ সভাপতি হ'বলৈ মান্তি হলোঁ। পূজ্য মালবীয়জী সভাপতি হ'ল। গয়াত এনে কোনো কামো হোৱা নাছিল যাৰ কাৰণে কোনো আপত্তি হ'ব পাৰে। কিন্তু পণ্ডিত মালবীয়জীয়ে নিজৰ বক্তৃতাত মুলতানৰ ঘটনাৰ বৰ্ণনা কৰিছিল। তেওঁ হিন্দুসকলকো আত্মৰক্ষাৰ কাৰণে প্ৰস্তুত হ'বলৈ নিৰ্দ্দেশ দিছিল। ইয়াত ইমানকে কোৱা যথেষ্ট হ'ব যে যদিও তাত কোনো ডাঙৰ কথা হোৱা নাছিল তথাপি ভৱিষ্যতে হিন্দু—মহাসভা বেলেগ হৈ যোৱাৰ ভেটী স্থাপন হৈ গ'ল। ইয়াত মোৰো দায়িত্ব আছিল। পিচত যেতিয়া কংগ্ৰেছ আৰু হিন্দু—

সভাৰ ভিতৰত মতভেদ স্পষ্ট হৈ পৰিল তেতিয়া পণ্ডিত মালবীয়জীয়ে যোক ক'লেও, তুমি কোৱাৰ কাৰণেই মই গয়া অধিবেশনৰ সভাপতি হ'বলৈ মান্তি হৈছিলোঁ আৰু সভাৰ স্থায়ী ভেটী স্থাপন কৰিছিলোঁ। মই সেইকথা অস্বীকাৰ কৰিব নোৱাৰিলোঁ আৰু আজিও অস্বীকাৰ কৰিব নোৱাঁৰো। মই যিমানদূৰ বুজিছিলোঁ সেই সময়ত গয়াত মুছলমান সকলেও মহাসভাৰ সংগঠনত কোনো বিশেষ বেয়া কথা দেখা নাছিল আৰু যদি দেখিছিলো তেন্তে আমাক কোৱা নাছিল।

মই ওপৰত কৈ অহাৰ দৰে মুলতানৰ সংঘৰ্ষৰ পিছত হিন্দু-মুছলমানৰ মাজত বিদ্বেষ ভাব বাঢ়িবলৈ ধৰিলে। বহুতো ঠাইৰ পৰা হিন্দু-মুছলমান সংঘৰ্ষ হোৱাৰ বাতৰি আহিবলৈ ধৰিলে। কংগ্ৰেছী হিন্দু আৰু মুছলমান সকলে পৰিস্থিতি আয়ত্ব কৰিবৰ কাৰণে চেষ্টা কৰিলে, কিন্তু এটা নহয় এটা কাৰণে সংঘৰ্ষ হৈছিলেই। এই সংঘৰ্ষবোৰত বেচি ভাগ ঠাইতে হিন্দুকে বেচিকৈ মাৰিছিল। সেইকাৰণে হিন্দু-সংগঠনৰ জন্ম হ'ল। শুদ্ধিৰ জন্ম ধৰ্ম্ম প্ৰবৃত্তিৰ কাৰণে হৈছিল। যদি শুদ্ধিয়েও কঠোৰ ৰূপ ধাৰণ নকৰিলেহেঁতেন তেনেহলে তাৰ পৰা বোধহয় বেচি বিদ্বেষ ভাববো স্বষ্টি নহ'লহেঁতেন। কিন্তু ১৯২৩ চনৰ পৰা একেলেঠাৰিয়ে তিনি চাৰি বছৰ হিন্দুৰ ভিতৰত শুদ্ধি আৰু সংগঠনৰ আৰু মুছলমানৰ ভিতৰত ধৰ্ম্মান্তৰণ আৰু সংগঠনৰ হৈ-হাল্লাৰ ফল স্বৰূপে লাহে লাহে কংগ্ৰেছৰ পৰা বহুতো মুছলমান আৰু হিন্দু আতঁৰি যাবলৈ ধৰিলে।

## ৪৮। গয়া—কংগ্ৰেছ (ক)

গয়া—কংগ্ৰেছৰ অধিবেশনৰ কিছুদিন আগতে অভ্যৰ্থনা সমিতিত হোৱা এটা ঘটনা উল্লেখ কৰা আৱশ্যক। এজন ভদ্ৰলোকে কেইমাহমান আগতে অভ্যৰ্থনা সমিতিক ৫000৲ টকা দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। টকাৰ যেতিয়া আৱশ্যক হ'ল তেতিয়া তেওঁক তাগিদা দিয়া হ'ল। কিন্তু তেওঁ আজি দিম কাইলৈ দিম কৰি থাকিলে। যেতিয়া অভ্যৰ্থনা সমিতিৰ সভাপতিৰ নিৰ্ব্বাচনৰ দিন স্থিৰ হ'ল আৰু অভ্যৰ্থনা সমিতিৰ বৈঠকৰ আয়োজন কৰিলে সেইদিনাই তেওঁ অভ্যৰ্থনা সমিতিৰ সভ্যপদৰ কাৰণে

দুশ দৰ্খাষ্টত চহী কৰোৱাই প্ৰতি দৰ্খাষ্টত ২৫ টকা হিছাপে ৫০০০ টকা পঠালে। তেওঁ ভাবিছিল যে তেওঁ এইদৰে অভ্যৰ্থনা সমিতিৰ সভাপতি নিৰ্ব্বাচিত হ'ব ; কিয়নো অন্য কোনেও কাকো নিৰ্ব্বাচিত কৰিবলৈ চেষ্টা কৰা নাছিল। যদিও সভ্যৰ সংখ্যা বহুত আছিল তথাপি অধিৱেশনত কেইদিনমান আগতে পতা সেই সভালৈ সকলো সভ্য অহা নাছিল। আমাৰ এই কথাটো বৰ বেয়া লাগিল। আমি এইটো এটা কু-চক্ৰান্ত বুলি ভাবিলোঁ কিয়নো সেই ভদ্ৰলোকজনে গোটেই প্ৰদেশৰ চকুত ধূলি মাৰি গোটেই প্ৰদেশৰ প্ৰতিনিধিৰ ৰূপত আগন্তুক নেতাসকলক আদৰণি জনোৱাৰ সুবিধা ল'বলৈ বিচাৰিছে। তেওঁ যদি কংগ্ৰেছৰ কোনো বিশেষ সেৱা কৰিলেহেঁতেন তেন্তে বোধহয় মোৰ ইমান ক্ষোভ নহ'লহেঁতেন। কিন্তু তেওঁ এনে কোনো সেৱা কৰা নাছিল। তেওঁ এই প্ৰচেষ্টা সকলোৰে পৰা গোপনে ৰাখিছিল। এই কথাৰ কাৰণে ক্ষোভ আৰু বাঢ়িছিল। আমি তেওঁক যুক্তি দৰ্শাই তেওঁৰ টকা ঘূৰাই পঠালো। যদিও আমাৰ টকাৰ আৱশ্যক আছিল তথাপি এনে ধৰণৰ প্ৰৱঞ্চনা বন্ধ কৰাই আমি উচিত বুলি ভাবিলো। সকলোৰে ইচ্ছা আছিল যে অভ্যৰ্থনা সমিতিৰ সভাপতিৰ পদ শ্ৰীব্ৰজকিশোৰ প্ৰসাদক দিয়া হওক। অভ্যৰ্থনা সমিতিয়ে সৰ্ব্বসম্মতিক্ৰমে তেওঁক অভ্যৰ্থনা সমিতিৰ সভাপতি নিৰ্ব্বাচিত কৰিলে।

কংগ্ৰেছ অধিৱেশনৰ দিন চমু চাপি আহিল কিন্তু এতিয়াও যথেষ্ট সংখ্যক শিবিৰ হৈ উঠা নাছিল আৰু সভা-মণ্ডপো হোৱা নাছিল। গয়াত যথেষ্ট জাৰ পৰে। সেই বছৰ খুব বেছি জাৰ পৰিছিল। ঘৰবোৰ সাজিবৰ কাৰণে আৰু কিছুমান নতুন ঠিকাদাৰ নিযুক্ত কৰা হ'ল কিন্তু সভা-মণ্ডপৰ কাম সম্পূৰ্ণ হোৱাৰ চিন দেখিবলৈ পোৱা নাছিলো। তেতিয়াৰ দিনত কংগ্ৰেছ এখন ডাঙৰ বস্তাৰ তলতে হৈছিল, এতিয়াৰ দৰে খোলা পথাৰত নহৈছিল। মানুহ বহিবৰ কাৰণে মাটি ওখ চাপৰ কৰি এচলীয়া কৰিব লাগিছিল। বাকীবোৰ কাম হ'ব বুলি আশা কৰিছিলোঁ কিন্তু মাটি দিয়াৰ কাম সম্পূৰ্ণ হ'ব বুলি আশা কৰা নাছিলো।

কংগ্ৰেছ অধিৱেশনৰ দুদিন আগতে ৰাঁচী জিলা আৰু তাৰ আশে-পাশে থকা ঠাইৰ প্ৰায় তিনি চাৰিশ আদিবাসী মানুহ খোজকাঢ়ি গয়া পালেহি। তেওঁলোকে লগতে ভাৰেৰে হাঁড়ী আৰু খৰি লৈ আনিছিল। কেইবাদিনো একেলেঠাৰিয়ে প্ৰায় ডেৰ শ দুশ মাইল আহি

গয়াত উপস্থিত হ'ল। কংগ্ৰেছৰ প্ৰতি তেওঁলোকৰ শ্ৰদ্ধা ইমান বাঢ়ি গৈছিল যে ইয়াৰ নামত সকলো কৰিবলৈ প্ৰস্তুত আছিল। কেতিয়াবা কেতিয়াবা নজনা কামো কৰি পেলাইছিল। সেই সময়ত অসহযোগ তীব্ৰভাৱে চলি আছিল; তেওঁলোকক কোনোৱে অহিংসাৰ অৰ্থ এনেভাবে বুজাই দিলে যে ছাগলী কেৱল মাংসৰ কাৰণে পোহা হয়; গতিকে ছাগলী পোহাও উচিত নহয়। এনে প্ৰচাৰ কোনে কৰিছিল নাজানো; কিন্তু তাৰ পৰিণাম হ'ল যে তেওঁলোকে হাজাৰ হাজাৰ ছাগলী নি এনেয়ে হাৰিত এৰি দিলেগৈ। মই এবাৰ সেইফালে ভ্ৰমণ কৰিবলৈ যাওঁতে এই ছাগলীবোৰ দেখিছিলোঁও আৰু তাতে এই কথা গম পালোঁ। তেওঁলোকৰ এটা দল সেই শ্ৰদ্ধা লৈয়ে গয়া পালেহি। তেওঁলোকে অভ্যৰ্থনা সমিতিৰ ওচৰত মাত্ৰ ইয়াকেই অনুৰোধ কৰিলে যে তেওঁলোকক থাকিবলৈ কোনো এখন বাগানৰ মুকলি ঠাই অলপ দিব লাগে, তেওঁলোকে তাতে থাকিব আৰু ভাত-পানী ৰান্ধি খাব। তেওঁলোকে খুব পৰিশ্ৰম কৰি কামো কৰিব পাৰিছিল। কোনোবাই তেওঁলোকক গৈ ক'লে যে সভামণ্ডপত মাটি দিয়াৰ কাম সম্পূৰ্ণ হোৱা নাই আৰু সেইকাৰণে আমি বৰ চিন্তিত হৈছোঁ। তেওঁলোকে আমাক কোৰ আৰু টুকুৰী বিচাৰিলে। সকলো বস্তুৰ যোগান ধৰা হ'ল আৰু তেওঁলোক সকলো এই কামত লাগি গ'ল। দিনে ৰাতিয়ে কাম কৰি দুদিনৰ ভিতৰতে সকলো কাম শেষ কৰি দিলে। তেওঁলোকৰ উৎসাহ আৰু পৰিশ্ৰম দেখি বিস্ময় মানিলো।

অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা তেওঁলোকৰ প্ৰত্যেককে এটা গান্ধী টুপী আৰু অভ্যৰ্থনা সমিতিৰ সভ্যৰ এপাহ ফুল দিয়া হ'ল। সেই ফুল টুপীত গাঁঠি দিলে। ইয়াৰ কাৰণে তেওঁলোকে বৰ আনন্দ পালে। কেইবছৰমানৰ পিছত মই যেতিয়া সেই ঠাইত ভ্ৰমণ কৰিবলৈ গৈছিলোঁ তেতিয়া তেওঁলোকে খুব গৌৰৱেৰে সেই ফুল গৰা টুপী মোক দেখুৱাইছিল। এনেদৰে তেওঁলোকে মোক তেওঁলোকে গয়া কংগ্ৰেছলৈ যোৱাৰ কথা মনত পেলাই দিলে।

অধিবেশনৰ অলপদিন আগৰে পৰা মোৰ উদ্‌কাই বেমাৰে উক দিলে। মুলতানলৈ যাওঁতে মই প্ৰথমবাৰৰ কাৰণে উপলব্ধি কৰিছিলোঁ যে মোৰ কাহঁোতে অলপ কষ্ট হৈছে। তাৰ আগতে জাৰত কাঁহ হৈছিল কিন্তু মই কাহঁোতে কষ্ট অনুভৱ কৰা নাছিলোঁ। কাহঁৰ কাৰণেই মই নাগপুৰ কংগ্ৰেছলৈও যাব নোৱাৰিলো। মুলতানলৈ যাওঁতে মই হাকীম

আজমল খাঁৰ লগতেই আছিলোঁ। তেওঁ দেখি ক'লে যে মোৰ উদ্‌ফাই হৈছে। তেওঁ এটা দৰবো দিছিল আৰু দৰব খাই মই ভাল হৈছিলো। যেতিয়া ডিচেম্বৰ মাহত জাৰ বেচি হ'ল তেতিয়া আকৌ উদ্‌ফাই উক্ দিলে কিন্তু তাৰে এজন হেকীমৰ দৰব খাই সোনকালেই ভাল পালো। যিদিনা দেশবন্ধু দাস সভাপতি হৈ গয়া পালেহি আৰু শোভাযাত্ৰা বাহিৰ হ'ল মই সেইদিনা তেওঁক ষ্টেচনত আদৰিবলৈ যাব নোৱাৰিলো আৰু শোভাযাত্ৰাতো যোগ দিব নোৱাৰিলো। কিন্তু দুৰ্ব্বল গাৰেই মই বিষয়—বাছনি সভাত উপস্থিত হলোগৈ। কিছুমান ব্যৱস্থাৰ কামো দেখা-শুনা কৰি থাকিলো। ব্যৱস্থাৰ ভাৰ বিশেষকৈ অনুগ্ৰহ নাৰায়ণ সিংহৰ ওপৰত পৰিছিল। আহাৰ আদিৰ ভাৰ মোৰ ককাইদেউৱে লৈছিল। তেওঁ বৰ ভালভাৱে সেই কাম চলালে। সভামণ্ডপ তৈয়াৰ কৰা আৰু সজোৱাৰ কাম গোৰখবাবু, মথুৰা বাবু আৰু মুজফ্ফৰপুৰৰ জমিদাৰ শ্ৰীবৈদ্যনাথ প্ৰসাদ সিংহই কৰিলে। স্বেচ্ছাসেৱক দলৰ দলপতি আছিল শ্ৰীবদ্ৰীনাথ বৰ্মা। প্ৰদৰ্শনীৰ কাম শ্ৰীবনাৰসীপ্ৰসাদ ঝুনঝুনৱালাই চলালে।

অভ্যৰ্থনা সমিতিৰ ব্যৱস্থা ভালেই হ'ল। কিন্তু মোৰ মতে আমাৰ অলপ অভিজ্ঞতা থকা হ'লে খৰছ যিমান হৈছিল সিমান নহলহেঁতেন। অধিবেশন হৈ থাকোঁতে মই ভয় খাই গৈছিলোঁ যে শেষত টকা ঘাটি পৰিব। সেইকাৰণে সকলো বিভাগকে কৰ্মকৈ খৰছ কৰিবলৈ মই খুব কৈ আছিলো। ষ্টেচনৰ পৰা অধিবেশন হোৱা ঠাইলৈ প্ৰায় তিনি মাইল বা ততোধিক আছিল। ষ্টেচনৰ পৰা মানুহ কঢ়িয়াবলৈ আমি বহুতো লড়ী কেৰেয়ালৈ আনিছিলো। ভাবিছিলো সকলোৰে পৰা লড়ীৰ ভাড়া লোৱা হ'ব। সেই উদ্দেশ্যে প্ৰত্যেক লড়ীতে টিকত হাতত দি একোজনকৈ মানুহ ৰখা হৈছিল। কিন্তু এই ব্যৱস্থা চলিব নোৱাৰিলে। আমি ভাড়াৰ পইচা খুব কমেইহে পালো। কিন্তু কেৰেয়া সকলো লড়ীবে দিবই লাগিছিল। এই কামত কেইবা হাজাৰো টকা লোকচান হ'ল। ইয়াৰ কাৰণেই টকা ঘাটি পৰিব বুলি বেচি ভয় হৈছিল; কিন্তু শেষত হিচাপ কৰাত কিছু টকা বাহিহে হ'ল—ঘাটি নপৰিল।

## গয়া কংগ্ৰেছ (খ)

গয়াৰ কংগ্ৰেছ অধিবেশন বৰ গুৰুত্বপূৰ্ণ আছিল। আগৰে পৰাই কাউঞ্চিললৈ যোৱা প্ৰশ্ন চলি আছিল। সত্যাগ্ৰহ কমিটিৰ ৰিপ'ৰ্টেও হুলস্থূল লগাই থৈছিল। সেই বিষয়ে আলোচনা কৰিবৰ কাৰণে কংগ্ৰেছ অধিবেশনলৈ স্থগিত ৰখা হৈছিল। পণ্ডিত মতিলালজী, হাকীম আজমল খাঁ আৰু দেশবন্ধু দাস এই তিনিওজনৰ খাতাং মত যে যিহেতু সত্যাগ্ৰহ হ'ব নোৱাৰে গতিকে কাউঞ্চিললৈ যাবলৈ অনুমতি দিব লাগে। কিন্তু অধিকাংশ কংগ্ৰেছীলোকে গান্ধীজীয়ে দি যোৱা কাৰ্য্যসূচীত পৰিবৰ্ত্তন ঘটাব খোজা নাছিল যেন ধাৰণা হৈছিল। গতিকে প্ৰতি পক্ষৰ লোকে নিজৰ নিজৰ মত সমৰ্থন কৰা মানুহকেহে প্ৰতিনিধি বাচি পথাবৰ কাৰণে যথাসাধ্য চেষ্টা কৰিবলৈ ধৰিলে। এই কাৰণেই শ্ৰীজয়কাৰ আৰু শ্ৰীনটৰাজনৰ নিচিনা ব্যক্তিকো নিজৰ প্ৰদেশৰ পৰা প্ৰতিনিধি নিৰ্ব্বাচিত কৰিব নোৱাৰিলে। ই অৱশ্যে নিৰ্ব্বাচনত সচৰাচৰ নঘটা ধৰণৰ নাছিল। আমি জানো যে ইংলণ্ডত মিষ্টাৰ বালফোৰ কেইবাবছৰো প্ৰধান মন্ত্ৰী হৈ থকাৰ পিচতো নিৰ্ব্বাচনত সাধাৰণ মেম্বাৰো হ'ব নোৱাৰিলে। তেওঁ পাৰ্টি বেয়া ধৰণেৰে হৰাৰ কাৰণে পাৰ্টিৰ নেতাকো কিছু দিন পাৰ্লিয়ামেণ্টত দেখিবলৈ নাপাইছিল। আমাৰ ইয়াত এতিয়া এই কথা নতুন আছিল। সেই গতিকে এনে ব্যক্তি হৰাৰ কাৰণে কিছুমান মানুহে অন্তৰত দুখ পোৱাদি পালে। তেওঁলোকৰ ভিতৰৰ ময়ো এজন আছিলো।

যদিও জয়কাৰ কাউঞ্চিললৈ যোৱাৰ সমৰ্থক আছিল আৰু মই বিৰুদ্ধে আছিলো তথাপি মই ভাবিছিলোঁ যে বিৰুদ্ধ মতাৱলম্বী হোৱা স্বত্তেও এনে বিশিষ্ট ব্যক্তি কংগ্ৰেছলৈ নহা থিক নহব—কংগ্ৰেছে যিহকে স্থিৰ নকৰক লাগে এনে যোগ্য ব্যক্তিৰ মত তেওঁৰ নিজৰ মুখেৰে শুনি লোৱা কংগ্ৰেছৰ পক্ষে উচিত হ'ব। তেতিয়াৰ কংগ্ৰেছৰ নীতি অনসৰি যদি কোনো মানুহ কংগ্ৰেছৰ সভ্য হয় তেন্তে তেওঁক যি কোনো প্ৰদেশৰ যি কোনো ঠাইৰ পৰা প্ৰতিনিধি নিৰ্ব্বাচিত কৰিব পাৰে। সেইকাৰণে মই যত্ন কৰি শ্ৰীজয়কাৰ আৰু শ্ৰীনটৰাজনক বিহাৰৰ পৰা প্ৰতিনিধি নিৰ্ব্বাচিত কৰোৱালোঁ। ইয়াৰ খবৰ দুয়োজনকে দিয়া হ'ল। এই কথাত তেওঁলোকে বৰ সন্তোষ পালে। কংগ্ৰেছলৈ তেওঁলোক আহিছিলো।

এই সকু কথাটো ইমান বহলভাবে লিখাৰ উদ্দেশ্য এয়ে যে সেই সময়ত বাদ-বিবাদত লাগি কিছুমান মানুহে এইদৰে কৈছিল যে অপৰিবৰ্ত্তনবাদী সকলে অন্যায়ভাৱে গান্ধীজীৰ নাম লৈ কংগ্ৰেছৰ কাৰণে ভোট গোটালে। কিছুমানে আনকি ইমানদূৰ কলৈ যে দেশবন্ধু দাস পৰিবৰ্ত্তনবাদী হোৱাৰ কাৰণে সভাপতি হোৱা সত্বেও তেওঁক যেনে সন্মান দেখুৱাব লাগিছিল তেনে সন্মান দেখুউৱা হোৱা নাছিল—তেওঁৰ অভ্যৰ্থনা আৰু সেৱাতো ত্ৰুটী কৰা হৈছিল ; কিয়নো বিহাৰ গান্ধী-ভক্ত অপৰিবৰ্ত্তনবাদী সকলৰ প্ৰদেশ আছিল। এইবিলাক অন্তৰত দুখ দিয়া কথা আছিল। আমি যিমান পাৰোঁ সিমান সেৱা-সন্মানৰ ব্যৱস্থা কৰিছিলো। তেওঁৰ থকা ঠাইৰ ব্যৱস্থা কৰিবৰ কাৰণে শ্ৰীদীপনাৰায়ণ সিংহক ভাৰ দিয়া হৈছিল। তেওঁ অশেষ পৰিশ্ৰম আৰু উৎসাহেৰে সকলো কাম কৰিছিল। অৱশ্যে এই কথা ঠিক যে অসুস্থতাৰ কাৰণে মই যিমানদূৰ ঘূৰা-মেলা কৰিব লাগিছিল সিমানখিনি কৰিব পৰা নাছিলো ; কিন্তু বাকী সকলোৱে দিনে ৰাতিয়ে কাম কৰিলে। সভাপতি আৰু তেওঁৰ পাৰ্টিৰ সকলো ধৰণৰ সেৱা-শুশ্ৰূষা কৰা হৈছিল। কোনো ত্ৰুটী হোৱা নাছিল।

দেশবন্ধু দাসৰ অভিভাষণ খুব ডাঙৰ আৰু মহত্বপূৰ্ণ আছিল। কিন্তু অভিভাষণত কাউন্সিললৈ যোৱাত বহুত জোৰ দিয়া হৈছিল। বিষয়-বাছনি সভাত কাউন্সিললৈ যোৱা প্ৰস্তাৱ ডাঙি ধৰা হ'ল। সভাপতিয়ে ক'লে যে তেওঁ তেওঁৰ মত অভিভাষণত দিছে আৰু তেওঁৰ অভিভাষণ হৈ যোৱাৰ পিছতহে এই বিষয়ে আলোচনা কৰিব লাগে যাতে প্ৰতিনিধি সকলে তেওঁৰ মতামত জানি লবলৈ সুবিধা পায় আৰু তাৰ পিচত নিজৰ মতামত বিষয়-বাছনি সভাত ব্যক্ত কৰে। গতিকে আৰম্ভনিতে সভাপতিয়ে এই আলোচনাৰ কাৰণে অনুমতি নিদিলে। পিচত কেইবাদিনো আলোচনা চলিল আৰু দুয়ো পক্ষই এই আলোচনাত খুব অংশ গ্ৰহণ কৰিলে। বিষয়-বাছনি সভাৰ পৰা ৰাতিপুৱা বা ৰাতি আজৰি পালে প্ৰতিনিধি সকলৰ বেলেগ বেলেগ সভা হয় আৰু সেই সভাত প্ৰত্যেকে নিজৰ নিজৰ মতামত পুনৰ দৃঢ়তাৰে প্ৰকাশ কৰে। আলোচনা বৰ উত্তেজনাপূৰ্ণ হৈছিল।

বিষয়-বাছনি সভাই কাউন্সিললৈ যোৱা প্ৰশ্ন সংখ্যাগৰিষ্ঠ ভোটত নামঞ্জুৰ কৰিলে। গতিকে এই কথা মুকলি অধিবেশনত সংশোধিত ৰূপত ডাঙি ধৰা হ'ল। কংগ্ৰেছতো উত্তেজনাপূৰ্ণ আলোচনা কেইবাদিনো চলি থাকিল। কংগ্ৰেছৰ কাৰণে যি দিন ধাৰ্য্য কৰা হৈছিল তাতকৈ দুদিন কি

তিনিদিন সময় বেচি লাগিল। মহো মুকলি অধিবেশনত কাউঞ্চিললৈ যোৱা প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰিলো। আমাৰ মতৰ নেতা আছিল শ্ৰীৰাজাগোপালাচাৰী। তেৱেঁ। সেই সময়ত উদ্‌কাই বেমাৰত অসুস্থ আছিল; কিন্তু বিষয়-বাছনি সভাত আৰু মুকলি অধিবেশনত তেওঁ অদ্ভুত পৰিশ্ৰম কৰি চমৎকাৰভাৱে নিজ পক্ষ সমৰ্থন কৰিছিল। শ্ৰীশ্ৰীনিবাস আয়েঙ্গাৰে আপোচৰ কাৰণে এটা সংশোধনী প্ৰস্তাৱ ডাঙি ধৰিলে। সেই প্ৰস্তাৱ নামঞ্জুৰ হ'ল। শেষত যেতিয়া মূল প্ৰস্তাৱৰ ওপৰত ভোট লোৱা হ'ল তেতিয়া বহুত সংখ্যাগৰিষ্ঠ ভোটত কাউঞ্চিললৈ যোৱা প্ৰস্তাৱ নামঞ্জুৰ হ'ল। সম্ভৱত কাউঞ্চিললৈ যোৱাৰ সমৰ্থনত এক তৃতীয়াংশ আৰু বিপক্ষে দুই তৃতীয়াংশ প্ৰতিনিধিয়ে মত দিলে।

গয়া-কংগ্ৰেছ অথবা চিভিল-ডিচ্‌অবিডিয়েন্স-এনকোয়াৰি কমিটিয়ে (আইন অমান্য অনুসন্ধান কমিটি) কেৱল এটা বিষয়েই আলোচনা কৰা বা প্ৰস্তাৱ পাছ কৰা বুলি ভাবিলে ভুল হ'ব। কমিটিৰ ৰিপ'টত অসহযোগৰ সম্পূৰ্ণ কাৰ্য্যসূচী আলোচনা কৰা হৈছিল। ইয়াত সত্যাগ্ৰহ আৰু কৰ বন্ধৰ কথাও অন্তৰ্ভূক্ত আছিল। সকলো প্ৰস্তাৱিত বিষয়তে তেওঁলোকে মতামত দিছিল। কিন্তু সেই বিষয় বিলাকত সিমান মতভেদ নথকাৰ কাৰণে সেইবিলাক তল পৰি গ'ল। গয়া-কংগ্ৰেছেও সেই বিষয়বোৰৰ সম্পৰ্কে প্ৰস্তাৱ পাছ কৰিলে। চৰকাৰী স্কুল আৰু আদালত বৰ্জ্জন জাৰি ৰাখিলে। খাদী-প্ৰচাৰ আৰু স্বদেশী আন্দোলনৰ প্ৰচাৰত জোৰ দিয়া হ'ল। সকলো প্ৰকাৰৰ ইংৰাজী বস্তু বৰ্জন কৰিব লাগে আৰু এই অনুসৰি বৰ্জন কৰা বস্তুৰ এখন তালিকা তৈয়াৰ কৰিবলৈ আৰু বৰ্জনৰ উপায় নিৰ্দ্ধাৰণ কৰিবলৈ এখন কমিটি কৰিব লাগে—এনে ভিত্তিত এটা প্ৰস্তাৱ উত্থাপন কৰা হৈছিল। এই প্ৰস্তাৱ বিষয়-বাছনি সভাত পাছ হৈ গৈছিল; কিন্তু কংগ্ৰেছে বহুমতত এই প্ৰস্তাৱ নামঞ্জুৰ কৰিলে। কিয়নো এই প্ৰস্তাৱ অকাৰ্য্যকৰী বুলি কোৱা হৈছিল আৰু এই প্ৰস্তাৱৰ দ্বাৰা হিংসাত্মক বৃত্তি সমূহে মূৰ ডাঙি উঠাৰ ভয় আছিল।

আৰু এটা গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল। এই প্ৰস্তাৱৰ মতে প্ৰস্তাৱটো গ্ৰহণ হোৱাৰ পিছত বৃটিছ চৰকাৰে নিজে অথবা ভাৰতীয় ব্যৱস্থাপক সভাৰ মঞ্জুৰী মতে যি ধাৰ ল'ব স্বাধীন ভাৰত সেই ধাৰৰ কাৰণে দায়ী নহ'ব; কিয়নো বৃটিছ চৰকাৰে ইচ্ছামতে খৰচ কৰি ভাৰতৰ নামত টকা ধাৰে লয় আৰু ব্যৱস্থাপক সভা সমূহে ভাৰতৰ প্ৰতিনিধিত্ব নকৰে। এই প্ৰস্তাৱত সেইদিনাৰ আগটকে ধাৰ সমূহ স্বীকাৰ কৰি ল'লে।

এই প্ৰস্তাৱ সম্বন্ধেও মতভেদ আছিল ; কিন্তু যদিও এই বিষয়টো নতুন আছিল আৰু এই প্ৰস্তাৱ উপস্থিত হোৱাৰ পূৰ্ব্বে এই বিষয়ে দেশত কোনো আলোচনা হোৱা নাছিল তথাপি এই প্ৰস্তাৱো বহুমতত পাছ হ'ল ।

গয়া-কংগ্ৰেছে সত্যাগ্ৰহ তদন্ত কমিটিৰ ৰি'পৰ্ট সম্পৰ্কেও আৰু এটা প্ৰস্তাৱ পাছ কৰিলে যে নিজক ৰক্ষা কৰিবৰ কাৰণে আইনে দিয়া সকলো অধিকাৰ এজন ব্যক্তিৰ আছে—অৰ্থাৎ বৈধভাৱে হিংসাৰ পৰা নিজক ৰক্ষা কৰিবলৈ যিমানদূৰ উচিত বুলি স্বীকৃত কংগ্ৰেছেও তাক মঞ্জুৰ কৰে । দেশক সত্যাগ্ৰহৰ উদ্দেশ্যে প্ৰস্তুত কৰিবৰ কাৰণে পঁচিশ লাখ টকা আৰু পঞ্চাচ হাজাৰ স্বেচ্ছাসেৱক সংগ্ৰহ কৰিবলৈ আৰু এটা প্ৰস্তাৱ গয়া-কংগ্ৰেছত পাছ হ'ল । এইদৰে গয়া-কংগ্ৰেছত কেইবাটাও প্ৰস্তাৱ পাছ হ'ল । মই যিমানদূৰ জানো কংগ্ৰেছৰ ইমান দীঘলীয়া অধিবেশন ক'তো হোৱা নাই । কিন্তু কাউঞ্চিল সম্বন্ধীয় মতভেদৰ কাৰণে সকলো কথা গৌণ হৈ পৰিল ।

কংগ্ৰেছ-অধিবেশনৰ লগতে গয়াত খিলাফত কনফাৰেঞ্চ আৰু জমীয়ত উল্-উলেমাৰ অধিবেশনো বৰ সমাৰোহেৰে আৰু ধুমধামেৰে হ'ল । খিলাফত কমিটিয়েও কংগ্ৰেছ কমিটিৰ লগত এখন সত্যাগ্ৰহ তদন্ত কমিটি গঠন কৰিছিল । তেওঁলোকে গোটেই দেশ ভ্ৰমণ কৰি এটা ৰি'পৰ্ট দাখিল কৰিছিল । সেই কমিটিতো কংগ্ৰেছত থকা মতভেদই আছিল—বিশেষকৈ কাউঞ্চিল সম্পৰ্কে । এই দুয়োটা অনুষ্ঠানে কাউঞ্চিল বৰ্জ্জন জাৰি ৰাখিলে । কিন্তু সেই সময়ত খলিফা আৰু তুৰ্কীৰ অৱস্থাৰ বহুত পৰিবৰ্ত্তন হৈছিল । তুৰ্কীয়ে গ্ৰীচক পৰাজয় কৰি খুব সফলতা লাভ কৰিছিল । তেওঁলোকে তেওঁলোকৰ চুলতান খলিফাক সিংহাসনচ্যুত কৰিবলৈ সিদ্ধান্ত কৰে । এই সম্বন্ধে ভাৰতৰ মুছলমান সকলৰ মাজত খুব উত্তেজনাৰ সৃষ্টি হৈছিল । কিন্তু মই যিমানদূৰ বুজিব পাৰিছিলো তেওঁলোকে তুৰ্কীৰ এই কাৰ্য্যত সমৰ্থনেই জনাইছিল ; কিন্তু তেওঁলোকে আশা কৰিছিল যে যি চুলতান পৰৰ হাতত কাঠৰ পুতলা হৈ দেশৰ আৰু ইছলাম ধৰ্ম্মৰ অনিষ্ট সাধন কৰে তেওঁ পদচ্যুত হোৱাই উচিত আৰু তেওঁৰ ঠাইত নতুন এনে শক্তিশালী খলিফা বাছিব লাগে যি ইছলামৰ তীৰ্থ আৰু পবিত্ৰ স্থানবিলাক ৰক্ষা কৰিবলৈ ইচ্ছা কৰিব আৰু সেইবোৰ ৰক্ষা কৰাৰ শক্তি তেওঁৰ থাকিব । তুৰ্কীয়ে নিজৰ শক্তি প্ৰকাশ কৰি দিছিল আৰু ইয়াৰ পৰা ইয়াকে আশা কৰা হৈছিল যে নতুন খলিফাই নিজৰ কৰ্ত্তব্য ভালভাৱে পালন কৰিব । কিন্তু কিছুদিনৰ পিচত তুৰ্কীয়ে খলিফাৰ পদ দেশৰ পৰা তুলি দি তুৰ্ক-

প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিলে। তুৰ্ক-প্ৰজাতন্ত্ৰত দেশৰ প্ৰধান অধিকাৰীজন নিৰ্ব্বাচিত হ'ব আৰু সেই প্ৰথাই আজিলৈকে চলি আহিছে।

মুছলমানসকলৰ অন্য এটা কথা আৰব দেশৰ স্বাধীনতাৰ লগত জড়িত আছিল। আৰব আৰু তুৰ্কী দুয়োখন দেশেই ইছলামধৰ্ম্মী; কিন্তু দুয়ো একে জাতিৰ নহয়। তুৰ্কীয়ে আৰবত নিজৰ শাসন প্ৰতিষ্ঠা কৰিছিল। যিহেতু তেওঁলোকো মছলমান আছিল গতিকে অন্য মুছলমানে তেওঁলোকৰ চুলতানকেই খলিফা বুলি মানিছিল। জাৰ্ম্মান যুদ্ধত তুৰ্কীয়ে যেতিয়া জাৰ্ম্মানীৰ লগ হৈ যুঁজ কৰিলে তেতিয়া ইংৰাজসকলে তুৰ্কীৰ বিৰুদ্ধে আৰবসকলক উচতাই দিলে আৰু আৰবদেশৰ মানুহক তুৰ্কীৰ শাসনৰ পৰা মুক্ত কৰিলে। কিন্তু তেওঁলোক একেবাৰে স্বাধীন নহ'ল। মুচলমান" সকলে বিচাৰিছিল যে আৰব স্বাধীন হৈ থাকক কিন্তু সকলোৰে মত লৈ খলিফাৰ নিৰ্ব্বাচন হওক। এনে ন'হল। পিছত তুৰ্কীয়ে খলিফাৰ পদকে তুলি দিলে। আৰবক দেখা-শুনাৰ ভাৰ (mandate) ফ্ৰান্স আৰু ইংলেণ্ডে পালে। নামত কিছু ক্ষমতা তাৰ আমীৰৰ হাতত আছে যদিও তথাপি আৰব আজিলৈকে সম্পূৰ্ণভাৱে স্বাধীন হোৱা নাই।

এইবিলাক কাৰণতে কিছুদিনৰ পিচত ভাৰতত খিলাফত আন্দোলন চেচা পৰি গ'ল। যদিও খিলাফত কমিটি বহুত দিনলৈকে থাকিল তথাপি সি কেৱল নামতহে থাকিল। গয়াত হব লগা অধিবেশনৰ সময়লৈকে এই সকলো কথা এনেদৰে স্পষ্ট হোৱা নাছিল সেইকাৰণে বৰ উৎসাহ উদ্দীপনাৰ মাজেৰে খিলাফত কনফাৰেঞ্চ হ'ল আৰু তেওঁলোকে কংগ্ৰেছৰ লগত সহযোগিতা কৰিলে। তেওঁলোকে কংগ্ৰেছতকৈও বেছি উৎসাহ আৰু উদ্দীপনা দেখুৱাইছিল বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। ইয়াৰ বিশেষ কাৰণ আছিল সেই সময়ত তুৰ্কীৰ প্ৰতি থকা বৃটিছ চৰকাৰৰ মনোভাৱ আৰু তেওঁলোকৰ কাৰ্য।

## ৪৯। স্বৰাজ পাৰ্টিৰ জন্ম

প্ৰথমৰ পৰাই দুয়োটা পাৰ্টিৰ (পৰিৱৰ্ত্তনবাদী আৰু অপৰিৱৰ্ত্তনবাদী) ভিতৰত যথেষ্ট মতদ্বৈধ হৈছিল। কংগ্ৰেছৰ অধিবেশন শেষ হোৱাৰ লগে লগে দেশবন্ধু দাসে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাপতিৰ পদ ইস্তফা দিলে। যিসকলে কাউন্সিললৈ যোৱা সমৰ্থন কৰিছিল তেওঁলোক লগ লাগি স্বৰাজ পাৰ্টি স্থাপন কৰাৰ কথা ঘোষণা কৰিলে। তেওঁলোকৰ ভিতৰত মুখ্য নেতা আছিল দেশবন্ধু দাস, পণ্ডিত মতিলাল নেহৰু, হাকীম চাহাব, শ্ৰীবিঠ্ঠলভাই পেটেল, শ্ৰীকেলকাৰ আদি। দেশবন্ধু দাস সেইদলৰ মুখ্য নেতা আৰু পণ্ডিত মতিলাল নেহৰু সম্পাদক হ'ল। অপৰিৱৰ্ত্তনবাদী যিসকল আছিল তেওঁলোকে দেশবন্ধু দাস সভাপতি হৈ থকা খুব ইচ্ছা কৰিছিল। কিন্তু তেওঁ এই কথাত মান্তি নহ'ল। তেওঁ কৈছিল যে যেহেতু তেওঁক সৰহভাগে সমৰ্থন কৰা নাছিল গতিকে তেওঁ সভাপতি হৈ থাকব নোৱাৰে—তেওঁ স্বৰাজ পাৰ্টিৰ দ্বাৰা কংগ্ৰেছৰ সৰহভাগ লোকক তেওঁৰ পক্ষলৈ আনিবলৈ চেষ্টা কৰিব সেই কাৰণে তেওঁ সভাপতি হৈ থকা উচিত নহ'ব আৰু তেওঁৰ কামতো বাধা পাৰিব।

যিখন ৱৰ্কিং কমিটি কৰা হ'ল তাতো অধিকাংশ অপৰিৱৰ্ত্তনবাদী লোক আছিল। মই প্ৰধান সম্পাদক নিৰ্ব্বাচিত হৈছিলোঁ। এইটো মোৰ কাৰণে বৰ গুৰুভাৰ আছিল। কিন্তু সেই ভাৰ লবলৈ বাধ্য হৈছিলোঁ; কিয়নো আমি সকলোৱে সভাপতিৰ মত সৰ্ব্বসম্মতিক্ৰমে মনা নাছিলোঁ আৰু গণতন্ত্ৰৰ নিয়ম অনুসৰি আমি এতিয়া ৱৰ্কিং কমিটি চলোৱাৰ ভাৰ গ্ৰহণ কৰিব লগা হ'ল। যিয়েই নহওক, গয়াত দেশবন্ধু দাসৰ ইস্তফা গ্ৰহণ কৰা নহ'ল। সেইবিষয়ে পুনৰ বিবেচনা কৰিবৰ কাৰণে তেওঁক অনুৰোধ কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল; কিন্তু তেওঁ স্পষ্টভাৱে কৈ দিলে যে পুনৰ বিবেচনা কৰিবলৈ তেওঁ প্ৰস্তুত হয়।

নতুন কাউন্সিলৰ নিৰ্ব্বাচন ১৯২৩ চনৰ নবেম্বৰ মাহত হ'বলগীয় আছিল। গতিকে স্বৰাজ পাৰ্টিয়ে সিদ্ধান্ত গ্ৰহণ কৰিলে যে তাৰ আগতেই কংগ্ৰেছৰ সংখ্যাগৰিষ্ঠ মত লাভ কৰি তাৰ পিচত কংগ্ৰেছৰ তৰফৰ পৰা নিৰ্ব্বাচনত নামিবলৈ স্থিৰ কৰা উচিত। আমি যিবোৰ

অপৰিবৰ্ত্তনবাদী আছিলোঁহঁক আমাৰ মতেৰে কংগ্ৰেছে এই কথা মীমাংসা কৰিলে আৰু এতিয়া কেৱল ৰচনাত্মক কাৰ্য্যৰ ওপৰতেইহে জোৰ দিব লাগে। কিন্তু এনে হোৱা যেন অনুমান হোৱা নাছিল; কিয়নো কাউঞ্চিললৈ যোৱা সম্বন্ধে বাদ-বিবাদ চলি থাকিল। নিখিল ভাৰত কমিটিৰ যি বৈঠক হ'ল তাত এইটো স্থিৰ কৰা হ'ল যে ৰচনাত্মক কামত জোৰ দিয়া হওক, কংগ্ৰেছৰ নিয়ম অনুসৰি সত্যাগ্ৰহৰ কাৰণে পঁচিশ লাখ টকা সংগ্ৰহ কৰা হওক, আৰু সত্যাগ্ৰহ আৰম্ভ কৰিব পৰাকৈ পঁচিশ হাজাৰ স্বেচ্ছাসেৱকো ভৰ্ত্তি কৰা হওক। কিন্তু এই কাম ক'ত শান্তিৰে হ'ব। কংগ্ৰেছ অধিবেশনৰ পিচতেই জেলৰ পৰা কেইবাজনো প্ৰধান নেতাই মুক্তিলাভ কৰিছিল আৰু তেওঁলোকৰ ভিতৰত মৌলানা আবুল কালাম আজাদো আছিল। বিহাৰৰ নেতা সকলৰ ভিতৰত মৌলানা মহম্মদ শফী আৰু শ্ৰীকৃষ্ণ সিংহও এই সময়তে জেলৰ পৰা ওলাইছিল। মৌলানা আজাদ জেলৰ পৰা ওলায়েই কেনেকৈ দুয়োটা দলৰ মাজত যি কোনো উপায়েৰে আপোচ কৰিব পৰা যায় সেই কথাত লাগি গ'ল। গয়া কংগ্ৰেছৰ পিচত তেওঁ ৱৰ্কিং কমিটিৰ সভ্য নিৰ্ব্বাচিত হৈছিল। তেওঁ ৱৰ্কিং কমিটিত আপোচৰ কথা তুলিলে। ৱৰ্কিং কমিটিয়ে সেই কথা মঞ্জুৰ কৰিলে। স্বৰাজ পাৰ্টিৰ সকলো নেতাৰ লগত তেওঁ এতিয়াও সম্পূৰ্ণভাবে কথা হ'ব পৰা নাছিল; কিন্তু তেওঁ যিমানদূৰ জানিছিল স্বৰাজ পাৰ্টিৰ মানুহবো সেই কথাত মত আছিল। সেই কাৰণে ফেব্ৰুৱাৰী মাহৰ শেষৰ সপ্তাহত প্ৰয়াগত ৱৰ্কিং কমিটি আৰু নিখিল ভাৰত কমিটিৰ বৈঠক পাতি এই কথা বিবেচনা কৰিবলৈ স্থিৰ কৰিলে। মৌলানা চাহাবে যেহেতু এই আপোচ কৰাব খুজিছিল সেই কাৰণে তেওঁ ৱৰ্কিং কমিটিৰ পৰা আঁতৰ হৈ গ'ল যাতে নিৰপেক্ষভাবে এই কাম কৰিব পাৰে।

ফেব্ৰুৱাৰীৰ শেষত প্ৰয়াগত সভা হ'ল। দেশবন্ধু দাসে সভাপতিৰ আসন গ্ৰহণ কৰিলে। সেই সভাত আপোচৰ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল। এই প্ৰস্তাৱৰ চৰ্ত্তবিলাকে আছিল—(১) কাউঞ্চিল সম্বন্ধীয় প্ৰচাৰ ৩০ এপ্ৰিললৈকে বন্ধ থাকিব; (২) দুয়ো দলে নিজ নিজ কাৰ্যসূচীৰ অন্যান্য কাম কৰি থাকিব আৰু এদলে আনদলৰ কামত বাধা নিদিব; (৩) অপৰিবৰ্ত্তনবাদীসকলে গয়া-কংগ্ৰেছৰ সিদ্ধান্ত মতে সত্যাগ্ৰহৰ কাৰণে টকা আৰু স্বেচ্ছাসেৱক গোটাব; (৪) পৰিবৰ্ত্তনবাদীসকলৰ লগত ৰচনাত্মক কাম আৰু অন্যান্য যি কাম দুয়ো দলে মানি লৈছিল তেনে কামত

টকা সংগ্ৰহ কৰা আৰু কৰ্ম্মী গোটোৱাত সহায় কৰিব ; (৫) ৩০ এপ্ৰিলৰ পিছত পুনৰ দুয়ো দলে যেনে উচিত ভাবে, নিজ নিজ মতে কাম কৰিব।

এই সিদ্ধান্ত অনুসৰি মই শ্ৰীৰাজাগোপালাচাৰীৰ লগত বিভিন্ন প্ৰদেশ ভ্ৰমণ কৰিলো। ইয়াৰ আগ্ৰতে মই কেৱল নিজ প্ৰদেশতেহে ঘূৰিছিলো। অন্যান্য প্ৰদেশৰ বিশেষ জ্ঞান নাছিল। এই ভ্ৰমণৰ ফলত বহুত ঠাইলৈ যোৱাৰ আৰু তাৰ কৰ্ম্মীসকলৰ লগত বিশেষভাৱে পৰিচয় হোৱাৰ সুবিধা পাইছিলো। টকাও সংগ্ৰহ কৰা হ'ল। ৰচনাত্মক কামৰ ওপৰত বিশেষ জোৰ দিয়া হ'ল। ৰাজাজীয়েই বক্তৃতা দিছিল। ৰাজাজীৰ নিচিনা চতুৰ, প্ৰতিভাশালী আৰু ভাল বক্তা কমেইহে আছে। তেওঁ বক্তৃতাত হুলস্থূল নলগাইছিল আৰু হাত ভৰিও নোজোকাৰিছিল। তেওঁ লাহে লাহে কোমল ভাষাত নিজৰ যুক্তি ৰাইজৰ আগত ডাঙি ধৰিছিল আৰু তেওঁলোকক মুহি পেলাইছিল। মই ভাবিলোঁ যে এওঁৰ পিছত মই আৰু কি বক্তৃতা দিম, মনে মনে থকাই ভাল হ'ব। মোৰ বক্তৃতাই তেওঁৰ বক্তৃতাৰ প্ৰভাৱ কম কৰিলেহেঁতেন কিন্তু মানুহে ময়ো কেই আষাৰ মান কোৱাটো বিচাৰে। ইয়াৰ পৰা ৰক্ষা পাবলৈ এটা ভাল উপায়ো ওলাল। ৰাজাজীয়ে ইংৰাজীতেইহে বক্তৃতা দিছিল কিয়নো তেওঁ হিন্দী ক'ব নোৱাৰিছিল। মই তেওঁৰ বক্তৃতা অনুবাদ কৰাৰ ভাৰ ললো। এনে নকৰা হ'লে প্ৰত্যেক সভাতে অনুবাদকাৰী বিচাৰিব লাগিলহেঁতেন আৰু সেই অনুবাদকাৰীয়ে ঠিকমতে অনুবাদ কৰিলহেঁতেন নে নাই ক'ব নোৱাৰি। মই তেওঁৰ ভাবধাৰাৰ লগত বিশেষভাৱে পৰিচিত হৈছিলো। তেওঁ কোৱাৰ ধৰণো ভালদৰে বুজিব পাৰিছিলো সেইকাৰণে একেটা কামত দুটা উদ্দেশ্য সিদ্ধি হৈছিল—তেওঁৰ বক্তৃতাৰ অনুবাদ আৰু মই বক্তৃতা দিয়াৰ পৰা ৰেহাই পোৱা। তেওঁ এটা বাক্য কয় আৰু মই তাৰ অনুবাদ কৰোঁ। এইদৰে মোৰ কামৰো সুবিধা হৈছিল আৰু মানুহে সকলো কথা ঠিকমতে বুজি পাইছিল। যিবোৰ সভাত হিন্দীৰ অনুবাদ আৱশ্যক হৈছিল প্ৰায় সেই সকলো সভাতে মই ইয়াকে কৰিছিলোঁ। অনুবাদ কৰা কামটো কঠিন—বিশেষকৈ কোনো এজন বক্তাই অনৰ্গল কৈ যাওঁতে লগে লগে অনুবাদ কৰা। কিন্তু মই এই কামত পাৰ্গত হৈ পৰিলো। মই কলিকতা হাইক'ৰ্টত দেখিছিলো যে এজন অনুবাদকাৰীয়ে সাক্ষীৰ বক্তব্যত বেৰিষ্টাৰৰ প্ৰশ্নৰ আৰু সাক্ষীৰ এনে চমৎকাৰপূৰ্ণ অনুবাদ কৰিছিল যে কেৱল শব্দাৰ্থই নহয় প্ৰশ্ন সোধাৰ ধৰণো অনবাদত প্ৰকাশ কৰিছিল।

কেইবাবছৰো পিছত মই যেতিয়া যুদ্ধ বিৰোধী এখন আন্তঃৰাষ্ট্ৰীয় কনফাৰেঞ্চলৈ গৈছিলো তাতো এজন সুন্দৰ অনুবাদকাৰী দেখিবলৈ পাইছিলো। তেওঁ জাৰ্ম্মান আছিল। তেতিয়া তেওঁৰ বয়স ২৪।২৫ বছৰতকৈ বেছি নাছিল। কিন্তু তেওঁ ইংৰাজী, ফ্ৰেন্স, জাৰ্ম্মান আৰু এস্পৰেণ্টো খুব ভালকৈ জানিছিল। যেতিয়া কোনো বক্তাই এই চাৰিটাৰ যি কোনো এটা ভাষাতে বক্তৃতা দিছিল তেতিয়া তেওঁ লগে লগে আশু লিপিত (Short-hand) গোটেই বক্তৃতাটো লিখি যায়। যেতিয়াই বক্তৃতা শেষ হয় তেওঁ থিয় হয় আৰু শীঘ্ৰলিপিৰ দ্বাৰা লিখা কাগজ নিজৰ হাতত লৈ অন্য তিনিটা ভাষালৈ অনুবাদ কৰি দিয়ে। মই ইংৰাজীৰ বাহিৰে বাকী তিনিটা ভাষা নাজানিছিলো কাৰণে অনুবাদ কিমানদূৰ ঠিকমতে কৰিছিল ক'ব নোৱাৰোঁ। কিন্তু যিদৰে তেওঁ শুদ্ধ ইংৰাজীত অনুবাদ কৰিছিল তাৰ পৰাই মই অনুমান কৰিছিলো যে অন্য ভাষাতো তেওঁ শুদ্ধ ভাবেই অনুবাদ কৰিছিল। আৰু শুদ্ধ নহ'বৰ কোনো কাৰণ থাকিব নোৱাৰে। তেওঁৰ লগত পৰিচয় হোৱাৰ পিছত সুধি জানিব পাৰিলো যে তেওঁ সংস্কৃতো জানে আৰু সেই সময়ত কোনো এখন সংস্কৃত গ্ৰন্থ জাৰ্ম্মান ভাষালৈ অনুবাদ কৰি আছিল। মই ইয়াৰ অনুবাদ দেখি তবধ মানিলো।

সেই ভ্ৰমণৰ পৰা ৰচনাত্মক কাৰ্য্যৰ প্ৰতি মানুহৰ কিছু অভিৰুচি জন্মিছিল, কিন্তু কাম বিশেষ আগ নাবাঢ়িল। দুমাহ তিনি মাহতো তাৰ ফলাফল একো দেখিবলৈ পোৱা নগৈছিল। টকাও প্ৰায় তেৰ লাখহে গোট খালে, পঁচিশ লাখ নহ'ল। স্বৰাজ পাৰ্টি'য়ে সুবিধা পালে। তেওঁলোকে আমাৰ পৰাজয় হোৱাৰ কথা তুলিলে—পাৰ্টি'ৰ কাৰ্য্যসূচী মনাবলৈও যত্ন কৰিলে।

## ৫০। স্বৰাজ পাৰ্টিৰ লগত আপোচৰ নিষ্ফল চেষ্টা

মই উপৰোক্ত ভ্ৰমণত ব্যস্ত থাকোঁতে ইফালে হিন্দু-মুছলমানৰ কাজিয়া বাঢ়ি গৈছিল। মুলতানৰ কথা আগতে আলোচনা কৰিছোঁ। তাত এতিয়াও কিছু মনোমালিন্য চলিয়েই আছিল। গতিকে মৌলানা

চাহাব জেলৰ পৰা মুক্তি লাভ কৰি যিখন ৱৰ্কিং কমিটিত যোগ দিছিলহি তাতে তেওঁ মালৱীয়জীৰ লগত মুলতানলৈ গৈ তাৰ কাজিয়া দূৰ কৰিবলৈ যত্ন কৰাৰ এটা সিদ্ধান্ত লোৱা হ'ল। ক্ষতিগ্ৰস্ত লোকসকলৰ সহায়ৰ কাৰণে কংগ্ৰেছৰ পৰা দহ হাজাৰ টকাও মঞ্জুৰ কৰা হৈছিল। কিন্তু এতিয়া এই কাজিয়া কেৱল মুলতানতেই আৱদ্ধ নাছিল। অমৃতসৰতো অৱস্থা বেয়া হ'ল। মই ভ্ৰমণ কৰোঁতে পঞ্জাবৰ কেইবা ঠাইলেও গৈছিলোঁ। দেশবন্ধু দাস, পণ্ডিত মতিলাল নেহৰু আৰু হাকীম আজমল খাঁই যত্ন কৰিয়েই থাকিল। তেওঁলোকে ডাক্তৰ আন্সাৰী আদিক লগ ধৰি হিন্দু মুছলমানৰ কিবা এটা আপোচ হওক আৰু তাৰ দ্বাৰা গোটেই দেশত অশান্ত পৰিস্থিতি শাম কটাৰ উপায় চিন্তিবলৈ ধৰিলে। কিন্তু তেওঁলোক এই কাৰ্য্যত কৃতকাৰ্য্য নহ'ল।

পঞ্জাব ভ্ৰমণ কৰোঁতে দেশবন্ধু দাসৰ লগত মোৰ আৰু ৰাজাজীৰ দেখা-সাক্ষাৎ হয়। তাত দেশবন্ধু দাসে স্থায়ী আপোচ এটাৰ কাৰণে এইদৰে প্ৰস্তাৱ আগবঢ়ালে যে কংগ্ৰেছৰ কাম কেইবাভাগতো ভগোৱা হওক আৰু বিভিন্ন বিভাগত বিশেষ ৰুচি থকা একোজন ব্যক্তিক প্ৰতি বিভাগৰে ভাৰ দিয়া হওক—যেনে ৰাষ্ট্ৰীয় শিক্ষা, খাদী প্ৰচাৰ, কাউঞ্চিল বিভাগ, বিদেশত প্ৰচাৰ, মজদুৰ-সংগঠন, অচ্যুতোদ্ধাৰ, সত্যাগ্ৰহ আদি। এই কামৰ কাৰণে পাঁচ ছয় কোটী টকা সংগ্ৰহ কৰিব লাগে।

পঞ্জাবৰ পৰা আমি পুণালৈ ভ্ৰমণাৰ্থে গলো। তাত ৱৰ্কিং কমিটিৰ বৈঠক হ'ল। ৱৰ্কিং কমিটিয়ে এই প্ৰস্তাৱ অকাৰ্য্যকৰী বুলি বিবেচনা কৰিলে আৰু নামঞ্জুৰ কৰিলে। সেই সময়তে দেশবন্ধু দাস আদিৰ পৰা টেলিগ্ৰাম আহিল যে পঞ্জাবৰ পৰিস্থিতি সম্বন্ধে আলোচনা কৰিবলৈ প্ৰয়াগত অনতিপলমে ৱৰ্কিং কমিটিৰ বৈঠক হওক। ৩০ এপ্ৰিল তাৰিখলৈকে আমি কাৰ্য্যসূচী ঠিক কৰি লৈছিলো। সেইকাৰণে সেই কাম স্থগিত ৰাখি ৱৰ্কিং কমিটিৰ বৈঠক ইমান সোনকালে কৰা সম্ভৱ নহ'ল। কিন্তু ৰাজাজীক তালৈ পঠোৱা হ'ল যে তেওঁ যি উচিত বুলিভাৱে তাকে কৰক আৰু যদি আৱশ্যক বুলি ভাবে তেন্তে ৱৰ্কিং কমিটিৰ বৈঠকো পাতক। ৰাজাজী তালৈ গ'ল। দেশবন্ধু দাস আদিৰ লগত তেওঁৰ কথা হ'ল। কিন্তু কথা-বতৰা সম্পূৰ্ণ হ'বলৈ নাপালে; গতিকে কিছু কথা দিল্লীত হাকীম আজমলখাঁৰ লগত হ'ল। এইদৰে যিমান আলোচনা হ'ল তাৰ নোট তৈয়াৰ কৰি ৰাজাজীয়ে হাকীম আজমল খাঁৰ হাতত দিলে যাতে তেওঁ দেশবন্ধু

দাস আৰু পণ্ডিত মতিলাল নেহেৰুৰ ৰায় লয়। ৰাজাজীয়ে সেই নোটৰ এটা নকল লৈ বোম্বাইত ৱৰ্কিং কমিটিৰ অন্যান্য সভ্যসকলক নিজে লগ পাবলৈ গ'ল। এই প্ৰস্তাৱ পণ্ডিত মতিলালজী, চৰ্দাৰ বল্লভভাই আৰু শেঠ যমুনালালজী কাৰো মনঃপুত নহ'ল। কিন্তু এই সম্বন্ধে এনে কিছুমান বক্তব্য প্ৰকাশ হ'ল আৰু এনে প্ৰচাৰ কৰা হ'ল যেন অপৰিবৰ্ত্তনবাদী সকলেইহে ইয়াক নামঞ্জুৰ কৰিলে। অপৰিবৰ্ত্তনবাদী সকলৰ ভিতৰৰ শ্ৰীমতী সৰোজিনী নাইডুৱেও এই কাৰণেই অপৰিবৰ্ত্তনবাদী সকলক অলপ বেয়া পালে। সেই সময়ৰ বাতৰি কাকতেও চোকা মন্তব্য প্ৰকাশ কৰিলে। পণ্ডিত মতিলালজীয়ে স্বৰাজ পাৰ্টিৰ হৈ প্ৰচাৰৰ কাম আৰম্ভ কৰি দিলে। আপোচ সম্বন্ধে আলোচনা কৰিবলৈ মে' মাহৰ শেষত হ'বলগীয়া নিখিল ভাৰত কমিটিলৈ তেওঁ নিজে নোযোৱাৰ কথা ঘোষণাও কৰিলে আৰু তেওঁৰ অনুগামীসকলকো যাবলৈ নিষেধ কৰিলে।

দেশত আপোচৰ এই কাজিয়াৰ কাৰণে মানহ অসন্তুষ্ট হৈছিল। কেইবাখনো প্ৰাদেশিক কমিটিয়ে ৰায় দিছিল যে কোনো এটা আপোচ হোৱা ভাল হ'ব। অপৰিবৰ্ত্তনবাদী সকলৰ ভিতৰত ডাক্তৰ আন্সাৰী আৰু শ্ৰীমতী সৰোজিনী নাইডু আপোচৰ পক্ষপাতী আছিল। গয়া-কংগ্ৰেছৰ সময়ত জেলত থকা কিন্তু এতিয়া মুক্তি লাভ কৰা পণ্ডিত জৱাহৰলাল নেহেৰুৱে আপোচ বিচাৰিছিল। সেইকাৰণে আপোচৰ অনুকূল এক বাতাবৰণৰ সৃষ্টি হৈ পৰিল। পিচত স্বৰাজ-পাৰ্টিৰ মানুহেও দিল্লীত বহিব লগা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠকত যোগ দিয়াৰ মত প্ৰকাশ কৰিলে আৰু যোগ দিলেও। এই বৈঠক মে' মাহৰ শেষত হৈছিল। ৱৰ্কিং কমিটিয়ে প্ৰস্তাৱ ডাঙি ধৰিলে যে যদি স্বৰাজ পাৰ্টিয়ে কংগ্ৰেছৰ সিদ্ধান্ত মানি লবলৈ প্ৰস্তুত তেন্তে কংগ্ৰেছৰ বিশেষ অধিবেশন পতা হওক। সভাৰ সভাপতি দেশবন্ধু দাসে ক'লে যে তেওঁলোকে এইকথা প্ৰতিশ্ৰুতি দিব নোৱাৰে যে স্বৰাজ পাৰ্টিয়ে বিশেষ অধিবেশনৰ সিদ্ধান্ত অনুসৰি কাম কৰিব। এই কথাত ৱৰ্কিং কমিটিয়ে নিজৰ প্ৰস্তাৱ তুলি ল'লে। উপস্থিত সভ্যসকলৰ ফালৰ পৰা কেইবাটাও প্ৰস্তাৱ ডাঙি ধৰা হ'ল ; তাৰে এটা প্ৰস্তাৱৰ প্ৰস্তাৱক আৰু সমৰ্থক আছিল যথাক্ৰমে শ্ৰীপুৰুষোত্তমদাস টেণ্ডন আৰু পণ্ডিত জৱাহৰলালজী। এই প্ৰস্তাৱৰ উদ্দেশ্য আছিল যে যিহেতু দেশত এনে লোকো আছে যি কাউন্সিলৰ নিৰ্ব্বাচনত ভাগ ল'ব খোজে সেইকাৰণে নিজৰ ভিতৰৰ কাজিয়াৰ ওৰ

পেলাবৰ কাৰণে গয়া কংগ্ৰেছৰ আদেশ অনুসৰি নিৰ্ব্বাচনৰ বিৰুদ্ধে প্ৰচাৰ কৰা নহওক। কোনো কোনোৱে এই প্ৰস্তাৱ তুলিলে যে গয়া কংগ্ৰেছৰ সিদ্ধান্তৰ বিৰোধী কাৰণে এই প্ৰস্তাৱ অবৈধ (out of order)। কিন্তু দেশবন্ধু দাসে এই আপত্তি নামানিলে আৰু এই প্ৰস্তাৱ বৈধ বুলি ঘোষণা কৰিলে। এই প্ৰস্তাৱ অলপ সংখ্যাগৰিষ্ঠতাত গৃহীত হ'ল। আমি যি সকল গয়াত ৱৰ্কিং কমিটিৰ সভ্য নিৰ্ব্বাচিত হৈছিলোঁ আমাৰ পদ ইস্তফা দি আঁতৰি পৰিলো। দেশবন্ধু দাসৰ ৰায় মতে এখন নতুন ৱৰ্কিং কমিটি নিৰ্ব্বাচিত কৰা হ'ল। এই কমিটিত এনে লোক আছিল যে উগ্ৰ অপৰিবৰ্ত্তনবাদীও নহয় অথবা উগ্ৰ পৰিবৰ্ত্তনবাদীও নহয়; পণ্ডিত জৱাহৰলালজী সম্পাদক নিৰ্ব্বাচিত হ'ল।

ৰাজাজী এই প্ৰস্তাৱত যথেষ্ট অসন্তুষ্ট হৈছিল। তেওঁৰ মতে কংগ্ৰেছে এইদৰে আত্মহত্যা কৰিব। কংগ্ৰেছে হয়তো কাউন্সিললৈ যাবৰ কাৰণে পোনপটীয়া অনুমতি দিব লাগে আৰু নিৰ্ব্বাচনৰ কাৰণে যুঁজিব লাগে নহলে নিৰ্ব্বাচন বৰ্জ্জন কৰিব লাগে। নিখিল ভাৰত কমিটিয়ে এই দুয়োটাৰ কোনো এটাও কৰা নাছিল। তেওঁলোকে স্বৰাজ পাৰ্টিক প্ৰচাৰৰ ক্ষমতা দিছে; নিৰ্ব্বাচিত হ'বলৈ সুবিধা দিছে, তাৰ ওপৰত কংগ্ৰেছে কোনো প্ৰকাৰৰ নিয়ন্ত্ৰণো নাৰাখে আৰু আনহাতে নিৰ্ব্বাচনৰ বিৰুদ্ধে বিৰোধীসকলৰ মাত মতাও বন্ধ কৰি দিছে। সেইকাৰণে এই প্ৰস্তাৱ মানিব নোৱাৰি বিশেষকৈ গয়া-কংগ্ৰেছে যেতিয়া কাউন্সিল বিৰোধী প্ৰচাৰৰ আদেশ দিছে। সৰহভাগ বাতৰিকাকতেই কাউন্সিলৰ পক্ষত আছিল তাত কোনো সন্দেহ নাই। কংগ্ৰেছৰো বহুত মানুহ এই আলোচনাৰ দ্বাৰা অতিষ্ঠ হৈ পৰিছিল। বহুতে এই আপোচ ভাল পাইছিল। নতুন ৱৰ্কিং কমিটিয়ে ঘোষণা কৰিলে যে কাউন্সিল বৰ্জ্জন কৰা গয়া-কংগ্ৰেছৰ প্ৰস্তাৱ বাহাল আছে কেৱল তাৰ প্ৰচাৰহে এই প্ৰস্তাৱৰ দ্বাৰা বন্ধ কৰা হৈছে। এই ৰায় আমি বিহাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ পৰাও দিছিলো। কিন্তু অন্য প্ৰদেশৰ কেইবাখনো কমিটিয়ে ইয়াৰ বিৰোধী প্ৰস্তাৱ গ্ৰহণ কৰিলে। তেওঁলোকে এই প্ৰস্তাৱ গয়া-কংগ্ৰেছ সিদ্ধান্তৰ বিৰোধী বুলি ভাবি গ্ৰহণ নকৰিলে।

বোম্বাইৰ সেই বৈঠকৰ পিচত দেশত এই সম্বন্ধে পুনৰ তীব্ৰ বাদানুবাদ হ'বলৈ ধৰিলে। যি বাদ-বিবাদ বন্ধ কৰিবলৈ বোম্বাইৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল সেই বাদ-বিবাদ আগৰদৰেই চলি থাকিল। দেশবন্ধু দাস বোম্বাইৰ পৰা মাদ্ৰাজ ভ্ৰমণ কৰিবলৈ গ'ল। কেইবা ঠাইতো তেওঁ খুব তিক্ত আৰু

উত্তেজনাপূৰ্ণ বক্তৃতা দিলে। তেওঁৰ এটা বক্তৃতাত লৰ্ড ৰিডিঙৰ লগত হোৱা আপোচ আলোচনাৰ কথা উনুকিয়াই ক'লে যে সেই সময়ৰ সত্যাগ্ৰহৰ কাৰণে চৰকাৰে সেও মানি আপোচ কৰিব খুজিছিল যোলৈ চৰ্ত্ত পঠিয়াইছিল আৰু মই "হেড কোৱাৰ্টাৰচ"লৈ অৰ্থাৎ গান্ধীজীৰ ওচৰলৈ পঠিয়াই দিছিলো; কিন্তু তেওঁ সকলো কথা পণ্ড কৰি দি এতিয়া আমাক কেৱল সূতা কাটিবলৈ কয়। এই বিষয়টো লৈ আকৌ আগৰ কথা উঠিল। শ্ৰীকৃষ্ণ দাসে সেই সময়ৰ গান্ধীজী, পণ্ডিত মালৱীয়জী আৰু পণ্ডিত মতিলালজীৰ মাজত আদান-প্ৰদান হোৱা টেলিগ্ৰামবোৰ প্ৰকাশ কৰি দিলে। এই আপোচ আলোচনাত ভাগ লোৱা পণ্ডিত শ্যামসুন্দৰ চক্ৰৱৰ্ত্তী, পণ্ডিত মালৱীয়জী আৰু মৌলানা আজাদে নিজ নিজ মন্তব্য বাতৰি কাকতত প্ৰকাশ কৰিলে।

গোটেই দেশতে নতুনকৈ কটু বাদ-বিবাদ আৰম্ভ হ'ল। ফলত ৱৰ্কিং কমিটিৰ কেইজনমান সদস্যই পুনৰ নিখিল ভাৰত কমিটিৰ বৈঠক পাতিবলৈ বাধ্য কৰালে। নাগপুৰত জুন মাহৰ শেষত এক বৈঠক হ'ল। তাত কংগ্ৰেছৰ এক বিশেষ অধিবেশন পাতিবলৈ স্থিৰ কৰা হ'ল যাতে কাউন্সিললৈ যোৱাৰ প্ৰশ্নৰ এটা খাটাং সিদ্ধান্ত ল'ব পৰা হয়। তাত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ তৰফৰ পৰা এটা প্ৰস্তাৱ ডাঙি ধৰা হল। যিটোৰ উদ্দেশ্য আছিল যে যি কমিটি সমূহে বোম্বাইত বহা নিখিল ভাৰত কমিটিৰ সিদ্ধান্তৰ বিৰুদ্ধে মত দিছিল আৰু কংগ্ৰেছৰ শৃঙ্খলা ভঙ্গ কৰিছিল তেওঁলোকৰ ওপৰত শৃঙ্খলা ভঙ্গৰ ব্যৱস্থা লোৱা হওক। এই কমিটি সমূহৰ ভিতৰত তামিলনাদ কমিটি অগ্ৰগণ্য আছিল আৰু এই প্ৰস্তাৱৰ লক্ষ্য আছিল বিশেষকৈ শ্ৰীৰাজাগোপালাচাৰী। এই প্ৰস্তাৱৰ ওপৰত উত্তেজনাপূৰ্ণ তৰ্ক হ'ল। তেওঁলোকে নিখিল ভাৰত কমিটিৰ প্ৰস্তাৱৰ বিৰুদ্ধে কাম কৰিছিল বুলি কোৱা হৈছিল। আমি নিখিল ভাৰত কমিটিৰ প্ৰস্তাৱ কংগ্ৰেছৰ সিদ্ধান্তৰ বিৰোধী আছিল বুলি ভাবিছিলো। গতিকে আমাৰ মতে তেওঁলোকে কংগ্ৰেছৰ হুকুমহে পালন কৰিছিল আৰু নিখিল ভাৰত কমিটিয়ে নিৰঙ্কুশভাৱে কাম কৰিছে। তৰ্ক বাতিলৈকে চলি থাকিল। মই ৰাজাজীক বচাবৰ কাৰণে বক্তৃতা দিব লগা হৈছিল। যদিও মই ১৯১১ চনৰ পৰা সদায়েই নিখিল ভাৰত কমিটিৰ সদস্য তথাপি খুব কমেইহে মই তাত কথা কৈছিলো। সত্যাগ্ৰহ কমিটিৰ আলোচনা চলা সময়ত আৰু গয়া-কংগ্ৰেছ বাদ দি অন্য কোনো কংগ্ৰেছত অথবা নিখিল ভাৰত কমিটিত তাৰ আগেয়ে মই কেতিয়াবা কথা কোৱা মনত নপৰে। গয়াত মই হিন্দীতেই

বক্তৃতা দিছিলোঁ। নাগপুৰত ইংৰাজীতে কোৱা উচিত বুলি অনুমান হ'ল কিয়নো তাত দক্ষিণ ভাৰত আৰু অন্যান্য অহিন্দীভাষী প্ৰতিনিধি সকল-কেইহে বেচি বুজাবৰ প্ৰয়োজন হৈছিল। ৰাজাজীয়ে নিজে বেছি কথা ক'বলৈ নিবিচাৰিছিল। মই বোধকৰো প্ৰথম বাৰৰ কাৰণে তাত ইংৰাজীত বক্তৃতা দিছিলো। মানুহৰ ওপৰত মোৰ বক্তৃতাৰ ভাল প্ৰভাৱ পৰিছিল। স্বৰাজ পাৰ্টিৰ এজন মুখ্য সমৰ্থক আৰু ৰাজাজীৰ পক্ষৰ মুখ্য বিৰোধী শ্ৰীসত্যমূৰ্ত্তি মোৰ ওচৰলৈ আহি মোৰ বক্তৃতাৰ কাৰণে তেওঁ মোক অভিনন্দন জনালে আৰু ক'লে, আপুনি ইংৰাজীত ইমান সুন্দৰভাৱে ক'ব পাৰে বুলি মই নাজানিছিলো। পৰিণাম স্বৰূপে সেই প্ৰস্তাৱ অগ্ৰাহ্য হ'ল। নিন্দাত্মক প্ৰস্তাৱ অগ্ৰাহ্য হোৱাৰ কাৰণে ৱৰ্কিং কমিটিয়ে ইস্তফা দিলে। নতুন কমিটি গঠন হ'ল। আমি আকৌ ৱৰ্কিং কমিটিত সোমালো। শ্ৰীবেঙ্কটপইয়া সভাপতি হ'ল। শ্ৰীগোপাল কৃষ্ণাইয়া সম্পাদক হ'ল। বিশেষ অধিবেশনৰ স্থান নিৰ্ণয় কৰিবলৈও ৱৰ্কিং কমিটিকে ভাৰ দিলে। কিছুদিনৰ পিছত ৱৰ্কিং কমিটিয়ে বিশেষ অধিবেশন দিল্লীত পাতিবলৈ স্থিৰ কৰিলে। নিখিল ভাৰত কমিটিয়ে মৌলানা আবুল কালাম আজাদক বিশেষ অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত কৰিলে।

## ৫১। নাগপুৰ পতাকা সত্যাগ্ৰহ আৰু গান্ধী সেৱা-সংঘৰ জন্ম

দিল্লীত বিশেষ অধিবেশনৰ সম্বন্ধে লিখাৰ আগেয়ে নাগপুৰ পতাকা সত্যাগ্ৰহৰ আলোচনা কৰা আৱশ্যক। ৰাষ্ট্ৰীয় সপ্তাহৰ উপলক্ষ্যে ১৯২৩ চনৰ ১৩ এপ্ৰিলৰ দিনা তাত ৰাষ্ট্ৰীয় পতাকাৰ সৈতে শোভাযাত্ৰা বাহিৰ কৰা হ'ল। মধ্যপ্ৰদেশ চৰকাৰে সেই শোভাযাত্ৰা জব্বলপুৰ আৰু নাগপুৰত চিভিল লাইনলৈ যোৱাত বাধা দিলে। হুকুম নমনাৰ কাৰণে পণ্ডিত সুন্দৰলাল আদিক জব্বলপুৰত গ্ৰেপ্তাৰো কৰিলে। এই কাৰ্য্যই জনতাক ক্ষুব্ধ কৰি তুলিলে। সত্যাগ্ৰহ কৰাৰ আলোচনা হ'বলৈ ধৰিলে।

ডাঙৰ সকলো নেতা সত্যাগ্ৰহৰ প্ৰতিকূলে আছিল। তেওঁলোকৰ মতে ই কাউঞ্চিলৰ কাৰ্য্যসূচী হীন বুলি দেখুৱাবলৈ অপৰিবৰ্ত্তনবাদীসকলে কৰা

এটা ভুবা আছিল। যিয়েই নহওক; নাগপুৰত পহিলা মে'ৰ পৰা সত্যাগ্ৰহ আৰম্ভ হ'ল। শেঠ যমুনালালজীয়ে তাৰ নেতৃত্ব কৰিবলৈ আৰম্ভ কৰিলে। সত্যাগ্ৰহৰ ৰূপ এনে হ'ল যে কিছুমান সত্যাগ্ৰহীয়ে ৰাষ্ট্ৰীয় পতাকা হাতত লৈ শোভাযাত্ৰা কৰি চিভিল লাইনৰ ফালে যাবলৈ বিচাৰিলে। এডোখৰ ঠাইত চৰকাৰৰ ফালৰ পৰা তেওঁলোকক যাবলৈ বন্ধ কৰা হয় আৰু সেই ৰাধা-নমনাৰ কাৰণে তেওঁলোকক গ্ৰেপ্তাৰ কৰে। এইদৰে প্ৰতিদিন সত্যাগ্ৰহ চলিবলৈ ধৰিলে। বহুত মানুহ এইদৰে গ্ৰেপ্তাৰ হৈ জেললৈ গ'ল। সত্যাগ্ৰহৰ খ্যাতি গোটেই দেশতে বিয়পি পৰিল। সকলো ঠাইৰ পৰা সত্যাগ্ৰহ কৰিবৰ কাৰণে স্বেচ্ছাসেৱক নাগপুৰলৈ আহিবলৈ ধৰিলে। কিছু দিনৰ পিছত শেঠ যমুনালালজীকো গ্ৰেপ্তাৰ কৰিলে। তেতিয়া চৰ্দাৰ বল্লভভাই নাগপুৰলৈ আহিল। তেওঁ নেতৃত্ব গ্ৰহণ কৰিলে। মই স্বেচ্ছাসেৱকৰ সংগঠন আৰম্ভ কৰি তেওঁলোকক নাগপুৰলৈ পঠাবলৈ আৰম্ভ কৰিলো। মইও তেওঁলোকৰ লগত কেইবাবাৰো নাগপুৰলৈ গলো। সত্যাগ্ৰহৰ কাৰণে গোটেই দেশতে হুলস্থুল লাগি পৰিল। এতিয়া চৰ্দাৰ বল্লভভাইকো গ্ৰেপ্তাৰ কৰিব বুলি অনুমান হ'ল। এই কাৰণে মোৰ তালৈ যোৱা আৰু আৱশ্যক হৈ পৰিল।

এইদৰে গোটেই দেশৰ পৰা হাজাৰ হাজাৰ সত্যাগ্ৰহী তালৈ গৈ গ্ৰেপ্তাৰ হ'ল। পৰিস্থিতি গুৰুতৰ হ'বলৈ ধৰিলে। স্বৰাজ পাৰ্টিৰ শ্ৰীবিঠ্ঠলভাই পেটেল তালৈ আহি চৰ্দাৰক সহায় কৰিবলৈ ধৰিলে। চৰকাৰেও ভাবিবলৈ ধৰিলে যে এই সত্যাগ্ৰহ বাঢ়িবলৈ দিয়া উচিত নহ'ব। সেই কাৰণে শ্ৰীবিঠলভাই পেটেলৰ লগত অলপ কথা-বতৰা হ'ল। এদিন পতাকাৰ সৈতে শোভাযাত্ৰা চিভিল লাইনৰ ফালে যাবলৈ দি সত্যাগ্ৰহ বন্ধ কৰি দিয়া হ'ল। মই সেই সময়ত নাগপুৰত আছিলো। শেষৰ দিনৰ শোভাযাত্ৰা বৰ ধুম-ধামেৰে বাহিৰ হ'ল বহুতো লোকে পতাকা লৈ সেই শোভাযাত্ৰাত যোগ দিলে। শ্ৰীবিঠ্ঠলভাই আৰু চৰ্দাৰৰ লগত ময়ো আছিলোঁ। শোভাযাত্ৰা শান্তিপূৰ্ণভাৱে চিভিল লাইন ঘূৰি আহিল। সত্যাগ্ৰহ সমাপ্ত কৰা হ'ল। তাৰ পিচত বন্দী সকলকো এৰি দিলে। এই সত্যাগ্ৰহৰ প্ৰভাৱ অন্যান্য ঠাইতো ভালভাৱে পৰিছিল।

বিহাৰৰ পৰা বহুত সত্যাগ্ৰহী গৈছিল আৰু হৰদেৱ সিং নামৰ তাৰ এজনৰ নাগপুৰ জেলত মৃত্যু হয়। সেইদিনা মই তাতে আছিলো। জেলৰ পৰা শৱ আমাক দি দিলে। আমি সকলো মিলি তাতে শৱৰ দাহ কাৰ্য্য কৰিলোঁ। এনেয়েতো চৰ্দাৰৰ লগত চিনা-পৰিচয় আছিলেই

কিন্তু নাগপুৰত তেওঁৰ লগত হোৱা ঘনিষ্ঠতা মোৰ জীৱনৰ সুখৰ স্মৃতি বিলাকৰ ভিতৰত এটা হৈ থাকিব। তাতে তেওঁৰ কাৰ্য্য-কুশলতা, গাম্ভীৰ্য্য আৰু নেতৃত্ব-শক্তিৰ প্ৰতি মোৰ শ্ৰদ্ধা উপজিছিল। তেওঁৰ প্ৰতি এনে শ্ৰদ্ধা অঙ্কুৰিত হ'ল যি দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে। তাতেই মই তেওঁৰ মৰম আৰু বিশ্বাস লাভ কৰিলোঁ যি মৰম আৰু বিশ্বাস তেওঁ মোৰ প্ৰতি আৰু বিহাৰ প্ৰদেশৰ প্ৰতি সদায় দেখুৱাই আহিছে।

সেই সময়তে শেঠ যমুনালালজীয়ে ক'লে যে পৰিবৰ্ত্তনবাদী আৰু অপৰিবৰ্ত্তনবাদীসকলৰ মাজত আপোচৰ আলোচনা যদি চলি থাকে তেন্তে ৰচনাত্মক কাম শিথিল হৈ থাকিব; সেই কাৰণে এনে এটা অনুষ্ঠান স্থাপন কৰা হওক যি ৰচনাত্মক কামতেই বেচি মনযোগ দিয়ে আৰু তাত এনে মানুহহে বিশেষভাৱে থাকিব যি গান্ধীজীৰ সিদ্ধান্ত মানে। এই অনুষ্ঠানৰ নাম হ'ল—'গান্ধী-সেৱা-সংঘ'। শ্ৰীৰাজাগোপালাচাৰী, চৰ্দাৰ বল্লভভাই পেটেল, শ্ৰীগঙ্গাধৰৰাব দেশপাণ্ডে, শেঠ যমুনালাল বাজাজ আদি তাৰ পৰিচালক মণ্ডলৰ সভ্য হ'ল। ময়ো তাত যোগ দিলো। যেতিয়ালৈকে সেই অনুষ্ঠান এই ৰূপত থাকিল তেতিয়ালৈকে মই তাৰ সভ্য হৈ থাকিলো। আমি সদায় চেষ্টা কৰিছিলো যাতে এই অনুষ্ঠানটো ৰাজনীতিৰ পৰা আঁতৰত ৰাখিব পাৰোঁ। এনে কৰা হৈছিলো। তাৰ কৰ্ম্মীসকল বিশেষকৈ ৰচনাত্মক কামত—খাদী প্ৰচাৰ, হৰিজন সেৱা আদিত—লাগি আছিল। তথাপি গান্ধীবাদ বিৰোধীসকলে যেতিয়াই তেতিয়াই আপত্তি কৰিছিল যে ই এটা ৰাজনৈতিক অনুষ্ঠান আৰু স্বৰাজ পাৰ্টিৰ তথা অগ্ৰগামী দল (ফৰবাৰ্ড ব্লক)ৰ লগত ইয়াৰ নাম লগ লগাই লৈছিল।

যিয়েই নহওক, গান্ধী সেৱা-সংঘই ৰচনাত্মক কামত খুব মনোযোগ দিছিল। বিশেষকৈ তাৰ সভ্যই ইয়াক আগবঢ়াই নিবৰ কাৰণে সদায় চেষ্টা কৰি আহিছে। ইয়াৰ শাখা প্ৰায় কেইবাখনো প্ৰদেশত স্থাপন হ'ল। বিহাৰতো হ'ল। সভ্যসকলৰ সংখ্যা বঢ়া-টুটা হৈ থাকিবলৈ ধৰিলে আৰু তেওঁলোকৰ প্ৰায়ে অদল-বদলো হ'বলৈ ধাৰলে; কেইবাজনো সভ্যাই কিছু খোৰাকীও পাবলৈ ধৰিলে। কিন্তু ইয়াত ইয়াৰ কোনো কেন্দ্ৰ স্থাপন কৰি কাম কৰা হোৱা নাছিল। কেইবছৰমানৰ পিছত সাৰণ জিলাৰ "বৈৰৱা" গাৱঁত এখন আশ্ৰম খুলি ইয়াৰ কিছু চেষ্টা কৰা হ'ল। কিন্তু সিয়ো ঠিকভাৱে নচলিল। এই কাৰণে এই প্ৰদেশত (বিহাৰ) ইয়াৰ কোনো দেখনিয়াৰ কাম মই আঙুলিয়াব নোৱাৰোঁ।

কিন্তু ইয়াৰ কিছুমান সভ্যই ৰচনাত্মক কাম কৰিলে আৰু কিছুমান সভ্য ৰাজনীতিৰ পৰা আঁতৰ হ'ব নোৱাৰিলে।

## ৫২। দিল্লীত কংগ্ৰেছৰ বিশেষ অধিবেশনৰ পৰা কোকনাড়া কংগ্ৰেছলৈকে

দিল্লীত বিশেষ অধিবেশনৰ আগতে মৌলানা আহম্মদ আলী জেলৰ পৰা মুক্তিলাভ কৰি আহিল। আমাৰ অনমান আছিল যে তেওঁ কাউন্সিললৈ যোৱাৰ বিৰোধীয়েই হ'ব। ৰাজাজী এই তৰ্কৰ পৰা ইমান অসন্তুষ্ট হৈছিল যে তেওঁ দিল্লীৰ অধিবেশনলৈকে নাহিল। আমি মৌলানা মহম্মদ আলীকে আমাৰ নেতা মানি ললোঁ। তেওঁৰ হাততে সকলো কথা এৰি দিলো। তেওঁ স্থিৰ কৰিলে যে দুয়ো পক্ষৰ মাজত আপোচ হ'ব লাগে। এই সিদ্ধান্ত এই চৰ্ত্তত হ'ল যে কংগ্ৰেছৰ ফালৰ পৰা আৰু কংগ্ৰেছৰ নামত নিৰ্ব্বাচনত নমা ন'হব আৰু যদি কোনো কংগ্ৰেছীলোক নিৰ্ব্বাচনত নামিব খোজে তেন্তে তেওঁৰ ওপৰৰ পৰা বাধা উঠাই লোৱা হ'ব। এইদৰে নিজৰ বলেৰে স্বৰাজ পাৰ্টিয়ে কংগ্ৰেছীলোককে নিৰ্ব্বাচনত থিয় কৰিবলৈ সুবিধা পালে। নিৰ্ব্বাচনী কাজিয়াৰ পৰা কংগ্ৰেছ আঁতৰত থাকিল।

আমি এই কাজিয়ালৈ ভয় কৰিছিলো। আমি দেখিছিলোঁ যে ইয়াৰ পৰা ৰচনাত্মক কামতো বাধা পৰে; কিয়নো কাউন্সিলৰ পক্ষপাত কিছুমান লোকে কাউন্সিলৰ পক্ষ সমৰ্থন কৰাৰ লগে লগে ৰচনাত্মক কামৰ প্ৰত্যক্ষ বা পৰোক্ষভাৱে বিৰোধিতা নকৰিলেও উপেক্ষা নিশ্চয় কৰিছিল। আমি আশা কৰিছিলো যে এই আপোচৰ পিচত দুয়ো পক্ষই নিজ নিজ কামত লাগি যাব আৰু আমি ৰচনাত্মক কাম আগবঢ়াই নিব পাৰিম। মৌলানা মহম্মদ আলীয়ে এই কথাত জোৰ দিলে। কিন্তু এই সম্পৰ্কতে তেওঁ আৰু এটা কথা কৈছিল যিটোৰ মৰ্ম্ম আমি পিছতহে বুজিলো। তেওঁ কৈছিল যে আপোচৰ পক্ষে তেওঁ বেতাঁৰৰ টেলিগ্ৰামৰ দ্বাৰাও খবৰ পাইছে আৰু আমি ইয়াৰ অৰ্থ ভাবিছিলো যে তেওঁ কোনো উপায়েৰে গান্ধীজীৰ মতো জানিব পাৰিছে। মই জানিছিলো যে গান্ধীজীয়ে জেলৰ পৰা কোনো সভানত নপঠায়; কিয়নো তেখেতে

এই কথাটো সিদ্ধান্তত: ভুল বুলি ভাবিছিল। আমি এই কথাও জানিছিলোঁ যে এই সম্বন্ধে গান্ধীজীৰ মতৰ কোনো সাল-সলনি হোৱা নাই কিয়নো গয়া-কংগ্ৰেছৰ বিবাদৰ পিছত জেলৰ পৰা মুক্তি লাভ কৰা আৰু জেলত গান্ধীজীৰ লগতে থকা শ্ৰীশঙ্কৰলাল বেঙ্কাৰে আমাক এই বিষয়ে কৈছিল। তথাপি আমি ভাবিলো হয়তো জেলৰ পৰা কেইবাজনো বন্দী মুকলি হৈ আহিছে আৰু জেলৰ ভিতৰত হয়তো কথা-বতৰা হওঁতে তেওঁলোকে গান্ধীজীৰ মতামত জানিব পাৰিছে আৰু হয়তো মৌলানা চাহাবক সেই কথা কৈছে। সেইদিনত কংগ্ৰেছী মানুহে সাধাৰণতে জেলৰ ম্যাদ পূৰ্ণ কৰিহে মুক্তিলাভ কৰিছিল গতিকে এই কথা অসম্ভৱ নাছিল। পিচত গম পালোঁ যে গান্ধীজীৰ লগত শ্ৰীদেৱদাস গান্ধীৰ দেখা হৈছিল। দেৱদাসজীক মহাত্মাজীয়ে কৈছিল যে মৌলানা মহম্মদ আলীয়ে যি উচিত বিবেচনা কৰে তাকে কৰক; মোৰ প্ৰতি তেওঁৰ যি ভালপোৱা আৰু বিশ্বাস আছে তাৰ দ্বাৰা যাতে তেওঁ প্ৰভাৱান্বিত নহয় বৰং যিটো কৰিলে দেশৰ ভাল হ'ব বুলি ভাবে তাকে কৰক। সেই কথাকে মৌলানাই নিজৰ ভাষাত 'বেতাঁৰবৰটেলিগ্ৰাম' বুলি কৈছিল। বহুতৰ ওপৰত ইয়াৰ যথেষ্ট প্ৰভাৱ পৰিছিল। ইয়াৰ দ্বাৰা প্ৰভাৱিত হোৱা কাউন্সিল বিৰোধী সকলৰ ভিতৰত চ'াৰ বল্লভভাই, শেঠ যমুনালাল বাজাজ, ডাক্তৰ আন্সাৰী আৰু মোক প্ৰধান বুলি মানিছিল। আমি কোনো উপায় নাপাই আপোচ মানি ললোঁ।

হিন্দু-মুছলমানৰ কাজিয়া খুব বাঢ়ি গৈছিল। স্বৰাজৰ কামত ইয়াৰ দ্বাৰা খুব ডাঙৰ বাধা পৰিব বুলি সন্দেহ হৈছিল, সকলো মানুহ চিন্তিত হৈ পৰিছিল। সেইকাৰণে দিল্লী-কংগ্ৰেছে এই বিষয়েও বহুত আলোচনা কৰিছিল। সকলো ঠাইতে হোৱা কাজিয়াৰ তদন্ত কৰিবৰ কাৰণে তেওঁলোকে এখন কমিটি গঠন কৰিলে। আৰু এখন কমিটি গঠন কৰিলে হিন্দু-মুছলমানৰ আপোচৰ কাৰণে উপায় উদ্ভাৱন কৰিবলৈ। এই কথাও স্থিৰ কৰা হ'ল যে ক'গ্ৰেছৰ ফালৰ পৰা সকলো ধৰ্ম্মৰ মানুহ একেলগ কৰি ৰক্ষা-দল গঠন কৰা হওক—সকলো ঠাইতে নিজৰ ভিতৰত এনে পঞ্চায়ত গঠন কৰা হওক যি কাজিয়া হোৱাত বাধা দিয়ে আৰু কাজিয়া হ'লে তাৰ প্ৰভাৱ যিমানদূৰ পাৰে কম কৰে আৰু সীমাবদ্ধ কৰে।

আৰু এটা প্ৰশ্নই সেই সময়ত দেশত বৰ হুলস্থুল লগাইছিল। এই প্ৰশ্নটো আছিল উপনিবেশ সমূহত—বিশেষকৈ কেনিয়াত (আফ্ৰিকা)

ভাৰতীয় সকলৰ স্থান। ভাৰতীয় সকলেই গৈ সেই ঠাইবোৰ বসবাসৰ উপযোগী কৰি তুলিছিল। তেওঁলোকেই তাত বেপাৰ বাণিজ্য আৰম্ভ কৰিছিল। তাত ৰেল লাইন খুলিবলৈও তেওঁলোকেই পৰিশ্ৰম কৰিছিল। এতিয়া শ্বেতাঙ্গ সকলে তাত তাৰ স্বাস্থ্যকৰ উৰ্ব্বৰা আৰু ওখ স্থানবোৰত ভাৰতীয় সকলক থাকিবলৈ দিব নুখুজিলে। বৃটিছ চৰকাৰেও শ্বেতাঙ্গসকলৰ কথাকে মানি লৈছিল। কেনিয়াৰ শ্বেতাঙ্গসকলে দক্ষিণ আফ্ৰিকাৰ শ্বেতাঙ্গসকলৰো সহানুভূতি আৰু সহায় লাভ কৰিছিল। এইদৰে ফীজীতো ভাৰতীয় সকলৰ ওপৰত নানা ধৰণৰ অত্যাচাৰ চলিছিল। গতিকে কংগ্ৰেছত এই মৰ্ম্মে প্ৰস্তাৱ আহিল যে ভাৰতীয়-সকলৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰৰ পৰা এই কথা স্পষ্ট হৈ পৰিছে যে বৃটিছ সাম্ৰাজ্যত ভাৰতীয়-সকলৰ কাৰণে ঠাই নাই, গতিকে এতিয়া ভাৰতীয়-সকলে সেই সাম্ৰাজ্যৰ পৰা ওলাই যোৱাৰ কথা বিবেচনা কৰিব লাগে। এই কথা ঠিকেই আছিল। তেতিয়াৰ পৰা আজিলৈকে যিমানবোৰ কাম হৈছে তাৰ পৰা এই কথা আৰু স্পষ্ট হৈ পৰিল। কিন্তু সেই সময়ত কংগ্ৰেছে এই প্ৰস্তাৱ বিশেষকৈ মৌলানা মহম্মদ আলীয়ে জোৰ দিয়াৰ কাৰণে নামঞ্জুৰ কৰিলে। এই প্ৰস্তাৱৰ প্ৰতি মোৰ সহানুভূতি আছিল কিন্তু যেতিয়া আমি দুৰ্ব্বল হৈ পৰিছিলো আৰু আমাৰ আন্দোলনো দুৰ্ব্বল হৈ পৰিছিল তেনেস্থলত ইমান ডাঙৰ পৰিবৰ্ত্তনৰ কাৰণে সেই সময় উপযুক্ত নহয় বুলি বিবেচনা কৰা হ'ল। সাম্ৰাজ্যৰ পৰা বেলেগ হোৱাৰ কথা নথকা অন্য এটা প্ৰস্তাৱ পাছ হ'ল।

দিল্লীৰ অধিবেশনৰ পিছত মই তাৰ পৰাই লালা লাজপত ৰায়ক চাবৰ কাৰণে চোলনলৈ গলো। তেওঁ জেলৰ পৰা অসুখীয়া গাৰে মুক্তি লাভ কৰি স্বাস্থ্যৰ কাৰণে তাত আছিলগৈ। তেৰেঁা আপোচ হোৱা পছন্দ কৰিলে। তেওঁ এই কথাত সুখী হৈছিল কিয়নো তেওঁ স্বৰাজ পাৰ্টিৰ মতাৱলম্বী আছিল। চোলনৰ পৰা ঘূৰি আহোঁতে মই লক্ষ্ণৌত নামিলো। তাৰ মেডিকেল কলেজৰ প্ৰিঞ্চিপেল স্প্ৰান্‌চচ্ (Lt. Col. Spransos) হাওঁফাওঁ বেমাৰৰ বিশেষজ্ঞ বুলি বিখ্যাত আছিল আৰু তেওঁৰ হতুৱাই মই পৰীক্ষা কৰালো। তেৰেঁা মোৰ বেমাৰক উদ্‌কাই বুলি ক'লে। তাৰ কাৰণে স্বামিনৰ বেজী ল'ব লাগে বুলি ক'লে। পাটনালৈ ঘূৰি আহি তেওঁৰ কথামতে মই সেই বেজী ললো। বিশেষ কোনো লাভ নহ'ল।

দিল্লীৰ অধিবেশনৰ পিছত স্বৰাজ পাৰ্টিয়ে নিৰ্ব্বাচনত যোগ দিলে।

মধ্যপ্ৰদেশৰ সৰহভাগ ঠাইতে স্বৰাজ পাৰ্টিৰ জয় হ'ল। তাৰ কাউঞ্চিলত তেওঁলোকৰ সংখ্যাগৰিষ্ঠতা হ'ল। বঙ্গদেশতো ভাল সফলতা লাভ কৰিলে কিন্তু সংখ্যাগৰিষ্ঠ হ'ব নোৱাৰিলে। অন্য কোনো প্ৰদেশতে বিশেষ সফলতা লাভ কৰিব নোৱাৰিলে কিন্তু সকলো ঠাইতে কিছু ভাল মানুহ কাউঞ্চিললৈ যাব পাৰিছিল। বিহাৰতো স্বৰাজ পাৰ্টিৰ সৃষ্টি হ'ল আৰু তাৰ মুখ্য লোকসকল হ'ল মৌলানা মহম্মদ শফী, প্ৰফেচাৰ আব্দুল বাৰী, শ্ৰীকৃষ্ণবল্লভ সহায় আৰু বাবু জলেশ্বৰ প্ৰসাদ। ইয়াৰ নিৰ্ব্বাচনত আমাৰ কোনেও ভাগ লোৱা নাছিল। পৰোক্ষভাৱেও আমাৰ কোনেও সহায় কৰা নাছিল। তথাপি দহ নে বাৰ জন লোক নিৰ্ব্বাচিত হ'ল। তেওঁলোকে কাউঞ্চিলত ভাল কামেই কৰিলে। জলেশ্বৰ বাবুৱেই পাৰ্টিৰ নেতা আছিল। যুক্তপ্ৰদেশত পণ্ডিত গোবিন্দবল্লভ পন্ত পাৰ্টিৰ নেতা হৈছিল। বঙ্গদেশত দেশবন্ধু দাস নিজে। সংখ্যাগৰিষ্ঠ হোৱাৰ কাৰণে মধ্য প্ৰদেশত স্বৰাজ পাৰ্টিয়ে মন্ত্ৰী সভা গঠন হ'বলৈ নিদিলে। কিছুদিন এইদৰেই চলিল। কিন্তু কেইজনমান মুখ্য লোক ফাটি আঁতৰি গৈ মন্ত্ৰীসভাত যোগদান কৰিলে। বঙ্গদেশত দেশবন্ধু দাসে অন্য কিছু সদস্যৰ সহায় লৈ কিছুদিনৰ কাৰণে মন্ত্ৰীসভা ভাঙিবলৈ সক্ষম হৈছিল।

১৯২৩ চন এইদৰে শেষ হ'ল। ডিচেম্বৰত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন কোকনাড়াত বহিল। ঠিক অধিবেশনৰ সময়তে মই বেমাৰ পৰিলোঁ আৰু কোকনাড়ালৈ যাব নোৱাৰিলোঁ। তাত ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কাৰণে যি সভা হ'ব লগা আছিল ময়েই তাৰ সভাপতি নিৰ্ব্বাচিত হৈছিল। মই এক দীঘলীয়া অভিভাষণ প্ৰস্তুত কৰি কিতাপ আকাৰত ছপাইছিলো। ৰাওনা হোৱাৰ দিনাই মই বেমাৰত পৰিলত কেৱল ছপা হোৱা অভিভাষণখনহে তালৈ যাব পৰিলে। মোৰ ঠাইত শেঠ যমুনালাল বাজাজ সভাপতি হ'ল। মই শুনিবলৈ পাইছিলো যে তেওঁ মোৰ অভিভাষণ পঢ়ি শুনাইছিল।

কোকনাড়া কংগ্ৰেছত মৌলানা মহম্মদ শফী সভাপতি হ'ল। তেওঁৰ বক্তৃতা খুব মহত্বপূৰ্ণ আছিল। ভাৰতৰ ৰাজনীতিত মুছলমানৰ কি বৰঙণি আৰু স্থান সেইকথা তেওঁ ঐতিহাসিক দৃষ্টিভঙ্গীৰ পৰা আলোচনা কৰিছিল। ভবিষ্যতৰ কাৰণেও তেওঁ এনে বহুত কথা ক'লে যিবোৰ হয়তো সকলোৱে নামানে। যিয়েই নহওক কোকনাড়াত দিল্লীৰ বিশেষ অধিবেশনৰ সিদ্ধান্ত সমূহকে সমৰ্থন কৰিলে। স্বৰাজ পাৰ্টিয়ে কাউঞ্চিললৈ যোৱাৰ যি অনুমতি পাইছিল তাক আকৌ মঞ্জুৰ কৰিলে। ইয়াৰ উপৰিও কংগ্ৰেছে হিন্দু-

মুছলমানৰ আপোচৰ খচৰা-পৰামৰ্শ জনতা আৰু কমিটিৰ মতামতৰ সৈতে নিখিল ভাৰত কমিটিৰ আগত দাখিল কৰিবলৈ আদেশ দিলে। খাদী প্ৰচাৰৰ কাৰণে খদ্দৰ-ব'ৰ্ড গঠন কৰিলে। খুব উৎসাহ পৰিলক্ষিত হৈছিল। এনে অনুমান হৈছিল যেন জনতাৰ মাজলৈ পুনৰ জীৱন ঘূৰি আহিল। ঠিক কংগ্ৰেছৰ সময়তেই শ্ৰীকৃষ্ণপ্ৰকাশ সেনৰ মৰ্ম্মান্তিক মৃত্যু ঘটে। আমাৰ মাজৰ পৰা এজন উদীয়মান ত্যাগী কৰ্ম্মী হেৰাই গ'ল।

## ৫৩। হাইক'ৰ্টত ব্ৰহ্মদেশৰ মোকৰ্দ্দমা

মই পাটনাত ৰৈ গ'লো। ১৯২৪ চনৰ দুই জানুৱাৰীৰ পৰা হৰিজীৰ মোকৰ্দ্দমাৰ আপীল হাইকৰ্টত আৰম্ভ হ'ব লগা আছিল। মই অসুখীয়া গাৰেই তেওঁৰ কাৰণে খাটিবলৈ ধৰিলো। আপীলত মই কাম কৰিব লগা আছিল। জানুৱাৰীৰ আৰম্ভৰ পৰা মে' মাহৰ শেষলৈকে আপীলৰ শুনানী হ'ল। মোৰ প্ৰায় গোটেই সময় তাতেই লাগিল। হাইক'ৰ্টত আমাৰ হৈ শ্ৰীহচন ইমাম আৰু মিষ্টাৰ মানুকে তৰ্ক কৰিলে। ডুমৰাঁৱ মহাৰজাৰ হৈ শ্ৰীআশুতোষ মুখাৰ্জ্জীয়ে তৰ্ক কৰিলে। তেওঁ অলপতে হাইক'ৰ্ট জজ পদৰ পৰা পেঞ্চন পাই অৱসৰ লৈ আহিছিল। মই বহুত পৰিশ্ৰম কৰিব লগা হৈছিল। ৰাতিপুৱাই গা-পা ধুই সাত বজাতে শ্ৰীহচন ইমামৰ সেইখিনি পাওঁগৈ। যেতিয়ালৈকে তেওঁ কাছাৰীলৈ যাবলৈ সাজু হ'বৰ কাৰণে নুঠে তেতিয়ালৈকে তেওঁৰ লগত কাম কৰোঁ। আকৌ কাছাৰীত দিনৰ দিনটো কাম কৰোঁ। সন্ধ্যা আকৌ তেওঁৰ লগত। বিশেষকৈ শনিবাৰ আৰু দেওবাৰে আৰু কেতিয়াবা অন্য দিনতো অকলে লাইব্ৰেৰীত কাম কৰোঁ। আইনৰ দৃষ্টান্ত বিচাৰি উলিওৱাৰ ভাৰ মোৰ ওপৰত দিছিল। এই কাম মই আৰাতো কৰিছিলো আৰু ইয়াতো কৰিলো। এটা বিষয়ত আৰাত কোনো দৃষ্টান্ত পোৱা নাছিলো। সেই বিষয়টো বৰ জৰুৰী আছিল। ভাবি ভাবি পালো যে এনে ধৰণৰ মোকৰ্দ্দমা নিশ্চয় হৈছে আৰু আমাৰ ফালৰ দৃষ্টান্ত নিশ্চয় পাব লাগিব। কিন্তু আৰাত পাটনাৰ সমান কিতাপৰ সুবিধা নাছিল। সেই কাৰণে তাত এই দৃষ্টান্ত পোৱা ন'গল। পাটনাত শ্ৰীহচন ইমামৰ লাইব্ৰেৰী বৰ ভাল আছিল। মই সেই ধৰণৰ দৃষ্টান্ত বিচৰাত বহুত

সময় নিয়ালো। শেষত মই সফল হলো। এটা দৃষ্টান্ত পোৱাৰ পিছত তাৰ আগৰ আৰু পিছৰ বহুত দৃষ্টান্ত পালো। মই যেতিয়া শ্ৰীহচন ইমামক দেখুৱালো তেতিয়া তেওঁ ইমান ভাল পালে যে তেওঁ মোক লগত লৈ শ্ৰীমানুকৰ ঘৰলৈ গ'ল আৰু তেওঁকো ততালিকে সেই দৃষ্টান্ত দেখুৱালে। দুয়োৰো সম্পূৰ্ণ বিশ্বাস হ'ল যে এই বিষয়ত তেওঁলোক দুয়ো জিকিব। আৰু প্ৰকৃততে এয়ে হ'লো।

এই মোকৰ্দ্দমাৰ শুনানী হৈ থাকোঁতেই পাটনাতে চাৰ আশুতোষৰ অকাল মৃত্যু ঘটে। তেওঁ নিজৰ তৰ্ক শেষ কৰিছিল। জজৰ কাৰণে যেতিয়া তেওঁ নোট তৈয়াৰ কৰি আছিল এদিনৰ অসুখতে তেওঁৰ হঠাতে মৃত্যু হ'ল। মৃত্যুৰ সময়ত মই তেওঁৰ ওচৰতে আছিলো। পাটনাত কেইবামাহো তেওঁৰ লগত প্ৰতিদিন দেখা হোৱাটো মোৰ কাৰণে ডাঙৰ কথা আছিল। কলিকতাত তেওঁ জজ আছিল আৰু মই আছিলো এজন নতুন উকীল। যদিও বেলেগ বেলেগ পক্ষত আছিলো পাটনাত আমি একেটা মোকৰ্দ্দমাতে কাম কৰিছিলো আৰু ৰাতিপুৱা দুপৰীয়া ক'ৰ্ট শেষ হোৱাৰ পিছত সদায়েই আমাৰ ভিতৰত দুষাৰ চাৰিষাৰ কথা হৈছিলেই। এটা সৰু ঘটনা উল্লেখ কৰা বেয়া নহ'ব। শ্ৰীহচন ইমামে তেওঁক গুৰুজী বুলিছিল। যেতিয়া হচন ইমাম কলিকতা হাইক'ৰ্টৰ জজ হৈছিল তেতিয়া চাৰ আশুতোষ তেওঁতকৈ চিনিয়ৰ আছিল। বোধহয় তাতেই এই সম্বন্ধ স্থাপন হৈছিল। কামত সোমোৱাৰ অলপ দিনৰ পিছতেই শ্ৰীহচন ইমাম ফৌজদাৰী বেঞ্চত বহিছিল আৰু তাৰ চিনিয়ৰ জজৰ লগত এটাৰ পিছত এটাকৈ তিনিটা মোকৰ্দ্দমাত তেওঁৰ মতভেদ হয়। তিনিওটা মোকৰ্দ্দমাকে তৃতীয় জজ হিচাবে চাৰ আশুতোষৰ ওচৰলৈ পঠিওৱা হৈছিল। তিনিওটা মোকৰ্দ্দমাতে তেওঁ শ্ৰীহচন ইমামৰ ৰায় সমৰ্থন কৰিছিল। ইয়াৰ কাৰণে কলিকতা হাইক'ৰ্টত অতি কম সময়ৰ ভিতৰতে শ্ৰীহচন ইমামৰ খুব নাম হৈছিল। পাটনাত শ্ৰীহচন ইমামে তেওঁক এদিন চাহৰ নিমন্ত্ৰণ জনালে। হাইক'ৰ্টত তেওঁ ক'লে, গুৰুজী আপুনি মোৰ ঘৰত চাহ খাবনে? চাৰ আশুতোষে ক'লে—মই খুব নৈষ্ঠিক (orthodox) নিশ্চয় আৰু এই কাৰণেই মই আজিলৈকে কেতিয়াও গৱৰ্ণমেণ্ট হাউচত চাহ খোৱা নাই, কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে হচন ইমামৰ ঘৰতো চাহ নাখাম। চাহ-মেললৈ আমাক সকলোকে মাতিলে আৰু আমি গৈছিলোও।

## ৫৪। বেতিয়াৰ মিনা বজাৰ

মহাত্মা গান্ধী য়াব্‌ৰদা জেলত আছিল। তাত তেওঁৰ খুব অসুখ হ'ল। 'এপেণ্ডিচাইটিচ'ৰ প্ৰকোপ ইমান বেছি হ'ল যে এদিন ডাক্তৰে ঠিৰাং কৰিলে যদি অনতিপলমে অস্ত্ৰোপচাৰ কৰা নহয় তেন্তে তেখেত নাবাচিব। এই সিদ্ধান্ত ৰাতি লৈছিল। পুনাৰ আস্পতাললৈ তেখেতক লৈ যোৱা হ'ল। তাৰ ইংৰাজ ডাক্তৰ কৰ্ণেল মেডকৰ গাত অস্ত্ৰোপচাৰৰ ভাৰ পৰিল। মহাত্মাজীক তেখেতৰ ডাক্তৰ কোন সোধা হৈছিল। তেখেতে বোম্বাইৰ ডাক্তৰ দালাল আৰু ডাক্তৰ জীৱৰাজ মেহ্‌তাৰ নাম কৈছিল। কিন্তু এতিয়া হাতত ইমান সময় নাছিল যে তেওঁলোকক মাতি আনিব পাৰে। গান্ধীজীয়ে স্পষ্টভাৱে ক'লে যে সেই ইংৰাজ ডাক্তৰ জনৰ ওপৰত তেওঁৰ সম্পূৰ্ণ বিশ্বাস আৰু ভৰসা আছে—তেওঁ নিশ্চিন্তমনে যিহকে ভাল দেখে কৰিব পাৰে। সেই সময়ত শ্ৰীশ্ৰীনিবাস শাস্ত্ৰীক আস্পতাললৈ মাতি নিয়া হৈছিল। অস্ত্ৰোপচাৰৰ কাম শেষ নোহোৱালৈকে তেওঁ তাত থাকিল। মাজৰাতি অস্ত্ৰোপচাৰ আৰম্ভ কৰা হৈছিল। এই কামত ইংৰাজ ডাক্তৰ জন খুব কৃতকাৰ্য্য হৈছিল। অস্ত্ৰোপচাৰ আৰম্ভ কৰাৰ সময়ত এটা সৰু দুৰ্ঘটনা ঘটিছিল। ঠিক ছুৰী চলি থাকোতে বিজুলি চাকি হঠাতে বন্ধ হৈ গ'ল। কিন্তু সৌভাগ্যবশতঃ আকৌ সোনকালে জলি উঠিল। অস্ত্ৰোপচাৰৰ কামত বিশেষ কোনো বাধা নপৰিল।

মই তেতিয়া ব্ৰহ্মদেশৰ মোকৰ্দ্দমা সংক্ৰান্তত পাটনা হাইক'ৰ্টত কাম কৰি আছিলো। বাতৰি কাকতত গান্ধীজীৰ অসুখ আৰু অস্ত্ৰোপচাৰৰ কথা ওলাল। পঢ়ি গোটেই দেশতে চিন্তা হ'ল। মই তিনি চাৰিদিনৰ ছুটী লৈ পোনে পোনে পুনালৈ গলো। মহাত্মাজী এতিয়াও আস্পতালতে আছিল আৰু বৰ দুৰ্ব্বল হৈ পৰিছিল। মই তেখেতক সেই অৱস্থাতে দৰ্শন কৰিলো। তেখেতৰ অৱস্থাৰ খবৰ লৈ পাটনালৈ উভতি আহিলো। সেই সময়ত এনে ধাৰণা হৈছিল যে তেখেতৰ জীৱনৰ বিপদৰ কোনো শঙ্কা নাই; কিন্তু তেখেত ইমান দুৰ্ব্বল আছিল যে কিছুদিনলৈ ভালভাৱে জিৰণি লোৱা আৱশ্যক আছিল। মই পাটনালৈ ঘূৰি অহাৰ পিচতেই খবৰ পালোঁ যে চৰকাৰে মহাত্মাজীক মুক্তি দিলে। খবৰ পোৱাৰ লগে লগে পাটনাত এখন সভা হ'ল য'ত ময়ো বক্তৃতা দিছিলো। পুনাৰ আস্পতালত গান্ধীজীৰ লগত

মোৰ যি কথা-বতৰা হৈছিল তাক মই সভাত ক'লোঁ। সাৰাংশ হ'ল যে মহাত্মাজী বেমাৰৰ কাৰণে মুক্তি পালে প্ৰসন্ন নহয় আৰু এইটো দেশৰ কাৰণেও লাজৰ কথা হ'ব যে আমি নিজৰ শক্তিৰ দ্বাৰা নহয় বৰং চৰকাৰৰ দয়াৰ কাৰণেহে তেখেতক মুকলি কৰিব পাৰিলো। জেলৰ পৰা বেহাই পোৱাৰ পিছত গান্ধীজীয়ে নিজৰ বক্তব্যত এই কথা কৈছিলো।

কিছুদিন আস্পতালত থাকি ভাল হোৱাৰ পিছত মহাত্মাজী বাহিৰ ওলাই আহিল। স্থিৰ হ'ল যে আৰাম কৰিবৰ কাৰণে তেখেত সাগৰৰ দাতিত বোম্বাইৰ কাষৰ জুহুত গৈ কিছুদিন থাকিব। এই সিদ্ধান্ত অনুসৰি তেখেত তালৈ গৈ কিছুদিন থাকিল।

এই সময়তে বেতিয়াত (চম্পাৰণ) এটা ঘটনা হ'ল যিটো উল্লেখ কৰা আৱশ্যক যেন অনুমান হৈছে। বেতিয়া জমিদাৰী বহুত দিনৰ পৰা ক'ৰ্ট অব ৱাৰ্ড্‌চৰ অধীনত আছিল। সেই সময়ত মিষ্টাৰ ৰুথাৰফ'ৰ্ড তাৰ মেনেজাৰ আছিল। তেওঁ আগতে নীল খেতিয়ক আছিল। সেই দিনত চৰকাৰৰ নীতি প্ৰায় এনেকুৱাই আছিল যে য'তেই কোনো জমিদাৰী ক'ৰ্ট অব ৱাৰ্ডচৰ হাতলৈ আহে আৰু মেনেজাৰৰ আৱশ্যক হয় তাতে এজন এজন নীল খেতিয়কক নিয়োগ কৰিছিল। এই নীতি অনুসৰি মিষ্টাৰ ৰুথাৰফ'ৰ্ডৰ নিযুক্তি কেইবছৰমান আগতে হৈছিল। তেওঁৰ আগতেও সেই জমিদাৰীৰ কাৰণে যি মেনেজাৰ নিয়োগ কৰিছিল তেৱোঁ নীলখেতিয়কসকলৰে এজন আছিল। ১৯২২ চনত বেতিয়া মিউনিচিপেলিটিৰ মেম্বাৰ সকলৰ নিৰ্ব্বাচন হ'ল নিৰ্ব্বাচনত কেইজনমান কংগ্ৰেছী লোকো নিৰ্ব্বাচিত হৈছিল। চেয়াৰমেন আৰু ভাইচ-চেয়াৰমেনৰ কাৰণে প্ৰাৰ্থী থিয় হ'ল। চেয়াৰমেনৰ কাৰণে স্বয়ং ৰুথাৰফ'ৰ্ড ঠিয় হ'ল। তেওঁৰ লগত ভাইচ-চেয়াৰমেনৰ কাৰণে তাৰ চাব ৰেজিষ্টাৰক ঠিয় কৰালে। কংগ্ৰেছৰ ফালৰ পৰা শ্ৰীবিপিন বিহাৰী বৰ্মা আৰু শ্ৰীপ্ৰজাপতি মিশ্ৰ ঠিয় হ'ল। জমিদাৰীৰ কাৰণে, বিশেষকৈ মিষ্টাৰ ৰাডাৰফৰ্ডৰ কাৰণে তেওঁৰ প্ৰতিদ্বন্দী স্বৰূপে কোনো ঠিয় হোৱাতোৱেই খুব বেয়া-কথা আছিল। তেওঁক পৰাজিত কৰি কংগ্ৰেছী চেয়াৰমেন আৰু ভাইচ-চেয়াৰমেন নিৰ্ব্বাচিত হোৱা অসহনীয় কথা আছিল। পুনৰ ১৯২৪ চনত নতুন নিৰ্ব্বাচন হ'ল। এইবাৰ কংগ্ৰেছ সভ্যই বহুত সংখ্যাগৰিষ্ঠতা লাভ কৰিলে। গতিকে জমিদাৰীৰ ফালৰ পৰা চেয়াৰমেনৰ কাৰণে কাকো থিয় কৰোৱা নহ'ল। সেই শ্ৰীবিপিন বিহাৰী বৰ্মা আৰু শ্ৰীপ্ৰজাপতি মিশ্ৰ নিৰ্ব্বাচিত হ'ল। যদিও জমিদাৰীৰফালৰ পৰা কোনো প্ৰাৰ্থী

ঠিয় হোৱা নাছিল তথাপি জমিদাৰীৰ মানুহে ৰাডাৰফ'ৰ্ডৰ পৰাজয়ৰ কথা পাহৰা নাছিল। প্ৰায়ে এনে গুজব ওলাইছিল যে জমিদাৰীৰ ফালৰ পৰা কিবা এটা কৰি দেখুওৱা হ'ব।

গান্ধীজীৰ অসুস্থতাৰ কাৰণে গোটেই দেশতে হুলস্থূল লাগি পৰিছিল। মৌলানা মহম্মদ আলীয়ে কংগ্ৰেছৰ সভাপতি স্বৰূপে আদেশ দিলে যে দেশত সকলো ঠাইতে সভা পাতি মহাত্মাজীৰ আৰোগ্য লাভৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাব লাগে। বেতিয়াতো সভা হ'ব লগা আছিল। তাত জমিদাৰীৰ ফালৰ পৰা এখন মীনা বজাৰ বহুৱাইছিল আৰু তাত চহৰৰ বেপাৰীসকলে ভাড়া দি নিজ নিজ দোকান বহুৱায়। সেইদিনা পণ্ডিত প্ৰজাপতি মিশ্ৰ আৰু অন্য এজন কংগ্ৰেছী বাবু জয়নাৰায়ণ বজাৰৰ মানুহবোৰক প্ৰাৰ্থনা সভালৈ আহিবলৈ অনুৰোধ কৰিবলৈ গ'ল। জমিদাৰীৰ এজন কৰ্ম্মচাৰীয়ে বাবু জয়নাৰায়নক দুটা চৰ মাৰি দুয়োকো বজাৰৰ পৰা বাহিৰ কৰি দিলে। দোকানীসকলৰ মাজত খুব উত্তেজনাৰ সৃষ্টি হ'ল। যদি মিশ্ৰজীয়ে মানুহবোৰক বাধা নিদিলেহেঁতেন তেন্তে কাজিয়া বাঢ়ি গলহেঁতেন। ইয়াৰ পিছত সভা হ'ল আৰু বজাৰৰ বহুতো মানুহে সেই সভাত যোগদান কৰিলে। ইমানেই নহয়, দোকানীসকলে স্থিৰ কৰিলে যে তেওঁলোকে মীনা বজাৰৰ পৰা দোকান তুলি নিব আৰু মিউনিচিপেলিটিৰ পৰা মাটি খুজি অন্য ক'ৰবাত দোকান দিব। পিছদিনাৰ পৰা বজাৰ খালি হ'বলৈ ধৰিলে। এফালে অলপ আঁতৰি গৈ দোকান দিবলৈ আৰম্ভ কৰিলে। দুই চাৰি দিনতে এখন নুতন বজাৰ বহি গ'ল। মীনা বজাৰ প্ৰায় খালি হৈ গ'ল। ফলত জমিদাৰীৰ সন্মানত আৰু আঘাত পৰিল। খবৰ ওলাল যে কংগ্ৰেছী লোকক মাৰকিল কৰিব; কিন্তু কংগ্ৰেছী লোকসকলে এনে খবৰলৈ কেৰেপ নকৰিলে।

এদিন সন্ধ্যা পণ্ডিত প্ৰজাপতি মিশ্ৰ এখন টমটমত ক'ৰবালৈ গৈ আছিল। কোনোবাই খুব জোৰেৰে তেওঁৰ মূৰত লাঠিৰে মাৰ মাৰি দিলে। তেওঁ প্ৰায় অজ্ঞান হৈ পৰিল। সেই মানুহটো মেনেজাৰৰ ঘৰৰ ফালে পলাই গ'ল। শুনা গৈছিল যে তাক লৈ ৰাজকৰ্ম্মচাৰী মেজিষ্ট্ৰেটৰ ওচৰলৈও গৈছিল আৰু কিবা উপায় কৰি তাক তাৰ পৰা আঁতৰাই পঠালে। এই কামৰ কাৰণে গোটেই চহৰৰ মানুহৰ মাজত ৰোষৰ সৃষ্টি হ'ল। মোলৈ টেলিগ্ৰাম আহিল। মই ততালিকে তালৈ গলো। সকলো কথা জানি ললো। মীনা বজাৰত এই ঘটনাৰ পূৰ্ব্বে কিছুমান

ডাঙৰ ডাঙৰ দোকান চলিয়েই আছিল। এতিয়া সেই দোকানী সকলো উঠি গুচি আহিল। এখন সুন্দৰ বজাৰ বহিল। মিউনিচিপেলিটিৰ আয় বঢ়াৰ আশা হ'ল যদিও জমিদাৰীৰ বছৰি প্ৰায় পঞ্চাচ হাজাৰ টকা ঘাটি পৰাৰ আশঙ্কা হ'ল। পণ্ডিত প্ৰজাপতি মিশ্ৰই খুব সাহসেৰে আৰু শান্তিপূৰ্ণভাৱে কাম কৰিলে। তেওঁ বিচনাত পৰি পৰিয়েই মানুহবোৰ শান্তভাৱে থাকিবলৈ অনুৰোধ কৰিলে। এই আক্ৰমণ কৰা মানুহটোৰ ওপৰতো কোনো প্ৰকাৰৰ শাস্তিৰ ব্যৱস্থা নলবলৈকো স্থিৰ কৰিলে। গম পোৱা হ'ল যে এই সকলোখিনি জমিদাৰীৰ উচ্চকৰ্ম্মচাৰী সকলৰ ইঙ্গিততেইহে হৈছিল। কংগ্ৰেছৰ প্ৰতি জনতাৰ শ্ৰদ্ধাৰ পৰিচয় পোৱা গ'ল।

সৰু বৰ যিবোৰ দোকানীয়ে মীনা বজাৰত পকা ঘৰত দোকান দিছিল তেওঁলোক সকলোৱেই মুকলি ঠাইত অথবা চালিৰ তললৈ দোকান তুলি আনিলে। নতুন দোকানলৈ মাটিৰ বাচনৰ পৰা আৰম্ভ কৰি সোন-ৰূপৰ দোকানলৈকে উঠি আহিল। ভয় হৈছিল এনেকুৱা বজাৰত চুৰি ডকাইতি হয় বুলিহে। পুলিচৰ পৰা সহায় পোৱাৰ আশা নাছিল। সেই কাৰণে বজাৰ ৰক্ষাৰ বাবে চহৰত স্বেচ্ছাসেৱক দল গঠিত হ'ল। তেওঁলোকে দিন-ৰাত পহৰা দিছিল। মানুহৰ মাজত খুব উৎসাহ পৰিলক্ষিত হৈছিল। এই কাজিয়া বহুত দিনলৈকে চলি থাকিল। বহুত দিনৰ পিছত যদিও মীনা বজাৰত দোকান খুলিলে তথাপি নতুন বজাৰো থাকিয়েই গ'ল।

এই ঘটনাৰ খবৰ পাই মই বেতিয়ালৈ গৈছিলো। তাৰ পৰা অনুসন্ধান কৰি ঘূৰি আহি মই বাতৰি কাকতলৈ এটা বক্তব্য দিছিলো। তাত মই সকলো কথা খুলি কৈছিলো। কিছুদিনৰ পিচত বেতিয়াত বিহাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ বৈঠক হ'ল। প্ৰাদেশিক কমিটিৰ সভাপতি মৌলানা মজ্‌হৰুল হক আৰু অন্যান্য নেতাসকলো গৈছিল। তাত স্থিৰ কৰা হ'ল যে বেতিয়াৰ অৱস্থাৰ যদি সংশোধন নহয় আৰু বিপিনবাবুকে মুখ্য কৰি অন্যান্য কংগ্ৰেছী লোকসকলকো পণ্ডিত প্ৰজাপতি মিশ্ৰৰ নিচিনাকৈ মাৰপিট কৰিছে বুলি যেনেকুৱা জনৰৱ উঠিছিল—সেইদৰে হ'লে প্ৰাদেশিক কমিটিয়ে বাধ্য হৈ বেতিয়াৰ ৰায়তক খাজনা বন্ধ কৰিবলৈ ক'ব লাগিব আৰু ইয়াৰ কাৰণে যি ত্যাগ কৰিব লাগিব তাৰ কাৰণে জনতা সাজু হ'ব লাগিব। এখন ৰাজহুৱা সভা হ'ল য'ত এই সিদ্ধান্ত ঘোষণা কৰা হ'ল। বিহাৰ কাউন্সিলতো এই

প্ৰশ্ন উঠিছিল। সেই সময়ত স্বৰাজ পাৰ্টিৰ সভ্যসকলে এই বিষয়ে চোকা সমালোচনা কৰিছিল। জলেশ্বৰ বাবু তেওঁলোকৰ নেতা আছিল। তেওঁ নিজেই এই কথাৰ অনুসন্ধান কৰিছিল। আক্ৰমণ কৰা মানুহে নিজেই তেওঁক সকলো কথা কৈ দিছিল। তাৰ ওপৰত ভিত্তি কৰিয়েই তেওঁ কাউঞ্চিলত সকলো কথা খুলি কৈছিল।

## ৫৫। জুহুৰ কথা-বতৰা আৰু তাৰ পিছত

মহাত্মাজীয়ে বিশ্ৰাম লোৱাৰ লগে লগে কামো কৰি আছিল। কথা-বতৰা পাতিৰ পৰা হ'লত তেখেতক লগ পাবলৈ মানুহ তালৈ যাবলৈ ধৰিলে। তেখেতৰ অনুপস্থিতত যিহকে হৈছিল, বিশেষকৈ কাউঞ্চিললৈ যোৱা আন্দোলন সম্পৰ্কে সকলো কথা মানুহে তেখেতক ক'লে। দেশবন্ধু দাস আৰু পণ্ডিত মতিলাল নেহেৰুও তালৈ গ'ল আৰু কিছুদিন তাতে থাকিল। তাত এই সম্বন্ধে কথা-বতৰা হ'বলৈ ধৰিলে। স্বৰাজ পাৰ্টিৰ পৰা কিছুমান কংগ্ৰেছী মানুহ কাউঞ্চিললৈ গৈছিল। গতিকে দিল্লী আৰু গয়া-কংগ্ৰেছৰ সময়ত এই প্ৰশ্ন যিমান মহত্বপূৰ্ণ আছিল এতিয়া সিমান নাছিল। কিন্তু আমাৰ কাউঞ্চিল বৰ্জন সম্বন্ধে কৰা কাম গান্ধীজীয়ে সমৰ্থন কৰা বুলি জানি আমাৰ নিচিনাবিলাকে সন্তোষ পালোঁহক। সন্তোষৰ কাৰণ এয়ে যে আমাক সদায় কৈছিল যে গান্ধীজী বাহিৰত থকা হ'লে এই বিষয়ে ইমান জেদ নকৰিলেহেঁতেন আৰু কিবা এটা আপোচ কৰিলেহেঁতেন। কিন্তু গান্ধীজীয়ে এই কাৰ্য্যসূচী দেশৰ আগত যি দৃঢ়তাৰে ভাঙি ধৰিছিল, এতিয়া এই কথাতো সিমান প্ৰবলভাৱে বিৰোধিতা কৰিছিল।

জুহুত হোৱা কথা-বতাৰাৰ পিছত গান্ধীজীয়ে এক বক্তব্য প্ৰকাশ কৰিলে আৰু তাত তেখেতে এই কথা স্পষ্টভাৱে ক'লে যে তেখেত এতিয়াও আইন সভা বৰ্জ্জন কৰাৰ পক্ষপাতী আৰু তেখেতৰ মতে কাউঞ্চিললৈ যোৱাটো অসহযোগ নীতিৰ বিৰোধী। কিন্তু তেখেতে দেশবন্ধু দাস, পণ্ডিত মতিলাল নেহেৰু তথা স্বৰাজদলৰ অন্য নেতা সকলক এই মতলৈ আনিব নোৱাৰিলে। তেওঁলোক কাউঞ্চিললৈ গ'লো

গতিকে এতিয়া এই ধৰণৰ বাদ-বিবাদৰ পৰা কোনো লাভ নাই ; যি সকল অপৰিবৰ্ত্তনবাদী তেওঁলোকে বাদানুবাদ এৰি ৰচনাত্মক কামত লাগি যাব লাগে। তেখেতে এইটোও ক'লে কংগ্ৰেছৰ সংগঠন সম্বন্ধে তেখেতৰ দৃঢ় মতামত আছে আৰু এই কথা পিছত লিখিব। সেই সময়ত দেশত হিন্দু-মুছলমানৰ কাজিয়া চলি আছিল আৰু শত্ৰুতা বৰ ব্যাপকভাৱে বাঢ়ি গৈছিল। ইয়াৰো বিশদভাৱে বিশ্লেষণ কৰি তেখেতে এটা মন্তব্য লিখিছিল। এই লিখনিত তেখেতে আৰ্য্যসমাজৰ দোষ-গুণৰ সমালোচনা কৰিছিল যিটোৰ কাৰণে বহুতো লোক ক্ষুব্ধ হৈছিল। এই লিখনিতে তেখেতে এই কথাও কৈছিল যে মুছলমান কাজিয়া প্ৰিয় (bully) আৰু হিন্দু ভীৰু (coward)। কংগ্ৰেছ সংগঠন সম্বন্ধে তেখেতে এই মত ব্যক্ত কৰিছিল যে কংগ্ৰেছৰ সকলো নিৰ্ব্বাচিত পদৰ কাৰণে এনে লোক বাচিব লাগে যি আইন সভা বৰ্জ্জন নীতিগতভাৱে মানে আৰু নিজৰ ক্ষেত্ৰত সেই কথা মানি চলে—অৰ্থাৎ কাছাৰী বৰ্জ্জন কৰি তেওঁ মোকৰ্দ্দমাও কৰিব নালাগে আৰু ওকালতিও কৰিব নালাগে ; নিজৰ সৰু সৰু ল'ৰা-ছোৱালীবিলাকক চৰকাৰৰ লগত সম্বন্ধ থকা স্কুললৈ পঠাব নালাগে ; চৰকাৰী খিতাপ ৰাখিব নালাগে ; কাউন্সিললৈ যাব নালাগে ; বিদেশী কাপোৰ বৰ্জ্জন কৰিবৰ কাৰণে খাদী পিন্ধিব লাগে আৰু সূতা কাটিব লাগে।

এই সময়তে কলিকতাত 'ডে' নামৰ এজন ইংৰাজ লোকক শ্ৰীগোপীনাথ সাহা নামৰ ডেকা এজনে দিন দুপৰতে ৰাজপথত পিস্তলেৰে গুলী কৰি মাৰিলে। তেওঁক ধৰা পেলালে আৰু তেওঁৰ ফাঁচীৰ হুকুমো হ'ল। সেই বছৰ চিৰাজগঞ্জত হোৱা বঙ্গ প্ৰাদেশিক ৰাজনৈতিক কনফাৰেঞ্চত এই সম্বন্ধে এটা প্ৰস্তাৱ পাছ হৈছিল আৰু যদিও এই কাম বেয়া বুলি কোৱা হৈছিল তথাপি এই প্ৰস্তাৱত তেওঁৰ দেশভক্তিৰ প্ৰশংসা কৰা হৈছিল। মহাত্মাজীয়ে এই প্ৰস্তাৱ ভাল নাপালে ; কিয়নো তেখেতৰ মতে এনে ধৰণৰ হত্যা কংগ্ৰেছ সিদ্ধান্তৰ একেবাৰে বিৰোধী, ইয়াৰ দ্বাৰা দেশৰ অশেষ হানি হয় আৰু স্বৰাজৰ বাটত বাধা পৰে। তেখেতে এই প্ৰস্তাৱৰ চোকা সমালোচনা কৰিলে। কংগ্ৰেছৰ সংগঠন শক্তিশালী কৰিবৰ কাৰণে তেখেতে কেইবাটাও প্ৰস্তাৱ নিখিল ভাৰত কংগ্ৰেছ কমিটিত উত্থাপন কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে আৰু 'ডে'ৰ হত্যাৰ সম্বন্ধেও এটা প্ৰস্তাৱ ডাঙি ধৰাৰ কথা লিখিলে। প্ৰস্তাৱ সমূহৰ খচৰাও তেখেতে ছপাই দিলে। প্ৰস্তাৱৰ মৰ্ম্ম আছিল যে কংগ্ৰেছৰ

নিৰ্ব্বাচিত সদস্য সকলে সকলো বৰ্জ্জন মানিব লাগে আৰু এনে লোকেইহে কংগ্ৰেছৰ পদাধিকাৰ হ'ব লাগে। ইয়াৰ ফল হৈছিল যি সকল লোক কাউন্সিললৈ গ'ল তেওঁলোকক নিৰ্ব্বাচিত কৰিব নালাগে অথবা যি সকল নিৰ্ব্বাচিত হৈছে তেওঁলোক আঁতৰি আহিব লাগে। এইদৰে এনেভাৱে নিৰ্ব্বাচিত হোৱা সকলো লোকৰ কাৰণে দিলো কম পক্ষেও আধা ঘণ্টা সুতা কটা আৰু প্ৰতি মাহে দুহেজাৰ গজ সুতা খদ্দৰ বৰ্ডক দিয়া বাধ্যতামূলক কৰিব লাগে। যি সূতা নিদিয়ে তেওঁৰ ঠাই খালি হ'ল বুলি ধৰিব লাগে আৰু সেই খালি ঠাইত অন্য মনুহক নিৰ্ব্বাচিত কৰিব লাগে। ফল স্বৰূপে নিজৰ ভিতৰৰ খৰিয়াল দূৰ কৰিবৰ কাৰণে আগৰ বক্তব্যত যি আশা প্ৰকাশ পাইছিল এতিয়া সেই আশা একেবাৰে নাইকিয়া হ'বলৈ ধৰিলে। গোটেই দেশতে এই প্ৰস্তাৱ আৰু মতামত লৈ খুব জোৰেৰে বাদ-বিবাদ হবলৈ ধৰিলে। বাতৰি-কাকত সমূহে সপক্ষে আৰু বিপক্ষে লিখিবলৈ ধৰিলে। আৰ্য্যসমাজৰ শাখাবিলাকে তেওঁলোকক সমালোচনা কৰি লিখা কথাৰ নিন্দা কৰিবলৈ ধৰিলে। গান্ধীজীয়ে সদায় কৰি অহা মতে নিজৰ মতামত সংযত অথচ দৃঢ়তাৰে দেশৰ আগতে ডাঙি ধৰিলে।

জুনৰ শেষ সপ্তাহত আহ্‌মদাবাদত নিখিল ভাৰত কমিটিৰ বৈঠক হ'ল। সেই বৈঠকত বৰ্জ্জন নমনা আৰু সূতা নকটা লোকক পদাধিকাৰ হোৱাৰ পৰা বাধা দিয়া প্ৰস্তাৱ সমূহ কংগ্ৰেছৰ নীতিৰ বিৰোধী বুলি বিৰোধিতা হ'বলৈ ধৰিলে; কিয়নো কংগ্ৰেছৰ নিয়মাৱলী কংগ্ৰেছে তৈয়াৰ কৰিছে আৰু সেই নিয়মাৱলী সাল-বদল কৰিব পৰা অধিকাৰ কংগ্ৰেছৰহে আছে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নাই আৰু এই প্ৰস্তাৱ সমূহৰ ফলস্বৰূপে সেই নিয়ম পৰিবৰ্ত্তন কৰা হয়। মহাত্মাজীয়ে কৈছিল কংগ্ৰেছৰ এটা নিয়ম আছে যে যেতিয়া কংগ্ৰেছ অধিবেশন নহয় তেতিয়া কংগ্ৰেছৰ সকলো অধিকাৰ নিখিল ভাৰত কমিটিয়ে পায় আৰু যদি এই প্ৰস্তাৱ সমূহৰ দ্বাৰা নিয়মাৱলী সংশোধন হয় তথাপি সি অনিয়মিত নহ'ব বিশেষকৈ সেই সময়ত, যেতিয়া এই প্ৰস্তাৱ সমূহৰ প্ৰভাৱ কংগ্ৰেছৰ বৰ্জ্জন সম্বন্ধীয় সিদ্ধান্তসমূহ কাৰ্য্যকৰী কৰাহে হয়। মৌলানা মহম্মদ আলীয়ে সভাপতিত্ব কৰিছিল। তেওঁ নিজৰ মতামত ব্যক্ত নকৰি সদস্যসকলক এই প্ৰস্তাৱ সমূহক নিয়মৰ প্ৰতিকূল হয় নে নহয় বুলি সোধাত সৰহ সংখ্যাৰ সদস্যাই ইয়াক নিয়মৰ অনুকূল বুলি ৰায় দিলে—যদিও সপক্ষ আৰু বিপক্ষৰ সদস্যৰ সংখ্যাৰ পাৰ্থক্য খুব কম আছিল। এই কথাত দেশবন্ধু দাস পণ্ডিত মতিলাল নেহৰু আদিয়ে নিজৰ

অসন্তোষ প্ৰকাশ কৰিবৰ কাৰণে সভা-ত্যাগ কৰি গুচি গ'ল। মহাত্মাজীয়ে তেওঁলোক যোৱাৰ পিছতো এটা প্ৰস্তাৱ উত্থাপন কৰিলে আৰু সেই প্ৰস্তাৱ সামান্য সংখ্যাগৰিষ্ঠতাত গৃহীত হ'ল। এই প্ৰস্তাব গৃহীত হোৱাৰ লগে লগে মহাত্মাজীয়ে ততালিকে অন্য এটা প্ৰস্তাৱ ডাঙি ধৰিলে যে এই গৃহীত প্ৰস্তাৱৰ যি অংশত বৰ্জ্জন নমনাৰ শাস্তি পদৰ পৰা বঞ্চিত হোৱা বুলি কোৱা হৈছিল সেই অংশ বাদ দিব লাগে। তেখেতে ক'লে যে উপস্থিত লোকৰ বহুমত যদিও প্ৰস্তাৱৰ সপক্ষে আছিল তথাপি সেই বহুমত প্ৰকৃত বহুমত নাছিল; কিয়নো অনুপস্থিত লোক-সকলে যদি মত দিলেহেঁতেন তেন্তে তেওঁলোকৰ বহুমত হলহেঁতেন, তাৰ উপৰি যদি প্ৰস্তাৱৰ পক্ষে বহুমত থাকিও গলহেঁতেন তথাপি সি ইমান কম হলহেঁতেন যে নোহোৱাৰ সমানেই হলহেঁতেন। এইদৰে গৃহীত প্ৰস্তাৱ পৰিবৰ্ত্তন কৰা হ'ল আৰু স্বৰাজ পাৰ্টিৰ মানুহে পুনৰ ঘূৰি আহিবলৈ সুবিধা পালে।

সেই ৰাতিয়েই মহাত্মাজী আৰু তেওঁলোকৰ মাজত পুনৰ আলোচনা হ'ল আৰু ফলস্বৰূপে কংগ্ৰেছৰ সংগঠন সম্বন্ধীয় প্ৰস্তাৱৰ ৰূপ এনে কৰি দিয়া হ'ল যাতে দুয়ো দলৰে গ্ৰহণীয় হয়। পিছদিনা সেই সকলো প্ৰস্তাৱ এই আপোচৰ ৰূপত পাছ হ'ল। 'ডে' হত্যা সম্বন্ধীয় প্ৰস্তাৱ মহাত্মাজীয়ে নিজে ডাঙি ধৰিলে। দেশবন্ধু দাসে চিৰাজগঞ্জৰ প্ৰস্তাৱকে সংশোধিত ৰূপত ডাঙি ধৰিলে। শেষত মহাত্মাজীৰ প্ৰস্তাৱেই গৃহীত হ'ল। কিন্তু ইয়াতো যি বহুমত পালে সি বহুত কম সংখ্যৰ লোকৰ বহুমতহে আছিল। ইয়াৰ বিশেষ কাৰণ এটা আছিল যে চিৰাজগঞ্জৰ প্ৰস্তাৱৰ ওপৰত ইংৰাজ লোক আৰু ইংৰাজী বাতৰিকাকত সমূহে বৰ হুলস্থূল কৰিছিল। এই কথাও মুকলিভাৱে শুনা গৈছিল যে ইয়াৰ কাৰণে দেশবন্ধু দাস আৰু অন্যান্যলোকক গ্ৰেপ্তাৰ কৰা হ'ব। দেশবন্ধু দাসে চিৰাজগঞ্জৰ প্ৰস্তাৱ সংশোধিত ৰূপত ডাঙি ধৰাৰ কাৰণো এইটোৱেই বুলি ক'লে যে যদি তেওঁ এনে নকৰে তেন্তে গ্ৰেপ্তাৰ হোৱাৰ ভয়তহে চিৰাজগঞ্জৰ প্ৰস্তাৱ এৰি দিলে বুলি মানুহে ভাবিব। এতিয়া কংগ্ৰেছৰ সংগঠন সম্বন্ধীয় প্ৰস্তাৱৰ ফল এই হ'ল যে একালে বৰ্জ্জন সমূহ অলপ দৃঢ় কৰা হ'ল আৰু আনহাতে কাউন্সিল বৰ্জ্জন আৰু শিথিল কৰা হ'ল।

মহাত্মাজীক কোনো কোনো লোকে কৈছিল যে কাছাৰী বৰ্জ্জনৰ সুবিধা লৈ কিছুমান অসৎলোকে কংগ্ৰেছী লোকসকলক বৰ জুলুম কৰিছে; কিয়নো কংগ্ৰেছী লোকসকলে কাছাৰীত নিজৰ অধিকাৰ সাব্যস্ত কৰিবও

নোৱাৰে আৰু তেওঁলোকৰ ওপৰত কৰা দাবীৰ বিৰুদ্ধে নিজৰ বক্তব্য প্ৰকাশ কৰাৰ বাহিৰে কোনো উত্তৰ দিব নোৱাৰে। গতিকে তেওঁলোকৰ মত আছিল যে এনে ধৰণৰ কংগ্ৰেছীলোক সকলৰ অধিকাৰ সুৰক্ষিত কৰিবৰ কাৰণে কোনো উপায় কৰিব লাগে। মহাত্মাজী এই কথাত মান্তিও হৈছিল যে এনেলোকক আদালতত নিজক ৰক্ষা কৰিবৰ কাৰণে সুবিধা দিয়া হওক। বিশেষকৈ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য শ্ৰীগঙ্গাধৰ ৰাৱ দেশপাণ্ডেৰ কথা তোলা হৈছিল। এনে লোকক ৰেহাই দিবৰ কাৰণে মহাত্মাজীয়ে এটা প্ৰস্তাৱ তুলিলে। এই কথাত ডাক্তৰ চৌথৰাম গিড্ৱানীয়ে এটা প্ৰশ্ন কৰিলে যে এই প্ৰস্তাৱ নিয়মৰ প্ৰতিকূল নহয়নে? মৌলানা মহম্মদ আলীয়ে মহাত্মাজীৰ ৰায় বিচাৰিলে। মহাত্মাজীয়েও ক'লে যে বৰ্জ্জন সম্বন্ধীয় প্ৰস্তাৱৰ প্ৰতিকূল অৱশ্যে হয়। এই উত্তৰত মৌলানা চাহাবে এই প্ৰস্তাৱ নীতি-বিৰোধী বুলি ঘোষণা কৰিলে। সভাৰ কাম শেষ হ'ল। কিন্তু সেই সভাত যি যি হ'ল তাৰ কাৰণে মহাত্মাজীৰ অন্তৰত বৰ গভীৰ আঘাত লাগিল। তেখেতে এটা মৰ্ম্মান্তিক বক্তৃতা দিলে। কওঁতে কওঁতে তেখেত এবাৰ নিস্তব্ধ হৈ গ'ল। সভা স্তব্ধ হৈ গ'ল। গান্ধীজীৰ চকুৰ পৰা অনবৰতে চকুলো ওলাবলৈ ধৰিলে। কিছু সময়ৰ পিছত নিজকে চম্ভালি লৈ তেখেতে নিজৰ ক'বলগীয়া কথাৰ সামৰণি মাৰিলে। খুব উদাস আৰু নিৰাশাৰ বাতাবৰণৰ সৃষ্টি হ'ল। উপস্থিত সভ্যসকলে নিজৰ বক্তৃতাৰ দ্বাৰা মহাত্মাজীক সান্ত্বনা দিলে। তেওঁলোকে মহাত্মাজীক আশ্বাস দিলে যে তেওঁলোকে তেখেতৰ পদানুসৰণ কৰিবলৈ প্ৰস্তুত। বহুতে দেখাদেখিকৈয়ে মহাত্মাজীৰ লগত আৰু তেখেতৰ পিছতো কান্দি থাকিল। এনে উদাসীন অৱস্থাত সভা সমাপ্ত হ'ল।

মহাত্মাজীয়ে এই বৈঠক সম্বন্ধে খুব মৰ্ম্মভেদী প্ৰবন্ধ লিখিলে। বহুমত হোৱাৰ পিছতো মহাত্মাজীয়ে নিজৰ যি প্ৰস্তাৱ পৰিবৰ্ত্তন কৰিলে তাৰ কাৰণে দেশৰ বাতৰিকাকত সমূহে তেখেতক ভূৰি ভূৰি প্ৰশংসা কৰিলে। এই সকলো হোৱা সত্বেও এটা ধাৰণা হৈছিল যে কংগ্ৰেছৰ ভিতৰত মতভেদ অধিক স্থায়ী আৰু গম্ভীৰ হৈ পৰিব। এইটো কোনো নতুন কথা নাছিল; কিয়নো ইয়াৰ প্ৰমাণ চৌৰীচৌৰা কাণ্ডৰ পিছতেই পোৱা গৈছিল—যেতিয়া প্ৰায় সকলো নেতাই জেলৰ পৰাই গান্ধীজীয়ে সত্যাগ্ৰহ স্থগিত কৰাৰ বিৰোধিতা কৰিছিল। 'ডেং' হত্যাকাণ্ড সম্বন্ধীয় প্ৰস্তাৱতো সেই একে কথাই দেখা গৈছিল চৰকাৰে সদায় একে কথাৰ অনুসন্ধানতে থাকে। চৰকাৰে কংগ্ৰেছৰ পাৰস্পৰিক মনোমালিন্যৰ সুবিধা ল'বলৈ বিচাৰিলে।

কিছুদিনৰ পিছত বঙ্গদেশত শ্ৰীসুভাষচন্দ্ৰ বসুকে আদি কৰি বহুতো লোকক গ্ৰেপ্তাৰ কৰি নজৰবন্দী কৰি ৰাখিলে। গান্ধীজীয়ে নিজৰ কালৰ পৰা সদায় কাজিয়া মিতমাত কৰিবৰ কাৰণে লাগি আছিল। এই ঘটনাৰ পিচত তেখেতে স্থিৰ কৰিলে যে এতিয়া যি কোনো উপায়েৰে এই কাজিয়া মিতমাত কৰিবই লাগিব। তেখেতে আহ্মদাবাদতেই কৈছিল যে মই যদিও বহুমত পাইছোঁ তথাপি ইয়াক মই মোৰ পৰাজয় বুলিয়েই ভাবিছোঁ—দুয়ো পক্ষৰ ভোটৰ সংখ্যাৰ ইমান কম পাৰ্থক্য কোনো কথা নহয় আৰু মই মানি লৈছোঁ যে মই হাৰিলোঁ। তেতিয়াৰ পৰা তেখেতে পথ বিচাৰিবলৈ লাগি গ'ল। তেখেতে কেবল স্বৰাজ পাৰ্টিৰ লগতে আপোচ কৰিব খুজিছিল এনে নহয় বৰং অসহযোগ আন্দোলনৰ কাৰণে যি সকল কংগ্ৰেছৰ পৰা আঁতৰি গ'ল সেই সকলো ভিন্ন মতৰ লোকো কংগ্ৰেছলৈ ঘূৰি অহাটোৰেই তেখেতৰ ইচ্ছা আছিল।

ডাক্তৰ এনী বেচেণ্ট সেই সময়ত স্বাধীনতাৰ খচৰা তৈয়াৰ কৰি বৃটিছ পাৰ্লিয়ামেণ্টৰ আগত দাখিল কৰাৰ চেষ্টাত আছিল। ঠিক সেই সময়তে ইংলণ্ডৰ পাৰ্লিয়ামেণ্টত শ্ৰমিক দলে সংখ্যা গৰিষ্ঠতা লাভ কৰি মন্ত্ৰীসভা গঠন কৰিবলৈ পাইছিল। শ্ৰীৰাম্‌চে মেক্‌ড'নাল্ড প্ৰধানমন্ত্ৰী হ'ল। ভাৰতৰ মঙ্গল কামনা কৰা বুলি ভবা কৰ্ণেল ৱেজউদ ভাৰত-সচিব হ'ব বুলি আশা কৰা হৈছিল। কিন্তু ভাৰতৰ ইংৰাজসকলৰ কাৰণে, বিশেষকৈ চিভিল চাৰ্ভিচত কাম কৰা সকলৰ বিৰোধিতাৰ কাৰণে তেওঁক ভাৰত-সচিব কৰা ন'হল। লৰ্ড অলিভিয়ৰ ভাৰত-সচিব হ'ল। তথাপি কিছুমান মানুহে আশা কৰিছিল যে শ্ৰমিক দলৰ মন্ত্ৰীসভাই ভাৰতক কিছু ৰাজনৈতিক অধিকাৰ দিব পাৰিব। দেশৰ পৰিস্থিতি দেখি, বিশেষকৈ হিন্দু-মুছলমান সংঘৰ্ষৰ প্ৰতি লক্ষ্য ৰাখি আৰু কংগ্ৰেছ তথা দেশত নিজৰ ভিতৰত হোৱা মতভেদৰ কাৰণে বাঢ়ি অহা শত্ৰুতা দূৰ কৰিবৰ বিশেষ আৱশ্যক বুলি ভাবি গান্ধীজীয়ে মত দিলে যে কংগ্ৰেছে অসহযোগ আন্দোলন স্থগিত কৰিব লাগে যাতে সকলো মানুহ কংগ্ৰেছলৈ আহিবলৈ সুবিধা পায়।

তলত উল্লেখ কৰা কিটাই মহাত্মাজীৰ প্ৰস্তাৱ আছিল :—(১) কংগ্ৰেছে বিদেশীকাপোৰ বৰ্জ্জন বাদ দি বাকী সকলো বৰ্জ্জন স্থগিত কৰক; (২) কংগ্ৰেছে কাপোৰ বাদ দি অন্য বৃটিছ সামগ্ৰী বৰ্জ্জন কৰা এৰি দিয়ক; (৩) কংগ্ৰেছে খদ্দৰ আৰু যঁতৰৰ প্ৰচাৰ, হিন্দু-মুছলমান একতা তথা হিন্দুৰ ভিতৰত অস্পৃশ্যতা নিবাৰণৰ কামকেই কৰক; (৪) কংগ্ৰেছে চলি থকা

বাষ্ট্ৰীয় বিদ্যালয়বোৰ চলাওক আৰু আৱশ্যকতা অনুসৰি এনে নতুন বিদ্যালয় খোলক ; (৫) কংগ্ৰেছৰ চাৰি-অনীয়া সভ্য উঠাই দিয়া হওক আৰু তাৰ ঠাইত এনে নিয়ম কৰা হওক যে যেয়ে প্ৰতিদিনে কম পক্ষেও আধাঘণ্টা সূতা কাটি প্ৰতিমাহে নিজে কটা দুহেজাৰ গজ সূতা কংগ্ৰেছক দিব তেৱেঁইহে কংগ্ৰেছৰ সভ্য হ'ব পাৰিব । দুখীয়া হোৱাৰ কাৰণে যি কপাহ কিনিব নোৱাৰে তেওঁক কংগ্ৰেছে কপাহ দিব । ইয়াৰ ফল হৈছিল যে—(১) কংগ্ৰেছ অথবা অপৰিবৰ্ত্তনবাদীসকলৰ দ্বাৰা স্বৰাজ পাৰ্টিৰ লোক-সকলৰ বিৰোধ কৰা নহওক আৰু তেওঁলোকক নিজৰ সংগঠন কৰিবলৈ সম্পূৰ্ণ সুবিধা দিয়া হওক ; (২) অন্যদলৰ লোকক কংগ্ৰেছত যোগ দিবলৈ নিমন্ত্ৰণ কৰা হওক ; (৩) অপৰিবৰ্ত্তনবাদীসকলে কাউন্সিললৈ যোৱাৰ বিৰুদ্ধে পঁৰোক্ষ বা প্ৰত্যক্ষভাৱে আন্দোলন কৰা বন্ধ কৰক ; (৪) যি সকলে বৰ্জ্জনত বিশ্বাস নকৰে তেওঁলোকক এই স্বাধীনতা দিয়া হওক যে যদি তেওঁলোকে ইচ্ছা কৰে বৰ্জ্জন বাদ দিব পাৰে—অৰ্থাৎ উকীলে যদি ইচ্ছা কৰে তেন্তে ওকালতি কৰক আৰু বৰ্জ্জন নমনা সকলে কংগ্ৰেছত যোগ দিব পাৰে তথা পদাধিকাৰ হ'ব পাৰে ।

মহাত্মাজীৰ এই প্ৰস্তাৱ সকলোৱে আলোচনা কৰিবলৈ ধৰিলে । শ্ৰীমতী এনী বেচেণ্টে তো এই প্ৰস্তাৱ একপ্ৰকাৰ মানিয়েই ল'লে । তেওঁ কংগ্ৰেছত যোগ দিবলৈ বাট মুকলি হোৱা দেখিবলৈ পালে ।

## ৫৬ । মহাত্মাজীৰ এবৈকশদিনীয়া অনশন আৰু ঐক্য সম্মেলন

এহাতে এই আলোচনা চলি থাকিল আৰু আনহাতে দেশত অ'ত ত'ত হিন্দু-মুছলমান সংঘৰ্ষ হৈ থাকিল । বিহাৰতো ভাগলপুৰত সংঘৰ্ষ হ'ল । অন্যান্য বন্ধুৰ লগত মই তালৈ যাব লগা হৈছিল । কেইবাদিনো তাত থাকি তেওঁলোকৰ মিলা-প্ৰীতিৰ কাৰণে যত্ন কৰি থাকিলোঁ । অন্যান্য ঠাইতো সংঘৰ্ষ হ'ল । এই কথাই গান্ধীজীৰ অন্তৰত দকৈ সাঁচ বহুৱালে । দিল্লীত ডাঙৰ সংঘৰ্ষ হ'ল । তালৈ গান্ধীজী নিজেই গ'ল । তেখেতে তাত কেইদিনমান থাকি অন্য কোনো কামৰ কাৰণে বোম্বাইৰ ফালে ঘুৰি গ'ল । নিজামৰ ৰাজ্যৰ গুলবাৰ্গতো ডাঙৰ সংঘৰ্ষ হ'ল । গান্ধীজী আকৌ দিল্লীলৈ

গ'ল। থিক সেই সময়তে সীমান্ত প্ৰদেশৰ কোহাট নামৰ নগৰত ডাঙৰ সংঘৰ্ষ হ'ল। সেই সংঘৰ্ষত বহুতো লোকৰ প্ৰাণ হানি হ'ল। বহুতো বস্তু-বাৰী লুটিলে। বহুতৰ ঘৰ জ্বলাই দিলে। গান্ধীজী এই ঘটনাৰ কাৰণে খুব চিন্তিত আৰু উদ্বিগ্ন হৈছিল। এই বিলাক ঘটনাৰ পৰা তেখেত অসন্তুষ্ট হৈ হিন্দু-মুছলমান একতাৰ কাৰণে একৈশ দিনৰ অনশন কৰা স্থিৰ কৰিলে। তেখেতে দিল্লীত মৌলানা মহম্মদ আলীৰ ঘৰত বেতিয়া আছিল তেতিয়াই এই সিদ্ধান্ত গ্ৰহণ কৰিছিল। তাতে অনশনো আৰম্ভ কৰিলে।

মহাত্মাজীৰ অনশনৰ কথা প্ৰকাশ পোৱাৰ লগে লগে গোটেই দেশতে চিন্তা হ'বলৈ ধৰিলে। অলপ দিনৰ আগতে মাথোন তেখেত খুব ডাঙৰ অসুখৰ পৰা উঠিছিল। সকলোৱেই, বিশেষকৈ তেখেতৰ স্বাস্থ্যৰ বিষয়ে ভালকৈ জনা ডাক্তৰ আন্সাৰী খুব চিন্তিত হ'ল। তেওঁ গান্ধীজীক এই সিদ্ধান্তৰ পৰা বিৰত কৰিবলৈ বহুত যত্ন কৰিলে। তেওঁ নিজৰ স্নেহ আৰু ডাক্তৰী কলা এই দুয়োটাকে প্ৰয়োগ কৰিলে কিন্তু গান্ধীজী নিজৰ সিদ্ধান্তৰ পৰা লৰচৰ নহ'ল। শেষত তেওঁ গান্ধীজীৰ পৰা এই প্ৰতিশ্ৰুতি আদায় কৰিবলৈ সমৰ্থ হ'ল যে, যদি এই অনশনৰ ফল স্বৰূপে গান্ধীজীৰ মৃত্যু হ'ব লগা হয় তেন্তে তেনে অৱস্থাত তেখেতে অনশন ভঙ্গ কৰিব। অনশন আৰম্ভ হ'ল। খবৰ পায়েই ময়ো দিল্লী পালোগৈ। কেই-দিনমানৰ পিছত গান্ধীজীক মৌলানা মহম্মদ আলীৰ ঘৰৰ পৰা লৈ গৈ নগৰৰ বাহিৰত ৰায়বাহাদুৰ চুলতান সিংহৰ এটা বঙলাত থোৱা হ'ল। শ্ৰীএণ্ড্ৰুজ তেখেতৰ সেৱাৰ কাৰণে আহি পৰিল। ডাক্তৰ আন্সাৰীয়ে দিনে-ৰাতিয়ে তেখেতৰ দেখা শুনা কৰি থাকিল।

আনহাতে মানুহৰ ওপৰত ইয়াৰ প্ৰভাৱ নপৰাকৈ নাথাকিল। মৌলানা মহম্মদ আলীৰ প্ৰেৰণাত দিল্লীত এখন সৰ্ব্বজাতি সম্মেলন পতা হ'ল। এই সম্মেলনত হিন্দু, মুছলমান আৰু শিখ নেতা সকলৰ উপৰিও খৃষ্টান নেতাও সম্মিলিত হ'ল। কলিকতাৰ লৰ্ড বিচপ ডাক্তৰ কৌচ বেষ্টকোটও আহিল। কেইবাদিনো একেলেঠাৰিয়ে আলোচনা চলি থাকিল। যি বোৰ কথা লৈ কাজিয়া হৈছিল সেইবোৰ সম্বন্ধে প্ৰস্তাৱ গ্ৰহণ কৰিলে। প্ৰধান প্ৰস্তাৱ সমূহ এনে ধৰণৰ আছিল :—

(১) প্ৰাণ আৰু বস্তু-বাৰী হানি হোৱা তথা মন্দিৰ ভ্ৰষ্ট হোৱা দেশব্যাপী চলা হিন্দু-মুছলমান কাজিয়া আৰু সংঘৰ্ষত এই সভাই দুখ প্ৰকাশ কৰে আৰু এনে কাম বৰ্ব্বৰতাসূচক আৰু ধৰ্ম্মবিৰোধী বুলি ভাবে। এই

সভাৰ মতে কোনোৱেই প্ৰতিশোধ লোৱা আৰু শাস্তি দিয়া অধিকাৰ নিজৰ হাতত লোৱাটো কেৱল বেআইনীয়েই নহয় অধাৰ্ম্মিকো। এনে ধৰণৰ কাজিয়া পঞ্চায়তৰ দ্বাৰা মীমাংসা কৰিব লাগে। য'ত এনে কৰা সম্ভৱ নহয় তাত কাছাৰীৰ যোগেদি এনে কাজিয়াৰ মীমাংসা কৰিব লাগে।

(২) উপৰোক্ত প্ৰস্তাৱ কাৰ্য্যকৰী কৰিবৰ কাৰণে আৰু নিজৰ ভিতৰত বন্ধুত্বৰ ভাব স্থাপন কৰিবৰ কাৰণে এই সম্মেলনৰ মতে এই কথা আৱশ্যক যে প্ৰত্যেক মানুহেই নিজৰ মতে বিশ্বাস কৰিব পাৰে আৰু সেই বিশ্বাস প্ৰকাশ কৰিব পাৰে তথা অন্যৰ কথা মনত ৰাখি তেওঁলোকৰ অধিকাৰত আঘাত নকৰাকৈ নিজৰ ধৰ্ম্মৰ কাম কৰিব পৰা অধিকাৰ আছে। কোনো মানুহে বা দলে যেন অন্য কোনো ধৰ্ম্মৰ প্ৰবৰ্ত্তক পূজ্য লোকক গালি নাপাৰে আৰু তেওঁলোকৰ সিদ্ধান্তক নিন্দা নকৰে। সকলো ধৰ্ম্মৰে পূজা-স্থান পৱিত্ৰ আৰু নিৰাপদ ৰুলি ভাবিব লাগে। কোনো অৱস্থাতেই, লাগে অৱস্থা যিমানেই উত্তেজনাপূৰ্ণ নহওক, প্ৰতিশোধ ল'বৰ কাৰণেও তেনে স্থানৰ ওপৰত আক্ৰমণ কৰিব নালাগে। যদি ক'ৰবাত এনে ঘটনা হয়ো তেন্তে তাক নিন্দা কৰিব লাগে আৰু সকলো মানুহৰেই এইটো কৰ্ত্তব্য হ'ব যে তেওঁলোকে নিজৰ সকলো শক্তি প্ৰয়োগ কৰি এনে কাম হ'বলৈ নিদিয়ে।

(৩) হিন্দুসকলে এনে আশা কৰিব নালাগে যে মুছলমান সকলৰ গো-হত্যা অধিকাৰ জোৰেৰে অথবা কোনো ব'ৰ্ডৰ প্ৰস্তাৱৰ দ্বাৰা বা আইন সভাৰ দ্বাৰা আইন কৰি নহলে আদালতৰ হুকুমৰ দ্বাৰা কাঢ়ি ল'ব পাৰি। কিন্তু মুচলমানসকলে নিজ সিদ্ধান্তমতে তাক এৰিব পাৰে। সেইকাৰণে এই কাম তেওঁলোকৰ সজবুদ্ধিৰ ওপৰত এৰি দি নিজৰ ভিতৰত মিলা-প্ৰীতি বঢ়াব লাগে যাতে এটা সম্প্ৰদায়ৰ প্ৰতি আনটো সম্প্ৰদায়ৰ সদ্ভাৱ বাঢ়ে। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে কোনো ঠাইত চলা নিয়ম অথবা দুয়োটা সম্পদায়ৰ মাজত স্থাপন হোৱা আপোচ পৰিবৰ্ত্তন কৰিব লাগে অথবা ইয়াৰ অৰ্থ এইটো নহয় যে য'ত গো-হত্যা হোৱা নাই তাতো গো-হত্যা হওক। য'ত কোনো বিষয় লৈ মতভেদ হয় তেনেস্থলত তাৰ বিচাৰ ৰাষ্ট্ৰীয় পঞ্চায়তে কৰিব। গো-হত্যাও এনে ধৰণেৰে হ'ব লাগে যাতে হিন্দু সকলে দুখ নাপায়।

(৪) এই সম্মেলনৰ মুছলমান সদস্যসকলে তেওঁলোকৰ সহধৰ্ম্মীসকলক অনুৰোধ কৰে যাতে তেওঁলোকে যিমান দূৰ সম্ভৱ গো-হত্যা কমকৈ কৰে। মুছলমানসকলে এনে আশা কৰিব নালাগে যে তেওঁলোকে মছজিদৰ ওচৰত

হিন্দুৰ বাজনা খোৱেৰে অথবা হ'ৰ্ডৰ প্ৰস্তাৱমতে বা আইন সভাৰ দ্বাৰা আইন তৈয়াৰ কৰি নহলে আদালতৰ হুকুমৰ দ্বাৰা বন্ধ কৰিব পাৰিব। হিন্দু-সকলৰ মতানুকূলেহে তাক বন্ধ কৰিব পাৰি। হিন্দু সকলৰ সুবুদ্ধিৰ ওপৰত এই কথা এৰি দিব লাগে যাতে তেওঁলোকে মুছলমানসকলৰ অনুভূতিক আদৰ কৰে। ইয়াৰ অৰ্থ এইটো বুলি ভাবিব নালাগে যে য'ত য'ত প্ৰচলিত নিয়ম আছে অথবা নিজৰ ভিতৰত আপোচ আছে তেনে নিয়ম অথবা আপোচ এই প্ৰস্তাৱৰ দ্বাৰা নাকচ হৈ গ'ল নাইবা ইয়াৰ অৰ্থ এইটো নহয় যে য'ত মছজিদৰ আগত বাজনা বজোৱা নহয় তাত বাজনা বজাব লাগে। যি কোনো বিষয়ে মতভেদ হ'লে তাৰ বিচাৰ ৰাষ্ট্ৰীয় পঞ্চায়তে কৰিব। এই সম্মেলনৰ হিন্দু সদস্যসকলে হিন্দুসকলৰ ওচৰত অনুৰোধ কৰে যাতে তেওঁলোকে মছজিদৰ ওচৰত এনে ধৰণেৰে বাজনা বজাব যাৰ দ্বাৰা মুছলমান সকলৰ সমূহীয়া নামাজত বাধা নহয়।

(৫) এই ধৰণৰ প্ৰস্তাৱ আৰতি আৰু আজান সম্বন্ধেও গৃহীত হ'ল।

(৬) য'ত মাংস বিক্ৰী আৰু জীৱ-হত্যাৰ অনুমতি আছে তেনে ঠাইত হত্যা কৰাৰ পদ্ধতি সম্বন্ধে কটাই হওক বা হালাল কৰাই হওক—আপত্তি কৰা ন'হব।

(৭) প্ৰত্যেক মানুহেই যি ধৰ্ম্মকে ইচ্ছা কৰে তাক মানিবৰ অধিকাৰ আছে আৰু যেতিয়াই ইচ্ছা হয় সেই ধৰ্ম্ম পৰিবৰ্ত্তন কৰিব পাৰে। ধৰ্ম্ম পৰিবৰ্ত্তন কৰাৰ কাৰণে তেওঁক দোষী বুলি ভৰা ন'হব আৰু তেওঁক তাৰ কাৰণে কোনো কষ্ট দিয়া ন'হব।

(৮) প্ৰত্যেক ব্যক্তি অথবা ব্যক্তিসমূহৰ অধিকাৰ আছে যে তেওঁলোকে আলোচনা কৰি বুজাই—মেলি অন্যৰ ধৰ্ম্ম পৰিবৰ্ত্তন কৰিব পাৰে অথবা যি নিজৰ ধৰ্ম্ম এৰি অন্য ধৰ্ম্ম গ্ৰহণ কৰে তেওঁক পুনৰ নিজৰ ধৰ্ম্মলৈ আনিব পাৰে। কিন্তু বলপূৰ্ব্বক বা প্ৰবঞ্চনা কৰি অথবা অনুচিত উপায়েৰে—যেনে, কোনো বস্তুৰ লোভ দেখুৱাই—কোনেও যেন কাৰো ধৰ্ম্ম পৰিবৰ্ত্তন নকৰে।

(৯) ধৰ্ম্ম পৰিবৰ্ত্তন সম্বন্ধে লুকাই চুৰকৈ কোনো কথা হ'ব নালাগে। নিজৰ ধৰ্ম্মস্থানত পূজা-স্থান তৈয়াৰ কৰাত অন্য ধৰ্ম্মক কোনো মানুহে বন্ধ কৰা অথবা বাধা দিয়াৰ অধিকাৰ নাই। নতুন পূজা-স্থান অন্য ধৰ্ম্মৰ পূজা-স্থানৰ কিছু দূৰত কৰা হওক।

(১০) পোদ্ধৰজন লোকক লৈ এখন কেন্দ্ৰীয় ৰাষ্ট্ৰীয় পঞ্চায়ত গঠন

কৰা হওক আৰু তেওঁলোকক অধিকাৰ দিয়া হওক যাতে ভিন্ন ধৰ্ম্মৰ স্থানীয় প্ৰতিনিধিৰ মত অনুসৰি তাত স্থানীয় পঞ্চায়তে এনে ধৰণৰ সকলো কাজিয়া মীমাংসা কৰিব। পঞ্চায়তে নিজৰ নিজৰ নিয়ম কৰি ল'ব পাৰিব। এই পঞ্চায়তৰ সভাপতি হ'ব মহাত্মা গান্ধী আৰু সভ্য সকল হ'ব—হাকীম আজমল খাঁ, শ্ৰী চি, কে, নৰীমেন (পাৰ্চী), ডাক্তৰ এচ, কে, দত্ত (খৃষ্টান), মিষ্টাৰ সুন্দৰসিংহ লায়লপুৰী (শিখ), বাকী সভ্যসকলক তেওঁলোকে বাছি লব।

এই চেষ্টাৰ ফলত দেশৰ পৰিস্থিতি ভাল হোৱা দেখা গ'ল। সকলো ধৰ্ম্মৰ মানুহৰ মাজত সদ্ব্যৱহাৰ আৰু ভ্ৰাতৃত্বৰ সম্বন্ধ প্ৰতিষ্ঠা কৰিবলৈ সিদ্ধান্ত কৰা জানিবলৈ পোৱা হ'ল। ঐক্য সম্মেলনৰ প্ৰভাৱো খুব ভাল হ'ল। যদি সি স্থায়ী হলহেঁতেন তেন্তে বৰ ডাঙৰ কথা হলহেঁতেন। কিন্তু সি স্থায়ী হ'ব নোৱাৰিলে। সেই সময়ৰ মনৰ আশা ভবিষ্যতে পূৰ্ণ ন'হল।

ময়ো সদায় এই সম্মেলনত যোগ দি থাকিলোঁ। সকলো উপায়েৰে মই ইয়াৰ সফলতাৰ কাৰণে চেষ্টা কৰিছিলো। কিন্তু ভাল পৰিস্থিতি সৃষ্টি হোৱা সত্বেও আৰু সদিচ্ছা থকা সত্বেও মোৰ মনত সদায় এটা সন্দেহ আছিল; কিয়নো এই সকলো কথাৰ পিচত এনে শুভ চেষ্টাৰ ফল স্থায়ী কৰিবলৈ যিমান দৃঢ় ঐক্যভাব আৱশ্যক তেনে ভাব নাছিল। প্ৰত্যেক মতৰ লোকে নিজৰ দাবী আৰু অধিকাৰৰ ওপৰতহে জোৰ দি থাকিল, নিজৰ কৰ্ত্তব্যৰ ওপৰত সিমান জোৰ দিয়া নাছিল। মই এই কথাহে মানোঁ যে এনে কাজিয়া নিজ নিজ কৰ্ত্তব্যৰ ওপৰত জোৰ দিলেহে অন্ত হ'ব পাৰে, দাবী আৰু অধিকাৰৰ ওপৰত জোৰ দিলে নহয়। কিন্তু সেই সময়ত যি হৈছিল দেখাত ভালেই লাগিছিল; গতিকে অন্তৰৰ এই ভাব অন্তৰতেই থাকিল।

সিফালে গান্ধীজীৰ অনশন চলিয়েই আছিল। ডাক্তৰ আন্সাৰীয়ে দিনে দুবাৰকৈ তেখেতৰ পেচাব পৰীক্ষা কৰিছিল। এদিন এটা অদ্ভুত ঘটনা হ'ল। মই ডাক্তৰ আন্সাৰীৰ পৰাইহে শুনিলো। এদিন পেচাব পৰীক্ষা কৰোঁতে তাত অচিটোন অধিক মাত্ৰা পোৱা গ'ল! এইটো ভাল লক্ষণ নহয়। যদি ইয়াৰ মাত্ৰা আৰু বাঢ়ি যায় তেন্তে মানুহ সংজ্ঞাহীন হৈ যায়। তাৰ পিছত সেই মানুহজনক বচোৱা টান হৈ পৰে। ইয়াৰ কাৰণে তেওঁ চিন্তিত হৈ পৰিল। তেতিয়া তেওঁ মহাত্মাজীক ক'লে—আপুনি এতিয়া সঙ্কটজনক অৱস্থাৰ পিনে আগবাঢ়িছে

আৰু হয়তো একৈশ দিন পূৰ্ণ হোৱাৰ আগতে আপুনি আপোনাৰ কথামতে অনশন ভঙ্গ কৰিব লাগিব।

অচিটোনৰ মাত্ৰা বাঢ়ি গ'ল। ডাক্তৰ আন্সাৰীয়ে স্থিৰ কৰিলে যে আৰু বেচি সময় অপেক্ষা কৰা বিপদ পূৰ্ণ হ'ব। তেওঁ মহাত্মাজীক এই কথা ক'লে। তেওঁ আগ্ৰহেৰে কৰিলে যে এতিয়া অনশন ভঙ্গ কৰিব লাগে। তেওঁ ভয় কৰিছিল যে কেইঘণ্টামানৰ ভিতৰতে সংজ্ঞাহীন অৱস্থা আহিব পাৰে। তেওঁ এই সকলো কথা ক'লে আৰু খুৱাবলৈ জেদ কৰিলে। মহাত্মাজীয়ে ক'লে—আপুনি আপোনাৰ বিদ্যা অনুসৰি সকলোৱেইতো চালে আৰু সকলো হিচাপ কৰিলে; কিন্তু বাস্তিটোৰ কাৰণে মোক এৰি দিয়ক। এই কথাত ডাক্তৰ চাহাব মান্তি হোৱা নাছিল। তেতিয়া গান্ধীজীয়ে ক'লে—আপুনি সকলো হিচাপ কৰিলে কিন্তু প্ৰাৰ্থনাৰ প্ৰভাৱৰ হিচাপ কৰা নাই নহয়; আজি মোক এৰি দিয়ক। ডাক্তৰ চাহাবে মানি ল'লে। পিচদিনা পেচাব পৰীক্ষা কৰি তেওঁ ক'লে এতিয়া আৰু অচিটোনৰ বিপদ নাই আৰু খুওৱাৰ ইচ্ছা ত্যাগ কৰিলে। ইয়াৰ পিছত অনশন শেষ নোহোৱালৈকে অচিটোনৰ উপদ্ৰৱ ন'হল। ডাক্তৰ আন্সাৰীৰ চিন্তা কমিবলৈ ধৰিলে। তেওঁ আমাক ক'লে যে এই আশ্চৰ্য্যৰ কোনো কাৰণ আমাৰ চিকিৎসা শাস্ত্ৰত লিখা নাই—এইটো কেনেকৈ হ'ল মই বুজিব নোৱাৰোঁ।

মহাত্মাজীয়ে প্ৰত্যেক দিন অনশনৰ ভিতৰতে নিজৰ সময় অনুসৰি সূতা কাটি আছিল। তেখেতক চাৰিওপিনে গাৰু দি কোনো ৰকম বহুৱাই দিয়া হয়। সেইদৰে বহি তেখেতে সূতা কাটিছিল। শেষত যেতিয়া অনশন ভঙ্গ কৰাৰ সময় আহিল তেতিয়া সূতা কাটি ভজন গাই তেখেতে সুমথিৰা টেঙাৰ ৰস খাই অনশন ভঙ্গ কৰিলে। মৌলানা মহম্মদ আলীয়ে এই সময়ত কচাইখানাৰ পৰা এজনী গাই গৰু কিনি মহাত্মাজীক উপহাৰ দিলে। এই কাৰ্য্যত কিমান প্ৰেম আৰু সম্ভাৱ নিহিত আছিল।

## ৫৭। পাটনা মিউনিচিপেলিটিত

যি সময়ত মই বাব হৰিজীৰ মোকৰ্দ্দমাত পাটনাত কাম কৰি আছিলোঁ সেই সময়তে পাটনা মিউনিচিপেলিটিৰ সদস্য সকলৰ নিৰ্ব্বাচন হৈছিল। কংগ্ৰেছে যদিও কাউন্সিললৈ যোৱা নিষেধ কৰিছিল তথাপি মিউনিচিপেলিটি আৰু ডিষ্ট্ৰিক্ট-ব'ৰ্ডলৈ যোৱাত বাধা নাছিল। এই নীতি অনুসৰিয়েই চৰ্দাৰ বল্লভভাই পেটল আহ্মদাবাদ মিউনিচিপেলটিৰ সদস্য নিৰ্ব্বাচিত হৈছিল। আৰু তাৰ প্ৰেছিডেণ্ট হৈছিল। পণ্ডিত জৱাহৰলাল নেহৰু এলাহাবাদ মিউনিচিপেলিটিৰ চেয়াৰমেন হৈছিল। পাটনাতো মিউনিচিপেল-নিৰ্ব্বাচনত কংগ্ৰেছে অংশ গ্ৰহণ কৰাৰ সিদ্ধান্ত হ'ল। পাটনাৰ মুখ্য কংগ্ৰেছী নেতা যেনে, মৌলৱী খুৰছেদ হছনেন, অনুগ্ৰহনাৰায়ণ সিংহ, শ্ৰীজগতনাৰায়ণ লাল, শ্ৰীবদ্ৰীনাথ বৰ্মা, শ্ৰীআব্দুল বাৰী আৰু মই— নিৰ্ব্বাচনত প্ৰাৰ্থীৰূপে থিয় দিলোঁ। আমাৰ ইচ্ছা আছিল যে মৌলৱী খুৰছেদ হছনেনক চেয়াৰমেন আৰু অনুগ্ৰহ বাবুক ভাইচ-চেয়াৰমেন পাতিম। নিৰ্ব্বাচনত যথেষ্ট অসুবিধা আছিল কিয়নো পাটনাত কিছুমান মানুহ বহুত দিনৰ পৰা মিউনিচিপেল কমিচনাৰ হৈ আহিছে, তেওঁলোকক আঁতৰোৱা মস্কিল আছিল। তথাপি কংগ্ৰেছৰ বহুতো সদস্য নিৰ্ব্বাচিত হ'ল, কিন্তু সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে। কিন্তু কংগ্ৰেছী-লোকেইহঁত সংগঠিত আছিল আৰু তেওঁলোকৰ কাৰ্য্যসূচী আছিল। বাকী সকলো ব্যক্তিগতভাৱে নিৰ্ব্বাচিত হৈছিল। মৌলৱী হছনেন নিৰ্ব্বাচিত হোৱাত খুব অসুবিধা হ'ল। কিয়নো তেওঁৰ বিৰুদ্ধে এজন হিন্দু প্ৰাৰ্থী আছিল তেওঁ হিন্দু-মুচলমান প্ৰশ্ন উত্থাপন কৰিলে; নিজৰ ভোটৰ বাকচত তেওঁ গাই গৰুৰ ছবি লগালে। ইমান পৰ্য্যন্ত শুনা গৈছিল যে তেওঁ এটা গৰু পোৱালী লৈ দুৱাৰে দুৱাৰে গৈ হিন্দুসকলৰ পৰা গৰু পোৱালীটোৰ কাৰণে ভোট বিচাৰিছিল। আমি চিন্তিত হৈ পৰিলোঁ যে মৌলৱী খুৰছেদ হছনেনৰ নিচিনা যদি এজন ডাঙৰ কংগ্ৰেছী নিৰ্ব্বাচিত নহয় তেন্তে আমাৰ কাৰণে বৰ লাজৰ কথা হ'ব। আমিও খুব জোৰ দিলো। তেওঁ বহুত সংখ্যাগৰিষ্ঠতাত নিৰ্ব্বাচিত হ'ল।

এইবোৰ কাজিয়া দেখি মৌলৱী খুৰছেদ হছনেনে স্থিৰ কৰিলে যে তেওঁ চেয়াৰমেনৰ কাৰণে প্ৰাৰ্থী থিয় নহয় নয়েইহে চেয়াৰমেন হ'ব

লাগে। মোৰ ইচ্ছা একেবাৰেই নাছিল। মোৰ সময়ো নাছিল কিয়নো সেই সময়ত মই এটা ডাঙৰ মোকৰ্দ্দমাত কাম কৰি আছিলো। কিন্তু তেওঁ কোনো পধ্যেই মান্তি নহ'ল। মই চেয়াৰমেন হ'বলৈ মান্তি হ'বলগীয়া হ'লোঁ। অনুগ্ৰহ বাবুকেও সেই ডাঙৰ মোকৰ্দ্দমাটোত বিপক্ষৰ কাম কৰি আছিল। তেওঁ ভাইচ-চেয়াৰমেন হ'ল। এই নিৰ্ব্বাচনৰ ফলস্বৰূপে এনে হ'ল যে কংগ্ৰেছৰ সমৰ্থক বুলি ভবা আৰু তেওঁলোকৰ পৰা সহায় পাম বুলি আশা কৰা কিছুমান বন্ধু আমাৰ সম্পূৰ্ণ বিৰোধী হৈ গ'ল। তেওঁলোকে মিউনিচিপেলিটিৰ ভিতৰত আমাৰ বিপক্ষে এটা বিৰোধীদল তৈয়াৰ কৰি ল'লে। যি কোনো কথা ক'লেই তেওঁলোকে, বিশেষকৈ তিনিজনমান বন্ধুৱে সদায় তাৰ বিৰোধিতা কৰাটো এটা প্ৰধান কাম হৈ পৰিল। মিউনিচিপেলিটিৰ বৈঠকত বহুত সময় লাগিছিল আৰু কাম অকনো আগ নাবাঢ়িছিল। আনকি কোনো দিন আগৰ বৈঠকৰ কামৰ ৰিপ'ৰ্ট গ্ৰহণ কৰিবলৈকে তিনি চাৰি ঘণ্টা লাগিছিল।

যি নহওক আমি কাম আৰম্ভ কৰিলো। মোকৰ্দ্দমাৰ পৰা অব্যাহতি পোৱাৰ পিছত আমি দুয়ো সম্পূৰ্ণ সময় তাত কাম কৰিবলৈ আৰম্ভ কৰিলোঁ। আমি দুয়ো মিউনিচিপেলিটিৰ কামত একেবাৰে অনভিজ্ঞ আছিলো। দুয়ো এনে কাম কৰিবলৈ এয়ে প্ৰথম সুবিধা পাইছিলোঁ। কিন্তু মই সোনকালেই সকলো কাম জানি ল'বলৈ যত্ন কৰিলো আৰু কাম চলাবলৈ ধৰিলোঁ। সেই সময়তে গয়াৰ ডিষ্ট্ৰিক্ট ব'ৰ্ডৰো নিৰ্ব্বাচন হ'ল। তাৰ মানুহে অনুগ্ৰহ বাবুক কেৱল সদস্যই নহয় চেয়াৰমেনো পাতিলে। দুয়ো ঠাইৰে কাম চম্ভালিব পৰাটো টান আছিল। সেইকাৰণে কিছুদিনৰ পিচত অনুগ্ৰহ বাবুৱে পাটনাৰ ভাইচ চেয়াৰমেনৰ পদ ইস্তফা দিলে। এতিয়া তেওঁ কেৱল গয়াৰ কামকে চম্ভালিবলৈ ধৰিলে। পাটনাত মোৰ লগত ভাইচ-চেয়াৰমেন হ'ল চৈয়দ মুহম্মদ, তেওঁ কংগ্ৰেছৰ টিকটত নিৰ্ব্বাচিত হোৱা নাছিল যদিও আমি তেওঁক খুব চতুৰ আৰু ভাল মানুহ বুলি জানিলো। তেওঁ মিউনিচিপেলিটিত কামো ভাল কৰিছিল।

মিউনিচিপেলিটিৰ অসুবিধা বহুত আছিল—আয় কম আছিল ব্যয় বেছি হৈছিল। কোনো কামেই বিনা খৰচত নহয়। নতুন টেক্স নলগালে আয় বাঢ়িব নোৱাৰে। সেই সময়ত চাৰ গনেশ দত্ত সিংহ বিহাৰ চৰকাৰৰ মন্ত্ৰী আছিল। তেৰেঁ। আমাক তাৰ ভাল ব্যৱস্থা কৰিবলৈ উৎসাহ দিলে। ৰাঁচীলৈ গৈ মই তেওঁৰ পৰা মিউনিচিপেলিটিৰ সম্বন্ধে মতামত

ললো। মই বাঁচীত যেতিয়া তেওঁৰ লগত আছিলোঁ সেই সময়ত টেলিগ্ৰাম পালোঁ যে বাবু হৰিজী হাইক’ৰ্টৰ মোকৰ্দ্দমাত জিকিলে। এই কথা জানি বৰ ভাল পালো। এইদৰে মিউনিচিপেলিটিৰ কামত খুব মন দি কাম কৰি থাকিলোঁ। প্ৰায় প্ৰতিদিন তিনি চাৰি ঘণ্টা অফিচত কাম কৰোঁ। দুই তিনি ঘণ্টা নগৰত ঘূৰি পকি চুবুৰীবোৰ চিনি লৈছিলো আৰু কামৰ নিৰীক্ষণ কৰিছিলো।

মিউনিচিপেলিটিৰ অসুবিধা কেইবা প্ৰকাৰবো আছিল। নগৰখন দীঘলে প্ৰায় দহ মাইল আৰু গড়ে বহলে মাত্ৰ এমাইল আছিল। এই কাৰণে বৰ দীঘল ৰাস্তাৰ আৱশ্যক আছিল। চহৰৰ পশ্চিমে থকা আৰু একাৰ বাহিৰে অন্য কোনো যান-বাহন নোপোৱা মোৰ নিচিনা মানুহৰ কাৰণে চহৰৰ পূবৰ কাম নিৰীক্ষণ কৰিবলৈ যোৱা কেইবা ঘণ্টাৰো কাম হৈছিল। মিউনিচিপেলিটিৰ বেতনভোগী কৰ্ম্মচাৰী সকলৰো এই একে অৱস্থাই আছিল। স্বাস্থ্যৰ অফিচাৰ আৰু ইঞ্জিনিয়াৰক ঘোঁৰা গাড়ীৰ খৰচ দিয়া হৈছিল। গাড়ীত গ’লে একাত যোৱাতকৈ বেচি সন্মানৰ কথা আছিল। কিন্তু খৰকৈ যোৱা বিষয়ত বিশেষ কোনো সহায় পোৱা নগৈছিল। বৰং চোকা একা গাড়ীৰে সোনকালে যাব পাৰিছিল। ইয়াকে ভাবি আৰু খৰচ কম কৰিবৰ কাৰণে এই একাত যোৱাটোকেই পছন্দ কৰিলো। চেয়াৰ-মেনে যান-বাহনৰ কাৰণে বা অন্য কোনো খৰচৰ কাৰণে এলাৱেন্স নাপাইছিল। একাৰ ভাড়াও নিজৰ জেপৰ পৰাই দিব লাগিছিল। গাড়ীৰ ভাড়া একাতকৈ কম পক্ষেও দুগুন বা তিনিগুন আছিল। মোৰ আগতে ইয়াৰ চেয়াৰমেন সাধাৰণতে পাটনাৰ নবাবৰ পৰিয়ালৰ মানুহেই হৈছিল আৰু তেওঁলোকৰ যান-বাহনৰ কোনো অসুবিধা নাছিল, তেওঁলোকে নিজৰ খৰচত আটাইতকৈ ভাল যান-বাহন ৰাখিছিল। মই এনে কৰিবলৈ মোৰ টকা নাছিল। যেতিয়া মই একাত উঠি মোৰ থকা ঠাই ‘খদ্দৰ ভাণ্ডাৰ’ৰ পৰা প্ৰায় চাৰি মাইল দূৰত থকা মিউনিচিপেলিটিৰ অফিচলৈ যাবলৈ আৰম্ভ কৰিলোঁ তেতিয়া পাটনাৰ উচ্চ শ্ৰেণীৰ লোকৰ মাজত অ’ত ত’ত এই বিষয়ে কটাক্ষপাত হ’বলৈ ধৰিলে। এই কাৰ্য্যত মিউনেচিপেলিটিৰ পুৰণি ধৰণৰ কেইজন ভূতপূৰ্ব্ব কমিচনাৰেও যোগ দিছিল। কিন্তু মই এওঁলোকক পৰোৱাই নকৰিলো। এই কামত মই এজন ইংৰাজ চিভিলিয়ানৰ পৰা উৎসাহ পালো। মিষ্টাৰ জনসটন পাটনাৰ এডিচনেল মেজিষ্ট্ৰেট আছিল। তেওঁ চহৰৰ পূব অংশত আছিল। কাছাৰী প্ৰায় পশ্চিম সীমান্ত আছিল। তেওঁ ভাড়া একা গাড়ীতে কাছাৰীলৈ অহা-যোৱা কৰিছিল। এয়েই নহয়,

কেতিয়াবা দেখোঁ যে গোটেইখন এক্কাও নলয়—অন্যৰ লৈতে এক্কা ভগাই লয় আৰু যেতিয়ালৈকে অন্য মানুহ নাপায় তেতিয়ালৈকে এক্কাৱালাই এক্কা তাতে ঘূৰাই ঘূৰাই ভাড়াৰ কাৰণে চিঞৰি থাকে। মই ইমানখিনি কথা নাছিলো ; কিয়নো মই কেৱল এঠাইলৈকে যাব নালাগিছিল। যেতিয়া মই ওলাই যাওঁ কাম চাই-চিতি অফিচলৈ যাওঁ আৰু ঘূৰি আহোঁতেও চহৰৰ কাম চাই-চিতি আহোঁ। এই চৰ্ত্তত কোনো অংশীদাৰ পাব নোৱাৰি। গতিকে মোৰ নিজৰ কাৰণে বেলেগ এক্কা ল'ব লাগিছিল। অৱশ্যে যেতিয়ালৈকে অনুগ্ৰহ বাবু ভাইচ-চেয়াৰমেন আছিল তেতিয়ালৈকে আমি দুয়ো একেলগে অহা-যোৱা কৰিছিলো।

নগৰখনৰ দৈৰ্ঘতাৰ কাৰণে কাম চোৱা-চিতাৰ উপৰিও অন্য কামবো যে খুব অসুবিধা হৈছিল তাক সহজেই অনুমান কৰিব পাৰি। পাটনা নতুনকৈ পতা নগৰ নহয়। তাৰ বেপাৰ বিশেষকৈ স্থানীয় উদ্দেশ্যৰ কাৰণেই। প্ৰথমে যেতিয়া নৈয়েদি মাল অনা-নিয়া কৰিছিল তেতিয়া পাটনাৰ বিশেষ গুৰুত্ব আছিল। কিয়নো পাটনাইদি গঙ্গা বৈ গৈছে। গঙ্গা-গণ্ডকীৰ সঙ্গমৰ উপৰিও সোণ-ভদ্ৰ আৰু সৰযুৰ সঙ্গমো ইয়াৰ পৰা প্ৰায় বিশ পঁচিশ মাইলৰ ভিতৰতে আছিল। কিন্তু ৰেল হোৱাৰ পৰা ইয়াৰ গুৰুত্ব আৰু নাথাকিল। গতিকে এতিয়া ই বেপাৰৰ কেন্দ্ৰও নোহোৱা হ'ল। নতুন কল-কাৰাখানাও কমেইহে আছে, ইয়াৰ কোনো বিশেষ বৃদ্ধি হোৱা নাই। ১৯২৪ চনত কল-কাৰখানা আৰু কম আছিল। প্ৰদেশৰ ৰাজনৈতিক কেন্দ্ৰ হোৱাৰ পৰা কিছু মানুহ চৰকাৰী অফিচত আৰু হাইক'ৰ্টৰ লগত সমন্ধ থকা কিছু উকীল বেৰিষ্টাৰ অৱশ্যে থাকিবলৈ লৈছে। গতিকে এই সকলো থকা চহৰৰ পশ্চিম অংশত কিছু জাকৃজমক দেখিবলৈ পোৱা যায়। পূব অংশ পুৰণি চুবুৰী আৰু এতিয়া তাৰ জাকৃজমক বহুতো ম্লান পৰি গৈছে। এইকাৰণে চহৰৰ মিউনিচিপেলিটিৰ আয় বিশেষ বেচি নাছিল।

আধুনিক যুগৰ সামগ্ৰীবো ইয়াত প্ৰায় অভাৱৰ নিচিনাই আছিল। খোলা নলা আদি থকাৰ কাৰণে ম'হৰ প্ৰকোপ বেছি আছিল। নলবোৰো পৰিষ্কাৰকৈ ৰাখিব পৰা নহৈছিল ; কিয়নো পানী বাহিৰলৈ যোৱাৰ কোনো সুবিধা নাছিল। আগেয়ে ইয়াৰ প্ৰত্যেক ঘৰতে কুৱাঁৰ আকাৰৰ পায়খানা আছিল আৰু সেই পায়খানাবোৰ কেতিয়াও চাফ কৰা নহৈছিল। যেতিয়া বহুত দিনৰ মূৰত সেইবোৰ পোত গৈছিল তেতিয়া তাৰ দাঁতিত অন্য গাঁত খানি লোৱা হৈছিল বোধহয়। এই কাৰণে চহৰৰ স্বাস্থ্য বৰ

বেয়া আছিল। আমাৰ সময়ৰ আগৰ পৰাই মিউনিচিপেলিটিয়ে এই পায়খানাবোৰ বন্ধ কৰি দিছিল। তথাপি এনে পায়খানা অ'ত ত'ত থাকি গৈছিল। সেইবোৰ আমি বন্ধ কৰালোঁ। প্ৰায় এনে পায়খানাৰ ওচৰতে প্ৰত্যেক ঘৰতে পানী খোৱা কুঁৱাও আছিল। প্ৰায় সকলো ঠাইৰে পানীবোৰ খাৰুৱা আছিল। ক'ৰবাত ক'ৰবাত মিঠা পানীও পোৱা গৈছিল। গতিকে খাবৰ কাৰণে মানুহে সৰহভাগ গঙ্গাৰ পানীকে ব্যৱহাৰ কৰিছিল। বাৰিষা গঙ্গাৰ পানী ঘোলা হৈ যায়। তেতিয়া মানুহৰ অসুবিধা বাঢ়ে। সেই কাৰণে ইয়াৰ মানুহে পানীকলৰ আৱশ্যকতা অনুভৱ কৰিছিল। আমাৰ আগতেই পানীকল আৰু বন্ধ নলাৰ কথা চলি আছিল। খৰচৰ আনুমানিক হিচাপে কৰা হৈছিল। কিন্তু টকাৰ অভাৱৰ কাৰণে সি তেনেকৈয়ে পৰি থাকিল।

আমি এই কথাবোৰৰ প্ৰতি মনযোগ দিলো আৰু খৰচৰ হিচাব কৰিবলৈ ধৰিলো। এই কামৰ খৰচৰ কাৰণে প্ৰাদেশিক চৰকাৰৰ পৰা এককালীন সহায় বিচাৰিবও পাৰিলোহেঁতেন। হয়তো কিছু টকা পালোহেঁতেনো। কিন্তু এই কামবোৰ চলাই থাকিবলৈ মিউনিচিপেলিটিয়েই খৰচ বহন কৰিব লাগে। নতুন টেক্স নলগোৱাকৈ এইবোৰ কামৰ কাৰণে মিউনিচিপেলিটিৰ হাতত খৰচ কৰিবলৈ টকা ওলাব নোৱাৰে। মানুহে ভাল আৰু বিশুদ্ধ গাখীৰ পোৱা টান আছিল। আমি এই সম্বন্ধেও ভাবিলোঁ যে মিউনিচিপেলিটিৰ তৰফৰ পৰা গো-শালা প্ৰতিষ্ঠা কৰা হওক যাতে উচিত দামত বিশুদ্ধ গাখীৰ মানুহক দিব পাৰে। কিন্তু এই সকলোবোৰ কথা টকাৰ ওপৰতেহে নিৰ্ভৰ কৰিছিল। গতিকে মই আয় বঢ়াবৰ কাৰণে উপায় বিচৰিবলৈ ধৰিলোঁ। যুক্তপ্ৰদেশৰ মিউনিচিপেলিটি-বোৰে চহৰলৈ অহা মাল-বস্তুৰ ওপৰত টেক্স লগোৱাৰ পৰা বহুত টকা আয় হয়। আমি পাটনা চহৰতো এনে টেক্স লগোৱাৰ কথা ভাবিলো। এনে টেক্সৰ দ্বাৰা কিমান আয় বাঢ়িব তাৰ এটা হিচাপ কৰিলো। এনে ধৰণৰ প্ৰস্তাৱ প্ৰথমে মিউনিচিপেলিটিৰ দ্বাৰা আৰু তাৰ পিছত প্ৰাদেশিক চৰকাৰৰ দ্বাৰা মঞ্জুৰ কৰাব লাগে। মিউনিচিপেলিটিয়ে গ্ৰহণ কৰাৰ পিছতহে কাম আগ বাঢ়ে।

মিউনিচিপেলিটিত ভোট খোৱাও খুব চলিছিল। যি টকা খৰচ-হৈছিল তাৰো সম্পূৰ্ণ লাভ মানুহে নাপাইছিল। আমি ভোট খোৱা বন্ধ কৰিবলৈ চেষ্টা কৰিলোঁ। ফলত কৰ্ম্মচাৰী সকলে দেখা দেখিকৈ একো কৰিব নোৱাৰিলেও পেটে পেটে বেয়া পাবলৈ ধৰিলে। কিছুমান

মিউনিচিপেল কমিচনাৰো কৰ্ম্মচাৰী সকলৰ লগত এই কাৰ্য্যত লিপ্ত আছিল আৰু তেওঁলোকক সহানুভূতি দেখুৱাইছিল। আমাৰ এই চেষ্টা তেওঁলোকেও ভাল নাপালে। যি দলটো আমাৰ বিৰোধিতা কৰিবৰ কাৰণে গঠিত হৈছিল তেওঁলোকে খুব উৎসাহেৰে তাত যোগ দিলে। তেওঁলোকে প্ৰত্যেক কথাতেই বিৰোধিতা কৰিছিল। তথাপি সকলো কথা ভাবি-চিন্তি আমি উপৰোক্ত টেক্সৰ কথা তুলিলো আৰু সেইকথা মিউনিচিপেলিটিত ডাঙি ধৰিলো। মিউনিচিপেলিটিৰ অধিকাংশ সভ্যই এই প্ৰস্তাৱৰ বিৰোধিতা কৰিলে। প্ৰস্তাৱ নামঞ্জুৰ হ'ল। তেওঁলোকৰ মতে আমি তেওঁলোকক যি সুবিধা দিব খুজিছিলো আৰু যিবোৰৰ কথা মই ওপৰত উল্লেখ কৰি আহিছোঁ সেইবোৰৰ পৰা বঞ্চিত হোৱাটোৱেই ভাল কিন্তু কোনো ধৰণৰ নুতন টেক্স মঞ্জুৰ নকৰে। আমি দেখিবলৈ পালো যে চহৰ পৰিষ্কাৰ কৰা, আলি-পদুলি ভাল কৰা আৰু শিক্ষা সম্বন্ধীয় কোনো কামেই আমাৰ দ্বাৰা হ'ব নোৱাৰিব। যথেষ্ট সময় খৰচ কৰি আৰু পৰিশ্ৰম কৰি আমি যি কথাই ডাঙি ধৰোঁ বিৰোধী দলে তাৰ বিৰোধিতা কৰে। এই কাৰণে কোনো ভাল কামেই কৰা মস্কিল হৈ পৰে। গতিকে বাৰ-চোধ মাহৰ পিচত আমি ইস্তফা দিয়াৰ বাহিৰে অন্য কোনো উপায়ো নাছিল। কিয়নো কেৱল সময় নষ্ট হৈছিল। আমাৰ পৰা ৰাইজৰ কোনো উপকাৰ হোৱা নাছিল।

আমাৰ সময়ত এটা কথা হৈছিল—বিজুলীকল স্থাপন কৰা। মিউনিচিপেলিটিয়ে ইয়াত আন একো কৰিব নালাগিছিল, কেৱল ৰাস্তাৰ ওপৰত পুৰণি লাইটৰ ঠাইত নুতন লাইট লগাই ল'ব লাগিছিল। কোনোৰকমে মানুহ এই কথাত মান্তি হ'ল। আমাৰ সময়তে বিজুলী কোম্পানীৰ লগত এই বিষয়ে কথা-বতৰা পকা হৈছিল। আমি ইস্তফা দিয়াৰ কেইদিনমানৰ পিছতেই বিজুলী-বাতি জলিবলৈ আৰম্ভ হ'ল। আৰু এটা কথা, আমি মিউনিচিপেলিটিৰ মেটোৰবোৰৰ অৱস্থা অলপ ভাল কৰাৰ চেষ্টা কৰিছিলো। এজন মানুহে তেওঁলোকক তেওঁলোকৰ চুবুৰীত গৈ লগ ধৰিছিল। তেওঁলোকৰ ঘৰ আৰু লৰা-ছোৱালীবোৰ পৰিষ্কাৰকৈ ৰখাৰ কথা কৈছিল। সপ্তাহত এদিন সংকীৰ্ত্তন অথবা ব্যাখ্যাৰ ব্যৱস্থাও কৰিছিল। এই সময়তে অলপ মিঠাই বিলোৱা হৈছিল। প্ৰথমে এই আশাতে তেওঁলোকে, বিশেষকৈ সৰু সৰু লৰা-ছোৱালীবোৰে সংকীৰ্ত্তনত বা ব্যাখ্যাত যোগ দিছিল। ইয়াত যি খৰচ হৈছিল তাক বাহিৰৰ পৰা ব্যৱস্থা কৰা হৈছিল। তেওঁলোকে মদ খোৱা বন্ধ কৰিবলৈ

বিশেষ যত্ন কৰা হৈছিল। অলপ সফল হোৱা দেখা গৈছিল। কিন্তু আমি তাত বেছিদিন থাকিব নোৱাৰিলো। আমি আঁতৰি অহাৰ পৰা বোধহয় এই কাম বন্ধ হৈ গ'ল।

তৃতীয় কাম এটাও কৰিছিলো। আমি দেখিছিলো যে এই মানুহবোৰে যথেষ্ট পইচা পাইছিল যদিও তাৰ অসদ্ব্যৱহাৰ হৈছিল। ইয়াৰ কাৰণে তেওঁলোকৰ অৱস্থা বৰ বেয়া আছিল। মেটোৰবিলাকে মাহে দহ-বাৰ টকা বেতন পাইছিল। তিৰোতাবিলাকে পুৰুষতকৈ মাহে দুটকা কম পাইছিল। সৰু ল'ৰবোৰে মাহে পাঁচ টকা পাইছিল। এইদৰে এঘৰত যদি এটা পুৰুষ, এজনী তিৰোতা আৰু দহ বাৰ বছৰীয়া দুটা ল'ৰা-ছোৱালী থাকে তেন্তে মাহে প্ৰায় ত্ৰিশ টকা উপাৰ্জ্জন হয়। এই টকা যিকোনো চৰকাৰী অফিচৰ কেৰাণীৰ মাহিলি দৰ্ম্মহাৰ সমান। কিন্তু যেতিয়া দেখো কেৰাণীয়ে পৰিষ্কাৰ কাপোৰ পিন্ধি কাছাৰীলৈ যাব লাগে, তেওঁৰ ঘৰৰ তিৰোতা বা ল'ৰা-ছোৱালীয়ে একো উপাৰ্জ্জন নকৰে কেৱল তেওঁৰ উপাৰ্জ্জনৰ ওপৰতে নিৰ্ভৰ কৰে তেতিয়া এই কথা স্পষ্ট হয় যে মেটোৰৰ পৰিয়াল এটাই এই বেতনৰ তুলনাত বেচি টকা উপাৰ্জ্জন কৰে। লগতে মেটোৰে যিবিলাক মানুহৰ ঘৰৰ কাম কৰে সেইবোৰৰ পৰা কিছু নহয় কিছু টকা তেওঁলোকে পায়; পৰব বা উৎসৱৰ দিনতো কিছু পায়েই তথাপি তেওঁলোকৰ অৱস্থা কিয় ইমান বেয়া। আমি ইয়াৰ দুটা কাৰণ দেখিছিলো—মদ খোৱা আৰু ধাৰৰ ওপৰত দিয়া সুদ। যিদিনা দৰ্ম্মহা ভগোৱা হয় সেইদিনা তেওঁলোকৰ মহাজন তাত হাজিৰ থাকে। যি দৰ্ম্মহা তেওঁলোকে পায় তাক মহাজনেই লৈ লয়। সেই টকা তেওঁ পুৰণা ধাৰ আৰু সুদত মাৰি লয়। সেইদিনাৰ পৰাই মেটোৰে আকৌ ধাৰ লৈহে কাম চলাব পাৰে। ধাৰৰ সুদো বহুত দিব লাগিছিল। ফল-স্বৰূপে তেওঁলোকে ধাৰৰ পৰা কেতিয়াও মুক্ত হ'ব নোৱাৰিছিল। প্ৰত্যেক মাহতে বহুত টকা সুদত মৰি যায়।

আমি এই অৰ্থ সঙ্কটৰ পৰা তেওঁলোকক বচাবলৈ চালো। অনুসন্ধান কৰি জানিব পাৰিলোঁ যে তেওঁলোকে দৰ্ম্মহা মাহেকত এদিন পায়। তেওঁলোকে মাহে কেইবাবাৰো ধাৰ লয় আৰু সেই ধাৰ মাহেকৰ মূৰত সুদে সৈতে আদায় কৰিব লাগে। তেওঁলোকে ধাৰ লোৱাটো আমি বন্ধ কৰিব খুজিলো; কিন্তু তেওঁলোক এই কথাত মান্তি নহয়। মই দৰ্ম্মহা দিয়া ঠাইলৈ মহাজন অহা বন্ধ কৰিবলৈ বিচাৰিলোঁ। কিন্তু মেটোৰ-বিলাক অসন্তুষ্ট হ'ল আৰু ধৰ্ম্মঘত কৰিবলৈ প্ৰস্তুত হ'ল। তেওঁলোকৰ

মতে মহাজন সকলৰ পৰা তেওঁলোকৰ কাম অতি সহজে চলে গতিকে তেওঁলোকে তেওঁলোকক এৰিব নোৱাৰে। তেওঁলোকে এই কথাও ক'বলৈ ধৰিলে যে যেতিয়ালৈকে খাৰ আদায় নহয় মহাজনসকলে তেওঁলোকক এৰি নিদিয়ে। আমি সকলো খাৰ মাৰিম বুলি প্ৰতিশ্ৰুতি দিলোঁ আৰু বুজালোঁ যে মহাজনৰ পৰা ধাৰ নললে তেওঁলোকৰ বহুত টকা বাচিব। তেওঁলোকে এই কথা সোনকালে বুজিবলৈ প্ৰস্তুত নাছিল। মই মাহৰ শেষৰ পৰিবৰ্ত্তে পোন্ধৰ দিনে পোন্ধৰ দিনে দৰ্ম্মহা দিবলৈ ব্যৱস্থা কৰি দিলোঁ। এইটোও কলোঁ যে যেতিয়া আৱশ্যক হ'ব তেতিয়া এই চৰ্ত্তত দৰ্ম্মহা আগতীয়াকৈও পাব যে দৰ্ম্মহা দিয়াৰ দিনা আগধনৰ টকা দৰ্ম্মহাৰ পৰা কাটি কাটি লোৱা হ'ব। বহুত পৰিশ্ৰম কৰাৰ পিছত তেওঁলোকে এই কথা বুজিলে আৰু মান্তি হ'ল। ফলত কিছুদিনৰ পিচত তেওঁলোকে এই ব্যৱস্থাৰ পৰা যেতিয়া লাভ দেখিলে তেতিয়া বৰ ভাল পালে। ক'ব নোৱাৰোঁ আমি অহাৰ পিছত এই ব্যৱস্থা চলি থাকিল নে নাই। মিউনিচিপেলিটিৰ পৰা আঁতৰি অহাত এইটো মাত্ৰ খেদ থাকিল যে হয়তো হৰিজন সকলৰ কিছু সেৱা কৰিব পাৰিলোহেঁতেন যিটো আৰু হৈ নুঠিল।

যি সময়ত আমি মিউনিচিপেলিটি আৰু জিলা ব'ৰ্ডত কাম কৰি আছিলো বিহাৰ চৰকাৰে এখন বিল ডাঙি ধৰিলে। এই বিলৰ সাৰমৰ্ম্ম আছিল যে এই ব'ৰ্ড বিলাকৰ হিচাব পৰীক্ষা কৰা চৰকাৰী হিচাব পৰীক্ষকৰ অধিকাৰ থাকিব যে তেওঁ কোনো ব'ৰ্ড বা ব'ৰ্ডৰ পদাধিকাৰীয়ে কৰা খৰচ বে-আইনী বুলি ঘোষণা কৰিব পাৰিব আৰু যদি তেওঁ উচিত বুলি ভাবে তেন্তে এনে বে-আইনীভাৱে হোৱা খৰচৰ টকা সেই পদাধিকাৰী বা এই খৰচ মঞ্জুৰ কৰা মেম্বাৰ সকলৰ পৰা আদায় কৰাৰ সিদ্ধান্ত কৰিব পাৰিব। ১৯২২ চনত মিউনিচিপেলিটি আৰু জিলা ব'ৰ্ডৰ আইন সংশোধিত আৰু পৰিবৰ্ত্তিত কৰা হৈছিল, এই ব'ৰ্ডবোৰৰ নিজ নিজ চেয়াৰমেন নিৰ্ব্বাচিত কৰিব পৰা অধিকাৰ আছিল আৰু অন্য প্ৰকাৰেও জনতাৰ প্ৰতিনিধি সকলক কিছু নতুন অধিকাৰ দিয়া হৈছিল। এই নতুন বিলৰ উদ্দেশ্য আছিল যে যি নুতুন অধিকাৰ দিয়া হৈছিল তাক অন্য ধৰণেৰে হ্ৰাস কৰা। আটাইতকৈ ডাঙৰ কথা আছিল যে হিচাব পৰীক্ষকক আইন সম্বন্ধীয় কথাত ৰায় দিবলৈ অধিকাৰ দিয়া হৈছিল। এই কথাত আমাৰ প্ৰদেশৰ ব'ৰ্ডসমূহত নতুনকৈ নিৰ্ব্বাচিত হোৱা সভ্য-সকলৰ মনত আশঙ্কা হ'ল। অন্য মানুহেও এই কথা পছন্দ নকৰিলে।

ব'ৰ্ডসমহৰ পৰা আৰু জনতাৰ দ্বাৰা এই বিলৰ খুব বিৰোধিতা হবলৈ ধৰিলে।

এই সংক্ৰান্ততে এই কথা, তথা বৰ্ড সম্বন্ধীয় অন্যান্য বিষয়ে আলোচনা কৰিবৰ কাৰণে ব'ৰ্ডৰ প্ৰতিনিধিসকলৰ এখন কনফাৰেঞ্চ কৰাৰ সিদ্ধান্ত হ'ল। এই কনফাৰেঞ্চ পাটনাত কৰা হ'ল। সাৰণ জিলা-বৰ্ডৰ চেয়াৰমেন মৌলানা মজ্‌হৰুল হ'ক চাহাব ইয়াৰ সভাপতি হ'ব লগা আছিল। মুঙ্গেৰ জিলা-ব'ৰ্ডৰ চেয়াৰমেন শাহ মহম্মদ জুবৈৰে এই কনফাৰেঞ্চ উদ্বোধন কৰিলে। মজ্‌হৰুল হক চাহাবৰ হঠাতে অসুখ হোৱাৰ কাৰণে ময়ে ইয়াৰ সভাপতিত্ব কৰিব লগা হ'ল। গোটেই প্ৰদেশৰে প্ৰায় সকলো মুখিয়াল জিলা-ব'ৰ্ড আৰু মিউনিচিপেলিটিৰ প্ৰতিনিধিয়ে ইয়াত যোগ দিছিল। অডিট বিলক একবাক্যে নিন্দা কৰা হ'ল। ব'ৰ্ড সম্বন্ধীয় অন্যান্য বিষয়েও আলোচনা কৰা হ'ল। জিলাবৰ্ডৰ ইঞ্জিনিয়াৰ, ব'ৰ্ডৰ কৰ্ম্মচাৰী নহৈ চৰকাৰী কৰ্ম্মচাৰী হোৱাটো সেইসময়ত এটা প্ৰথা হৈ পৰিছিল। এই কথাৰো বিৰোধ কৰা হ'ল। শিক্ষা-সম্বন্ধীয় প্ৰশ্নৰ ওপৰতো আলোচনা কৰা হৈছিল। কোৱা হৈছিল যে পাঠ্য-পুথি বাছিবলৈ যি কমিটি আছে তাৰ সংগঠন হ'ব লাগে আৰু তাত ব'ৰ্ডৰ প্ৰতিনিধিসকলক ঠাই দিব লাগে। কনফাৰেঞ্চে এখন সৰু কমিটি গঠন কৰিলে আৰু এনে প্ৰকাৰৰ সম্মেলনৰ আৱশ্যকতা অনুভৱ কৰি আকৌ সময় মতে সন্মেলন পতাৰ সিদ্ধান্তও কৰা হ'ল। মই ভাবোঁ যে মই ব'ৰ্ডৰ পৰা আঁতৰি অহাৰ পিছতো এই কনফাৰেঞ্চ মাজে মাজে হৈছিল আৰু ব'ৰ্ড সম্বন্ধীয় আলোচনা আদি হৈ থাকিবলৈ ধৰিলে।

এই ব'ৰ্ডৰ নিৰ্ব্বাচন লৈ আৰু এটা দুৰ্ঘটনা হ'ল যাৰ প্ৰভাব বৰ বেয়া ধৰণেৰে পৰিছিল। ১৯২২ চনৰ পৰাই হিন্দু-মুছলমান কাজিয়া অ'ত ত'ত আৰম্ভ হৈছিল। প্ৰায়ে সংঘৰ্ষৰ খবৰ অ'ৰ ত'ৰ পৰা আহিয়েই আছিল। আমি সকলো বৰ অশান্তিত আছিলো। আমাৰ প্ৰদেশত সংঘৰ্ষ ন'হবৰ কাৰণে আমি সততে চেষ্টা কৰি আছিলো। কিন্তু ইয়াতো কেইবা ঠাইতো সংঘৰ্ষ হৈ গ'ল। আজি সেই বিলাকৰ নামো মনত নাই আৰু ক্ৰম অনুসৰি তাৰিখবোৰো মই ক'ব নোৱাৰো। এই বিলাকৰ কাৰণে সেই সময়ৰ বাতৰি-কাকতৰ ফাইল চাব লাগিব। কিন্তু এই কাজিয়া ইমান বাঢ়ি গৈছিল আৰু ইমান ঠাইত হৈছিল যে তাৰ প্ৰভাৱ নপৰাকৈ কোনো থাকিব নোৱাৰিছিল। শুদ্ধি, সংগঠন আৰু ধৰ্ম্মান্তৰকৰণ প্ৰচাৰে মানুহৰ মাজত এই হিন্দু-মুছলমান শত্ৰুতা আৰু বঢ়াই তুলিছিল। তেওঁলোকৰ ভিতৰত

মনোমালিন্য বাঢ়িয়েই গ'ল। য'ত কাজিয়া হোৱা নাছিল তাতো দুর্ভাগ্যবশতঃ পাৰস্পৰিক বিশ্বাস হেৰাই গৈছিল। সিফালে তুৰ্কীয়ে খলিফাক পদচ্যুত কৰাৰ কাৰণে খিলাফত আন্দোলনো স্বভাৱতে শিথিল হৈ পৰিছিল। কংগ্ৰেছত খিলাফতৰ কাৰণেই যোগ দিয়া বহুতো মুছলমান লাহে লাহে আঁতৰি যাবলৈ ধৰিলে। এই কথা স্পষ্টভাবে দেখিবলৈ পোৱা হ'ল যে ১৯২১-২২ চনৰ দৰে তেওঁলোক সকলো কথাতে একমত হৈ থাকিব নোৱাৰিছিল। জনতাৰ ওপৰত সংঘৰ্ষৰ বিশেষ প্ৰভাৱ পৰিছিল। বিহাৰৰ নিচিনা হিন্দু প্ৰধান প্ৰদেশত মুছলমাম সকল নিৰ্ব্বাচিত হোৱাত অসুবিধা হ'বলৈ ধৰিলে।

পাটনা মিউনিচিপেলিটিৰ মৌলৱী খুৰছেদ হছনেনৰ নিৰ্ব্বাচনৰ অসুবিধাৰ কথা ওপৰত উল্লেখ কৰিছোঁ। এই নিৰ্ব্বাচনত আমি খুব জোৰ দিছিলো। মৌলৱী চাহাবক একো কৰিবলৈ দিয়া নাছিলোঁ। তেওঁ বহু সংখ্যাগৰিষ্ঠতাত নিৰ্ব্বাচিত হ'ল। এইদৰে ছাপ্ৰাতো মজহৰুল হক্ চাহাবৰ সেৱা, ত্যাগ তথা ব্যক্তিত্বৰ খুব প্ৰভাৱ আছিল। তথাপি কিছুমান মানুহে অসুবিধাৰ সৃষ্টি কৰিবলৈ যত্ন কৰিছিল। কিন্তু তাত মোৰ ককাইদেউৰ বিশেষ খ্যাতি আছিল। তেওঁ তাত মূৰ তুলি উঠা অসুবিধাবোৰ দূৰ কৰিলে। হক্ চাহাব সহজে নিৰ্ব্বাচিত হ'ল। মুঙ্গেৰ জিলাত জুবৈৰ চাহাবক মানুহে বৰ শ্ৰদ্ধা কৰিছিল। তাত কোনো অসুবিধা নহৈছিল। মজফৰপুৰত মৌলৱী মহম্মদ শফীৰ সেৱা আৰু ত্যাগ অন্য কোনোতকৈ কম নাছিল। কিন্তু কংগ্ৰেছী মানুহৰ মাজত ইমান একতা নাছিল অথবা জনতাৰ ওপৰত তেওঁ নিজৰ সিমান ভাল প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। ফলত মৌলৱী শফী হাৰিল। আমি সকলোৱে এই কথাত দুখ পালো। কিন্তু আমি নিৰুপায় আছিলোঁ। মৌলৱী শফী চাহাবৰ অন্তৰত ইয়াৰ প্ৰভাৱ পৰিল। কিন্তু সেই সময়ত তেওঁ এই ভাব লুকাই ৰাখিলে আৰু কাম কৰি থাকিবলৈ ধৰিলে কিন্তু পিচত যেতিয়া তেওঁ কংগ্ৰেছ এৰি মুস্লিম লীগ গঠন কৰাত লাগিল তেতিয়াহে ইয়াৰ পৰিণাম দেখিবলৈ পালোহঁক। এই কথা কিছুদিনৰ পিচত হ'ল; কিন্তু ইয়াৰ সূত্ৰপাত ডিষ্ট্ৰিক্ট ব'ৰ্ডৰ পৰাজয়তেই হৈছিল। যদিও এই নিৰ্ব্বাচনবোৰত যথাসাধ্য মুছলমান নিৰ্ব্বাচিত কৰিবলৈ যত্ন কৰা হৈছিল আৰু তেওঁলোকৰ যথেষ্ট সংখ্যক নিৰ্ব্বাচিত হৈছিলো তথাপি বিহাৰৰ মুছলমান সকলে অনুভৱ কৰিছিল যে তেওঁলোকৰ যথেষ্ট সংখ্যক লোক নিৰ্ব্বাচিত হোৱা নাছিল। এনে কথাত বিশ্বাস বৰ ভাঙৰ কথা।

তেওঁলোক বিনা কাৰণেও দুৰ্ব্বল হ'ব পাৰে। এইখিনি কথা লিখোঁতে মোৰ সন্মুখত সেই নিৰ্ব্বাচনৰ ফলাফলৰ পৰিসংখ্যা নাই ; কিন্তু মই জানোঁ যে মুছলমানৰ প্ৰতি কোনো অন্যায় হোৱা নাছিল। অৱশ্যে ক'ত ত'ত অলপ কম বেছি নিৰ্ব্বাচিত হৈছিল হয়তো, অথবা মুখিয়াল লোক নিৰ্ব্বাচিত হোৱা নাছিল। কিন্তু গোটেই প্ৰদেশত চকু ফুৰালে বুজিব পৰা যাব যে সেই সময়ত কংগ্ৰেছী লোকসকলে তেওঁলোকক নিৰ্ব্বাচিত কৰিবলৈ যথাসাধ্য পৰিশ্ৰম কৰিছিল আৰু তেওঁলোক সকলো হৈছিল। কিন্তু বহুতো মুছলমানৰ বিশ্বাস কমি গৈছিল আৰু তাৰ কুফল কিছুদিনৰ পিচত দেখিবলৈ পোৱা গ'ল।

## ৫৮। বঙ্গদেশত দমন, স্বৰাজ পাৰ্টিৰ লগত আপোচ আৰু বেলগাঁও-কংগ্ৰেছ

গান্ধীজীৰ অনশনৰ পিচত তেখেতে স্বাস্থ্য লাভৰ কাৰণে কিছুদিন অতিবাহিত কৰিব লগা হৈছিল। তেখেতে কোহাটলৈ যাবৰ কাৰণে ব্যাকুল হৈ উঠিছিল কিন্তু চৰকাৰে তালৈ যাবলৈ অনুমতি নিদিলে। এই সময়তে চৰকাৰে আৰু এটা উৎপীড়ন আৰম্ভ কৰিলে। বঙ্গদেশত বিপ্লৱ-বাদীসকলে পুনৰ ষড়যন্ত্ৰ কৰিছে আৰু য'তে ত'তে তেওঁলোকে হত্যাকাণ্ড কৰিছে, এই বুলি কৈ চৰকাৰে এখন নতুন অৰ্ডিনেন্স জাৰি কৰিলে। ডে'ৰ হত্যা আৰু কেইটামান অন্যান্য ঘটনাৰ অজুহাত লৈ এই জৰুৰী আইনৰ আৱশ্যকতা দেখুৱাইছিল। লগতে শ্ৰীসুভাষ চন্দ্ৰ বসু আৰু অন্যান্য বহু কৰ্ম্মীক এদিন বঙ্গদেশত গ্ৰেপ্তাৰ কৰিলে। যদিও দেশবন্ধু দাস গ্ৰেপ্তাৰ হ'ব বুলি কিছুদিন আগৰে পৰা এটা গুজৱ ওলাইছিল তথাপি তেওঁক গ্ৰেপ্তাৰ নকৰিলে। এই অৰ্ডিনেন্স আৰু গ্ৰেপ্তাৰৰ কাৰণে গোটেই দেশতে হুলস্থূল লাগি পৰিল। সকলো ক্ষুব্ধ হৈ উঠিল। এই কাৰ্য্যত নৰম দলো যথেষ্ট অসন্তুষ্ট হ'ল। স্বৰাজ পাৰ্টিৰ মানুহৰ মতে বিশেষকৈ তেওঁলোকৰ ওপৰতে ই বলবৎ কৰিবৰ কাৰণে এই অৰ্ডিনেন্স তৈয়াৰ কৰা হৈছিল ; কিয়নো তেওঁলোকে বঙ্গদেশত আৰু মধ্যপ্ৰদেশত মন্ত্ৰীসভা ভাঙি দিছিল আৰু তাত নতুন ব্যৱস্থাই একৰকম কাম কৰাই নাছিল।

মহাত্মাজীও এই অৰ্ডিনেন্সৰ কাৰণে অসন্তুষ্ট হৈছিল। তেখেতে দেশবন্ধু দাস আৰু মতিলালজীৰ লগত ততালিকে আপোচ কৰি পেলালে। গোটেই দেশতে ৰাজহুৱা সভা হ'ল আৰু সকলো ডাঙৰ ডাঙৰ নেতাই চৰকাৰৰ এই কাৰ্য্যসমূহৰ তীব্ৰ নিন্দা কৰি বাতৰিকাকতত বিবৃতি দিলে। পাটনাতো এখন ডাঙৰ সভা হ'ল। এই সভাত সকলো মতাৱলম্বী আৰু সকলো দলৰ লোকে যোগ দিলে। সেই সভাত বঙ্গদেশত চলোৱা দমন নীতিৰ তীব্ৰ সমালোচনা কৰা হ'ল। মই সেই সভাত খুব চোকা বক্তৃতা দিছিলোঁ।

গান্ধীজীয়ে যি আপোচ কৰিছিল তাৰ তাৎপৰ্য্য আছিল যে কংগ্ৰেছে বিদেশী বস্ত্ৰ বৰ্জ্জনৰ বাহিৰে অন্য অসহযোগ স্থগিত কৰক আৰু কংগ্ৰেছৰ ভিতৰতে বেলেগ বেলেগ দলে বেলেগ বেলেগ কাম কৰক; কিন্তু সূতা কটা আৰু খাদীৰ প্ৰচাৰ—বিশেষকৈ হিন্দু-মুছলমানৰ মাজত মিলা-প্ৰীতি আৰু একতা বঢ়োৱা তথা হিন্দুৰ মাজত অস্পৃশ্যতা দূৰ কৰা কাম সকলোৰে কাৰণে অনিবাৰ্য্য বুলি ধৰা হওক; প্ৰাদেশিক আৰু কেন্দ্ৰীয় ব্যৱস্থাপক সভাবোৰত স্বৰাজ পাৰ্টি কংগ্ৰেছৰ অঙ্গ স্বৰূপে কংগ্ৰেছৰ হৈ কাম কৰক। ইয়াৰ কাৰণে তেওঁলোকে নিজৰ নিয়ম ৰচনা কৰক, নিজৰ পুঁজিও সংগ্ৰহ আৰু খৰচৰ ব্যৱস্থা কৰক, কিয়নো এইটো দেখা গ'ল যে যেতিয়ালৈকে সকলো ঠাইতে সূতা কটাটো নহয় তেতিয়ালৈকে ভাৰতবৰ্ষ কাপোৰৰ বিষয়ত আত্মনিৰ্ভৰশীল হ'ব নোৱাৰে। যিহেতু সূতা কটা কংগ্ৰেছীলোক আৰু ভাৰতীয় জনতাৰ মাজত সম্বন্ধ গঢ়াৰ এক সজীৱ আৰু স্পষ্ট উপায় বুলি দেখা পোৱা গৈছে, সেইকাৰণে সূতা কটা আৰু খদ্দৰ প্ৰচাৰৰ কাৰণে কংগ্ৰেছৰ নিয়মাৱলীত এই সংশোধন কৰা হওক যে যেতিয়ালৈকে এজন মানুহৰ বয়স ওঠৰ বছৰ নহ'ব আৰু যি ৰাজনৈতিক কামত আৰু কংগ্ৰেছত তথা কংগ্ৰেছৰ কাম কৰাৰ সময়ত হাতে কটা আৰু হাতে বোৱা কাপোৰ নিপিন্ধে, যি প্ৰতি মাহে নিজ হাতে দুহেজাৰ গজ ভাল সমান সূতা কংগ্ৰেছ কমিটিক নিদিয়ে আৰু যি অসুখ বা অনিচ্ছা বা এনেধৰণৰ অন্য কোনো কাৰণবশতঃ এনেদৰে অন্যৰ পৰা কিনি কটা সূতা কংগ্ৰেছ কমিটিক নিদিয়ে তেওঁ কংগ্ৰেছৰ সভ্য হ'ব নোৱাৰে। ইয়াৰ পৰিণাম এই হ'ল যে স্বৰাজ পাৰ্টিয়ে কংগ্ৰেছৰ নামত কাউন্সিলৰ কাম কৰিবলৈ অধিকাৰ পালে; কিন্তু কংগ্ৰেছৰ সভ্য হ'বলৈ এতিয়া চাৰি অনাৰ ঠাইত নিজ হাতে কটা অথবা অসুখ বা অনিচ্ছাৰ কাৰণবশতঃ অন্যৰ পৰা কিনি দুহেজাৰ গজ সূতা দিব লাগিছিল।

এই আপোচ মঞ্জুৰ কাৰণে নিখিল ভাৰত কংগ্ৰেছ কমিটি আৰু বেলগাঁও কংগ্ৰেছত দাখিল হোৱাৰ কথা আছিল।

বঙ্গদেশৰ দমন আৰু এই আপোচৰ সম্বন্ধে আলোচনা কৰিবৰ ৰণে মৌলানা মহম্মদ আলীয়ে বোম্বাইত নিখিল ভাৰত কমিটিৰ বৈঠক আহ্বান কৰিলে। সেই সময়তে তেওঁ সকলো মিলি বঙ্গদেশৰ পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিবৰ কাৰণে দেশৰ অন্য ৰাজনৈতিক দলসমূহকো আমন্ত্ৰণ কৰিলে। সকলো দলকে আকৌ কংগ্ৰেছত যোগ দিবলৈ উৎসাহিত কৰা আৰু নিমন্ত্ৰণ কৰাৰ যত্নত গান্ধীজী আগৰে পৰাই আছিল। চৰকাৰৰ কাৰ্য্যই এই প্ৰচেষ্টাত যথেষ্ট সহায় কৰিলে। বোম্বাইত সকলো দলৰ মানুহে যোগ দিয়া এখন ডাঙৰ সন্মিলন হৈ গ'ল। বোম্বাইৰ চাৰ দিনচা পেটিট ইয়াৰ সভাপতি আছিল। এই সন্মিলনৰ প্ৰথম প্ৰস্তাৱৰ দ্বাৰা চৰকাৰৰ দমন-নীতি নিন্দা কৰি স্বৰাজৰ দাবী উত্থাপন কৰা হ'ল, দ্বিতীয় প্ৰস্তাৱৰ দ্বাৰা এখন কমিটি নিযুক্ত কৰা হ'ল আৰু এই কমিটিক ৰাজনৈতিক দলসমূহক কেনেকৈ কংগ্ৰেছৰ লগলৈ আনিব পাৰি সেই কথা আলোচনা কৰিবলৈ আৰু স্বৰাজৰ এখন খচৰা তৈয়াৰ কৰি ৰাজনৈতিক দৃষ্টি ভঙ্গীৰে হিন্দু-মুচলমান সমস্যা আৰু এনে ধৰণৰ অন্যান্য কথাৰ সমাধান ডাঙি ধৰি ৩১ মাৰ্চৰ ভিতৰত তৈয়াৰ কৰি এপ্ৰিলত পুনৰ কনফাৰেঞ্চৰ বৈঠক পাতিবলৈ আদেশ দিয়া হ'ল। এই সৰ্ব্বদল সন্মিলনৰ মহত্ব আছিল এই যে ইয়াত স্বৰাজ পাৰ্টিক কংগ্ৰেছৰ ভিতৰত ধৰিও আৰু যিমানবোৰ ৰাজনৈতিক দল আছিল মুছলিম-লীগকে ধৰি সেই সকলো দলে যোগদান কৰিছিল। এই সন্মিলনৰ কাৰ্য্যই দেশত এটা নতুন ঢৌ আনিলে। আশা হ'বলৈ ধৰিলে যে এতিয়া সকলো আকৌ লগ লাগি একেলগে নহলে নিজ নিজ মত অনুসৰি স্বৰাজ প্ৰাপ্তিৰ বাবে যত্ন পৰ হ'ব।

সেই সময়তে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠকো হ'ল। তাত গান্ধীজী আৰু স্বৰাজ পাৰ্টিৰ মাজত হোৱা আপোচ গ্ৰহণ কৰা হ'ল। অপৰিবৰ্ত্তনবাদী সকলৰ এনে বহুতো আছিল যি এই আপোচ ভাল পোৱা নাছিল। তেওঁলোকৰ কাউঞ্চিলত স্বৰাজ পাৰ্টিক কংগ্ৰেছৰ প্ৰতিনিধি স্বৰূপে ক'বলৈ অধিকাৰ দিয়াৰ বিৰোধিতা কৰিছিল। তেওঁলোকে বিচাৰিছিল যে যদি তেওঁলোকক এই অধিকাৰ দিয়া হয় তেন্তে তেওঁলোকৰ ওপৰত কংগ্ৰেছৰ নিয়ন্ত্ৰণ থাকিব লাগে। গান্ধীজীয়ে এই দায়িত্বৰ ভাৰ ল'ব খোজা নাছিল। বহুত বাদ বিবাদৰ পিছত আপোচ মঞ্জুৰ হ'ল।

এই দুই সন্মিলনে মহাত্মাজীৰ পথ মুকলি কৰি দিলে। তেখেতে

নিজৰ ভিতৰতে হোৱা যি বিভেদৰ কাৰণে দুঃখিত হৈছিল সি বহুত দূৰ আঁতৰিল। যি অলপ অচৰপ মনোমালিন্য বৈ গৈছিল তাকো দূৰ কৰিবৰ কাৰণে পথ মুকলি হৈছিল। বেলগাঁওত হ'বলগীয়া কংগ্ৰেছৰ অধিবেশনৰ কাৰণে তেখেতক সভাপতি নিৰ্ব্বাচিত কৰিছিল কিন্তু সেই কথা তেখেতে এতিয়ালৈকে মঞ্জুৰ কৰা নাছিল। এই সম্মিলনৰ পিচত তেখেতে সভাপতি হ'বলৈ মান্তি হ'ল। এইটো আশা কৰা হৈছিল যে কংগ্ৰেছৰ সময়ত অন্য দলেও নিজৰ বাৰ্ষিক অধিবেশন বেলগাঁওতেই কৰিব য'ত আকৌ সকলো একেলগে মিলি এবাৰ নিজৰ ভিতৰত আলাপ আলোচনা কৰিবলৈ সুবিধা পোৱা হ'ব। কিন্তু এনে ন'হল। কেৱল শ্ৰীমতী এনী বেচেণ্টে কংগ্ৰেছত যোগ দিবলৈ স্থিৰ কৰিলে। তেওঁ নিজৰ অনুগামীসকলৰ সৈতে বেলগাঁও কংগ্ৰেছত যোগ দিলেও।

ডিচেম্বৰৰ শেষ সপ্তাহত নিয়মমতে অধিবেশন হ'ল। তাৰ মানুহৰ মাজত কংগ্ৰেছৰ হেতু যথেষ্ট উৎসাহৰ সৃষ্টি হৈছিল। শ্ৰীগঙ্গাধৰবাব দেশ পাণ্ডেই বুঢ়া হৈয়ো ডেকাৰ দৰে ঘোঁৰাৰ ওপৰত উঠি সকলো ঠাইলৈকে অহা-যোৱা কৰি আৰু ব্যৱস্থাসমূহ চাই চিতি ফুৰা দেখা গৈছিল। অধিবেশনৰ লগতে প্ৰদৰ্শনী সদায় হয়েই। বেলগাঁওত সঙ্গীত সম্মিলনো হ'ল য'ত কৰ্ণাটকৰ প্ৰধান প্ৰধান গুণী কলাকাৰে যোগ দিছিল। মহীশুৰ দৰবাৰৰ পৰা এই কাৰ্য্যত সম্পূৰ্ণ সহায় পোৱা গৈছিল। তাৰ গুণী বিদ্বান লোকক দৰবাৰৰ ফালৰ পৰা তালৈ পঠোৱা হৈছিল। তেওঁলোকৰ ভিতৰত সকলোতকৈ নামী আছিল বীণাৰ আচাৰ্য্য শ্ৰীশেষন্নাজী। উপস্থিত কংগ্ৰেছ প্ৰতিনিধিসকলৰ আজৰি পৰত তেখেতে সুন্দৰ দক্ষিণী বিশেষকৈ কৰ্ণাটকী সঙ্গীত শুনালে। এদিন গান্ধীজীৰ কুটীৰতো তেওঁ নিজৰ বীণাৰ অপূৰ্ব্ব সঙ্গীত পৰিবেশন কৰিলে।

## ৫৯। বৌদ্ধ গয়াৰ মন্দিৰ

এটা বিশেষ ঘটনা ঘটিছিল যে সিংহল দ্বীপৰ পৰা কংগ্ৰেছৰ ওচৰলৈ ডাক্তৰ কেছিয়াচ পৰেৰা (Cassius Periera)ৰ নেতৃত্বত বৌদ্ধ সকলৰ এটা প্ৰতিনিধিদল আহিছিল। তেওঁলোকে এই দাবী কৰিলে যে

বৌদ্ধ গয়াৰ বুদ্ধ মন্দিৰ বৌদ্ধ সকলৰ অধিকাৰত দিয়াৰ লাগে। গয়া কংগ্ৰেছৰ সময়তে ভিক্ষু উত্তমাৰ নেতৃত্বত ব্ৰহ্মৰ পৰা প্ৰায় এশ ভিক্ষুৰ এটা ডাঙৰ দল আহিছিল। ব্ৰহ্ম ভাৰতবৰ্ষৰ লগতে আছিল। তাতো কংগ্ৰেছ কমিটি আছিল। এওঁলোক তাৰে প্ৰতিনিধি স্বৰূপে আহিছিল। তেওঁলোকে একেলগে কংগ্ৰেছ চোৱা আৰু বৌদ্ধ গয়াত বুদ্ধদেৱক দৰ্শন কৰা উদ্দেশ্যৰে আহিছিল। কংগ্ৰেছৰ স্থানো বৌদ্ধ গয়াৰ বাটতে পৰিছিল। তেতিয়া আৰু কোকনাড়া কংগ্ৰেছৰ পিছতো এনে ধৰণৰ কিছু কথা চলিছিল আৰু মোৰ ওপৰত এই বৌদ্ধগয়া সম্বন্ধীয় প্ৰস্তাৱ সম্পৰ্কে অনুসন্ধান কৰাৰ আদেশ হৈছিল। কিন্তু মই এই কাম কৰিব নোৱাৰিলোঁ। বেলগাঁওত ডেপুটেশনে এই প্ৰশ্ন কংগ্ৰেছত উত্থাপন কৰিবলৈ বিচাৰিলে। গান্ধীজীয়ে তেওঁলোকৰ লগত কথা-বতৰা পাতিলে। মই যাকে ইচ্ছা কৰোঁ তাকে লগত ল'বলৈ অধিকাৰ দি গান্ধীজীয়ে মোক এই সম্বন্ধে অনুসন্ধান কৰি ৰিপ'ৰ্ট দিবলৈ পনৰ ভাৰ দিলে। এই কথাত তেওঁলোক সন্তুষ্ট হ'ল। লালা লাজপট ৰায়জীয়ে ভয় কৰিছিল যে বিদেশী বৌদ্ধ-সকলক যদি মন্দিৰৰ অধিকাৰ দিয়া হয় তেন্তে হয়তো সি বিদেশী ষড়যন্ত্ৰৰ কেন্দ্ৰ হৈ পৰিব আৰু আন্তৰাষ্ট্ৰীয় জটিলতা আহি পৰিব পাৰে।

মই কংগ্ৰেছৰ পৰা ঘূৰি গৈ অনুসন্ধানৰ কাম আৰম্ভ কৰিলোঁ। এটা সৰু কমিটি গঠন হ'ল। এই কমিটিৰ শ্ৰীব্ৰজকিশোৰ প্ৰসাদ, ডাক্তৰ কাশীপ্ৰসাদ জয়ছৱাল আৰু শ্ৰীৰামোদত দাস (পিচত ভিক্ষু ৰাহুল সাংকৃত্যায়ন হ'ল) সদস্য আছিল। যেতিয়া অনুসন্ধান আৰম্ভ হ'ল তেতিয়া পুণৰ সিংহলৰ পৰা সিংহলবাসী শ্ৰীগুণাসিংহ আহিল। কিছুদিন বিহাৰত থাকি তেওঁ বৌদ্ধসকলৰ হৈ কমিটিৰ কামত সহায় কৰিলে। মই সৰ্ব্বপ্ৰথমে হিন্দুসকলৰ মতামত জানিবলৈ যত্ন কৰিলোঁ। এই উদ্দেশ্যে পাটনাত দুখন সভা পতা হ'ল। কিন্তু এই সভাৰ উপস্থিতি সন্তোষজনক নাছিল কাৰণে সভাৰ সিদ্ধান্ততো কোনো বিশেষ গুৰুত্ব নাছিল। সৌভাগ্য-বশতঃ সেই সময়তে মুজফ্ফৰপুৰত হিন্দু মহাসভাৰ অধিৱেশন হ'ব লগা আছিল আৰু ইয়াৰ সভাপতি আছিল লালা লাজপট ৰায়জী। মই তালৈ গলোঁ। বৌদ্ধ গয়াৰ মহন্তৰ তৰফৰ পৰাও কেইজনমান মানুহ সেই সভালৈ গৈছিল। সভাত এটা প্ৰস্তাৱ পাছ হ'ল আৰু এই প্ৰস্তাৱ অনুসৰি মন্দিৰৰ পৰিচালনাৰ ভাৰ হিন্দু আৰু বৌদ্ধসকলৰ সম্মিলিত এখন কমিটিৰ হাতত অৰ্পন কৰাৰ মত দিলে। কিন্তু লগতে এই সিদ্ধান্তও কৰিলে যে এই সম্বন্ধে ভালকৈ বিচাৰ কৰিবৰ কাৰণে এখন কমিটি কৰা হওক। এই

কমিটিৰ সদস্যও উপৰোক্ত চাৰিজনেই আছিল। এওঁলোকৰ উপৰিও আন এজন লোকক আৰু বৌদ্ধগয়াৰ মহন্তকো সদস্যৰূপে লোৱা হ'ল। কিন্তু যেতিয়া কমিটিৰ কাম আৰম্ভ হ'ল তেতিয়া এই দুজন সদস্যই তাত যোগ নিদিলে, এইদৰে হিন্দু মহাসভা আৰু কংগ্ৰেছৰ ফালৰ পৰা আমি চাৰিজনেই ৰিপ'ৰ্ট তৈয়াৰ কৰিলোঁ। কমিটিয়ে সকলো কথা আলোচনা কৰি এটা গুৰুত্বপূৰ্ণ আৰু দীঘলীয়া ৰিপ'ৰ্ট তৈয়াৰ কৰিলে। লগতে কমিটিয়ে পৰামৰ্শ আগবঢ়ালে যে বৌদ্ধ গয়া মন্দিৰৰ পৰিচালনা হিন্দু আৰু বৌদ্ধসকলৰ সন্মিলিত এখন কমিটিৰ হাতত দিয়া হওক—তাৰ পূজা অৰ্চনাৰ ব্যৱস্থা বৌদ্ধ ৰীতিমতে কৰা হওক কিন্তু হিন্দুসকলৰো দৰ্শন আৰু পূজা কৰা অধিকাৰ থাকিব।

যদিও ই বৌদ্ধসকলৰ মুখ্য তীৰ্থস্থান তথাপি মন্দিৰ পৰিচালনাৰ ভাৰ বৌদ্ধগয়াৰ শৈৱ মহন্তৰ হাতত আছে। হিন্দুৱেও বুদ্ধদেৱক তেওঁলোকৰ দহ অৱতাৰৰ এজন বুলি মানে। তথাপি বুদ্ধৰ পূজা হিন্দুৰ মাজত প্ৰচলিত নাই। কোনো কোনো ঠাইততো তেওঁক নিন্দাও কৰিছে। সেইকাৰণে তাত যদিও পূজাৰ কিছু ব্যৱস্থা আছিল তথাপি সেই পূজা এই মহান তীৰ্থস্থানৰ যোগ্য নাছিল। মই বুজিছিলোঁ যে পূজাৰ সকলো ব্যৱস্থা বৌদ্ধইহে কৰিব পাৰিব বুলি কৰা বৌদ্ধসকলৰ অভিযোগ ঠিক আছিল। গতিকে কমিটিয়ে নিজৰ ফালৰ পৰা এই পৰামৰ্শ দিছিল। মই মহন্তক লগ ধৰি তেওঁক মন্দিৰৰ ব্যৱস্থাৰ ভাৰ কমিটিৰ হাতত দিবলৈ মান্তি কৰাবৰ কাৰণে চেষ্টা কৰিলোঁ। মই তেওঁকো সেই কমিটিৰ সদস্য কৰিব খুজিলোঁ। মন্দিৰত উচৰ্গাৰ পৰা হোৱা তেওঁৰ উপাৰ্জ্জনৰ ক্ষতিপূৰণ দিয়াৰ কথাও কলোঁ। কিন্তু তেওঁ কোনো প্ৰকাৰেই মান্তি নহ'ল। তেওঁ কৈছিল যে লাভৰ কাৰণে তেওঁ মন্দিৰৰ ওপৰত অধিকাৰ ৰাখিবলৈ বিচৰা নাছিল; কিয়নো মন্দিৰত যি খৰচ হয় সিমান টকাও সদায় উচৰ্গা নহয়, আৰু যদি কিবা উচৰ্গা হয়ো তেন্তে সি ইমান কম যে তেওঁৰ ডাঙৰ জমিদাৰীৰ তুলনাত সি একোৱেই নহয়। কথা সচাঁ। সেই মঠৰ উপাৰ্জ্জন কেইবা লাখো। মন্দিৰৰ পৰা বছৰি হয়তো এহেজাৰ বা দুহেজাৰ পাইছিল। কিন্তু তেওঁ এই কথা মানিছিল যে মন্দিৰৰ ওপৰত থকা অধিকাৰৰ কাৰণে তেওঁৰ খুব সন্মান আৰু এই সন্মান বিদেশ পৰ্য্যন্ত ব্যাপ্ত হৈছে। তেওঁ সেই সন্মান এৰিব খোজা নাছিল। মই তেওঁক খুব বুজালোঁ যে আমাৰ কথা মানি ল'লে তেওঁৰ সন্মান অৰ্জ্জন কৰিবৰ ঠাই বহুত বাঢ়িব; কিন্তু তেওঁ এই কথা বুজিব নোৱাৰিলে। আমাৰ যত্ন

সফল নহ'ল। আমি নিজ পৰামৰ্শ আগবঢ়ায়েই এই কথা উপযুক্ত সময়ৰ কাৰণে থৈ দিলোঁ।

সেই ৰিপৰ্ট নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ আগত দাখিল হ'ল, মঞ্জুৰো কৰিলে। কিন্তু আজিলৈকে এই কাম সম্পূৰ্ণ নহ'ল। যেতিয়া কেইবা বছৰো পিছত কংগ্ৰেছৰ মন্ত্ৰী সভা গঠন হ'ল তেতিয়া পুণৰ সিংহলৰ পৰা এটা প্ৰতিনিধি দল আছিল। তেওঁলোকে সেই আগৰ দাবীকে উত্থাপন কৰিলে। মই সেই সময়ত অসুখত ভুগি নিজ গাঁও জিৰাদেইত গৈ আছিলোঁ। সেই কাৰণে তেওঁলোক জিৰাদেইলৈ গ'ল। প্ৰধানমন্ত্ৰীৰ লগতো দেখা কৰিলে। মহন্ত কোনোমতেই মান্তি নহৈছিল। গতিকে আইনৰ দ্বাৰাহে কিবা কৰিব পৰা হ'লহেঁতেন। মই এই বিষয়ে আইন তৈয়াৰ কৰিবৰ কাৰণে প্ৰধানমন্ত্ৰীলৈ লিখিলোঁ। তেওঁ এই সম্বন্ধে আলোচনা কৰিলে আৰু মতামতো ল'বলৈ ধৰিলে। কিন্তু অন্যান্য জঞ্জালত লাগি থকাৰ কাৰণে এই কাম আগনাবাঢ়িল। যেতিয়া মন্ত্ৰীসভাই পদত্যাগ কৰিলে তেতিয়াও এই কথা যেনে আছিল তেনেই থাকিল। মই আজিও মানো যে এই মন্দিৰৰ পৰিচালনাৰ ভাৰ আৰু অধিকাৰ বৌদ্ধৰ হাতত দিয়াটোৱেই ন্যায়সঙ্গত ? আৰু যিহেতু হিন্দুৱেও বুদ্ধদেৱক অৱতাৰ বুলি মানে সেই কাৰণে পৰিচালনা কমিটিত হিন্দুও থাকিব লাগে। এই সংক্ৰান্ততে আৰু এটা উল্লেখযোগ্য কথা আছে। সিংহলত কতৰ গামা নামেৰে এটা প্ৰসিদ্ধ মন্দিৰ আছে। তাৰ হিন্দুসকলে সেইটো হিন্দুৰ মন্দিৰ বুলি কয় আৰু বৌদ্ধসকলে তাক অধিকাৰ কৰি ললে। যেতিয়া ইয়াত আলোচনা চলি আছিল সিংহলৰ হিন্দুসকলৰ পৰা চিঠি আৰু টেলিগ্ৰাম আহি থাকিবলৈ ধৰিলে যে তেতিয়ালৈকে কতৰগামা মন্দিৰৰ ওপৰত হিন্দুৰ অধিকাৰ মানি নলয় তেতিয়ালৈকে আমি কোনো পধ্যেই যাতে বৌদ্ধগয়াৰ মন্দিৰৰ ওপৰত বৌদ্ধসকলক অধিকাৰ নিদিওঁ। যদি এই কথা আগবাঢ়িল-হেঁতেন তেন্তে এই ধৰণৰ কথাও হ'লহেঁতেন। কিন্তু সেই সময়েই আৰু নাহিল। কথাটো সেই ধৰণেই থাকিল।

ইয়াত ১৯২৫ চনৰ কথা লিখোঁতে লিখোঁতেই ১৯২৯ চনলৈকে আগবাঢ়ি আহিলোঁ কিয়নো এই কথা একে ঠাইতে কৈ থোৱাই ভাল।

## ৬০। বেলগাঁওৰ পিচৰ কেইটামান ঘটনা

বেলগাঁও কংগ্ৰেছৰ স্বৰাজ পাৰ্টিৰ লগত আপোচ মঞ্জুৰ হ'ল। গান্ধীজী এই কথাত মান্তি হোৱাৰ নিচিনাই হ'ল যে ৰাজনৈতিক প্ৰশ্ন সম্পৰ্কত স্বৰাজ পাৰ্টিয়েই আগভাগ লওক আৰু তেওঁলোকে যদি বিচাৰে তেন্তে কংগ্ৰেছ ৱৰ্কিং কমিটিও তেওঁলোকৰ ইচ্ছাৰ অনুকূলে গঠন কৰক; কিন্তু খাদী প্ৰচাৰ আৰু ৰচনাত্মক কামত সম্পূৰ্ণ সহায় কৰক আৰু ইয়াৰ পৰিচালনাৰ ভাৰ মোৰ (গান্ধীজী) ওপৰত এৰি দিয়ক। এই নীতি অনুসৰি কংগ্ৰেছৰ নিয়মৰ সংশোধন হ'ল। কংগ্ৰেছৰ সভ্য হ'বলৈ চাৰি অনা মাচুল দিয়াৰ পৰিবৰ্ত্তে নিজ হাতে কটা সূতা দিয়া মঞ্জুৰ হ'ল।

গান্ধীজী জেলৰ পৰা ওলোৱাৰ পিছৰ পৰা খাদী প্ৰচাৰত বেচ জোৰ দিছিল। ময়ো মোৰ নিজ প্ৰদেশত ৰচনাত্মক কামতেই—বিশেষকৈ ৰাষ্ট্ৰীয় শিক্ষা আৰু খাদী প্ৰচাৰৰ কামত লাগি থাকিলোঁ। ১৯২৪ চনৰ ডিচেম্বৰত পাটনাত যঁতৰ আৰু তাৰপৰা উৎপন্ন হোৱা সকলো প্ৰকাৰৰ খাদীৰ নমুনা দেখুওৱা এখন প্ৰদৰ্শনী হৈছিল। মই এই প্ৰদৰ্শনী ৰাজনীতিৰ পৰা নিলগত ৰাখিছিলোঁ। সকলো মানুহক নিমন্ত্ৰণ কৰা হ'ল যাতে তেওঁলোক আহি কেনেকৈ হাতেৰে সূতা কটা হয় আৰু কেনেকুৱা সূতা কাটিব পৰা হয় তথা খাদী প্ৰচাৰৰ দ্বাৰা দুখীয়াৰ কিমান লাভ হ'ব পাৰে তাক চায়। চৰকাৰী উচ্চ কৰ্ম্মচাৰীও যথেষ্ট আহিছিল। তেওঁলোকে খাদীৰ প্ৰগতি দেখিলে, এনে লোকৰ ভিতৰত পাটনা হাইক'ৰ্টৰ চীফ জাষ্টিচ চাৰ ডাচন মিলাৰ প্ৰমুখ্যে বহুতো আছিল। অন্য হিন্দুস্থানী আৰু ইংৰাজ জজ্, বিহাৰৰ গৱৰ্ণৰৰ কাউন্সিলৰ সভ্য চাৰ হিউ মেক্ফাৰচন আৰু বহুতো উচ্চ কৰ্ম্মচাৰীও আহিল। সূতা কটাৰ যি যি প্ৰতিযোগিতা হৈছিল তাত মলখাচক গান্ধী-কুটীৰ (সাৰণ) ৰ দুটা ল'ৰাই প্ৰথম পুৰস্কাৰ পাইছিল। তেওঁলোক শ্ৰীৰামবিনোদ সিংহৰ ভায়েক। তেওঁলোকে ঘণ্টাত প্ৰায় ৬00 গজ সূতা কাটিব পাৰিছিল। এওঁলোক দুজনৰ এজন হ'ল পিচত যুৰোপত শিক্ষা গ্ৰহণ কৰি ডাক্তৰ উপাধি লৈ অহা ডাক্তৰ সত্যনাৰায়ণ সিংহ; এওঁ হিন্দীত বহুতো গ্ৰন্থ লিখিছে। মিহি সূতা কটা সকলে প্ৰায় ৩00 নম্বৰলৈকে সূতা কাটি দেখুৱালে। সেই সময়লৈকে বিয়ানদুৰ

আগবাঢ়িব পাৰিছিল মই তাৰ ৰিপ'র্ট মোৰ বক্তৃতাত মানুহৰ আগত কৈছিলোঁ। মোৰ বিমানদূৰ অনুমান সকলো সন্তুষ্ট হৈছিল। পুৰস্কাৰ বিতৰণ কৰিচিল চীফ জাষ্টিচৰ পত্নী লেডী মিলাৰে।

যিখন প্ৰদর্শনী বেনগাঁওত হৈছিল সেইখন উদ্বোধন কৰাৰ সন্মান মই পাইছিলোঁ। বোধহয় মোৰ প্ৰদেশত খাদীৰ কাম ভাল ধৰণেৰ চলি থকাৰ কাৰণে মই সেই সন্মান পাইছিলোঁ। যদিও প্ৰদর্শনীত অন্য শিল্পৰ নমুনাও দেখুওৱা হৈছিল তথাপি মই মোৰ বক্তৃতাত বিশেষকৈ খাদীৰ সম্বন্ধেহে কৈছিলোঁ। মই এই কথাত জোৰ দিছিলোঁ যে যদি প্ৰচাৰক আৰু টকা কম নহয় আৰু মানুহে খাদী কিনে তেন্তে গোটেই দেশতে অলপ দিনৰ ভিতৰতেই যথেষ্ট খাদী তৈয়াৰ কৰিব পৰা যাব।

এই বছৰতে হোৱা আৰু এটা ঘটনা মোৰ কাৰণে পুণ্যস্মৃতি স্বৰূপ। পাটনা বিশ্ববিদ্যালয়ৰ সমাবর্ত্তন সমাৰোহত চাৰ জগদীশ চন্দ্ৰ বসুৱে দীক্ষান্ত ভাষা দিবলৈ আহিছিল। মই তেওঁক বিহাৰ বিদ্যাপীঠলৈ নিমন্ত্ৰণ কৰিলোঁ। মই যেতিয়া প্ৰেছিডেন্সী কলেজত পঢ়িছিলোঁ তেতিয়া ডাক্তৰ বসুৱে মোক পঢ়াইছিল। কিন্তু সি বহুত দিনৰ আগৰ কথা। সিও বি-এছ-চি অথবা এম-এ দৰে ওপৰ শ্ৰেণীত, এফ এ ক্লাচত তেওঁৰ পৰা শিক্ষা লাভ কৰাৰ মোৰ সৌভাগ্য ঘটিছিল। গতিকে মই ভবা নাছিলোঁ যে মোৰ সম্বন্ধে তেওঁৰ কোনো কথা মনত থাকিব অথবা তেওঁ মোক বিশেষভাৱে জানিব পাৰে। কিন্তু যেতিয়া মই জানিবলৈ পালোঁ যে তেওঁ মোক কেৱল ভালকৈ মনতেই ৰখা নাই বৰং মোক মৰমো কৰে তেতিয়া মোৰ আনন্দৰ সীমা নাইকিয়া হ'ল। তেওঁ আনন্দেৰে বিদ্যাপীঠলৈ আহিল। তাত তেওঁ এটা সুন্দৰ উৎসাহপূর্ণ ওজস্বী বক্তৃতা দিলে। মই নিজকে ধন্য মানিলোঁ। বিহাৰত মদ নিবাৰণৰ কাৰণে এটি শকত পুঁজি দি আৰু তাৰ সুদৰ আয় খৰচ কৰাৰ ভাৰ মোৰ ওপৰত সঁপি দি তেওঁ সেই মৰম আৰু বিশ্বাসৰ পৰিচয় মৃত্যুৰ কিছুদিন আগতে দি গ'ল। তেওঁ যেনেকৈ বিজ্ঞানৰ বিদ্বানসকলৰ মাজত শিৰোমণি আছিল ঠিক তেনেকৈয়ে এজন প্ৰকৃত দেশভক্ত আৰু ত্যাগী পুৰুষো আছিল। মদ নিবাৰণৰ কাম মই ১৯৪২ চনত জেললৈ যোৱালৈকে মোৰ তত্বাৱধানত ঝাৰিয়াতে চলি আছিল। লেডী অবলা বসুৱে মৌলৈ টকা পঠাই থাকিবলৈ ধৰিলে। যেতিয়া মই জেলৰ পৰা আহিলো আৰু কাম কৰা সকলকো দমন কৰিবলৈ গ্ৰেপ্তাৰ কৰা হ'ল তেতিয়া মোৰ হাতত যি টকা বাহি হৈ আছিল মই লেডী বসু আৰু ট্ৰাষ্টী সকলক ঘূৰাই দিলোঁ।

এইটো কৰা এই কাৰণেও আৱশ্যক হৈছিল যে মোৰ নামে বেংকত যিমান একাউণ্ট আছিল গৱৰ্ণমেণ্টে সেইবোৰ জব্দ কৰিলে। গতিকে এনেহলত টকা নোহোৱাৰ কাৰণে, বিশেষকৈ মোৰ অনুপস্থিতিত কাম বন্ধ হৈ গৈছিল। মই ভাবিলোঁ যে মই জেলত কিমান দিন থাকিম তাৰ কোনো নিশ্চয়তা নাই কাৰণে টকা মোৰ হাতত ৰখা উচিত নহ'ব। মই লিখাত চৰকাৰে এই হিচাপৰ টকা তেওঁলোকক দিবলৈ অনুমতি দিলে। এতিয়া প্ৰায় ষোল মাহ জেলত থকাৰ পিচত এই কথাখিনি লিখোতে মই ভাবিছোঁ যে টকা খিনি ঘূৰাই দি মই ঠিকেই কৰিলোঁ। কেৱল মাত্ৰ ইমানেই খেদ থাকিল যে আচাৰ্য্য বন্ধুৰ ইচ্ছা মই পূৰ্ণ কৰিব নোৱাৰিলোঁ; কিন্তু মোৰ দোষ নাই। ভাৰতবৰ্ষৰ ৰাজনীতি এনেকুৱাই। ইয়াত লাগি থকা মানুহে অন্য বহুতো আৱশ্যকীয় আৰু মহত্বপূৰ্ণকাম এৰিয়েই দিবলগীয়াত পৰে। যদিও আজি চৰকাৰে কংগ্ৰেছ মন্ত্ৰীসভাৰ মদ নিবাৰণ নীতি বিসৰ্জ্জন দিলে আৰু ঝাৰিয়াত য'ত এই টকাৰে কাম হৈছিল তাতো মদ বেচা আৰম্ভ হ'ল বোধহয়, তথাপি মোৰ বিশ্বাস যে যেতিয়া মই আকৌ সময় পাম তেতিয়া তেওঁৰ ইচ্ছা পূৰ্ণ কৰিম।

ইয়াত আৰু এটা ঘটনা উল্লেখ কৰা অনুপযোগী নহ'ব। খাদীৰ কাম কৰা সকলৰ ভিতৰত শ্ৰীবব্বন সিংহ নামেৰে এজন যুৱক আছিল। তেওঁ সাৰণ জিলাৰ গোপালগঞ্জ চাব ডিভিজনৰ কৈথবলীয়া গাঁৱৰ বাসিন্দা আছিল। বৰ ভাবুক আছিল। মোক্তাৰৰ পৰীক্ষাৰ কাৰণে প্ৰস্তুতি কৰি আছিল। কিন্তু দেশৰ আহ্বান শুনি সেই কাম বাদ দি খাদীৰ কামত লাগি পৰিল। তেওঁ তেনে চহকী পৰিয়ালৰ নাছিল। খুব সাধাৰণৰ জীৱিকাৰ মানুহ আছিল। নিজৰ পইছাৰে খাদী আৰু যঁতৰৰ প্ৰচাৰ তেওঁ আৰম্ভ কৰি দিলে। নিজৰ মাটি আৰু পত্নীৰ অলঙ্কাৰো বেচি দিলে। ইমানখিনি কৰাৰ পিছত তেওঁ খাদী ব'ৰ্ডত নিজৰ অৱস্থাৰ কথা ক'লে। সেই ব'ৰ্ডৰ ফালৰ পৰা তেওঁক সহায় কৰা স্থিৰ হ'ল। এনেতে তেওঁ বেমাৰ পৰিল। উন্মাদৰ লক্ষণ গাত দেখা গ'ল। তেওঁ বাৰে বাৰে কৈছিল যে তেওঁক সাপে খুটিব। সদায় যঁতৰ আৰু খাদীৰ গীত গাবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা খঙো উঠিছিল। সেইকাৰণে মানুহে তেওঁক এটা ঘৰত বন্ধ কৰি ৰাখিলে। এদিন ৰাতি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে যে সাপ আহিল আৰু তেওঁ সাপৰ লগত যুঁজি আছে। প্ৰথমে মানুহে সেয়া বলিয়াৰ প্ৰলাপ বুলি ভাবিছিল। কিন্তু গৈ চাই দেখিবলৈ পালে যে তেওঁ সঁচাসঁচিকৈয়ে এটা ফেটী সাপ হাতেৰে ধৰি আছে। সাপটোৱে তেওঁক

কেইবা ঠাইতো খুটিলে। তেওঁ সাপটো মাৰিলে হয় কিন্তু নিজেও কিছু সময়ৰ পিছত বিষত মৰি থাকিল।

শ্ৰী বন্ধন সিংহৰ পৰিবাৰে তেওঁৰ বেমাৰ আৰম্ভ হোৱা দিন ধৰি ভাত খাবলৈ এৰি দিলে। যেতিয়া চৌবিশ দিনৰ দিনা তেওঁৰ মৃত্যু হ'ল তেওঁ স্নানাদি কৰি সতী যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। মানুহে তেনে কৰিবলৈ নিদিলে। তেওঁৰ শব দাহ কাৰ্য্যৰ কাৰণে লৈ গ'ল। তেওঁ খুব জোৰ কৰিছিল কিন্তু মানুহে জোৰ কৰি তেওঁক বন্ধ কৰি থলে। তেতিয়া তেওঁ শান্ত হৈ পৰিল। মনে মনে থাকিবলৈ ল'লে। নিজৰ কোঠাৰ এটা চুক বৰ অন্ধকাৰ আছিল আৰু তেওঁ তাতে আছিল। সেই চুকতে অলপ খাদী আৰু কপাহ থোৱা আছিল। তিনি চাৰি দিনৰ পিছত তেওঁ নিজৰ ঘৰত শুবলৈ গ'ল। বন্ধন সিংহৰ দুজন ভায়েক বাহিৰত শুলে। কোনেও একো সন্দেহ নকৰিছিল। ৰাতিপুৱা তেওঁ নুঠিল। তেতিয়া মানুহৰ সন্দেহ হ'ল। যেতিয়া মানুহে সেই কোঠাটোৰ ভিতৰলৈ গৈ চালে তেতিয়া দেখিবলৈ পালে যে 'ৰাম সুৰতে' (এইটোৱেই তেওঁৰ নাম আছিল।) এখন হাতত এখন গীতা লৈ আৰু অন্যখন হাতত ভেজা দি বহি আছে। গাত হাত দিলত বুজিব পাৰিলে যে ভৰিৰ আঙুলিৰ পৰা বুকুলৈকে শৰীৰ জ্বলি ছাই হৈ গ'ল আৰু বাকী অংশ যেনে আছিল তেনেই আছে। পিঠিত ওলমি থকা দীঘল চুলি কিছু জ্বলি গৈছিল কিন্তু চকুৰ মণিত জ্বলাৰ কোনো চিন নাছিল। তাতে তেওঁৰ প্ৰায় তিনি চাৰি ফুটৰ ভিতৰতে দুয়োকালে খাদী আৰু কপাহ পৰি আছিল। ঘৰত জ্বলাৰৰ কাৰণে কিছু খৰি আছিল। সেইখিনি বিচাৰি পোৱা নগল; কিন্তু সেই খৰি ইমান নাছিল যে তেওঁৰ শৰীৰ জ্বলাই ছাই কৰি দিব পাৰে। এইদৰে সেই গৰাকী দেৱীয়ে নিজৰ সতীত্ব প্ৰমাণ কৰি দেহ-ত্যাগ কৰিলে। এই ঘটনাৰ খবৰ পাই মই তালৈ গলোঁ। তাৰ মানুহে যেনেকৈ সকলো কথা ক'লে মই বাতৰি-কাকতত ঠিক তেনেকৈয়ে প্ৰকাশ কৰাই দিলোঁ। ঘটনাটো আচৰিত আছিল। তাত কিছু মহত্বও অৱশ্যে আছিল। বহুতো মানুহে সেই ঠাই ডোখৰ দৰ্শনৰ কাৰণে আহিছিল। ময়ো ঘৰৰ মানুহবোৰক সান্ত্বনা দিয়াৰ উপৰিও এই সাধ্বীৰ স্থান দেখি নিজকে ধন্য মানিলোঁ।

## ৬১। দেশবন্ধু দাসৰ মৃত্যু

দেশবন্ধু দাসৰ স্বাস্থ্য বেলগাঁও কংগ্ৰেছৰ সময়ৰ পৰাই বেয়া হৈছিল। তেওঁ পাটনাতে কিছুদিন নিজৰ ভায়েক শ্ৰীপ্ৰফুল্লৰঞ্জন ( পি, আৰ, ) দাসৰ লগত থাকিলহি। সেই সময়ত মই প্ৰায়েই গৈ তেওঁক দেখা কৰিছিলোঁ। তেওঁ সূতা কটা শিকিবলৈ আৰম্ভ কৰিলে। মোক ক'লে যে তুমি নিজে শিকোৱা নহলে অন্য কাৰোবাক ঠিক কৰি দিয়া। এই সম্বন্ধে কথা কৈ থাকোঁতে তেওঁ ক'লে যে এনেধৰণৰ কামত মোৰ হাত নচলে আৰু বুদ্ধিয়েও ঠিকমতে কাম নকৰে—যদি মোৰ ওপৰত এৰি দিয়া হয় তেন্তে হয়তো মই নিজৰ ট্ৰাঙ্কৰ তলাও ঠিক মতে খুলিব নোৱাৰিম। মই কেইবাদিনো সূতা কটা শিকালোঁ। মই অন্য ঠাইলৈ যাব লগা হ'লে মোৰ এজন বন্ধু তেওঁৰ ওচৰলৈ এই কামৰ কাৰণে গৈছিল। পাটনাত তেওঁৰ লগত ৰাজনৈতিক কথাও আলোচনা হৈছিল। সেইদিনতে লৰ্ড বাৰ্কেনহে'ড ভাৰত সচিব নিযুক্ত হৈছিল। এনেয়েতো তেওঁ ৰক্ষণশীল আৰু গোড়া সাম্ৰাজ্যবাদী আছিল ; কিন্তু দেশবন্ধুৰ মতে তেওঁ এজন প্ৰতিভাশালী আৰু জেদী মনৰ লোকো আছিল ; হয়তো তেওঁ ভাৰতবৰ্ষৰ সম্বন্ধে কিছু কৰিবলৈ বিচাৰিবও পাৰে। এইকাৰণে তলে তলে কোনো কথাও হয়তো চলিল। তেওঁ বৰ আশা কৰিছিল যে সেই সময়ত এনে কিবা নহয় কিবা এটা হ'ব যাৰ কাৰণে ভাৰতবৰ্ষ আৰু ইংলেণ্ডৰ মাজত শান্তি, মিলা-প্ৰীতি স্থাপন হ'ব পাৰিব। তেওঁ এই পৰ্য্যন্ত কৈছিল যে যদি বাৰ্কেনহে'ডৰ দ্বাৰা মোৰ আশা পূৰ্ণ নহয় তেন্তে দেশক আগবঢ়াই নিবৰ কাৰণে আমাৰ আগত গান্ধীজীৰ যঁতৰৰ বাহিৰে আৰু একো বাকী নাথাকিব।

১৯২৩ চনৰ নিৰ্ব্বাচনত, আগতে কৈ অহা মতে, স্বৰাজ পাৰ্টিয়ে অংশ গ্ৰহণ কৰিছিল। দিল্লীত বহা কংগ্ৰেছৰ বিশেষ অধিবেশনে ইয়াৰ কাৰণে অনুমতি দিছিল ; কিন্তু কাউন্সিলৰ কাৰ্য্যসূচী নিজৰ হাতত লোৱা নাছিল। সেইকাৰণে সেই নিৰ্ব্বাচনত স্বৰাজ পাৰ্টিয়ে কংগ্ৰেছৰ সহায় লাভ কৰা হ'লে যিমান সফল হলহেঁতেন সিমান সফল হ'ব নোৱাৰিলে ; তথাপি বঙ্গদেশ আৰু মধ্যপ্ৰদেশত তেওঁলোকৰ এক বুজন সংখ্যক কাউন্সিললৈ গৈছিল। সেইদৰে দিল্লীত কেন্দ্ৰীয় এছেম্বলিলৈকো স্বৰাজ পাৰ্টিৰ

যথেষ্ট সংখ্যক লোক নিৰ্ব্বাচিত হৈছিল। তেওঁলোকে তাৰ কাৰ্য্যত এক নতুন ৰীতি আৰু এক নতুন দৃষ্টিভঙ্গীৰ সৃষ্টি কৰিলে। মধ্যপ্ৰদেশত স্বৰাজ পাৰ্টিৰ লোক সংখ্যাগৰিষ্ঠ আছিল। তাত তেওঁলোকে বাজেট আৰু মন্ত্ৰীৰ বেতন নামঞ্জুৰ কৰি দিলে। গৱৰ্ণৰ নিৰুপায় হৈ মন্ত্ৰীসকলক আঁতৰাই নিজৰ হাতলৈ সকলো অধিকাৰ নিবলৈ বাধ্য হ'ল। এইদৰেই বঙ্গদেশতো যদিও তেওঁলোক সংখ্যাগৰিষ্ঠ নাছিল তথাপি দেশবন্ধু দাসৰ ব্যক্তিত্ব আৰু চেষ্টাৰ হেতু তাতো মন্ত্ৰী সভাৰ পতন হ'ল। বঙ্গদেশৰ গৱৰ্ণৰেও সকলো অধিকাৰ নিজে লবলৈ বাধ্য হ'ল। কেন্দ্ৰীয় এছেম্বলিত পণ্ডিত মতিলালজী স্বৰাজ পাৰ্টিৰ নেতা আছিল। অন্য দল আৰু মতাৱলম্বীলোকৰ লগ লাগি তাতো বাজেট নামঞ্জুৰ কৰি দিলে। বৰলাটে নিজৰ বিশেষ অধিকাৰৰ দ্বাৰা তাক মঞ্জুৰ কৰিব লগা হ'ল। এইদৰে দুবছৰ অতিবাহিত হ'ল। বঙ্গদেশত দেশবন্ধু দাসে দমন সম্বন্ধীয় বিলো নামঞ্জুৰ কৰিলে। দেশবাসীৰ ওপৰত এইবোৰৰ প্ৰভাৱ বৰ ভালদৰে পৰিছিল। কিন্তু চৰকাৰী পদাধিকাৰীসকল সিমানেই অসন্তুষ্টও হৈছিল। স্বৰাজ পাৰ্টিৰ এই সফলতাও মহাত্মাজীৰ আপোচৰ এটা কাৰণ আছিল। কিন্তু এই কথা স্পষ্ট আছিল যে এনে ধৰণৰ কাৰ্য্য বেচি দিন চলিব নোৱাৰে। কেন্দ্ৰীয় এছেম্বলীত অন্য দলৰ সংগত আলোচনা কৰি যি এটা পাৰ্টি গঠন কৰা হৈছিল সি ক্ৰমে দুৰ্ব্বল হৈ শেষত ভাগি গ'ল। স্বৰাজ পাৰ্টি অন্যদলৰ পৰা আঁতৰি গ'ল। মধ্যপ্ৰদেশতো স্বৰাজ পাৰ্টিৰ মানুহৰ ভিতৰতে মন্ত্ৰীসভা গঠন কৰা অলপ কনাবনি হ'বলৈ ধৰিলে আৰু এই কথাত বেৰাৰ প্ৰদেশৰ কিছুমান সদস্য প্ৰধান সমৰ্থক আছিল। এই কথা দেখিয়েই চিন্তাশীল আৰু দূৰদৰ্শী দেশবন্ধু দাসে ভাবিছিল যে এই সুবিধাতে যদি ইংলণ্ডৰ লগত কিবা কাৰ্য্যকৰী আপোচ হৈ যায় তেন্তে বৰ ভাল হয়।

গৱৰ্ণমেণ্টে নতুন অৰ্ডিনেঞ্চ আৰু ১৯১৮ চনৰ ৰেগুলেচনৰ দ্বাৰা গ্ৰেপ্তাৰ কৰি দেখুৱাইছিল যে তেওঁলোকে বিপ্লৱীসকলক কোনো প্ৰকাৰে মূৰ তুলি উঠিবলৈ নিদিয়ে। এই নতুন অৰ্ডিনেঞ্চ আৰু গ্ৰেপ্তাৰ ৰাম্‌জে মেকড'নাণ্ড প্ৰধানমন্ত্ৰী হোৱা লেবাৰ পাৰ্টিৰ অনুমতি ক্ৰমে হৈছিল। লেবাৰ পাৰ্টি হৰাৰ পিছত ৰক্ষণশীল দলৰ মন্ত্ৰীসভা গঠন হৈছিল। ইয়াতে লৰ্ড বাৰ্কেনহে'ড ভাৰত সচিব নিযুক্ত হৈছিল। তেওঁৰ পৰাই দেশবন্ধু দাসে আশা কৰিছিল। তেওঁৰ কাৰণে দেশবন্ধু দাসে জানি শুনি পথও মুকলি কৰি দিছিল। দেশবন্ধুৱে জানি যে ইংৰাজসকলে

বঙ্গদেশৰ স্বৰাজ পাৰ্টি আৰু দেশবন্ধু দাসে তলে তলে বিপ্লৱীসকলক সহায় কৰিছিল বুলি সন্দেহ কৰিছিল। গোপীনাথ সাহা সম্বন্ধীয় তেওঁৰ চিৰাজগঞ্জৰ প্ৰস্তাৱৰ দ্বাৰা ইংৰাজসকলৰ এই সন্দেহ আৰু দৃঢ় হৈছিল। দেশবন্ধুৱে ভাবিলে যে যেতিয়ালৈকে ইংৰাজসকলৰ মনত এই সম্বন্ধে সন্দেহ থাকিব তেতিয়ালৈকে কোনো আপোচ হ'ব নোৱাৰে। এইকথা তেওঁ ইংৰাজসকলৰ লগত কথা-বতৰা পাতি বুজিব পাৰিছিল। গতিকে এই সন্দেহ দূৰ কৰা তেওঁ আৱশ্যক বুলি ভাবিলে। এটা বক্তব্য প্ৰকাশ কৰি তেওঁ এইকথা স্পষ্টভাৱে কৈ দিলে যে কংগ্ৰেছ বা স্বৰাজ পাৰ্টিয়ে এনে নীতি সমৰ্থন নকৰে যি হত্যা ন্যায়সঙ্গত বুলি ভাবে, আৰু স্বৰাজ পাৰ্টিৰ মতে এনে হত্যাৰ দ্বাৰা স্বৰাজ লাভৰ পথত বাধাৰ সৃষ্টি হয়; এইকাৰণে তেওঁ আগতেও ইয়াক সমৰ্থন কৰা নাছিল আৰু এতিয়াও কোনো প্ৰকাৰে সমৰ্থন কৰিব নোৱাৰে। লগতে তেওঁ স্বৰাজ পাৰ্টিৰ বাধাদান নীতি ন্যায় প্ৰতিপন্ন কৰিলে আৰু যেতিয়ালৈকে আপোচৰ দ্বাৰা কোনো কথা স্থিৰ হৈ অধিকাৰ হস্তান্তৰ নহয় তেতিয়ালৈকে সেই নীতি বলৱৎ ৰখাৰ কথাও ঘোষণা কৰিলে। এই বক্তব্যৰ প্ৰথম অংশৰ দ্বাৰা ইংৰাজ সকল সন্তুষ্ট হ'ল। আনকি লৰ্ড বাৰ্কেনহে'ডেও এই কথাত সন্তোষ প্ৰকাশ কৰিলে; কিন্তু লগতে তেওঁ এইটোও ক'লে যে ভাৰতীয়সকলে শাসন-কাৰ্য্যত সহযোগ কৰা উচিত আৰু যেতিয়া তেওঁলোকে এনে কৰিব তেতিয়াহে ৰাজনৈতিক প্ৰগতি হ'ব পাৰিব। দেশবন্ধু ইমানতো একেবাৰে নিৰাশ নহ'ল। সেই সময়তে ফৰীদপুৰত বঙ্গীয় ৰাজনৈতিক সম্মিলন হোৱাৰ কথা আছিল। দেশবন্ধু তাৰ সভাপতি নিৰ্ব্বাচিত হৈছিল।

সেই সময়তে গান্ধীজীয়ে বঙ্গদেশ ভ্ৰমণ কৰিছিল। প্ৰাদেশিক সম্মিলনত (ফৰীদপুৰ) তেখেতেও যোগ দিলে। দেশবন্ধু দাসে নিজৰ বক্তৃতাত সেই মত আৰু আশাকে প্ৰকাশ কৰিলে। কিন্তু তেওঁৰ আশা পূৰণ নহ'ল। তেওঁৰ স্বাস্থ্য দিনে দিনে বেয়া হৈ যাবলৈ ধৰিলে। তেওঁ দাৰ্জ্জিলিঙলৈ গুচি গ'ল। মহাত্মাজীও তালৈ গ'ল। যেতিয়া তেওঁলোক দুয়োজন দাৰ্জ্জিলিঙত আছিল ময়ো জলপাইগুৰিলৈকে গৈছিলোঁ। মোৰ উদ্দেশ্য আছিল গান্ধীজীক বঙ্গদেশৰ পৰা বিহাৰলৈ অনা। সেইকাৰণে মই তালৈকে গলোঁও। কিন্তু মই স্বাস্থ্যৰ কাৰণে পাহাৰলৈ নগলোঁ। শ্ৰীমথুৰা-প্ৰসাদজীকেই গান্ধীজীৰ ওচৰলৈ পঠালোঁ। মহাত্মাজী মান্তিও হৈছিল। কিন্তু ইতিমধ্যে দেশবন্ধুৰ আকস্মিক মৃত্যু হয়। তেওঁৰ মৃত্যুত গোটেই দেশতে শোকৰ ছাঁ পৰিল। তেওঁৰ শৱ কলিকতালৈ অনা হ'ল। তাত

অভূতপূৰ্ব্ব দৃশ্য দেখিবলৈ পোৱা গ'ল। শৱ-যাত্ৰাত ইমান বেছি মানুহে যোগ দিছিল যে বোধহয় ইতিপূৰ্ব্বে কোনো শোভাযাত্ৰাত ইমান মানুহে যোগ দিয়া নাছিল। মহাত্মাজীও কলিকতালৈ আহিল। তেখেতে দেশবন্ধু স্মাৰক পুঁজিৰ কাৰণে টকা তোলাত আৰু বঙ্গদেশৰ ৰাজনৈতিক নেতা-সকলৰ লগত তাৰ পৰিস্থিতিৰ সংশোধনৰ কাৰণে আলোচনা কৰাত লাগি গ'ল। গতিকে কিছুদিনলৈ তেখেতৰ বিহাৰলৈ অহা ন'হল।

## ৬২। সামাজিক সংস্কাৰ

সেই সময়ত মোৰ ঘৰত-দুখন বিয়া আছিল। এখন মোৰ সৰু ভতিৰ্জী 'ৰমা'ৰ—লক্ষ্ণৌৰ শ্ৰীবিদ্যাদও ৰামৰ লগত, আৰু অন্যখন মোৰ বৰ ল'ৰা মৃত্যুঞ্জয়ৰ শ্ৰীব্ৰজকিশোৰ প্ৰসাদজীৰ সৰু ছোৱালী 'বিদ্যাৱতী'ৰ লগত। লক্ষ্ণৌৰ বৰযাত্ৰী বৰ ধুমধামেৰে আহিছিল। মানুহ বৰ বেছি নাছিল, কিন্তু ভাল পৰিয়ালৰ আছিল কাৰণে জাকৃজমক বেছি আছিল। সকলো ব্যৱস্থা আমিয়েই কৰিব লগা হৈছিল। ককাইদেৱে খুব আয়োজন কৰিছিল। বাবু হৰিজীয়ে এই বিয়া ঠিক কৰাত বৰ সহায় কৰিছিল। তেওঁলোক তেওঁৰ ওচৰ সম্বন্ধীয় আছিল। যাতে কাৰো কোনো আপত্তি নহয় তাৰ কাৰণে আমি চেষ্টা কৰিছিলোঁ। সেইকাৰণে তেওঁলোকৰ থকা আৰু খোৱা বোৱাৰ উত্তম ব্যৱস্থা কৰিছিলোঁ। মৃত্যুঞ্জয়ৰ বিয়া ইয়াৰ ঠিক বিপৰীত ধৰণেৰে বৰ সাধাৰণভাৱে হৈছিল। মই আমাৰ ঘৰৰ তিনিটা ল'ৰাৰ কোনোটোৰ বিয়াতে তিলক যৌতুক লোৱা নাছিলোঁ। কিন্তু কোনো কোনো খনত ইচ্ছাৰ বিৰুদ্ধে জোৰেৰে ঘেচিকৈ দিবলগীয়া হৈছিল। এই সম্বন্ধে আমাৰ সদায়েই তিক্ত অভিজ্ঞতা আছিল। আমাৰ সমাজত কু-ৰীতি বহুতো আছে। যেতিয়ালৈকে সেইবিলাক দূৰ নহ'ব তেতিয়ালৈকে ছোৱালী হোৱা আৰু সিহঁতৰ বিয়াৰ জঞ্জাল আমাৰ কাৰণে দখকৰ হৈ থাকিব। কায়স্থসকলৰ ভিতৰত, বিশেষকৈ কায়স্থসকলৰ শ্ৰীবাস্তৱ, আৰু অম্বষ্ঠসকলৰ মাজত বহুত সংস্কাৰৰ প্ৰয়োজন।

কায়স্থ কন্ফাৰেঞ্চৰ (নিখিল ভাৰত) জন্ম প্ৰায় কংগ্ৰেছৰ লগতেই হৈছিল। মোৰ বোধেৰে সম্ভৱতঃ প্ৰথম অধিবেশনতে এই কথাত জোৰ

ৰিয়া হৈছিল যে ছোৱালীৰ বাপেকৰ পৰা কেইবাপ্ৰকাৰেও তিলক-যৌতুকৰ টকা লোৱাটো খুব বেয়া কথা আৰু এই কাম বন্ধ কৰিব লাগে। প্ৰায় প্ৰত্যেক অধিবেশনতে এই মৰ্ম্মে প্ৰস্তাৱ পাছ কৰা হৈছে। কিন্তু কনফাৰেঞ্চৰ যি কৰ্ম্ম-কৰ্ত্তা, তেওঁলোকৰ ভিতৰত বহুতে নিজেই এই প্ৰস্তাৱ অৱহেলা কৰিছিল। এনেকুৱাও বহুত ঘটনা হৈছিল য'ত কনফাৰেঞ্চৰ পৰা পোৱা সন্মানেৰে তিলক-যৌতুক বেছিকৈ লোৱাৰ সুবিধা কৰিছিল। যিহেতু কনফাৰেঞ্চৰ সভাপতি অথবা অন্য উচ্চ পদবিধাৰী হোৱাৰ কাৰণে কায়স্থসকলৰ মাজত তেওঁৰ খুব সন্মান বাঢ়িল সেইকাৰণে তেওঁ টকা বেছিকৈ আদায় কৰিছিল। এই কাৰণে সকলো জাতীয় কনফাৰেঞ্চৰ ভিতৰত পুৰণি হোৱা সত্বেও কায়স্থ কনফাৰেঞ্চে নিজ উদ্দেশ্য সিদ্ধিত বিশেষ সফল হ'ব নোৱাৰিলে।

মই ১৯১৬ চনত যেতিয়া কলিকতাৰ পৰা পাটনালৈ ওকালতি কৰিবলৈ আহিলো তাৰ অলপ দিনৰ পিছতে কেইজনমান কায়স্থ বন্ধুৱে মোৰ হতুৱাই এখন প্ৰতিজ্ঞা-পত্ৰত চহী কৰোৱালে। ইয়াৰ তাৎপৰ্য্য আছিল যে ল'ৰাৰ বিয়াত প্ৰত্যক্ষ বা পৰোক্ষভাৱে কোনো নামতেই ল'ৰাৰ দেউতাকৰ পৰা অথবা অন্য কোনো সম্বন্ধীয় লোকৰ পৰা ৫১ টকাতকৈ বেছি নলওঁ। মই আগৰে পৰা এনে ভাব পোষণ কৰিছিলোঁ। সেইকাৰণে মই আনন্দমনেৰে প্ৰতিজ্ঞা পত্ৰত চহী কৰিলো। ককাইদেউ এই বিষয়ত বৰ উগ্ৰভাবৰ লোক আছিল। তেওঁ এই কথাও মানিছিল যে কোনোবাই যদি তিলক-যৌতুক বেছি লয় অথবা বিয়াৰ নাচ আদিত বেছি খৰচ কৰে তেন্তে বৰযাত্ৰীৰ লগত যাবই নালাগে। গতিকে আমাৰ ঘৰত এই চৰ্ত্ত মনাত কোনো অসুবিধা নহ'ল। তিনিজনীৰ ভিতৰত মোৰ দুজনী ভতিজাৰ ইতিপূৰ্ব্বে বিয়া হৈ গৈছিল। সিহঁতৰ বিয়াত আমি তিলক-যৌতুক দিবলগীয়া হৈছিল। এতিয়া মাত্ৰ এজনী ছোৱালী বিয়া দিবলৈ আছিল। কিন্তু ল'ৰা তিনিটা আছিল আৰু সিহঁতৰ কাৰো বিয়া হোৱা নাছিল। এইকাৰণে য'ত দিয়াৰ প্ৰশ্ন আছিল তাত আমি ঘাটি খালো আৰু য'ত কিছু পোৱাৰ আশা আছিল তাতো আমি প্ৰতিজ্ঞা কৰি তাৰ বাট বন্ধ কৰি দিলো। কিন্তু এই কাম আমি জানি শুনি কৰিছিলো। এই প্ৰতিজ্ঞাৰ কাৰণে তিনিওটা ল'ৰাৰে বিয়া নতুন ৰীতিত বিনা তিলক-যৌতুক আৰু বিনা নাচ-গানেৰে হ'ল। কিন্তু কন্যাপক্ষ হোৱাৰ কাৰণে তিনিওজনী ছোৱালীৰে বিয়াত তিলক-যৌতুক দিব লগা হৈছিল। আমাৰ সমাজত ছোৱালীৰ বাপেক আৰু অভিভাৱকে

যি যাতনা ভুগিব লাগে আমি সেই সকলো যাতনা ভুগিবলগীয়া হ'ল।

ইয়াৰ পিছত সেই বছৰৰে শেষত ( ১৯২৫ চনৰ ডিচেম্বৰত ) মই যেতিয়া কায়স্থ কনফাৰেঞ্চৰ জৌনপুৰ অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত হৈছিলো তেতিয়া মই এই পদ এই কাৰণেই গ্ৰহণ কৰিছিলো যে হয়তো তালৈ গৈ এই কু-প্ৰথাত বাধা দিয়াত কিছু কৃতকাৰ্য্য হ'ব পাৰিম। তাৰ সেই কনফাৰেঞ্চত পুৰণি হলেও দুটা প্ৰস্তাৱ মহত্বপূৰ্ণ আছিল। এটা আছিল মই প্ৰতিজ্ঞা কৰা তিলক-যৌতুক সম্বন্ধে। এতিয়া তাক আৰু কঠোৰ কৰা হ'ল। সেই প্ৰস্তাৱ উলঙ্ঘা কৰা বিয়াত যোগ নিদিবলৈ কৰা প্ৰতিজ্ঞা এই প্ৰস্তাৱত যোগ দিয়া হ'ল। অন্যটো প্ৰস্তাৱত কায়স্থ-সকলৰ বিভিন্ন বৰ্গ আৰু বিভিন্ন শাখাৰ পৰস্পৰৰ মাজত বিয়া-বাৰু আৰু খোৱা-বোৱা চলাবৰ কাৰণে জোৰ দিয়া হ'ল। মই যিমানদূৰ জানো তিলক-যৌতুক প্ৰথা তাঁৰ পিছতো থাকিল। বোধ হয় চলি থাকিবও কিয়নো আজিকালি বহুত ল'ৰাই বিয়াৰ চৰ্ত্তত নিজৰ শিক্ষা বিশেষকৈ বিদেশৰ শিক্ষাৰ খৰচৰ দাবীও উত্থাপন কৰে অথবা অন্য দাবী নিজেই উত্থাপন কৰে। গতিকে এই আশাও কৰিব নোৱাৰি যে পুৰণি মতাৱলম্বী বুঢ়-মেথাসকলৰ মৃত্যুৰ পিছত এই সংস্কাৰৰ পথ মুকলি হৈ পৰিব। কিয়নো, যি সকলৰ ওপৰত ভবিষ্যতৰ আশা কৰিব পাৰি তেওঁলোকৰ বহুতৰেই পুৰণি সকলতকৈ বেচি ব্যৱসায়ী বুদ্ধি থকা প্ৰমাণিত হৈছে। কিন্তু এইটো সন্তোষৰ কথা যে কায়স্থসকলৰ মাজত অন্তৰ্বৰ্গীয় বিবাহ হ'বলৈ ধৰিছে। এতিয়া ল'ৰা বা ছোৱালীৰ বিয়া অন্য শাখা বা বংশত কৰোৱাও উচিত আৰু গ্ৰহণীয় বোলা কথা মানিবলৈ কোনেও সংকোচ নকৰে। আজিকালি কম বয়সীয়া বিধবাৰ বিয়াও হয়। তেতিয়ালৈকে এই সম্বন্ধে মোৰ মত স্পষ্ট হোৱা নাছিল। কিন্তু তাৰ পিছতেময়ো এই কথা মানি ললো যে বিধবা-বিবাহ হোৱা, বিশেষকৈ কমবয়সীয়া ছোৱালীৰ ক্ষেত্ৰত নিতান্তই আৱশ্যক। এনেকুৱা কিছুমান বিয়াত সন্মতি দি মই উৎসাহো দিছো।

## ৬৩। মহাত্মা গান্ধীৰ বিহাৰ ভ্ৰমণ আৰু কাউন্সিলৰ নিৰ্ব্বাচন

আগতেই কৈছো যে বেলগাওঁ কংগ্ৰেছত যি আপোচ মানি লোৱা হৈছিল সেই অনুসৰি কংগ্ৰেছৰ নিয়মাৱলী পৰিবৰ্ত্তন কৰি কংগ্ৰেছৰ সভ্য হ'বৰ কাৰণে পইচাৰ সলনি দুহেজাৰ গজ সূতা দিয়া, কংগ্ৰেছ সম্বন্ধীয় কথাত খাদী পিন্ধাটো বাধ্যতামূলক কৰি দিয়া হৈছিল। কিছুমান মানুহ এই কথাৰ ঘোৰ বিৰোধী আছিল। যি সকল কংগ্ৰেছৰ বাহিৰত আছিল আৰু যি সকল কংগ্ৰেছলৈ আহিব বুলি আশা কৰা হৈছিল তেওঁলোক ইয়াৰ বিৰোধী আছিলেই। কংগ্ৰেছৰ ভিতৰৰ এটা দলেও এই কথাৰ সম্পূৰ্ণ বিৰোধিতা কৰিছিল। স্বৰাজ পাৰ্টিয়ে এই কথা মানি লৈছিল; কিন্তু তেওঁলোকৰ এনে কিছুমান মুখিয়াল সভ্য আছিল যি এই কথা কেতিয়াও অন্তৰৰ পৰা মানি নলৈছিল। বেলগাওঁ কংগ্ৰেছৰ পিছতো এই কথা কোৱা হৈছিল যে সূতা আৰু খাদীৰ চৰ্ত্ত বান্ধি দি কংগ্ৰেছৰ নিজৰ ক্ষেত্ৰ আৰু সঙ্কুচিত কৰিছিল—এতিয়া কংগ্ৰেছৰ সভ্য খুব কম হ'ব। গান্ধীজীয়ে আশা কৰিছিল যে সকলোৱে যদি মিলি জোৰ দিয়ে তেন্তে বহুতে সূতা কাটিবলৈ ধৰিব, আৰু যদি সভ্যৰ সংখ্যা কমো হয় তেন্তে তথাপি যিখিনি থাকিব তেওঁলোক আচল আৰু কাম কৰা লোক হ'ব যাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব পৰা যাব। কিন্তু এই আশা পূৰ্ণ নহ'ল। বহুত চেষ্টাৰ পিছতো কংগ্ৰেছৰ সভ্য-সংখ্যা বহুত কম হৈ গ'ল। গান্ধীজী এই কথাৰ দ্বাৰা প্ৰভাৱান্বিত হ'ল। তেখেতে এই মত প্ৰকাশ কৰিলে যে যদি স্বৰাজ পাৰ্টিয়ে ইচ্ছা কৰে তেন্তে তেওঁলোকক আপোচৰ চৰ্ত্তৰ পৰা মুক্ত কৰি দিব আৰু কেৱল সূতাৰ ঠাইত সূতা অথবা চাৰি অনা পইছা কংগ্ৰেছৰ সভ্যপদৰ মাচুল হিচাপে মঞ্জুৰ কৰি ল'ব। কিন্তু গান্ধীজীয়ে কিছুমানে বিচৰাৰ দৰে সূতাৰ কথা একেবাৰে তুলি দিয়ালৈ অথবা খদ্দৰৰ চৰ্ত্ত তুলি দিবলৈ মান্তি নহৈছিল। তেখেতে পণ্ডিত মতিলালজীৰ লগত কথা-বতৰা হ'ল। নিয়মাৱলী পুনৰ সংশোধন কৰা হওক—এই সিদ্ধান্ত কৰা হ'ল। লগতে এইটোও হ'ব লাগে যে যি টকা খাদীত খটুউৱা হৈছে তাতে খটুউৱা হওক আৰু খাদী প্ৰচাৰৰ কাৰণে এটা বেলেগ অনুষ্ঠান স্থাপন কৰা হওক যিটো কংগ্ৰেছৰ অঙ্গ হৈয়ো স্বতন্ত্ৰ হ'ব; আৰু স্বৰাজ পাৰ্টিক কংগ্ৰেছৰ ৰাজনৈতিক কাম কৰিবলৈ সম্পূৰ্ণ অধিকাৰ দিয়া হওক।

মহাত্মা গান্ধীয়ে কিছুদিনৰ পিচত বঙ্গদেশৰ কাম সম্পূৰ্ণ কৰি বিহাৰ ভ্ৰমণ কৰিবলৈ আহিল। বিহাৰ ভ্ৰমণৰ আৰম্ভ ছোটনাগপুৰৰ পৰাই কৰিলে। ইয়াৰ বিশেষ কাৰণ আছিল এই যে বিহাৰ প্ৰাদেশিক ৰাজনৈতিক সম্মেলনৰ বাৰ্ষিক অধিবেশন সেই বছৰ পুৰুলিয়াত শাহ মহম্মদ জুবৈৰ সভাপতিত্বত হ'বলগীয়া আছিল। তাৰ মানুহে খুব উৎসাহেৰে ইয়াৰ আয়োজন কৰিছিল। ছোটনাগপুৰত প্ৰাদেশিক সম্মেলনৰ এয়ে প্ৰথম অধিবেশন আছিল। তেওঁলোকৰ প্ৰবল ইচ্ছা আছিল যে মহাত্মা গান্ধীও তালৈ যেন আহে। গান্ধীজী এই কথাত মান্তি হ'ল। এক হিচাপে তেখেতৰ ভ্ৰমণ তাৰ পৰাই আৰম্ভ হ'ল। ইয়াৰ কিছু আগতেই মহাত্মাজী এবাৰ জামছেদপুৰলৈ আহিছিল। তাত শ্ৰমিকৰ সংগঠনত দেশবন্ধু দাসে মনযোগ দিছিল। তাত ইউনিয়ম ( সংঘ ) প্ৰতিস্থা হৈছিল। কিন্তু টাটা কোম্পানীয়ে তাক এতিয়াও মানি লোৱা নাছিল। এই সময়ত দেশবন্ধুৰ পিচত দীনবন্ধু এণ্ড্ৰুজ তাৰ সভাপতি নিৰ্ব্বাচিত হৈছিল। তেওঁৰ অনুৰোধক্ৰমে মহাত্মাজী তালৈ যাবলৈ মান্তি হৈছিল। কোম্পানীৰ মেনেজিং ডাইৰেক্টৰ শ্ৰী আৰ, ডি, টাটা তালৈ আহিল। কোম্পানীৰ ফালৰ পৰা মহাত্মাজীৰ খুব ডাঙৰ স্বাগত হ'ল। ময়ো মহাত্মাজীৰ লগত আছিলো। দুদিন তাত থাকি তেখেতে কলকাৰখানা খুব ভালকৈ চালে। ডাইৰেক্টৰসকলৰ লগত আলোচনাও কৰিলে। ফলস্বৰূপে টাটা কোম্পানীয়ে ইউনিয়ন মানি ল'লে। মজদুৰ সভ্যসকলৰ দৰ্মহাৰ পৰা কাটি তেওঁলোকৰ চান্দা জমা কৰাৰ প্ৰতিশ্ৰুতিও দিলে। যি অন্যান্য অভিযোগ আছিল তাকো দূৰ কৰিলে। এইদৰে এই ভ্ৰমণ বৰ সফল হৈছিল।

পুৰুলিয়াৰ সম্মেলন সমাৰোহেৰে হৈ গ'ল। মহাত্মাজী বোম্বাইৰ ফালৰ পৰা আহিছিল। তেখেতক মই 'চিনী'ত ডাকগাড়ীৰ পৰা নমালো। সময় বচাবৰ কাৰণে তেখেতক এখন স্পেচিয়েল ৰেলত পুৰুলিয়ালৈ আনিলো। সম্মেলনৰ বৈশিষ্ট্য আছিল এখন প্ৰদৰ্শনী আৰু এই প্ৰদৰ্শনী গান্ধীজীয়ে উদ্বোধন কৰিছিল। সম্মেলন সমাপ্ত কৰি গান্ধীজীয়ে ছোটনাগপুৰত ভ্ৰমণ আৰম্ভ কৰিলে। আশা কৰিছিলো যে তেখেতে গোটেই প্ৰদেশ ভ্ৰমণ কৰিব পাৰিব। মই দেখিবলৈ পাইছিলো যে মহাত্মাজী যেতিয়াই ভ্ৰমণাৰ্থে ওলায় মানুহে তেখেতৰ যাতে দৰ্শন লাভ কৰিব পাৰে তাৰ কাৰণে তেখেতক যিমান পাৰে বেচি ঠাইলৈ নিয়া ইচ্ছা কৰে। এই কথা একপ্ৰকাৰে স্বাভাৱিকো ; কিন্তু ই কোনো কোনো ক্ষেত্ৰত আন্দাজ কৰাতকৈ বেচি হয়। মই মানিবলৈ বাধ্য যে ময়ো নিজে নিজেই হওক অথবা বন্ধুৰ

অনুৰোধতে হওক এই প্ৰবৃত্তিৰ চিকাৰ হৈছিলো। যি ভ্ৰমণ-সূচী কৰা হৈছিল সি বৰ দুৰ্ব্বহ আছিল। মহাত্মাজীৰ স্বাস্থ্য কেইবামাহো ধৰি কৰা ভ্ৰমণৰ কাৰণে আগৰ পৰাই বেয়া হৈছিল ; সেইকাৰণে তেখেতে ভ্ৰমণ সহ্য কৰিব নোৱাৰিলে। মই তেখেতৰ ভ্ৰমণ দুভাগত ভগাইছিলো—প্ৰথম ভাগত ছোটনাগপুৰ আৰু দ্বিতীয় ভাগত বিহাৰৰ অন্য জিলাসমূহ। ছোটনাগপুৰৰ ভ্ৰমণ শেষ কৰি পাটনাত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠকৰ কাৰণে কিছুদিন ৰৈ তাৰ পিছত অন্য জিলালৈ যাব। ছোটনাগপুৰৰ ভ্ৰমণতে মহাত্মাজী খুব ভাগৰি পৰিছিল। শেষৰ দিনা হাজাৰীবাগ জিলাৰ কাম শেষ কৰি 'কোড়ৰমা' ষ্টেচনত ৰেলত উঠাৰ লগে লগে তেখেত অজ্ঞান হোৱাৰ নিচিনা হৈ পৰিল। ময়ো লগতে আছিলো। কোনো প্ৰকাৰেই ভিৰ চম্ভালিব পৰা নহৈছিল। তেখেতৰ স্বাস্থ্য কিমান বেয়া হৈছিল সেই কথাও আমি সম্পূৰ্ণ নাজানিছিলো। এতিয়া ই স্পষ্ট হ'ল। মই বিহাৰৰ বাকী কাৰ্য্য-সূচী কিছুদিনলৈ স্থগিত কৰি দিলো। মহাত্মাজীক কিছুদিন আৰামৰ কাৰণে পাটনাত গঙ্গাৰ কাষত এটা ঘৰত থোৱা স্থিৰ হ'ল। ইয়াৰ পৰা তেখেতৰ অশেষ লাভ হ'ল। বিহাৰৰ নানা ঠাইৰ পৰা মানুহ আহি তেখেতক দৰ্শন কৰিলে।

সেই সময়তে পাটনাত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক হ'ল। এই বৈঠকত কংগ্ৰেছৰ নিয়মাৱলী সংশোধন আৰু উপৰোক্ত পৰিবৰ্ত্তনৰ সিদ্ধান্ত হ'ল। কাউঞ্চিলৰ নিৰ্ব্বাচন সমন্বিতে কংগ্ৰেছৰ সম্পূৰ্ণ ৰাজনৈতিক প্ৰ'গ্ৰেম স্বৰাজ পাৰ্টিকেই পূৰ্ণ কৰাৰ অনুমতি দিয়া হ'ল ; কংগ্ৰেছৰ তৰফৰ পৰা প্ৰাৰ্থী থিয় কৰোৱা হওক আৰু ইয়াৰ ব্যৱস্থাৰ ভাৰ স্বৰাজ পাৰ্টিৰ নেতা পণ্ডিত মতিলাল নেহৰুৱে লওক। তাতে এই কথাও স্থিৰ হ'ল যে খাদী প্ৰচাৰৰ কাৰণে কংগ্ৰেছৰ যি টকা খটুৱা হৈছে সেই টকা কংগ্ৰেছৰ লগত সম্বন্ধ থকা অথচ এই কামৰ কাৰণে এটা বেলেগ অনুষ্ঠানৰ হাতত দিয়া হওক। এইদৰে নিখিল ভাৰত চৰ্খা সংঘৰ জন্ম হ'ল। ইয়াৰ বিধান গান্ধীজীয়ে কৰিলে। তাৰ কেইজনমান আজীৱন ট্ৰাষ্টী আৰু ব্যৱস্থাকাৰী সদস্য হ'ল। তাৰে এজন মই আছিলো আৰু আজিলৈকে আছো। মহাত্মাজী সভাপতি হ'ল। ইয়াৰ উপৰিও প্ৰত্যেক প্ৰদেশৰ কাম দেখা-শুনা কৰিবৰ কাৰণে এজনকৈ এজেণ্ট নিযুক্ত কৰা হ'ল। তেওঁৰ সহায়ৰ কাৰণে প্ৰাদেশিক সম্পাদকো নিযুক্ত হ'ল। বিহাৰৰ কাৰণে এজেণ্ট হলো মই, যুক্তপ্ৰদেশৰ কাৰণে পণ্ডিত জৱাহৰলাল, বঙ্গদেশৰ কাৰণে শ্ৰীসতীশচন্দ্ৰ দাসগুপ্ত, তামিলনাদুৰ কাৰণে শ্ৰীৰাজগোপালাচাৰী

আদি। এইদৰে এই সংঘই স্বতন্ত্ৰভাৱে খাদীৰ প্ৰচাৰ কৰিবলৈ ধৰিলে। এই অনুষ্ঠানে যোৱা সোতৰ-ওঠৰ বছৰ কাল খাদী প্ৰচাৰত আৰু এই শিল্পৰ উন্নতিৰ কাৰণে বহুত মহত্বপূৰ্ণ কাম কৰিছে। মই যেতিয়া এই কথাখিনি লিখিছো, চৰকাৰে এই সংঘৰ কাম অ'ত-ত'ত নষ্ট কৰি নিদিয়া হ'লে আজি কাপোৰৰ এনে মহাৰ্ঘৰ দিনত ইয়াৰ আৰু উপযোগিতা দেখা গ'লহেঁতেন। ইমান দিনত এই সংঘই কোটী কোটী টকা দুখীয়াক, বিশেষকৈ যিবিলাক দুখীয়া তিৰোতাই অন্য কাম কৰিব নোৱাৰে তেওঁলোকক পাৰিশ্ৰমিক স্বৰূপে দিছে।

যেতিয়া কংগ্ৰেছৰ তৰফৰ পৰা নিৰ্ব্বাচন যুদ্ধত নমা স্থিৰ হ'ল, তেতিয়া পণ্ডিতজীয়ে বিহাৰৰ ভাৰ মই ল'ব লাগিব বুলি ক'লে। যদিও এই বিষয়ে মোৰ আগুৰ মতেই এতিয়াও আছিল তথাপি কংগ্ৰেছে যেতিয়া এটা সিদ্ধান্ত কৰিলে তেনেস্থলত কংগ্ৰেছৰ জয়ৰ কাৰণে যথাসাধ্য চেষ্টা কৰাই মোৰ ধৰ্ম্ম। মই পণ্ডিতজীক কথা দিলো। তেওঁ নিশ্চিন্ত হ'ল।

তাৰ কিছুদিনৰ পিছতেই কাউঞ্চিল অব ষ্টেটৰ নিৰ্ব্বাচন হ'ল। তাত বিহাৰৰ এজন মুছলমান আৰু তিনিজন অমুছলমান নিৰ্ব্বাচিত কৰিব লাগিছিল। মুছলমানৰ আসনৰ কাৰণে শাহ মহম্মদ জুবৈৰ আৰু অমুছলমান আসনৰ কাৰণে শ্ৰী শ্ৰীকৃষ্ণসিংহ, শ্ৰীঅনুগ্ৰহনাৰায়ণ সিংহ আৰু মোৰ ককাইদেউ বাবু মহেন্দ্ৰপ্ৰসাদক থিয় কৰোৱা হ'ল। বিপক্ষত দাৰভাঙ্গাৰ মহাৰাজধিৰাজ আৰু ডুমৰাঁৱৰ মহাৰাজ বাহাদুৰ আদি আছিল। নিৰ্ব্বাচনত পৰিশ্ৰম যথেষ্ট হ'ল কিয়নো ভোটাধিকাৰীসকল বিশেষকৈ ধনী শ্ৰেণীৰ যেনে, জমিদাৰ, মহাজন আৰু কাৰবাৰীলোকসকল আছিল। তেওঁলোকৰ সংখ্যা বৰ বেচি নাছিল কিন্তু তেওঁলোকে ভোট-কেন্দ্ৰলৈ আহি ভোট দিব নালাগিছিল। তেওঁলোকে নিজেই চৰকাৰৰ যি কোনো উচ্চ পদবীধাৰীৰ ওচৰত কাগজত চহী কৰি ডাক যোগে পঠাব পাৰিছিল। সেইকাৰণে একৰকম কাগজ গোটোৱাৰ প্ৰতিযোগিতা হোৱাদি হ'ল। ভোটাধিকাৰী-সকলে কাগজ পোৱাৰ পিছত যিমান সোনকালে চহী কৰাই নিজৰ পক্ষলৈ পঠাব পাৰি সিমানেই বেচি সফল হোৱাৰ আশা কৰিব পৰা হৈছিল। তাৰোপৰি উৰিষ্যা বিহাৰৰ লগত আছিল ; তাতো ভোট গোটাব লাগিছিল। আমাৰ যত্নত শাহ জুবৈৰ চাহাব, বাবু অনুগ্ৰহনাৰায়ণ সিংহ আৰু বাবু মহেন্দ্ৰ-প্ৰসাদ নিৰ্ব্বাচিত হ'ল। চতুৰ্থ স্থান লাভ কৰিলে দাৰভাঙ্গাৰ মহাৰাজাধিৰাজে। শ্ৰীবাবু পৰাজিত হোৱাৰ কাৰণে আমাৰ বৰ খেদ হ'ল ; কিন্তু উপায় নাছিল। এই সকলো ১৯২৫ চন শেষ হোৱাৰ আগতেই হৈছিল।

## ৬৪.। স্বৰাজ পাৰ্টিত মতভেদ আৰু কানপুৰ কংগ্ৰেছ

সকলো দলকে কংগ্ৰেছলৈ আনিবলৈ কৰা যত্নৰ কথা ওপৰত উল্লেখ কৰা হৈছে। বেলগাওঁ কংগ্ৰেছৰ আগতেই নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে অসহযোগ স্থগিত কৰি কেৱল বিদেশী কাপোৰ বৰ্জন চলাই ৰখাৰ কথাও আগতে কৈছো। লগতে ৰচনাত্মক কামতো জোৰ দিয়া হৈছিল। কাউন্সিলত কংগ্ৰেছৰ হৈ ৰাজনৈতিক কাম কৰিবলৈ স্বৰাজ পাৰ্টিক অধিকাৰ দিয়া হৈছিল। ইয়াৰ পৰা আশা কৰা হৈছিল যে অন্যদলৰ লোক কংগ্ৰেছলৈ আহিব। বোম্বাইত হোৱা সৰ্ব্বদল-সম্মেলনৰ পৰা এই আশা আৰু বাঢ়িছিল। কিন্তু দুখৰ কথা যে এই আশা পূৰ্ণ নহ'ল। সৰ্ব্বদল-সম্মেলনে যি শাখা কমিটি গঠন কৰিছিল সেই কমিটিয়ে কোনো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। নিজৰ অকৃতকাৰ্য্যতা ঘোষণা কৰি তেওঁলোক মনে মনে বহি থাকিল। কিন্তু ইয়াৰ পিছতো যি কোনো উপায়েৰে মিলা-প্ৰীতি স্থাপনৰ চেষ্টা চলি থাকিল। নৰম দল আৰু জিন্নাৰ নিচিনা লোকৰ দুই-তিনিটা কথাত আপত্তি আছিল। এটা কথা আছিল যে কংগ্ৰেছে যদিও সেই সময়ত অসহযোগ স্থগিত কৰিছিল তথাপি তাক চিৰদিনৰ কাৰণে একেবাৰে এৰি দিয়া নাছিল। কংগ্ৰেছৰ অসহযোগ আৰু সত্যাগ্ৰহ চিৰদিনৰ কাৰণে এৰি দিয়াটো দূৰৰ কথা, তাৰ কাৰণে কংগ্ৰেছে দেশক প্ৰস্তুত কৰিব খুজিছিল আৰু এই বিষয়ত অপৰিবৰ্ত্তনবাদী আৰু স্বৰাজ পাৰ্টি একমত আছিল। কাউন্সিলৰ দ্বাৰা দেশক প্ৰস্তুত কৰাত সহায় হ'ব নে বাধা হ'ব—দুয়ো দলৰ মাজত এই বিষয়ে মতভেদ আছিল। অপৰিবৰ্ত্তনবাদীসকলে কাউন্সিলৰ কাৰ্য্যক সত্যাগ্ৰহৰ পথত বাধা বুলি ভাবিছিল। দ্বিতীয় কথা হ'ল কংগ্ৰেছে খাদী আৰু সূতা কটাত কেৱল জোৰেই দিয়া নাছিল বৰঞ্চ তেওঁলোকে কংগ্ৰেছৰ কাম কৰি থকা অৱস্থাত খাদী পিন্ধাটো বেলগাওঁ কংগ্ৰেছতে বাধ্যতামূলক কৰি দিছিল। কংগ্ৰেছে সভ্যপদৰ কাৰণে সূতা কটাটোও বাধ্যতামূলক কৰি দিছিল। কংগ্ৰেছৰ বাহিৰৰ মানুহে সূতা কটাত বিশ্বাস নকৰিছিল আৰু খাদী পিন্ধাৰ আৱশ্যকতাও উপলব্ধি নকৰিছিল। কংগ্ৰেছৰ ভিতৰতো এনে চিন্তাধাৰাৰ লোক আছিল আৰু তাৰ ভিতৰত প্ৰধান আছিল মহাৰাষ্ট্ৰৰ কিছুমান মানুহ ; কিন্তু তেওঁলোকৰ

সংখ্যা কম আছিল। বাহিৰৰ মানুহে ভয় খোৱা অন্য তৃতীয় কথা আছিল যে কাউন্সিলৰ কামৰ ভাৰ কংগ্ৰেছে স্বৰাজ পাৰ্টিৰ লোকৰ হাতত গঁপি দিছিল। বাহিৰৰ সৰহভাগ লোকেই কাউন্সিলক বেছি গুৰুত্ব দিয়া নাছিল। তেওঁলোকে বুজিবলৈ ধৰিলে যে কংগ্ৰেছৰ ভিতৰত সোমায়ো তেওঁলোকে এই কাউন্সিলসমূহত নিজৰ কাৰণে স্থান সুৰক্ষিত কৰিব নোৱাৰিব আৰু তাত তেওঁলোকৰ নীতিও কোনো ৰকমে চলাব নোৱাৰিব; কিয়নো, তাত স্বৰাজ পাৰ্টিৰ লোকৰ নীতিয়েইহে চলিব। তেওঁলোকে সেই বাধাদান নীতি ভাল পোৱা নাছিল। তেওঁলোকৰ মত আছিল যে মন্ত্ৰীসভাত সকলোৱে ভাগ লৈ নিয়মমতে কাম চলাব লাগে। সেইকাৰণে কেতিয়াবা অকণমান আশা অঙ্কুৰিত হৈছিল যদিও এই মৌলিক মতভেদৰ কাৰণে সিও সোনকালেই মৰহি গৈছিল। ১৯২৫ চনৰ চেপ্তেম্বৰ মাহত পাটনাত নিখিল ভাৰত কমিটিয়ে কংগ্ৰেছৰ সংগঠন এক প্ৰকাৰ স্বৰাজ পাৰ্টিৰ হাততেই তুলি দিলে। এতিয়া বাহিৰৰ মানুহে কংগ্ৰেছত যোগ দিয়া আৰু কঠিন হ'ল।

ওপৰত এই কথাও উল্লেখ কৰিছো যে স্বৰাজ পাৰ্টিৰ ভিতৰত, বিশেষকৈ তেওঁলোকৰ সংখ্যাগৰিষ্ঠতা লাভ কৰা মধ্যপ্ৰদেশত দেশবন্ধুৰ অন্তিমকালতেই মন্ত্ৰীসভাৰ সম্বন্ধে কিছু কণাকণি হ'বলৈ ধৰিছিল। তেওঁৰ মৃত্যুৰ কিছুদিনৰ পিছতেই এই কথা জনা গ'ল যে তাৰ কিছুমানে মন্ত্ৰীপদ গ্ৰহণ কৰাৰ পক্ষে আছিল। এতিয়া তাত মন্ত্ৰীসভা গঠন কৰিব পৰা নাছিল; কিন্তু স্বৰাজ পাৰ্টিৰ পৰা এছেম্বলীৰ মেম্বাৰ হোৱা আৰু সেই পাৰ্টিৰ পৰা তেওঁক থিয় কৰোৱাই এছেম্বলীৰ প্ৰেছিডেণ্ট নিৰ্ব্বাচিত কৰা স্বৰাজ পাৰ্টিৰ এজন প্ৰধান নেতা শ্ৰীতাম্বেই তাৰ গৱৰ্ণৰৰ এক্‌জিকিউটিভ কাউন্সিলৰ সভ্যপদ গ্ৰহণ কৰিলে। এনে সিদ্ধান্ত লোৱাৰ আগতে তেওঁ তেওঁৰ বন্ধুসকলৰ অথবা পাৰ্টিৰ সন্মতি লোৱা নাছিল আৰু পাৰ্টিৰ পৰা পদত্যাগো কৰা নাছিল। এইকাৰণে পাৰ্টিৰ ভিতৰত হুলস্থূল লাগি পৰিল। পণ্ডিত মতিলাল নেহৰুৱে কঠোৰতা অৱলম্বন কৰিলে। আনহাতে মহাৰাষ্ট্ৰৰ শ্ৰীনৃসিংহ চিন্তামণি কেলকাৰে শ্ৰীতাম্বেক সমৰ্থন জনালে। শ্ৰীজয়কাৰেও তেওঁক নহলেও পদগ্ৰহণ সমৰ্থনেই কৰিলে। মধ্যপ্ৰদেশত শ্ৰীঅভ্যঙ্কৰে তীব্ৰভাৱে এই কথা নিন্দা কৰিলে। ডাক্তৰ মুঞ্জে আৰু শ্ৰীঅভ্যঙ্কৰৰ মাজত তীব্ৰ মতভেদ হ'ল। এই সকলোৱেই স্বৰাজ পাৰ্টিৰ মুখিয়াল লোক আছিল; এইকাৰণে এই গৃহকন্দল বহুত বাঢ়ি গ'ল। মহাৰাষ্ট্ৰত শ্ৰীকেলকাৰ আৰু শ্ৰীজয়কাৰে প্ৰতিক্ৰিয়াত্মক

সহযোগৰ প্ৰচাৰ আৰম্ভ কৰিলে। পণ্ডিত মতিলাল নেহৰুৱে পাৰ্টিৰ বাধা-দান নীতিত থিয় দি থাকিল আৰু তাৰ প্ৰচাৰ কৰিবলৈ ধৰিলে।

এই মতভেদৰ সময়তে কানপুৰত কংগ্ৰেছৰ অধিবেশন হ'ল। শ্ৰীমতী সৰোজিনী নাইডু সভানেত্ৰী নিৰ্ব্বাচিত হ'ল। এবছৰ আগতে তেওঁ দক্ষিণ আফ্ৰিকাৰ পৰা উভতি আহিছিল। তাত তেওঁ বহুত কাম কৰি যথেষ্ট সুখ্যাতি অৰ্জ্জন কৰিছিল। গান্ধীজীয়ে পৰা হ'লে তেওঁক বোধহয় বেলগাওঁ কংগ্ৰেছৰেই সভানেত্ৰী কৰিলেহেঁতেন ; কিন্তু মানুহৰ অনুৰোধ মানি তেওঁ নিজে সভাপতি হ'বলৈ মান্তি হৈছিল। একপ্ৰকাৰে বেলগাওঁ কংগ্ৰেছৰ আগৰে পৰাই সকলোৱে পেটে পেটে কানপুৰ কংগ্ৰেছৰ সেই উচ্চ পদৰ কাৰণে সৰোজিনী দেৱীক নিৰ্ব্বাচিত কৰি থৈছিল।

কানপুৰ কংগ্ৰেছৰ বিশেষত্ব আছিল যে স্বৰাজ পাৰ্টিকে কাৰ্য্যভাৰ দিবলগীয়া আছিল। এইকাৰণে পণ্ডিত মতিলালজীৰ সিদ্ধান্ত অনুসৰিয়েই ৱৰ্কিং কমিটিয়ে কংগ্ৰেছ বিষয়-বাছনি সভাৰ কাৰণে প্ৰস্তাৱ প্ৰস্তুত কৰিছিল। দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ বিৰুদ্ধে যি নতুন আইন ৰচনা হৈছিল তাৰ বিৰোধিতা কৰা হ'ল। অন্য এটা প্ৰস্তাৱেৰে ব্ৰহ্মদেশত ভাৰতীয়-সকলৰ বিৰুদ্ধে যি কাম চলি আছিল তাৰ নিন্দা কৰা হ'ল। কিন্তু কাউন্সিল সম্বন্ধীয় প্ৰস্তাৱেই আটাইতকৈ গুৰুত্বপূৰ্ণ আছিল। এই প্ৰস্তাৱত কোৱা হ'ল যে এছেম্বলীত প্ৰস্তাৱ পাছ কৰি দেশৰ ফালৰ পৰা স্বৰাজৰ যি দাবী উত্থাপন কৰা হৈছে তাক মানি বৃটিছ গৱৰ্ণমেণ্টে তেনেদৰে আইন কৰিব লাগে। যদি এনে কৰিবলৈ ইচ্ছা প্ৰকাশ নকৰে, অথবা ফেব্ৰুৱাৰী মাহৰ শেষলৈকে এই সম্বন্ধে একো নকয় অথবা যি কয় বা কৰে সি যদি সন্তোষজনক নহয় তেন্তে কাউন্সিলৰ স্বৰাজ পাৰ্টিৰ মেম্বাৰ-সকলে তাত নিজৰ বক্তব্য কৈ গুচি আহিব আৰু যেতিয়ালৈকে অনুমতি নাপায় তেতিয়ালৈকে তালৈ ঘূৰি নাযাব আৰু ৰচনাত্মক কামত লাগি যাব। বিৰোধীসকলে কৈছিল যে ১৯২৬ চনৰ জানুৱাৰীৰ পৰা মাৰ্চ্চলৈকে প্ৰাদেশিক আৰু কেন্দ্ৰীয় এছেম্বলীৰ যি বৈঠক হ'বলগীয়া আছিল সি ১৯২৬ চনত হ'বলগীয়া নিৰ্ব্বাচনৰ আগতে প্ৰায় শেষ বৈঠক আছিল য'ত স্বৰাজ পাৰ্টিৰ লোকে যোগ দিব পাৰে ; এই কাৰণে তেওঁলোক যদি ওলাই আহে তেন্তে সেই বৈঠকৰ শেষৰ কেইদিনমানত যোগ দিব নোৱাৰিব আৰু এইটো বিশেষ মহত্বপূৰ্ণ কাম নহ'ব। অৱশ্যে যদি আহিবই লাগে তেন্তে চিৰদিনৰ কাৰণে ওলাই অহাটো এটা কথা হ'ব।

যিয়েই নহওক, কংগ্ৰেছে এই সিদ্ধান্তকে কৰিলে আৰু প্ৰতিক্ৰিয়াত্মক

সহযোগীসকলে ইয়াৰ অৰ্থ এনেভাৱে কৰিলে যে পুনৰ এক প্ৰকাৰৰ অসহযোগ নাহে নাহে কংগ্ৰেছ কাৰ্য্যসূচীত সোমাবলৈ ধৰিলে আৰু এনে অৱস্থাত তেওঁলোকৰ কাম চলিবই নোৱাৰে। এইহেতু শ্ৰীজয়কাৰ, শ্ৰীকেলকাৰ আৰু ডাক্তৰ মুঞ্জে আদিয়ে কাউন্সিলৰ পৰা ইস্তফা দি বেলেগ হৈ গ'ল। তেওঁলোকে প্ৰতিক্ৰিয়াত্মক সহযোগীসকলৰ এটা নতুন পাৰ্টি প্ৰতিষ্ঠা কৰিলে। মোৰ নিজৰ মত সদায় এইটোৱেই আছিল যে আমি যদি কাউন্সিললৈ যাবই লাগে তেন্তে তালৈ গৈ আইনমতে আমি যিহকে কৰিব পাৰোঁ তাকে কৰিব লাগে। মই বাধা দান নীতি কেতিয়াও বুজি নাপাইছিলো। এই সময়তো মোৰ মত আছিল যে স্বৰাজ পাৰ্টিৰ মানুহ যেতিয়া তালৈ গৈছে তেনেস্থলত তাত কাম কৰিব লাগে, কেৱল বাধাই দিব নালাগে। কিন্তু লগতে মই এইটোও মানিছিলো যে তালৈ যোৱাই মিছা; কিয়নো, ১৯২০ চনৰ বিধান মতে যি অধিকাৰ পোৱা হৈছিল সি একেবাৰেই সন্তোষজনক নাছিল। তালৈ যোৱাৰ পথা দেশত ভ্ৰান্ত ধাৰণা প্ৰসাৰ হোৱাৰ বাহিৰে অন্য একো হ'ব নোৱাৰে। অসহযোগে জনতাৰ বিচাৰধাৰাক বৃটিছ গৱৰ্ণমেণ্ট আৰু তাৰ অনুষ্ঠান-সমূহৰ প্ৰতি আকৰ্ষণ কৰিবলৈ বিচাৰিছিল। এইদৰে সি জনতাৰ মাজত ৰচনাত্মক শক্তি জগাই তুলিব খুজিছিল। কাউন্সিললৈ যোৱা কথাই এই ধাৰাক পুনৰ চৰকাৰী অনুষ্ঠানৰ প্ৰতি চাল খুৱাইছিল। সেই কাৰণে মোৰ মতে তালৈ যোৱা হিতকৰ নাছিল কিন্তু যদি কোনোবা যাব খোজে তেন্তে তেওঁ তাৰ পৰা যিকণ লাভ আদায় কৰিব পাৰে তাক দেশৰ কাৰণে গ্ৰহণ কৰিব লাগে। স্বৰাজ পাৰ্টিৰ লোকসকলৰ মত আছিল যে কাউন্সিলৰ বাহিৰত থাকি তেনে অৱস্থাতহে অসহযোগ কৰিব পাৰি যেতিয়া কাউন্সিললৈ যোৱা কোনো মানুহ নোলাব। কিন্তু এনে হ'ব নোৱাৰে। অন্যধৰণৰ অসহযোগ ভিতৰৰ পৰা কৰিব পাৰি আৰু তাৰ ৰূপ এনেকুৱাই হ'ব পাৰে যে বাধা দি আইনৰ চকৰী ঘূৰিবলৈ দিয়া নহওক। তেওঁলোকে এনে কৰিছিলো। বঙ্গদেশত আৰু মধ্যপ্ৰদেশত মন্ত্ৰীসভা চলিব নোৱাৰিলে। স্বয়ং গৱৰ্ণৰে মন্ত্ৰীসকলৰ অধিকাৰ নিজ হাতত ল'ব লগা হৈছিল। কেন্দ্ৰীয় এছেম্বলীত সংখ্যাগৰিষ্ঠ নোহোৱা সত্বেও অন্য দলৰ লৈতে লগলাগি তেওঁলোকে বাজেট নামঞ্জুৰ কৰি দিলে আৰু ভাইচৰয়ে তেওঁৰ বিশেষ অধিকাৰৰ দ্বাৰা তাক মঞ্জুৰ কৰিব লগা হ'ল। এইদৰে যি অলপ কাম বাধা দান নীতিৰে কৰিব পাৰিছিল, তেওঁলোকে কৰি দেখুৱাইছিল আৰু ইয়াৰ দ্বাৰা দেশত ভাল প্ৰভাৱ পৰিছিল।

যিয়েই নহওক, মই কাউন্সিললৈ যোৱাৰ বিৰোধী আছিলো। এনে অৱস্থাতে তাত কি নীতি অৱলম্বন কৰা হ'ব, মই তাৰ বিচাৰক হ'ব নোৱাৰো। মই স্থিৰ কৰিছিলো যে তালৈ যি সকল লোক গৈছে তেওঁলোকেই ইয়াৰ সিদ্ধান্ত কৰক; তেওঁলোকৰ মত অনুসৰি এই সম্বন্ধে যি নীতি কংগ্ৰেছে মানিব, ময়ো তাকে মানি লোৱা উচিত। এই নীতি চলোৱাত মই যি সহায় কৰিব পাৰো তাক কৰা উচিত। মহাত্মাজীয়ে বোধহয় নিজে ইমানদূৰ যাবলৈ প্ৰস্তুত নাছিল কিয়নো তেখেতে কৈছিল যে যদিও স্বৰাজ পাৰ্টিৰ লোকসকলৰ ধাৰণামতে কংগ্ৰেছে কাউন্সিল বৰ্জ্জন এৰি দিছিল তথাপি কংগ্ৰেছে কাউন্সিলৰ কাৰণে ভোট দিয়াত বা অন্য প্ৰকাৰে তাক সহায় কৰাত কাকো বাধা দিব নোৱাৰে। মই ইয়াতকৈ অলপ আগবাঢ়িছিলো আৰু ভাবিছিলো যে কংগ্ৰেছে যিহেতু কাউন্সিললৈ যোৱা কাৰ্য্য এবাৰ নিজ হাতত ল'লে তেনেস্থলত মোৰ নিজৰ মত যিয়েই নহওক সেই কাৰ্য্যত (অৰ্থাৎ নিৰ্ব্বাচনত) মই সহায় কৰা উচিত; সেই নীতি অনুসৰি মই কামো কৰিছিলো। নিৰ্ব্বাচনত সকলো শক্তি প্ৰয়োগ কৰি লৰি-ঢাপৰি ফুৰিছিলো।

কানপুৰতো স্বদেশী বস্তুৰ প্ৰদৰ্শনী হৈছিল। তাত ভাৰতীয় সেৱা-দলৰ ভাল সংগঠন আছিল। এদিন এনে এটা খবৰ প্ৰচাৰ হ'ল যে কংগ্ৰেছৰ শিবিৰত কিছুমান মানুহে জুই দিব। সেৱাদলে ডাক্তৰ হাৰ্ডিকাৰৰ নেতৃত্বত পহৰা দিলে। অধিবেশন কোনো উপদ্ৰৱ নোহোৱাকৈ সফলতাৰে সমাপ্ত হ'ল। তাত আৰু এটা ঘটনা ঘটিছিল। আজমীৰ, কংগ্ৰেছৰ কাৰণে এখন প্ৰদেশ বুলি গণ্য কৰা হৈছিল। বিধানসভাত অন্য প্ৰদেশৰ দৰে প্ৰতিনিধি নিৰ্ব্বাচন কৰিবলৈ তেওঁলোকৰো অধিকাৰ আছিল। তাৰ নিৰ্ব্বাচন সম্বন্ধে কিছু অভিযোগ আছিল। তাৰ নিৰ্ব্বাচন ৱৰ্কিং কমিটিয়ে নাকচ কৰি দিছিল আৰু এই কথাত কিছুমান মানুহ অসন্তুষ্ট হৈ শ্ৰীঅৰ্জ্জুনলাল শেঠীৰ নেতৃত্বত হয়তো জোৰ কৰি সোমাবলৈ বিচাৰিছিল অথবা অন্যক তালৈ যোৱাত বাধা দিব খুজিছিল। এই সঙ্গীন পৰিস্থিতিতো সেৱাদলে কাম কৰিব লাগিছিল।

## ৬৫। কংগ্ৰেছৰ ভিতৰত এটা স্বতন্ত্ৰ দল

কংগ্ৰেছৰ সিদ্ধান্ত অনুসৰি মাৰ্চ্চ মাহলৈকে যেতিয়া কোনো সন্তোষ-জনক উত্তৰ নাহিল তেতিয়া নিখিল ভাৰত কমিটিয়ে স্থিৰ কৰিলে যে স্বৰাজ পাৰ্টিৰ মানুহ কেন্দ্ৰীয় এছেম্বলী আৰু প্ৰাদেশিক কাউন্সিলৰ পৰা ওলাই আহিব লাগে। তেওঁলোকে নিৰ্দ্ধাৰিত তাৰিখত তেনে কৰিলেও। স্বৰাজ পাৰ্টিৰ নেতা পণ্ডিত মতিলালজীয়ে এছেম্বলীত এটা বক্তৃতা দিলে। তাত এই সিদ্ধান্তৰ কাৰণসমূহ ব্যাখ্যা কৰি সিদ্ধান্তৰ প্ৰতি সমৰ্থন জনালে। অন্যান্য প্ৰদেশৰ লোকেও তাকেই কৰিলে। সকলো কাউন্সিলৰ পৰা স্বৰাজ পাৰ্টি ওলাই আহিল। স্থিৰ কৰা হৈছিল যে যি সকল লোক ওলাই আহিব তেওঁলোকৰ নিজৰ সময় ৰচনাত্মক কামত আৰু কংগ্ৰেছৰ সিদ্ধান্তসমূহ তথা কাৰ্য্যসূচীৰ প্ৰচাৰত লগাব। কোনো কোনোৱে এনে কৰিলে; কিন্তু বহুতেই নিজৰ মনোমত কামত লাগি থাকিল। এই বছৰৰ শেষতে পুনৰ নতুন নিৰ্ব্বাচন হ'বলগীয়া আছিল। ইয়াৰ ভিতৰতে কিছু দুখলগা ঘটনা ঘটিছিল যিবোৰ উল্লেখ কৰা আৱশ্যক।

হিন্দু-মুছলমানৰ কাজিয়া বহুত দিনৰ পৰা চলি আহিছিল। হিন্দু-সভাৰ ফালৰ পৰা, বিশেষকৈ আৰ্য্যসমাজৰ তৰফৰ পৰা শুদ্ধি আৰু সংগঠনত জোৰ দিয়া হৈছিল। আনহাতে মুছলমানসকলেও শুদ্ধি আৰু সংগঠনৰ আন্দোলন আৰম্ভ কৰি দিছিল। বিদ্বেষ বাঢ়িয়েই গৈছিল। কোহাটৰ সংঘৰ্ষৰ কথা উল্লেখ কৰিলোৱেই আৰু মহাত্মাজী তালৈ যোৱা গৱৰ্ণমেণ্টে বন্ধ কৰাৰ কথাও কৈছো। পিচত মহাত্মা গান্ধী আৰু মৌলনা চৌকত আলী এই সম্বন্ধে তদন্ত কৰিবলৈ ৰাৱলপিণ্ডিলৈ গ'ল। তাৰ-পৰা আগলৈ যোৱাৰ অনুমতি নাছিল। সেই কাৰণে তালৈকে মানুহ মাতি যিমানদূৰ পাৰে তদন্ত কৰিলে। কোনো কোনো কথাত দুয়ো একমত হ'ব নোৱাৰিলে। যেতিয়া পৃথক পৃথক ৰিপ'ৰ্ট ছপা হৈ ওলাল তেতিয়া বুজিব পৰা হ'ল যে যি দুজন লোকে কেইবা বছৰো ধৰি এই বিষয়ে একে মতকে পোষণ কৰিছিল তেওঁলোকেও এই ক্ষেত্ৰত একমত হ'ব নোৱাৰিলে। মহাত্মাজীয়ে নিজস্ব ধৰণে লিখিলেও যে, ইয়াৰ পৰা মানুহে এইটো বুজিব নালাগে যে আমাৰ দুজনৰ ভিতৰৰ সম্বন্ধ আৰু ব্যৱহাৰ

কিবা বেলেগ হৈছে, বৰং মানুহে এইটোহে বুজিব লাগে যে এওঁলোকে সদায় হয় হয় নকৰে, কোনো কোনো ঠাইত মতভেদো আছে। এই দুয়োজন ব্যক্তিৰ মনোভাবৰ পৰিবৰ্ত্তন নহ'লেও দেশত ইয়াৰ ভাল প্ৰভাৱ নপৰিল। সেই সমস্যা অধিক জটিল হৈ যাবলৈ ধৰিলে। ৰাজনৈতিক মতভেদ আছিলেই, মহাত্মাজী সকলো ৰাজনৈতিক কামৰ পৰা একপ্ৰকাৰ আঁতৰি গ'ল। তেখেতৰ স্বাস্থ্যও খুব বেয়া হৈছিল। কানপুৰ কংগ্ৰেছলৈকে তেখেতে কোনোৰকম কাম চলাই দিলে। তাৰ পিছত ডাক্তৰৰ পৰামৰ্শমতে এবছৰলৈকে সাবৰমতী আশ্ৰমত থাকিবলৈ স্থিৰ কৰিলে। তাত থাকি আশ্ৰম আৰু খাদীৰ কাম সুসংগঠিত কৰাত লাগি গ'ল। যি সকলে মহাত্মাজীয়ে দুখ পাই আঁতৰি গ'ল বুলি ভাবিছিল তেওঁলোকে জোৰ দিলে যে মহাত্মাজীয়ে পুনৰ নেতৃত্ব দিব লাগে। কিন্তু প্ৰকৃততে সেইকথা নাছিল। তেখেতে সাবৰমতীৰ পৰা কাম কৰা নিজৰ স্বাস্থ্য আৰু দেশ দুয়োটাৰ কাৰণে হিতকৰ বুলি ভাবিছিল। সেই কাৰণে তেখেতে নিজৰ সিদ্ধান্তত অটল হৈ থাকিল।

ইফালে হিন্দু-মুছলমানৰ কাজিয়া বেছিকৈ বাঢ়ি গ'ল। কলিকতাত ডাঙৰ হিন্দু-মুছলমান সংঘৰ্ষ হ'ল আৰু তাত বহুতো হিন্দু আৰু মুছলমানৰ প্ৰাণহানি হ'ল। কেইবা সপ্তাহো ধৰি সংঘৰ্ষ চলি থাকিল। বক্ৰীদ উপলক্ষত কেইবা ঠাইতো সংঘৰ্ষ হ'ল। ফল স্বৰূপে খিলাফত কমিটিৰ মুখ্য লোকসকলো ইয়াৰ দ্বাৰা প্ৰভাৱান্বিত হৈ গ'ল। এই কমিটিৰ এক বিশেষ অধিবেশনত চোকা চোকা বক্তৃতা হৈছিল। তাত সিদ্ধান্ত কৰা হ'ল যে এতিয়াৰ পৰা খিলাফত কমিটিয়ে মুছলমানৰ স্বাৰ্থৰ কাৰণে ব্যৱস্থা কৰিব। আনফালে হিন্দুসকলেও বহুতো চোকা বক্তৃতা দিলে আৰু বহুতো প্ৰবন্ধ আদি প্ৰকাশ হ'বলৈ ধৰিলে। আমাৰ প্ৰদেশত এটা কথা হৈছিল যে পণ্ডিত মতিলালজী আৰু মৌলবী মহম্মদ শফীৰ মাজত মতভেদ হ'ল। মহম্মদ শফীয়ে এছেম্বলীৰ পৰা ইস্তফা দিলে। স্বতন্ত্ৰভাৱে থিয় দি তেওঁ আকৌ নিৰ্ব্বাচিত হ'ল। তেওঁ স্বতন্ত্ৰভাৱে কিছু প্ৰচাৰো আৰম্ভ কৰিলে। আমাৰ প্ৰদেশৰ বাতাবৰণো ক্ৰমে বেয়া হৈ গৈছিল। মৌলানা মজ্‌হৰুল হক্ চাহাব ইয়াৰ কাৰণে বৰ দুঃখিত হৈছিল। তেওঁ বিহাৰৰ মুখ্য কংগ্ৰেছীলোক, খিলাফত কমিটিৰ সভ্য আৰু অন্য স্বতন্ত্ৰ কিছুমান মানুহক নিমন্ত্ৰণ কৰি ছাপ্ৰাত এখন সৰু কনফাৰেঞ্চ পাতিলে। কেইবা দিনলৈকে তাত খুব স্পষ্টভাৱে আৰু খোলাখুলিভাৱে কথা-বতৰা হৈ থাকিল। আমি সকলোৱেই উপলব্ধি কৰিলো যে এতিয়া এই কথাটো এৰি দিয়া ভাল

নহ'ব আৰু আমাৰ দ্বাৰা বিমানদুৰ হ'ব পাৰে যেয়া হোৱা বাতাবৰণ অধিক দূষিত হোৱাৰ পৰা ৰক্ষা কৰিব লাগে। আমি সকলোৱে স্থিৰ কৰিলো যে ইয়াৰ কাৰণে আমি সকলোৱে মিলি যত্ন কৰিম। এই সভাতে মই আৰু এবাৰ হক্ চাহাবৰ দেশ-প্ৰেম আৰু প্ৰকৃত ৰাষ্ট্ৰীয়তাৰ পৰিচয় পালো। মই বুজিব পাৰিলো যে আমি এনে এজন নেতা পাইছো যি হিন্দু-মুছলমান ঐক্যতাৰ কাৰণে সকলো ত্যাগ কৰিবলৈ প্ৰস্তুত। নিজৰ জীৱনৰ বহু সময় তেওঁ এই কামতে কটাইছিল। যেতিয়ালৈকে তেওঁ জীয়াই আছিল তেতিয়ালৈকে এই কামতে লাগি আছিল। কনফাৰেন্সৰ সিদ্ধান্ত অনুসৰি হক্ চাহাব, মৌলবী মহম্মদ শফী, বাবু জগতনাৰায়ণ লাল, মই আৰু কেইবাজনো বন্ধু প্ৰদেশত ভ্ৰমণ কৰিবৰ কাৰণে ওলালো।

প্ৰদেশত ইয়াৰ বৰ ভাল প্ৰভাৱ পৰিল। দেশত এই কথা চৰ্চ্চা হ'বলৈ ধৰিলে যে বিহাৰত হিন্দু-মুছলমান ঐক্যৰ জটিল সমস্যা সমাধান কৰিবৰ কাৰণে হক্ চাহাবৰ নেতৃত্বত সুন্দৰ চেষ্টা চলিব লাগিছে। বিহাৰৰ বাতাবৰণ বহুত দিনলৈকে শান্ত আছিল। আৰু এটা প্ৰভাৱ দেখিবলৈ পোৱা গৈছিল যে কিছুদিনৰ পিছত আকৌ যেতিয়া কাউন্সিল আৰু এছেম্বলীৰ নিৰ্ব্বাচন হ'ল তেতিয়া মুছলমানো কংগ্ৰেছৰ পৰা থিয় হৈ নিৰ্ব্বাচিত হৈছিল। মৌলবী মহম্মদ শফী আৰু পণ্ডিত মতিলালজীৰ মতভেদৰ কাৰণে যি মনোমালিন্য হৈছিল সিও নাইকিয়া হ'ল।

নবেম্বৰ মাহত নিৰ্ব্বাচন হ'ল। বিহাৰত এটা কথা ভাল হ'ল যে, মৌলবী শফী চাহাবে বিহাৰত আমাৰ লগত লগ লাগি কাম কৰিবলৈ ধৰিলে; কিন্তু সিফালে লালালাজপৎ ৰায়ে আৰু পণ্ডিত মদনমোহন মালবীয়ই এটা নতুন দল গঠন কৰিলে। সেই দলৰ পৰা নিৰ্ব্বাচনত যি প্ৰাৰ্থী থিয় কৰালে তেওঁলোকে কংগ্ৰেছ পাৰ্টিৰ বিৰোধিতা কৰিলে। বিহাৰত বাবু জগতনাৰায়ণ কংগ্ৰেছৰ মুখ্য নেতাসকলৰ এজন আছিল। তেওঁ হিন্দু-সংগঠনৰ পক্ষপাতী আছিল। তেওঁ হিন্দুসভাত প্ৰধান অংশ গ্ৰহণ কৰিবলৈ ধৰিলে। সেই সময়ত কংগ্ৰেছে হিন্দুসভাৰ সভ্য হোৱাত বাধা দিয়া নাছিল। আমাৰ ভিতৰৰ বহুতেই তাৰ সদস্য আছিল। ওপৰত কৈ আহিছো যে মুজফ্ফৰপুৰৰ বাৰ্ষিক অধিবেশনত (হিন্দুসভা) বৌদ্ধগয়া সম্বন্ধীয় প্ৰস্তাৱ পাছ কৰোতে ময়ো যথেষ্ট জোৰ দিছিলো। এই কাৰণে যদিও জগত বাবুৱে কংগ্ৰেছৰ লগত ইমান ঘনিষ্ঠ সম্বন্ধ ৰখা আৰু হিন্দুসভাৰ কাৰণে ইমান সময় দিয়া কিছুমানৰ ভাল নালাগিছিল তথাপি তেওঁ এনে কৰাত কোনো বৈধানিক বাধা নাছিল। কিন্তু যেতিয়া পণ্ডিত মালবীয়

আৰু লালাজীয়ে স্বতন্ত্ৰ কংগ্ৰেছ দল গঠন কৰিলে আৰু কংগ্ৰেছৰ সিদ্ধান্তৰ বিৰুদ্ধে কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰোধিতা কৰিবলৈ ধৰিলে তেতিয়া পৰিস্থিতিৰ বহুত পৰিবৰ্ত্তন ঘটিল। জগতবাবুক কংগ্ৰেছৰ ফালৰ পৰা প্ৰাৰ্থী থিয় কৰোৱা হৈছিল, কিন্তু সেই প্ৰাৰ্থিত্ব এৰি তেওঁ এই মধ্যমপন্থী দলৰ পৰা থিয় হবলৈ মন কৰিলে। নিৰুপায় হৈ তেওঁক বিৰোধিতা কৰিব লগা হ'ল। অন্য কিছুমান মানুহো, যি কংগ্ৰেছৰ প্ৰতি বিতুষ্ট হৈছিল অথবা কংগ্ৰেছৰ বিৰোধী আছিল নাইবা যাক কংগ্ৰেছে প্ৰাৰ্থী হিচাপে নেবাছি অন্যক লৈছিল, সেই সকলো এই দলত যোগ দিলেগৈ। এনে লোক-সকলৰ ভিতৰত সাৰণ জিলাৰ বাবু শ্ৰীনন্দনপ্ৰসাদ নাৰায়ণ সিংহ শৰ্ম্মাও আছিল। ফলত বিহাৰতো এই নিৰ্ব্বাচনত উত্তেজনাৰ সৃষ্টি হৈছিল। মালৱীয়জী আৰু লালাজীয়ে ইয়াত নিজৰ প্ৰাৰ্থীৰ সমৰ্থনৰ কাৰণে ভ্ৰমণ কৰিবলৈ ধৰিলে। পণ্ডিত মতিলালজী আৰু অন্যান্য স্বৰাজী নেতা কংগ্ৰেছ প্ৰাৰ্থীৰ সহায়ৰ কাৰণে আহি পৰিল। মোৰ দ্বাৰা যিমান হ'ব পাৰে মই কৰি আছিলোৱেই।

এই ভ্ৰমণতে মই ছোটনাগপুৰলৈ গৈছিলো। পুৰুলিয়াৰ পৰা ৰাঁচীলৈ মটৰেৰে গৈছিলো। সেইদিনা ৰাঁচীত প্ৰাৰ্থীসকলৰ দৰ্খাস্তৰ তদন্ত হ'বলগীয়া আছিল বাবে মটৰ বৰ জোৰেৰে গৈছিল। ঠিক সময়ত গৈ পোৱাটো জৰুৰী আছিল। এখন ম'হৰগাড়ী আহি আগতে পৰিল। ম'হৰগাড়ীখনৰ পৰা বচাবৰ কাৰণে মটৰখন ঘূৰাবলগীয়া হ'ল। ফলত মটৰখন নিয়ন্ত্ৰণৰ বাহিৰ হৈ এজোপা গছত খুন্দা মাৰিলেগৈ। মোৰ মূৰত আৰু নাকত আঘাত লাগিল। অন্যান্য সকলো অলপ আঘাত লাগিল। মটৰখনৰ কেইটামান অংশ ভাগি গ'ল। কিন্তু আমি কোনোৰকম অলপ সময়ৰ পিছত ৰাঁচী পালোগৈ কিয়নো, এই ঘটনা আমি ৰাঁচী পোৱাৰ-অলপ আগতে ঘটিছিল। মোৰ যে জখম বেচি হৈছিল সেইকথা তাত গম পোৱা নাছিলো। ডাক্তৰে বেণ্ডেজ কৰি দিছিল। মই ভ্ৰমণ কৰিয়েই থাকিলো। ছোটনাগপুৰৰ কাম শেষ কৰি মই উত্তৰ বিহাৰলৈ গুচি গলো। বেগুচৰায়, সমস্তিপুৰ আদি হৈ মজফ্ফৰপুৰ জিলালৈ গলো। সীতামাঢ়ী পাই ঘটনাৰ প্ৰায় এসপ্তাহমান পিছত মূৰত বিষ অনুভৱ কৰিলো। মই ভাবিলো ভাগৰৰ কাৰণে অথবা ঠাণ্ডা লগাৰ কাৰণে বিষ হৈছে। অলপ দৰব খাই আকৌ আগবাঢ়িলো। সৌভাগ্যবশতঃ সেইদিনা পাটনালৈ ঘূৰি অহাৰ কাম আছিল। সেইখিনি পাওঁতে পাওঁতে বিষ বাঢ়ি গ'ল। কেইবাদিনলৈ বৰ কষ্ট হ'ল। ডাক্তৰে এই বিষ কিয় হৈছে একো

তৎ ধৰিব নোৱাৰিলে। কিন্তু দুই-তিনি দিনৰ পিচত গোটেই মুখ উখহি পৰিল। তেতিয়া বুজিব পাৰিলোঁ যে ই মটৰত আঘাত পোৱাৰেই ফল। এই অসুখৰ কাৰণে মই যাবলগীয়া কেইবা ঠাইলৈকো যাব নোৱাৰিলো। নিৰ্ব্বাচনত বহুত বেয়া কথা প্ৰচাৰ হ'ল। পণ্ডিত মতিলালজীক ব্যক্তিগত-ভাবে খোলাখুলিকৈ আক্ৰমণ কৰিলে। কোনো কোনো ঠাইত অশ্লীল ব্যঙ্গ-চিত্ৰও (কাৰ্টুন) দেখুৱালে। মই খুব তীব্ৰভাৱে এই সকলো কথাৰ বিৰোধিতা কৰিলো। ফলস্বৰূপে যি যি ঠাইৰ পৰা প্ৰাৰ্থী নিৰ্ব্বাচিত কৰিবলগীয়া আছিল তাৰ সৰহ ঠাইৰ পৰাই কংগ্ৰেছ প্ৰাৰ্থী নিৰ্ব্বাচিত হ'ল। বাবু জগতনাৰায়ণ লাল আৰু বাবু নন্দনপ্ৰসাদ নাৰায়ণ সিংহ শৰ্ম্মাকে লৈ স্বতন্ত্ৰ কংগ্ৰেছৰ নিচেই কম প্ৰাৰ্থী নিৰ্ব্বাচিত হ'ল। এওঁলোকে কংগ্ৰেছ প্ৰাৰ্থীৰূপে থিয় কৰোৱা বিহাৰ কাউঞ্চিলৰ ভূতপৰ্ব্ব স্বৰাজ পাৰ্টিৰ নেতা শ্ৰীজলেশ্বৰ প্ৰসাদক পৰাজয় কৰিছিল। মৌলানা মজহৰুল হক্ চাহাব প্ৰাৰ্থীৰূপে থিয় দিছিল। তেওঁক প্ৰতিদ্বন্দ্বিতা কৰা হ'ল। দুয়োজন প্ৰাৰ্থীৰে ভোটৰ সংখ্যা সমান হ'ল। চিঠিখেল হ'ল আৰু চিঠিখেলত হক্ চাহাবৰ প্ৰতিদ্বন্দ্বীৰ জয়লাভ হ'ল। এইদৰে যদিও প্ৰাদেশিক কাউঞ্চিলৰ নিৰ্ব্বাচনত কংগ্ৰেছ মেম্বাৰ সংখ্যাগৰিষ্ঠ হৈছিল তথাপি হক্ চাহাব আৰু স্বৰাজ পাৰ্টিৰ যোগ্য নেতৃত্ব দিয়া কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীজলেশ্বৰ প্ৰসাদৰ নিচিনা ব্যক্তি নিৰ্ব্বাচিত হ'ব নোৱাৰিলে। লগতে নিৰ্ব্বাচিত সভ্যৰ ভিতৰত সংখ্যাগৰিষ্ঠতা লাভ কৰা স্বত্তেও এই কথা স্পষ্ট আছিল যে কংগ্ৰেছৰ বিৰোধী দলেই মন্ত্ৰীসভা গঠন কৰিব পাৰিব কিয়নো, নিয়ম অনুসৰি গৱৰ্ণমেণ্টৰ দ্বাৰা মনোনীত এক বুজন সংখ্যা কাউঞ্চিলত আছিল। কংগ্ৰেছ বিৰোধীলোক আৰু এনেভাৱে চৰকাৰৰ দ্বাৰা মনোনীত সভ্য-সংখ্যা মিলাই কংগ্ৰেছৰ সভ্য-সংখ্যাতকৈ বেচি হৈ গৈছিল। কেন্দ্ৰীয় এছেম্বলীত আমি যথেষ্ট সফলতা লাভ কৰিছিলো। তাত যি দুই-এঠাইত আমাৰ জয়লাভ নহ'ল তাতো কংগ্ৰেছৰ প্ৰতি সহানুভূতি থকা লোকেই নিৰ্ব্বাচিত হৈছিল। বিহাৰ কাউঞ্চিললৈ যি সকল স্বতন্ত্ৰ প্ৰাৰ্থী নিৰ্ব্বাচিত হৈছিল তেওঁলোকো কংগ্ৰেছৰ লগতে আছিল। স্বতন্ত্ৰ কংগ্ৰেছ দলৰ কিছু সভ্য কংগ্ৰেছৰ লগত আৰু কিছু সভ্য মন্ত্ৰীসভাত যোগ দিছিল। গতিকে এই নিৰ্ব্বাচনৰ পৰা কোনো কথা স্পষ্ট হোৱা নাছিল। মন্ত্ৰী-সভাৰ লগত কংগ্ৰেছৰ আগতে যি সম্ভাৱ আছিল এতিয়া আৰু সি নাছিল কিয়নো, নিৰ্ব্বাচনৰ সময়ত মন্ত্ৰীসকল আৰু তেওঁলোকৰ প্ৰাৰ্থীৰ লগত আমি প্ৰতিদ্বন্দ্বিতা কৰিব লগা হৈছিল। যেতিয়া সেই সকল লোকেই পুনৰ

মন্ত্ৰী হ'ল আৰু তেওঁলোকক বিৰোধিতা কৰাই কংগ্ৰেছী মেম্বৰৰ প্ৰধান কাম হ'ল, তেতিয়া এই বিৰোধভাৱ আৰু বাঢ়ি গ'ল। মন্ত্ৰী চাৰ গণেশ দত্ত সিংহ কংগ্ৰেছ প্ৰাৰ্থীৰ ভয়ত কেইবা ঠাইৰ পৰাও থিয় হৈছিল। কিন্তু কোনো ঠাইতে তেওঁ নিজে স্থান সুৰক্ষিত যেন নেদেখি কংগ্ৰেছ প্ৰাৰ্থী থিয় নকৰোৱা এনে এঠাইৰ পৰা এজন প্ৰাৰ্থীক বুজাই-বঢ়াই বহুৱাই তেওঁৰ ঠাইত নিজে অপ্ৰতিদ্বন্দ্বীভাৱে নিৰ্ব্বাচিত হৈ আহিল। এই নিৰ্ব্বাচনত জাতি আৰু ধৰ্ম্মৰ প্ৰচাৰ কৰি কিছুমান মানুহে সুবিধা আদায় কৰিলে। বোধহয় সকলো কংগ্ৰেছ প্ৰাৰ্থীয়েও এই কথাৰ পৰা নিজকে আঁতৰত ৰাখিব পৰা নাছিল।

যি ভেদভাব হিন্দু আৰু মুছলমানৰ মাজত সৃষ্টি হৈছিল সেই ভাব যে তেওঁলোকৰ মাজতে সীমাবদ্ধ নাথাকিব—মোৰ এই ভাব এতিয়া আৰু দৃঢ় হ'ল। হিন্দুৰ মাজত থকা নানা জাতিয়ে হিন্দু-মুছলমানৰ নিচিনাকৈ নিজৰ ভিতৰত কাজিয়া কৰিবলৈ ধৰিব। মুছলমানৰ ভিতৰতো বিভিন্ন দল হ'ব। শিক্ষিতসকলে চৰকাৰী চাকৰি আৰু চৰকাৰৰ লগত সম্বন্ধ থকা অনুষ্ঠানসমূহৰ সভ্যপদ আদিৰ কাৰণে যুঁজ কৰে। এসময়ত হিন্দু-সমাজৰ বিভিন্ন জাতিৰ মাজত এনে ধৰণৰ বিদ্বেষ বাঢ়িব আৰু তেওঁলোকে নিজৰ ভিতৰত কাজিয়া কৰিব। এই নিৰ্ব্বাচনত এই কথা অলপ অলপ দেখিবলৈ পোৱা গ'ল। মই এই বিষয়ে 'দেশ'ত এটা প্ৰবন্ধ লিখিছিলো কিন্তু কিছুমান মানুহে মোৰ প্ৰবন্ধটো ভাল নেপালে। তেতিয়াৰ পৰা আজিলৈকে মোৰ বিচাৰধাৰাই এই কথা আৰু দৃঢ় কৰিলে যে দেশৰ সলনি আমি যেতিয়া কোনো জাতি-বিশেষ, ধৰ্ম্ম-বিশেষ অথবা দল-বিশেষক গুৰুত্ব দিব খোজোঁ তেতিয়া এনে ধৰণৰ কাজিয়া নোহোৱাকৈ থাকিব নোৱাৰে। দেশ সেৱকৰ কাৰণে এটা মাত্ৰই পথ আছে যে কমপক্ষেও যেতিয়ালৈকে দেশ সম্পূৰ্ণভাৱে স্বাধীন নহয় তেতিয়ালৈকে কোনো ক্ষমতা বা সন্মানৰ কাৰণে লালায়িত হ'ব নালাগিব আৰু সেৱাকে লক্ষ্য হিচাপে লৈ কাম কৰি যাব লাগিব। যদি কোনোৱে ভাবে বা কয় যে সেৱা কৰিবৰ কাৰণে তেওঁক এটা পদৰ আৱশ্যক আৰু সেয়ে নহ'লে তেওঁ সেৱা কৰিব নোৱাৰে, তেতিয়া মই এনে কথা প্ৰৱঞ্চনা মাত্ৰ বুলি ভাবোঁ। সেৱকৰ কাৰণে ঠাই সদায় খালি হৈ থাকে। সেৱাৰ কাৰণে প্ৰাৰ্থীৰ ভিৰ নহয়। ভিৰ সেৱাৰ ফলৰ ভাগ বতৰাৰ কাৰণেহে হয়। যাৰ উদ্দেশ্য কেৱল সেৱাহে তেওঁ ফলৰ কাৰণে নেভাবে, তেওঁ ইয়াৰ ভিৰ আৰু প্ৰতিযোগিতাত পৰাৰো একো আৱশ্যকতা নাই। বছৰ শেষ হোৱাৰ

সময়ত গুৱাহাটীত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন হোৱাৰ কথা আছিল। সভাপতিত্বৰ কাৰণে বহুত ঠাইৰ পৰা মৌলানা মজ্‌হৰুল হক্‌ চাহাবৰ নাম আহিল। বিহাৰৰ মানুহে তেওঁক সভাপতি নিৰ্ব্বাচিত কৰাৰ বৰ ইচ্ছা কৰিছিল। বিহাৰৰ পৰা তেওঁৰ নামকেইহে পঠাইছিল। কিন্তু তেওঁ শেষ নিৰ্ব্বাচনৰ আগতেই এই সন্মানৰ কাৰণে প্ৰাৰ্থী নহয় বুলি ঘোষণা কৰি দিলে ; বাইজে অন্য যোগ্য লোকক বাচি ল'ব লাগে। এই অস্বীকাৰৰ কাৰণ তেওঁৰ নিচিনা ব্যক্তিত্ব আৰু আদৰ্শবাদী মহাপুৰুষৰ যোগ্যইহে আছিল। তেওঁ লিখিলে যে তেওঁ সেই সময়ত নিজ প্ৰদেশত হিন্দু-মুছলমান সমস্যা সমাধান কৰিবৰ কাৰণে লাগি আছে ; কংগ্ৰেছৰ সভাপতি হ'লে তেওঁ এই প্ৰদেশত সেই কামৰ কাৰণে সিমান সময় দিব নোৱাৰিব। আমাৰ বহুতেই তেখেতৰ এই যুক্তি ঠিক নাছিল বুলি ভাবিছিলো। কিন্তু এই কথাত অন্যৰ কথা কি ৰজিব। তেওঁ আঁতৰি যোৱাত সেই ঠাইত শ্ৰীশ্ৰীনিৱাস আয়েঙ্গাৰ সৰ্ব্বসম্মতিক্ৰমে বিনা-প্ৰতিদ্বন্দ্বিতাই নিৰ্ব্বাচিত হ'ল কিয়নো ডাক্তৰ আন্সাৰীয়েও তেওঁৰ প্ৰস্তাৱিত নাম তুলি লৈছিল।

ককাইদেউ আৰু মই একেলগে সপৰিবাৰে কানপুৰ কংগ্ৰেছলৈ গৈছিলো। তাতে মীৰা বহনৰ লগত মোৰ প্ৰথম পৰিচয় হয়। তেওঁ কিছুদিন আগতে ভাৰতবৰ্ষলৈ আহিছিল ; কিন্তু মোৰ লগত দেখা হোৱা নাছিল। তেতিয়াৰ পৰাই মোৰ অন্তৰত তেওঁৰ ভক্তি, বিশ্বাস আৰু শ্ৰদ্ধাৰ চাপ পৰিছিল। তেওঁ এজন ইংৰাজ এড্‌মিৰেলৰ জীয়েক। তেওঁৰ পিতাক ভাৰতবৰ্ষত এডমিৰেল হৈ আছিল। সেই সময়ত তেৱোঁ পিতাকৰ লগত বোম্বাইত আছিল। এনে এগৰাকী মহিলা মহাত্মাৰ আশ্ৰমলৈ অহা আৰু তাৰ মানুহৰ লগত হ'লি-গ'লি কৰা ইংৰাজসকলৰ কেনেকৈ পছন্দ হ'ব পাৰে। কিছুমান ইংৰাজী বাতৰি কাকতে এই খবৰ প্ৰকাশ কৰোঁতে গান্ধীজীয়ে তেওঁক ফুচুলাই ৰখা বুলি লিখিছিল। কিন্তু প্ৰকৃততে কথা এনে নহয়। মীৰা বহনে এই কথা খণ্ডন কৰিলে। আচলতে জাৰ্ম্মান-যুদ্ধৰ সময়ত যুদ্ধৰ কটা-মৰাত তেওঁ ব্যাকুল হৈ পৰিল। তেওঁ ঘৰ এৰি ৰোঁমা ৰোঁলাৰ কাষলৈ গৈ এনে ভীষণ জীৱনৰ পৰা বাচিবৰ কাৰণে তেওঁ কিবা পথ দেখুৱাব পাৰেনেকি তাৰ অনুসন্ধান কৰিলে। শ্ৰীৰোঁমা ৰোঁলাই তেওঁক গান্ধীজীৰ কিতাপ পঢ়িবলৈ পৰামৰ্শ দিলে আৰু ক'লে যে তেওঁৰ তৃষ্ণা তাতেইহে দূৰ হ'ব। গান্ধীজীয়ে লিখা যি কিতাপকে পালে তেওঁ পঢ়িলে। তেওঁ যিমানে পঢ়িবলৈ ধৰিলে সিমানে তেওঁৰ বিশ্বাস হ'বলৈ ধৰিলে আৰু বিশ্বাস দৃঢ়হে হ'বলৈ ধৰিলে। শেষত তেওঁ গান্ধীজীৰ ওচৰলৈ

আহিবলৈ বিচাৰিলে। কিন্তু গান্ধীজীয়ে তেওঁক বাধা দিলে। বিলাততেই তেওঁ যথাসাধ্য আশ্ৰমৰ জীৱন যাপন কৰিবলৈ ধৰিলে। শেষত যেতিয়া খুব জেদ কৰিলে তেতিয়া গান্ধীজীয়ে তেওঁক আহিবলৈ অনুমতি দিলে। তাৰ পিছৰ পৰা তেওঁ সদায় গান্ধীজীৰ লগত আছে। তেওঁৰ নিজৰ যি আছিল গান্ধীজীক সমৰ্পন কৰি দিলে।

তাৰে পৰা মই কায়স্থ কনফাৰেঞ্চৰ সভাপতিত্ব কৰিবলৈ জৌনপুৰলৈ গলো। তাৰ উল্লেখ ওপৰত কৰিছো। কিছুমান বন্ধুৱে এই কথা পছন্দ নকৰিলে। তেওঁলোকৰ মতে কংগ্ৰেছীলোকে কোনো জাতি-বিশেষৰ অনুষ্ঠানৰ লগত সম্বন্ধ ৰাখিব নালাগে। কিয়নো, ইয়াৰ পৰা ৰাষ্ট্ৰীয়তাত আঘাত পৰে আৰু জনতাৰ মাজত ভ্ৰান্ত বুদ্ধিৰ সৃষ্টি হ'ব পাৰে। মই কোনো জাতি-বিশেষৰ ৰাজনৈতিক উন্নতি অথবা তেওঁলোকৰ অধিকাৰ-সমূহ ৰক্ষা কৰাৰ অভিপ্ৰায়েৰে সভাপতি হ'বলৈ মান্তি হোৱা নাছিলো। মই ভাবিছিলো যে আমাৰ সমাজত বহুত কু-ৰীতিৰ প্ৰচলন আছে; যদি মই নিজৰ সমাজৰ বিশেষ এটা অনুষ্ঠানত যোগ দি সেই কু-ৰীতিবোৰ দূৰ কৰাত অলপো সফল হ'ব পাৰোঁ তেন্তে সি ভালেইহে হ'ব। মই তাত যি বক্তৃতা দিছিলো তাতো ৰাষ্ট্ৰীয়তা বিৰোধী এটা কথাও নাছিল অথবা বিভিন্ন জাতিৰ মাজত ভেদভাব সৃষ্টি কৰাৰ কোনো কথা কোৱা নাছিলো; বৰং মই সেই মঞ্চৰ পৰাও ৰাষ্ট্ৰীয়তাৰেই হে সমৰ্থন কৰিছিলো। কনফাৰেঞ্চৰ-লৈ অন্য জাতিৰ স্থানীয় লোককো নিমন্ত্ৰণ কৰিছিল। এনে যি মানুহ তাত উপস্থিত আছিল তেওঁলোকে মোক মোৰ বক্তৃতাৰ কাৰণে অভিনন্দন দি ক'লে যে জাতীয় কনফাৰেঞ্চৰ মঞ্চৰ পৰা যদি এনে বক্তৃতা হয় তেন্তে নিজৰ ভিতৰত কাজিয়াই নহ'ব।

কায়স্থ কনফাৰেঞ্চ পুৰণি অনুষ্ঠান। সেই অনুষ্ঠানৰ বহুতো বৃদ্ধ আৰু কাৰ্য্যদক্ষ সেৱক আছে। তেওঁলোকৰ কাৰণে মই আছিলোঁ এজন নতন অচিনাকি মানুহ; কিয়নো, তাৰ আগেয়ে মই কেতিয়াও কায়স্থ কনফাৰেঞ্চলৈ যোৱা নাছিলো। মোৰ বক্তৃতাও বোধ হয় পুৰণি ভাৱধাৰা লোকৰ কিছুমানৰ পছন্দ নহৈছিল। সেইকাৰণে মই বুজিব পাৰিছিলোঁ যে কিছুমানে তাৰ কথা-বতৰা ভাল নাপালে; কিন্তু কনফাৰেঞ্চ সফলতাৰে সমাপ্ত হ'ল। মোৰ খেদ মাত্ৰ এয়ে যে যি আশা আৰু অভিলাষ লৈ মই তাত যোগদান দিছিলো সি বৰ বেচি পূৰ্ণ নহ'ল। ইয়াৰ দোষ অন্যৰ গাত নিদি মই নিজেই ল'ব লাগে। কিয়নো, মই অন্য কামত আৱদ্ধ হৈ পৰাৰ কাৰণে নিজৰ সম্পূৰ্ণ শক্তি প্ৰয়োগ কৰি চেষ্টাও কৰিব নোৱাৰিলো।

## ৬৬। বিহাৰ বিদ্যাপীঠ আৰু খাদী-প্ৰচাৰ কাৰ্য্য

সেইদিনত মোৰ বেছিভাগ সময় খাদী প্ৰচাৰত আৰু বিহাৰ বিদ্যাপীঠৰ খৰচৰ কাৰণে টকা সংগ্ৰহ কৰাত লাগিছিল। প্ৰথমেই আমি দেখিবলৈ পাইছিলো যে বিদ্যাপীঠৰ প্ৰতি বহুতো বন্ধু একপ্ৰকাৰ উদাসীন আছিল। কিছুমানে বিদ্যাপীঠক উপেক্ষাৰ দৃষ্টিৰে চাইছিল। ১৯২১ চনত এই ভাৱ কিছু দেখা গৈছিল। সকলোতকৈ বেছি আশ্চৰ্য্য আৰু দুখৰ কথা আছিল যে যিসকল লোকেই হয়তো উদাসীন হৈ পৰিছিল নাইবা বিৰোধী হৈ গৈছিল তেওঁলোকেই বহুত জোৰ দি অনুষ্ঠানটো স্থাপন কৰিছিল। প্ৰথমে কেৰেয়ালৈ লোৱা এটা ঘৰতেই ইয়াক আৰম্ভ কৰা হৈছিল। মাহে প্ৰায় দুশ টকা ভাড়া দিয়া হৈছিল। মই ভাবিছিলো যে যিমানদূৰ পাৰি কম খৰচ কৰিব লাগে। ঠিক কৰিলো যে মজ্‌হৰুল হক্ চাহাবে খোলা সদাকত আশ্ৰমত য'ত তেখেতে তৈয়াৰ কৰা কিছুমান ঘৰো আছে তালৈকে ইয়াক নৈ যোৱা যাওক। মই বিদ্যাপীঠ তালৈকে লৈ গলোঁ। কিছুমান নতুন ঘৰো কৰোৱা হ'ল আৰু এই ঘৰবোৰত প্ৰায় সকলো ছাত্ৰ আৰু অধিকাংশ শিক্ষক থাকিবলৈ ল'লে। ছাত্ৰৰ সংখ্যা কম হ'বলৈ ধৰিলে। জিলাত যিবোৰ স্কুল খুলিছিল সেইবোৰো য'তে ত'তে বন্ধ হ'বলৈ ধৰিলে। মানুহৰ উৎসাহ কমহৈ যাবলৈ ধৰিলে। বহুতো স্কুল অৰ্থাভাব আৰু ছাত্ৰৰ অভাৱৰ কাৰণে বন্ধ হৈ গৈছিল। তথাপিও ১৯২৬ চনৰ মাৰ্চ্চ মাহত ৯টা হাইস্কুল, ১৬টা মিডোল স্কুল আৰু ৩৩টা প্ৰাইমেৰী স্কুল চলি আছিল আৰু এইবিলাকত ছাত্ৰৰ সংখ্যা যথাক্ৰমে ৭৯৭, ১২৮৫ আৰু ১০১৯, আৰু শিক্ষকৰ সংখ্যা যথাক্ৰমে ৭৯, ৭০ আৰু ৩৪ জন আছিল; খৰচ হৈছিল মাহে ১৯৫০, ১২৬০ আৰু ৪২৬ টকা। অৰ্থাৎ স্কুলৰ সংখ্যা আছিল ৫৫টা আৰু এই স্কুলবিলাকত ১৮৩ জন শিক্ষকে কাম কৰিছিল আৰু মাহে ৩৬৩৬ টকা খৰচ হৈছিল। কিন্তু কিছুমান স্কুল সকলো বাধা-বিঘিনি অতিক্ৰম কৰি থাকি গ'ল আৰু আজিলৈকে আছে। বিদ্যাপীঠ থকা মই আৱশ্যক বুলি ভাবিছিলো আৰু এই বিদ্যাপীঠৰ কাৰণে আৱশ্যক হ'লে সময়ে সময়ে টকা গোটাইছিলো।

মহাৰাষ্ট্ৰত কেইখাটাও অনুষ্ঠানো মই মানুহে বাৰ্ষিক চান্দাৰ পৰা

চলোৱা দেখিছিলোঁ। চান্দা কোনো এজন মানুহৰ পৰা সৰহকৈ অনা নাছিল; কিন্তু বহুতো লোকে প্ৰতি বছৰে পাঁচ টকা বা দহ টকা বা তাতোকৈও কম টকা দিবলৈ প্ৰতিশ্ৰুতি দিয়ে আৰু অনুষ্ঠানৰ বাৰ্ষিক ৰিপ'ৰ্ট ভি পি যোগে এনে সকলো দাতালৈ পঠাই দিয়ে। অলপ দিনৰ ভিতৰতে চান্দাৰ সকলো টকা ভি-পিৰ উত্তৰত আহি পৰে। ময়ো এনে কৰিম বুলি ভাবিলোঁ। ঘূৰি ঘূৰি বছৰে পাঁচ টকা চান্দা দিয়া মেম্বাৰ কৰিলোঁ। যি লোকে একে সময়তে বহুত টকা দিয়ে তেওঁক আজীৱন সভ্য অথবা ট্ৰাষ্টী কৰি লওঁ। কিন্তু আমাৰ প্ৰদেশত এনেকৈ নিয়মিতভাৱে বছেৰেকীয়া চান্দা দিয়া অভ্যাস মানুহৰ হোৱা নাই। যি সকলে প্ৰতিশ্ৰুতি দিছিল আৰু সভ্যৰ ফৰ্ম ভৰ্ত্তি কৰিছিল তেওঁলোকেও বছৰৰ শেষত বৰ অসুবিধাত টকা দিলে আৰু এবছৰ বা দুবছৰৰ পিছত তাকো বন্ধ কৰি দিলে। মুখিয়াল মানুহখিনি প্ৰতি বছৰে সভ্যসকলৰ ওচৰলৈ গৈ প্ৰতিশ্ৰুতি দিয়া টকা আদায় কৰাটো সম্ভৱপৰ নাছিল। গতিকে এই উপায় আমাৰ কাৰণে কাৰ্য্যকৰী নহ'ল। ঘূৰি ফুৰি য'লৈকে যাওঁ তাৰ পৰাই কিছু টকা সদায় আনিবলগীয়া হৈছিল। অৱশ্যে পাটনাত কেইজন-মানে মাহে কিছু টকা দিবলৈ মান্তি হৈছিল। তেওঁলোকৰ বহুতেই সদায় দি আহিছে। আদিতে এজন ভদ্ৰলোকে (শ্ৰীভগবান দাস) কিছু মাটি দান দিছিল আৰু তাৰ পৰা প্ৰতি বছৰে কিছু টকা উপাৰ্জ্জন হৈছিল। কিছুদিনৰ পিছত মুজফ্‌ফৰপুৰৰ শ্ৰীগদাধৰপ্ৰসাদ চাহুৱে নিজৰ ট্ৰাষ্টৰ পৰা বিদ্যাপীঠৰ কাৰণেও কিছু টকা দিলে আৰু এই টকা সদায় পাই অহা হৈছিল। এনেদৰে বিদ্যাপীঠৰ আৰ্থিক অসুবিধা সদায় আছিলেই।

মই ভাল বিদ্বানলোকক তালৈ নিমন্ত্ৰণ কৰিবলৈ চেষ্টা কৰিছিলো যাৰ পৰা জনসাধাৰণৰ মনলৈ বিদ্যাপীঠৰ উপযোগিতা আৰু তাত পোৱা শিক্ষাৰ প্ৰতি আস্থা জন্মে। কাশীৰ পৰা প্ৰসিদ্ধ বিদ্বান পুৰুষ শ্ৰীৰামদাস গৌড়জী আহিল। এইদৰে বঙ্গদেশৰ পৰা বিশ্ববিদ্যালয়ৰ পৰীক্ষাত সুনাম অৰ্জ্জন কৰি পাছু কৰা বিদ্বান শিক্ষক অনা হ'ল। কিছুদিনৰ পিচত প্ৰাচীন ভাৰতীয় ইতিহাসৰ খ্যাতনামা বিশেষজ্ঞ শ্ৰীজয়চন্দ্ৰ বিদ্যালঙ্কাৰো বিদ্যাপীঠলৈ ইতিহাসৰ শিক্ষকৰূপে আহিল। তেওঁৰ লগত মোৰ তেতিয়াই পৰিচয় হয় আৰু ভৱিষ্যতেই ঘনিষ্ঠ হৈ পৰিছিল আৰু ভাৰতীয় ইতিহাস পৰিষদৰ জন্মৰ এটা মুখ্য কাৰণ হৈছিল। কিন্তু ইমানতো ছাত্ৰৰ সংখ্যা কমি যাবলৈ ধৰিলে। আমি তাৰ পাঠ্যক্ৰমো যেতিয়াই তেতিয়াই পৰিবৰ্ত্তন কৰিছিলোঁ। এই কথাৰো চেষ্টা কৰিছিলোঁ যাতে বিদ্যাৰ্থীয়ে কেৱল

কিতাপৰ বিদ্যাই নিশিকি যেটি কৰ্ম্ম-কুশল হৈ দেশ-সেৱক হ'ব পাৰে। কিন্তু বহুতো কৰাৰ পিচতো ৰাষ্ট্ৰীয় শিক্ষা খুব সীমাবদ্ধ ক্ষেত্ৰতে থাকিল। তথাপি য'ত এই শিক্ষা পোৱাৰ সুবিধা পাইছিল আমাৰ বিদ্যাৰ্থী আৰু শিক্ষক ভাল সেৱক হৈ পৰিছিল। সত্যাগ্ৰহৰ সময়ত তেওঁলোকে সদায়েই বহুত কাম কৰিছে।

১৯২৬ চনৰ মাৰ্চ্চ মাহত সমাবৰ্ত্তনত প্ৰধান বক্তা স্বৰূপে শ্ৰীৰাজা গোপালচাৰীক নিমন্ত্ৰণ কৰা হৈছিল। তেওঁ কৈছিল যে এই বিদ্যালয়ে আমাৰ উৎসাহৰ জ্যোতি জগাই ৰাখিছে। এই কথা আখৰে আখৰে সঁচা। সমাবৰ্ত্তন উৎসৱ বৰ উৎসাহেৰে হ'ল। তেওঁৰ বক্তৃতাও বৰ সুন্দৰ আৰু ওজস্বী আছিল। সেই উৎসৱত যি সকল উপস্থিত আছিল সেই সকলোৱেই তেওঁৰ ভূৰি ভূৰি প্ৰশংসা কৰিলে। বিদ্যাপীঠ আৰু ছাত্ৰৰ সৰলতা তথা চৰকাৰী বিশ্ববিদ্যালয়ৰ সমাবৰ্ত্তন সমাৰোহৰ জাকজমকতাৰ তুলনা কৰি সকলোৱে আমাৰ সৰু অনুষ্ঠানটোৰ উপযোগিতা স্বীকাৰ কৰিবলৈ ধৰিলে।

ওপৰত কৈ আহিছো যে বিদ্যাপীঠৰ উপৰিও মোৰ অধিক সময় খাদীৰ কামত অতিবাহিত হৈছিল। যেতিয়াৰ পৰা খাদীৰ কাম আৰম্ভ হ'ল তেতিয়াৰ পৰাই তাৰ প্ৰতি মোৰ আগ্ৰহ জন্মিছিল; কিন্তু সেই সময়ত মই এই কামত যি সময় দিব পাৰিছিলোঁ তাৰ আগতে বা তাৰ পিছতো কেতিয়াও সিমান সময় দিব পৰা নাছিলো। বিহাৰত খাদীৰ কাম ১৯২১ চনতে আৰম্ভ হৈছিল আৰু তেতিয়া স্বৰাজ পুঁজিৰ পৰা যথেষ্ট টকা বিহাৰ প্ৰাদেশিক কমিটিয়ে এই কামৰ কাৰণে পাইছিল। এই কাম আদিতে প্ৰাদেশিক কমিটিয়েই চলাবলৈ লৈছিল। কেইবাখনো জিলাত কমিটিৰ ফালৰ পৰা কেইজনমান মানুহক এই কাম-চলাবৰ কাৰণে নিযুক্ত কৰা হৈছিল। কিন্তু প্ৰাদেশিক কমিটি অথবা তেওঁলোকৰ কাৰো এই কামৰ অভিজ্ঞতা নাছিল। গতিকে তাৰ পৰা কোনো ভাল ফল নহ'ল।

কংগ্ৰেছ কৰ্ম্মী শ্ৰীৰামবিনোদ সিংহই স্বতন্ত্ৰভাৱে এই কাম আৰম্ভ কৰিলে। শ্ৰীআচাৰ্য্য কৃপালনীৰ পৰা তেওঁ সহায় পালে। মধুবনীত এটা উৎপাদন কেন্দ্ৰ খুলি তেওঁ ভাল খাদী তৈয়াৰ কৰিবলৈ ধৰিলে। এই খাদী অন্যান্য প্ৰদেশলৈও গৈছিল। খাদী সম্বন্ধীয় কামত তেওঁ বিহাৰৰ নাম ওপৰলৈ তুলিলে। আচাৰ্য্য কৃপালনীৰ পৰামৰ্শমতে আৰু মোৰ অনুমতিত খদ্দৰ ব'ৰ্ডৰ পৰা তেওঁ কামত উন্নতি কৰিবলৈ বহুত টকা ধাৰলৈ পালে।

প্ৰাদেশিক কমিটিৰ কাম সিমান ভাল নহ'ল। কিয়নো কাম যথেষ্ট বহলোৱা হ'ল হয় কিন্তু তাত বৈজ্ঞানিক অথবা ব্যৱসায়ী বুদ্ধি খটুৱা নহ'ল। সেইকাৰণে তাত বহুত লোকচানো হ'ল। যেতিয়া নিখিল ভাৰত চৰ্‌খা সংঘ স্থাপন হ'ল আৰু শ্ৰীলক্ষ্মীনাৰায়ণ সম্পাদক হ'ল আৰু মই এজেণ্ট হলো তেতিয়া নতুনকৈ গোটেই কাম সংগঠন কৰা হ'ল। বহুত ভাণ্ডাৰ বন্ধ কৰি দিয়া হ'ল। য'ত লোকচান নোহোৱাকৈ কাম কৰিব পৰা হৈছিল তাত কাম চলাই থকা হ'ল। এই কামৰ কাৰণে কিছু কংগ্ৰেছ কৰ্ম্মী অসন্তুষ্টও হৈছিল। যি খাদীৰ কামৰ কাৰণে আহিছিল তেওঁলোকৰ নিয়ন্ত্ৰণো আগতকৈ বেছি হ'বলৈ ধৰিলে। একান্তমনে এই কামত লাগিবলৈ তেওঁলোকক জোৰ দিয়া হ'ল। ফলস্বৰূপে কামৰ ব্যৱস্থাৰ বহুত সংশোধন হ'ল। খাদীৰ উৎপাদন আৰু বিক্ৰী বাঢ়িবলৈ ধৰিলে।

মই সেইদিনত প্ৰতি উৎপাদন কেন্দ্ৰলৈ বছৰত এবাৰকৈ গৈছিলোঁ। তাত এদিন দুদিন থাকি কাম চাইছিলোঁ। সূতা কিনা আৰু কপাহ বিক্ৰী হোৱা ভাণ্ডাৰত নিজে বহিছিলোও। নিজ হাতে কপাহ সূতা জুখিছিলো আৰু বেচা-কিনা কৰিছিলো। কাপোৰ বোৱাও চাইছিলোগৈ আৰু তৈয়াৰ হোৱা কাপোৰৰ দাম স্থিৰ কৰোঁতে যথাসাধ্য ভাগ লৈছিলো। ইয়াৰ পৰা মোৰ নিজৰ জ্ঞান বাঢ়িবলৈ ধৰিলে। লগে লগে অনুভৱ হৈছিল এই বিষয়ে আমাৰ কিমান কম জ্ঞান আছিল আৰু এই জ্ঞান নথকাটোৱেই লোকচান হোৱাৰ মুখ্য কাৰণ আছিল। খৰচৰ যি অনুমানিক হিচাপ দিছিলো চৰ্‌খা সংঘৰ সম্পাদক শ্ৰীশঙ্কৰলাল বেঙ্কাৰে আৰু তেওঁৰ অফিচৰ লোকে খুব ভালকৈ চাই-চিতিহে মঞ্জুৰ কৰিছিল। কিন্তু তথাপি কেইবা-বাৰো লোকচান হৈছিল।

সেই সময়ত খাদী প্ৰচাৰৰ কাৰণে আমাৰ সকলোৰে ইচ্ছা আছিল। নিখিল ভাৰত চৰ্‌খা-সংঘৰো নীতি আছিল যে আমি যিমান সস্তা খাদী তৈয়াৰ কৰিব পাৰোঁ আৰু বেচিব পাৰোঁ সিমানেই ভাল। এই নীতি অনুসৰি যিমান পাৰি সস্তা দৰত সূতা কিনি, কম বেচ দি বোৱায় আৰু দোকানত যিমান হয় সিমান কম খৰচ কৰি সেইবোৰ বেচিবৰ কাৰণে যত্ন কৰা হৈছিল। ইয়াৰ ফলত কৰ্ম্মী কম আৰু অযোগ্য হোৱাৰ কাৰণে দোকানত ঠিকভাৱে বিক্ৰী নহৈছিল। মালৰ হিচাপ ঠিক নাছিল আৰু উৎপাদন কেন্দ্ৰৰ অৱস্থা যদিও কিছু ভাল হৈছিল তথাপি সম্পূৰ্ণভাৱে সন্তোষজনক হ'ব নোৱাৰিছিল। গতিকে ইয়াক চোৱাৰ বৰ আৱশ্যক

হৈছিল। এই কথা অৱশ্যে ক'ব লাগিব যে সেই সময়ত যিম্যানবোৰ শাখা আছিল তাৰ ভিতৰত বিহাৰৰ খাদী খুব সস্তা আছিল আৰু ভালো আছিল। মিহি খাদীৰ কাৰণে অন্ধ্ৰ বিখ্যাত আছিল। বিহাৰৰ "কোবাটী" সকলো প্ৰদেশলৈ গৈছিল। ইয়াৰ পৰা বিহাৰে যথেষ্ট খ্যাতি অৰ্জ্জন কৰিলে। ৰঙোৱা আৰু ছপোৱাৰ কামো আৰম্ভ কৰা হৈছিল। এতিয়া ৰং-বেৰঙৰ খাদী পোৱা হৈছিল কিন্তু মোৰ মনোমত ভাল সংগঠন এতিয়াও হোৱা নাছিল।

যেতিয়া কাম আৰম্ভ কৰা হৈছিল তেতিয়া খাদী বিভাগৰ অফিচ আৰু প্ৰধান ভাণ্ডাৰ পাটনাতেই আছিল। ইয়াৰ কাৰণে অসুবিধা যথেষ্ট হৈছিল কিন্তু আমি সকলো পাটনাতে আছিলো। সেইকাৰণে কেন্দ্ৰীয় ভাণ্ডাৰ আৰু অফিচ তাৰ পৰা আঁতৰাবলৈ ইচ্ছা নকৰিছিলো। যেতিয়া লক্ষ্মীবাবু সম্পাদক হ'ল আৰু কাম বঢ়োৱাৰ সিদ্ধান্ত হ'ল তেতিয়া কাৰবাৰ পাটনাৰ পৰা মুজফ্ফৰপুৰলৈ নিবলৈ স্থিৰ কৰা হ'ল। এই কথাত পাটনাৰ বন্ধু সকলে বৰ আপত্তি কৰিলে কিন্তু মই ইয়াৰ উপকাৰিতা দেখিলো আৰু আঁতৰোৱাত মত দিলো। মুজফ্ফৰপুৰৰ অখাৰাঘাটত গণ্ডকী নৈৰ কাষত কিছুমান জুপুৰী হ'ল, কৰ্ম্মীসকল তাতে থাকিবলৈ ল'লে আৰু ৰং আদি দিয়াৰ কাম হ'বলৈ ধৰিলে। ঠাই বৰ ভাল আছিল। ময়ো কেতিয়াবা কেতিয়াবা গৈ তাত আছিলো। চহৰৰ ছবৈয়াগঞ্জত ভাড়া ঘৰত মাল থোৱাৰ গুদাম আৰু প্ৰধান ভাণ্ডাৰ বহুৱা হ'ল। ইয়াৰ পৰা কাম খুব বাঢ়িল। কিছুদিনৰ পিছত উপলব্ধি কৰিলো যে এই ব্যৱস্থাও থিক নহয়; কিয়নো, উৎপাদন-কেন্দ্ৰ প্ৰধানকৈ দাৰভাঙ্গা জিলাতহে আছিল। তাৰ পৰা কাপোৰ তৈয়াৰ কৰাই মুজফ্ফৰপুৰলৈ অনা হয়। মুজফ্ফৰপুৰত ধোলাই, ৰং দিয়া আৰু ছপা আদিৰ কাম হৈছিল। তাৰ পিছত বিক্ৰীৰ কাৰণে ভাণ্ডাৰ-বোৰলৈ খাদী পঠোৱা হয়। এই ব্যৱস্থাত খৰচ বেচি পৰে। এই কাৰণে স্থিৰ কৰা হ'ল যে প্ৰধান ভাণ্ডাৰ মধুবনী (দাৰভাঙ্গা) লৈকে লৈ যোৱা যাওক। ইয়াৰ আগতে ৰামবিনোদ বাবুৰ ভাণ্ডাৰ তাত আছিলেই। সেইকাৰণে চৰ্খা সংঘৰ কাম তাত বেছিকৈ নকৰি পণ্ডোলতে হৈছিল যাতে দুয়োটা অনুষ্ঠানৰ মাজত প্ৰতিদ্বন্দ্বিতা নহয় আৰু দুয়োটাই বেলেগে বেলেগে কাম চলায় আৰু উন্নতি কৰি যায়। কিন্তু কিছুদিনৰ পিছত ৰামবিনোদ বাবু আৰু শ্ৰীধ্বজাপ্ৰসাদ আৰু ৰামদেৱ ঠাকুৰকে মুখ্য কৰি তেওঁৰ সহকৰ্ম্মী-সকলৰ লগত মতভেদ হ'ল। ৰামবিনোদ বাবুৰ কামো চৰখা-সংঘৰ তুলনাত কমি গ'ল। গতিকে এতিয়া মধুবনীলৈ যোৱাটোৱেই সুবিধাজনক

দেখা গ'ল। এহাতে সেই ঠাই বৰ ডাঙৰ উৎপাদন কেন্দ্ৰ হ'ব পাৰে আৰু আনহাতে বহুত উৎপাদন কেন্দ্ৰৰ কাৰণে সি এনে ঠাই আছিল য'ৰ পৰা কৰ্ম্মীসকলৰ অহা-যোৱাত যথেষ্ট সুবিধা আছিল। তৃতীয়তে ৰে'ল, ডাক, তাঁৰ আৰু বেঙ্ক আদিৰো সুবিধা আছিল। এই কাৰণে মুজফ্ফৰ-পুৰৰ পৰা অফিচ আৰু কেন্দ্ৰীয় ভাণ্ডাৰ তুলি মধুবনীলৈ লৈ যোৱা হ'ল। লাহে লাহে তাত চৰ্খা-সংঘৰ নিজৰ ঘৰ হৈ উঠিল। আজিকালি সি এক চাবলগীয়া ঠাই হৈ পৰিছে। এই কামত কিমান বছৰ লাগিল ক'ব নোৱাৰোঁ ; কিন্তু একেঠাইতে ইয়াত উল্লেখ কৰা উচিত বুলি ভাবিলো।

১৯২৬ চনত ঠায়ে ঠায়ে খাদী প্ৰদৰ্শনী পতাটোও খাদী সম্বন্ধীয় মোৰ মুখ্য কাম আছিল। মই চেষ্টা কৰিছিলোঁ যে খাদীত সকলো মানুহৰে আগ্ৰহ হওক। এই উদ্দেশ্যৰেই আগতে উল্লেখ কৰা পাটনাৰ প্ৰদৰ্শনী সফলতাৰে কৰা হৈছিল। ১৯২৬ চনত প্ৰদৰ্শনীসমূহতো ইয়াৰ বিশেষ চেষ্টা কৰা হৈছিল। য'তে ত'তে ইংৰাজ আৰু বিদেশীসকলৰো আগ্ৰহ হৈছিল। বেতিয়াৰ (চম্পাৰণ) প্ৰদৰ্শনী উদ্বোধন কৰিছিল সেই সময়ৰ বেতিয়া জমিদাৰীৰ মেনেজাৰ মিষ্টাৰ এচ, চি, প্ৰায়ৰ আই-চি-এচ ডাঙৰীয়াই। মিষ্টাৰ ৰাথাৰফ'ৰ্ড তাৰ পৰা আঁতৰি যোৱাত তেৱেঁই তাৰ মেনেজাৰ হৈছিল। মোতীহাৰীৰ প্ৰদৰ্শনী উদ্বোধন কৰিছিল ৰেভাৰেণ্ড জে, জেদ, হোজে। তেওঁ এজন সুপ্ৰতিষ্ঠিত পাদুৰী আছিল আৰু তেওঁৰ লগত গান্ধীজী আৰু মোৰ চিনা-জনা আগৰ পৰাই আছিল। জামছেদপুৰতো এক মহত্বপূৰ্ণ প্ৰদৰ্শনী পতা হৈছিল। দিনে-ৰাতিয়ে ধোঁৱা উলিয়াই থকা চিম্‌নী, নৈৰ দৰে বৈ থকা গলিত লোহা, লোহাৰ ডাঙৰ ডাঙৰ গুলী আটাৰ দৰে সহজে বেলিৰ পৰা আৰু চেপেটা দীঘল দীঘল ৰেল লাইন বেলিব পৰা ইমান ডাঙৰ কল-কাৰখানা থকা চহৰত সৰু টাকুৰী আৰু যঁতৰৰ প্ৰদৰ্শনী এক অদ্ভুত বস্তুৰ নিচিনা আছিল। ইয়াক আয়োজন কৰাই এটা ডাঙৰ সাহসৰ কাম আছিল। সেই ডাঙৰ কাৰখানাৰ অফিচাৰসকলক এই সৰু কলৰ চমৎকাৰিতা দেখুউৱা কথা আৰু বেচি দুঃসাহসিক আছিল। কিন্তু মই ইয়াকে কৰিলো। টাটা কোম্পানীৰ ডাঙৰ অফিচাৰ আৰু নিজে এজন ডাঙৰ ইঞ্জিনিয়াৰ তথা জামছেদপুৰ টাউনৰ এড্‌মিনিষ্ট্ৰেটৰ মিষ্টাৰ টেম্পোলক প্ৰদৰ্শনী উদ্বোধন কৰিবলৈ অনুৰোধ কৰা হ'ল। তেওঁ এই অনুৰোধ ৰক্ষা কৰিলে। খাদীৰ উপকাৰিতা সম্বন্ধে সুন্দৰ বক্তৃতাও দিলে। কোম্পানীৰ আমেৰিকা নিবাসী জেনেৰেল মেনেজাৰ মিষ্টাৰ কীনন আৰু তেওঁৰ পত্নী দুয়ো প্ৰদৰ্শনীলৈ আহিছিল। দুয়ো কিছু খাদীও কিনিলে।

কোম্পানীৰ অন্যান্য ডাঙৰ ডাঙৰ অফিচাৰ প্ৰায় সকলো প্ৰদৰ্শনীলৈ আহিছিল। খাদীৰ বিক্ৰীও ভাল হৈছিল। মানুহৰ আগ্ৰহৰ কাৰণে নগৰৰ অন্য এটা চুবুৰীত আৰু এখন প্ৰদৰ্শনী পতা হ'ল। এই বছৰত প্ৰদেশৰ প্ৰায় সকলো ডাঙৰ ডাঙৰ চহৰতে প্ৰদৰ্শনী পতা হ'ল। সেই প্ৰদৰ্শনীবোৰ প্ৰায়ে স্থানীয় সুপ্ৰতিষ্ঠিত ব্যক্তিৰ দ্বাৰা উদ্বোধন কৰোৱা হ'ল। কেইবা ঠাইতো ময়েই উদ্বোধন কৰিলোঁ। এই প্ৰদৰ্শনীবিলাকৰ কাৰণে কেৱল খাদীৰ প্ৰচাৰেই হোৱা নাছিল, খাদী যথেষ্ট বিক্ৰীও হৈছিল। যি নতুন মাল তৈয়াৰ হৈছিল সেইবোৰ শেষ কৰাত সম্পূৰ্ণ সহায় পোৱা হৈছিল। ১৯২৫ চনত বিহাৰ ভ্ৰমণ কৰোঁতে গান্ধীজীয়ে খাদী আৰু দেশবন্ধু দাস স্মাৰক-পুঁজিলৈ টকা তুলিছিল। বিহাৰত প্ৰায় পঞ্চাচ হাজাৰ টকা সংগ্ৰহ হৈছিল। সেই টকা পুঁজিত যোগ দিয়া হ'ল আৰু ইয়াৰ পৰা কাম যথেষ্ট বাঢ়িবলৈ ধৰিলে।

কিন্তু গান্ধীজীৰ স্বাস্থ্য প্ৰায়ে বেয়া হৈছিল। ৰক্তচাপ বেছি হৈছিল। তেখেতে গৰমৰ দিনত মহীশূৰ ৰাজ্যৰ নন্দী পাহাৰত বিশ্ৰাম লবলৈ গ'ল; ময়ো তালৈ গলো। তেখেতৰ লগত কেইবাদিনো থাকিলোঁ। ঠাইখন খুব ৰমনীয় আছিল। পাহাৰলৈ উঠা কিছু পৰিশ্ৰমৰ কাম আছিল। কিন্তু এতিয়ালৈকে মোৰ উদ্‌কাই ৰোগ ইমান বঢ়া নাছিল। গৰমত মই প্ৰায় ভালেই থাকোঁ। সেইকাৰণে মই পাহাৰলৈ খোজকাঢ়িয়েই উঠিলোঁ। উভতি আহোঁতেও এনেয়ে আহিলো। সেই প্ৰদেশলৈ যোৱা মোৰ এয়ে প্ৰথম আছিল। তাৰ পৰা মই মহাত্মাজীৰ লগত বাঙ্গালোৰলৈ আহিলোঁ আৰু তাত থাকিলো। তাত খাদীৰ এখন ডাঙৰ প্ৰদৰ্শনী হৈছিল। তামিলনাদ তথা অন্ধ্ৰ শাখায়েই তাত বিশেষ ভাগ লৈছিল। তেনে ধৰণৰ সেই প্ৰদৰ্শনী সেইখন বৰ ভাল হৈছিল। তাৰ পৰাই মহীশূৰ ৰাজ্যত সংগঠিত ৰূপত খাদী প্ৰচাৰৰ সূত্ৰপাত হয়। সেই সম্বন্ধতে খাদী সম্বন্ধীয় প্ৰক্ৰিয়াৰ প্ৰদৰ্শন হোৱাৰ লগে লগে খাদী সম্বন্ধে বক্তৃতাও হ'ল।

হিন্দী প্ৰচাৰৰ কামো দক্ষিণ ভাৰতত চলি আছিল। তাত এখন বিশেষ সম্মেলন পাতি কিছুমান পৰীক্ষাত উত্তীৰ্ণ হোৱা বিদ্যাৰ্থীক প্ৰমাণ-পত্ৰ দিয়া হ'ল। মই পোন প্ৰথম হিন্দীৰ প্ৰতি উৎসাহ দেখিলো। একেলগে পতি-পত্নী, মাক-জীয়েক, শাহু-বোৱাৰী আৰু পিতা-পুত্ৰক হিন্দী শিকা দেখিবলৈ পালোঁ। একেলগে এওঁলোকে পৰীক্ষা দিছিলেও। মোৰ কাৰণে সেই সকলো নতুন কথা আছিল। সেই যাত্ৰা মোৰ কাৰণে বৰ শিক্ষাপ্ৰদ বুলি মানো।

বাঙ্গালোৰৰ প্ৰদৰ্শনী শেষ হোৱাৰ পিছত মই দক্ষিণ ভাৰতত কেইবা-খনো ঠাই ভ্ৰমণ কৰিলো। তামিলনাদৰ প্ৰধান ভাণ্ডাৰ চালোঁ। এই ভাণ্ডাৰ তিৰুপুৰত আছিল। অন্যান্য কেইবাটাও ভাণ্ডাৰো গৈ চালোঁ। ৰাজাজীয়ে চেলম জিলাত নিজৰ আশ্ৰম খুলিছিল। তাত তেওঁ খাদীৰ কাম খুব জোৰেৰে চলাই আছিল। তালৈকো গলো। এই সকলো ঠাইতে তাৰ কামৰ নিয়ম আৰু সংগঠন বিধিৰ অধ্যয়ন কৰিলো। যি নতুন আৰু জানিবলগীয়া কথা পালো সেইবোৰ নিজ প্ৰদেশত লগাবলৈ যত্নও কৰিলো। তাৰ সংগঠন আৰু হিচাপ ৰখাৰ নিয়ম মোৰ বৰ মনত লাগিল। মই সেইবোৰ অধ্যয়ন কৰি ললো। এই সময়ত তামিলনাদত আটাইতকৈ বেছি খাদী উৎপন্ন হৈছিল। আটাইতকৈ ধুনীয়া আৰু মিহি খাদী (কোক্‌টীক বাদ দি) অন্ধ্ৰত তৈয়াৰ হৈছিল। সেইকাৰণে মই ভাবিলো যে তামিলনাদৰ সংগঠন দেখাৰ পিছত অন্ধ্ৰলৈও যোৱা উচিত। তাৰ চৰ্‌খা-সংঘৰ সম্পাদক শ্ৰীসীতাৰাম শাস্ত্ৰীয়েও মই তালৈ গৈ খাদী সম্বন্ধীয় বক্তৃতা দিয়াত আগ্ৰহ কৰিছিল।

উভতি আহিবৰ সময়ত অন্ধ্ৰত সোমাই আহিলো। মই অন্ধ্ৰৰ কেইবা-খনো জিলালৈ গৈছিলো। সকলো ঠাইতে মই খাদী সম্বন্ধে বক্তৃতা দিলো। মই তাত ইংৰাজীতে বক্তৃতা দিছিলোঁ। দেখিবলৈ পালোঁ যে বৈজ্ঞানিক-পদ্ধতিৰে খাদী সম্বন্ধে মই মানুহক বুজোৱাত মানুহৰ ওপৰত তাৰ ভাল প্ৰভাৱ পৰিছিল। তাৰ মানুহৰ মতে মোৰ ভ্ৰমণৰ কাৰণে খাদী-প্ৰচাৰত খুব সহায় হৈছিল। যেতিয়া মই পাটনালৈ উভতি আহিলোঁ তেতিয়া কেইজনমান বন্ধুৱে ক'লে যে মই মোৰ বক্তৃতাত যিহকে কৈছিলোঁ তাক যদি লিপিবদ্ধ কৰা হয় তেন্তে ভাল হ'ব। সেই কাৰণে মই মোৰ বক্তৃতাৰ সাৰাংশ লিখি পেলালোঁ। 'ইকনমিক্স অব খাদী' (খাদীৰ অৰ্থশাস্ত্ৰ) নামেৰে সি কিতাপ আকাৰত প্ৰকাশ হ'ল। ইয়াৰ হিন্দীৰ অনুবাদো 'খাদী কা অৰ্থশাস্ত্ৰ' নামেৰে প্ৰকাশিত হ'ল। এইদৰে সেই বছৰ ভালেখিনি সময় খাদীৰ কামতে অতিবাহিত হ'ল।

## ৬৭। মোৰ অসম ভ্ৰমণ

কানপুৰ কংগ্ৰেছলৈ অসমৰ পৰা অহা মানুহৰ ভিতৰত শ্ৰীনবীন চন্দ্ৰ বৰদলৈ এজন মুখ্য ব্যক্তি আছিল। তেওঁ মোৰ আগৰে পৰা জনা-শুনা বন্ধু আছিল। আমি দুয়ো কলিকতাত হাইক'ৰ্টত ওকালতি কৰা সময়ৰে পৰা আমাৰ ঘনিষ্ঠতা হৈছিল। অসহযোগ আন্দোলনত তেওঁ প্ৰথমৰে পৰাই আছিল আৰু অসমৰ ডাঙৰ নেতাসকলৰ ভিতৰত তেৰোঁ এজন আছিল। কংগ্ৰেছক অসমলৈ মাতিবলৈ এওঁলোকৰ ইচ্ছা আছিল। এই সম্বন্ধে মোৰ মত ল'লে। মই হাক দিলোঁ। কিয়নো গয়া-কংগ্ৰেছৰ অভিজ্ঞতাৰ পৰা মই বুজিছিলোঁ যে কংগ্ৰেছৰ আয়োজনে বৰ বিৰাট আকাৰ ধাৰণ কৰিছিল আৰু অসম এখন সৰু প্ৰদেশ। প্ৰথমে বহুত টকা গোটাওঁতে অসুবিধা হ'ব পাৰে, কিয়নো অসম কেৱল সৰু প্ৰদেশেই নহয়, দুখীয়াও। অন্য কংগ্ৰেছীলোকে ব্ৰহ্মপুত্ৰ উপত্যকা অৰ্থাৎ য'ত অসমীয়া ভাষা কোৱা হয়, প্ৰদেশৰ কেৱল সেই অংশকহে অসম বোলে। যি অংশত বঙলা ভাষা কয়, অৰ্থাৎ সুৰমা উপত্যকা বঙ্গদেশৰ লগতহে আছে। এনেদৰে প্ৰদেশখন আৰু সৰু হৈ পৰিল। কৰ্ম্মী সংখ্যাও যথেষ্ট নাই। তথাপি তেওঁলোকৰ খুব উৎসাহ আছিল। তেওঁ মোৰ কথা নুশুনিলে আৰু কংগ্ৰেছক আমন্ত্ৰণ কৰিয়েই দিলে।

তেওঁলোকৰ এই ইচ্ছাও আছিল যে কংগ্ৰেছ অধিবেশনৰ আগতেই সেই প্ৰদেশত খাদীৰ কাম পুনৰ সংগঠন কৰা হওক। আগেয়ে কিছুমান কাম হৈছিল যদিও উপযুক্ত কৰ্ম্মীৰ অভাৱত ঠিক মতে চলা নাছিল। সেই কাম বন্ধ কৰি দিব লগা হৈছিল। তেওঁ এই কামৰ পুৰ্নসংগঠনত মোৰ সহায় বিচাৰিলে। মই অস্বীকাৰ কৰিব নোৱাৰিলোঁ। তালৈ যাম বুলি কথা দিলোঁ। কিছুদিনৰ পিছত তালৈ গলোঁও। খাদীৰ কাম ভালকৈ হ'ব পৰা কেইবাখনো জিলা ভ্ৰমণ কৰিলোঁ। এই ভ্ৰমণৰ পৰা মই লাভান্বিত হলোঁ। খাদীৰ কাৰণে অসম এখন অতি উপযুক্ত প্ৰদেশ; কিয়নো, ইয়াৰ কাৰণে অসমৰ যিমান সুবিধা আছে অন্য কোনো প্ৰদেশতেই নাই। ৰেচমৰ পলু পোহা, তাৰপৰা সূতা উলিওৱা আৰু সেই সূতাৰে কাপোৰ বোৱা প্ৰথা অসমত এতিয়াও চলি আছে। আমাৰ প্ৰদেশৰ তিৰোতাই যেনেকৈ কিছু চিলাই আদিৰ কাম জানে তেনেকৈয়ে তাৰ তিৰোতাই কাপোৰ ব'ব জানে।

ভাল ঘৰৰ ছোৱালীয়ে যদি তাত ব'ব নাজানে তেন্তে বিয়াই হ'ব নোৱাৰে। সেই বোৱন সাধাৰণ ধৰণৰ নহয়। তেওঁলোকে নিজৰ তাঁতত ৰং-বেৰঙৰ ফুলো বাচিব পাৰে। অত্যন্ত ধুনীয়া পাৰিৰে কাপোৰ ব'ব পাৰে। প্ৰায় সকলোৰে ঘৰত তাঁত বয়। তাঁতো খুব সাধাৰণভাৱে বাঁহেৰেই কৰে। বোৱাৰ উপৰিও তাৰ তিৰোতাই সূতা কাটিবও জানে। মই তাত তিৰোতাসকলে বোৱা কাপোৰ লৈ খাদী ভাণ্ডাৰলৈ আহি কাপোৰৰ সলনি কপাহ লৈ যোৱা দেখি বৰ আচৰিত আৰু আনন্দিত হৈছিলো। অথবা এইদৰেও ক'ব পাৰি যে আমি যেনেকৈ দাৰভাঙ্গা জিলাৰ ভাণ্ডাৰত কপাহ দি সূতা লৈছিলো তেনেকৈয়ে তাৰ ভাণ্ডাৰতো কপাহ দি কাপোৰ লৈছিল। ইয়াৰ কাৰণ হৈছে তাত ঘৰে ঘৰে যঁতৰ আৰু তাঁতশাল আছে। আমি কিছুমান তিৰোতা মানুহৰ হতুৱাই সূতাহে কটাওঁ। সেই সূতা আকৌ তাঁতীক দিওঁ। তেওঁলোকে তাৰ পৰা কাপোৰ বয়। তাত মাজৰ খাপৰ কাম অনাৱশ্যক হৈ পৰিল। সেই প্ৰদেশৰ কোনো কোনো ঠাইত কপাহো হয়, সেই কপাহ খুব ভাল বুলি ক'ব নোৱাৰিলেও কাম চলাবৰ কাৰণে উপযুক্ত। মই সেই প্ৰদেশত খাদী প্ৰচাৰৰ খুব ভাল সুযোগ দেখিবলৈ পালো। মই আহি চৰ্খা-সংঘক টানি ধৰিলো যে অসমক এই কামৰ কাৰণে কিছু টকা দিব লাগে। সম্পাদকে এইটো ইচ্ছা কৰা নাছিল কিয়নো তেওঁৰ প্ৰথম ধাৰণা বৰ ভাল নাছিল। শেষত তেওঁ আৰু কাউঞ্চিলে মোৰ কথা মানি ল'লে। কিছু টকা দিয়া হ'ল। তাৰ কাম আকৌ সংগঠিত ৰূপত চলিবলৈ ধৰিলে।

এই ভ্ৰমণত মই এটা কথা দেখিবলৈ পালোঁ। নগাওঁ জিলাৰ গাওঁ ভ্ৰমণ কৰোঁতে দেখিলো যে তাত বহুত মাটি চন পৰি আছে যিবোৰত এতিয়ালৈকে খেতি কৰা নাই। মাটিত খুব ভাল ঘাঁহ আছিল কিয়নো তাৰ মাটিত এনেয়ে যথেষ্ট পানী থাকে। এই আহল-বহল চন পৰি থকা মাটিত কোনো কোনো ঠাইত কিছুমান জুপুৰী দেখিবলৈ পাইছিলো য'ত খুব তাকৰ মানুহহে দেখিবলৈ পোৱা গৈছিল। এতিয়ালৈকে মাটিত কোনো শস্য নাছিল। আৰু খেতি-বাতি কৰাৰ কোনো চিনো দেখিবলৈ পোৱা নগৈছিল। সোধাত জানিবলৈ পালো যে অসমত এনেভাৱে চন পৰি থকা মাটি কিছু আছে। তাৰ আইন এনে আছিল যে যদি এনেকুৱা খেতি নকৰা মাটিত কোনো মানুহ আহি বহে আৰু তাত খেতি কৰিবলৈ আৰম্ভ কৰে তেন্তে কিছুবছৰৰ পিছত তেওঁ সেই মাটিত স্বত্ব লাভ কৰে। তাৰ কাষতে বঙ্গদেশৰ মৈমনসিংহ জিলা; তাৰ লোকসংখ্যা বহুত আৰু মাটি

কম হ'বলৈ ধৰিছে। সেইকাৰণে তাৰপৰা কিছুমান মানুহ আহি এই চৰ পৰি থকা মাটিত জুপুৰী সাজি বহি যায়। তেওঁলোকে লাহে লাহে সেই মাটিত খেতি কৰিবলৈ ধৰে আৰু এনেভাৱে কিছুদিনৰ পিছত নিজৰ স্বত্ব লাভ কৰে। এওঁলোকৰ প্ৰায়ভাগেই মুছলমান। এওঁলোকে তাৰ চন পৰি থকা মাটিত খেতি কৰিবলৈ ধৰিছে। লগতে, এইদৰে অহা মুছলমানে প্ৰদেশৰ মুছলমানলোকৰ সংখ্যা বঢ়াই গৈছে। সোধাত জানিব পাৰিলো যে যি কোনো প্ৰদেশৰ মানুহেই আহি তাত এইদৰে মাটি ল'ব পাৰে। মই ভাবিলো যে বিহাৰত বিশেষকৈ ছাপ্ৰা জিলাত মানুহৰ সংখ্যা ইমান বাঢ়ি গৈছে যে মাটি তাকৰ হোৱাৰ কাৰণে প্ৰতি বছৰে লাখ লাখ মানুহে কাম কৰিবৰ কাৰণে প্ৰদেশৰ বাহিৰলৈ যাব লাগে। তাৰ ভিতৰত কিমান হাজাৰ অসমলৈ আহে ক'ব নোৱাৰোঁ। ইয়াত কেইবা-মাহো থাকি কাম কৰি টকা উপাৰ্জ্জন কৰি লয়। আকৌ কেইমাহমানৰ কাৰণে নিজৰ ঘৰলৈ গুচি যায়। মোৰ ভ্ৰমণত মোৰ জিলাৰ মানুহ প্ৰায় সকলো ঠাইতে পাইছিলো। নিজৰ ভাষা আৰু চাল-চলনৰ পৰা তেওঁলোকক খুব সহজে চিনিব পৰা হৈছিল। সুধিলে গাৱঁৰ নামো জানিব পাৰিছিলো। মই ভাবিলো যে যিবোৰ মানুহ এইদৰে ইয়ালৈ আহি কেইমাহমানৰ পিছতে ঘৰলৈ উভতি যায় তেওঁলোকে যদি চিৰস্থায়ীভাৱে মাটি লয় তেনেহ'লে একেলগে দুটা কাম হয়—ছাপ্ৰাৰ লোকসংখ্যা কম হ'ব পাৰে আৰু এই মানুহবোৰে প্ৰতি চাৰি-পাঁচ মাহে ৰেলৰ ভাড়াত যি টকা খৰচ কৰে সিও বাচি যাব আৰু এওঁলোকে মাটিও লব পাৰে।

এই বিষয়ে তাৰ মানুহৰ লগত কথা হ'ল। তেওঁলোকে এই কথা ভাল পালে; কিয়নো, বিহাৰী মজদুৰৰ সৈতে তেওঁলোক পৰিচিত আছিল আৰু তেওঁলোকে এই মজদুৰবোৰক ভাল পাইছিল। মৈমনসিংহৰ মানুহ তেওঁলোকৰ কামত নাহে। তাৰ স্থানীয় মানুহৰ লগত মৈমনসিঙীয়া মানুহৰ ব্যৱহাৰ ভাল নাছিল বাবেও তেওঁলোকে এই মানুহবোৰক ভাল নাপাইছিল। কিছুমান মানুহেতো মৈমনসিংহৰ মুছলমানৰ ঠাইত বিহাৰৰ হিন্দু তালৈ গৈ বসবাস কৰাটো বেছি ভাল বুলি ভাবিছিল। কাৰণ, হিন্দু-মুছলমানৰ কাজিয়া সেইদিনত হৈছিলেই। তেওঁলোকে বিচাৰিছিল যে এনেভাৱে অহা মুছলমানৰ যদি সংখ্যা নাবাঢ়ে তেন্তে তাৰ হিন্দুৰ কাৰণে ভাল হ'ব। কথাও এনে আছিল যে মুছলমানৰ সংখ্যা সুৰমা উপত্যকাত বেছি আছিল আৰু চন পৰা মাটি আছিল শুদ্ধ অসমীয়া কোৱা অংশত য'ত মুছলমানৰ সংখ্যা কম আছিল। তাৰ হিন্দুৱে ভয় কৰিছিল যে যদি মৈমনসিংহৰ পৰা

এনেভাৱে মুছলমান আহি বসতি কৰে তেন্তে এদিন সেই অংশতো মুছলমানৰ সংখ্যা বেছি হৈ যাব। তেওঁলোকে নিজেই গোটেই মাটিত খেতি কৰিব নোৱাৰিছিল। নিয়মমতে বাহিৰৰ পৰা যি কোনো আহি খেতি কৰিব পাৰিছিল। এনে অৱস্থাত বিহাৰৰ হিন্দু আহি বহাই তেওঁলোকৰ কাৰণে ভাল আছিল। বিহাৰলৈ ঘূৰি আহি মই কিছুমান বন্ধুৰ লগতে এই মাটি সম্বন্ধে আৰু তাক পোৱা নিয়মৰ উল্লেখ কৰিলো। কিন্তু তালৈ যোৱা নহ'ল। মই যিমানদূৰ জানো দুই-চাৰিজন বিহাৰীয়েহে হয়তো তালৈ গৈ মাটি ল'লে।

মই ককাইদেউৰ লগতেও এইকথা আলোচনা কৰিছিলো। তেওঁ কেইবা বছৰৰো পিছত তালৈ গৈ মাটি চালেগৈ। চন পৰি থকা মাটিৰ উপৰিও তেওঁ খেতি হোৱা মাটিৰ কথাও ভাবিলে। স্বৰ্গীয় বাবু শম্ভুশৰণ আৰু বাবু অনুগ্ৰহ নাৰায়ণ সিংহৰ লগত লগ লাগি এজন বঙালী ভদ্ৰলোকেও প্ৰায় এহেজাৰ একৰ মাটি কেইবাহাজাৰো টকাত কিনি ল'লে। শুনিবলৈ পাইছিলো যে মাটি ভাল আছিল। সুমথিৰা ঠেঙাৰ বাগান আছিল। খেতি কৰিবৰ কাৰণে মটৰ-ট্ৰেক্টৰ আছিল। এটা বঙলাও আছিল। মাটিখিনি হাবিৰ মাজত আছিল। তালৈ বনৰীয়া জন্তু বিশেষকৈ বাঘ আৰু হাতী আহিছিল। তথাপি মাটিত খেতি কৰাৰ ব্যৱস্থা কৰা হ'ল। গৰু আদি ৰখা হ'ল। কিন্তু তাৰ জলবায়ু এনেকুৱা বেয়া আছিল যে যেয়ে যায় সেয়ে মেলেৰীয়া জ্বৰত আক্ৰান্ত হয়। বোধহয় আগৰ মাটিৰ গৰাকীয়েও এই কাৰণেই মাটি বেচিছিল। ককাইদেউ কেইবাবাৰো তালৈ গৈছিল। অনুগ্ৰহ বাবু আৰু শম্ভু বাবুও গৈছিল। মই কেতিয়াও যোৱা নাছিলো। কিন্তু তেওঁলোক যোৱা সত্বেও খেতিৰ কাম ভালভাৱে হোৱা নাছিল। কেইবাবছৰৰো পিছত ককাইদেউ তালৈ গৈছিল। তাৰে পৰাই জ্বৰ লৈ ঘূৰি আহিল। সেই বেমাৰে তেওঁক নিৰুপায় কৰিলে আৰু তাৰ কাৰণেই তেওঁৰ মৃত্যু হ'ল। তেওঁৰ আগতেই শম্ভু বাবুৰ মৃত্যু হৈছিল। এতিয়া আৰু কাৰো মনতে উৎসাহ নোহোৱা হ'ল। আমি মাটি এনেয়ে এৰি দিলো। খাজনা বাকী পৰাৰ কাৰণে বোধহয় সেই মাটি নিলাম হৈ গ'ল। এই কামত আমাৰ কেইবাহাজাৰো টকা লোকচান হ'ল। কেৱল বাবু মহেন্দ্ৰ সিংহ আৰু ৰামৰক্ষ ব্ৰহ্মচাৰীয়ে কিছু মাটি লৈ খেতি কৰাৰ পাৰিছিল। সেই মাটিত আজিলৈকে তেওঁৰ ভাই-ককাই থাকি অথবা অন্য মানুহ ৰাখি খেতি কৰাই কিছু উপাৰ্জ্জন কৰে। এই সকলো কথা সেই এবছৰৰেই

নহয় ; ই প্ৰায় সাত-আঠ বছৰৰ সংক্ষিপ্ত বৰ্ণনা। কিন্তু ইয়াত একে ঠাইতে লিখা উচিত বুলি ভাবিলো। এতিয়া শুনিবলৈ পাইছো যে তাৰ সেই আইনৰ কিছু পৰিবৰ্ত্তন হৈছে। এতিয়া বাহিৰৰ মানুহে সিমান সোনকালে মাটি পাব নোৱাৰে। তাৰ সৰহভাগ বোধহয় স্থানীয় মানুহৰ কাৰণে সুৰক্ষিত কৰি ৰখাৰ ব্যৱস্থা কৰা হৈছে।

## ৬৮। গুৱাহাটী কংগ্ৰেছ

গুৱাহাটী কংগ্ৰেছৰ যি অধিবেশন হৈছিল তাৰ কাৰণে তাৰ মানুহৰ উৎসাহেৰে ব্ৰহ্মপুত্ৰৰ পাৰতে কংগ্ৰেছ নগৰ নিৰ্ম্মাণ কৰিছিল। সেই ঠাই আৰু কংগ্ৰেছ শিবিৰৰ দৃশ্য অত্যন্ত সুন্দৰ আছিল। খাদীৰ কাম বহুতো আগবাঢ়িল। তাৰ প্ৰদৰ্শনীও বৰ ভাল হৈছিল। প্ৰদৰ্শনী সফল কৰাত চৰ্খা-সংঘই বেছিকৈ যত্ন কৰিছিল। সেই কাৰণে চৰ্খা-সংঘৰ ব্যৱস্থাপকসকলে অভিজ্ঞতা লাভ কৰি যাবলৈ ধৰিলে। মোৰ মনত আছে যে সেই প্ৰদৰ্শনীত চৰ্খা-সংঘৰ বিহাৰ শাখাৰ কৰ্ম্মীসকলেও বহুত কাম কৰিছিল। এইবাৰ কংগ্ৰেছৰ সভাপতি আছিল মাদ্ৰাজৰ শ্ৰী শ্ৰীনিবাস আয়েঙ্গাৰ। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল শ্ৰীতৰুণৰাম ফুকন আৰু সম্পাদক আছিল শ্ৰীনবীনচন্দ্ৰ বৰদলৈ। তেওঁলোকে প্ৰাণপণে সকলো ব্যৱস্থা ভাল কৰিবৰ কাৰণে চেষ্টা কৰিছিল। ঠিক কংগ্ৰেছ অধিবেশনৰ কেইদিনমান আগতে এজন মুছলমান হত্যাকাৰীয়ে দিল্লীত স্বামী শ্ৰদ্ধানন্দজীৰ ঘৰত সোমাই তেওঁক হত্যা কৰিছিল। এই কথাত গোটেই দেশৰে হিন্দুসকলৰ মাজত ক্ষোভৰ সৃষ্টি হ'ল আৰু গুৱাহাটীত উপস্থিত হোৱা লোকৰ মাজতো প্ৰভাৱ নপৰাকৈ নাথাকিল। হিন্দু-সকলৰ মনত আটাইতকৈ ডাঙৰ দুখৰ কথা হ'ল যে হত্যাকাৰীজনৰ মোকৰ্দ্দমা দাখিল কৰা সময়ত মৌলানা মহম্মদ আলীৰ নিচিনা নেতাও গৈছিল। এই কথাত হিন্দুসকলৰ মনত এই প্ৰভাৱ পৰিছিল যে মৌলানাও হত্যাকাৰীৰ প্ৰতি সহানুভূতিশীল আছিল আৰু বোধহয় এই হত্যা সমৰ্থনো কৰিছিল। স্বামীজীয়ে কেইবাবছৰৰ পৰা শুদ্ধি আৰু সংগঠনৰ কাৰণে খুব কাম কৰি আহিছিল। ইয়াৰ কাৰণে গোড়া মছলমান তেওঁৰ

ওপৰত ক্ৰুদ্ধ হৈছিল। তেওঁৰ হত্যাৰ কাৰণো এয়ে আছিল। সেই সময়ত কোনো নহয় কোনো ধাৰ্ম্মিক কাৰণত এনেদৰে কেইবাজনো হিন্দুক হত্যা কৰিছিল। মাৰপিট সংঘৰ্ষতো হৈছিলেই। ইয়াৰ কাৰণে গোটেই দেশৰে বাতাবৰণ বেয়া হৈ গৈছিল। ১৯২১ চনত হিন্দু-মুছলমানৰ যি সুন্দৰ মিলা-প্ৰীতি দেখিবলৈ পাইছিলোঁ সি একেবাৰে শেষ হৈ গৈছিল।

অধিবেশনত কোনো মহত্বপূৰ্ণ কথা হোৱা নাছিল। গান্ধীজীয়ে সেই দিনত কংগ্ৰেছলৈ গৈছিল হয় কিন্তু একপ্ৰকাৰ নীৰব দৰ্শকৰ নিচিনাই আছিল; কিয়নো, তেখেতে এই কাম স্বৰাজ পাৰ্টিৰ হাতত সঁপি দিছিল। গুৱাহাটীত এটা ঘটনা হৈছিল যিটো ইয়াত উল্লেখ কৰা অনুচিত নহ'ব। নাভা (পঞ্জাব)-ৰ মহাৰাজক পদচ্যুত কৰা হৈছিল। তেওঁৰ কিছু অনুগামী এই কথাত ৰুষ্ট হৈছিল। তেওঁলোকে ইচ্ছা কৰিছিল যে কংগ্ৰেছে এই সম্বন্ধে চৰকাৰক গৰিহনা দি এটা প্ৰস্তাৱ গ্ৰহণ কৰক আৰু অন্য প্ৰকাৰে পদচ্যুত মহাৰাজক সহায় কৰক। মহাত্মাজীৰ অনুপস্থিতিত এটা প্ৰস্তাৱ বিষয়-বাচনি সভাত গ্ৰহণো হ'ল। কিন্তু মহাত্মাজীয়ে এই কথা ভাল নাপালে; কিয়নো, দেশীয় ৰাজ্যৰ কথাত কংগ্ৰেছ সোমোৱাতো কংগ্ৰেছ আৰু দেশীয় ৰাজ্য উভয়ৰে কাৰণে হানিকৰ বুলি তেখেতে ভাবিছিল। গতিকে তেখেতে এই কথাটো বিষয়-বাচনি সভাই আকৌ বিবেচনা কৰাটো বিচাৰিলে। এই বিষয়ে কোনো প্ৰস্তাৱ তেখেতে ল'বলৈ নিদিলে। এই কথাত বোম্বাইৰ প্ৰতিনিধি হৰ্নিমেন বৰ অসন্তুষ্ট হৈছিল। তেওঁ পুনৰ বিবেচনাৰ ঘোৰ বিৰোধিতা কৰিছিল। সেই সময়ত দেশীয় ৰাজ্য সম্বন্ধে মই একোকে নাজানিছিলোঁ। এই নীতি মই ভালকৈ বুজিব পৰা নাছিলোঁ। কংগ্ৰেছৰ নীতি সম্বন্ধে কেইবা বছৰৰো পিছত কংগ্ৰেছীলোকৰ মাজত ডাঙৰ মতভেদ হ'ল। কেইবাবছৰলৈকে এই বিষয়টো বিবদমান বিষয় হৈ থাকিল। ইয়াৰ আলোচনা পিছত কৰিম।

গুৱাহাটী কংগ্ৰেছৰ সময়ত বৰ বৰষুণ হৈছিল যিহৰ কাৰণে কৰ্ম্মী আৰু অতিথিসকলে কষ্ট কৰিব লগা হৈছিল। কিন্তু এই বিঘিনি হোৱা সত্বেও তাৰ অধিবেশন সফলতাৰে হৈ গ'ল। সকলো কাম নিৰ্দ্ধাৰিত ৰীতিত সমাপ্ত হ'ল; ৰামগড় কংগ্ৰেছৰ নিচিনাকৈ সকলো ব্যৱস্থা ওলট-পালট হোৱা নাছিল। কিন্তু এই কথাৰ কাৰণে খৰচ বাঢ়ি গ'ল আৰু দৰ্শকৰ টিকটৰ পৰা আশা কৰা উপাৰ্জ্জনৰ অংশ কমি গ'ল। অভ্যৰ্থনা সমিতিয়ে বহুতো লোকচান বহন কৰিব লগা হ'ল। তেওঁলোকে

নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ পৰা সহায় বিচাৰিব লগা হ'ল। সহায় কৰা হ'ল কিন্তু সেই সহায় যথেষ্ট নাছিল। শ্ৰীফুকন আৰু শ্ৰীবৰদলৈয়ে নিজে বহুত লোকচান বহন কৰিব লগা হ'ল। এই কাজিয়া বহুত দিন-লৈকে চলি থাকিল। ইফালে অলপতে কংগ্ৰেছ ৰকিং কমিটিয়ে তাৰ বাকী হিচাপ সম্পূৰ্ণ কৰি তাৰ লেঠা মাৰিলে। মই যি কথাত ভয় কৰি মোৰ বন্ধু শ্ৰীবৰদলৈক কংগ্ৰেছ নিমন্ত্ৰণ কৰিবলৈ হাক দিছিলোঁ সেই কথাই ঠিক হ'ল। প্ৰকৃতিৰ দুৰ্যোগে উপাৰ্জ্জন কমাই আৰ্থিক অৱস্থা আৰু জটিল কৰি তুলিলে।

ওপৰত কৈ আহিছোঁ যে আহমদাবাদ অধিবেশনৰ পৰাই প্ৰতিবছৰে কংগ্ৰেছৰ উদ্দেশ্য কেৱল স্বৰাজ নহৈ পূৰ্ণ স্বাধীনতা হ'ব লাগে, এই বিষয়ে কোনোৱে নহয় কোনোৱে এটা প্ৰস্তাৱ উত্থাপন কৰিছিল আৰু প্ৰতি বছৰে এই প্ৰস্তাৱ অগ্ৰাহ্য কৰা হৈছিল। গুৱাহাটীৰ সভাপতি শ্ৰীআয়েঙ্গাৰ ইয়াৰ সমৰ্থক হৈ পৰিছিল। এতিয়া ই শক্তিশালী হ'বলৈ ধৰিলে। কিন্তু গুৱাহাটীলৈকে ই পাছ হ'ব নোৱাৰিছিল।

যেতিয়াৰ পৰা কংগ্ৰেছীলোক কাউঞ্চিললৈ গ'ল, কিছুমান মানুহ তাতে লাগি থাকিল। কিছুমান খাদী প্ৰচাৰত আৰু কিছুমান কংগ্ৰেছৰ সংগঠনৰ কামত থাকিল। কাউঞ্চিলত যি কাম হৈছিল সি বাতৰি কাকতত খুব প্ৰকাশ হৈছিল। মানুহে কামো ভাল কৰিছিল। কেন্দ্ৰীয় এছেম্ব্লীত পণ্ডিত মতিলাল নেহৰু নেতা হ'ল। তেওঁ তাত অন্যান্য দলৰ লগ লাগি কেইবাবাৰো চৰকাৰী বাজেট নামঞ্জুৰ কৰিছিল। অন্য বিষয়েও তেওঁ চৰকাৰৰ বিৰুদ্ধে প্ৰস্তাৱ পাছ কৰিছিল। শ্ৰী শ্ৰীনিৱাস আয়েঙ্গাৰো তাৰ সদস্য আছিল। কেইবাটাও কথাত পণ্ডিতজীৰ লগত তেওঁৰ মতভেদ হৈ গৈছিল; কিন্তু এতিয়াও তেনে কোনো বেয়া ঢাল লোৱা নাছিল। তাত আটাইতকৈ ডাঙৰ কথা হৈছিল যে শ্ৰীবিঠলভাই পেটেল সভাপতি নিৰ্ব্বাচিত হৈছিল। তেওঁ নিজৰ বিদ্যা আৰু প্ৰতিভাৰ খুব সুন্দৰ প্ৰমাণ দিলে। সকলো পিনৰ পৰা নিৰপেক্ষ থাকিও তেওঁ কেইবাবাৰো গৱৰ্ণমেণ্টক ডাঙৰ ঠেকত পেলাইছিল।

## ৬৯। হিন্দু-মুছলিম সমস্যা

গুৱাহাটী কংগ্রেছৰ পিছত শ্রী শ্রীনিবাস আয়েঙ্গাৰে দুটা কথাত জোৰ দিলে। এই বিষয়ে তেখেতে কামো কৰিলে। আগতে কৈ অহা মতে হিন্দু-মুছলমান সমস্যা খুব জটিল হৈ গৈছিল। কাজিয়া, মাৰপিট আদিতো হৈয়ে আছিল। কংগ্রেছী মানুহৰ ভিতৰতে অবিশ্বাস বাঢ়ি গৈছিল। তেওঁ এই সমস্যা যি কোনো প্রকাৰে সমাধান কৰিবলৈ চাইছিল। এই কাজিয়াৰ দুটা ভাগ—এটা ধৰ্ম্ম সম্বন্ধীয় আনটো ৰাজনৈতিক। হিন্দুৱেই হওক অথবা মুছলমানেই হওক সাধাৰণ জনতাই ধৰ্ম্মৰ ফালটোত বেছি মনযোগ দিছিল আৰু বাহিৰৰ আৰু ভিতৰৰ কিছু কথা জনা শিক্ষিত আৰু ধনী শ্রেণীয়ে ইয়াৰ ৰাজনৈতিক ফালটোত বেছি মনোযোগ দিছিল। দুয়োটাৰে পৰস্পৰৰ ওপৰত প্রভাৱ পৰিছিলেই। শিক্ষিত শ্রেণী, যাক ৰাজনৈতিক শ্রেণী বুলিব ক'ব পৰা যায়। তেওঁলোকে সাধাৰণ মানুহৰ এই আগ্রহৰ পৰা নিজৰ কামত সুবিধা আদায় কৰিছিল। দুয়ো শ্রেণীৰে দুই ধৰণৰ প্রশ্ন আৰু তাৰ সমাধানৰ পথো দুই প্রকাৰৰ।

হিন্দুৰ গৰুৰ প্রতি শ্রদ্ধা আৰু পূজাৰ ভাব। গো-হত্যাৰ নামতেই তেওঁলোক খুব উত্তেজিত হৈ পৰে। এই কথা বিশেষকৈ বিহাৰত আৰু যুক্তপ্রদেশত দেখিবলৈ পোৱা যায়। এই গো-হত্যাৰ কাৰণেই কিমান সংঘৰ্ষ হৈছিল তাৰ অন্ত নাই। এইটো কোনো নতুন কথাও নাছিল। মুছলমান বাদচাহ সকলেও গো-হত্যাৰ কাৰণে হিন্দুৱে অন্তৰত কিমান দুখ পাইছিল তাক উপলব্ধি কৰিছিল। তেওঁলোকৰ ভিতৰৰ উদাৰপন্থী-সকলে হিন্দুসকলক এই দুখ নিদিবৰ কাৰণে গো-হত্যা বন্ধ কৰিও দিছিল। সেইভাৱ হিন্দুসকলৰ মনত আজিও বৰ্ত্তমান। এই ভাৱৰ পৰা শিক্ষিত মানুহো একেবাৰে বাদ পৰা নাই। তেওঁলোকো গো-হত্যাৰ কাৰণে উত্তেজিত হৈ পৰে। আনহাতে মুছলমানে বকৰীদৰ দিনা গৰু কোৰবাণী কৰাটো নিজৰ ধৰ্ম্ম বুলি ভাবে। দুখীয়াসকলৰ কাৰণে গৰু কোৰবাণী কৰিহে এই ধৰ্ম্ম পালন হ'ব পাৰে ; কিয়নো, সেই কামত খৰচ কম হয়। এইকাৰণে সেইদিনা গৰু কোৰবাণী কৰাৰ কাৰণে য'তে ত'তে কাজিয়া হয়। য'ত মুছলমানৰ সংখ্যা সৰহ তাত কোৰবাণী হয়েই। কিন্তু য'ত তেওঁলোকৰ সংখ্যা কম তাত সাধাৰণতে কোৰবাণী নহয়। কাজিয়া বেছিকৈ এনে

ঠাইত হয় য'ত মুছলমানে নতুনকৈ কোৰবাণী কৰিবলৈ বিচাৰে। এনে হ'ব পাৰে যে আগতে কোনো কোনো গাঁৱত এনে কোনো মুছলমান নাছিল, যি গৰু অথবা অন্য কোনো কোৰবাণী কৰিব পাৰিছিল। এতিয়া তেওঁলোকৰ ভিতৰতে কিছুমান অলপ অৰ্থোপাৰ্জ্জন কৰি সমৃদ্ধিশালী হৈ পৰিল। এতিয়া তেওঁ নিজ ধৰ্ম্ম অনুসৰি কোৰবাণী কৰিবলৈ ইচ্ছা কৰিলে। হিন্দুৱে এই কথা সহ্য কৰিব নোৱাৰিলে। ফলত কাজিয়া আৰম্ভ।

বিহাৰ চৰকাৰে এই কাজিয়া দূৰ কৰিবৰ কাৰণে কোন কোন গাৱঁত কোৰবাণী হৈ আহিছে তাৰ এখন লিষ্ট তৈয়াৰ কৰি থৈছিল। যদি এনে কোনো গাঁৱত কোৰবাণীত হিন্দুসকলে হস্তক্ষেপ কৰে তেন্তে তেওঁলোকক দমন কৰি কোৰবাণী কৰাই দিয়ে। য'ত মুছলমানে নতুনকৈ কোৰবাণী কৰিবঁ খোজে তাত তেওঁলোককো বন্ধ কৰি দিয়ে। বিহাৰ চৰকাৰে বহুত দিনৰ পৰা এই নিয়ম চলাই আহিছে। মুছলমানসকল এই ব্যৱস্থাত সন্তুষ্টি নহৈছিল। তেওঁলোকৰ মতে এই লিষ্টয়েই ঠিক নাছিল কিয়নো কোৰবাণী সদায় লুকাই কৰা হৈছিল, দেখাদেখিকৈ নহয়; গতিকে মুছলমানৰ সাক্ষীৰ বাহিৰে ইয়াৰ কোনো প্ৰমাণেই হ'ব নোৱাৰে —হিন্দু আৰু চৰকাৰী অফিচাৰেও এই সাক্ষী ততালিকে সঁচা বুলি নামানে; দ্বিতীয়তে তেওঁলোকে নিজ ধৰ্ম্ম পালন কৰিবৰ অধিকাৰ আছে; ইয়াত আগৰ নিয়মৰ কোনো কথা উঠিবই নোৱাৰে। য'ত আগৰ নিয়ম নাই তাতো তেওঁলোকে যেতিয়াই ইচ্ছা কোৰবাণী কৰিব পাৰে আৰু তেওঁলোকৰ এই অধিকাৰ থকা উচিত। এয়ে কাজিয়াৰ কাৰণ হৈ পৰে। বক্ৰীদৰ সময়ত ক'ৰবাত কাজিয়া হয় নেকি এই আশঙ্কা সদায়েই আছিল। চৰকাৰো সদায় সজাগ থাকে।

মুছলমানসকলৰ তৰফৰ পৰা মছজিদৰ আগেদি বাজনা আদি বজায় হিন্দুৰ শোভাযাত্ৰা যোৱাত বাধা দিয়া হয়। তেওঁলোকে কয় যে বাজনাৰ কাৰণে মছজিদত নামাজ পঢ়া মুছলমানসকলৰ ধ্যানত ব্যাঘাত জন্মে। সেইকাৰণে তেওঁলোকে বাজনা বজাবলৈ দিবলৈ ইচ্ছা নকৰে। এই কাৰণেও হিন্দুৰ উৎসৱৰ দিনত প্ৰায়ে কাজিয়া হয়। অন্য প্ৰদেশতে এই কথা যিমানে দেখিবলৈ পোৱা যায় বিহাৰত সিমান দেখিবলৈ পোৱা নাযায়। যেতিয়া নিজৰ ভিতৰত বিদ্বেষ বাঢ়িল তেতিয়া মুছলমানসকলে য'তে ত'তে এই কথাতো জোৰ দিবলৈ ধৰিলে। এই কথাত বিহাৰৰ হিন্দুসকলে কয় যে গৰুৰ কোৰবাণীৰ প্ৰতি-ব্যৱস্থাৰ কাৰণে মছজিদৰ

আগত বাজনা বজাবলৈ নিদিয়াৰ কথা মুছলমানসকলে জোৰেৰে নতুনকৈ তুলিছে আৰু ই মাত্র বাধা দিবৰ কাৰণে কৰা এটা কথা। যিয়েই নহওক, বিহাৰতো কোনো কোনো ঠাইত কাজিয়া হ'বলৈ ধৰিলে। পাটনা চহৰৰ নিচিনাকৈ কোনো কোনো ঠাইত এই কাজিয়া এতিয়ালৈকে হ'বলৈ পোৱা নাই ; কিয়নো, ইয়াৰ কিছুমান উচ্চ শ্রেণীৰ মুছলমানে এই কথাত নিজ বলেৰে বাধা দিলে আৰু বাজনা বজোৱাৰ বিৰোধিতা হ'বলৈ নিদিলে।

প্ৰকৃততে প্ৰতিদিন কচাইখানাত কিমান গৰু কটা হৈছে তাৰ সংখ্যাই নাই। সেইবিলাক কটাৰ কাৰণ হ'ল হয়তো মাংস খাবৰ কাৰণে নহলে চামৰা আদি বেচি টকা ঘটিবৰ কাৰণে। বিশেষকৈ য'ত শ্বেতাঙ্গ সৈনিকৰ শিবিৰ আছে অথবা কলিকতাৰ নিচিনা যি চহৰত শ্বেতাঙ্গসকলৰ সংখ্যা খুব বেচি তেনে ঠাইত তো ভাল গৰুকে কাটে। কিন্তু এই কথাত হিন্দুৱে বিশেষ কাণ নিদিয়ে। প্ৰতিদিন কৰা গো-হত্যা তেওঁলোকে সহ্য কৰে ; কিন্তু বক্ৰীদৰ দিনা ধৰ্ম্মৰ ভিত্তিত কৰা কোৰবাণী তেওঁলোকে সহ্য নকৰে। এইদৰেই ডাঙৰ ডাঙৰ চহৰত আটাইতকৈ ডাঙৰ মছজিদৰ চাৰিওফালে ট্ৰাম, মটৰ, গাড়ী-গুড়া আৰু অন্যান্য হুলস্থূলৰ সৃষ্টি কৰা যান-বাহনে ৰাতি-দিন হুলস্থূল কৰি থাকে। মহৰমৰ দিনত মুছলমানৰ শোভাযাত্ৰাতেই খুব গণ্ডগোল হয় আৰু বাজনা বজোৱা হয়। এইবিলাকৰ পৰা মুছলমানসকলে ভয় নকৰে কিন্তু হিন্দুৰ কোনো ধাৰ্ম্মিক অথবা সামাজিক শোভাযাত্ৰাৰ বাজনা সহ্য কৰিব নোৱাৰে। যিয়েই নহওক, ই এটা জটিল সমস্যা। সাধাৰণ জনতাই ইয়াৰ লগতেই বেছি সম্বন্ধ ৰাখে।

শিক্ষিত আৰু ৰাজনৈতিক শ্ৰেণীৰ লোকে চৰকাৰী চাকৰি তথা ডিষ্ট্ৰিক্ট ব'ৰ্ড মিউনিচিপেলিটি আৰু কাউন্সিলৰ সভ্যপদ আদিত বেচি মনোযোগ দিয়ে। যদি সেইবোৰত মুছলমানৰ সংখ্যা তেওঁলোকৰ ইচ্ছা অনুসৰি নহয় তেন্তে তেওঁলোক ৰুষ্ট হয় ; যদি হিন্দুৰ মতে মুছলমানৰ সংখ্যা যিমান হ'ব লাগে তাতকৈ বেছি হয় তেন্তে ৰুষ্ট হয়। এইবোৰত ভাৰতীয়ই যি অলপ অধিকাৰ পাইছে অথবা পাব পাৰে তাক ভাগ-বতৰা কৰাৰ প্ৰশ্ন আছে। যি এই অধিকাৰ বজাই ৰাখিব খোজে তেওঁলোকে এই বিষয়ত কোনো ব্যতিক্ৰম হ'লেই উত্তেজিত হৈ পৰে।

শ্ৰী শ্ৰীনিবাস আয়েঙ্গাৰে বৰ ইচ্ছা কৰিছিল যে কিবা এটা আপোচ হওক। কিন্তু এই হিন্দু-মুছলমান প্ৰশ্ন উত্তৰ ভাৰতত যিমান জটিল আছিল দক্ষিণ ভাৰতত সিমান নহয়। তাত ব্ৰাহ্মণ-অব্ৰাহ্মণ আৰু স্পৃশ্য-অস্পৃশ্য

হিন্দুসকলৰ মাজত, কাজিয়া। তাত মুছলমানৰ সংখ্যা কম। যি গো-হত্যাৰ কাৰণে উত্তৰ ভাৰতত ইমান বেচি সংঘৰ্ষ হয় তাৰ কাৰণে সিফালে সিমান নহয়। অৱশ্যে তাত বাজনা বজোৱা লৈ খৃষ্টানৰ সৈতেও কাজিয়া হয়। এই কাৰণে এই সমস্যাৰ জটিলতা আৰু হিন্দুসকলৰ মনৰ ভাব দক্ষিণৰ লোকে ঠিকমতে বুজিব নোৱাৰে। শ্ৰী শ্ৰীনিবাস আয়েঙ্গাৰ খৰতকীয়া লোকো আছিল। যিমান খৰকৈ কয় সিমান খৰকৈ তেওঁ নিজৰ সিদ্ধান্তও লৈছিল। এবাৰ এটা সিদ্ধান্ত ল'লে তাক সোনকালে এৰি দিবলৈ নিবিচাৰে। তেওঁ খুব তীক্ষ্ণ বুদ্ধিৰ লোক আছিল কিন্তু ব্যৱসায়ীক নাছিল। সেইকাৰণে আইনৰ পুস্তকী জ্ঞানৰ ক্ষেত্ৰত তেওঁ বহুতকে চেৰ পেলাব পাৰিছিল। কিন্তু কাৰ্য্য-কুশলতাৰ ক্ষেত্ৰত তেওঁৰ বুদ্ধি সিমান কাৰ্য্যকৰী নাছিল। তেওঁ নিজৰ সভাপতিত্বৰ কালতে চেষ্টা কৰিছিল যে হিন্দু-মুছলমানৰ আপোচ হৈ যাওক। কিন্তু তেওঁ যিহকে আপোচ বুলি ভাবিছিল তাক হিন্দু জনতাইতো কেতিয়াও মানি নলয়েই বোধহয় কংগ্ৰেছী হিন্দুৱেও নামানিলেহেঁতেন। গতিকে তেওঁৰ এই সজ প্ৰচেষ্টা ফলৱতী নহ'ল।

## ৭০। চাইমন কমিচন আৰু মাদ্ৰাজ কংগ্ৰেছ

১৯২০ চনত নতুন বিধান ৰচনা হৈছিল। তাত এটা নিয়ম আছিল যে প্ৰতি দহ বছৰে পাৰ্লিয়ামেণ্টে সেই বিধান কাৰ্য্যকৰী কৰা ৰীতি সম্বন্ধে আৰু ৰাজনৈতিক পৰিস্থিতি সম্বন্ধে পুনৰ বিবেচনা কৰিব আৰু আৱশ্যকতা অনুসৰি এই বিষয়ে তদন্ত কৰিবলৈ কাৰোবাক নিযুক্ত কৰিব। যেতিয়াৰ পৰা এই বিধান হৈছিল কংগ্ৰেছে তেতিয়াৰ পৰাই ইয়াৰ বিৰোধিতা কৰিছিল। ১৯২০ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছে অংশ গ্ৰহণ কৰা নাছিল। কংগ্ৰেছ আৰু খিলাফত কমিটিৰ নিৰ্দ্দেশমতে প্ৰায় সকলো সচেতন হিন্দু আৰু মুছলমানে এই নিৰ্ব্বাচন বৰ্জ্জনেই কৰিছিল। তাত অৱশ্যে কোনো নহয় কোনো নিৰ্ব্বাচিত হৈ সেই আসনবোৰ পুৰ কৰিছিল; কিন্তু সকলোৱেই আৰু চৰকাৰেও ভিতৰি ভিতৰি এই কথা মানিছিল যে জনতাৰ প্ৰকৃত প্ৰতিনিধি সেই বিধান সভাবোৰলৈ অহা নাছিল; কিয়নো কংগ্ৰেছী অথবা খিলাফতী লোকে কেৱল প্ৰাৰ্থী হোৱাৰ পৰাই বিৰত নাছিল

তেওঁলোকে ভোটাৰসকলকো ভোট দিবলৈ হাক দিছিল। ফলস্বৰূপে বহুত কম সংখ্যক ভোটাৰে ভোট দিছিল। ১৯২৩ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছে মাত্ৰ ইমানকে বিচাৰিছিল যে যি কংগ্ৰেছীলোক বিধান সভালৈ যাব খুজিছিল তেওঁলোক যাব পাৰে কিন্তু নিৰ্ব্বাচনত কংগ্ৰেছে ভাগ নলয়। গতিকে যদিও সেই নিৰ্ব্বাচনত কংগ্ৰেছীলোক নিৰ্ব্বাচিত হৈছিল আৰু অধিক সংখ্যক ভোটাৰে ভোট দিছিল তথাপি এই নিৰ্ব্বাচনো সকলো লোকৰে প্ৰতিনিধি নিৰ্ব্বাচিত কৰোৱাত সফল হৈছিল বুলি ক'ব নোৱাৰি। ১৯২৬ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছে যিমান সফল হ'ব পাৰে হৈছিলো, কিন্তু বিধানেই এনেভাবে ৰচনা হৈছিল যাতে কংগ্ৰেছ আৰু জনতাৰ সংখ্যাগৰিষ্ঠতা হ'ব নোৱাৰে। গতিকে অধিক সংখ্যাত নিৰ্ব্বাচিত হোৱা সত্বেও চৰকাৰী আৰু চৰকাৰৰ দ্বাৰা মনোনীত মেম্বাৰ মিলাই যি দুই-চাৰিজনলোক নিৰ্ব্বাচিত হৈছিল তেওঁলোকে কংগ্ৰেছৰ বিৰুদ্ধে সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল ; কিন্তু সিও সকলো ঠাইতে নহৈছিল। যি সকল লোক নিৰ্ব্বাচিত হৈছিল, বিশেষকৈ কেন্দ্ৰীয় মন্ত্ৰীসভাত পণ্ডিত মতিলাল নেহৰুৰ নেতৃত্বত চৰকাৰী পক্ষক সদায় পৰাজিত কৰি আছিল। এই সকলো কথাৰ কাৰণে বোধহয় চৰকাৰেও ভাবিছিল যে এই অসন্তোষ দূৰ কৰা উচিত। গতিকে দহ বছৰ অপেক্ষা নকৰি তেওঁলোকে ১৯২৭ চনতে এটা কমিচন নিযুক্ত কৰিলে আৰু ঘোষণা কৰিলে যে এই কমিচনে ১৯২৮ চনৰ আৰম্ভনিতেই ভাৰতলৈ গৈ তদন্তৰ কাম আৰম্ভ কৰিব। এই কমিচনৰ সভাপতি আছিল চাৰ জন চাইমন। অন্য সকলো সদস্যই ইংৰাজ আছিল। এজনো ভাৰতীয় তাত নাছিল। এই ঘোষণা প্ৰকাশ হোৱাৰ লগে লগে গোটেই দেশতে অসন্তোষ দেখিবলৈ পোৱা গ'ল। কংগ্ৰেছী মানুহৰ কথাই নাই আনকি নৰমদলৰ মানুহো খুব অসন্তুষ্ট হৈছিল। হিন্দু আৰু মুচলমান সকলো এই বিষয়ে একমত হ'ল। এনে ভাব হবলৈ ধৰিলে যে আকৌ এবাৰ সকলো মিলি ইয়াৰ বিৰোধিতা কৰিব।

পাটনাত এই বিষয়ে এখন কনফাৰেঞ্চ পতা হ'ল। চাৰ আলী ইমাম সভাপতি হৈছিল। সকলো দলৰ লোকে যোগ দিছিল। সিদ্ধান্ত কৰা হ'ল যে সকলো লগলাগি এই কমিচন বৰ্জ্জন কৰিব। ইয়াৰ নেতা হ'ল চাৰ আলী ইমাম। মোৰ মনত আছে যে এই সম্বন্ধে তেওঁৰ লগত মোৰ কথা-বতৰা হৈছিল। মই তেওঁক কৈছিলোঁ আমি এই কথা দেখি বৰ সুখী হৈছোঁ যে তেওঁৰ নিচিনা চৰকাৰৰ পৰা সন্মান পোৱা আৰু উদাৰ ভাবৰ লোকেও এই কমিচনৰ বিৰোধিতা কৰিবলৈ প্ৰস্তুত—জনতাই তো

এই কামত তেওঁলোকক সমৰ্থন কৰিবই, যদি কংগ্ৰেছ আৰু অন্য মানুহো লগলাগি কাম কৰে তেন্তে এই বৰ্জ্জন যে সম্পূৰ্ণ হ'ব তাত কোনো সন্দেহ নাই। কিন্তু তেওঁলোকৰ মনত বৰ্জ্জনৰ অৰ্থ ইমানেই আছিল যে এই কমিচনৰ আগত কোনেও যেন নিজৰ মত প্ৰকাশ নকৰে আৰু অন্য প্ৰকাৰেও যাতে তেওঁলোকক সহায় নকৰে। কিন্তু আমি বৰ্জ্জনৰ অৰ্থ ইয়াতকৈ বেছি বুলি ভাবিছিলোঁ। আমি জনতাকো এই বৰ্জ্জনত অংশ গ্ৰহণ কৰাব খুজিছিলোঁ। বিৰোধ প্ৰদৰ্শন কৰিলেহে এই কাম হ'ব পাৰিব। মই তেওঁলোকক কমিচনৰ আগলৈ যাবলৈ হাক দিছিলোঁ আৰু যাতে অন্য প্ৰকাৰেও সহায় নকৰে তাকো কৈছিলোঁ; আমি প্ৰদৰ্শন দ্বাৰা জনতাৰ অসন্তুষ্টি বুজাই দিম। চাৰ আলী চাহাবে জনতাৰ যোগ আৰু প্ৰদৰ্শনৰ কথাত খুব ভয় খাইছিল। তেওঁ এই কথা খুব অনুমোদন নকৰিছিল যদিও কমিছনৰ হেতু ইমান অসন্তুষ্ট হৈছিল যে কথা মানি ল'লে।

বিহাৰত যি কথা হৈছিল সি গোটেই দেশতে হৈছিল। কমিচনৰ সম্পৰ্কে সকলো দলৰ লোকেই ক'বলৈ ধৰিলে যে কমিচনত এজনো ভাৰতীয়ক স্থান নিদি বৃটিছ চৰকাৰে ভাৰতবাসীক ডাঙৰ অপমান কৰিছে; সেইকাৰণে তেওঁ এই কমিচনৰ লগত কোনো প্ৰকাৰে সহযোগ নকৰে। কমিচনত বৃটিছ চৰকাৰে কোনো ভাৰতীয়ক স্থান দিয়া নাছিল যদিও এই কথা কৈছিল যে কমিচনৰ উপদেষ্টা হিচাপে তেওঁলোকৰ লগত কেইজনমান মানুহ থাকিব আৰু প্ৰতি প্ৰদেশতে এনে উপদেষ্টা নিযুক্ত কৰা হ'ব। বৃটিছ চৰকাৰৰ লগত সহযোগ কৰিবলৈ সদায় সাজু থকা মানুহ ভাৰতবৰ্ষত অভাৱ নাই, লাগে চৰকাৰে যিহকে নকৰক। এই সুযোগতো তেনেলোক চৰকাৰৰ ফলীয়া হৈ গ'লেই। কিন্তু এইটো এটা সন্তোষৰ কথা যে কোনো ৰাজনৈতিক দলৰ লোকে ইয়াত অংশ গ্ৰহণ কৰা নাছিল।

কমিচন ১৯২৮ চনত আহিবলগীয়া আছিল। কমিচনৰ আগত ডাঙি ধৰিবৰ কাৰণে চৰকাৰে বিষয়বস্তু প্ৰস্তুত কৰিবলৈ ধৰিলে। অন্যবিলাকে ইয়াক বৰ্জ্জন কৰাৰ কথা ক'বলৈ ধৰিলে। ইতিমধ্যে মাদ্ৰাজত হ'বলগীয়া কংগ্ৰেছ অধিবেশনৰ দিন আহি পৰিল। ডাক্তৰ আন্সাৰী সভাপতি নিৰ্ব্বাচিত হ'ল। মহাত্মাজী কংগ্ৰেছলৈ গ'ল। কংগ্ৰেছৰ এই অধিবেশন একপ্ৰকাৰ মহত্বপূৰ্ণ আছিল। চাইমন-কমিচন অহাৰ কথা দেশৰ আগত আছিলেই। কংগ্ৰেছে ভাবিলে যে কেৱল বিৰোধিতা কৰাই যথেষ্ট

নহয়। সেইকাৰণে কংগ্ৰেছে স্থিৰ কৰিলে যে এনে এখন কমিটি গঠন কৰিব লাগে যি অন্যান্য দলৰ লোকৰ সৈতে ভাৰতৰ কাৰণে এখন বিধান ৰচনা কৰিব। এই বিধান চাইমন কমিচনৰ আগত ডাঙি ধৰিবৰ কাৰণে নাছিল ; কিন্তু এই কথা ভবা হৈছিল যে ইয়াৰ দ্বাৰা আমি নিজৰ ভাব আৰু দাবীসমূহ দেশৰ আগত ডাঙি ধৰিব পাৰিম আৰু সকলো দল লগলাগি ইয়াক মানি লোৱাবৰ কাৰণে বৃটিছ চৰকাৰক বাধ্য কৰাব পাৰিব।

মাদ্ৰাজ কংগ্ৰেছতো পূৰ্ণ স্বাধীনতা সম্বন্ধীয় এটা প্ৰস্তাৱ উত্থাপিত হৈছিল। পণ্ডিত জৱহৰলাল নেহৰু কিছুদিন য়ুৰোপত থাকি অলপতে উভতি আহিছিল। তেওঁ এই কথাৰ খুব সমৰ্থন কৰিছিল। তেৱেঁই বিষয়-বাচনি সভাত জোৰ দি ইয়াক পাছ কৰাইছিল। মই ইয়াৰ বিৰোধিতা কৰিছিলোঁ। মোৰ মত আছিল যে আমি এনে কোনো প্ৰস্তাৱ পাছ কৰিব নালাগে যিটো আমি কাৰ্য্যত পৰিণত কৰিবলৈ প্ৰস্তুত নহয়। সেই সময়ত দেশত এনে কোনো প্ৰস্তুতি দেখিবলৈ পোৱা নগৈছিল যাৰ ওপৰত ভৰসা কৰিব পৰা যায় যে আমি এই উদ্দেশ্য পূৰ্ণ কৰিব পাৰিম, কিন্তু এই প্ৰস্তাৱ বহু মতত পাছ হৈ গ'ল। কিন্তু ই প্ৰস্তাৱৰ ৰূপতেই আছিল। দুবছৰৰ পিছত লাহোৰ কংগ্ৰেছত ইয়াক কংগ্ৰেছৰ নিয়মাৱলীত কংগ্ৰেছৰ লক্ষ্য কৰা হ'ল।

হিন্দু-মুছলমান একতা সম্বন্ধীয় এটা প্ৰস্তাৱো কংগ্ৰেছত উত্থাপন কৰিবলৈ বিষয়-বাচনি সভাত স্বীকৃত হ'ল। তাত অন্যান্য কথাৰ লগতে গো-হত্যা সম্বন্ধে এইটো কোৱা হৈছিল যে য'তে ইচ্ছা কৰে চকুৰ আঁৰত গো-হত্যা কৰিবলৈ মুছলমানসকলৰ অধিকাৰ আছে। এই কথাকে শ্ৰীআয়েঙ্গাৰেও কৈছিল। এতিয়া এই কথা কংগ্ৰেছত প্ৰস্তাৱ আকাৰে আহিল। মই ভাবিলোঁ যে এই কথা যিমানেই উচিত নহওক হিন্দু জনতাই কেতিয়াও নামানে ; যদি মুছলমানসকলে এই অধিকাৰ সাব্যস্ত কৰিবলৈ আৰম্ভ কৰি দিয়ে তেনেহলে ইয়াৰ ফলত আৰু বেছি ধৰণেৰে কাজিয়া, সংঘৰ্ষ আদি হোৱাৰ বাহিৰে অন্য একো হ'ব নোৱাৰে। এইকথা দেশৰ কাৰণে কোনো পক্ষ্যেই হিতকৰ হ'ব নোৱাৰে। গান্ধীজী বিষয়-বাচনি সভালৈ অহা নাছিল। যেতিয়া শ্ৰীআয়েঙ্গাৰে কংগ্ৰেছ অধিবেশনৰ আগতেই এই কথা উত্থাপন কৰিছিল তেতিয়া মই এই মৰ্ম্মে গান্ধীজীলৈ চিঠি দিছিলোঁ। গতিকে মহাত্মাজীয়ে আগৰে পৰাই এই প্ৰশ্নৰ দুয়োটা ফাল জানিছিল। যেতিয়া বিষয়-বাচনি সভাত ই প্ৰস্তাৱ আকাৰত গৃহীত

হ'ল তেতিয়া মই গৈ গান্ধীজীক কলোঁ। তেখেত নিজে বিষয়-বাচনি সভাৰ পিছৰ বৈঠকলৈ আহিল। তেখেতে কোৱাত ইয়াৰ পুনৰ বিবেচনা হ'ল। প্ৰস্তাৱৰ ৰূপ পৰিবৰ্ত্তন কৰি এনে কৰা হ'ল যি সকলোৰে কাৰণে গ্ৰহণযোগ্য হ'ব পাৰে। কিন্তু মই জানো যে কিছুমান মুছলমান বন্ধুৰে এই কথাত খুব বেয়া পালে। পৰস্পৰৰ ভিতৰত মতভেদৰ যি ব্যৱধান হৈছিল আৰু বেছি বহল হৈ পৰিল।

## ৭১। লঙ্কা ভ্ৰমণ

মোৰ ঘৰত তিঁৰোতা মানুহবিলাকে ইচ্ছা কৰিছিল যে মাদ্ৰাজ-কংগ্ৰেছৰ সময়তে তেওঁলোকে সেই ফালেদি তীৰ্থ-ভ্ৰমণ কৰি আহে, কিয়নো ৰামেশ্বৰ তাৰ ওচৰতে। মোৰ লগত মোৰ নবৌ, মোৰ স্ত্ৰী আৰু অন্য কেইজনমান বন্ধুৰ ঘৰৰ তিৰোতা মানুহ মাদ্ৰাজলৈ গৈছিল। যাওঁতে আমি গোদাবৰীত স্নান কৰিবৰ কাৰণে ৰাজমহেন্দ্ৰীত ৰৈ গৈছিলোঁ। কংগ্ৰেছ অধিবেশনৰ পিছত মাদুৰা-ৰামেশ্বৰ আদি তীৰ্থবোৰলৈ অন্য মানুহৰ লগত গলোঁ। ৰামেশ্বৰ দৰ্শনৰ পিছত আমি লঙ্কালৈ গলোঁ। ঘৰৰ মানুহক তাতে এৰি দিলোঁ। লঙ্কালৈ যোৱা আন এটা সুবিধা আছিল যে সেই সময়ত শ্ৰীৰামোদৰদাসজী তাত লানীয়াৰ এটা মহাবিদ্যালয়ত বৌদ্ধ গ্ৰন্থৰ অধ্যয়ন কৰি আছিল। তেওঁ কেইবাবছৰো ছাপ্ৰাত কংগ্ৰেছৰ কাম কৰি আৰু কেইবাবছৰো জেললৈ যোৱাৰ পিছত বৌদ্ধ গ্ৰন্থ অধ্যয়ন কৰিবৰ কাৰণে তালৈ যোৱা স্থিৰ কৰিছিল। তাত তেওঁ সংস্কৃত পঢ়াবলৈ আৰু পালিৰ ত্ৰিপিটকাদি-গ্ৰন্থসমূহৰ অধ্যয়ন কৰিবলৈ সুবিধা পাইছিল। কিছুদিনৰ পিছত বৌদ্ধ-ধৰ্ম্মত দীক্ষিত হৈ তেওঁ শ্ৰীৰাহুল সাংকৃত্যায়ন নামেৰে বিখ্যাত হ'ল আৰু ভিক্ষু হ'ল। সেই সময়ত তেওঁ কেৱল অধ্যয়নহে কৰিছিল, নিয়ম মতে ভিক্ষু হোৱা নাছিল।

আমি যেতিয়া তালৈ গলোঁ তেওঁ তাৰ প্ৰধান ঠাইবোৰলৈ আমাক নিয়াৰ ব্যৱস্থা কৰিলে। আমি ভাড়ালৈ এখন লড়ী ললোঁ আৰু কেইবা-দিনলৈকে ঘূৰা-পকা কৰি ফুৰিলোঁ। এই সুন্দৰ দ্বীপটোত ভ্ৰমণ কৰিবলৈ আমি এয়ে প্ৰথম সুবিধা পাইছিলোঁ। দ্বীপৰ সৌন্দৰ্য্য আৰু শ্যামলতাই

আমাক মুগ্ধ কৰিছিল। কাঁণ্ডীৰ সুন্দৰ মন্দিৰলৈ গৈ দৰ্শন কৰিলোঁ। তাৰপৰা নুৰ এলীয়া পৰ্ব্বতলৈ গৈ এটা ৰাতি কটালোঁ। তাৰপৰা সীতা এলীয়ালৈ গলোঁ। কোৱা হয় যে ইয়াত ৰাৱণে সীতাক বন্দী কৰি অশোকবনত থৈছিল। তালৈ যাওঁতে আমি এটা আচৰিত বস্তু দেখিলোঁ। সতী এলীয়া নুৰ এলীয়াৰ পৰা কিছু দূৰত। নুৰ এলীয়া পৰ্ব্বতৰ ওপৰত, সীতা এলীয়া নামনিত। ইয়াৰ চাৰিওফালে পৰ্ব্বত। এনে ধাৰণা হয় যে প্ৰকৃতিয়ে এটা বাতি তৈয়াৰ কৰিছিল যাৰ বেৰবোৰ পাহাৰৰ আৰু পাদদেশত এটা সৰু জুৰি ; তাতেই এটা সৰু মন্দিৰৰ নিচিনা আছে য'ত সীতাক বন্দী কৰি থোৱা হৈছিল। পাহাৰৰ পৰা নামোতে মটৰখন কেইবাবাৰো ঘূৰিব লাগিছিল। নামি অহাৰ সময়ত কিছু দূৰলৈকে চাৰিওফালে ৰঙা অশোকবন দেখিবলৈ পালোঁ। পাহাৰ কাটি যি ৰাস্তা তৈয়াৰ কৰিছিল তাৰ দাঁতিত বেৰৰ দৰে পাহাৰ থিয় দি আছিল। সেই বেৰত কেইবাধৰণৰো মাটি বা পাথৰ দেখিবলৈ পাইছিলোঁ। তাত দুফুট তিনিফুট বহল একো তৰপ এনেকুৱা মাটি দেখিবলৈ পাইছিলোঁ যি ঠিক ছাইৰ নিচিনা আছিল। মই এই মাটি খানি চাইছিলোঁ। এনে ধাৰণা হৈছিল যেন তলে ওপৰে পাথৰৰ চামৰ মাজত এচাম ছাইহে। অশোকৰ পাত আৰু ছাই মই লগত আনিছিলোঁ। এইবোৰ দেখি ৰামায়ণৰ অশোকবন আৰু হনুমানে লঙ্কা জলোৱাৰ কথা মনলৈ আহিছিল।

অতি প্ৰাচীন অথচ অতি সুন্দৰ ছবি থকা এটা গুহাকে লৈ আমি বহুত ঠাই চাই-চিতি অনুৰাধাপুৰ পালোহি। তাত এটা বৰ ডাঙৰ স্তুপ আছে। কোৱা হয় যে অশোকৰ পুতেক মহেন্দ্ৰই ইয়ালৈ আহি গয়াৰ পৰা অনা মহাবোধী বৃক্ষৰ এটা ডাল লগাইছিল। আমি ৰাতি প্ৰায় ৯ বজাত সেইখিনি পাইছিলোহি। আঁহত গছ এজোপাৰ তলত বৌদ্ধ ভিক্ষুসকলৰ এখন সভা হৈ আছিল। অন্তৰত তাৰ খুব প্ৰভাৱ পৰিছিল। মই উপদেশ বুজি পোৱা নাছিলোঁ কিন্তু তাত বহি থকা শ্ৰোতামণ্ডলীয়ে মাজে মাজে 'সাধু! সাধু! বুলি কোৱা মই বুজিব পাৰিছিলোঁ। মানুহে কৈছিল যে মহেন্দ্ৰই আনি লগোৱা আঁহত গছ সেই জোপাই। অৱশ্যে বৌদ্ধগয়াতো যি জোপা মহাবোধী বৃক্ষ আছে সিও সেই সময়ৰ নহয় কিন্তু সেই ঠাইতে সেই বৃক্ষৰে বংশজ আছে। সেইদৰে অনুৰাধাপুৰৰ মহাবোধী বৃক্ষও মহেন্দ্ৰই লগোৱা জোপা নহয় কিন্তু তাৰে বংশজ, আজিও সেই ঠাইত যি কোনো প্ৰকাৰে তিষ্ঠি আছে। কিন্তু তাতোকৈ আচৰিত আৰু চমকপ্ৰদ কথা শুনিবলৈ পালোঁ যে তাত যি দীপ জ্বলি আছিল সিও হেনো

মহেন্দ্ৰই জ্বলোৱা। তেতিয়াৰ পৰা আজিলৈকে সেই দীপ কোনো দিন নুমুৱা নাই। বৌদ্ধসকলে তাক বাইশ তেইশ বছৰ একেৰাহে জ্বলাই ৰাখিছে। যদি এই কথা সঁচা হয় তেন্তে পৃথিৱীত এনে কোনো দ্বিতীয় অগ্নি-শিখা পোৱা নাযাব যি দহেজাৰ বছৰবো অধিক কাল সদায় জ্বলি আহিছে।

লঙ্কা ভ্ৰমণ শেষ কৰি আমি ৰামেশ্বৰলৈ উভতি আহিলোঁ। তাৰপৰা পৰিয়ালৰ মানুহ লগত লৈ প্ৰথমবাৰ যিবোৰ তীৰ্থস্থানলৈ যাব পৰা নাছিলোঁ সেইবোৰ চাই-চিতি ছাপ্ৰালৈ ঘূৰি আহিলোঁ। ছাপ্ৰালৈ আহি মই শুনিবলৈ পালোঁ যে মোৰ অনুপস্থিতিতেই ককাইদেৱে অণ্ডকোষৰ অস্ত্ৰোপচাৰ কৰিছিল। তেওঁৰ পেচাবত অলপ চেনি পৰি আছিল। ইয়াৰ কাৰণে ঘা শুকুৱাত কিছু অসুবিধা হৈছিল। মাজতে এনে সময়ো আহিছিল যে সকলো বৰ চিন্তিত হৈ পৰিছিল। আমি ভ্ৰমণত আছিলোঁ সেইকাৰণে টেলিগ্ৰাম কৰিও খবৰ দিব নোৱাৰিছিল। কিন্তু ভগবানৰ কৃপাত আমি আহি পোৱাৰ আগতেই চিন্তাৰ অৱস্থা পাৰ হৈ গৈছিল। এতিয়া তেওঁ ভাল হৈ আহিছিল। অলপ দিনৰ পিছতে আকৌ সম্পূৰ্ণ আৰোগ্য হৈ পৰিল।

## ৭২। মোৰ য়ুৰোপ ভ্ৰমণ

বাবু হৰিজীৰ মোকৰ্দ্দমাত ডুমৰাৱৰ মহাৰাজে প্ৰিভি কাউঞ্চিলত আপীল কৰিছিল। আপীল দাখিলৰ সময় ওচৰ চাপি আহিল। বাবু হৰিজীয়ে বিলাতৰ বেৰিষ্টাৰসকলৰ সাহায্যাৰ্থে ময়ো তালৈ যোৱাটো ইচ্ছা কৰিছিল। মই আগতেই কৈছোঁ যে তেওঁ অসহযোগ আৰম্ভ হোৱা সময়তেই মোৰ পৰা প্ৰতিশ্ৰুতি লৈছিল যে মই তেওঁৰ মোকৰ্দ্দমাত সদায় কাম কৰি দিম। এই কথা ৰাখিবলৈকে মই হাইক'ৰ্টত মোকৰ্দ্দমা দাখিলৰ সময়তো কাম কৰিছিলোঁ। এতিয়া বিলাতলৈ যোৱাৰ সময় আহিলত অস্বীকাৰ কৰিব নোৱাৰিলোঁ। লগতে এনে লোভো হৈছিল যে এই সুবিধাতে বিদেশ ভ্ৰমণো হৈ যাব। গতিকে মই তালৈ যোৱাৰ কাৰণে সাজু হ'বলৈ ধৰিলোঁ।

লোহাৰ কাম শিকিবলৈ বিলাতলৈ যোৱা মোৰ ভতিজা জনার্দন অলপতে তাৰ পৰা ঘূৰি আহিছিল। টাটা কোম্পানীত (জামছেদপুৰ) সি চাকৰিও পাইছিল। তাত থকা-মেলা সম্বন্ধে তাৰ পৰা আৰু অন্যান্য বন্ধুৰ পৰা সুঁধি-মেলি ঠাণ্ডাৰ কাৰণে মই গৰম কাপোৰ তৈয়াৰ কৰালোঁ। মই সদায় কেৱল খাদীহে পিন্ধিছিলোঁ। তালৈ গৈও এই নিয়ম ভঙ্গ কৰা উচিত বুলি মই নাভাবিলোঁ। সেইকাৰণে খাদী ভাণ্ডাৰৰ যোগেদি কাশ্মীৰী উলৰ কাপোৰ অনাই তৈয়াৰ কৰালোঁ। কাপোৰৰ ধৰণ কৰণো দেশী কৰি ৰাখিলোঁ। ইংৰাজী পোচাক নিপিন্ধাৰ সিদ্ধান্তই কৰিলোঁ। ফলস্বৰূপে দুটা কথা হ'ল। নিচেই কম খৰচতে কামৰ উপযোগী যথেষ্ট পোচাক তৈয়াৰ হ'ল। যিহেতু দেশী পোচাক তৈয়াৰ কৰিছিলোঁ; গতিকে তাত কিবা ভুলেই থাকক অথবা দেখাত কুৰূপেই হওক কোনো বিদেশীয়ে তাক ধৰিব নোৱাৰে। ইংৰাজী সাজ পিন্ধা আৰু তেওঁলোকৰ থকা-মেলাৰ ধৰণ আদি শিকি ল'লে তেওঁলোকৰ ফেচন আৰু ৰীতি-নীতি অনুসৰি ফুৰাচকা, কাপোৰ পিন্ধা আৰু খোৱা-বোৱা কৰিব লাগে। নিজৰ চাল-চলন চলাই ৰাখিলে এই জঞ্জালবোৰৰ পৰা হাত সাৰিব পাৰি। মোৰ নিচিনা মানুহৰ কাৰণে এইবোৰ কম জঞ্জাল নহয়; কিয়নো, গোটেই জীৱনতে পিন্ধা-উৰা আৰু ফেচন্ আদিত মই কোনো দিনে মনোযোগ দিয়া নাই। মই কাপোৰ পিন্ধা শৰীৰ উত্তাপ আৰু লাজ নিবাৰণৰ উপায় মাত্ৰ বুলি ভাবোঁ আৰু এই নীতিকে সদায় চলাই আহিছোঁ। ৪৫-৫০ বছৰ বয়সত নতুনকৈ বিদেশী ফেচন আৰম্ভ কৰি তাৰ ধুন-পেচ শিকা, কাপোৰ পিন্ধা আৰু সময়ে সময়ে তাক সলনি কৰি থকা মোৰ কাৰণে কম ডাঙৰ কথা নহয়। এনে কৰিলে খৰচো বহুত বাঢ়ে। গতিকে মই তাতো নিজৰেই চাল-চলন ভাল বুলি ভাবিলোঁ আৰু এনেদৰে ব্যৱস্থাও কৰিলোঁ।

বাবু হৰিজীয়ে বিচাৰিছিল যে মই ইংলণ্ডতো তেওঁৰ কাম কৰি থাকোঁতে যাতে যিমানদূৰ হ'বপাৰে আৰামতেই থাকোঁ। গতিকে তেওঁ ইচ্ছা কৰিছিল যে মই লগত এটা লগুৱাও লৈ যাও আৰু সদায় ফাৰ্ষ্ট ক্লাচত ভ্ৰমণ কৰোঁ। মোৰ যি সকল বন্ধুৰ ইংলণ্ড সম্বন্ধে কিছু জ্ঞান আছিল তেওঁলোক সকলোৱে এইটো অনাৱশ্যকীয় বুলি ভাবিছিল; কিন্তু তেওঁ নামানিলে। মই গোবৰ্দ্ধনক লগত লৈ ললোঁ। মাৰ্চ্চৰ আৰম্ভণিতে তেওঁৰ জ্যোতিষিয়ে চাই দিয়া এটা শুভদিনত মই ঘৰৰ পৰা যাত্ৰা কৰি বোম্বাই পালোগৈ। তাত খাদী ভাণ্ডাৰত আৰু অলপ কাপোৰ কৰিবলৈ

কৰোঁ। তাৰ পৰা মহাত্মা গান্ধীজীৰ ওচৰত বিদায় ল'বলৈ সবৰমতীলৈ গলোঁ। ৰাওনা হোৱাৰ দিনা ককাইদেৱো বোম্বাই পালেগৈ। বোম্বাইৰ পৰা কেইছাৰহিন্দ জাহাজত যাত্ৰা কৰিলো।

ই মোৰ প্ৰথম বিদেশ ভ্ৰমণ। মই ইয়াতো যি সকল লোকে বিদেশী ধৰণেৰে থাকে আৰু খোৱা-বোৱা কৰে তেওঁলোকৰ ঘনিষ্ঠতাত বেছিকৈ অহা নাছিলোঁ। যোৱাৰ আগতে এদিন শ্ৰীসচ্চিদানন্দ সিংহই (বৰ্ত্তমান ডাক্তৰ) মোক তেওঁৰ ঘৰত ইংৰাজী ধৰণেৰে মেজত খুৱাইছিল। মই কাটা চামুচৰ ব্যৱহাৰ চাই লৈছিলোঁ। ঘটনা ক্ৰমে জাহাজত মোৰ কোঠাত এজন পাৰ্চী ভদ্ৰলোক আছিল। তেওঁ বিদেশ ভ্ৰমণ কৰিবলৈকে গৈছিল। তেওঁৰ লগততো জনাশুনা হৈছিলেই কিন্তু অন্য কোনো চিনাকি বাই-ভনী জাহাজত নাছিল। মোৰ অভ্যাসো এনে আছিল যে আগবাঢ়ি গৈ দেখা কৰা অথবা চিনা পৰিচয় হোৱাত মই সদায় খুব সঙ্কোচ কৰোঁ। সেইকাৰণে জাহাজত এদিন বা দুদিনলৈকে কোনো দেশী বা বিদেশী লোকৰ সৈতে মোৰ পৰিচয় অথবা কথা-বাৰ্ত্তা হোৱা নাছিল। কিন্তু ইমানখিনি মই দেখিছিলোঁ যে মোৰ ভাৰতীয় পোচাকৰ প্ৰতি বহুতৰে চকু গৈছিল। মই ডেকত চকী পাৰি হয়তো কিবা কিতাপ পঢ়িছিলোঁ অথবা ঘূৰি-পকি ফুৰিছিলোঁ। সাগৰ বৰ শান্ত আছিল গতিকে মোৰ কোনো প্ৰকাৰৰ বাতি অহা অথবা মূৰ ঘূৰোৱা আদি হোৱা নাছিল।

দুদিনৰ পিছত আই এম্ এছ (ইণ্ডিয়ান মেডিকেল চাৰ্ভিছ)ৰ পেন্সন পোৱা এজন ইংৰাজ ভদ্ৰলোক মোৰ ওচৰলৈ আহিল। মোৰ লগত তেওঁ কথা হ'বলৈ ধৰিলে। মোৰ খদ্দৰ আৰু নিৰলাত মনে মনে বহি থকাৰ প্ৰতি তেওঁৰ আৰু তেওঁৰ পৰিবাৰৰ দৃষ্টি আকৰ্ষিত হৈছিল। পেন্সন পোৱাৰ পিছত তেওঁ কোনো কমিচনৰ মেম্বৰ হৈ আকৌ ভাৰতবৰ্ষলৈ আহিছিল। নিজৰ কাম শেষ কৰি তেওঁ ঘূৰি গৈছিল। দুয়োজন বৰ ভাল প্ৰকৃতিৰ লোক আছিল। তেওঁলোকে গান্ধীজীৰ সম্বন্ধে কিছু কথা জানিছিল। খদ্দৰৰ সম্বন্ধেও বাতৰি কাকতত কিছু কথা পঢ়িছিল। তেওঁলোকে ভাৰতবৰ্ষত গান্ধীজীক চাবলৈ হেঁপাহ কৰিছিল কিন্তু তাৰ সুবিধা নাপালে। যেতিয়া কথা-বতৰাৰ পৰা গান্ধীজীৰ লগত মোৰ কেনে সম্বন্ধ সেইকথা জানিবলৈ পালে তেতিয়া তেওঁলোকৰ আগ্ৰহ আৰু বাঢ়িল। তেওঁলোকে মোৰ লগত সদায় কথা-বতৰা হৈছিল। মই মাংসাহাৰী নহয় বুলি জানি তেওঁলোকৰ কৌতুহল হ'ল। তেওঁলোক

নিজেও মাংসাহাৰী নাছিল। ভাৰতবৰ্ষত নিৰামিষ আহাৰী হৈ থকা বৰ কঠিন বুলি কৈ তেওঁলোকে মোক চকিত কৰি দিলে ; কিয়নো, ইয়াত হেনো নিৰামিষ ভোজনৰ উপযুক্ত খাদ্য-সামগ্ৰী খুব কম পোৱা যায়। তেওঁলোকে মোক কৈছিল যে ইংলণ্ড আৰু গোটেই য়ুৰোপতে এনে বহুত ৰেষ্টোৰাঁ আছে য'ত নিৰামিষ ভোজন পাব পাৰি। তাত শাক-পাচলি খুব পোৱা যায় গাখীৰ আৰু গাখীৰৰ পৰা তৈয়াৰ কৰা বহুত ধৰণৰ খাদ্যবস্তুও পোৱা যায়। কিন্তু তাৰ মানুহে কণীও নিৰামিষ বুলিয়েই ধৰে। নিৰামিষ ভোজনকাৰীসকলে কণী খুব খায়। যিসকল পকা নিৰামিষভোজী তেওঁলোকে গাখীৰ আৰু গাখীৰৰ পৰা তৈয়াৰী বস্তু নাখায়। কিয়নো, তেওঁলোকে গাখীৰকো জন্তুৰ তেজৰ এক পৰিবৰ্ত্তিত ৰূপ বুলি মানে। গতিকে তেওঁলোকে মোক সাৱধান কৰি দিলে যে ইংলণ্ডত যদি মই কোনো ৰেষ্টোৰাঁত খাব লগা হয় তেন্তে মই কণী নাখাঁও বুলি বিশেষভাৱে কৈ দিব লাগিব। তেতিয়াহে তেওঁলোকে কণী নিদিয়া আহাৰ দিব, নহলে প্ৰায় সকলো বস্তুতে কিবা নহয় কিবা ৰূপত কণী থাকিবই। লগতে এইটোও ক'লে যে কণী নিদিয়া বিস্কুটো সকলো ঠাইতে পোৱা নাযায় ; কিন্তু যদি কোনো দোকানীয়ে কয় যে বিস্কুট অথবা অন্য খোৱা ; কণী নিদিয়াকৈ কৰা তেন্তে মই তাক মানি ল'ব লাগে ; কিয়নো, তেওঁলোকৰ সঁচা কোৱাতেইহে লাভ। কণীৰ দাম বেছি। এই সকলো কথা মোৰ কাৰণে নতুন আছিল। কিন্তু সেই দম্পতিৰ পৰিচয়ে মোৰ কাৰণে এনে বহুত জানিবলগীয়া কথা জনাৰ সুবিধা দিলে। দৈনন্দিন জীৱনত কামত অহা কথা তেওঁলোকে মোক কৈ দিলে। মই নিজা নিয়ম অনুসৰি তাতো থাকিব পাৰিলোঁ।

বাটত মই জানিবলৈ পালোঁ যে যেতিয়ালৈকে জাহাজ চুৱেজ খালত নোসোমায় তেতিয়ালৈকে টমাচ কুক কোম্পানীৰ মাৰফত যি সকল যাত্ৰীয়ে ইচ্ছা কৰে মটৰেৰে 'কাইৰো' আৰু তাৰ অলপ দূৰত থকা স্ফিংক্‌চ চাই আহিব পাৰে। মই এইবিলাক চাইলোৱা ভাল হ'ব বুলি ভাবিলোঁ। মোৰ নিচিনাকৈ আৰু কেইজনমান যাত্ৰীয়ে টমাচ কুকৰ লগ তালৈ যোৱাৰ ব্যৱস্থা কৰিলে। আমি খুব ৰাতিপুৱাতে প্ৰায় পাঁচ বজাত মটৰেৰে কাইৰোলৈ গলোঁ। কাইৰো গৈ পোৱাত আৰু মুখ হাত ধুবলৈ আৰু সাধাৰণভাৱে জলপান খাই ল'বৰ কাৰণে আমাক এখন হোটেললৈ লৈ গ'ল। তাৰ পিছত কাইৰোৰ যাদুঘৰ চাবলৈ গলোঁ। তাত পিৰামিডত ওলোৱা বস্তুবোৰ সুৰক্ষিত কৰি ৰাখিছে। এইবোৰ

বৰ ভাল সংগ্ৰহ। পিৰামিডত পোৱা প্ৰাচীন মিচৰৰ বহুতো নামী আৰু প্ৰতাপী বাদচাহৰ শৱ (মামী) তাত সুৰক্ষিত হৈ আছে। দেখাত সেইবোৰ এতিয়া ক'লা পৰি গৈছে। কিন্তু মানুহৰ চেহেৰা আৰু হাত-ভৰি যেনে আছিল তেনেই আছে। তেওঁলোকক যি মিহি কাপোৰেৰে মেৰিয়াই কবৰ দিছিল সেই কাপোৰো এতিয়ালৈকে তেনেভাৱে মেৰ খাই আছে। এই কাপোৰবোৰ বৰ মিহি আছিল। শুনা যায় যে এই কাপোৰবোৰ ভাৰতবৰ্ষৰ পৰাই গৈছিল। সেইদিনত তাৰ মানুহে বিশ্বাস কৰিছিল যে আৰামৰ সকলো বস্তু যদি মৃতকৰ লগত কবৰ দিয়া হয় তেন্তে পৰলোকতো তেওঁ সেই আৰাম পাব। এই বিশ্বাস অনুসৰিয়েই পিৰামিদৰ ভিতৰত শৱৰ লগত সকলো আৱশ্যকীয় বস্তু কবৰ দিয়া হৈছিল—পিন্ধা কাপোৰ আৰু গহনা আদি, বহিবৰ কাৰণে চকি আদি, খাবৰ কাৰণে ভাত, শৃঙ্গাৰৰ বস্তু ভ্ৰমণৰ কাৰণে ৰথ, নাও আদিও। এই সকলো বস্তু, ইটোতকৈ সিটো চৰা। তাৰ পৰা জানিব পাৰি যে সেই সময়ৰ মানুহেও সোণৰ ব্যৱহাৰ জানিছিল।

শুনিবলৈ পাইছোঁ যে মহেঞ্জোদাৰোৰ (সিন্ধু) খনন কাৰ্য্যত যি ঘেঁহু ওলাইছিল তাক সিঁচি দিয়াত গজি উঠিল। যাদুঘৰৰ সংগ্ৰহ আৰু বিশেষকৈ প্ৰতাপী ৰজাসকলৰ শৱ দেখি মনুষ্য জীৱনৰ অনিত্যতা স্পষ্টভাৱে দেখিবলৈ পালোঁ। এনে দৃশ্য দেখি আমি মইবৰ ভাবত যিহকে নকৰোঁ সেই সকলো কিমান তুচ্ছ আৰু অস্থায়ী সেই ভাব মনলৈ আহে। বিশেষকৈ যি সকলে তাৰ ইতিহাস পঢ়া নাই তেওঁলোকে সেই বাদচাহসকলৰ নামৰ কথাও নাজানে। মই কেইখনমান ছবি কিনিলোঁ। যদিও যাদুঘৰ চাবলৈ যোৱা বৰ ভাল হ'ল তথাপি মোৰ অন্তৰত ক্ষণস্থায়ী অসাৰতাৰ গভীৰ চাপ পৰিল। মই তাৰ পৰা উদাসভাৱে ওলাই আহিলোঁ।

সেই যাদুঘৰ চোৱাৰ পিছত এটা বৰ ডাঙৰ আৰু ধুনীয়া মছজিদলৈ নি আমাক তাৰ প্ৰাচীন আৰু প্ৰসিদ্ধ ঘৰ-দুৱাৰ আৰু অন্যান্য বিখ্যাত ঠাইবোৰ দেখুৱালে। মিচৰৰ মুছলমানে পূৱফালে মুখ কৰি নামাজ পঢ়ে; কিয়নো, তাৰ পৰা কাবা পূব দিশে। ভাৰতীয়সকলৰ কাৰণে ই আচৰিত কথা যেন লাগে। সেইকাৰণে তাৰ মছজিদৰ দুৱাৰ ভাৰতৰ মছজিদৰ নিচিনাকৈ পূবফালে নহৈ পশ্চিম ফালেহে। এই ডাঙৰ মছজিদটোও তেনেকুৱাই আছিল। তাৰ ভাষা আৰবী কিন্তু য়ুৰোপীয় ভাষাৰ ভিতৰত ফ্ৰেন্স ভাষাৰ প্ৰচলন বেছি। মানুহবোৰ পৰিষ্কাৰ যেন মনে ধৰিছিল। পুলিচসকলে তুৰ্কী ফেজ পিন্ধিছিল। কাইৰো যদিও পুৰণি চহৰ

তথাপি আমি যি অংশ চাইছিলো সি প্ৰায় আজিকালিৰ চহৰৰ নিচিনাই আছিল।

দুপৰীয়া আহাৰ খাই আমি অলপ দূৰত থকা পিৰামিদ চাবলৈ গলো। এখন ঠাই পাই তাতে মটৰ এৰিবলগা হ'ল। উটৰ ওপৰত উঠি পিৰামিদৰ ওচৰলৈ যাবলগা হৈছিল। মোৰ কাৰণে উটত উঠা একেবাৰে নতুন কথা আছিল। কিয়নো মই ভাৰতবৰ্ষত কেতিয়াও উটত উঠা নাছিলো। কিন্তু এবাৰ উঠাৰ পিছত আৰু কোনো অসুবিধা ন'হল। পিৰামিদবোৰৰ কাষলৈ গৈ চালো। ই বহুত ওখ চাৰিকোণীয়া বস্তু। আমাৰ দেশত যেনেকৈ ইটাৰ ভাটা তৈয়াৰ কৰা হয় ঠিক তেনেকৈ ইয়ো ডাঙৰ ডাঙৰকৈ নিৰ্ম্মাণ কৰা শিলৰ টুকুৰাৰে তৈয়াৰী। ভাটাৰ নিচিনাকৈ তলফালে বহল বেছি আৰু ওপৰফালে ক্ৰমান্বয়ে ঠেক। ইটাৰ ভাটা সৰু হয় কিন্তু ই বৰ ডাঙৰ আৰু খুব ওখ। ই যি পৰিমাণে ওখ আৰু ডাঙৰ সেইপৰিমাণেই ইয়াত লগোৱা শিলৰ ইটাও সিমানেই দীঘল বহল আৰু ডাঠ। মোৰ বোধেৰে এচটা এচটা ইটা চাৰি-পাঁচ হাত দীঘল হ'ব। এই অনুপাতেই ই বহল আৰু ডাঠও। ক'ব নোৱাৰোঁ কিমান দিনত এচটা ইটা কাটি ইমান ডাঙৰ বস্তু এটা সাজিছিল। কোনে জানে ইয়াত কিমান দুখীয়াই সিহঁতৰ জীৱনৰ কিমান সময় খটুৱালে? কোনো এজন ৰজাৰ মৃত্যুৰ পিছতো তেওঁৰ নাম জীয়াই ৰাখিবলৈকে এই সকলো কৰা হৈছিল। নাম এতিয়া কেৱল কিতাপতহে পোৱা যায়। মানুহে কোনো উপকাৰ পাব নোৱাৰা এইবোৰ নিজ নিজ ঠাইতে হাজাৰ বছৰ ধৰি আজিও একেদৰেই থিয় দি আছে। এইবিলাকৰ বহুতৰে ভিতৰবোৰ খন্দা হ'ল। তাত পোৱা বস্তুৰেই কাইৰোৰ যাদুঘৰত আছে। মোৰ মনত আছে, অলপ দিনৰ আগতে বাতৰি কাকতত পঢ়িবলৈ পাইছিলো যে কবৰ খন্দা মানুহৰ মৃত্যু হৈছিল। যিয়েই ইয়াৰ চেষ্টা কৰিছিল সিয়েই মৰিছিল। খনা মানুহবোৰ মৰিল হয় কিন্তু তাৰ খনন-কাৰ্য্যৰ পৰা বহুত বস্তু ওলালে।

স্ফিংকচ এটা আচৰিত বস্তু। মুখ মানুহৰ আৰু শৰীৰ জন্তুৰ। এই আকৃতিৰ এটা খুব ডাঙৰ মূৰ্ত্তি সেই মৰুভূমিত পৰি আছে। শুনা যায় যে প্ৰাচীন কালত এই মূৰ্ত্তিটোক প্ৰশ্ন কৰা হৈছিল আৰু সি ভৱিষ্যতৰ কথা কৈ দিছিল। কিন্তু সি যিহকে কৈছিল বুজা বৰ কঠিন আছিল। এতিয়া সেই কথা নাই যদিও এই মূৰ্ত্তিটো এনেয়ে থিয় হৈ সেই অতীতৰ কথা স্মৰণ কৰায়।

এই সকলো ঠাই চাই-চিতি সন্ধ্যা ঘূৰি আহি বেলত উঠিলো। ৰাতি প্ৰায় এঘাৰ বজাত প'ৰ্ট চৈয়দ পালোগৈ। জাহাজ সেইখিনি পাইছিলহি। আমি প্ৰত্যেকেই নিজৰ নিজৰ কোঠাত গৈ শুই থাকিলো। খোৱা-বোৱা বাটত বেলতে হ'ল।

ভূমধ্য সাগৰ পোৱাৰ পিছত অলপ ঠাণ্ডা লাগিবলৈ ধৰিলে। লোহিত সাগৰতো খুব গৰম আছিল—আৰব সাগৰতকৈও বেছি। ভূমধ্য সাগৰত বতাহো জোৰেৰে বলিছিল, সেইকাৰণে জাহাজখন কিছু দুলিছিল। মোৰ এদিন ৰাতি অহাৰ নিচিনা হৈছিল। কিন্তু বেছি হোৱা নাছিল। বাটত যি দেখিবলৈ পোৱা যায় মই সকলো চাই গলো। ইটালীৰ ওচৰত চিচিলি দ্বীপৰ দাঁতিয়েদি জাহাজখন গৈছিল। চিচিলি চহৰ দূৰৰ পৰা দেখিবলৈ পালো। পাহাৰ স্পষ্টভাৱে দেখিবলৈ পাইছিলো। কেইদিনমানৰ পিছত আমি মাৰ্চেলচ্ (ফ্ৰান্স) পালোঁগৈ। বাটত বিশেষ কোনো উল্লেখযোগ্য ঘটনা হোৱা নাছিল। কেতিয়াবা কেতিয়াবা কিছুমান দ্বীপ দেখিবলৈ পোৱা গৈছিল আৰু সকলো মানুহে সেইবোৰ চাইছিল। সমুদ্ৰ-যাত্ৰাত চাৰিওফালে পানী আৰু পানীয়েই। দিনে-ৰাতিয়ে পানী দেখি দেখি দুই-এদিনৰ পিছতে আমনি লাগে। যদি ক'ৰবাত অন্য জাহাজ পাৰ হৈ যোৱা দেখিবলৈ পোৱা যায় অথবা মাটি দেখিবলৈ পোৱা যায় তেন্তে বৰ ভাল লাগে। সকলো যাত্ৰীয়েই এই মাটি চাবলৈ ধৰে, যেন তেওঁলোকে কেতিয়াও মাটি দেখা নাই।

আমি ৰাতিপুৱাই মাৰ্চেলচ্ত নামিলোহি। তাত এটা হোটেলত থাকিলো। তাতো কুক কোম্পানীৰ কৃপাত চহৰৰ চাবলগীয়া ঠাই সকলো চাই ললো। টমাচ কুকৰ ব্যৱস্থা বৰ ভাল। তেওঁলোকৰ দোভাষীয়ে যাত্ৰীসকলক প্ৰধান প্ৰধান ঠাইবোৰ দেখুৱাই দিয়ে। তেওঁলোকৰ নিজৰ মটৰগাড়ী আছে। ইমান সুন্দৰ ব্যৱস্থা যে নিৰ্দ্দিষ্ট সময়ৰ ভিতৰতে সকলো চাই ল'ব পাৰি। ৰাতিপুৱা জাহাজৰ পৰা নামিয়েই ৰাতি যাবলগীয়া গাড়ীত মই মোৰ ঠাইৰ ব্যৱস্থা কৰাই লৈছিলো। দিনৰ দিনটো ঘূৰি-ফুৰি ৰাতিৰ গাড়ীত পেৰিচলৈ যাত্ৰা কৰিলো। পেৰিচত গাড়ী বদলি কৰি কে'লে পালোগৈ। তাত জাহাজত উঠি সন্ধ্যা হওঁতে হওঁতেই ড'ভাৰত গৈ নামিলো। ড'ভাৰৰ পৰা ৰেলেৰে গৈ ৰাতি প্ৰায় ৯ বজাত লণ্ডন পালো। মই মাৰ্চ্চৰ তৃতীয় সপ্তাহত সেইখিনি পাইছিলোগৈ; কিন্তু ঠাণ্ডা এতিয়াও যথেষ্ট আছিল। ষ্টেচনত আগৰে পৰা তাত থকা বন্ধুক লগ পালো। আগৰে পৰা ভাড়ালৈ লৈ থোৱা

ঘৰটো মই পোনে পোনে পালোগৈ। ঘৰটো গল্ডাৰ্চগ্ৰীনত আছিল। আমি কিছুদিন তাতে থাকিলো।

তাত আগৰে পৰাই সকলো ব্যৱস্থা আছিল। শ্ৰীমহাবীৰ প্ৰসাদ বেৰিষ্টাৰ আৰু শ্ৰীকোঁৱৰ বাহাদুৰ আগৰে পৰাই তাত আছিল। গতিকে তাত ঘৰৰ নিচিনাই লাগিছিল। গোবৰ্দ্ধন মোৰ লগত অহাৰ কাৰণে খোৱা-বোৱাও দেশীয়েই হৈছিল। ইয়াত যেনেকৈ দাইল, ভাত, ৰুটী, পাচলি খাওঁ তাতো তেনেকৈ খাবলৈ ধৰিলো। মই মোকৰ্দ্দমাৰ কাৰণে গৈছিলো। গৈ পোৱা ৰাতি মানুহৰ লগত অলপ কথা-বতৰা হৈ শুই পৰিলো। গৈ পায়েই গম পালো যে পিছদিনা ৰাতিপুৱাই উঠি বেৰিষ্টাৰৰ তালৈ যাব লাগিব; কিয়নো তেওঁ আমাৰ ভিতৰতে কথা-বতৰা হ'বলৈ সময় নিৰ্দ্দিষ্ট কৰি থৈছিল। সেইকাৰণে লণ্ডন পোৱাৰ বাৰ ঘণ্টাৰ ভিতৰতে মই কামত লাগি গলো। যেতিয়ালৈকে মোকৰ্দ্দমা শেষ নহ'ল তেতিয়ালৈকে ৰাতিয়ে-দিনে সেই কামত লাগি থাকিলো।

## ৭৩। লণ্ডনত মোৰ কাৰ্য্যসূচী আৰু মোকৰ্দ্দমাৰ কাম

তাত মোৰ নিজা কাৰ্য্যসূচী আছিল। মই অভ্যাস অনুসৰি খুব সোনকালেই উঠোঁ; তাত মানুহ ৰাতিপুৱা বহুত দেৰিলৈকে শুই থাকে। সৰহ ভাগে ৰাতি প্ৰথম ভাগত সাৰে থাকি কাম কৰে। মই কেতিয়াও এনে নকৰিছিলো। তাতো এনে কৰিব নোৱাৰিলো। যেতিয়া সকলো মানুহ শুয়েই থাকে মই উঠি হাত-মুখ ধুই গা ধোওঁ আৰু কাপোৰ কানি পিন্ধি কোঠাত বহি মোকৰ্দ্দমাৰ কাগজ পঢ়িবলৈ ধৰোঁ।

সকলো মানুহ ৰাতিপুৱা প্ৰায় ন বজা-ন বজাত সাজু হয়। তেতিয়ালৈকে মই প্ৰায় দুঘণ্টা কাম কৰোঁ। তাৰ পিছত চাহ খাই লাইব্ৰেৰীলৈ যাওঁ। তাত আইনৰ কিতাপ পঢ়োঁ। আমাৰ এটৰ্ণীয়ে মোৰ কাৰণে লাইব্ৰেৰীত সুবিধা কৰি দিছিল। ইয়াৰ কাৰণে ইংৰাজী আইনৰ সকলো ধৰণৰ কিতাপ চাবলৈ পাইছিলো। দিনৰ এক বজালৈকে এইদৰে কাম কৰি মই ওচৰতে এখন নিৰামিষ ৰেষ্টুৰাঁলৈ যাওঁ। তাত অলপ ৰুটী, গাখীৰ আৰু ফলমূল খাই লওঁ। ক'লে তাত সকলো

বস্তু কণী নিদিয়াকৈ তৈয়াৰ কৰি দিয়ে। দুই-এদিনতে তাৰ মানুহে মোক চিনি পোৱা হ'ল আৰু সেইকাৰণে গৈ একো ক'বৰে প্ৰয়োজন নহৈছিল। তাৰ পিছত প্ৰায় সন্ধ্যালৈকে ক'ৰ্টত কাম কৰি প্ৰায় ছয় বজাত তাৰ পৰা উভতি আহোঁ। মাটিৰ তলেৰে যোৱা ৰেলেৰে অহা-যোৱা কৰিছিলো। ঘৰত সন্ধ্যাৰ সাজ খাই অলপ ফুৰিবলৈ ওলাই যাওঁ আৰু ঘূৰি আহি অলপ কাম কৰি শুই পৰোঁ। কোনো কোনো দিনা বেৰিষ্টাৰসকলৰ লগত আলোচনা আদি হয়। সেইমতে এই কাৰ্য্যসূচীৰ পৰিবৰ্ত্তন হয়। এইদৰে প্ৰায় দুমাহ অতিবাহিত হ'ল। বাবু হৰিজীও আহি পালে। ইয়াৰ ভিতৰতে মই কিছুদিন হাইথত গৈ থাকিবলগীয়া হৈছিল।

আমাৰ পক্ষত থকা চিনিয়ৰ বেৰিষ্টাৰসকলৰ এজন আছিল লক্ষ্মমূৰ। আৰু তেওঁ অলপদিনৰ পিছতে হাইক'ৰ্টৰ জজ হৈ গ'ল। তেওঁৰ ঘৰ আছিল হাইথৰ ওচৰৰ এখন গাৱঁত। ইষ্টাৰৰ ছুটিত তেওঁ ঘৰলৈ গৈছিল। আমাৰ ফালৰ পৰা তেওঁক কোৱা হ'ল যে এই মোকৰ্দ্দমাটো বৰ জটিল, গতিকে আপুনি ক'লে কাগজ পঢ়াত সহায় কৰিবৰ কাৰণে আমাৰ কোনো এজন আপোনাৰ লগত তালৈ যাওঁ। প্ৰথমে তেওঁ মান্তি নহৈছিল কিন্তু বহুত কোৱা-মেলাত তেওঁ মান্তি হ'ল। মই হাইথত থাকিলো। তাৰ পৰা তেওঁৰ ঘৰ সাত-আঠ মাইল দূৰত আছিল। সদায় ৰাতিপুৱা ন বজাত তেওঁৰ মটৰ আহি মোক লৈ যায়। চাৰে-ন বজাৰ পৰা আমি কাম কৰিবলৈ বহোঁ। মাজতে দুপৰীয়া এঘণ্টা খাবৰ কাৰণে আৰু আধা ঘণ্টা চাহ খাবৰ কাৰণে বাদ দি প্ৰায় ছয়-সাত বজালৈকে কাম কৰি থাকোঁ। মই আকৌ তেনেকৈয়ে হাইথলৈ উভতি আহোঁ। দুপৰীয়া তেওঁৰ তাতে খাইছিলো। তেওঁৰ পত্নীয়ে মই নিৰামিষভোজী বুলি জানিব পাৰিছিল। তেওঁ তাৰ কাৰণে ব্যৱস্থা কৰি লৈছিল। প্ৰায় পোন্ধৰ দিন তাত থাকিলো। কামৰ সম্পৰ্কতে তেওঁৰ লগত খুব ঘনিষ্ঠতা হ'ল।

আমাৰ আটাইতকৈ চিনিয়ৰ বেৰিষ্টাৰ আছিল শ্ৰীআপজ'ন। সেই সময়ত তেওঁৰ বয়স পয়সত্তৰবো বেছি আছিল। এই বয়সতো তেওঁ খুব পৰিশ্ৰম কৰিছিল। তেওঁৰ স্বাস্থ্য বৰ ভাল আছিল। মোকৰ্দ্দমাৰ কাগজ প্ৰায় পোন্ধৰ হেজাৰ ছপা পৃষ্ঠা আছিল। কথাবোৰো বৰ জটিল আছিল। কেতিয়াবা কেতিয়াবা একো একোটা কথা পঁচিশ-ত্ৰিশ পৃষ্ঠাৰ আছিল। কিন্তু তাৰ ভিতৰত আমাৰ কামৰ কাৰণে তিনটা বা চাৰিটা শাৰীহে

পোৱা গৈছিল। আমাৰ লগত পাটনাৰ পৰাই প্ৰস্তুত কৰি অনা সম্পূৰ্ণ নোট আছিল। মই ভাবিছিলো যে মই যদি বেৰিষ্টাৰসকলৰ লগত বহোঁ আৰু এনে আৱশ্যকীয় দলিল-পত্ৰৰ লাগতিয়াল অংশৰ প্ৰতি তেওঁলোকৰ মনোযোগ আকৰ্ষণ কৰোঁ। তেন্তে তেওঁলোকৰ সময় বাচিব, সেইকাৰণেই তেওঁলোকে মোৰ লগত কাগজ পঢ়াতো মই বিচাৰিছিলো। প্ৰথমে কোনো মান্তি নহৈছিল। কিন্তু পিছত লক্ষমূৰ মান্তি হৈছিল। আপজ'ন মান্তি নহ'ল। তাৰ কাৰণে বেলেগে ফিজ দিবলৈ ক'লে, ভাৰততো সেয়ে হৈছিল।. কাগজ পঢ়িবৰ কাৰণে আমাৰ লগত কোনো চিনিয়ৰ মানুহ বহিলে তাৰ কাৰণে ঘণ্টাত ৮৫ টকাকৈ বেলেগ ফিজ লয়। প্ৰায় ১৫,০০০ পৃষ্ঠা এনেকৈয়ে ঘণ্টাত ৮৫ টকা হিচাপত পঢ়ুৱাইছিল। বাবু হৰিজীয়ে ইচ্ছা কৰিছিল যে যি খৰছেই নহওক সেই কামকেই ইয়াতো কৰিব লাগে। কিন্তু আমি প্ৰথমেই যাৰ দ্বাৰা তৰ্ক কৰাবলগীয়া আছিল তেওঁ আছিল মিষ্টাৰ আপ'জন, তেওঁ এই কথাত কোনো ৰকমেই মান্তি নহ'ল। তেওঁ কৈছিল যে তেওঁ যি ফিজ লৈছিল সি কেৱল এজলাচত বহিবলৈ বা থিয় হবলৈকে নহয়, কাগজ পঢ়াতো তেওঁৰ কৰ্ত্তব্য; কিয়নো এই কাম নহ'লে আমাৰ তালৈ যোৱা অৰ্থহীন হ'ব। গতিকে মই কাগজ পঢ়িবৰ কাবণে বেলেগে ফিজ নলওঁ আৰু মোৰ কাম মই নিজেই কৰি ল'ম। অৱশ্যে যদি কোনো বিষয়ৰ নোটৰ আৱশ্যক হয় তেন্তে বিচাৰিম, তোমালোকে কিবা নোট দিব লগা থাকিলে দিবা, মই চাই ল'ম। ইয়াত কাগজ পঢ়িবলৈ অন্যৰ লগত বহাটো নিয়ম নহয়, যেতিয়া অন্যৰ লগত আলোচনা আদি কৰিব লগা হয় তেতিয়া মাতি আনিম; তাৰ উচিত ফিজ কনচালটেছনৰ কাৰণে যি লোৱা হয়—তাক ল'ম।

বাবু হৰিজীয়ে অলপ ভয় খালে, কিয়নো তেওঁ ভাবিছিল যে ইমান বয়োবৃদ্ধ লোকে ইমানবোৰ কাগজ নিজে সম্পূৰ্ণভাৱে চাব বোধহয় নোৱাৰিব আৰু পঢ়ি পঢ়ি ভয় খাই যাব, কিয়নো ওপৰত কৈ অহাৰ দৰে কোনো কোনো কথাৰ ২৫/৩০ পৃষ্ঠাৰ পিছত তাৰ ভিতৰৰ দুটা-চাৰিটা শাৰী কামত লাগে আৰু এনে হ'ব পাৰে যে তেওঁ এই শাৰীবোৰ এৰি যাব আৰু বুজিব নোৱাৰিব যে এই কাগজ কিয় দাখিল কৰা হৈছে। যেতিয়া তেওঁক কোৱা হ'ল যে আপোনাৰ বহুত সময় অনাৱশ্যক কথা পঢ়োঁতে নষ্ট হ'ব, তেওঁ উত্তৰ দিলে মই এটা বাক্যও নপঢ়াকৈ নেৰোঁ।—তুমি ভাবিছা যে তুমি যি দুই-চাৰিটা শাৰী কৰা সেয়ে আৱশ্যক; তৰ্ক মই কৰিম, গতিকে এনে হ'ব পাৰে যে তোমালোকে অনাৱশ্যক বুলি ভৱা এনে দুটা-

চাৰিটা অন্য শাৰীও মই নিজৰ বুদ্ধি আৰু অভিজ্ঞতাৰ দ্বাৰা উলিয়াব পাৰিব পাৰোঁ। যাৰ পৰা আমাৰ কাম সিজিব; গতিকে মই সকলো অকলেই পঢ়িম আৰু তাৰ পিছত কিবা সোধা আৱশ্যক হ'লে সুধিম।

ইয়াৰ উত্তৰ একো নাছিল। বাবু হৰিজী মনে মনে থাকিব লগা হ'ল। কিন্তু তেওঁ আশঙ্কা কৰি থাকিল।

প্ৰিভি কাউঞ্চিলৰ নিয়ম হৈছে দুয়ো পক্ষই নিজ নিজ তৰ্কৰ সাৰাংশ লিখি দাখিল কৰে। ইয়াকে কে'ছ দাখিল কৰা বোলে। কে'ছ বৰ সাবধানে প্ৰস্তুত কৰা হয়; কিয়নো তাৰ বাহিৰে অন্য কথাত তৰ্ক কৰিব নোৱাৰে। এক পক্ষই নিজৰ কে'ছ দাখিল কৰাৰ আগতে অন্য পক্ষৰ কে'ছ দেখিবলৈ নাপায়। গতিকে দুয়ো পক্ষই নিজৰ কে'ছতে আন্দাজতে বিপক্ষৰ কে'ছৰ উত্তৰো দিব লাগে। যেতিয়া মিষ্টাৰ আপজ'নে আমাৰ কে'ছ প্ৰস্তুত কৰিলে মই তেতিয়া চালো। আমাৰ সকলোৰে, বিশেষকৈ বাবু হৰিজীৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে তেওঁ সকলো জটিলতা ভালকৈ বুজি পাইছে আৰু সকলো কাগজ সম্পূৰ্ণভাৱে পঢ়িছে। এই কামত আমি বৰ সন্তোষ পালোঁ। আইনজীৱিসকলৰ ব্যৱহাৰৰ এই উচ্চ আদৰ্শ মই দেখিবলৈ পালো। মই এই কথাত মুগ্ধ হ'লো। বৰ দুখেৰে সৈতে ক'ব লগা হৈছে যে মই নিজ দেশত এনে উচ্চ আদৰ্শ দেখা নাছিলো।

মিষ্টাৰ আপজ'নৰ লগত মোৰ সম্বন্ধ আচৰিত ধৰণেৰে বাঢ়ি গ'ল। মোৰ ভাৰতীয় সাজপাৰ দেখি তেওঁ ভাবিছিল যে মই হয়তো বাবু হৰিজী নহ'লে তেওঁৰ লগা-ভগা কোনোবা মানুহ—মোকৰ্দ্দমা চাব-চিতিবলৈ আহিছো। মই উকিল বুলি তেওঁ নাজানিছিল। এদিন কনচালটেছনত তেওঁ কেইটামান প্ৰশ্ন কৰিছিল। মই পিছত বহি আছিলো। আৰু প্ৰশ্ন-কিটাৰ উত্তৰ দি দিলো। তেওঁ মোৰফালে চালে কিন্তু একো নক'লে। পিছত তালৈ উকীল ৰূপে অহা-যোৱা কৰা আমাৰ লগৰ এজন মানুহক তেওঁ ক'লে যে আমাৰ মোক্কেল বৰ চুচিয়াৰ যেন অনুমান হয়, তেওঁ মোৰ প্ৰশ্নৰ ভাল উত্তৰ দিছিল। এই কথাত আমাৰ সহকৰ্মীজনে তেওঁক ক'লে যে মই মোক্কেল নহয় বৰং এজন উকীলহে আৰু মই ওকালতি এৰি দিলো। এই কথাত তেওঁৰ কৌতূহল বাঢ়িল। পিছত তেওঁ মোৰ হতুৱাই বহুতো কাম কৰালে। বহুত ধৰণৰ নোট তৈয়াৰ কৰিবলৈ ক'লে, মই সদায় এই নোট তৈয়াৰ কৰি দি দিছিলো। যেতিয়া মোকৰ্দ্দমা দাখিল কৰিবৰ সময় হ'ল তেতিয়া তেওঁ মোক সুধিলে—তুমি এজলাছত উপস্থিত থাকিব

খোজা নেকি ? মই 'হয়' বুলি কোৱাত তেওঁ ক'লে—এজলাচত উপস্থিত থকা আৱশ্যক নকৰে, তোমাৰ সময় অন্য ধৰণেৰে ভাল কামত আহিব, মোক বহু বিষয়ৰ নোট লাগে, তুমি ঘৰত থাকি এইবোৰ তৈয়াৰ কৰিবা। মই ক'লো, মই যদি নোট তৈয়াৰ কৰি দিওঁ আৰু মোৰ যদি ঘৰত থকাৰ আৱশ্যক নহয় তেন্তে ? তেওঁ ক'লে, নহয়, নোট তৈয়াৰ কৰোঁতে সময় লাগিব, তুমি হাজিৰ হ'ব নোৱাৰিবা ; কিন্তু তুমি যদি নোট প্ৰস্তুত কৰোঁতে বেছি দেৰি নকৰা আৰু এজলাচতো হাজিৰ থাকিব পাৰা তেন্তে মোৰ কোনো আপত্তি নাই। কিন্তু নোট তৈয়াৰ কৰোঁতে দেৰি হ'লে মই সহ্য নকৰিম। তেওঁ বৰ খঙাল বুলি বিখ্যাত আছিল, বিপক্ষৰ আৰু সপক্ষৰ বেৰিষ্টাৰসকলৰ লগত আনকি জজ্‌সকলৰ লগতো উগ্ৰ মূৰ্ত্তি ধাৰণ কৰিছিল। সেই কাৰণে মই বৰ ভয় কৰিছিলো ; কিন্তু মই দেখিবলৈ পাইছিলো যে তেওঁ মোৰ নোটত সন্তুষ্ট হৈছিল। তেওঁ মোলৈ টেলিফোন কৰি দিছিল যে এজলাচ আৰম্ভ হোৱাৰ পাঁচ মিনিট বা দহ মিনিট আগতে যেন তেওঁৰ লগত দেখা কৰোঁ। তেওঁ মোৰ হতুৱাই যিবিলাক নোট লিখাবলৈ ইচ্ছা কৰে সেইবিলাক ঘৰৰ পৰা নোট কৰি তালৈকে লৈ আহে। তেওঁ মোৰ হতুৱাই সেই নোটবোৰ লিখাই লয়। মই তাৰ আগৰ নোট চাই আহোঁ আৰু যি সুধিব লাগে সুধি লওঁ। যদি মই আগৰে পৰা কাগজ পেন্সিল লৈ সাজু নাথাকোঁ তেন্তে তেতিয়াও তেওঁ খং কৰি উঠে। সময়ৰ ইমান সদ্ব্যৱহাৰ কৰে যে এক মিনিটো নষ্ট হ'বলৈ নাপায়।

মই আৰু এটা কথা দেখিলোঁ। সেই কথা আমাৰ দেশৰ, বিশেষকৈ পাটনা আৰু কলিকতাৰ উকীল বেৰিষ্টাৰসকলৰ অনুকৰণীয়। মই যেতিয়া ওকালতি কৰিছিলো মোৰ ভাব হৈছিল যে ক'ৰ্টলৈ গ'লে যেতিয়া-লৈকে ঘৰলৈ ঘূৰি নাহো তেতিয়ালৈকে মোকৰ্দ্দমাত নলগা সময়খিনি প্ৰায় এনেয়ে নষ্ট হয়। বাৰ এচ'ছিয়েচনত বা লাইব্ৰেৰীত বহি আমি কিতাপ বা কাগজ খুব কমেইহে পঢ়োঁ। আমি মোকৰ্দ্দমাৰ তৰ্কৰ কাৰণে ঘৰতে প্ৰস্তুত হওঁ। যেতিয়া ক'ৰ্টত মোকৰ্দ্দমাত ওলায় তেতিয়া মোকৰ্দ্দমা চলি থকালৈকে যাৰ মোকৰ্দ্দমা থাকে তেওঁৰ সময় কামত লাগে কিন্তু যাৰ মোকৰ্দ্দমা নোলায় তেওঁলোকে গোটেই সময় কথা-বতৰা পাতি এনেয়ে অতিবাহিত কৰে। কেতিয়াবা ডবা খেলো হয়। মই নিজেও ভাবিছিলো যে তাত বহি কিতাপ-পত্ৰ পঢ়া বৰ অসুবিধা, কিয়নো তাৰ পৰিবেশ এই কামৰ কাৰণে অনুকূল নহয়। য'ত সকলোৰে আলাপ-আলোচনা হাঁহি-

ধেমালি কৰি থাকে তাত কোনোবাই পঢ়িব পাৰেনে ? সেইকাৰণে মোকৰ্দ্দমাৰ কাগজ পঢ়াৰ গোটেইখিনি সময় ঘৰতে উলিয়াব লাগে। মোৰ হাতত যথেষ্ট মোকৰ্দ্দমা থাকে, সেইকাৰণে মই প্ৰায়ে ৩।৪ বজাতে উঠি মোকৰ্দ্দমা প্ৰস্তুত কৰিব লাগিছিল। মই তাত দেখিছিলো যে বেৰিষ্টাৰসকলে প্ৰায় সকলো কাম নিজৰ চেম্বাৰতে অথবা লাইব্ৰেৰীতে শেষ কৰে। জজ বহাৰ অলপ আগতে এজলাচলৈ আহে আৰু জজ উঠি যোৱাৰ পিছতো এঘণ্টা বা দুঘণ্টা এজলাচতে থাকে। মোকৰ্দ্দমাৰ পৰা মাজে মাজে আজৰি পালে কাম কৰে। কোনো কোনোৱে মোকৰ্দ্দমাৰ কাগজ ঘৰলৈকে নিনিয়ে। আনকি ঘৰত আইনৰ কিতাপো নাৰাখে। তেওঁলোকৰ মতে ঘৰ ঘৰেই, তাত ল'ৰা-ছোৱালীৰ লগত ধেমালি-ধুমুলা কৰা, কথা-বতৰা হোৱা, খোৱা-বোৱা কৰা, মন ভাল লগোৱা অথবা মন গলে অন্য কিতাৰ পঢ়া আদি কাম কৰিব লাগে। মোকৰ্দ্দমাৰ কাম গোটেই দিন চেম্বাৰত অথবা এজলাচতহে কৰিব লাগে। এনেভাৱে দিনৰ সময়খিনি ভালভাৱে কামত লাগে আৰু ৰাতি আৰু ৰাতিপুৱাৰ সময় নিজৰ আৰু সেইসময় যেনে ইচ্ছা তেনেভাৱে আমি কামত লগাব পাৰোঁ।

তাৰ বহুতো উকীল শনিবাৰে আৰু দেওবাৰে লণ্ডনৰ পৰা বাহিৰলৈ যায়। মিষ্টাৰ আপজ'নে খতি নোহোৱাকৈ প্ৰত্যেক শুকুৰবাৰে সন্ধ্যা এজলাচৰ পৰা উঠি পোনে পোনে ষ্টেচনলৈ যায়। তাৰপৰা ৰেলেৰে গৈ লণ্ডনৰ পৰা প্ৰায় ৭০ মাইল দূৰত থকা নিজ গাৱঁৰ ঘৰলৈ গৈ তাত থাকে। আকৌ দেওবাৰে সন্ধ্যা লণ্ডনলৈ উভতি আহে। সপ্তাহৰ শেষৰ দুদিন সদায় গাৱঁৰ মুক্ত বতাহৰ তলত কটায়। আমি ইচ্ছা কৰিছিলোঁ যে এই মোকৰ্দ্দমা চলি থকালৈকে তেওঁ লণ্ডনতে থাকক। মই ভাবিছিলো যে শনিবাৰ আৰু দেওবাৰেহে বিপক্ষৰ তৰ্কৰ বিষয়ে আৰু নিজৰ কথা তেওঁক কবলৈ সুবিধা পাম। কিয়নো বাকীকিদিন গোটেইখিনি সময় এজলাচতে আৱশ্যক হ'ব। মোকৰ্দ্দমা চলি থাকিলে যি ধৰণেৰে ফিজ লয় তেওঁক সেই একে ফিজ লৈ শনিবাৰ আৰু দেওবাৰেও লণ্ডনতে থাকিবলৈ কোৱা হ'ল। তেওঁ এই কথাত মান্তি নহ'ল। ফিজৰ লোভেও তেওঁক এই নিয়মৰ পৰা আঁতৰাব নোৱাৰিলে। শেষত বহুত জেদ কৰাত তেওঁ ক'লে, সপ্তাহৰ দুদিন যদি মই গাৱঁৰ মুক্ত বতাহৰ তলত নকটাওঁ তেন্তে বাকী পাঁচ দিন কাম কৰিবলৈ মই সক্ষম নহম—তুমি ভাবা নেকি যে মই যদি এই নিয়ম ৰক্ষা নকৰিলো-

হেঁতেন তেন্তে এই বয়সতো মই ইমান কাম কৰিব পাৰিলোহেঁতেন ? মোক্কেলক বুজাই দিয়া যে ইয়াত থাকিলে মই তেওঁৰ কাম ভাল নকৰোঁ, বেয়াহে কৰিম ; গতিকে তেওঁ জেদ এৰি দিয়ক। আমিও তেওঁৰ কথা বুজিলো। যদি আমাৰ দেশৰ মানুহেও এইদৰে সময়ৰ সদ্ব্যৱহাৰ কৰিলেহেঁতেন আৰু স্বাস্থ্যৰ প্ৰতি লক্ষ্য ৰাখিলহেঁতেন তেন্তে আমাৰ জীৱন দীঘল হ'লহেঁতেন আৰু কামো বেছি কৰিব পাৰিলোহেঁতেন।

আমাৰ আৰু বিশেষকৈ আমাৰ ডাঙৰ ডাঙৰ বেৰিষ্টাৰসকলৰ মত আছিল যে আমাৰ মোকৰ্দ্দমা বৰ ভাল, আমি নিশ্চয় জিকিম। মিষ্টাৰ আপজ'নে ভাবিছিল যে আমি বেছি উত্তৰো দিব নালাগিব। বিপক্ষই ২০।২২ দিন মোকৰ্দ্দমাৰ তৰ্ক কৰিলে। এতিয়াও বোধকৰোঁ এমাহ দেড়মাহলৈকে বিপক্ষৰ তৰ্কই চলিব। ইযাৰ ভিতৰতে কাছাৰী প্ৰায় তিনিমাহৰ কাৰণে বন্ধ হ'বলগীয়া আছিল। ইয়াৰ ফলত মোকৰ্দ্দমা পুনৰ অক্টোবৰত হ'ব আৰু প্ৰায় ডিচেম্বৰলৈকে চলিব। তেতিয়া খুব ঠাণ্ডা পৰিব আৰু আমি বহুতেই সেই ঠাণ্ডা সহ্য কৰিব নোৱাৰিম ; বিশেষকৈ মইতো সেই ঠাণ্ডা সহ্য কৰিবই নোৱাৰোঁ। বাবু হৰিজী এই কথাত বৰ চিন্তিত হ'ল। অলপ সুবিধা পাযেই অন্যক নোসোধাকৈয়ে তেওঁ আপোচৰ কথা স্থিৰ কৰি ললে। তেওঁ জানিছিল যে উকীল-বেৰিষ্টৰে আপোচৰ কথা ভাল নাপাব ; কিয়নো তেওঁলোকে মোকৰ্দ্দমা জিকিম বুলি খুব আশা কৰিছিল। তথাপি খৰচ বচাবলৈ আৰু জাৰৰ অসুবিধাৰ পৰা বাচিবৰ কাৰণে বহুতো লোকচান কৰি তেওঁলোকে আপোচ কৰিলে। সকলো কথা স্থিৰ কৰাৰ পিছত লিখি দাখিল কৰিবৰ সময়ত তেওঁ এই কথা সকলোকে ক'লে। অন্যৰ আৰু এতিয়া একো ক'ব লগা নাছিল। আপোচ-নামা দাখিল কৰা হ'ল। এদিন হঠাতে জুলাই মাহৰ শেষৰ সপ্তাহত মোকৰ্দ্দমা শেষ হৈ গ'ল। আমি সকলোৱে ছুটী পালো।

মিষ্টাৰ আপজ'নে মোকৰ্দ্দমাৰ বাহিৰে অন্য কথা নাপাতিছিল। তেওঁৰ লগত মোৰ ইমান কাম হৈছিল যে মোৰ বিষয়ে কিছু জানিবৰ কাৰণে তেওঁ শ্ৰীকোঁৱৰ বাহাদুৰক কিছু কথা সুধিলে। তেওঁ জানিবলৈ পালে যে মই এতিয়া ওকালতি এৰি গান্ধীজীৰ লগত কাম কৰিছো। এই কথাত তেওঁ আচৰিত হ'ল। এদিন মোক সুধিলেও। এই কথাও ক'লে যে গান্ধীজী তেওঁৰ মোক্কেল আছিল। জালিৱানৱালাবাগৰ হত্যাকাণ্ডৰ সময়ত জেনেৰেল ডায়াৰৰ ওপৰত মোকৰ্দ্দমা কৰাৰ

সম্বন্ধত তেওঁৰ পৰা মতামত লোৱা হৈছিল। তেওঁ ৰায় দিছিল। মই তেওঁক ক'লো যে গান্ধীজী ডায়াৰৰ ওপৰত মোকৰ্দ্দমা চলোৱাৰ বিৰোধী আছিল, হ'ব পাৰে যে পণ্ডিত মতিলালজী আৰু দেশবন্ধু দাসে আপোনাৰ ৰায় বিচাৰিছিল। তেতিয়া তেওঁ ক'লে, মই ভাবিছিলো কংগ্ৰেছৰ হৈ গান্ধীয়ে মোৰ মতামত বিচাৰিছিল। তেতিয়ালৈকে এই কথাময়ো নাজানিছিলো যে হত্যাকাণ্ডৰ কথা ইমানদূৰ পাইছিলগৈ আৰু বিলাতৰ বেৰিষ্টাৰৰ মতামত বিচৰা হৈছিল। মোৰ সমন্ধে তেওঁ ইমানকে ক'লে, তুমি ওকালতি এৰিব নালাগে, মোকৰ্দ্দমা শেষ হ'লে এই বিষয়ে তোমাৰ লগত এদিন কথা পাতিম। কিন্তু মোকৰ্দ্দমাটো হঠাতে শেষ হ'ল আৰু মই বৰ লৰালৰিকৈ লণ্ডন এৰিব লগা হ'ল; সেইকাৰণে তেওঁৰ লগত আকৌ কথা হ'বলৈ নাপালো।

## ৭৪। যুদ্ধ-বিৰোধী সম্মেলনত

লণ্ডন এৰাৰ এটা বিশেষ কাৰণ আছিল। যিদিনা মোকৰ্দ্দমা শেষ হ'ল তাৰ দুদিনৰ পিছতে ভিয়েনাৰ কিছু দূৰত অষ্ট্ৰিয়াৰ সণ্টাচবাৰ্গত এখন আন্তৰাষ্ট্ৰীয় যুদ্ধ-বিৰোধী সন্মেলন হ'ব লগা আছিল। মোৰ এই বিষয়ত অলপ আগ্ৰহ আছিল। মিষ্টাৰ ফেনৰ ব্ৰাকৱে তাৰ সভাপতি হ'ব লগা আছিল। লণ্ডনত বহুত দিন থকা আৰু এই সন্মেলনত যোগদান কৰিবলগীয়া বিহাৰৰে শ্ৰীতাৰিণীপ্ৰসাদ সিংহই মোক ক'লে যে ময়ো যদি যাওঁ তেন্তে ভাল হ'ব। এনে ধৰণৰ সন্মেলনৰ কথা মই আগতেও শুনি থৈছো। তালৈ যাবৰ কাৰণে আগৰে পৰাই মানস কৰিছিলো। মোকৰ্দ্দমা শেষ হোৱাত খুব ভাল সুযোগ পালো। সেইকাৰণে মই তালৈ যাবলৈ ততালিকে মান্তি হ'লো। আমি আৰু এজন পঞ্জাবী বন্ধুৰ লৈতে যাত্ৰা কৰিলো। পিছদিনা সেইখিনি পালোগৈ। বাটত কোনো উল্লেখযোগ্য কথা হোৱা নাছিল। য়ুৰোপৰ সৰু সৰু দেশবোৰৰ অলপ আভাস পাই গ'লো। গাড়ী চাৰি-পাচ ঘণ্টা চলি যেতিয়া ৰৈ যায় তেতিয়া জানো যে আমি অন্য এখন দেশৰ সীমাত আহি সোমাইছো। তাত সেই দেশৰ কৰ্ম্মচাৰী সকলে টেক্সৰ কাৰণে

আমাৰ বস্তু-বেহানি চাবলৈ আহে। আমাৰ পাছ্-প'ৰ্টো পৰীক্ষা কৰিছিল। এইদৰে প্ৰায় ২৪ ঘণ্টাৰ পিছত আমি অষ্ট্ৰীয়া পালোগৈ। বাটত তিনি-চাৰিবাৰ বস্তু দেখুৱাব লগা হৈছিল।

যুদ্ধ-বিৰোধী সন্মেলন এখন গাৱঁৰ এটা পাহাৰৰ ওপৰৰ পুৰণি গীৰ্জ্জাঘৰত হৈছিল। তাত জাৰ্ম্মাণী, অষ্ট্ৰীয়া, ফ্ৰান্স, ইংলণ্ড, পেলেষ্টাইন, চেকোশ্লোভাকিয়া, হলেণ্ড আদি বহুতো দেশৰ প্ৰতিনিধি উপস্থিত আছিল। প্ৰতিনিধি সংখ্যা খুব বেছি নাছিল; কিন্তু নিজ নিজ ঠাইত সকলোৱে বৰ ধুমধামেৰে যুদ্ধ-বিৰোধী প্ৰচাৰত লাগি আছিল। ইয়াৰ ভিতৰত বহুতে তাৰ কাৰণে শাস্তি ভুগিছিল আৰু জেলত আছিল। যেতিয়া তেওঁলোকে গম পালে যে মই গান্ধীজীৰ লগত কাম কৰোঁ তেতিয়া স্বাভাৱিকতে মোৰ প্ৰতি তেওঁলোকৰ মন আকৰ্ষণ হ'ল। তেওঁলোকে মোৰ পৰা গান্ধীজীৰ কাম আৰু কামৰ নিয়মৰ বিষয়ে বহুত কথা সুধিবলৈ ধৰিলে। কনফাৰেন্সতো মোক অলপ ক'বলৈ কোৱা হ'ল। মই মহাত্মাজীৰ কামৰ সমন্ধে দুই-এটা কথা ক'লো। সেই-সময়ত ভাৰতবৰ্ষত বাৰডোলীৰ সত্যাগ্ৰহ চলি আছিল। তাৰ অলপ অচৰপ খবৰ মই তাত পাইছিলোঁ। মই বিশেষকৈ চম্পাৰণ আৰু বাৰডোলীৰ সত্যাগ্ৰহৰ সম্বন্ধেই বক্তৃতা দিলো। তেওঁৰ অহিংসাৰ নীতি কেনেকৈ ৰাজহুৱা প্ৰশ্ন সমাধান কৰাৰ কামত লগোৱা হৈছে আৰু সি কিমানদূৰ সফল হৈছে মই তাকে দেখুৱালোঁ। আমি তাত দুই-তিন দিন থাকিলো। বৰ ভাল ধৰণেৰে সময় অতিবাহিত হ'ল।

কনফাৰেঞ্চৰ কাম জাৰ্ম্মাণ, ফ্ৰেন্স, ইংৰাজী আৰু এস্পেৰেণ্টো—এই চাৰিটা ভাষাত হৈছিল। আগতে কৈ অহা এজন জাৰ্ম্মাণ যুৱক চাৰিওটা ভাষাতে এনে পণ্ডিত আছিল যে যি ভাষাতে বক্তৃতা নহওক তেওঁ শীঘ্ৰলিপিৰ (চৰ্টহেন্দ) দ্বাৰা সম্পূৰ্ণ বক্তৃতা লিখি লৈছিল। আৰু নিজৰ নোট আগত থৈ গোটেইটো বক্তৃতা তিনিওটা ভাষাতে অনুবাদ কৰি শুনাই দিছিল।

কনফাৰেঞ্চত যুদ্ধ-বিৰোধী প্ৰস্তাৱ পাছ কৰা হ'ল। কনফাৰেঞ্চৰ পিছত কিছুমান প্ৰধান ঠাইলৈ কনফাৰেঞ্চৰ প্ৰতিনিধি গৈ বক্তৃতাৰ দ্বাৰা যুদ্ধ-বিৰোধী আন্দোলন প্ৰচাৰ কৰাৰ সিদ্ধান্ত কৰা হ'ল। তাৰপৰা কিছু দূৰত গ্ৰাট্জ নামৰ চহৰখন আছে। তাত ডাক্তৰ ষ্টাণ্ডিনাথ নিজৰ ধৰ্ম্ম-পত্নীৰ লগত আছিল। তেওঁ তাৰ মেডিকেল কলেজৰ শিক্ষক আছিল। যদিও তেওঁলোক তেতিয়ালৈকে ভাৰতবৰ্ষলৈ অহা নাছিল, মহাত্মাজীৰ

লগত এই দম্পতীয়ে চিঠিৰ আদান প্ৰদান কৰিছিল। মই য়ুৰোপলৈ অহাৰ সময়ত মহাত্মাজীয়ে এওঁৰ নামৰ এখন চিঠি মোৰ হাতত দি কৈছিল যে সেইফালে গ'লে এওঁক লগ ধৰিবা। যেতিয়া গ্ৰাট্‌জলৈ যোৱাৰ কথা উঠিল মই তেওঁলৈ খবৰ দিলোঁ আৰু গান্ধীজীৰ চিঠিও পঠাই দিলোঁ। কনফাৰেঞ্চৰ সম্পাদক আছিল ইংলণ্ডৰ শ্ৰীৰন্‌হাম ব্ৰাউন। তেওঁৰ লগত আৰু কেইজনমান প্ৰতিনিধি ভিয়েনা আৰু গ্ৰাট্‌জলৈ যাবলৈ নিযুক্ত কৰিলে। ভিয়েনাত এখন সভা হ'ল আৰু সেই সভাৰ সভাপতি আছিল তাৰ বিখ্যাত পাদুৰী শ্ৰীউদা। সেই সভালৈ এনে কিছুমান মানুহ আহিছিল যি মাজে মাজে খুব গণ্ডগোল কৰি আছিল। মই তেওঁলোকৰ কথা বুজিব পৰা নাছিলোঁ; গতিকে তেওঁলোকে কি কৈছিল অথবা কি বিচাৰিছিল সেই কথা মই নাজানিছিলোঁ; কিন্তু ইমানখিনি বুজিব পাৰিছিলো যে তেওঁলোক বিৰোধী ভাবাপন্ন আছিল। সেই সভাত তাতোকৈ বেচি একো হোৱা নাছিল।

পিছদিনা আমি গ্ৰাট্‌জলৈ গলোঁ। সন্ধ্যা পাঁচ বজাত সেইখিনি পালোঁগৈ। সাত বজাৰ পৰা সভা হ'ব লগা আছিল। ষ্টেচনলৈ ডাক্তৰ ষ্টাণ্ডিনাথ সপৰিবাৰে আহিছিল। তেওঁ মোক তেওঁৰ লগত থাকিবলৈ নিমন্ত্ৰণ কৰিলে। আৰু মই তেওঁৰ লগত গুচি গলোঁ। বন্ধুসকল অন্য ঠাইত থাকিলগৈ কিন্তু ক'ত থাকিলগৈ মই নাজানোঁ, মই ভাবিছিলো যে আকৌ দুঘণ্টাৰ পিছতে লগ পামেই। সভাস্থল ডাক্তৰ ষ্টাণ্ডিনাথৰ ঘৰৰ ওচৰতে আছিল। তেওঁৰ ঘৰত হাত-মুখ ধুই কিবা অলপ খাই তেওঁলোক দুয়োৰে লগত মই নিৰ্দ্ধাৰিত সময়ৰ কিছু পূৰ্ব্বেই সভালৈ বুলি ৰাওনা হলো। তালৈ গৈ সভা হ'ব লগা সেই ডাঙৰ ঘৰটোত সোমালো। এনে ধৰণৰ সভা মই কেতিয়াও দেখা নাছিলো। প্ৰায় চাৰি-পাঁচ শ মানুহ বহিব পৰা এটা ডাঙৰ হল আছিল। গোটেই হলতে সৰু সৰু মেজ আছিল। প্ৰত্যেক মেজৰ চাৰিওফালে পাঁচ-ছজনকৈ মানুহ বহিছিল। প্ৰত্যেকজন মানুহৰ আগতে মদৰ গিলাচ আছিল। প্ৰায় সকলোৱেই চিগাৰেট অথবা চিগাৰ খাই আছিল। গোটেই ঘৰটো ধোৱাঁৰে ধুৱঁলি-কুঁৱলী হৈ আছিল। কোঠাটোৰ ভিতৰলৈ যাবলৈ এফালে দুৱাৰ আছিল। কোঠাতোৰ আনটো মূৰত ঘৰৰ কাষত কাঠৰ এখন প্লেটফৰ্মৰ ওপৰত পাঁচ-ছখনমান চকী আৰু এখন দীঘলীয়া মেজ থৈছিল। সেই প্লেটফৰ্মৰ এটা কোণৰ ওচৰত এখন সৰু দুৱাৰো আছিল আৰু দুৱাৰখন বন্ধ আছিল। আমি কোঠাটোৰ ভিতৰলৈ গলো। মোৰ পোচাক দেখিয়েই

কিছুমানে বোধহয় বুজিব পাৰিলে যে তাত বক্তৃতা দিবলৈ অহা সকলৰ ভিতৰৰ ময়ো এজন। কোঠাত সোমাওঁতেই এজন মানুহে মোক সুধিলে যে মই বক্তৃতা জাৰ্ম্মাণ ভাষাত দিম নে অন্য ভাষাত দিম। মই কৈ দিলো যে মই ইংৰাজী জানোঁ গতিকে যি ক'ব লাগে ইংৰাজীতে ক'ম। যদি উদ্যোক্তাসকলে অনুবাদ কৰাৰ কিবা ব্যৱস্থা কৰিছে তেন্তে কোনোবাই মোৰ বক্তৃতাৰ অনুবাদ কৰি দিব।

আমি কোঠাটোৰ মাজ পাওঁতেই একালে গণ্ডগোল আৰম্ভ হ'ল। মই একো বুজিব নোৱাৰিলো, কিন্তু সেই দম্পতিয়ে মোক ক'লে যে বিৰোধীলোকে এই গণ্ডগোল কৰিছে। আমি তিনিও সেই মঞ্চৰ ফালে গলোঁ। প্ৰফেচাৰ ষ্টাণ্ডিনাথ সেই প্লেটফৰ্মৰ কোণৰ দুৱাৰখনৰ ফালে গ'ল। তেওঁ দুৱাৰখন খুলিব খুজিলে কিন্তু দুৱাৰখন বন্ধ আছিল। ইতিমধ্যে প্ৰায় ১০।১২ জন মানুহ উঠি মঞ্চৰ ফালে আগবাঢ়ি আহিল। তেওঁলোকে উধাই-মুধাই মোৰ ওপৰত প্ৰহাৰ কৰিবলৈ ধৰিলে। তেওঁলোক (দম্পতি) দুয়ো মাজত সোমাই নিজে মাৰ গাত পাতি ল'লে। এনেতে আক্ৰমণকাৰীসকলৰ কিছুমানে চকীবোৰ দলিয়াই দলিয়াই ভাঙি পেলালে। আৰু ভগা টুকুৰাৰে মোক মৰিয়াবলৈ ধৰিলে। বেচেৰা দম্পতি ভাল জখম হ'ল। তেওঁলোকৰ মূৰৰ পৰা তেজ ওলাবলৈ ধৰিলে। ময়ো জখম হলো। মোৰ মূৰৰ পৰাও তেজ ব'বলৈ ধৰিলে। এনে কিয় হ'ল আৰু আমাৰ ওপৰত কিয় আক্ৰমণ হ'ল আমি ততকে ধৰিব নোৱাৰিলো। এনে সময়তে মোৰ মনলৈ হঠাতে এই ভাব আহিল যে এতিয়া ইয়াৰ পৰা তললৈ নামি যাব লাগে। মই প্লেটফৰ্মৰ পৰা জাপ মাৰি তললৈ নামি গ'লো। তলত বহি থকা মানুহে কি ভাবিছিল মই সেই কথা জনা নাছিলো। যিমান সময় মোৰ ওপৰত মাৰ-কিল হৈ আছিল কোনো উঠা নাছিল আৰু একো কোৱা নাছিল। তেওঁলোকৰ মাজেদি মই দুৱাৰৰ ফালে গুচি গলো। কেৱল এগৰাকী মহিলা মোৰ লগত গ'ল আৰু বাহিৰলৈ ওলাই প্ৰফেচাৰ ষ্টাণ্ডিনাথৰ লগত কিবা কথা পাতি থাকিল। আমি তেজেৰে ৰাঙলী হৈয়েই ঘৰ পালোহি। ঘৰত প্ৰফেচাৰে প্ৰথমে মোৰ ঘা ধুৱাই পটি বান্ধি দিলে। তাৰ পিছত পৰিবাৰৰ আৰু নিজৰ ঘা ধুলে। তেওঁলোকে ইংৰাজী কম জানিছিল। কষ্টৰে তেওঁলোকে নিজৰ ভাব প্ৰকাশ কৰিব পাৰিছিল।

মই ভাবিলোঁ যে যি সকলে আমাৰ ওপৰত আক্ৰমণ কৰিছিল তেওঁলোক যুদ্ধৰ পক্ষপাতী, সেইকাৰণে যুদ্ধবিৰোধী প্ৰচাৰ তেওঁলোকে বন্ধ

কৰিব খুজিছিল। মোৰ বন্ধুসকলৰ কোনো খবৰ পোৱা নাছিলোঁ। পিচত শুনিবলৈ পালোঁ যে তেওঁলোকে প্লেটফৰ্মৰ সৰু দুৱাৰৰ ওচৰত আমাৰ অপেক্ষাত বাহিৰত ৰৈ আছিল। পিছত তেওঁলোকে জানিব পৰিলে যে ভিতৰত এই ঘটনা হ'ল। সভাতো হ'ব নোৱাৰিলেই, তেওঁলোকো গুচি গ'ল। মই পিছদিনা ৰাতিপুৱা তাৰপৰা ভিয়েনালৈ যাত্ৰা কৰিলোঁ। মোক কিছুদূৰ আগবঢ়াই দিবলৈ ষ্টাণ্ডিনাথ সপৰিবাৰে আহিছিল। আমাৰ তিনিওৰে পটি বন্ধা আছিল। ৰেলৰ যাত্ৰীসকলে আমাৰ কথা সুধিলে। যেতিয়া ডাক্তৰ ষ্টাণ্ডিনাথে সকলো কথা ক'লে তেতিয়া এগৰাকী মহিলাই নিজৰ টোপোলা খুলি মোক কিবা খাবলৈ দিলে। কিন্তু সেইবোৰ মাংসৰে তৈয়াৰী বস্তু আছিল। মই গ্ৰহণ কৰিব নোৱাৰিলো। ডাক্তৰে তেওঁক ধন্যবাদৰ সৈতে বুজাই দিলে। আমাৰ দেশত বিদেশীৰ প্ৰতি সাধাৰণ মানুহে যি ভাব ৰাখে মই সুদূৰ বিদেশতো তাকেই দেখিলোঁ। এই ঘটনাৰ খবৰ বাতৰি কাকতত প্ৰকাশ হ'ল। তাৰ বাতৰি কাকতে এই ঘটনাৰ ওপৰত মন্তব্যও দিলে। সেই খবৰ ভাৰতবৰ্ষও পালেহি। মহাত্মাজীয়েও ইকাণ-সিকাণকৈ কিছু কথা শুনিবলৈ পালে। মই সেই সময়ত কালৈকো লিখা নাছিলোঁ। কিন্তু ডাক্তৰ ষ্টাণ্ডিনাথে মহাত্মাজীলৈ লিখি পঠালে। তেওঁ 'ইয়ং ইণ্ডিয়াত' পোন প্ৰথমে সম্পূৰ্ণ ঘটনা প্ৰকাশ কৰিলে।

## ৭৫। শ্ৰীৰোঁমা ৰোলাঁৰ লগত সাক্ষাৎ আৰু যুৱক সম্মেলনত

মই পোনে পোনে তাৰপৰা চুইজাৰলেণ্ডলৈ গলো। শ্ৰীৰোঁমা ৰোলাঁৰ লগত দেখা কৰাৰ মোৰ বৰ ইচ্ছা আছিল। গতিকে তেওঁ সাধাৰণতে য'ত থাকে মই তালৈ গলোঁ। কিন্তু তাত তেওঁৰ ভনীয়েকৰ লগত দেখা হয়ত গ'ম পালোঁ যে তেওঁ গৰমৰ কাৰণে কাৰ্টৰিগী পাহাৰলৈ গ'ল। মই তালৈকে গলো। পথ বৰ সুন্দৰ আছিল। ওখ পাহাড়টোৰ ওপৰলৈ ৰেলখন লাহে লাহে উঠি গ'ল। অলপ দূৰত বৰফেৰে ঢাক খাই থকা পাহাৰ দেখিবলৈ পাইছিলো। মোক এটা হোটেলত থাকিবলৈ দিলে। শ্ৰীৰোঁমা ৰোলাঁয়ে সকলো ব্যৱস্থা কৰি দিছিল। তাত দুদিন থাকিলো।

তেওঁৰ লগত দেখা হ'ল আৰু কথা-বাৰ্ত্তাও হ'ল। কিন্তু অসুবিধা হৈছিল যে তেওঁ ইংৰাজী কব নোৱাৰিছিল। আৰু মই ফ্ৰেন্স ভাষা নুবুজিছিলো। হোটেলত তেওঁ এজন ইংৰাজী জনা মানুহ বিচাৰি উলিয়ালে। কিন্তু তেওঁৰো বিদ্যা বৰ কম আছিল। তেওঁক লগ পাই মোৰ যিমান লাভ হ'ব লাগিছিল সিমান নহ'ল। তেওঁ গ্ৰাট্‌জৰ ঘটনাৰ কথা বাতৰি কাকতত পঢ়িছিল। মোৰ পটি বান্ধি থোৱা মূৰ আৰু হাত তেওঁ দেখিলে, তাৰপৰা গৈ চুইজাৰলেণ্ডৰ আৰু কেইখনমান চহৰ চাই মই লণ্ডনলৈ যাত্ৰা কৰিলোঁ। মই বৰ্ণবেল, ন্যুটাটেল, লোচন আৰু জেনেভা চহৰ চালোঁ। ন্যুটাটেলত এটা সৰু অথচ আচৰিত হ'বলগীয়া ঘটনা ঘটিছিল। মই তাৰ বজাৰত ঘূৰি ফুৰিছিলোঁ। এখন দোকানত হাতে-বোৱা কাপোৰ বেচিছিল। মই সেই দোকানখনলৈ গলোঁ। এজনী ছোৱালীয়ে কাপোৰ বেচিছিল। তেওঁ ইংৰাজী জানিছিল। মই যেতিয়া হাতে-বোৱা কাপোৰৰ কথা ক'লোঁ আৰু তেওঁ মোৰ পোচাক দেখিলে তেতিয়া তেওঁ বুজিলে যে মই ভাৰতবৰ্ষৰ মানুহ। মই এই কথা জানিবলৈ পাই আচৰিত হ'লো যে ছোৱালীজনীয়ে কেৱল গান্ধীজীৰ নামেই নাজানিছিল, গান্ধীজীৰ সম্বন্ধে যিবোৰ কিতাপ পাইছিল সেইবোৰ পঢ়িছিল। তেওঁ হাতে-বোৱা কাপোৰ পোৱা মিউনিকৰ এখন দোকানৰ ঠিকনা দিলে। নিজৰ দোকানত ৰখা পুৰণি চুইচ যঁতৰৰ নমুনাও দেখুৱালে। সেই যঁতৰ আমাৰ চকা থকা (পুত্তিবালে) যঁতৰৰ সমানেই আছিল কিন্তু তাক ওখ চকী বা টুলত বহিহে চলাব পাৰে। শ্ৰীৰোঁমা ৰোলাঁই লিখা কিতাপে গান্ধীজীৰ সম্বন্ধে কিমান প্ৰচাৰ কৰিলে মই সেই কথা প্ৰথম প্ৰথম তাতেহে জানিবলৈ পালোঁ।

চুইজাৰলেণ্ডৰ চহৰ চাই-চিতি মই পেৰিচ পালোঁগৈ। তাতো দুদিন নে এদিন থাকি চহৰখন চাই লণ্ডন পালোগৈ। মই সন্ধ্যা ৬।৭ বজাত মোৰ লণ্ডনত থকা ঘৰ পালোগৈ। ঘৰ পাই দেখিলো সকলোপিনে নিস্তব্ধতা, ঘৰত কোনো নাছিল। সোধাত জানিবলৈ পালোঁ যে মোৰ অনুপস্থিতিত এটা ভয়ঙ্কৰ দুৰ্ঘটনা হৈ গ'ল। আমাৰ লগৰ শ্ৰীসত্যৰঞ্জন প্ৰসাদ সিংহ এদিন কৰবাৰ পৰা ঘূৰি আহি ঠিক নিজৰ ঘৰৰ আগত বাছৰ পৰা নামি ৰাস্তা পাৰ হওঁতে মটৰে খুন্দা মাৰি দিলে আৰু তেওঁ অজ্ঞান হৈ পৰি গ'ল। তেওঁৰ অৱস্থা বৰ সঙ্কটপূৰ্ণ আছিল। সকলো তেওঁৰ চিকিৎসা কৰি থকা নাৰ্চিং হোমলৈ (শুশ্ৰূষা গৃহ) গৈছিল। হাত-মুখ ধুই ময়ো তত্কালিকে তালৈ গলো। আঘাত পোৱাৰ পিছৰ পৰা

তেওঁৰ জ্ঞান হোৱা নাছিল। মই গৈ পাওঁতেও তেওঁ সংজ্ঞাহীন আছিল। তেওঁৰ অৱস্থা উদ্বেগপূৰ্ণ আছিল। সেই ৰাতিয়েই তেওঁৰ মৃত্যু হ'ল।

মোৰ ইচ্ছা আছিল যে মোকৰ্দ্দমা শেষ হ'লে মই লণ্ডন চাম আৰু অন্য ঠাইতো ঘূৰি-পকি ভাৰতবৰ্ষলৈ ঘূৰি আহিম। কিন্তু এই ঘটনাৰ কাৰণে সকলোৰে মন উদাস হৈ পৰিছিল। এতিয়া আমি সকলোৱেই যিমান পাৰোঁ সোনকালে ভাৰতবৰ্ষলৈ উভতি আহিবলৈ মন কৰিলোঁ। এতিয়া আৰু তাত থাকি কোনো বস্তুকে চাবৰ লেশমাত্ৰও ইচ্ছা নাছিল। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ মৃত্যু সম্বন্ধীয় কৰনাৰ তদন্তৰ কাৰণে দুই-তিন দিন থাকিবলগীয়া হ'ল। তেওঁলোকে ৰায় দিলে যে মৃত্যু দুৰ্ঘটনাৰ কাৰণে হৈছে, কাৰো দোষ নাই আৰু আমাক শৱটো দি দিলে। শৱটো আমি তাৰ প্ৰিমেটৰিয়ামত জ্বলালো। মই সেই ৰাতিয়েই এডিনবৰালৈ গুচি গলো। তাৰ পৰা ঘূৰি আহি আমি সকলো ৰাওনা হ'লোঁ। লণ্ডনত একো চাব নোৱাৰিলোঁ। আনকি বৃটিছ মিউজিয়মৰো কেৱল দৰ্শন মাত্ৰহে হ'ল, তাৰ ভিতৰলৈ গৈ একো চাব নোৱাৰিলো।

আমি লণ্ডনৰ পৰা এই ভাবি ৰাওনা হৈছিলোঁ যে মাৰ্ছেল্‌চত আগষ্ট মাহৰ শেষৰ সপ্তাহৰ কোনোবা এদিন এৰিব লগা 'মূলতান' জাহাজত যাত্ৰা কৰিম। ইয়াৰ মাজতে দহ-বাৰটা দিন পোৱা যায়। মই ভাবিলো যে এই দহ-বাৰ দিন য়ুৰোপৰ দেশবোৰ চোৱাত লগাম। এই সময়তে হুলেণ্ডত যুৱকসকলৰ এখন আৰ্ন্তৰাষ্ট্ৰীয় সন্মেলন হ'বলগীয়া আছিল। মই তালৈও গলোঁ। সেই সম্মেলনতে বঙ্গদেশৰ ডাক্তৰ সান্যালৰ লগত দেখা হ'ল। সিও একৰকম যুদ্ধ-বিৰোধী সন্মেলনেই আছিল। তালৈকো কেইবাখন দেশৰ যুৱক আহিছিল। এটা বিশেষত্ব আছিল যে তাত আমেৰিকাৰ বহুত প্ৰতিনিধি আছিল। আগতে কৈ অহা সণ্টাচবাৰ্গৰ যুদ্ধ-বিৰোধী সন্মেলনতকৈ ইয়াৰ প্ৰতিনিধিৰ সংখ্যা বহুত বেছি আছিল; কিন্তু তাত যিমান গাম্ভীৰ্য্য আৰু আন্তৰিক উৎসাহ দেখিবলৈ পাইছিলো ইয়াত তেনে দেখা নাছিলো। এই সম্মেলনো কোনো চহৰত নহৈ এখন গাৱঁত হৈছিল। ঘৰত নাথাকি আমি সকলোবোৰ তম্বুত আছিলো। ব্যৱস্থা সাধাৰণ আছিল। সময়ত চাইৰেন বাজিছিল। সকলোৱে হাতত গিলাচ আৰু থাল লৈ এটা ডাঙৰ তম্বুলৈ গৈছিল। তাত কাঠৰ তক্তা জোৰা দি কাম চলাব পৰা মেজ আৰু বেঞ্চ তৈয়াৰ কৰিছিল। তাতে ভাত আৰু জলপান দিছিল। আকৌ চাইৰেন বাজিলে সকলো সন্মেলনলৈ গৈছিল। তেতিয়া তাত বক্তৃতা হয়। মই দেখিলোঁ যে দেশ-দেশান্তৰৰ

সেই যুৱকসকলৰ সকলো ৰাষ্ট্ৰীয় আৰু অন্তৰাষ্ট্ৰীয় বিষয়তে সম্পূৰ্ণ আগ্ৰহ আছে। তাত বৰ উৎসাহেৰে ৰাষ্ট্ৰসংঘৰ (League of Nations) নিচিনা সংস্থাসমূহৰ আৰু সেইবিলাকৰ কাৰ্য্যকলাপ আৰু উপকাৰিতা সম্বন্ধে খুব আলোচনা আদি হৈছিল। তাত কিছুমান জাৰ্ম্মান যুৱকো আছিল। মই অনুমান কৰিছিলোঁ যে সেই দেশত নিজৰ ভিতৰতে মতভেদ আছিল—অন্য দেশৰ প্ৰতিনিধিসকলৰ মাজতো তাৰ সমস্যা সম্বন্ধে বিচাৰ ধাৰাত মতভেদ আছিল। এই সন্মেলনতো মই বক্তৃতা দিছিলো।

## ৭৬। জাৰ্ম্মানী আৰু ইটালী পৰিভ্ৰমণ আৰু স্বদেশলৈ প্ৰত্যাবৰ্ত্তন

তাৰ পৰা মই বাৰ্লিনলৈ গলো। ইয়াত থকা সময়খিনিৰ আৰু কামৰ অলপ বৰ্ণনা দিয়া ভাল হ'ব। মই এখন ভ্ৰমণসূচী কৰি লৈছিলোঁ আৰু তাত জাৰ্ম্মানীৰ তিনিখন চহৰ ৰাখিছিলো—বাৰ্লিন, লিপ্‌জিগ আৰু মিউনিক। ইটালীৰ ভেনিচ আৰু ৰোম, ফ্ৰান্সৰ দক্ষিণে নীচ হৈ মাৰ্চেলচলৈ যোৱাৰ ইচ্ছা আছিল। সময় ইমান কম আছিল যে ইয়াতকৈ বেছি ক'লৈকো যাব নোৱাৰি আৰু এই চহৰবোৰতে সম্পূৰ্ণ সময় দিব পৰা নাছিলোঁ। মই প্ৰায় ৰাতিৰ গাড়ীত ৰাওনা হৈছিলো। তাৰ গাড়ীবোৰত বেছি টকা দিলে শুবলৈ ঠাই পোৱা যায়। গতিকে মই এনে গাড়ী বাচি লৈছিলো যি ৰাতি দহ এঘাৰ বজাত ৰাওনা হয় আৰু ৰাতিপুৱা লক্ষ্যস্থান পায়গৈ, শোৱা টিকত লৈ ৰাতি গাড়ীত আৰামত শোওঁ। ৰাতিপুৱা গাড়ীতে মুখ-হাত ধুই নামি যাওঁ। ষ্টেচনত যাত্ৰীৰ বয়বস্তু ৰখা কোঠাটো বিচাৰি লওঁ। প্ৰায় প্ৰত্যেক ষ্টেচনতে টমাচ কুকৰ প্ৰতিনিধি পোৱা গৈছিলেই; কেৱল লিপ্‌জিগত পোৱা নাছিলো।

বাৰ্লিন চহৰত নামোতে প্ৰথমে কোনো পৰিচিত লোক পোৱা নাছিলো। কিন্তু মই যেতিয়া টেক্সীৱালাৰ লগত আকাৰে ইঙ্গিতে ইংৰাজী হোটেলৰ খবৰ কৰাৰ চেষ্টা কৰিছিলোঁ তেতিয়া টমাচ কুকৰ মানুহ দেখিবলৈ পালো। তেওঁ মোক এটা হোটেললৈ লৈ গ'ল। ঘটনাক্ৰমে বাবু হৰিজীও সেই হোটেলতে উঠিলগৈ। তেওঁৰ লগত দেখা হ'ল। মই তাত দুদিন নে তিনদিন থাকিলোঁ। ঘুৰি-পকি বাৰ্লিন চহৰ চালোঁ।

তাত শ্ৰী বি, চট্টোপাধ্যায়ৰ লগত দেখা হ'ল। বঙ্গদেশৰ লগত তেওঁৰ কিছু সম্বন্ধ আছিল। তেওঁ ক'লে যে মই যদি তালৈ যাব খোজোঁ তেন্তে তেওঁ পাছ-প'ৰ্ট বন্দবস্ত কৰি দিব পাৰিব। কিন্তু সময় কম হোৱাৰ কাৰণে মই এই সুবিধা গ্ৰহণ কৰিব নোৱাৰিলোঁ। বাৰ্লিনত নিৰামিষ ভোজন পোৱা এখন ৰেষ্টোৰাঁত গৈ মই ভাত খাইছিলোঁ। তেওঁলোকে গোটেই য়ুৰোপৰ ডাঙৰ ডাঙৰ চহৰবিলাকৰ নিৰামিষ ভোজনালয়ৰ তালিকা দি দিলে। তাত সকলো নাম আৰু ঠিকনা ছপাই থোৱা আছিল। ষ্টেচনত নামি মই সেই কাগজকে দেখুৱাই এনেকুৱা ৰেষ্টোৰাঁলৈ যাওঁ আৰু তাতে ভাত-পানী খাওঁ। কণীৰ কাৰণে অলপ অসুবিধা হৈছিল; কিন্তু মই এনে দুই-এটা শব্দ শিকি লৈছিলোঁ। (এতিয়া পাহৰি গলো) যি কেইটাৰ দ্বাৰা মই এই কথা বুজাই দিছিলো।

লিপ্‌জিগত কেৱল দিনটো থকিলো। তাত টমাচ কুকৰ প্ৰতিনিধি নাপালো। সেইকাৰণে তাত নিজৰ বুদ্ধি মতেই কাম কৰিবলগীয়া হ'ল। ইংলণ্ডলৈ যোৱাৰ আগতে মই কেইবামাহো লুই কোহিনীৰ জল-চিকিৎসা পদ্ধতিৰে 'কটি স্নান' (hip bath) কৰিছিলো আৰু তাৰ পৰা কিছু উপকাৰো পাইছিলো। তেওঁৰ কিতাপো ইংৰাজীতে পঢ়িছিলো। গতিকে মোৰ ইচ্ছা হ'ল যে নিজে গৈ এবাৰ তেওঁক দেখা কৰোঁ। সেইকাৰণে মই মোৰ ভ্ৰমণসূচীত লিপ্‌জিগ ৰাখিছিলো। ষ্টেচনৰ পৰা পোনে পোনে তেওঁৰ চিকিৎসালয়লৈ গলো। তা'ত গৈ শুনিবলৈ পালো যে তেওঁৰ মৃত্যু হ'ল—আচৰিত ধৰণেৰে। তেওঁ ফল খোৱাৰ খুব পক্ষপাতী আছিল। বয়স বহুত হৈছিল যদিও এজোপা গছত ফল পাৰিবলৈ উঠোতে পৰি আঘাত পোৱাত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ এজন ল'ৰা আছিল আৰু তেওঁ ইংৰাজী নাজানেই বুলিব পাৰি। তেওঁৰ লগত কোনো ৰকম কথা-বতৰা হ'লো। তেওঁ মোৰ কাৰণে স্নানবিধি আৰু আহাৰ সম্বন্ধীয় লিষ্ট তৈয়াৰ কৰি দিলে। তাতে এবাৰ গা ধুৱাই দেখুৱাইও দিলে। সেই লিষ্ট জাৰ্ম্মান ভাষাত আছিল। মোৰ তাৰ পৰা একো লাভ নহল আৰু সি তাতে হেৰায়ো থাকিল।

খাবৰ সময়ত মই তাৰ এখন ৰেষ্টোৰাঁলৈ গলোঁ। তাত ইংৰাজী জনা মানুহ এটাও নাছিল। মই বৰ কষ্টেৰে এটা লণ্ডৱাক অলপ বুজাবলৈ চেষ্টা কৰি আছিলো। মোৰ পৰা অলপ দূৰত এখন মেজত এগৰাকী মহিলা খাবলৈ বহিছিল। তেওঁ মোৰ অসুবিধা দেখি ওচৰলৈ আহিলে। তেওঁ ইংৰাজী খুব ভালকৈ জানিছিল। তেওঁ জাৰ্ম্মান আছিল, স্বামী

আছিল আমেৰিকান আৰু তেওঁ সেই সময়ত আমেৰিকালৈ গৈছিল। তেওঁ মোক খুব সহায় কৰিলে। সেইদিনা টমাচ কুকৰ প্ৰতিনিধিৰ কাম তেৱেঁই কৰিলে। বুৰি-পকি গোটেই চহৰখন তেৱেঁই দেখুৱালে। সন্ধ্যা গাড়ীত তুলি দিলে। এনে সহৃদয়তা সাধাৰণতে দেখিবলৈ পোৱা নাযায়।

ভ্ৰমণ সূচী অনুসৰি মই মিউনিকলৈ গলোঁ। তাত তাৰ বিখ্যাত চেলাৰ হাউচ চালোঁ য'ত প্ৰায়ে হিটলাৰৰ বক্তৃতা হয়। বৈজ্ঞানীক বস্তু সংগৃহীত তাৰ বিখ্যাত মিউজিয়ামটোও চালো। ন্যাটাটেলত মোক হাতে-বোৱা কাপোৰ পায় বুলি কোৱা সেই দোকানখনো বিচাৰি উলিয়ালোঁ। কিন্তু তেনে কোনো কাপোৰ নাপালো।

মিউনিকৰ পৰা মই ভেনিচলৈ গলোঁ। আচৰিত ধৰণৰ চহৰ ভেনিচ। ঘৰে ঘৰে সমুদ্ৰ। ঘৰৰ পৰা ওলাই নাৱেৰে বাহিৰলৈ যাব পাৰি। নাৱৰ বাহিৰে তাত অন্য যান-বাহন নাই। পানীৰ মাজত ডাঙৰ শিল আৰু তাতে ঘৰ সজা হয়। যি বিখ্যাত গীৰ্জ্জাঘৰটো আছে তাত বিৰাট মুকলি ঠাই আছে। মই তাতে গধূলি টহলি আছিলো। ৰাতি দহ-এঘাৰ বজাত হোটেললৈ গৈ তাত থাকিবলৈ বিচাৰিলো। কিন্তু তাত ইমান মহ যে আঠুৱা তৰাৰ পিছতো তাত থকা মস্কিল হৈ পৰিল। সেইকাৰণে গাড়ীৰ সময়ৰ আগতেই ষ্টেচনলৈ গুচি আহিলো।

ৰোমত দুদিন থাকিলো। টমাচ কুকৰ ব্যৱস্থাত নতুন আৰু পুৰণি বস্তুবোৰ ভালদৰে চালোঁ। ইটালীৰ দুয়োখন চহৰতে ফৌজৰ বহুত মানুহ অ'লৈ-ত'লৈ অহা-যোৱা কৰা দেখিছিলো। মোৰ ধাৰণা হৈছিল যে ফৌজ তাত বৰ শক্তিশালী। মোৰ ভ্ৰমণ এনেকুৱা আছিল যে যাত্ৰীসকলে চাবলগীয়া ঠাইৰ বাহিৰে অন্য একো নেদেখিলো। আৰু কাকো লগ পাবও নোৱাৰিলো। সময়ো নাছিল আৰু তাৰ ব্যৱস্থাও নাছিল। আগৰে পৰা ঠিক কৰা হ'লে কিছুমান মানুহৰ লগত দেখা কৰিব পাৰিলোহেঁতেন। সময় থকা হ'লে তাৰ পৰিস্থিতি সম্বন্ধেও জানিবলৈ যত্ন কৰিলোহেঁতেন। এনে কৰিব নোৱাৰাত দুঃখিত যদিও উপায়ো নাছিল।

শেষত মাৰ্চেলচলৈ ৰাওনা হ'লো। বাটত নীচত নামিলো। তাত ভাগলপুৰৰ শ্ৰীদীপনাৰায়ণৰ লগত দেখা হ'ল। কেইঘণ্টামান তেওঁৰ লগত থাকিলো। তাত ও[illegible]ত থকা বিখ্যাত কেচিনোও চালোঁ, তাত মানুহে জুৱা খেলে। এইবিলাক বস্তু চাই মই আনন্দ নাপালো। মই ততালিকে মাৰ্চেলচলৈ গুচি গলো। পিছদিনাই জাহাজত ৰাওনা

হ'বলগীয়া আছিল। বাবু হৰিজীৰ লগত দেখা হ'ল। ৰাতি এটা, হোটেলত থাকিলো। পিছদিনা 'চুলতান' জাহাজত যাত্রা কৰিলো। জাহাজ ভাৰতবৰ্ষলৈ বুলি ৰাওনা হ'ল। এইবাৰ আমি আঠ-দহজন মানুহ একেলগে জাহাজত আছিলো কাৰণে কোনো ৰকমৰ অসুবিধা নহ'ল। মোৰ স্বাস্থ্য কিছু বেয়া হৈছিল। দুদিনমান সমুদ্ৰৰ বতাহ লগাত আকৌ উদ্ফাই বেমাৰে উক দিলে। কিন্তু মই সোনকালেই আৰোগ্যও হলো। আমি চেপ্টেম্বৰ মাহৰ দ্বিতীয় সপ্তাহত বোম্বাইত উঠিলোহি। জাহাজত কোনো বিশেষ ঘটনা হোৱা নাছিল। ঢাকা বিশ্ববিদ্যালয়ৰ ভাইচচেন্সলৰ চাৰ ফিলিপ হার্টোগ সেই জাহাজতে উভটি আহিছিল। তেওঁৰ লগত দেখা হ'ল। জাহাজত প্ৰায়ে তেওঁৰ লগত কথা-বতৰা হৈছিল।

## ৭৭। চাইমন কমিচনৰ পুনৰাগমন আৰু দেশ ভ্ৰমণ

বোম্বাইত জাহাজৰ পৰা নামি মই পোনে পোনেই আহ্মদাবাদলৈ গলোঁ। তাত দুই-এদিন থাকি পুনৰ পাটনালৈ উভতি আহিলোঁ। মোৰ অনপস্থিতিত দেশত দুটা ডাঙৰ ঘটনা হৈছিল—(১) বাৰডোলীত খাজনা বঢ়োৱাৰ কাৰণে সত্যাগ্ৰহ আৰু (২) দেশৰ কাৰণে সকলো দলৰ লগত মিলি বিধান ৰচনা কৰিবলৈ নেহৰু-কমিটি গঠন। বাৰডোলীৰ সত্যাগ্ৰহ খুব সফল হৈছিল। চৰকাৰে সকলো প্ৰকাৰে তাক দমন কৰিবলৈ যত্ন কৰিছিল। জনতায়ো উৎসাহেৰে দমন সহ্য কৰিছিল। দমন সহ্য কৰাত জনতা সম্পূৰ্ণ সফল হৈছিল। গান্ধীজীৰ সহায় আৰু আশীৰ্ব্বাদতো আছিলেই, আৰু আন্দোলন চলোৱাৰ সম্পূৰ্ণ ভাৰ প্ৰকৃততে চৰ্দাৰ বল্লভভাই পেটেলৰ ওপৰতেই আছিল। তেওঁ সেই আন্দোলন অতি চতুৰতাৰে ধীৰ আৰু নিৰ্ভীকভাৱে যথেষ্ট পৰিশ্ৰম কৰি চলাইছিল। সকলো দলৰ লোকেই এই আন্দোলন ৰৰ মহত্বপূৰ্ণ বুলি ভাৱিছিল। সকলোৱে সহায়ো কৰিছিল। চৰ্দাৰে গুজৰাটৰ বাহিৰৰ মানুহক আহিবলৈ হাক দিছিল। সেইকাৰণে অন্য প্ৰদেশৰ কৰ্ম্মীসকলে বাহিৰৰ পৰাই যি পাৰে সহায় কৰি থাকিবলৈ ধৰিলে। তালৈ কোনো নগ'ল।

গোটেই দেশৰ সন্মুখত সত্যাগ্ৰহৰ এক আদৰ্শৰ নিদৰ্শন দেখা গ'ল। মানুহে এই কথা জানিবলৈ পালে যে সংগঠন আৰু ত্যাগ যথেষ্ট থাকিলে অহিংসাত্মক সত্যাগ্ৰহৰ দ্বাৰা শক্তিশালী চৰকাৰকো কাহিল কৰিব পাৰি। যিহৰ কাৰণে মানুহে ১৯২১ চনৰে পৰা অপেক্ষা কৰি আছিল তাকে চৰ্দাৰে এখন জিলাত প্ৰত্যক্ষভাৱে দেখুৱাই দিলে। এতিয়া ইয়াৰ পিছত মানুহে ইয়াকে ভাবিবলৈ ধৰিলে যে গোটেই দেশখনকে কেনেকৈ বাৰডোলীত পৰিণত কৰা হয়। এই সত্যাগ্ৰহে দেশত নতুন প্ৰাণৰ সঞ্চাৰ কৰিলে। যি সত্যাগ্ৰহ ১৯৩০ চনত হ'ল, তাৰ কাৰণে ভেটী ৰচনা কৰাও হ'ল।

মাদ্ৰাজ কংগ্ৰেছতে এখন কমিটি নিযুক্ত হৈছিল। সেই কমিটিক সকলো দলৰ নেতাৰ লগত লগলাগি এক ব্যৱস্থা কৰিবৰ কাৰণে ভাৰ দিয়া হৈছিল। চাইমন কমিচন সকলোৱে বৰ্জ্জন কৰিছিল কিন্তু কমিচনে নিজৰ কাম কৰি গৈছিল। সকলোৱে ভাৱিছিল যে যেতিয়ালৈকে নিজে ৰচনা কৰি কোনো বিধান বিশ্বৰ সমুখত ডাঙি ধৰিব নোৱাৰি তেতিয়ালৈকে মানুহে ইয়াকে ভাবিব যে আমি কেৱল ধ্বংস-কাৰ্য্যহে কৰিব জানোঁ কোনো ৰচনাত্মক কাম কৰিব নোৱাৰোঁ। সেইকাৰণে এই কমিটিয়ে সকলো দলৰ মানুহৰ পৰা সহায় পালে। পণ্ডিত মতিলাল নেহৰু ইয়াৰ আহ্বায়ক আছিল সেইকাৰণে ইয়াৰ নাম নেহৰু-কমিটি হ'ল। এই কমিটিয়ে বিধান ৰচনা কৰিলে। সকলো দলৰ প্ৰতিনিধিয়েই দুই-চাৰিটা কথা বাদ দি সৰহভাগ কথাকে মানিও লৈছিল। এতিয়া এই বিধান কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনৰ সময়ত এক সৰ্ব্বদলীয় সন্মেলনত নিয়মতে মঞ্জুৰ কৰি লবলগীয়া আছিল। কংগ্ৰেছৰ দ্বাৰায়ো ইয়াক মঞ্জুৰ কৰাই লবলৈ বাকী হৈছিল। ডিচেম্বৰত কলিকতাত কংগ্ৰেছৰ অধিবেশন হ'বলগীয়া আছিল। পণ্ডিত মতিলাল নেহৰু সভাপতি নিৰ্ব্বাচিত হ'ল। নেহৰু-কমিটি ৰিপ'ৰ্টৰ ওপৰত গোটেই দেশতে আলোচনা হৈ আছিল। সকলো চিন্তাধাৰাৰ লোকে এই সম্বন্ধে নিজ নিজ মতামত দি গৈছিল। কিন্তু ঔপনিবেশিক স্বায়ত্ত-শাসনেই ভাৰতৰ লক্ষ্য বুলি ধৰি এই বিধান ৰচনা কৰা হৈছিল। সেইকাৰণে যি সকল কংগ্ৰেছী লোক পূৰ্ণ স্বৰাজৰ পক্ষপাতী আছিল তেওঁলোক ইয়াৰ দ্বাৰা সন্তুষ্ট হোৱা নাছিল। এই সকলৰ ভিতৰত মুখ্য আছিল পণ্ডিত শ্ৰীজৱহৰলাল নেহৰু, শ্ৰীসুভাষচন্দ্ৰ বসু আৰু শ্ৰীশ্ৰীনিবাস আয়েঙ্গাৰ।

মই স্বদেশলৈ ঘূৰি অহাৰ কিছুদিন পিছতেই তাৰ আৰম্ভ হোৱাৰ লগে লগেই চাইমন কমিচন পুনৰ ভাৰতবৰ্ষলৈ ঘূৰি আহিল। যিবিলাক প্ৰদেশলৈ তেওঁলোক যাব পৰা নাছিল সেইবিলাকলৈ যাবলৈ ধৰিলে। পঞ্জাবত চাইমন কমিচন বৰ্জ্জনত আৰু বিৰোধ প্ৰদৰ্শনত লালা লাজপৎৰায়জীয়েও যোগ দিছিল। পুলিচে বিৰোধ প্ৰদৰ্শনকাৰীসকলৰ ওপৰত লাঠী চলাইছিল। পূজ্য লালাজীয়ে পুলিচৰ লাঠীৰ কোবত খুব আঘাত পাইছিল। তেওঁ শয্যাগত হ'ল। পুনৰ আৰোগ্য হ'ব নোৱাৰিলে। এনে অনুমান হয় যে সেই লাঠীৰ দ্বাৰা হোৱা গুৰুতৰ আঘাতেই কিছুদিনৰ পিছতে হোৱা তেওঁৰ মৃত্যুৰ কাৰণ। যেতিয়া কমিচন যুক্তপ্ৰদেশ পালেগৈ তাতো বিৰোধ-প্ৰদৰ্শনকাৰীসকলৰ ওপৰত পুলিচে লাঠী চলালে। পণ্ডিত জৱহৰলাল নেহেৰুৱেও আঘাত পাইছিল। এইদৰে এই কমিচনে পুলিচৰ লাঠীৰ সৈতে দেশ ভ্ৰমণ কৰি ফুৰিছিল। এতিয়া তেওঁলোকৰ পাটনালৈ অহাৰ দিন ধাৰ্য্য হ'ল।

মোৰ অনুপস্থিতিত বিহাৰতো দুটা গুৰুত্বপূৰ্ণ ঘটনা ঘটিছিল। চাৰ্চলাইট বাতৰিকাকতৰ ওপৰত হাইক'ৰ্টৰ চীফ-জাষ্টিচ চাৰ কুৰ্ট্নে টিৰলে আদালতৰ মান হানি কৰাৰ মোকৰ্দ্দমা চলালে। পাটনা হাইক'ৰ্টৰ চীফ-জাষ্টিচ চাৰ ডাচন মিলাৰ সেই বছৰতে পেন্সন লৈ গুচি গ'ল। তেওঁ অত্যন্ত শান্ত প্ৰকৃতিৰ আৰু স্বতন্ত্ৰ বিচাৰধাৰাৰ জজ আছিল। যদিও তেওঁ মোকৰ্দ্দমা ভালকৈ বুজি উঠাত কিছু সময় লৈছিল তথাপি তেওঁৰ ৰায় বৰ ভাল আছিল। সকলো তেওঁৰ প্ৰতি সন্তুষ্ট আছিল। তেওঁ যোৱাৰ পিছত ইংলণ্ডৰ পৰা নূতন চীফ-জাষ্টিচ আহিল। তেওঁ মানুহৰ লগত মিলা-মিচা কৰাত বৰ ভাল আছিল; কিন্তু তেওঁৰ স্বভাৱ বিচিত্ৰ ধৰণৰ আছিল আৰু প্ৰায়ে ৰায় দিওঁতে তেওঁ পথভ্ৰষ্ট হৈছিল। তেওঁৰ এটা ৰায়ৰ ওপৰত চাৰ্চলাইটে চোকা মন্তব্য প্ৰকাশ কৰিলে। তাৰ কাৰণেই চাৰ্চলাইটৰ ওপৰত মোকৰ্দ্দমা চলিল। এই মোকৰ্দ্দমাৰ গুৰুত্ব ইমান বেছি হ'ল যে প্ৰয়াগৰ পৰা শ্ৰীমতিলাল নেহৰু আৰু চাৰ তেজবাহাদুৰ চাপ্ৰু আৰু কলিকতাৰ পৰা শ্ৰীশৰৎ চন্দ্ৰ বসু তৰ্ক কৰিবলৈ আহিল। কিছুদিন পাটনাত বৰ হুলস্থূল হৈছিল। মই শুনিবলৈ পাইছিলো যে বৰ সুন্দৰ আৰু ওজস্বী তৰ্ক হৈছিল। শেষত চাৰ্চলাইটৰ অলপ শাস্তি হ'ল। ইয়াৰ কাৰণে শিক্ষিতসকলৰ মাজত, বিশেষকৈ উকীলসকলৰ মাজত বৰ হুলস্থূল হৈছিল।

অন্যটো ঘটনা হ'ল গয়া ডিষ্ট্ৰিক্ট ব'ৰ্ড সম্বন্ধে। তাত শ্ৰীঅনুগ্ৰহ

নাৰায়ণ সিংহ চেয়াৰমেন আছিল। আগতে কৈ আহিছো যে ১৯২১ চনৰ পৰা মন্ত্ৰী হৈ অহা আৰু মন্ত্ৰীত্বৰ হেতু সকলো মিউনিচিপেলিটি আৰু ডিষ্ট্ৰিক্ট ব'ৰ্ড চোৰাচিতা কৰা চাৰ গণেশ দত্ত সিংহক প্ৰাদেশিক কাউঞ্চিলৰ নিৰ্ব্বাচনত কংগ্ৰেছে বিৰোধিতা কৰিছিল। বিৰোধিতাৰ গুৰুত্ব দেখি তেওঁ চাৰি ঠাইৰ পৰা প্ৰাৰ্থী হিচাপে থিয় দিছিল। সকলো ঠাইতে কংগ্ৰেছ প্ৰাৰ্থীয়ে তেওঁক বিৰোধিতা কৰিছিল। গয়াত এজন প্ৰাৰ্থী কংগ্ৰেছৰ সমৰ্থক হোৱাৰ কাৰণে তেওঁৰ বিৰুদ্ধে কংগ্ৰেছে প্ৰাৰ্থী থিয় কৰোৱা নাছিল। শেষত সেই ঠাইৰ পৰা উক্ত প্ৰাৰ্থীজনৰ প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰাই চাৰ গণেশ দত্ত নিৰ্ব্বাচিত হ'ল।

এই নিৰ্ব্বাচনৰ আৰু এটা ঘটনা উল্লেখ কৰোঁ। বেগুচৰায় এলেকাৰ পৰাও চাৰ গণেশ দত্ত প্ৰাৰ্থী আছিল। তাত চাৰ গণেশ দত্তৰ নিজ জাত ভূমিহাৰ ব্ৰাহ্মণৰ বহুতো লোক আছিল। তেওঁ সেই আশাতে তাৰ পৰা থিয় হৈছিল। কিন্তু কংগ্ৰেছৰ প্ৰাৰ্থীও ভূমিহাৰ ব্ৰাহ্মণেই আছিল। তথাপিও কেইবাটাও কাৰণত চাৰ গণেশ দত্তৰ নিজৰ জাতৰ মানুহৰ মাজত খুব খ্যাতি আছিল। মই নিৰ্ব্বাচন সংক্ৰান্তত তালৈ গ'লো। এখন খুব ডাঙৰ সভা হ'ল। তালৈ চাৰ গণেশ দত্তৰ সমৰ্থকো আহিল। তেওঁলোকে মোক প্ৰশ্ন কৰিলে—চাৰ গণেশ দত্তৰ বিৰুদ্ধে কংগ্ৰেছে কিয় প্ৰাৰ্থী ঠিয় কৰাইছে। তেওঁলোকে চাৰ গণেশ দত্তৰ সম্বন্ধে সকলো কথা ক'লে আৰু তাৰ ভিতৰত প্ৰধান কথা আছিল যে যেতিয়াৰ পৰা মন্ত্ৰী হৈছে তেতিয়াৰ পৰাই নিজৰ দৰ্মহাৰ অলপ মাত্ৰ নিজৰ খৰছৰ কাৰণে ৰাখি বাকী অধিকাংশ পৰৰ উপকাৰৰ কাৰণে দান কৰি আহিছে। এই কথা সঁচা আছিল। তেওঁ কেইবালাখ টকাৰ ট্ৰাষ্ট গঠন কৰি বৰ ভাল আদৰ্শ ডাঙি ধৰিছিল আৰু সেইকাৰণে আমি তেওঁক বৰ ভাল পাইছিলোঁ আৰু প্ৰশংসা কৰিছিলো। কিন্তু এই সকলো হোৱা স্বত্তেও তেওঁ কংগ্ৰেছৰ কাৰ্য্যসূচীৰ লগত একমত নাছিল আৰু কেৱল এই কাৰণেই তেওঁক বিৰোধিতা কৰিব লগা হৈছিল। মই সভাত ইয়াকে ক'লো যে কংগ্ৰেছ গোটেই দেশৰে অনুষ্ঠান, যদি চাৰ গণেশ দত্তই ইয়াৰ তলত কাম কৰিবলৈ মান্তি হয় তেন্তে কংগ্ৰেছী প্ৰাৰ্থী আঁতৰাই দিয়া হ'ব, কিন্তু ইমান এটা ডাঙৰ সংস্থাই কোনো ব্যক্তিক স্বেচ্ছাচাৰিতাৰ কাৰণে এৰি দিব নোৱাৰে। মই তেওঁৰ সহায়ক সকলকো কলোঁ যে মই আৰু এদিন থাকিম আৰু ইয়াৰ ভিতৰতে তেওঁলোকে তেওঁক মাতি আনক অথবা মোৰ চৰ্ত্ত মানি লোৱা তেওঁৰ চিঠি বা টেলিগ্ৰাম আনক

তেতিয়াহ'লে মই কংগ্ৰেছ প্ৰাৰ্থী তুলি ল'ম। সভাত তেওঁৰ জাতৰ লোকেই বেছি আছিল যাৰ ওপৰত তেওঁ সম্পূৰ্ণ ভৰসা কৰিছিল। মোৰ কথা সকলোৰেই খুব ভাল পালে। মই এদিন বলোঁও; কিন্তু তেওঁৰ মানুহ আকৌ উভতি নাহিল। মই দেখিবলৈ পালোঁ যে তাৰ সকলো মানুহ কংগ্ৰেছৰ পক্ষপাতী হ'ল। ইয়াৰ পিছতে চাৰ গণেশ দত্তই গয়াৰ সেই মানুহজনক আঁতৰাই কোনোৰকম বিনা প্ৰতিদ্বন্দ্বিতাই নিজক নিৰ্ব্বাচিত কৰোৱাৰ ব্যৱস্থা কৰি ল'লে।

এই কথা হৈ গ'ল; কিন্তু কংগ্ৰেছৰ প্ৰতি তেওঁৰ অন্তৰত খুব ক্ষোভ আছিল আৰু তেওঁ যেতিয়ালৈকে ৰাজহুৱা কাম কৰি থাকিল তেতিয়ালৈকে এই কথা পাহৰা নাছিল। যিজনে তেওঁৰ প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰি তেওঁক মন্ত্ৰী হবলৈ সুবিধা দিছিল সেইজন বন্ধুকে তেওঁ গয়া ডিষ্ট্ৰিক্ট ব'ৰ্ডৰ চেয়াৰমেন কৰিব খুজিছিল। গতিকে তেওঁ নানা উপায়েৰে তাৰ চেয়াৰমেন শ্ৰীঅনুগ্ৰহ নাৰায়ণ সিংহক আঁতৰাই দিলে—আনকি তেওঁক মেম্বাৰ হোৱাৰ অধিকাৰৰ পৰাও বঞ্চিত কৰিলে। যেতিয়া ইংলণ্ডৰ পৰা ঘূৰি আহি এই ষড়যন্ত্ৰ দেখিবলৈ পালো তেতিয়া মোৰ বৰ খং উঠিল। আমাৰ সকলো কংগ্ৰেছী বন্ধু খুব ক্ষুব্ধ হৈছিল। আমাৰ অন্তৰত এই আশঙ্কাও আছিল যে সেই সময়ত দেশত চাইমন কমিচনে ভ্ৰমণ কৰি আছিল আৰু তেওঁলোকৰ সন্মুখত এই কথাও উঠিবলগীয়া আছিল যে যি অলপ অধিকাৰ দিয়া হৈছে তাক ভাৰতবাসীয়ে কিমান ভালকৈ আৰু সফলতাৰে কাৰ্য্যত প্ৰয়োগ কৰিব পাৰিছে। আমি ভাবিছিলো যে বিহাৰৰ ভিতৰত আটাইতকৈ বেছি উপাৰ্জ্জন হোৱা ব'ৰ্ডখনক এইদৰে অযোগ্য বুলি দেখুৱাবলৈ বিশেষকৈ এই কাৰণেও চেষ্টা কৰা হৈছিল যাতে চাইমন কমিছনৰ আগত চৰকাৰে ইয়াক আমাৰ অযোগ্যতাৰ উদাহৰণ স্বৰূপে ডাঙি ধৰিব পাৰে। সেই কাৰণে গোটেই প্ৰদেশতে যথেষ্ট আন্দোলন হ'ল। গয়াত সভা হ'ল। ময়ো তালৈ গলো। তাত মই ইমান এটা চোকা বক্তৃতা দিলো যে বোধ হয় তাৰ আগতে মই কেতিয়াও তেনে বক্তৃতা দিয়া নাছিলো। জিলা-ব'ৰ্ডৰ বিৰুদ্ধে যি যি অভিযোগ অনা হৈছিল কংগ্ৰেছৰ তৰফৰ পৰা তাৰ তদন্ত কৰাইছিলো। সকলো অভিযোগ ভিত্তিহীন পোৱা গৈছিল। তেতিয়া প্ৰাদেশিক কনফাৰেঞ্চ পতা স্থিৰ হ'ল। কনফাৰেঞ্চ পাটনাতেই হ'ল। অনুগ্ৰহ বাবুক তাৰ সভাপতি কৰা হ'ল। অভ্যৰ্থনা সভাৰ সভাপতি হ'ল শ্ৰীসচ্চিদানন্দ সিংহজী। চাইমন কমিচিন পাটনা পোৱাৰ এদিন কি দুদিন আগতে এই কনফাৰেঞ্চ পতাৰ দিন ধাৰ্য্য কৰা হৈছিল। ভাবিছিলো

যে যি সকল লোক কনফাৰেঞ্চলৈ আহিব তেওঁলোকে কমিচন বিৰোধী প্ৰদৰ্শনতো যোগ দিব পাৰিব। কনফাৰেঞ্চ সফলতাৰে সমাপ্ত হ'ল। তাৰ পিছদিনা ৰাতিপুৱাই কমিচন স্পেচিয়েল ট্ৰেইনেৰে আহিবলগীয়া কথা আছিল।

আমি শুনিবলৈ পাইছিলো যে স্পেচিয়েল ট্ৰেইন পাটনা জংচনৰ প্ৰিন্স অৱ ৱেল্‌চক যি প্লেটফৰ্মত নমোৱা হৈছিল সেই বিশেষ প্লেটফৰ্মতে লগোৱা হ'ব। সেই প্লেটফৰ্ম হাডিঞ্জ পাৰ্কৰ ঠিক সন্মুখতে পৰে। তাত হাডিঞ্জ পাৰ্কৰ সন্মুখত কাঠৰ খুটা মজপুতকৈ পুতি জনতাৰ ভিৰ আগবঢ়াত প্ৰতিবন্ধক জন্মাবলৈ ব্যৱস্থা কৰা হৈছিল। আমি পঞ্জাব আৰু যুক্তপ্ৰদেশত লালা লাজপৎৰায় আৰু পণ্ডিত জৱহৰলাল নেহেৰুৰ নিচিনা নেতাৰ ওপৰত লাঠী চলোৱাৰ কথা জানিবলৈ পাইছিলো। এই কথাত আমি আচৰিত হোৱা নাছিলো। আমি বুজিছিলো যে প্ৰদৰ্শনৰ সময়ত কিছু মাৰপিট হ'ব। কিন্তু জনতাৰ মাজত যথেষ্ট উৎসাহ দেখা গৈছিল। আৰু সেই উৎসাহৰ কিছু নমুনা আমি প্ৰাদেশিক সন্মেলনত দেখিবলৈ পাইছিলো।

সেইদিনা সন্ধ্যা শ্ৰীসচ্চিদানন্দ সিংহই মোক তেওঁৰ তালৈ মাতিলে। মই সেইখিনি গৈ পাই দেখিলো যে পুলিচৰ ইন্সপেক্টৰ জেনেৰেল মিষ্টাৰ সেন তাত উপস্থিত আছে। তেওঁ মোক ক'লে যে তেওঁ কোৱাৰ কাৰণেই শ্ৰীসিংহই মোক তালৈ মাতি আনিছে আৰু তেওঁ মোৰ লগত চাইমন কমিচন সম্পৰ্কে কথা পাতিব খুজিছে। তেওঁ ক'লে যে পঞ্জাব আৰু যুক্তপ্ৰদেশত যেনে দুৰ্ঘটনা হ'ল, বিহাৰত তেনে দুৰ্ঘটনা হোৱাতো তেওঁ নিবিচাৰে; কিয়নো এনে হ'লে দুয়ো পক্ষৰে বদনাম হ'ব। তেওঁ ইয়াকো ক'লে যে পুলিচ আৰু প্ৰদৰ্শনকাৰীৰ মাজত যাতে সংঘৰ্ষ নহয় তাৰ এটা উপায় উলিয়াব পাৰিলে ভাল হয়। মই ক'লো, জনতাতো নিৰস্ত্ৰই, তেওঁলোক সম্পূৰ্ণ অহিংসাত্মকভাৱে থাকিব আৰু যি হ'ব আপোনালোকৰ ফালৰ পৰাইহে হ'ব। তেওঁ কথা দিলে যে তেওঁ তেনে হ'বলৈ নিদিয়ে; কিন্তু এই কথাত আশঙ্কা প্ৰকাশ কৰিলে যে খুব ভিৰ হ'লে ক'ৰবাত কোনোবা দলক কোনো মানুহে কিবা বেয়া কথা ক'লে অথবা অসভ্যালি কৰিলে তাৰ প্ৰভাৱ গোটেই জনতাৰ ওপৰত পৰে—তাক কোনেও বাধা দিব নোৱাৰে। গতিকে জনতাৰ ভিৰ হোৱাই বিপদজনক। মই স্পষ্টভাৱে কলো যে ভিৰ হোৱাত বাধা দিব নোৱাৰি। তেওঁ সোধাত মই ক'লো যে হয়তো দহ হাজাৰ মানুহ আহি পৰিব পাৰে। এই সংখ্যা কওঁতে মই ভয়ে ভয়ে কম কৰি ক'লো। কিয়নো ডিচেম্বৰৰ ঠাণ্ডাত

ৰাতিপুৱা ছাৰে ছয় বজাত গাড়ী পায়হি, মই ভয় কৰিছিলো যে চহৰৰ মানুহ সেই সময়ত খুব বেছিকৈ গোট খাব নোৱাৰিব। শেষত তেওঁ ক'লে যে যদি ভিৰ হয়েই তেন্তে এনে উপায় নাইনে যে দুয়োদলৰ মানুহ একেলগে নোহোৱাকৈ বেলেগে বেলেগে ৰাখিব পাৰি। মই এই কথাত বৰ আনন্দেৰে মান্তি হলো। আৰু কৈ দিলো যে ৰাস্তাৰ এফালে স্বাগত কৰা সকল থাকিব আৰু আনফালে বিৰোধীসকল। এই কথা তেওঁ খুব ভাল পালে আৰু ময়ো ভাল পালো। বিশেষকৈ এই কাৰণত যে এইদৰে স্বাগতসকলৰ সংখ্যা কিমান কম আৰু বিৰোধী সকলৰ সংখ্যা কিমান বেছি সিয়ো স্পষ্ট হৈ পৰিব। এই কথা স্থিৰ হ'ল। মই কৈ দিলো যে আমাৰ কোনো মানুহেই কাঠৰ বেৰাৰ বাহিৰলৈ নাযায়—আমি চহৰৰ ফালে ৰাস্তাৰ উত্তৰে আৰু অন্যপক্ষৰ মানুহ ৰাস্তাৰ দক্ষিণে ৰেল লাইনৰ দাঁতিত থাকিব।

পিছদিনা আমি ৰাতি প্ৰায় তিনি বজাতে উঠিলো। গোটেই চহৰতে প্ৰভাতফেৰী হ'বলৈ ধৰিলে। জনতা ষ্টেচনৰ ফালে আগবাঢ়ি যাবলৈ ধৰিলে। ছয় বাজোতে বাজোতে প্ৰায় ২৫।৩০ হেজাৰ মানুহ আমাৰ বেৰাত গোট খালে। আনপক্ষৰ কিছুমান মানুহ মটৰেৰে আহিল আৰু কিছুমান লড়ী চহৰৰ মানুহ বুটলি আনিবলৈ ঘূৰি ফুৰিলে; কিন্তু বোধহয় দুশ-ডেৰশ মান মানুহ সিফালৰ বেৰাত গোট খালে আৰু তাৰ সৰহভাগ আছিল চৰকাৰী চাকৰিয়াল আৰু তেওঁলোকৰ চাপ্ৰাছী আদি। এনেকুৱাও দেখিবলৈ পোৱা গ'ল যে কিছুমান মানুহ তেওঁলোকৰ লড়ীত উঠি আহি সেই বেৰালৈ গ'ল কিন্তু যেতিয়া জানিব পাৰিলে যে সেই দলটো স্বাগতকাৰীহে আৰু বিৰোধী দল ৰাস্তাৰ সিপাৰে আছে তেতিয়া তেওঁলোক পোনে পোনেই তাৰপৰা ওলাই এইফালে গুচি আহিল। মই তাত কাঠৰ বেৰাৰ পৰা দুহাত আঁতৰত ৰখা মোৰ নিজৰ মানুহৰ আগত ঘূৰি ফুৰিছিলো। তাতে মিষ্টাৰ সেনৰ লগত মোৰ দেখা হ'ল। তেওঁ এই ব্যৱস্থাত সন্তোষ প্ৰকাশ কৰিলে আৰু অভিনন্দন জনালে। মই তেওঁক যে দহ হেজাৰ মানুহ আহিব বুলি কৈছিলো সেই প্ৰতিশ্ৰুতি পূৰ্ণ হ'লনে নাই সুধিলো। তেওঁ ক'লে যে তাতোকৈ বহুত বেছি মানুহ আহিছে। মই যেতিয়া ৰাস্তাৰ দুয়োফালে দুয়ো দলৰ মানুহ থাকিবলৈ কোৱা তেওঁৰ কথা মানি লোৱাৰ কাৰণ ব্যক্ত কৰিছিলো তেওঁ খুব হাঁহিছিল। এইদৰে খুব ভালকৈ আৰু শান্তিপূৰ্ণভাৱে প্ৰদৰ্শন হ'ল। ক'লা পতাকা দেখুৱা আৰু "চাইমন গ' বেক" ধ্বনিৰ বাহিৰে অন্য একো নহ'ল।

এই প্ৰদৰ্শনত গোটেই প্ৰদেশৰে বহুতো কংগ্ৰেছী লোকে যোগদান কৰিছিল। যেতিয়া তেওঁলোক নিজ নিজ ঠাইলৈ উভতি গ'ল তেতিয়া এই উৎসাহপূৰ্ণ প্ৰদৰ্শনৰ কথা লগত লৈ গ'ল। এই কথাত গোটেই প্ৰদেশতে উৎসাহ উথলি উঠিল। কিছুদিনলৈকে য'তে ত'তে ৰাস্তাত এনেয়ে বুজি নোপোৱাকৈয়ে সৰু সৰু ল'ৰা-ছোৱালীয়ে "চাইমন গ' বেক" বুলি চিঞৰি ফুৰিছিল। এইকাৰণে আৰু এনে অন্য কাৰণে দেশত নতুন জাগৰণ পৰিলক্ষিত হৈছিল। এনে অনুমান হৈছিল যে ১৯২১ চনৰ দিন আকৌ উভতি আহিব। ইতিমধ্যে কলিকতাত কংগ্ৰেছ অধিবেশন আৰু সৰ্ব্বদল সন্মেলন হোৱাৰ দিন চমু চাপি আহিল। সৰ্ব্বদল সন্মেলনৰ সভাপতি আছিল ডাক্তৰ আন্সাৰী আৰু কংগ্ৰেছৰ সভাপতি আছিল পণ্ডিত মতিলাল নেহৰু।

## ৭৮। কলিকতা কংগ্ৰেছ আৰু সৰ্ব্বদল সন্মেলন

মই সৰ্ব্বদল সন্মেলনত যোগদান কৰিছিলো হয় কিন্তু আগৰে পৰা সকলো কথা নাজানিছিলো। সেইকাৰণে তাত বিশেষ একো কৰা নাছিলো।

মোৰ মনত আছে যে এৰাতি হিন্দু-মুছলমান সমস্যাৰ কিছুমান প্ৰশ্ন সম্পৰ্কে আলোচনা হ'বলৈ ধৰিলে। এইখন সম্পূৰ্ণ সন্মেলন নাছিল কিছুমান মুখিয়াল মানুহে ইয়াত যোগ দিছিল। তাত মিষ্টাৰ জিন্নাই মোৰ যিমান দূৰ মনত পৰে দুটা কথাত খুব জোৰ দিছিল। তেওঁ বিচাৰিছিল যে কেন্দ্ৰীয় এচেম্বলীত মুছলমানৰ কাৰণে এক-তৃতীয়াংশ আসন সুৰক্ষিত থাকিব লাগে আৰু কেন্দ্ৰীয় চৰকাৰক যি বিষয়বোৰ দিয়া হৈছে প্ৰাদেশিক চৰকাৰেও সেই সকলো বিষয়তে অধিকাৰ পাব লাগে। মোৰ মনত আছে যে এই বিষয়ে বহুত ৰাতিলৈকে তৰ্ক চলি থাকিল। কিন্তু এই কথা তাৰ মানুহে মানি নল'লে। বিৰোধীসকলৰ ভিতৰত শ্ৰীজয়কাৰ খুব কোবাল যেন মনে ধৰিছিল। তেওঁৰ লগত হিন্দুসভাৰ মানুহ আছিল কিন্তু কওঁতে অকল তেৱেঁই কৈছিল। শেষত এই কথাৰ কোনো মীমাংসা নহ'ল। সন্মেলনে এই নীতি স্থিৰ কৰিছিল যে যি

বিষয়ত সকলো একমত নহয় সেই সম্বন্ধে কাৰ কি মত তাক নোট কৰি লোৱা হওক। মুকলি অধিবেশনত মৌলনা মহম্মদ আলীয়ে এটা সংশোধন ডাঙি ধৰিছিল কিন্তু সি বহুত ভোটত অগ্ৰাহ্য হ'ল। সম্মেলনে ওপৰত কোৱাৰ দৰে নিজৰ কাম সমাধা কৰিলে হয় কিন্তু এই কথা স্পষ্ট হৈ গ'ল যে মুছলমানৰ লগত মকামিলা নহ'ল। ইয়াৰেই ফলস্বৰূপে এই সন্মেলন সমাপ্ত হোৱাৰ লগে লগে মুছলমানৰো এখন সৰ্ব্বদল সন্মেলন হ'ল আৰু সেই সন্মেলনত বহুতো কংগ্ৰেছী মুছলমানো গৈ যোগ দিলে। তাৰ ভিতৰত মুখ্য আছিল আলী বন্ধুদ্বয়, মৌলানা মহম্মদ শফী আদি। এতিয়াৰ পৰা স্পষ্টভাৱে মুছলমানৰ এটা প্ৰভাৱশালী দল কংগ্ৰেছৰ পৰা বেলেগ হৈ গ'ল। এইদৰে যি সমস্যা সমাধান কৰিবৰ কাৰণে এই সন্মেলন হৈছিল সি অধিক জটিল হৈ পৰিল আৰু তাৰ বেয়া ফল ভৱিষ্যতে আৰু দেখিবলৈ পোৱা গ'ল। মিষ্টাৰ জিন্নাই ইয়াৰ পিছতে মুছলমানৰ হৈ চৈধ্যটা দাবী ডাঙি ধৰিলে আৰু যি কোনো আপোচৰ কাৰণে এই দাবীসমূহ মানি লোৱা অনিবাৰ্য্য বুলি ঘোষণা কৰিলে।

আনহাতে নেহৰু ৰিপ'ৰ্ট লৈ স্বৰাজৰ পৰিভাষা সম্বন্ধে কংগ্ৰেছৰ ভিতৰত বহুতো মতভেদ আছিল। আগতে কৈ আহিছো যে পণ্ডিত জৱহৰলাল, সুভাষ বাবু, শ্ৰী আয়েঙ্গাৰ আদিয়ে পূৰ্ণ স্বৰাজ কংগ্ৰেছৰ লক্ষ্য বুলি স্বীকাৰ কৰি লোৱাবলৈ বিচাৰিছিল। অন্যসকলে কেৱল 'স্বৰাজ' শব্দতেই সন্তুষ্ট আছিল আৰু ভাবিছিল যে এই শব্দই আমাক যেতিয়া সময় আহিব তেতিয়া আমি উপনিবেশিক স্বৰাজৰ দ্বাৰা সন্তুষ্ট থাকিম নে পূৰ্ণ স্বাধীনতা বিচাৰিম তাক স্থিৰ কৰিবৰ কাৰণে যথেষ্ট সুবিধা দিব। ঔপনিবেশিক স্বৰাজকে লক্ষ্য বুলি মানি লৈ নেহৰু-ৰিপ'ৰ্ট প্ৰস্তুত কৰা হৈছিল। অন্য একো হ'বও নোৱাৰিছিল; কিয়নো সেই ৰিপ'ৰ্ট প্ৰস্তুত কৰাত নৰম দলৰ লোকৰ—বিশেষকৈ চাৰ তেজ বাহাদুৰ চাপ্ৰু আদিৰ সম্পূৰ্ণ হাত আছিল। যদি সেই কথা মানি লোৱা নহ'লহেঁতেন তেন্তে সেই আঁচনি (যোজনা) তৈয়াৰ হৈ সৰ্ব্বদল সন্মেলনৰ সন্মুখ পাবগৈ নোৱাৰিলেহেঁতেন। সেইকাৰণে যদি কংগ্ৰেছে সেই মৌলিক ভেটিকে নিজৰ প্ৰস্তাৱৰ দ্বাৰা সলনি কৰি দিলেহেঁতেন তেন্তে নেহৰু-ৰিপ'ৰ্ট সৰ্ব্বদল সন্মেলনত যিমানদূৰ স্বীকৃত হৈছিল সিমান দূৰেই স্বীকৃত হ'লহেঁতেন। কংগ্ৰেছৰ বিষয়-বাছনি সভাত এই বিষয়ে বহুতো তৰ্ক হ'ল। মহাত্মাজীৰ মত আছিল যে নেহৰু-ৰিপ'ৰ্ট মানি

হোৱা হওক। কিন্তু গান্ধীজীয়ে নিজৰ বিৰুদ্ধীসকলকো লগত সদায় মকামিলা কৰিবলৈ প্ৰস্তুত। শেষত তেওঁ পূৰ্ণ স্বৰাজৰ সমৰ্থকসকলৰ লগত, যাৰ মুখিয়ালসকলৰ নাম মই আগতে কৈ আহিছো, এই মৰ্ম্মে আপোচ কৰিলে যে এবছৰলৈকে কংগ্ৰেছৰ যি লক্ষ্য আছে সিয়ে থাকিব—যদি বৃটিছ গৱৰ্ণমেণ্টে এই বছৰৰ ভিতৰতে নেহৰু-ৰিপ'ৰ্ট মানি লয় আৰু ভাৰতবৰ্ষক ঔপনিবেশিক স্বায়ত্ত-শাসন দি দিয়ে তেন্তে ভাল কথা, নহলে এবছৰৰ পিছত কংগ্ৰেছে পূৰ্ণ স্বৰাজকে নিজৰ লক্ষ বুলি মানি ল'ব আৰু তাৰ কাৰণে কাম কৰিব। অৰ্থাৎ এবছৰ ভিতৰত পালে আমি উপনিবেশিক স্বায়ত্ত-শাসনতে সন্তুষ্ট থাকিম নহলে উপনিবেশিক স্বায়ত্ত-শাসনৰ কথা আৰু নাথাকিব, কংগ্ৰেছে পূৰ্ণস্বৰাজৰ দাবীতে দৃঢ় থাকিব। এই সিদ্ধান্ত হোৱাৰ পিছত আমি সকলোৱে ভাবিছিলো যে এতিয়া আৰু এই কথা ঠিক হৈ যাব। কিন্তু পিছদিনা সুভাষ বাবুৰ ফালৰ পৰা তেওঁ এই আপোচ নামানে বুলি গম পালো। এই কথাত মহাত্মাজীয়ে বৰ দুখ পালে, কিয়নো আগৰাতি সুভাষ বাবুয়ে তাক মানি লৈছিল। জানিবলৈ পালো যে তেওঁৰ বন্ধু আৰু সমৰ্থক সকলে এই কথা ভাল নোপোৱাত তেওঁ আকৌ ঘূৰি গ'ল। পণ্ডিত জৱহৰলাল আৰু শ্ৰী আয়েঙ্গাৰে ভাল নাপালেও আপোচৰ প্ৰস্তাৱত দৃঢ় থাকিল। মহাত্মাজীয়ে এই কথাৰ চোকা সমালোচনাও কৰিছিল। শেষত মহাত্মাজীয়ে সেই আপোচৰ প্ৰস্তাৱ ডাঙি ধৰিলে আৰু সি গৃহীত হ'ল।

এই কংগ্ৰেছৰ বিষয়-বাছনি সভাত অন্যান্য বিষয়তো মতভেদ হৈছিল। এনে অনুমান হৈছিল যে কিছুমান মানুহ গান্ধীজীৰ নীতিত সন্তুষ্ট হোৱা নাছিল—যেনে, শ্ৰীনিম্বকাৰ আৰু শ্ৰীযোগলেকাৰকে মুখ্য কৰি কেইজনমান কমিউনিষ্ট, তেওঁলোকে নিখিল ভাৰত কমিটিত খুব মাত মাতিছিল। এই কংগ্ৰেছত এটা বিশেষ ঘটনা ঘটিছিল যে কলিকতাৰ মজদুৰৰ এটা বৰ ডাঙৰ দল প্ৰদৰ্শন কৰিবৰ কাৰণে শোভাযাত্ৰা কৰি কংগ্ৰেছ নগৰ পৰ্য্যন্ত পাইছিলহি। তেওঁলোক কংগ্ৰেছ পেণ্ডেললৈ যাব খুজিছিল। কিছুমান মানুহৰ ধাৰণা আছিল যে তেওঁলোকৰ আগৰে পৰাই কংগ্ৰেছ পেণ্ডেললৈ গৈ বহাৰ ইচ্ছা আছিল যাতে অধিবেশনৰ সময়ত তেওঁলোক তাৰপৰা আঁতৰি নাহি সকলো কাম ছেদেলি-ভেদেলি কৰি দিব পাৰে। কিন্তু বোধহয় তেওঁলোকৰ এনে ইচ্ছা নাছিল; কিয়নো মহাত্মাজী আহি তেওঁলোকক কিবা ক'লেহি আৰু তেওঁলোক

উভতি গুচি গ'ল। এই কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিৰ লগত ব্যৱস্থা সম্পৰ্কে বিহাৰৰ মানুহৰ কিছু মতভেদ হৈছিল। বিহাৰৰ সকলো প্ৰতিনিধিয়েই কংগ্ৰেছলৈ যাবলৈ অস্বীকাৰ কৰিলে। সুভাষ বাবুয়ে এই খবৰ পালে। তেওঁ নিজে আহিল। তেওঁ তেওঁলোকৰ অভিযোগ দূৰ কৰিব বুলি কথা দিলে। তেতিয়া সকলো কংগ্ৰেছ অধিবেশনত যোগ দিলে।

কলিকতাৰ কংগ্ৰেছ এইবোৰ কাৰণতে বৰ মহত্বপূৰ্ণ আছিল। পূৰ্ণ স্বাধীনতা লক্ষ্য হিচাপে এই কংগ্ৰেছেই এক প্ৰকাৰ মানি ল'লে; কিয়নো এই কংগ্ৰেছতে ঔপনিবেশিক স্বৰাজৰ দ্বাৰা এবছৰৰ পিছত কংগ্ৰেছ কেতিয়াও সন্তুষ্ট নহয় বুলি সিদ্ধান্ত কৰিছিল। কংগ্ৰেছৰ মাজত এনে বহুত মানুহ থকাৰ সম্ভাৱনা যি ভাবে যে এই প্ৰস্তাৱ গৃহীত হ'ল হয় কিন্তু এবছৰঁৰ মূৰত আকৌ দেখা যাব। কিন্তু গান্ধীজীয়ে কংগ্ৰেছৰ প্ৰস্তাৱসমূহত যথেষ্ট মহত্ব আৰোপ কৰিছিল। বিশেষকৈ যেতিয়া কোনো প্ৰতীজ্ঞা কৰা হয়। সেইকাৰণে তেওঁ মানি ল'লে যে বৃটিছ গৱৰ্ণমেণ্টে ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ আগতেই কিবা এটা সিদ্ধান্ত লোৱা উচিত, নহ'লে পৰবৰ্ত্তী অধিবেশনত কংগ্ৰেছে নিজৰ লক্ষ্য পূৰ্ণ স্বাধীনতা বুলি স্থিৰ কৰি ল'বই লাগিব।

মই এই বিষয়ে দোধোৰ-মোধোৰত আছিলোঁ। মই বৃটিছ বিধানৰ পক্ষপাতী আছিলো। মই মানি লৈছিলো যে উপনিবেশবিলাকৰ কাৰবাৰ চলোৱাত পূৰ্ণ স্বতন্ত্ৰতা আছে। গতিকে আমি যদি এই স্বতন্ত্ৰতা পাওঁ তেন্তে তাক যথেষ্ট বুলি ভাবিব লাগে। পূৰ্ণ স্বৰাজ যে গৌৰৱৰ বিষয় তাত কোনো সন্দেহ নাই; কিন্তু শেষত পৃথিৱীৰ জাতি আৰু দেশসমূহৰ মাজত এনে যি কোনো আপোচ নিশ্চয় কৰিব লাগিব যাৰ দ্বাৰা এটা জাতি আন এটাৰ লগত বান্ধ খাই থাকে। যদি এনে নহয় তেন্তে যুদ্ধ চলি থাকিব। বৃটিছ সাম্ৰাজ্য সংসাৰৰ এনে কিছুমান দেশৰ মানুহৰ তেনে ধৰণৰ এক সংগঠনেই, তাত থকা আমাৰ কাৰণে কোনো ক্ষতিকৰ নহয় বৰং কেইবাটাও কথাত সুবিধাহে আছে। তাৰোপৰি আমি এতিয়া ইমান সুসংগঠিত নহয় যে বৃটিছ চৰকাৰক বাধ্য কৰি পূৰ্ণ স্বাধীনতা ল'ব পাৰোঁ। এইবিলাক কাৰণতে মই মাদ্ৰাজ কংগ্ৰেছত পূৰ্ণ স্বৰাজ সম্বন্ধীয় প্ৰস্তাৱৰ বিৰোধিতা কৰিছিলো। মাজে মাজে মনত দুখ পাই পূৰ্ণ স্বৰাজৰ কথাও কৈছিলোঁ। সেই মনোকষ্ট পাইছিলো বৃটিছ সাম্ৰাজ্যৰ উপনিবেশবোৰত ভাৰতীয়ৰ লৈতে

কৰা ব্যৱহাৰত—বিশেষকৈ দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ প্ৰতি যি ব্যৱহাৰ কৰিছিল তাৰ কাৰণে ইমান চিন্তিত হৈছিলোঁ যে কেতিয়াবা কেতিয়াবা মই এইদৰেও ভাবিছিলোঁ যে যি সাম্ৰাজ্যৰ এটা অংশত আমাৰ দেশী ভাইৰ ওপৰত এনে বেয়া ব্যৱহাৰ হ'ব পাৰে তেনে সাম্ৰাজ্যৰ লগত সম্বন্ধ ৰখা আমাৰ কি লাভ। আকৌ ভাবোঁ যে যেতিয়ালৈকে সেই ঔপনিবেশবিলাকে পোৱা অধিকাৰ আৰু স্থান নাপাওঁ তেতিয়ালৈকে এনে হ'ব, যেতিয়া আমিও তেনে স্থান আৰু অধিকাৰ পাম তেতিয়া এনে কথা হব নোৱাৰিব। এনেকৈয়ে মই নিজকে প্ৰবোধ দিছিলো।

মই এনে ধৰণেৰে অন্তৰত গুণা-গঁথা কৰি আছিলো। এই উদ্দেশ্যে মই বিশেষকৈ উপনিবেশবিলাকৰ বিধান আৰু অধিকাৰ সম্বন্ধে জানিবলৈ প্ৰফেচৰ কীথৰ গ্ৰন্থসমূহ পঢ়িছিলো। ১৯২৬ চনৰ ইম্পিৰিয়েল কনফাৰেঞ্চত যি সিদ্ধান্ত হৈছিল সেইবোৰো মই চাইছিলো। সকলো কথা ভাবি-চিন্তি সেই মনোকষ্টৰ স্বত্বেও মই সেই সময়লৈকে ঔপনিবেশিক স্বৰাজতে সন্তুষ্ট আছিলোঁ আৰু পূৰ্ণ স্বাধীনতা কংগ্ৰেছৰ লক্ষ্য কৰি লোৱাটো নিজৰ অসুবিধা বঢ়াই লোৱা বুলি ভাবিছিলো। আমাৰ কথা বিদেশৰ মানুহে বুজিব নোৱাৰে বুলি পণ্ডিত জৱহৰলালে কোৱা কথা মই ঠিক বুজিব পৰা নাছিলোঁ; কিয়নো ঔপনিবেশিক স্বায়ত্ত-শাসন ইংৰাজসকলে নিজৰ জাতি আৰু নিজৰ মানুহকহে দিছিল যাৰ লগত তেওঁলোকৰ হাজাৰ ধৰণৰ সাংস্কৃতিক, সামাজিক তথা ধাৰ্ম্মিক সম্বন্ধ আছিল। কিন্তু আমাৰ লগত তেওঁলোকৰ তেনে ধৰণৰ কোনো সম্বন্ধ নাই; এনে অৱস্থাত তেওঁলোকে আমাক ঔপনিবেশিক স্বৰাজ দিব নোৱাৰে আৰু আমিও তাক লৈ সন্তুষ্ট হব নোৱাৰোঁ। মোৰ অন্তৰত স্বৰ্গীয় গোখলেৰ সেই কথাৰ এনে চাপ পৰিছিল যে মই তাক এতিয়া হঠাতে দূৰ কৰিব নোৱাৰোঁ। ১৯১০ চনত তেওঁ যেতিয়া মোক চাৰ্ভেণ্টচ্ অব ইণ্ডিয়া চছাইটিত যোগ দিবলৈ কৈছিল তেতিয়াই তেওঁ এই কথাও কৈছিল যে বৃটিছ্ সাম্ৰাজ্যৰ যি ছবি মই চকুৰ আগত ৰাখিছো সি এনে যে যিমান মানুহ এই সাম্ৰাজ্যৰ ভিতৰত আছে সকলোৱে সমান স্থান পাব আৰু সমলোৱে মিলি ইয়াৰ শাসন চলাব, গতিকে যেতিয়া সেই সময় আহি পৰিব তেতিয়া সাম্ৰাজ্য থাকিব নোৱাৰিব আৰু যদি থাকেও নিজৰ লোকসংখ্যা বহুত হোৱাৰ কাৰণে ভাৰতীয়ই তাক নিজৰ সাম্ৰাজ্য কৰি ল'ব। মই ইয়াকে

ভাবিছিলো। সে সঁচাকৈয়ে আমিও যদি ইংলণ্ড আৰু অন্য উপনিবেশবোৰে পোৱা সেই স্থান আৰু অধিকাৰ পাওঁ তেন্তে প্ৰকৃততে আমাক ইয়াতকৈ একো বেছিৰ আৱশ্যক নহ'ব। যিয়েই নহওক, কলিকতাৰ কংগ্ৰেছে ১৯২৯ চনৰ ভিতৰতে উপনিবেশিক স্বায়ত্ত-শাসন হ'ব লাগে বুলি সিদ্ধান্ত গ্ৰহণ কৰিলে।

## ৭৯। মোৰ কাৰণে এক দুখৰ ঘটনা

ওপৰত মই কৈ আহিছো যে দেশত নৱ-জাগৰণৰ চিন দেখিবলৈ পোৱা গৈছিল। কলিকতাৰ পৰা ঘূৰি আহি গান্ধীজীয়ে কংগ্ৰেছৰ কামত খুব মনোযোগ দিবলৈ আৰম্ভ কৰিলে। ১৯২৯ চনৰ ভিতৰত আৰু অন্যান্য ঘটনা ঘটিছিল যাৰ কাৰণে জাগৰণ বহুত বাঢ়ি গৈছিল। গান্ধীজীৰ সদায় মত আছিল আমাৰ দেশ দুখীয়া হোৱাৰ এটা প্ৰধান কাৰণ আছিল এই দেশৰ কাপোৰ ব্যৱসায় ইংৰাজসকলে নিজৰ হাতলৈ নিলে আৰু তাৰ ফলস্বৰূপে যঁতৰ, তাঁত আদি বন্ধ হৈ গ'ল আৰু কোটি কোটি দুখীয়াৰ উপাৰ্জ্জনৰ উপায় তেওঁলোকৰ হাতৰ পৰা কাঢ়ি নিলে। সেইকাৰণে তেখেতে যঁতৰ পুনৰ জীৱিত কৰিবলৈ বিচাৰিছিল। খাদী সম্বন্ধীয় সকলো কথা এইকাৰণেই প্ৰচাৰ কৰা হৈছিল। তেখেতে ভাৰতলৈ বিদেশী সূতা যাতে একেবাৰে নাহে তাকে ইচ্ছা কৰিছিল। তেখেতে দুখীয়াৰ উপাৰ্জ্জনৰ বাট ঘূৰাই আনিবৰ কাৰণে এই বস্ত্ৰ ব্যৱসায় পুনৰ প্ৰচলন কৰিবলৈ বিচাৰিছিল। ইয়াৰ কাৰণে তেখেতে কেৱল ইংলণ্ডৰে নহয় সকলো বিদেশী কাপোৰ ভাৰতলৈ অহা বন্ধ কৰিবলৈ বিচাৰিছিল। অন্য মানুহে বিদেশী কাপোৰ বৰ্জ্জন মানে ইংৰাজী কাপোৰ বৰ্জ্জন বুলি ভাবিছিল। ভাৰতৰ প্ৰতি গাৱঁতে এই ব্যৱসায় পুনৰ প্ৰচলিত হোৱাটোত সেই লোকসকলে বিশেষ আগ্ৰহ প্ৰকাশ নকৰিছিল। তেওঁলোকে মাত্ৰ ইয়াতেই সন্তুষ্ট আছিল যে ভাৰতলৈ কেৱল ইংৰাজী কাপোৰ নাহক। তেওঁলোকে এইদৰে ভাবিছিল যে আমাৰ কেৱল ইংৰাজকলৰ লগতহে কাজিয়া, গতিকে তেওঁলোকৰ দেশৰ বস্তুকেহে আমি বৰ্জ্জন কৰি লাগে আৰু এইদৰে তেওঁলোকৰ

ওপৰত জোৰ দিব লাগে আৰু নিজৰ দাবী মনাবৰ কাৰণে তেওঁলোকক বাধ্য কৰিব লাগে। গান্ধীজীয়ে এনে প্ৰকাৰৰ বৰ্জ্জনক হিংসামূলক বুলি বিবেচনা কৰিছিল আৰু সদায় এনে কাৰ্য্যত বাধা দিছিল। কলিকতা কংগ্ৰেছৰ পিছত স্বদেশী আন্দোলনৰ ঢৌ আকৌ এবাৰ উঠিল। গান্ধীজীয়ে তাক কেৱল বৃটিছ সামগ্ৰী বৰ্জ্জনৰ ৰূপ নিদি বিদেশী বস্ত্ৰ বৰ্জ্জনৰ ৰূপ দিলে। তেখেতে কেৱল বৰ্জ্জনৰ দ্বাৰাই সন্তুষ্ট নাছিল। তাৰ লগে লগে তেখেতে যঁতৰৰ প্ৰচলনো সিমানেই আৱশ্যক বুলি ভাবিছিল। চৰ্খা প্ৰচাৰৰ কাম চৰ্খা-সংঘই কৰি আছিল। বিদেশী বস্ত্ৰ বৰ্জ্জনৰ কাৰণে এটা কমিটি গঠন কৰা হ'ল আৰু এই কমিটিয়ে তীব্ৰভাৱে বৰ্জ্জনৰ প্ৰচাৰ কৰিবলৈ ধৰিলে। ১৯২৯ চন এই কামতে লাগিল। যি অলপ জাগৰণ হৈছিল তাৰ পৰা ইয়াৰ লাভ হ'ল আৰু ইয়াৰ প্ৰভাৱ জনগণৰ ওপৰত পৰিছিল।

গান্ধীজীয়ে কেইবা ঠাইতো বিদেশী কাপোৰ জলোৱালে আৰু এই কাৰ্য্যৰ দ্বাৰা জনতাৰ উৎসাহ বাঢ়িবলৈ ধৰিলে। কলিকতালৈ তেখেত এদিনৰ কাৰণে আহিছিল। ব্ৰহ্মদেশলৈ যাওঁতে বাটতে বৈ গৈছিল। মানুহে এখন ৰাজহুৱা সভা পাতিলে আৰু সেই সভাত বিদেশী কাপোৰ জলোৱাৰ ব্যৱস্থা কৰিলে। বিদেশী কাপোৰ জলোৱা হ'ল। কিন্তু পুলিচে আগতেই কোনো স্কোয়াৰত এনে কাম কৰিব নোৱাৰে বুলি হাক দিলে। সভা হৈ গ'ল। কাপোৰো জ্বলাই দিলে। আমি সকলো তাৰ পৰা গুচিও আহিলো। তাৰ পিছত পুলিচে আহি জুই নুমাই দিলে। তাত গোট খাই থকা মানুহবোৰক ছেদেলি-ভেদেলি কৰি দিলে। পিছদিনা গান্ধীজীৰ ওপৰত মোকৰ্দ্দমা চলিল আৰু সেই মোকৰ্দ্দমা প্ৰেছিডেন্সী মেজিষ্ট্ৰেটৰ আদালতত হ'ল। গান্ধীজীয়ে একো ক'বলৈ ইচ্ছা কৰা নাছিল কিন্তু উকীলসকলে এই কাৰ্য্য-ব্যৱস্থা অবৈধ আৰু যি আইনৰ ওপৰত এই মোকৰ্দ্দমা থিয় কৰোৱা হৈছিল সি কাৰ্য্যকৰী নহয় বুলি যথেষ্ট তৰ্ক কৰিলে। কিন্তু মেজিষ্ট্ৰেট মিষ্টাৰ ৰৌক্সবৰাই গান্ধীজীৰ বিৰুদ্ধে ৰায় দিলে। এওঁ পিছত কলিকতা হাইক'ৰ্টৰ জজ হৈছিল। হুকুম নমনাৰ অপৰাধত গান্ধীজীক এটকা জৰিমনা কৰিলে। গান্ধীজী ৰেঙ্গুনলৈ গৈছিল। তেখেঁত তাৰ পৰা উভতি অহাৰ পিছতহে ইয়াৰ নিষ্পত্তি হয়।

এই সময়তে গান্ধীজী কলিকতাত থাকোতে থাকোতেই মোৰ নিজৰ সম্বন্ধ থকা আৰু এটা ঘটনা ঘটিছিল। ঘটনাটো দুখজনক কিন্তু

সংক্ষেপে লিখাটো আৱশ্যক বুলি মনে ধৰে। ১৯২১ চনতে খাদীৰ প্ৰচাৰ আৰম্ভ কৰা হৈছিল। আমাৰ প্ৰদেশত শ্ৰীৰামবিনোদ সিংহই বৰ উৎসাহেৰে আৰু যোগ্যতাৰে এই কাম আৰম্ভ কৰিছিল। আগতেই কৈ আহিছো যে তেওঁৰ সফলতা আৰু কাৰ্য্যকুশলতাত মুগ্ধ হৈ তেওঁক তিলক-স্বৰাজ ফণ্ডৰ পৰা ২৫ হাজাৰ টকা ধাৰে দিয়া হৈছিল আৰু তাৰ দ্বাৰা তেওঁ খাদীৰ কামত বহুত উন্নতি সাধন কৰিছিল। এই কথাও কৈছিলো যে বন্ধুসকলৰ লগত তেওঁৰ মতভেদ হৈছিল; কিয়নো তেওঁলোকৰ মতে ৰামবিনোদ বাবুৱে এই সংস্থাক এতিয়া নিজৰ সম্পত্তি কৰি লৈছিল। ঋণৰ পৰামৰ্শ দি আচাৰ্য্য কৃপালনীও এই সিদ্ধান্তত উপনীত হৈছিল। তেৱেঁ। জোৰ দিছিল যে চৰ্খা-সংঘই তেওঁৰ পৰা টকা পুনৰ ঘূৰাই ল'ব লাগে। বিহাৰ শাখাৰ এজেণ্ট হোৱাৰ কাৰণে এই ভাৰ মোৰ ওপৰত পৰিছিল। চৰ্খা-সংঘৰ প্ৰাদেশিক সম্পাদক শ্ৰীলক্ষ্মীনাৰায়ণে চৰ্খা-সংঘৰ সিদ্ধান্ত অনুসৰি হিচাপ বিচাৰিলে। হিচাবত তেওঁৰ আৰু ৰামবিনোদ বাবুৰ মাজত মতভেদ হ'ল। এই কথা গান্ধীজীয়েও গম পালে। তেখেতে হুকুম দিলে যে শ্ৰীসতীশচন্দ্ৰ দাসগুপ্তই এই কথাৰ তদন্ত কৰি ৰিপ'ৰ্ট দিয়ক।

সতীশ বাবুৱে কলিকতাতে তদন্ত কৰিলে। লক্ষ্মীবাবু আদিয়ে তালৈকে সকলো কাগজ-পত্ৰ লৈ গৈছিল। ময়ো গৈছিলো। মই এই তদন্তত যোগ দিয়া নাছিলো; কিন্তু তেওঁৰ ৰিপ'ৰ্টত মই দুখ পালোঁ। টকা কমেই হওক বা বেচিয়েই হওক যিহকে বাকী থাকে তাক বিহাৰ চৰ্খা-সংঘই ৰামবিনোদ বাবুৰ পৰা পাব। কিন্তু তেওঁ ৰিপ'ৰ্টত বিহাৰ শাখাৰ অযোগ্যতা সম্বন্ধে অভিযোগ আনিলে। হিচাপো ৰামবিনোদ বাবুৱে 'যিহকে ক'লে তাকে গ্ৰহণ কৰিলে। মই সেই ৰিপ'ৰ্ট দেখি বৰ বেয়া পালোঁ—এই কাৰণে নহয় যে বিহাৰ শাখাৰ বিৰুদ্ধে তেওঁ মত প্ৰকাশ কৰিছিল কিন্তু এই কাৰণেহে যে তেওঁ নিজৰ অধিকাৰৰ সীমা চেৰাই বিহাৰ শাখা বেয়া আৰু অকৰ্ম্মণ্য বুলি মন্তব্য দিছিল। মই মহাত্মাজীক ক'লো—মই এই ৰায়ত খুব অসন্তুষ্ট, আপুনি নিজে গৈ হিচাপ চাব লাগিব; কিয়নো এহাতে ই এটা ৰাজহুৱা অনুষ্ঠান, আৰু কিছুমান ত্যাগী আৰু প্ৰকৃত সেৱকে খুব উৎসাহ আৰু পৰিশ্ৰমেৰে ইয়াক চলাই আছে, আৰু আনহাতে এজন কৰ্ম্মী যি কৰ্ম্মকুশল আৰু খাদী প্ৰচাৰৰ কামো বহুত কৰিছে কিন্তু ৰাজহুৱা অনুষ্ঠানৰ টকাৰে গঢ়ি তোলা অনুষ্ঠান তেওঁৰ নিজৰ কৰি লৈছে বুলি যাৰ বিৰুদ্ধে অভিযোগ আছে—এই বিষয়েও একো ক'বলগীয়া নাই, কিয়নো

তেওঁ পৰিশ্ৰম কৰিছে আৰু সময় খৰছ কৰিছে কিন্তু চৰ্খা-সংঘৰ টকাঠিক-ভাৱে ঘূৰাই পাব লাগে।

ব্ৰহ্মদেশৰ পৰা ঘূৰি অহাত কলিকতাত গান্ধীজীৰ ওচৰত যেতিয়া সকলো কথা খুলি কোৱা হ'ল, তেতিয়া তেখেতে নিজে সকলো চাব বুলি প্ৰতিশ্ৰুতি দিলে। বহুত দিনলৈকে এই কথা চলি থাকিল। হিচাপৰ তদন্ত কৰিবলৈ মহাত্মাজীয়ে শ্ৰীনাৰায়ণদাস গান্ধীক ভাৰ দিলে। শেষত চৰ্খা-সংঘৰ পৰা যি হিচাপ দাখিল কৰা হৈছিল সেয়ে ঠিক বুলি শ্ৰীনাৰায়ণ দাসে গ্ৰহণ কৰিলে। গান্ধীজীয়ে ৰামবিনোদ বাবুক ক'লে, যদি ইয়াত ভুল আছে তেন্তে মোক বুজাই দিয়া। ইয়াৰ কাৰণে দিনো ধাৰ্য্য কৰিলে। কিন্তু সেই কথা আগ নাবাঢ়িল, য'তে আছিল ত'তে থাকিল। গান্ধীজীয়ে বুজিলে যে মই যি কথা কৈছিলো সি সঁচা।

এই ঘটনা মই এইকাৰণেই দুঃখজনক বুলি কৈছো যে ইয়াক লিখোঁতে ৰামবিনোদ বাবু আৰু শ্ৰীসতীশচন্দ্ৰ দাসগুপ্তৰ বিষয়ে ইয়াত কিছু লিখিব লগা হ'ল; ইয়াতকৈও বেছি দুখ পাইছিলো সেই সময়ৰ সকলো কথাৰ কাৰণে। ৰাজহুৱা জীৱনত মই বহুত বাৰ এনেকুৱা কাম কৰিব লগাত পৰিছো যিবোৰ মই ব্যক্তিগতভাৱে কৰা ভাল নাপাওঁ কিন্তু যিবোৰ কৰ্ত্তব্যৰ খাতিৰত অপ্ৰিয় হ'লেও কৰিব লগা হৈছে। মই ৰামবিনোদ সিংহক তেওঁ ভাগলপুৰ কলেজত পঢ়ি থাকোঁতে প্ৰথম জাৰ্ম্মান-যুদ্ধৰ সময়ত নজৰ বন্দী কৰা সময়ৰে পৰা জানোঁ। সেই সময়ত হোৱা পৰিচয় গান্ধীজী চম্পাৰনলৈ অহাৰ পিছত আৰু গভীৰ হয়। অসহযোগ আন্দোলনত, বিশেষকৈ খাদীৰ কথা লৈ তেওঁৰ লগত মোৰ সম্পৰ্কই বঢ়া নাছিল বৰং তেওঁৰ কাৰ্য্য-কুশলতাত মোৰ আস্থা আৰু বাঢ়িছিল। এনে ব্যক্তিৰ সম্বন্ধে কিবা ক'বলগীয়া হলে সি দুঃখজনক হয়েই। সতীশবাবুৰ প্ৰতি মোৰ অন্তৰত যি শ্ৰদ্ধা আৰু স্নেহ আছে তাক মই ক'ব নোখোজোঁ। তেওঁৰ কাৰ্য্যদক্ষতা আৰু ত্যাগ অতুলনীয়। তেওঁ মোক ভাল পায়। সেই হেতুকে এই দুৰ্ঘটনা মোৰ কাৰণে স্বাভাৱিকতে বৰ দুঃখজনক হৈছিল।

## ৮০। ৰাজবন্দীৰ শ্ৰেণী-বিভাজন

১৯২৯ চনত লাহোৰত 'লাহোৰ কঞ্চপিৰেছি' নামৰ এটা বৰ বিখ্যাত ষড়যন্ত্ৰৰ মোকৰ্দ্দমা চলিছিল। এই মোকৰ্দ্দমাত অভিযুক্ত আছিল চৰ্দ্দাৰ ভগত সিংহ। মোকৰ্দ্দমা বহুত দিনলৈকে চলিল। অভিযুক্তসকলে জেলৰ ভিতৰৰ অসুবিধাৰ কাৰণে অনশন কৰিলে। অনশন কেইবাদিনো চলিল। অনশনকাৰীসকলৰ ভিতৰত শ্ৰীযতীন্দ্ৰনাথ দাস নামৰ এজন নব যুবক ষাঠি দিনৰ পিছত শ্বহীদ হৈ গ'ল। এই মোকৰ্দ্দমা বাতৰিকাকতত প্ৰকাশ হৈছিল। অনশনৰ খবৰো মানুহে পঢ়িছিল। গোটেই দেশতে যথেষ্ট উদ্বেগৰ সৃষ্টি হৈছিল। যেতিয়া যতীন্দ্ৰনাথৰ মৃত্যু হ'ল তেতিয়া এই উদ্বেগ আৰু বাঢ়ি গ'ল। তেওঁৰ শবটো চৰকাৰে তেওঁৰ আত্মীয়ক দি দিলে। শবটো সসন্মানে লাহোৰৰ পৰা কলিকতালৈ ৰেলেৰে আনিলে। যিবোৰ চহৰৰ মাজেদি সেই ৰেল আহিছিল তাৰ ষ্টেচনত মানুহৰ বৰ ভিৰ হৈছিল। মানুহে শবৰ ওপৰত ফুলৰ মালা দিলে আৰু অন্য প্ৰকাৰেও সন্মান জনালে। কিছুদিনৰ আগৰে পৰা যি জাগৰণ হৈছিল সি আৰু বেছি হ'ল। গোটেই দেশতে উৎসাহ উথলি উঠিল। শ্ৰীযতীন্দ্ৰনাথৰ মৃত্যুৰ এটা ফল হ'ল যে চৰকাৰে কয়দীসকলক তেওঁলোকৰ থকা-মেলা, শিক্ষা আদি চাই তিনি ভাগত ভগালে। এই শ্ৰেণী-বিভাগ তত্তালিকে হোৱা নাছিল কিন্তু যেতিয়া ১৯৩০ চনত সত্যাগ্ৰহ হ'ল তেতিয়া সত্যাগ্ৰহী বন্দীসকলক তিনি ভাগে ভগালে। অলপ মানুহে 'এ' ক্লাচ পালে, তেওঁলোকতকৈ অলপ বেছিয়ে 'বি' ক্লাচ পালে আৰু খুব সৰহ সংখ্যকক 'চি' ক্লাচত ৰাখিলে। চৰকাৰে ৰাজনৈতিক বন্দীসকলৰ এটা বেলেগ শ্ৰেণীৰ দাবী মানি নললে। এই প্ৰশ্ন এতিয়াও যেনে আছিল তেনেই আছে।

চৰকাৰে যি ধৰণৰ শ্ৰেণী-বিভাগ কৰিলে সি আমাৰ কাৰণে হানিকৰ। এই কথা সঁচা যে যি মানুহে ঘৰত বৰ আৰামত থাকি আহিছে, তেওঁক যদি জেলতো দুখীয়া মজদুৰ এটাক ৰখাদি ৰখা হয়, সেই আহাৰকে তেওঁক দিয়া হয়, সেই কাপোৰকে তেওঁক পিন্ধাই—তেতিয়াহলে তেওঁৰ শাস্তি বৰ বেছি কষ্টকৰ হৈ পৰে। আৰু যদি অপৰাধৰ বিচাৰৰ কাৰণে সকলোকে সমান শাস্তি বিহিব লাগে তেনেহলে এইদৰে তেওঁলোকৰ শাস্তি

এনেয়ে বেছি হৈ যায়। ইয়াকে কৈ বন্দীসকলক তিনিভাগে ভগালে। কিন্তু যি সকল লোকে একেলগে কাম কৰি আছে আৰু একেতা কামতে লাগি আছে জেললৈ গ'লে যদি তেওঁলোকৰ এজনক আনজনৰ পৰা বেলেগ কৰি দিয়ে—এহাতে কিছুমানে শুবলৈ খাট পায়, আহাৰৰ লগত অলপ গাখীৰ, ঘিউও থাকে, চিঠি লিখিবলৈ আৰু লগ পাবলৈও বেছি সুবিধা পায় আৰু আনহাতে সৰহভাগকে দিয়া হ'ব লোহাৰ থালত মোতা চাউলৰ ভাত, লোহাৰ পাত্ৰত ৰন্ধা কাৰণে বেছি পনীয়া ক'লা দাইল। নামমাত্ৰ পাচলী, পিন্ধিবৰ কাৰণে সৰু জাঙিয়া, হাত কটা কুৰ্ত্তা আৰু তেওঁলোকৰ লগত জেলৰ অফিচাৰসকলৰ চুৰি আদি অপৰাধত বন্দী হৈ থকা কয়দীৰ নিচিনা ব্যৱহাৰ—এইবোৰ কথাত সেই সৰহ সংখ্যক লোকৰ মনত অসন্তোষৰ সৃষ্টি হোৱা স্বাভাৱিক। ক'ব নোৱাৰোঁ, গৱৰ্ণমেণ্টে কি নীতিত এনে শ্ৰেণী-বিভাজন কৰিলে।

ৰাজনৈতিক বন্দীসকলৰ এটা শ্ৰেণীয়েই হওক, 'এ' অথবা 'বি' শ্ৰেণীত যি সুবিধা পায় তাতকৈ তেওঁলোকক কম সুবিধাই দিয়ক; কিন্তু সকলোৰে লগত সমান ব্যৱহাৰ হওক—ইয়াৰ কাৰণে আজিলৈকে কৰা সকলো চেষ্টা বিফলে গৈছে; গৱৰ্ণমেণ্টে নিজৰ সুবিধাৰ কাৰণে ৰাজনৈতিক বন্দীসকলক এক প্ৰকাৰে বেলেগ কৰে। কিন্তু তেওঁলোকক বেলেগ বুলি ধৰিব লাগে আৰু তেওঁলোকৰ লগত বেলেগ ব্যৱহাৰ হ'ব লাগে বুলি ক'লে সদায় কয় যে গৱৰ্ণমেণ্টে ৰাজনৈতিক আৰু অন্য বন্দীসকলৰ মাজত কোনো পাৰ্থক্য নাই বুলি ভাবে। বিহাৰ প্ৰদেশত ১৯৩০ চনৰ আন্দোলনত ১২ হাজাৰৰ পৰা ১০ হাজাৰ মানুহ সত্যাগ্ৰহৰ কাৰণে ৰাজনৈতিক বন্দী হৈছিল। কিন্তু এইসকলৰ ভিতৰত ২০ জনতকৈ বেছিয়ে 'এ' ক্লাচ পোৱা নাছিল। 'বি' ক্লাচ পোৱা সকলৰ সংখ্যা তিনিশৰ পৰা চাৰিশৰ ভিতৰত হ'ব, ইয়াতকৈ বেছি নহয়। বাকী সকলক 'চি' ক্লাচত ৰখা হৈছিল। শ্ৰেণী-বিভাজনো জিলা মেজিষ্ট্ৰেট অথবা অন্য কোনো পদাধিকাৰীৰ ইচ্ছা অনুসৰিহে হৈছিল। শেঠ যমুনালাল বাজাজৰ ল'ৰাক 'চি' ক্লাচত ৰখা হ'ল। একে ঘৰৰে এজনক 'এ' বা 'বি' ক্লাচত ৰাখিছিল আৰু আনজনক 'চি' ক্লাচত ৰাখিছিল। এনে ধৰণৰ বহুতো বিসঙ্গতি হৈছিল। ইয়াৰ উপৰিও বিহাৰৰ 'চি' ক্লাচ বন্দীসকলৰ প্ৰায় চাৰি-পাঁচ হাজাৰ পাটনা কেম্প জেলত ৰাখিছিল। এই জেল গছ-গছনি নোহোৱা খোলা ঠাইত টিনৰ বেৰা আৰু চালেৰে সাজিছিল। বাৰিষা মাটি দ হোৱাৰ কাৰণে তলৰ মজিয়া জেকা হৈছিল। গৰমত টিনৰ বেৰা আৰু চাল জলি যায়। গৰমৰ

প্ৰকোপত মানুহে উপাই নাপাই ছটফটাই ফুৰিছিল। ঠাণ্ডাৰ দিনত টিনে বাহিৰৰ ঠাণ্ডা ৰাখিব নোৱাৰিছিল। কেতিয়াবা কেতিয়াবা ভাপ বতাহৰ টিনত লাগি পানী হৈ যায় আৰু বৰষুণ নোহোৱাকৈয়ে পানী পৰিবলৈ ধৰিছিল। বন্দীসকলৰ কষ্টৰ সীমা নাছিল। এইবিলাকৰ ফলত 'চি' ক্লাচৰ বন্দী-সকলৰ মাজত খুব অসন্তোষৰ সৃষ্টি হ'ল। যি সকলে 'এ' বা 'বি' ক্লাচ পাইছিল তেওঁলোকৰ প্ৰতিও অসন্তোষৰ ভাব আছিল। মানুহৰ মাজত সাধাৰণভাৱে হিংসাৰ ভাব কিছু থাকেই। কিছুমান মানুহ ইয়াৰ চিকাৰ হ'ল—যদিও এই শ্ৰেণী-বিভাজনত 'এ' আৰু 'বি' ক্লাচ পোৱা সকলৰ কোনোদোষ নাছিল।

অৱশ্যে কোনো কোনো ঠাইত এনেকুৱাও হৈছিল হয়তো যে চেষ্টা কৰি মানুহে 'এ' বা 'বি' ক্লাচ লৈছিল। কিন্তু এনে মানুহৰ সংখ্যা নিচেই কম আছিল, এনেকুৱাও কোনেও কৰা নাছিল যে নিজৰ 'এ' বা 'বি' ক্লাচ এৰি দি দৰ্খাষ্ট কৰি 'চি' ক্লাচ কৰাই ল'ব। কোনো কোনো ঠাইত 'এ' আৰু 'বি' ক্লাচৰ কিছুমান মানুহে নিজৰ আহাৰ এৰি কিছুদিনলৈ 'চি' ক্লাচৰ আহাৰ ল'লে ; কিন্তু ই বহুত দিন নচলিল। এই শ্ৰেণী-বিভাজনৰ কাৰণে যে কংগ্ৰেছ কৰ্ম্মীসকলৰ ভিতৰত কিছু মনোমালিন্য বাঢ়িল তাত কোনো সন্দেহ নাই কিন্তু এইটো ভাবিব নালাগে যে এই মনোমালিন্য খুব বেছি ধৰণেৰে হৈছিল। 'চি' ক্লাচত এনে মানুহৰ সংখ্যা খুব বেছি আছিল যাৰ ইমান উদাৰতা আছিল যে তেওঁলোকে নিজে ভাবিছিল আৰু অন্যকো বুজাইছিল যে শ্ৰেণী-বিভাজনত আমাৰ হাত নাই—যি জেললৈ পঠায় তেওঁ যাক য'লৈ পঠায়, যাক যেনে ধৰণেৰে ৰাখিবলৈ বিচাৰে তেওঁ তলৈ যাব লাগে আৰু তেনেকৈয়ে থাকিব লাগে। একেটা দোষৰ কাৰণেই যদি এজন মানুহৰ তিনিমাহ আৰু আন এজনৰ তিনি বছৰ জেল হ'ব পাৰে, তেনেহলে যেনেকৈ ইয়াৰ কাৰণে তিনি মাহ শাস্তি পোৱা সকলৰ বিৰুদ্ধে আপত্তি কৰিব নোৱাৰি তেনেকৈ 'এ' আৰু 'বি' ক্লাচৰ লোকসকলৰ প্ৰতি অভিযোগ কৰাও অনুচিত। এই সকলো হোৱা সত্বেও কিছুমানৰ অন্তৰত শ্ৰেণী-বিভাজনৰ কাৰণে অন্যৰ প্ৰতি অশ্ৰদ্ধা হয়েই গ'ল।

গান্ধীজীৰ সদায় এই মত আছিল যে আমি বন্দীসকলৰ মাজত ভাগ ভাগ কৰিব নালাগে। যদি সকলো ৰাজনৈতিক বন্দীয়ে নিজৰ বেলেগ শ্ৰেণী কৰি লয় তেন্তে অন্য যি দুখীয়া মানুহ জেললৈ আহে তেওঁলোকৰ বিয়েই দোষ নহওক লাগে আজি যি অৱস্থাত আছে সেই অৱস্থাত সদায় থাকিব। গতিকে আমি যদি আন্দোলন কৰিব লাগে তেন্তে সকলো বন্দীৰ

অৱস্থাৰ সংশোধনৰ কাৰণে কৰিব লাগে। ঠিক এই নীতি অনুসৰিয়েই গান্ধীজী তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰে আৰু ইচ্ছা কৰে যে যদি অন্য ডাঙৰ মানুহো তৃতীয় শ্ৰেণীত যায় তেতিয়াহলে তৃতীয় শ্ৰেণীৰ অৱস্থা ভাল হৈ যাব। কিন্তু কংগ্ৰেছৰ ভিতৰতো সকলো এই মতাৱলম্বী নহয়। সেইকাৰণে এতিয়ালৈকে তেনেকুৱা একো হোৱা নাই। মই যেতিয়া প্ৰথমে জেললৈ গলোঁ তেতিয়া মোৰ ধাৰণা হৈছিল যে এই কথাটোৰ মীমাংসা বাহিৰৰ পৰা ভাল ধৰণেৰে কৰিব পৰা যাব। বন্দীসকলৰ দ্বাৰা আন্দোলন কৰোৱা মই পছন্দ নকৰিছিলোঁ। কিন্তু মোৰ এতিয়া বিশ্বাস হৈছে যে এই বিষয়ে যিহকেই কৰক বন্দীসকলেইহে কৰিব পাৰে—বাহিৰৰ মানুহে বিশেষ একো কৰিব নোৱাৰে। অৱশ্যে যদি ভাল মানুহৰ হাতলৈ ক্ষমতা আহে তেন্তে তেওঁলোকে হয়তো কিছু কাম কৰিব পাৰে। এতিয়ালৈকে মোৰ অভিজ্ঞতাই ইয়াকেই কয় যে বন্দীসকলৰ অৱস্থাৰ যি অলপ সংশোধন হৈছে সি বন্দীসকলৰ আন্দোলনৰ কাৰণেইহে হৈছে, যি অলপ সুবিধা মানুহে পাইছে সিও শ্ৰীযতীন্দ্ৰনাথ দাসৰ প্ৰাণ ত্যাগৰেইহে ফল।

## ৮১। জামছেদপুৰৰ মজদুৰৰ ধৰ্ম্মঘট

বিহাৰৰ জামছেদপুৰ এক মহত্বপূৰ্ণ ঠাই। তাত ভাৰতবৰ্ষৰেই নহয়, এচিয়াৰ ভিতৰতে সৰ্ব্ববৃহত লোহাৰ কাৰখানা আছে আৰু পৃথিৱীৰ ভিতৰতে বোধহয় ইয়াৰ স্থান দ্বিতীয় কি তৃতীয়। তাৰ লগতে আৰু বহুতো কাৰখানাও আছে যি তাৰ তুলনাত সৰু কিন্তু সেই কাৰখানা নথকা হ'লে ডাঙৰ বুলিয়েই গণ্য হ'লহেঁতেন। এইটো জনা কথা যে এনে চহৰত মজদুৰৰ প্ৰশ্ন অত্যন্ত গুৰুত্বপূৰ্ণ। এই প্ৰদেশত মজদুৰ সংগঠন বিশেষ গুৰুত্বপূৰ্ণ, কিয়নো ইয়াত কয়লাৰ খনিও সকলো প্ৰদেশতকৈ বেছি। যুক্ত প্ৰদেশক বাদ দি সকলো প্ৰদেশতকৈ এই প্ৰদেশত চেনিৰ কাৰখানাও সৰহ। সকলো প্ৰদেশতকৈ বেচি চেনি ইয়াতে উৎপাদন হয়।

মই নিজে মজদুৰৰ প্ৰশ্ন কেতিয়াও আগ্ৰহেৰে চিন্তা কৰা নাছিলো। তাৰ কাৰণ এইটো নহয় যে মই তাৰ গুৰুত্ব বুজা নাছিলো। কিন্তু কাৰণ এইটোহে আছিল যে মোৰ হাতত অন্য কাম ইমান বেছি আছিল

যাৰ কাৰণে এই কাম হাতত লবলৈ মোৰ সাহ হোৱা নাছিল। অন্য কোনোৱেও এই কাম হাতত ল'ব খোজা নাছিল। ফলস্বৰূপে আমি এই বিষয়ে বহুত পিছ পৰি গলো। জামছেদপুৰ, ঋৰিয়া আদি ঠাইত স্থানীয় লোকে অথবা বাহিৰৰ পৰা আহি অন্য মানুহে কিছু কাম কৰিছিল। কিন্তু মই সেই কাম সন্তোষজনক হৈছিল বুলি নাভাবো। মই ১৯২১ চনৰ পৰাই সময়ে সময়ে জামছেদপুৰলৈ গৈছিলো। কংগ্ৰেছৰ প্ৰচাৰ-কাৰ্য্য কৰি গুছি আহোঁ। তেনেকৈয়ে ঋৰিয়াৰ লগতো মোৰ সম্বন্ধ আছিল। মজদুৰৰ সংগঠনৰ কাম মই কেতিয়াও নিজৰ হাতত লোৱা নাছিলো। জামছেদপুৰত এটা সংঘ স্থাপিত হৈছিল আৰু তাৰ সভাপতি আছিল দীনবন্ধু এণ্ড্ৰুজ্। গান্ধীজী তালৈ গৈছিল। টাটা কোম্পানীৰ ডাইৰেক্টৰ স্বৰ্গীয় আৰ, জি, টাটা আহিছিল। ময়ো গান্ধীজীৰ লগত আছিলো। মজদুৰ সংঘক শ্ৰীটাটাই মানি ল'লে। সেই সংঘই কিছু কাম কৰি আহিছিল। শ্ৰীএণ্ড্ৰুজ্ তাত নাথাকিছিল, কিন্তু মাজে মাজে কেতিয়াবা অহা যোৱা কৰিছিল। সেইকাৰণে যদিও তেওঁৰ সহানুভূতিৰ বাবে কিছু লাভ হৈছিল তথাপি সংগঠন যিমান টনকিয়াল হ'ব লাগিছিল সিমান হোৱা নাছিল।

মজদুৰসকলৰ অভিযোগৰ কাৰণে ১৯২৮ চনত তাত ধৰ্ম্মঘট হৈছিল। ধৰ্ম্মঘট কিছুদিনলৈ চলিল। শ্ৰীসুভাষচন্দ্ৰ বসু কলিকতাৰ পৰা আহিছিল। তেওঁ মজদুৰ সংঘৰ সভাপতি হ'ল। শেষত তেওঁ টাটা কোম্পানীৰ লগত আপোচ কৰিলে। কিন্তু এই সময়ত অন্য এজন লোকে মজদুৰ সংগঠনত মনযোগ দিবলৈ লাগি গৈছিল। তেওঁ এই আপোচ মানি নললে। কিছুমান মজদুৰক লৈ তেওঁ বেলেগ সংঘ স্থাপন কৰিলে। তেওঁৰ ফালৰ পৰা শ্ৰীসুভাষচন্দ্ৰ বসুৰ বিৰুদ্ধে বেয়া ধৰণেৰে প্ৰচাৰ হ'বলৈ ধৰিলে। আপোচৰ চৰ্ত্ত স্থিৰ হৈ গ'ল, কিন্তু সকলো মজদুৰ একমত নোহোৱাত কোম্পানীৰ আৰু একো কৰিবলগীয়া নহ'ল। এই সকলোখিনি মোৰ অনুপস্থিতিত হৈছিল। তাৰ মজদুৰৰ ভিতৰত দুটা দল হৈছিল। তেওঁলোকৰ অনুষ্ঠানো দুটা আছিল। এই দুয়োটাৰ ভিতৰত মনোমালিন্যও যথেষ্ট আছিল।

সেই সময়তে টিন-প্লেট কোম্পানী নামৰ অন্য এটা কোম্পানীৰ কাৰখানাত ধৰ্ম্মঘট হ'ল। তাৰ মানুহেও শ্ৰীসুভাষচন্দ্ৰ বসুৰ সহায় বিচাৰিলে। তেওঁ আহিল, ধৰ্ম্মঘট চলিল। কিন্তু কোম্পানীৰ মালিকসকলে বৰ কঠোৰ মনোভাৱ গ্ৰহণ কৰিলে। তেওঁলোকে কোনোপধ্যেই মজদুৰ

সকলৰ কথা শুনিবলৈ প্ৰস্তুত নহৈছিল। সুভাষ বাবুৱে মোকো খবৰ দি মতালে। এই ধৰ্ম্মঘটত মনযোগ দিবলৈ মোক ক'লে। প্ৰফেচাৰ আব্দুল বাৰীয়ে তাত সুভাষ বাবুক সহায় কৰি আছিল। মলো নিজ প্ৰদেশত হোৱাৰ কাৰণে আৰু মজদুৰসকলৰ দাবী ন্যায়সঙ্গত বুলি ভাবি এই ধৰ্ম্মঘট সমৰ্থন কৰিলো। তাৰ পিছত এই ধৰ্ম্মঘট চলোৱাৰ ভাৰ সম্পূৰ্ণৰূপে মোৰ আৰু প্ৰফেচাৰ আব্দুল বাৰীৰ ওপৰত পৰিল। মই কেইবাবাৰো তালৈ গলো। ধৰ্ম্মঘট প্ৰায় ৮।১০ মাহ চলি থাকিল। মই গৱৰ্ণমেণ্টক পৰামৰ্শ দিলো যে তেওঁলোকে 'ট্ৰেড ডিছপিউট এক্ট' অনুসৰি এই কথাটো পঞ্চায়তত দিয়ক। কিন্তু তেওঁলোক এই কথাত মান্তি নহ'ল। তেতিয়া চীফ চেক্ৰেটৰী আৰু গৱৰ্ণমেণ্টৰ মেম্বাৰৰ লগত মই দেখা কৰিলো। তেওঁলোকে ইয়াকে ক'লে যে গৱৰ্ণমেণ্টে এই ধৰ্ম্মঘট ভুল আৰু বিনা কাৰণত হোৱা বুলি ভাবিছে, কিয়নো জামছেদপুৰৰ মজদুৰৰ নেতা শ্ৰীহোজীও এই ধৰ্ম্মঘটৰ বিৰোধী। এওঁৱেই টাটা কোম্পানীত সুভাষ বাবুৰ বিৰোধীতা ধৰি অন্য অনুষ্ঠান স্থাপন কৰিছিল। এইবাৰ গৱৰ্ণমেণ্টে তেওঁৰ মতামত এই কাৰণেই ঠিক বুলি ল'লে যে তেওঁ একো কৰিব খোজা নাছিল আৰু কোম্পানীক সহায় কৰা পছন্দ কৰিছিল। যিয়েই নহওক, হাজাৰ চেষ্টা কৰাৰ পিছতো কোম্পানী অলপো নটলিল। আঠ-দহ মাহ চলি ধৰ্ম্মঘট শেষ হৈ গ'ল। কিন্তু কাম এৰি দিয়া বহুতো মজদুৰ নিজৰ কামলৈ উভতি নগ'ল। অথবা যি যাবও খুজিছিল তেওঁলোকক কোম্পানীয়ে আগৰ ঠাইত পুনৰ নল'লে।

## ৮২। এটা ঘৰুৱা ঘটনা আৰু চৰকাৰী ঘোষণাৰ অৰ্থ

১৯২৯ চনত মোৰ সৰহভাগ সময় বিদেশী বস্ত্ৰ বৰ্জ্জনতে অতিবাহিত হ'ল; তাৰ ৰচনাত্মক ৰূপ হ'ল খাদীৰ উৎপাদন। ইয়াৰ উপৰিও জামছেদপুৰৰ ঘটনাতো কিছু সময় গ'ল। খাদীৰ কাম চোৱা-চিতাৰ কাৰণে মই এতিয়া চৰ্খা-সংঘৰ মুখ্য-কেন্দ্ৰ আৰু প্ৰাদেশিক অফিচ স্থাপিত হোৱা মধুবনীত কিছুদিন থাকিলো। এই কামৰ উন্নতিৰ কাৰণে কৰ্ম্মীসকলৰ লগত পৰামৰ্শ কৰিলো। তাতে মই টেলিগ্ৰাম পালো যে মোৰ ভতিজা জনাৰ্দ্দনৰ এটা

ল'ৰা হৈছে। স্বভাৱতে ককাইদেউ বৰ আনন্দিত হৈছিল আৰু আমি সকলোৱে আনন্দ পাইছিলো। পুৰণি ৰীতি অনুসৰি ককাইদেৱে বন্ধুৰ অনুৰোধত এই আনন্দৰ কাৰণে কিছু খৰছো কৰিলে। নাচ-গানৰ ব্যৱস্থা নাছিল। কিয়নো তেওঁ প্ৰতিজ্ঞা কৰিছিল যে বিয়া-বাৰুতো নাচ গানৰ আয়োজন নকৰায়। সেই কাৰণে এই উপলক্ষ্যেও নাচ আদি নহ'ল কিন্তু পূজা-পাঠ আদি হৈছিল। নিজৰ লগুৱা আৰু সম্বন্ধীয় মানুহক তেওঁ যথেষ্ঠ কাপোৰ-কানি আদি দিলে। উৎসৱত ময়ো ছাপ্‌ৰালৈ গলো। সকলোৱে খুব আনন্দ কৰিছিল। এইবোৰ ইয়াত এই কাৰণেই লিখিব লগা হ'ল যে ইয়াৰ সমাপ্তি বৰ দুঃখজনক হৈছিল।

কেচুৱাটো বৰ ধুনীয়া আৰু দেখনিয়াৰ হৈছিল। আমি দুয়ো ভাই-ককায়ে তাক বৰ মৰম কৰিছিলো, কিয়নো সেই সময়ত ঘৰত সিয়েই একমাত্ৰ ল'ৰা আছিল। ১৯২৯ চনৰ ডিচেম্বৰত অসুখ হৈ মই ডিচেম্বৰ আৰু জানুৱাৰীত নিজ গাওঁ জিৰাদেইত কিছুদিন আছিলো। কেঁচুৱাটো তাতে আছিল। তাক খেলাবলৈ আৰু তাৰ লগত ধেমালি কৰিবলৈ মই সুবিধা পাইছিলো। কলিকতাৰ শ্ৰীসতীশচন্দ্ৰ মুখাৰ্জ্জীও মোৰ লগত তাত প্ৰায় এমাহমান আছিল। নিতৌ লৈ-মেলি ল'ৰাটোৰ প্ৰতি বৰ মৰম সোমাইছিল। সি যিমানে ডাঙৰ হৈ যাবলৈ ধৰিলে সিমানে তালৈ মৰমো বাঢ়িবলৈ ধৰিলে। কিন্তু যেতিয়া তাৰ বয়স পাঁচ বছৰতকৈ অলপ বেছি হৈছিল তেনেকুৱাতে ককাইদেউৰ মৃত্যু হয় আৰু তেওঁৰ মৃত্যুৰ দুমাহৰ পিছতে টাইফয়ড ৰোগত তাৰো পাটনাতে মৃত্যু হয়। মই পাটনাতে আছিলো। ডাক্তৰেও তাক বচাবলৈ যথাসাধ্য চেষ্টা কৰিছিল। কিন্তু সকলো নিষ্ফল হ'ল। এতিয়াও যেতিয়া তাৰ স্মৃতি মনলৈ আহে মোৰ মন ব্যাকুল হৈ পৰে, মই নিজকে চম্ভালিব নোৱাৰা হওঁ। সেইকাৰণে ১৯৪১ চনত মোৰ ডাঙৰ ল'ৰা মৃত্যুঞ্জয়ৰ যেতিয়া এটা ল'ৰা হয় তেতিয়া মই তাৰ জন্ম উপলক্ষ্যে কোনো উৎসৱ কৰিব নোৱাৰে বুলি জোৰেৰে বন্ধ কৰি দিলো। মই আজিলৈকে মোৰ অন্তৰৰ এই কথা কাকো কেতিয়াও কোৱা নাছিলো, আজিহে পোন প্ৰথম এই কথা ইয়াত লিখিছো।

অস্তু, এই সময়ত ভাৰতৰ বৰলাট আছিল লৰ্ড আৰ্‌উইন। তেওঁ ছুটী লৈ কিছুদিনৰ কাৰণে ইংলণ্ডলৈ গ'ল। তাত ভাৰতবৰ্ষৰ পৰিস্থিতি সম্বন্ধে তেওঁ কথা-বাৰ্ত্তা হ'ল। এই সময়ত তাতো শ্ৰমিক দলৰ মন্ত্ৰীসভা গঠিত হৈছিল। শ্ৰীৰামজে মেক্‌ডোনাল্ড প্ৰধান মন্ত্ৰী আৰু

শ্ৰীবেজবুভবেন ভাৰত-সচিব আছিল। লৰ্ড আৰ্‌উইনে তাৰ পৰা ঘূৰি আহি বৃটিছ চৰকাৰৰ হৈ এটা ঘোষণা কৰিলে। সেই ঘোষণাত তেওঁ এই কথা ক'লে যে বৃটিছ চৰকাৰৰ ফালৰ পৰা যি ঘোষণা কৰা হৈছে তাত ঔপনিবেশিক স্বায়ত্ত-শাসনৰ কথা নিহিত আছে। বোধহয় তেওঁ এই কথাও কৈছিল যে এই সম্বন্ধে আলোচনা কৰিবলৈ লণ্ডনত এখন ঘূৰণীয়া মেজ-মেল পতা হ'ব। এই ঘোষণা ইয়াৰ পৰিস্থিতি দেখি কৰা হৈছিল। ভাৰতৰ সকলো দলেই চাইমন বৰ্জ্জন কৰিছিল। তাৰ বিৰোধী প্ৰদৰ্শনত মানুহৰ ওপৰত পুলিচৰ লাঠী চলিছিল। দেশৰ কেইবাজনো সন্মানীয় লোক জখম হৈছিল। গোটেই দেশতে হুলস্থূল লাগি পৰিছিল। তাতে আৰু বেছি প্ৰাণৰ সঞ্চাৰ কৰিছিল লাহোৰ ষড়যন্ত্ৰত অভিযুক্তসকলৰ অনশনে। বিদেশী কাপোৰ বৰ্জ্জন শক্তিশালী হৈ উঠিছিল। কলিকতা কংগ্ৰেছে প্ৰস্তাৱ গ্ৰহণ কৰিছিল যে যদি ১৯২৯ চনৰ ভিতৰত ঔপনিবেশিক স্বায়ত্ত-শাসন পোৱা নহয় তেন্তে কংগ্ৰেছে পূৰ্ণ-স্বাধীনতা নিজৰ লক্ষ্য কৰি ল'ব।

গৱৰ্ণমেণ্টে হয়তো ভাবিছিল যে এই ঘোষণাই এই অশান্তি দূৰ কৰাত সফল হ'ব। ঘোষণাৰ অৰ্থ লৈ কাকতে-পত্ৰই কিছু বাদ-বিবাদ হ'বলৈ ধৰিলে। নৰমদল অলপ সন্তুষ্ট যেন অনুমান হ'ল। কিন্তু তাক যদি ভালকৈ চালি-জাৰি চোৱা হয় তেন্তে চৰকাৰৰ সকলো ঘোষণাৰ নিচিনাকৈ তাৰো কেইবাটাও অৰ্থ ওলাব পাৰে আৰু চৰকাৰে নিজৰ সুবিধা অনুসৰি যেতিয়া যেনেকৈ ইচ্ছা কৰে তেতিয়াই তাক তেনে অৰ্থ কৰিব পাৰে। কংগ্ৰেছৰ মানুহে তাক কলিকতা-কংগ্ৰেছৰ দাবী পূৰণ কৰা ঘোষণা বুলি নধৰিলে। পিছত ই খোলোচা হোৱাত দেখা গ'ল যে কংগ্ৰেছৰ সন্দেহ সম্পূৰ্ণ ঠিক আছিল আৰু অন্যাই নিজৰ ইচ্ছা অনুসৰি তাৰ অৰ্থ কৰিছিল যি অৰ্থ শব্দৰ পৰা প্ৰকাশ নহৈছিল।

ঠিক লাহোৰ কংগ্ৰেছৰ আগতে গান্ধীজী আৰু পণ্ডিত মতিলাল নেহৰুৱে লৰ্ড আৰ্‌উইনৰ লগত দেখা কৰিলে। তেখেতসকলে ভাইচৰয়ক ইয়াৰ অৰ্থ সোধাত গম পালে যে তেখেতসকলে যি অৰ্থ কৰিছিল সি ঠিক আছিল, অন্যাই নিজৰ মনে গঢ়া অৰ্থ কৰিছিল। ঔপনিবেশিক স্বয়ত্ত-শাসন এতিয়াও দূৰত আছিল। যি এই স্বায়ত্ত-শাসন আহিছিল বুলি ভাবিছিল তেওঁলোকে শ্ৰীবেজবুভবেন ঔপনিবেশিক স্বায়ত্ত-শাসন বাস্তৱত কাম কৰি আছে বুলি কৰা ঘোষণাৰ (Dominion Status in action) বাক্‌চাতুৰী নুবুজি শাব্দিক অৰ্থ কৰাত ভুল কৰিছিল।

ই আমাৰ কাৰণে বৃটিছ্ চৰকাৰৰ ঘোষণাসমূহ খুব সাৱধানে চাবৰ কাৰণে সতৰ্ক কৰি দিলে ; তাৰ পৰা মনত যিহকে আহে সেয়ে অৰ্থ কৰিব নালাগে। এই সতৰ্কবাণীৰ কাৰণে আমি তেওঁলোকৰ ওচৰত কৃতজ্ঞ থকা উচিত।

## ৮৩। মোৰ ব্ৰহ্ম যাত্ৰা

আমি বাবু হৰিজীৰ মোকৰ্দ্দমা শেষ কৰি যেতিয়া ইংলণ্ডৰ পৰা উভতি আহিছিলো বাবু হৰিজীয়ে মই এবাৰ ব্ৰহ্মদেশলৈ গৈ তেওঁ জিয়াবাড়ীত যি কৰিছে তাক চোৱাটো ইচ্ছা প্ৰকাশ কৰিলে। মোৰো তেওঁৰ সেই সজ কাম চোৱাৰ আৰু ব্ৰহ্মদেশ ভ্ৰমণ কৰাৰ ইচ্ছা আছিল। এই ইচ্ছা ১৯২৮ চনত পূৰণ নহ'ল। ১৯২৯ চনত বাবু হৰিজী নিজে ব্ৰহ্মদেশলৈ গ'ল। ময়ো ভাবিলো যে তালৈ যোৱাৰ এয়ে ভাল সুবিধা। ইতিমধ্যে মোৰ সন্মুখলৈ আৰু এটা কথা আহি পৰিল। যেনেকৈ বৃটিছ্ গৱৰ্ণমেণ্টৰ উৎসাহত দেৱান জয় প্ৰকাশ লালে (বাবু হৰিজীৰ স্বৰ্গগত পিতাক) ব্ৰহ্মদেশত মাটি লৈছিল তেনেকৈয়ে এজন ইংৰাজ নীলখেতিয়ক মিষ্টাৰ মিলানেও ব্ৰহ্মদেশত বহুত মাটি লৈছিল। শাহাবাদ জিলাত তেওঁ নীলৰ ব্যৱসায় কৰিছিল। তেওঁ বাবু হৰিজীৰ দৰে বিহাৰৰ পৰা বিশেষকৈ শাহাবাদৰ পৰা খেতিয়ক লৈ গৈ নিজৰ মাটিত বহুৱাইছিল। অন্যান্য কিছুমান মানুহেও তাত মাটি লৈছিল ; কিন্তু তেওঁলোকে তাৰ ভাল ব্যৱস্থা কৰিব নোৱাৰিলে। শেষত তেওঁলোকে মাটি এৰি দিলে অথবা সি বাজেয়াপ্ত হ'ল। কিন্তু সেই দুজন ডাঙৰ জমিদাৰে তাত বৰ ডাঙৰ জমিদাৰী কৰিলে। বহুত পৰিশ্ৰম কৰি আৰু যথেষ্ট টকা খৰচ কৰি হাতী-বাঘ আদি থকা হাবি কাটি কাটি মাটি উলিৱাই তেওঁলোকে বিহাৰী বহুৱাইছিল। তাত ধান, কুঁহিয়াৰ আৰু অন্য শস্যও হৈছিল। মিষ্টাৰ মিলানৰ ৰায়তসকলৰ মাজত কিছু অশান্তিৰ যেন সৃষ্টি হৈছিল। ৰায়তসকলে ইয়ালৈ চিঠি লিখিছিল যে মই গৈ তেওঁলোকক সহায় কৰিব লাগে। বোধহয় তেওঁলোকে মই চম্পাৰণত গান্ধীজীৰ লগত কাম কৰাৰ কথা শুনিছিল, সেইকাৰণে

মোৰ সেৱাৰ ওপৰত তেওঁলোকৰ কিছু বিশ্বাস জন্মিছিল। এই দ্বিতীয় সুবিধাটো পাই মই তালৈ যোৱাৰ সিদ্ধান্ত কৰি পেলালোঁ। শ্ৰীমথুৰা প্ৰসাদজীৰ লগত নবেশ্বৰ মাহত তালৈ গলোঁ। মিষ্টাৰ মিলানৰ জমিদাৰীৰ নাম আছিল "চৌতুগা" আৰু বাবু হৰিজীৰ জমিদাৰীৰ নাম আছিল "জিয়াৰাডী"। মই এই দুয়ো ঠাইলৈকে গলো। ৰেঙ্গুনতো কিছুদিন থাকিলো। মুঠতে বোধহয় তাত পোন্ধৰ দিনমান থাকিলো। আৰু ক'লৈকো যাব নোৱাৰিলো। সেইকাৰণে মান্দালয় আদি একো চাব নোৱাৰিলো।

ষ্টিমাৰৰ ভ্ৰমণ সাধাৰণ আছিল। সমুদ্ৰ শান্ত আছিল। আমি বৰ আৰামেৰে সেইখিনি পালোগৈ। অলপ দূৰৰ পৰাই ৰেঙ্গুনৰ বৌদ্ধ মন্দিৰৰ সোণালী ৰঙৰ ছাদ আৰু গম্বুজ দেখিবলৈ পালো। ওচৰ পোৱাৰ লগে লগে আৰু বেছিকৈ দেখিবলৈ পালো। ৰেঙ্গুনৰ মানুহে খুব আদৰ অভ্যৰ্থনা কৰিলে। এখন ৰাজহুৱা সভাত মোক অভিনন্দন পত্ৰ দিলে। তাৰ উত্তৰত মই কলো যে ভাৰত আৰু ব্ৰহ্মদেশৰ আগৰ সম্বন্ধ আজিৰ সম্বন্ধতকৈ বেলেগ আছিল। ভাৰতেও নিজৰ সাম্ৰাজ্য অন্য দেশত স্থাপন কৰিছিল কিন্তু আজিকালিৰ সাম্ৰাজ্যৰ দৰে সি হিংসা, অস্ত্ৰ-সস্ত্ৰ আৰু সৈন্যবলৰ ওপৰত স্থাপিত হোৱা নাছিল; সি আছিল ধাৰ্ম্মিক সাম্ৰাজ্য। অন্যৰ লগত ভাৰতৰ সম্বন্ধ ৰেছমেৰে গঁথা মণিমালাৰ নিচিনা আছিল; ইখনৰ লগত সিখনৰ সম্বন্ধ আছিল হয় কিন্তু এখনে আনখনৰ ওপৰত শাসন নকৰিছিল। আজিও যেতিয়া পৃথিৱীত হোৱা সংঘৰ্ষ দেখিবলৈ পাওঁ তেতিয়া মোৰ ভাব হয় যে ভাৰতবৰ্ষৰ সেই ধাৰ্ম্মিক এক-সূত্ৰতা, যি সেনাৰ বলেৰে নহয় বৰং ধৰ্ম্ম আৰু চৰিত্ৰৰ দ্বাৰাইহে স্থাপন কৰিছিল, আজিৰ সাম্ৰাজ্যতকৈ বহুতো স্থায়ী আছিল আৰু প্ৰাণী মাত্ৰৰে বহুতো বেছি লাভজনক বুলি প্ৰমাণিত হৈছে। ভাৰতবৰ্ষৰ পৰা, বিশেষকৈ নিজৰ জন্মস্থান বিহাৰৰ পৰা বৌদ্ধ ধৰ্ম্ম একেবাৰে উঠি গ'ল, তথাপি আজি পৃথিৱীৰ আটাইতকৈ বেছি মানুহে সেই ধৰ্ম্ম মানে। তেওঁলোকে আজিও সেই ধৰ্ম্মৰ প্ৰবৰ্ত্তক সকলৰ লগত সম্বন্ধ থকা স্থানসমূহক তীৰ্থস্থান বুলি মানে। বুদ্ধদেৱে য'ত জন্ম গ্ৰহণ কৰিছিল, য'ত সিদ্ধিলাভ কৰিছিল আৰু য'ত ধৰ্ম্ম-চক্ৰ চলাইছিল সেই সকলো স্থানকে আজি ভাৰতত পৃথিৱীৰ সকলো বৌদ্ধৰ কাৰণে পুণ্য তীৰ্থ হৈছে। এই তীৰ্থস্থানসমূহৰ কাৰণেই পৃথিৱীৰ বৌদ্ধলোকে আজি আমাৰ পতিত অৱস্থাতো আমাক আদৰৰ চকুৰে

চায়। কোনো ৰাজনৈতিক সাম্ৰাজ্যই এই সৌভাগ্য লাভ কৰা নাই আৰু নকৰেও। ব্ৰহ্মদেশলৈ গৈ এই ভাববোৰ মোৰ অন্তৰত আপোনা আপুনি জাগি উঠিল।

তাত চৌতৃগাৰ ৰায়তসকলৰ ওচৰলৈ মই গলো। মালিক তাত নাছিল, বিলাতত্তহে আছিল; কিন্তু তেওঁৰ কৰ্ম্মচাৰী আৰু পুতেক তাত নাছিল। তেওঁলোকৰ লগত ৰায়তৰ অভিযোগ সম্বন্ধে কথা-বতৰা হলো। কথাৰ ধৰণ দেখি ভাবিছিলো যে সকলো ঠিক হৈ যাব। কিন্তু শেষত বিলাতৰ পৰা কিবা টেলিগ্ৰাম আহিল। হাতত আহি পৰা সফলতা হেৰাই গ'ল। যদিও সকলো কথা আমাৰ সন্মুখত স্থিৰ কৰিব পৰা নগৈছিল তথাপি মোৰ বিশ্বাস যে তাৰ মানুহৰ অৱস্থাৰ বহুতো সংশোধন হ'ল।

জিয়াৱাডীতো ৰায়তসকলৰ কিছু অভিযোগ আছিল। কিন্তু বাবু হৰিজীৰ কৰ্ম্ম-কুশলতা আৰু ব্যৱহাৰ-পটুতাৰ কাৰণে সেইবিলাকে তেতিয়ালৈকে উগ্ৰ ৰূপ ধাৰণ কৰিব পৰা নাছিল। সেইবোৰ সম্বন্ধে আমি একো কৰিব লগা নহৈছিল। কিছুদিন থাকি তাৰ কথা-বতৰাবোৰ চালোঁ। তাৰ গাঁৱলৈ গ'লে এনে ভাব নহয় যে আমি বিহাৰৰ পৰা বাহিৰলৈ আহিছোঁ। সেই একে ভোজপুৰী ভাষা, সেই সাজ-পাৰ, সেই চাল-চলন, সেই একে ধৰণৰ ঘৰ-দুৱাৰ আৰু সেই একে খেতি-বাতি। মই মোকৰ্দ্দমাৰ সময়ত কাগজবোৰ পঢ়িছিলো। সেইবোৰ পঢ়িয়েই মই বাবু হৰিজীৰ কাৰ্য-দক্ষতা আৰু ব্যৱস্থা-শক্তি স্বীকাৰ কৰি ললোঁ। এতিয়া এসময়ৰ অৰ্থাৎ ৩০ বছৰৰ আগৰ হাবিৰ ঠাইত গাঁৱৰ ফলে-ফুলে ভৰা ৰূপ দেখিবলৈ পাই তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু বাঢ়িল। আজি তাত হাজাৰ হাজাৰ বিহাৰী থাকে আৰু খেতি কৰি সুখেৰে জীৱন অতিবাহিত কৰিছে তথা বাবু হৰিজীকো বছৰি লাখ টকাৰ উপাৰ্জ্জন পথ দিছে। মোৰ আগতে তেওঁ ৰায়তসকলৰ এখন সভাও পাতিলে আৰু তাত কিছু টকা বিলাই দিয়াৰ উপৰিও অন্য ধৰণৰ স্নেহ প্ৰকাশ কৰিলে। বিহাৰ বিদ্যাপীঠৰ কাৰণেও তাত কিছু টকা পালো। ৰেঙ্গুনৰ কাৰবাৰী-সকলেও কিছু দিলে আৰু তাক লৈ মই উভতি আহিলো।

ৰেঙ্গুনতো বিহাৰীসকলৰ সংখ্যা যথেষ্ট। মই দেখি আচৰিত হলোঁ যে জিৰাদেইত থকা মোৰ এটা পুৰণা লগুৱা ৰেঙ্গুনলৈ আহি মোক দেখা কৰিলে। তাত সি ক'ৰবাত চাকৰি কৰিছিল। মই অহাৰ খবৰ পাই মোৰ লগত দেখা কৰিবলৈ আহিল। তাত গুজৰাটি আৰু মাৰোৱাৰী বেপাৰী

যথেষ্ট আছে। কিন্তু গাঁৱত বেছিকৈ মাদ্ৰাজৰ ছেট্টী লোক পোৱা যায় আৰু তেওঁলোকে সাধাৰণতে টকা ব্যৱসায়ত খটুৱায় নহলে ধাৰলৈ দিয়ে। অন্ধ্ৰৰো বহুত মানুহ আছে আৰু তেওঁলোকেও বিহাৰীসকলৰ দৰে চাকৰি বা মজদুৰি কৰে। সেই সময়তে অন্ধ্ৰৰ শ্ৰীনাগেশ্বৰ ৰাও পান্তলুও তালৈ গৈছিল। ৰেঙ্গুনত আমাক দুয়োকো ভোজ দিলে আৰু সেই ভোজত বহুতো বিখ্যাত ব্ৰহ্মদেশীয় লোক আৰু ভাৰতীয়ই যোগ দিছিল। তাৰ মেয়ৰ মুছলমান আছিল। শ্ৰীআব্বাচ তৈয়বজীৰ সুপুত্ৰ তৈয়বজীয়ে ৰায়তৰ কামত বৰ মনযোগ দিছিল। এওঁলোক সকলো ভোজলৈ আহিছিল। পিছলৈ তাৰ কাউন্সিলৰ স্পীকাৰ অথবা সভাপতি হোৱা এজন ইংৰাজো সেই ভোজত আছিল।

সকলো মানুহে মাটিত বহি ভোজ খোৱা দেখি মই বৰ আচৰিত হলো। ইংৰাজ ভদ্ৰলোকজনো আমাৰ লগত তেনেকৈয়ে বহিল। মই বিহাৰত কেতিয়াও এনে ভোজ দেখা নাছিলো। গান্ধীজীৰ আশ্ৰমৰ বাহিৰে মই ক'তো এনেদৰে সকলোকে ভাৰতীয় নিয়মেৰে মাটিত বহি খোৱা দেখা নাছিলো। এইটো আমাৰ দুৰ্ব্বলতা যে আমি যদি কোনো এজন বিদেশীক খুৱাওঁ অথবা অন্য ধৰণেৰে আদৰ-সাদৰ কৰো তেন্তে তেওঁ যেনে ধৰণেৰে খোৱা-বোৱা কৰে বা থাকে আমি তাকে নকল কৰোঁ। তেওঁতো নিজে ঘৰত তেনেকৈ থাকেই আৰু তেনে ধৰণেৰে খায়ো তেনেহলে আমি ইয়াৰ ভোজত তেওঁক আমাৰ কি বিশেষত্ব দেখুৱালো? বিদেশীসকলৰ যি সকল সহৃদয় লোক আৰু যি এই দেশৰ কিছু কথা জানিব খোজে তেওঁলোকে হয়তো অন্তৰেৰে বিচাৰেও যে তেওঁলোকে নিজৰ ঘৰৰে অনুকৰণ নেদেখি ভাৰতীয় কথাও কিছু দেখিবলৈ পায়। কিন্তু মই ক'ব নোৱাৰো কিয় যে মানুহে বেয়া নকলবোৰ পছন্দ কৰে আৰু নিজৰ ৰীতি-নীতি লুকাবলগীয়া কথা বুলি ভাবে। যিয়েই নহওক, ৰেঙ্গুনত এই কথা দেখি মই বৰ ভাল পালোঁ। ৰেঙ্গুনৰ পৰা মই জাহাজেৰে কলিকতালৈ ৰাওনা হলো।

## ৮৪। লাহোৰ কংগ্ৰেছ আৰু মৌলানা মজ্‌হৰুল হকৰ মৃত্যু

জাহজতে মোৰ উদফাই বেমাৰ বৰ বেছিকৈ আৰম্ভ হ'ল। মোৰ অৱস্থা ইমান বেয়া হ'ল যে জাহাজৰ ডাক্তৰে বেজী দিবলগীয়াত পৰিল। কলিকতাত জাহাজৰ পৰা নামি মই মোৰ বন্ধু শ্ৰীযোগেন্দ্ৰনাৰায়ণ মজুমদাৰ বেৰিষ্টাৰৰ ঘৰত উঠিলোগৈ। তিনি চাৰিদিনৰ পিছত মুঙ্গেৰত বিহাৰ প্ৰাদেশিক ৰাজনৈতিক কনফাৰেঞ্চ হ'বলগীয়া আছিল। মোক তাৰ সভাপতি নিৰ্ব্বাচিত কৰিছিল। মই ভাবিলো যে কলিকতাত দুই-তিনিদিন থাকি আৰাম কৰি ভাল হৈ মুঙ্গেৰলৈ যাম। এতিয়ালৈকে মই হেকীম আৰু কবিৰাজী দৰবৰ বাহিৰে এলোপেথিক চিকিৎসা কৰাইছিলো। মোৰ বন্ধুৱে আৰু ময়ো ঠিক কৰিলোঁ যে এবাৰ হ'মিওপেথিক চিকিৎসাৰে প্ৰমাণ চোৱা হওক। তেওঁৰ খুব বিশ্বাস থকা এজন বুঢ়া ডাক্তৰক মতালে। ডাক্তৰে সকলো সুধি-পুচি মোক ক'লে যে তেওঁ এই চৰ্ত্তত চিকিৎসা কৰিব পাৰে যে মই কিছুদিন একেলেঠাৰিয়ে তেওঁৰ হতুৱাই চিকিৎসা কৰাব লাগিব আৰু তেতিয়ালৈকে অন্য চিকিৎসা কৰিব নোৱাৰেঁ।—হয়তো তেওঁৰ চিকিৎসাৰ কাৰণে আগৰ বেমাৰ বেচি হ'ব পাৰে ; যদি এনে হয় তেন্তে মই ভয় খাব নালাগে, ই শুভ লক্ষণ। মই তেওঁৰ এই সকলো কথা মানি ললোঁ। তেওঁ এক খোৰাক দৰব দিলে আৰু ক'লে যে এতিয়া আৰু দুমাহলৈ অন্য দৰব খাব নালাগিব। মই সেই খোৰাক তাতে খালোঁ ; দুমাহৰ কাৰণে দৰবৰ পৰা ছুটী পালো।

মই তাতে বহি প্ৰাদেশিক সন্মেলনৰ অভিভাষণো লিখি আছিলোঁ। তৃতীয় নে চতুৰ্থ দিনা মই ৰাতিৰ ৰেলেৰে মুঙ্গেৰলৈ ৰাওনা হলোঁ। গাড়ীত খুব ভিৰ আছিল। গোটেই ৰাতি বহি বহিয়েই কটালোঁ। বোধকৰো বতাহো লাগিল। ফলত মুঙ্গেৰ পাওঁতে পাওঁতে মোৰ শৰীৰৰ অৱস্থা খুব বেয়া হৈ পৰিল। মই সন্মেলনত যোগ দিব নোৱাৰিলোঁ। মোৰ অভিভাষণ অন্য কোনোবাই পঢ়ি শুনালে। ডিচেম্বৰৰ আৰম্ভণি আছিল। অলপ দিনৰ পিছতে লাহোৰত কংগ্ৰেছ হ'বলগীয়া আছিল। পণ্ডিত জৱাহৰলাল নেহৰু নিৰ্ব্বাচিত সভাপতি আছিল। দেশৰ সন্মুখত ঔপনিৱেশিক স্বায়ত্ত-শাসন আৰু পূৰ্ণ-স্বাধীনতাৰ তৰ্ক চলি আছিল। মই মুঙ্গেৰত মোৰ অভিভাষণত ঔপনিৱেশিক স্বায়ত্ত-শাসনৰেই সমৰ্থন

কৰিছিলো। মোৰ ইমান বেছি অসুখ হৈছিল যে সেই সম্মেলনৰ সিদ্ধান্তৰ কথাও জানিব নোৱাৰিলো। পিছত জানিবলৈ পালোঁ যে মই প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতি নিৰ্ব্বাচিত হৈছিলো।

প্ৰতিশ্ৰুতি দিয়া মতে মই কোনো দৰব খোৱা নাছিলো। মই ভাবিছিলো যে ডাক্তৰে কোৱা মতেই মোৰ এই বেমাৰ উক্‌ দিছিল—তেওঁৰ দৰবৰ প্ৰতিক্ৰিয়া মাথোন আৰু সোনকালেই ভাল হৈ পৰিম, কিন্তু এনে নহ'ল। মুঙ্গেৰৰ পৰা ককাইদেৱে মোক কোনো ৰকম পাটনালৈ আনিলে। ইয়াতো কাঁহ আৰু জ্বৰৰ প্ৰকোপ আছিল। ইয়াত ডাক্তৰ বানাৰ্জ্জী কিছু চিন্তিত হ'ল। তেওঁলোকে মোক চাইছিল হয় কিন্তু মই কাৰো দৰব নাখাইছিলোঁ। কলিকতাৰ হ'মিওপেথিক ডাক্তৰলৈ সদায় টেলিফোন কৰা হয়। উত্তৰ পোৱা হয় যে ভয় খাব নালাগে আৰু দৰবো খাব নালাগে। এদিন পাটনাৰ ডাক্তৰ বৰ চিন্তিত হৈ পৰিল। তেওঁ স্পষ্টভাবে ক'লে যে পিছদিনাই যদি অৱস্থা ভাল নহয় তেতিয়া চিন্তাৰ কাৰণ হ'ব আৰু তেওঁ মোক আঁতৰৰ ডাক্তৰজনৰ আশীৰ্ব্বাদৰ ভৰষাত থাকি চিকিৎসা নকৰাকৈ নাথাকে।

কলিকতালৈ খবৰ দিয়া হ'ল। ডাক্তৰক পাটনালৈ মাতিলে। তেওঁ এটা দৰব দিবলৈ কৈছিল আৰু পিছত গম পালোঁ যে সি কেৱল পানী আছিল। তেওঁ আহি পোৱাৰ পিছত ইয়াৰ ডাক্তৰে নিজকে দায়িত্বৰ পৰা মুক্ত বুলি ভাবিলে। তেওঁ ইয়াত দুদিন থাকিল কিন্তু একো দৰব নিদিলে। এই কিদিনতে বেমাৰ আপোনা-আপুনি কম হৈ আহিল। চাৰি পাঁচ দিনতে জ্বৰ আৰু কাঁহ নাইকিয়া হ'ল। পুনৰ এক্সৰে'ৰ দ্বাৰা পৰীক্ষা কৰা হ'ল। হাওঁফাওঁ ৰোগমুক্ত দেখা গ'ল।

মই জিৰাদেইলৈ গুছি গলো। যি সকল বন্ধু লাহোৰ-কংগ্ৰেছলৈ যাবলগীয়া আছিল তেওঁলোক গুছি গ'ল। মই যাব নোৱাৰিলো। আগতে উল্লেখ কৰা মতে শ্ৰীসতীশচন্দ্ৰ মুখাৰ্জ্জীৰ লগত প্ৰায় এমাহ ঘৰত থাকিলো। তেওঁৰ লগত কথা পাতোঁ, বাতৰিকাকতত কংগ্ৰেছৰ কথা পঢ়োঁ আৰু এটা সৰু কিতাপৰ কাৰণে প্ৰবন্ধ লিখোঁ। কিতাপটোৰ বিষয় আছিল অহিংসা (non-violence)। মই শ্ৰীসতীশবাবুক দেখুৱালো। তেওঁ খুব প্ৰশংসা কৰিলে। তেওঁ ক'লে যে বেনাৰসৰ পৰা উভটি অহাৰ পিছত তেওঁ তাক ভালকৈ পঢ়িব আৰু কেইটামান আৱশ্যকীয় সংশোধনী আগবঢ়াব, তেতিয়া ছপাবৰ উপযুক্ত হ'ব। তেওঁ কিতাপখন লৈ গ'ল। তাৰ পিছতে ১৯৩০ চনৰ সত্যাগ্ৰহ আৰম্ভ হ'ল। মই সেই কামত এনেভাৱে আৱদ্ধ হৈ

পৰিলোঁ যে কিতাপৰ কালে মনেই কৰিবলৈ নহ'ল। সেই প্ৰবন্ধ সম্বন্ধে কি হ'ল ক'ব নোৱাৰোঁ।

লাহোৰ-কংগ্ৰেছ বৰ ধুমধামেৰে শেষ হ'ল। তালৈ যোৱাৰ আগতেই গান্ধীজী আৰু পণ্ডিত মতিলাল নেহৰুৱে দিল্লীত ভাইচৰয়ক লগ ধৰিছিল। তাত এই কথা স্পষ্ট হৈ পৰিল যে তেওঁলোকৰ ঘোষণাই কংগ্ৰেছৰ দাবী পূৰ্ণ নকৰে। গতিকে তাত কংগ্ৰেছৰ উদ্দেশ্যৰ পৰিবৰ্ত্তন হ'ব বুলি এক প্ৰকাৰ ঠিকেই হৈ গৈছিল। উদ্দেশ্য পৰিবৰ্ত্তনো কৰা হ'ল। এতিয়া পূৰ্ণ-স্বাধীনতা কংগ্ৰেছৰ লক্ষ্য হ'ল আৰু এতিয়ালৈকে আমি তাক লাভ কৰিব পৰা নাই। তাৰ কাৰণে আমি এতিয়া বহুত পৰিশ্ৰম আৰু ত্যাগ কৰাৰ প্ৰয়োজন।

সিফালে লাহোৰ-কংগ্ৰেছ হৈ আছিল ইফালে নিজ গাঁৱত মজহৰুল হক্ চাহাবৰ মৃত্যু হ'ল। পাটনাৰ পৰা গৈ হক্ চাহাব ছাপ্ৰা জিলাৰ ওচৰৰ ওচৰত ফৰীদপুৰত থাকিবলৈ লৈছিল। তাত তেওঁৰ কিছু জমিদাৰী আছিল। তেওঁ এখন খুব ডাঙৰ আমৰ বাগান কৰিছিল। সেই বাগানতে এটা সৰু বঙলা আছিল আৰু তেওঁ তাতে থাকিছিল। ওচৰতে থকা 'দাহা' নৈৰ বানপানীত তেওঁৰ বৰ পুতেক হঠাতে ডুবি মৰাৰ পিছৰ পৰা তেওঁ খুব উদাস হৈ পৰিছিল। আধ্যাত্মিক (spiritualism) বিষয়ৰ বহুত কিতাপ তেওঁ পঢ়িছিল। তেওঁৰ ওচৰত এই বিষয়ৰ এটা ভাল পুস্তকালয় হৈ পৰিছিল। মই কেতিয়াবা কেতিয়াবা তালৈ গৈছিলো। তেওঁ মোকো সেই বিষয়ে পঢ়িবলৈ কৈছিল। মই কিছু কিতাপ পঢ়িছিলো। কিন্তু খুব ঘূৰি-পকি ফুৰিব লগা হোৱাৰ কাৰণে মই পঢ়িবলৈ বেছি সময় নাপাইছিলো। তাতে কিছুদিনৰ পিছত তেওঁৰ মৃত্যু হয়। তেওঁৰ এই গাওঁ মোৰ গাৱঁৰ পৰা পাঁচ মাইল দূৰ। খবৰ পায়েই মই তালৈ গৈ তেওঁৰ বেগম চাহাবৰ লগত দেখা কৰি সমবেদনা জনালোঁ।

তেওঁৰ মৃত্যুত আমি সকলোৱে বৰ দুখ পালোঁ। আমাৰ কিছুমানে আৰু দেশৰ আনকেইখনমান প্ৰদেশৰ মানুহেও তেওঁক কংগ্ৰেছৰ সভাপতি পাতিবলৈ ইচ্ছা কৰিছিল; কিন্তু তেওঁ নিজেই এই বিষয়ত বৰ উৎসাহ নিদিছিল বৰং অন্যক এনে কথা নুনিয়াবৰ কাৰণে কৈছিল। তেওঁ একপ্ৰকাৰ সংসাৰৰ প্ৰতি বিৰক্ত হৈ পৰিছিল আৰু ফকীৰৰ জীৱন অতিবাহিত কৰিছিল। তেওঁৰ মৃত্যুত হিন্দু-মুছলমান একতাৰ আৰু আপোচৰ এটা লাই খুটা ভাগি পৰিছিল। এই বিষয়ত আমি নিৰাশাৰ হৈ পৰিছিলো। শুনিছিলো যে পাটনাত বাজহুৱা সভা হৈছিল আৰু

তেওঁৰ নামত কেইবাটাও স্মাৰক স্থাপন কৰাৰ সিদ্ধান্ত কৰিছিল কিন্তু সি আজিও ১৫ বছৰৰ পিছতো প্ৰস্তাৱৰ ৰূপতেই পৰি আছে। স্মাৰক আজিও হৈ নুঠিল। মোৰ ভাব যে এটা ৰাষ্ট্ৰীয় ভৱন (National Hall) তৈয়াৰ হওক যি তেওঁৰ স্মাৰক হব। কিন্তু সিও এতিয়ালৈকে কাৰ্য্যতঃ একোৱেই হোৱা নাই। এটুকুৰা মাটি লোৱা হ'ল। তাৰ লগতে দুটা সৰু ঘৰো তৈয়াৰ হ'ল। ডাঙৰ হলৰ কাৰণে নক্সাও তৈয়াৰ হ'ল। কিন্তু এতিয়ালৈকে হলৰ ভেটিও তৈয়াৰ হোৱা নাই। দেখা যাওক, ভগবানে ইয়াক কেতিয়া সম্পূৰ্ণ কৰে।

## ৮৫। স্বাধীনতা দিবস আৰু লোণ-সত্যাগ্ৰহ

লাহোৰ কংগ্ৰেছে পূৰ্ণ স্বাধীনতা কংগ্ৰেছৰ লক্ষ্য কৰি ল'লে। লগতে ইয়াৰ কাৰণে কংগ্ৰেছে সত্যাগ্ৰহ কৰিবলৈও আদেশ দিছিল। যোৱা দুবছৰৰ পৰা যি জাগৰণ পৰিলক্ষিত হৈছিল ই তাৰে ফল। কংগ্ৰেছ অধিবেশনৰ কেইদিনমানৰ পিছত ৱৰ্কিং কমিটিয়ে গোটেই দেশক ২৬ জানুৱাৰী স্বাধীনতা দিবস হিচাপে পালন কৰিবলৈ আদেশ দিছিল। সেই বছৰৰ সেই দিনটো দেওবাৰ আছিল। দেশৰ অৱস্থা আৰু স্বৰাজ লাভ কৰাৰ প্ৰতিজ্ঞা থকা এক সুন্দৰ ওজস্বী বক্তব্য উলিওৱা হ'ল। সকলো ঠাইতে ডাঙৰ ডাঙৰ সভা পাতি উপস্থিত লোকৰ দ্বাৰা সেই ঘোষণা দোহৰাবলৈ আদেশ দিয়া হৈছিল; বেলেগ বেলেগ প্ৰদেশৰ লোকে নিজ নিজ প্ৰাদেশিক ভাষালৈ অনুবাদ কৰাই লওক আৰু এনে ব্যৱস্থা কৰক যে জনতাই তাক বুজি শুনি দোহাৰক; সেই সময়ত যাতে অন্য বক্তৃতা দিয়া নহয়, কেৱল ঘোষণাকে যেন দোহৰা হয়; এই সভাবোৰ আবেলি সময়ত হ'ব লাগে আৰু য'ত সম্ভৱ তাত ৰাতিপুৱা ৰাষ্ট্ৰীয় পতাকাৰ অভিবাদন হ'ব লাগে; এই কাৰ্য্যসূচীকে গোটেই দেশতে পালন কৰিব লাগে।

মই তেতিয়ালৈকে ঘৰতে আৰাম কৰি আছিলো। সেই দিনাই প্ৰথম ঘৰৰ পৰা বাহিৰলৈ ওলাবলৈ স্থিৰ কৰিলোঁ। ওচৰ পাজৰৰ কেইবা ঠাইৰ মানুহে মই তাৰ সভালৈ যোৱাটো আগ্ৰহ কৰিলে। সভা একে সময়তে লোহোৱা হ'লে মই দিনটোত কেইবাখনো সভালৈ যাব পাৰিলো-

হেঁতেন ; কিন্তু এনে কৰিবলগীয়া নাছিল। সেইকাৰণে মই মটৰেৰে গলোঁ। আধাঘণ্টা অগাপিচাকৈ দুখন সভাত যোগ দিয়া স্থিৰ কৰিলো। এখন সভা গাঁৱতে হ'ব লগা আছিল আৰু আনখন সীৱান চহৰত। গাঁৱৰ সভা শেষ কৰি যেতিয়া সীৱানলৈ গৈছিলো বাটতে মটৰ বেয়া হ'ল। ভাবিলো সীৱান পাবগৈ নোৱাৰিম। কিন্তু পুলিচৰ গাড়ী এখনে মোক কৃপা কৰি ঠাই দিলে। মই ঠিক সময়ত সীৱান পালোঁগৈ। তাতো এখন ডাঙৰ সভাত একত্ৰিত হোৱা জনতাৰ দ্বাৰা সেই প্ৰতিজ্ঞা-পত্ৰ দোহৰাব পাৰিলো।

এই সময়ত দেশত যথেষ্ট জাগৰণ দেখিবলৈ পোৱা গৈছিল। প্ৰায় সকলো চহৰ আৰু গাঁৱতে স্বাধীনতা দিবসৰ কাৰ্য্যসূচী পূৰ্ণ কৰা হৈছিল। এই শুভ লক্ষণৰ পৰা এনে অনুমান হৈছিল যে দেশে এটা বৰ ডাঙৰ কাম কৰিবলৈ আগবাঢ়িছে। সকলো ঠাইতে সত্যাগ্ৰহৰ চৰ্চ্চা হৈছিল। বাৰডোলীত অলপতে সত্যাগ্ৰহৰ জয় হৈছিল। সি মানুহৰ অন্তৰত উৎসাহ দিছিল। মানুহে ক'ত, কেতিয়া আৰু কেনেকৈ সত্যাগ্ৰহ আৰম্ভ কৰা হব তাক বৰ উৎসুকতাৰে অপেক্ষা কৰি আছিল। গান্ধীজীৰ লিখনিয়ে মানুহৰ মাজত নতুন প্ৰাণৰ সঞ্চাৰ কৰিছিল।

সেই সময়ত মহাত্মা গান্ধী সাবৰমতীৰ সত্যাগ্ৰহ আশ্ৰমত আছিল। তাত ৱৰ্কিং কমিটিৰ বৈঠক হ'ল। তাত তেখেতে সত্যাগ্ৰহ আৰম্ভ কৰাৰ কথা ক'লে। দেশ ইয়াৰ কাৰণে প্ৰস্তুত হয়নে নহয় এই বিষয়ে খুব আলোচনা চলিল। বহুতৰ মতে দেশক আৰু অলপ প্ৰস্তুত কৰি ল'ব লাগে। কিন্তু মহাত্মাজী আৰু জৱাহৰলালজী খুব উৎসাহী আছিল। কোন আইন ভঙ্গ কৰা হ'ব সেইবিষয়েও খুব তৰ্ক হ'ল। মহাত্মাজীৰ দৃঢ়মত আছিল যে আৰম্ভ লোণ আইনেৰেই কৰিব লাগে। তেখেতৰ মতে এই আইনৰ কাৰণে কৰ লগোৱা হৈছে—দুখীয়া মানুহে এনেয়ে পাব পৰা অথবা খুব কম দামত পাব পৰা লোণৰ দাম বৰ বেছি হৈছে —এইকাৰণে বহুতো দুখীয়া মানুহে স্বাস্থ্যৰ কাৰণে যিমান আৱশ্যক সিমান লোণ খাব নোৱাৰে। লোণ আমাৰ খাদ্যবস্তুৰ এক অত্যাৱশ্যকীয় অংশ আৰু সাগৰৰ কাষত জমা কৰিলেই ইয়াক এনেয়ে পাব পাৰি। অন্য ঠাইতো মাটিৰ পৰা তৈয়াৰ কৰিব পাৰি আৰু য'ত নিমখৰ পাহাড় আছে তাতো মানুহে খানি বিনা দামতে উলিয়াব পাৰে ; কিন্তু গৱৰ্ণমেণ্টে কৰ পাবৰ কাৰণেই লোণ তৈয়াৰ কৰাত বাধা দিছে। ঈশ্বৰে পানী আৰু বায়ুৰ নিচিনাকৈ লোণো এনেয়ে বিলাই দিয়াৰ ব্যৱস্থা

কৰিছে কিন্তু চৰকাৰে ল'বলৈ নিদিয়ে। গতিকে গান্ধীজীৰ মতে ইয়াতকৈ বেয়া কৰ হ'ব নোৱাৰে ; ইয়াৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰাৰ কথা দুখীয়ায়ো সোনকালে বুজি পাব আৰু সংসাৰৰ মানুহেও ইয়াক ন্যায়সঙ্গত বুলি মানি ল'ব ।

মহাত্মাজীৰ সদায় এইটো নিয়ম যে তেখেতে এটা সৰু কথাৰ পৰা এটা ডাঙৰ ফল লাভ কৰিবলৈ বিচাৰে। তেখেতৰ মত আছিল যে আমি যদি এইদৰে এটা অন্যায় কৰৰ প্ৰতিৰোধ কৰিব পাৰোঁ। তেন্তে অন্য সকলো কৰকে আমি নিয়ন্ত্ৰণ কৰিব পাৰিম। এইদৰেই তেখেতে যেতিয়া পঞ্জাৱ হত্যাকাণ্ড আৰু খিলাফতৰ কাৰণে ন্যায়ৰ ওপৰত জোৰ দিছিল তেতিয়াও তেখেতে তাকেই বুজিছিল যে ইয়াৰ ন্যায় লাভ কৰিবলৈ যদি আমাৰ শক্তি হয় তেন্তে সেই শক্তিয়েই আমাক অন্যান্য অন্যায়বোৰো দূৰ কৰিবলৈ শক্তি দিব। এইদৰেই লোণ-আন ভঙ্গ কৰি আমি সকলো ধৰণেৰে নিজৰ ইচ্ছা অনুসৰি চৰকাৰৰ দ্বাৰা কাম কৰোৱাই লোৱাৰ শক্তি পাম ।

এইকথা আমি ঠিকমতে বুজিব পৰা নাছিলো। আমাৰ সন্মুখত কেইবাটাও অসুবিধা আছিল। আমাৰ বহুতেই এই কথা বুজিব পৰা নাছিল যে চৰকাৰৰ ওপৰত জোৰ নিদিয়াকৈ আমি কেনেকৈ তেওঁলোকক বাধ্য কৰিব পাৰিম। লগতে ইয়াতোকৈ আৰু বেছি আচৰিত হৈছিল এই কথাত যে আমি লোণ-আইন ভঙ্গ কৰিম কেনেকৈ। যি সাগৰৰ পাৰত থাকে তেওঁলোকেতো সাগৰৰ পাৰত চৰকাৰৰ হুকুমৰ বিৰুদ্ধে লোণ গোটাই অথবা লোণ-পানী গৰম কৰি আইন ভঙ্গ কৰিব পাৰে। কিন্তু ভাৰতৰ সৰহভাগ মানুহতো সাগৰৰ পাৰত নাথাকে তেন্তে আইন কেনেকৈ ভঙ্গ কৰিব? অৱশ্যে বহুত ঠাইত, বিশেষকৈ বিহাৰ আৰু যুক্তপ্ৰদেশত মাটিৰ পৰা লোণ তৈয়াৰ কৰিছিল। 'নোনীয়া' নামৰ এটা জাত আছে যি এই কামকে কৰিছিল। যেতিয়াৰ পৰা সাগৰৰ দাঁতিৰ পৰা অথবা লুণীয়া মাটিৰ ( খেৱাৰ ) পৰা সকলো ঠাইলৈ দেশী অথবা বিদেশী লোণ যাবলৈ ধৰিলে তেতিয়াৰ পৰা তেওঁলোকৰ উপাৰ্জ্জন বন্ধ হৈ গ'ল। তাত যদি আইনভঙ্গ কৰা হুকুমৰ বিৰুদ্ধে লোণ তৈয়াৰ কৰা যায় তেন্তে আইন ভঙ্গ কৰা হ'লহেঁতেন। কিন্তু এনেদৰে লোণ কৰাত সাধাৰণ মানুহৰ জানো উৎসাহ দেখা যাব? পঢ়াশুনা জনা মানুহে জানো ইয়াক আগ্ৰহ কৰিব? কেৱল 'নোনীয়াই'হে এই কাম সফলতাৰে কৰিব পাৰিব, কিন্তু তেওঁলোক দুখীয়া আৰু অশিক্ষিত। তেওঁলোকৰ

পৰা এনে আশা কৰা উচিত নহ'ব। তেওঁলোকক উদগাই দি আইন ভঙ্গ কৰোৱাও ন্যায়সঙ্গত হ'ব বুলি মনে নধৰে। এই সকলো কথা গান্ধীজীক কোৱা হ'ল। কিন্তু তেখেতৰ সিদ্ধান্ত অটল হৈ থাকিল, লোণ-আইনহে ভঙ্গ কৰিব লাগে, এই কামত জনতাই উৎসাহেৰে ভাগ ল'ব, এই কাম গোটেই দেশতে চলিব পাৰিব।

এই কাৰ্য্যসূচীৰ সফলতাৰ সম্বন্ধে মোৰ যথেষ্ট সন্দেহ আছিল। মই তেখেতক ক'লো যে বিহাৰৰ 'চৌকিদাৰী-টেক্স' এনে টেক্স যিটো সকলোৱে দিব লাগে। দুখীয়া মানুহ এই টেক্সৰ কাৰণে বৰ অসন্তুষ্ট। এই টেক্স আদায় কৰোতেও দুখীয়াসকলৰ লগত যথেষ্ট কঠোৰ ব্যৱহাৰ কৰে। বাকী কৰৰ কাৰণে তেওঁলোকৰ বাচন-বৰ্ত্তনো ক্ৰোক কৰি নিলাম কৰা হয়। মই কলোঁ যে বিহাৰত এই টেক্স বন্ধ কৰা বেচি সহজ হ'ব। জনতাই খুব সোনকালে আৰু আনন্দ মনেৰে এই টেক্স দিয়া বন্ধ কৰিব। বিহাৰৰ কাৰণে চৌকিদাৰী-টেক্স বন্ধ কৰিবলৈকে অনুমতি দিব লাগে। মহাত্মাজীয়ে ক'লে—যদি তুমি ইয়াৰে কাম আৰম্ভ কৰা তেন্তে খুব সোনকালে পৰাজিত হ'ব। প্ৰথমে লোণ-আইন ভঙ্গ কৰিয়েই কাম আৰম্ভ কৰঁা, যদি পিছত মানুহৰ মাজত যথেষ্ট উৎসাহ আহি পৰে তেন্তে টেক্স বন্ধ কৰাৰ কথা ভাবিবঁা। মই কথাখিনি শুনিলো হয় কিন্তু মনত নালাগিল। মই ভাবিলো যে এই সহজ পথটো এৰি লোণ-আইন ভঙ্গ কৰাৰ কি প্ৰয়োজন? কিন্তু এই বিষয়ত মই গান্ধীজীৰ অভিজ্ঞতাৰ ওচৰত হাৰ মানিছিলো। মোৰ বিশ্বাস হৈছিল যে তেখেতে বহুত দূৰলৈকে চাব পাৰে যিমানদূৰ আমি চাব নোৱাৰোঁ। সেইকাৰণেই কিছুদিনৰ পৰা মই এই নিয়ম কৰি ললোঁ যে মই মোৰ মত তেখেতৰ আগত প্ৰকাশ কৰোঁ আৰু যদি তেখেতে মানি লয় তেন্তে ভালেই, নহলে তেখেতৰ মতে কাম কৰাই ঠিক। অভিজ্ঞতাৰ দ্বাৰা ইয়াকে বুজিছিলোঁ যে শেষত তেখেতৰ কথাই ঠিক বুলি প্ৰমাণ হয়। যদিও মই এতিয়ালৈকে এই কথা সম্পূৰ্ণভাৱে বুজি পোৱা নাছিলো তথাপি মই এই ক্ষেত্ৰতো স্থিৰ কৰি ললোঁ যে বিহাৰতো লোণৰ আইন ভঙ্গ কৰা হ'ব।

## ৮৬। গান্ধীজীৰ ডাণ্ডী-যাত্ৰা আৰু বিহাৰত নেহৰুজীৰ ভ্ৰমণ

ৱৰ্কিং কমিটিৰ বৈঠকৰ পিছত গান্ধীজীয়ে নিজৰ কাৰণে এটা তাৰিখ নিৰ্দ্ধাৰণ কৰিলে। সেইদিনাই তেখেত আশ্ৰমৰ পৰা ওলাব। প্ৰায় এমাহ খোজকাঢ়ি যোৱাৰ পিছত চুৰাট জিলাৰ ডাণ্ডী নামৰ গাঁৱত সাগৰৰ পাৰ পাবগৈ। তাতে তেখেতে প্ৰথম প্ৰথম লোণ-আইন নিজেই ভঙ্গ কৰিব। এই সিদ্ধান্ত মঞ্জুৰ কৰাবৰ কাৰণে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক সাবৰমতী আশ্ৰমত হ'ল। এই বৈঠক হ'ল হয় কিন্তু তাৰ আগতেই গান্ধীজী ডাণ্ডী যাত্ৰাৰ কাৰণে ওলাই গ'ল। গতিকে ৱৰ্কিং কমিটিৰ সিদ্ধান্তকেই নিখিল ভাৰত কমিটিয়ে মঞ্জুৰ কৰিলে।

ডাণ্ডী-যাত্ৰাৰ আগতে, যি এক প্ৰকাৰ সত্যাগ্ৰহৰ আৰম্ভনি আছিল, গান্ধীজীয়ে নিজৰ নিয়ম অনুসৰি বৰলাটলৈ এখন চিঠি দিলে। তেখেতে তাত সকলো কথা ক'লে। সত্যাগ্ৰহ আৰম্ভ কৰাৰ কথাও লিখিলে। এই চিঠি তেখেতে এজন ইংৰাজ লোকৰ হাতত পঠালে। তেওঁৰ নাম আছিল মিষ্টাৰ ৰেনল্ডচ্। সেই সময়ত তেওঁ সাবৰমতিত আছিল। কিন্তু আশানুৰূপ কোনো সন্তোষজনক উত্তৰ নাহিল। যাত্ৰা আৰম্ভ কৰাৰ সময়ত তেখেতে কংগ্ৰেছ কমিটি আৰু কংগ্ৰেছী লোকসকলক হাক দিছিল যে তেখেতে নিৰ্দ্দেশ নিদিয়ালৈকে কোনেও যেন সত্যাগ্ৰহ নকৰে—যদি চৰকাৰী হুকুম বেয়াও লাগে তথাপি তাক মানিবই লাগে।

তেখেত ৬ এপ্ৰিলৰ দিনা ডাণ্ডী পাবগৈ বুলি আশা কৰা হৈছিল আৰু সেইদিনাই সকলোতকৈ আগেয়ে তেখেতে নিজে সত্যাগ্ৰহ কৰিব। সত্যাগ্ৰহ আশ্ৰমৰ ৮০ নে ৮১ জন মানুহ তেখেতে যাত্ৰা আৰম্ভ কৰাৰ সময়ত নিজৰ লগত লৈছিল। ক্ৰম এনে আছিল যে ৰাতিপুৱা কিছুদূৰ যাব লাগিছিল। দুপৰীয়া এক নিৰ্দ্দিষ্ট ঠাইত গা-ধোৱা, খোৱা আৰু বিশ্ৰাম কৰা হৈছিল। আকৌ আবেলি যাত্ৰা আৰম্ভ হয়। সন্ধ্যা সময়ত কোনো এঠাইত থাকিবলৈ লোৱা হয়। তাতে ৰাতিৰ বিশ্ৰাম হয়। আকৌ পিছদিনা ৰাতিপুৱা সেই ক্ৰমেই আৰম্ভ হয়। এই যাত্ৰা প্ৰায় এমাহৰ আছিল। বাটত বহুত গাঁও আৰু চহৰো পোৱা গৈছিল। প্ৰায় ১৫০ মাইলৰ যাত্ৰা আছিল। দিনৌ প্ৰায় ১২।১৩ মাইল যাব লাগিছিল। যিদিনা গান্ধীজী সাবৰমতীৰ পৰা ওলাইছিল সেইদিনা

আশ্ৰমত গোটেই ৰাতি মানুহৰ খুব ভিৰ লৈছিল। ৰাতিপুৱা হাজাৰ হাজাৰ মানুহৰ জয়ধ্বনিত গান্ধীজী আৰু তেখেতৰ লগৰীয়া সকল ওলাল। তেওঁলোকৰ লগত নিজ নিজ মোনাত তেওঁলোকৰ আৱশ্যকীয় বস্তু আছিল। খুব উৎসাহ পৰিলক্ষিত হৈছিল। দেখাত এনে অনুমান হৈছিল যেন গোটেই আহ্মদাবাদ আৰু তাৰ ওচৰ-পাজাৰৰ মানুহ উবুৰি খাই পৰিছিলহি।

গান্ধীজীয়ে এই কথাও ঘোষণা কৰিছিল যে তেখেতে স্বাধীনতা লাভ নকৰাকৈ সাবৰমতালৈ আকৌ ঘূৰি নাহে। যাত্ৰাৰ সম্পূৰ্ণ বিৱৰণ বাতৰি কাকতত প্ৰকাশ হৈ থাকিবলৈ ধৰিলে। গোটেই দেশতে তাৰ প্ৰভাৱ যাদুৰ নিচিনাকৈ পৰিছিল। সকলো ঠাইতে মানুহে বৰ উৎকণ্ঠাৰে ৬ এপ্ৰিললৈ বাট চাই আছিল। মানুহে বিচাৰিছিল যে তেওঁলোকেও সত্যাগ্ৰহ কৰিবলৈ সুবিধা পাব লাগে। কংগ্ৰেছৰ মানুহ বহি থকা নাছিল। তেওঁলোকে চাৰিওফালে জোৰেৰে প্ৰচাৰৰ কামত লাগি আছিল। গান্ধীজী যিমানে আগবাঢ়ি গ'ল মানুহৰ উৎসাহো সিমানেই বাঢ়িয়েই গ'ল। চৰ্দাৰ বল্লভভাইক যাত্ৰা আৰম্ভ হোৱাৰ আগতেই গ্ৰেপ্তাৰ কৰিছিল। সেইকাৰণে তেওঁ সেই যাত্ৰাত অথবা তাৰ পিছত আৰম্ভ হ'ব লগা সত্যাগ্ৰহত যোগ নিদিলে।

ইতিমধ্যে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক আহ্মদাবাদত হ'ল। তাৰ পৰা পণ্ডিত মতিলাল নেহৰু, পণ্ডিত জৱাহৰলাল নেহৰু আদিৰ লগত আমি জম্বুচৰলৈকে গলোঁ। তাতে গান্ধীজীৰ লগত দেখা হ'ল। আমিও তেখেতৰ লগত কিছু দূৰলৈ গলোঁ। পুনৰ নিজ নিজ ঠাইলৈ ঘূৰি আহিলো। মই বিহাৰলৈ আহি সকলোকে নিৰ্দ্দেশ দিলো যে যেতিয়ালৈকে গান্ধীজীৰ আদেশ প্ৰকাশ নহয় তেতিয়ালৈকে যাতে কোনেও সত্যাগ্ৰহ নকৰে। পণ্ডিত জৱাহৰলাল নেহৰুৰ লগত চাৰি পাঁচ দিনৰ কাৰণে বিহাৰত ভ্ৰমণ কৰিবলৈ ইচ্ছা কৰিলো। তেওঁ আনন্দ মনেৰে মান্তি হ'ল। মোৰ ইচ্ছা আছিল যে যি অলপ সময় পোৱা হৈছে তাৰ ভিতৰতে যিমান পাৰি সিমান ঠাইত সভা হ'ব লাগে আৰু যিমান পাৰি সিমান বেছি মানুহক তেওঁৰ ওজস্বী বক্তৃতা শুনিবলৈ সুবিধা দিব লাগে। সেইকাৰণে আগৰে পৰা কাৰ্য্যসূচী স্থিৰ কৰা হ'ল। য'ত য'ত সভা হবলগা আছিল ঠিক সময়ত মানুহক গোটখাই অপেক্ষা কৰিবলৈ কোৱা হ'ল। তেওঁ ক'লৈ আৰু কোন কোন জিলালৈ গৈছিল মোৰ মনত নাই কিন্তু মই এনেধৰণেৰে কাৰ্য্যসূচী

প্ৰস্তুত কৰিছিলো যাতে সভাত তেওঁৰ যিমান সম্ভৱ সিমান কম সময় খৰচ হয়। তিনিখন মটৰ আছিল। প্ৰথমখন মটৰত এনে কিছুমান মানুহ আছিল যি ৰাষ্ট্ৰীয় গীত আদি গাই মানুহক শান্ত কৰি দিছিল। যেতিয়া মানুহ নিজ নিজ ঠাইত বহি পৰে তেতিয়া মই দ্বিতীয় মটৰত গৈ ওলাওঁ। যেতিয়া পণ্ডিত জৱাহৰলালজী তৃতীয় মটৰেৰে আহি নাপায় তেতিয়ালৈকে মোৰ যি ক'ব লগা থাকে মই কৈ পেলাওঁ। মই গৈ পোৱাৰ লগে লগে প্ৰথম গাড়ীখন আগবাঢ়ে। পণ্ডিতজী আহি পোৱাৰ লগে লগে মই দ্বিতীয় গাড়ীত আগৰ সভাৰ কাৰণে ৰাওনা হওঁ। এইদৰে কোনেও অন্যৰ বক্তৃতাৰ কাৰণে অপেক্ষা কৰিব লগা নহৈছিল। সভাত গৈ মানুহক শান্ত কৰা আৰু তেওঁলোকৰ উৎসাহ চম্ভালিবলৈ যি সময় লাগে সেই সময়ো নষ্ট হোৱা নাছিল; কিয়নো এই কাম আগতেই কৰি পেলোৱা হৈছিল। পণ্ডিতজীৰ এই ভ্ৰমণ বৰ সফল হৈছিল। ইয়াৰ দ্বাৰা পণ্ডিতজী য'লৈ যাব নোৱাৰিছিল সেই ঠাইবোৰকো ধৰি গোটেই প্ৰদেশ উৎসাহত উথলি উঠিছিল।

## ৮৭। বিহাৰত লোণ-সত্যাগ্ৰহ

সেইদিনা নেহৰুজীৰ ভ্ৰমণৰ শেষ দিন আছিল। তেওঁ প্ৰয়াগলৈ যোৱাৰ কথা আছিল। মোৰ যিমানদূৰ মনত আছে এই শেষ সভাখন ছাপ্ৰা জিলাৰ মহাৰাজগঞ্জ নামৰ নগৰিকত সন্ধ্যা সময়ত হৈছিল। তাতে টেলিগ্ৰামৰ দ্বাৰা নে বাতৰিকাকতৰ দ্বাৰা খবৰ পোৱা গ'ল যে ৬ এপ্ৰিল তাৰিখে সকলোৱে নিজ নিজ ঠাইত সত্যাগ্ৰহ আৰম্ভ কৰিব পাৰে—এয়ে গান্ধীজীৰ নিৰ্দ্দেশ। খবৰে আমাৰ কাৰ্যসূচী এক ৰকম ওলট-পালট কৰি দিলে। মই এতিয়াও কোনে ক'ৰ পৰা সত্যাগ্ৰহ কৰিব তাক স্থিৰ কৰা নাছিলোঁ। সকলো ঠাইতে খৰ খেদাকৈ খবৰ দি দিয়া হ'ল। চম্পাৰণৰ মানুহে ঠিক কৰি থৈছিল যে বিপিন বাবুৱে মোতিহাৰীৰ পৰা পদব্ৰজে সাত আঠ দিন গৈ জোগোপট্টীৰ ওচৰ পাই সত্যাগ্ৰহ আৰম্ভ কৰিব। তেওঁ ৬ এপ্ৰিলতে যাত্ৰা আৰম্ভ কৰি দিলে। মুজফ্ফৰ জিলাতো এনেকুৱাই হ'ল। দুই-চাৰিদিনৰ ভিতৰতে সকলো ঠাইতে লোণ-আইন ভঙ্গ হ'বলৈ ধৰিলে। যিদিনা বিপিনবাবুৱে লোণ

তৈয়াৰ কৰিলে সেইদিনা মই সেইখিনি পালোগৈ। কিন্তু মই গৈ পোৱাৰ আগতে তেওঁক গ্ৰেপ্তাৰ কৰিলে। তাতে এখন বাগানত এজন মেজিষ্ট্ৰেটে আদালত আৰম্ভ কৰিলে আৰু লুটিয়াই-বগৰাই মোকৰ্দ্দমা চায়েই শাস্তিও দিছিলে। মই বাটত মটৰেৰে সত্যাগ্ৰহী যাত্ৰীসকল যি যি ঠাইত আছিল সেই ঠাইবোৰ চাই গলো। এই যাত্ৰাত জিলাৰ প্ৰায় আধা অংশ দীঘলে দীঘলে পৰিছিল। আৰম্ভণিৰ পৰা শেষলৈকে গোটেই বাটটোতে ৰাস্তাৰ ওপৰত অৰ্দ্ধমণ্ডলাকাৰ তোৰণ আদি সাজিছিল আৰু পতাকা আদি আঁৰিছিল। অভূতপূৰ্ব্ব উৎসাহ প্ৰদৰ্শিত হৈছিল। য'ত আইন ভঙ্গ কৰা হৈছিল তাততো উৎসাহৰ সীমাই নাছিল।

মেজিষ্ট্ৰেটজন ১৯২১ চনত পাটনা কলেজৰ পৰা অসহযোগ কৰি কিছুদিন আমাৰ ৰাষ্ট্ৰীয় মহাবিদ্যালয়ত আছিল। ঘৰৰ মানুহে জোৰ দিয়াত তেওঁ আকৌ ঘূৰি গৈছিল। পঢ়াত তেওঁ চোকা আছিল। পুনৰ কলেজৰ পৰীক্ষা পাছ কৰি সোনকালেই ডেপুটি মেজিষ্ট্ৰেট হৈ গ'ল। ৮—১০ বছৰৰ চাকৰি কৰাৰ পিছত এই অৱস্থা পাইছিলহি। মই দেখিবলৈ পাইছিলোঁ যে মোকৰ্দ্দমাৰ শুনানীৰ সময়ত যেতিয়ালৈকে এজলাচ বহি আছিল তেতিয়া-লৈকে তেওঁ তলৰ পৰা ওপৰলৈ মূৰ কৰা নাছিল। তললৈ মূৰ কৰিয়েই যি লিখিব লাগে লিখিছিল আৰু হুকুমো শুনাই দিছিল। তাৰপৰা বিপিন বাবুক মোতিহাৰী জেললৈ লৈ আহিল।

ময়ো নিজৰ গাড়ীত মোতিহাড়ীলৈকে আহি পাটনালৈ নে অন্য ঠাইলৈ গুচি গলো। সিফালে গান্ধীজীয়ে লোণ গোটালে কিন্তু চৰকাৰে তেখেতক গ্ৰেপ্তাৰ নকৰিলে। গোটেই দেশতে অগনন মানুহে লোণ তৈয়াৰ কৰিবলৈ ধৰিলে। গ্ৰেপ্তাৰো হ'বলৈ ধৰিলে। সকলো জিলাতে ভ্ৰমণ কৰি সত্যাগ্ৰহীসকলক উৎসাহিত কৰিবৰ কাৰণে মোৰ কাৰ্য্যসূচী স্থিৰ কৰি ল'লোঁ। দুই এদিনৰ ভিতৰতে এখন সম্পূৰ্ণ জিলা ঘূৰিছিলোঁ। য'ত য'ত লোণ তৈয়াৰ কৰিছিল অথবা তৈয়াৰ কৰিবৰ কাৰণে প্ৰস্তুতি হৈছিল তাৰ সত্যাগ্ৰহীসকলক লগ ধৰিছিলো। যিমানদূৰ পাৰিছিলো ৰাজহুৱা সভাও কৰিছিলো।

মই দুই-চাৰিদিনৰ ভিতৰতে মাজনিশা পাৰহি লগা ষ্টীমাৰেৰে পাটনা পালোঁহি। তাত গঙ্গা ঘাটতে মানুহে ক'লে যে পাটনাত সেইদিনা সত্যাগ্ৰহ আৰম্ভ কৰা হৈছে। তাৰ ৰূপ এনে আছিল যে কিছুমান সত্যাগ্ৰহী বাকৰগঞ্জ চুবুৰীৰ পৰা চহৰলৈ লোণ তৈয়াৰ কৰিব লগা ঠাইলৈ হাতত পতাকা লৈ গৈ আছিল। তেওঁলোক যেতিয়া চুলতানগঞ্জ থানাৰ আগ

পাইছিলহি তেতিয়া পুলিচে তেওঁলোকক ৰখালে। এতিয়ালৈকে তেওঁলোকৰ দোষ ইমানেই আছিল যে তেওঁলোক পাচ-সাত জন মানুহ হাতত পতাকা লৈ শোভাযাত্ৰা কৰি গৈ আছিল। তেওঁলোকক গ্ৰেপ্তাৰো কৰা হোৱা নাছিল; কিন্তু চিপাহীয়ে লাইন পাতি তেওঁলোকৰ ৰাস্তা বন্ধ কৰিছিল। তেওঁলোক গোটেই দিন তাত থিয় দি থাকিল। ৰাতিও তাতে ৰাস্তাৰ ওপৰতে শুই পৰিল।

মই পোনে পোনেই সেই ঠাইলৈ গলো, দেখিলোঁ চিপাহীয়ে ৰাস্তা বন্ধ কৰি ঠিয় দি আছে আৰু সত্যাগ্ৰহীসকলে আনন্দ মনেৰে ৰাস্তাৰ মাজত শুই আছে। তেওঁলোকক শুবৰ কাৰণে চুবুৰীৰ মানুহে বিচনা আনি দিছিল, আৰু খোৱাৰ সময়ত তেওঁলোকক খাবলৈও দিছিল। মই যোৱাত তেওঁলোক উঠিল। মোক বৰ আদৰেৰে লগ ধৰিলে। ৰাতি একো হ'বলগীয়া নাছিল। মই সদাকত আশ্ৰমলৈ গুচি গ'লো। পিচদিনা খুব ৰাতিপুৱাতে আকৌ সেই ঠাই পালোঁগৈ। মইতো গোটেই প্ৰদেশতে ঘূৰি ফুৰিছিলো আৰু আশ্ৰমত বহি বহি শ্ৰীব্ৰজকিশোৰ বাবুৱে সকলো ঠাইতে আৱশ্যকতা অনুসৰি নিৰ্দেশ আৰু সাহায্য পঠাইছিল। এইবাৰ এতিয়ালৈকে কংগ্ৰেছ কমিটি বে-আইনি বুলি ঘোষণা কৰা নাছিল আৰু সদাকত আশ্ৰমো বন্ধ কৰা নাছিল। সেই কাৰণে এই কাম তাৰ পৰা চলি আছিল আৰু যি সকলে লোণ তৈয়াৰ কৰিছিল তেওঁলোককেই হে গ্ৰেপ্তাৰো কৰিছিল সকলোকে নহয়।

পিছদিনা ৰাতিপুৱা তাত পুলিচৰ খুব ভিৰ হৈছিল। অশ্বাৰোহী পুলিচো আহিছিল। শুনিলো যে ডিষ্ট্ৰীক্ট মেজিষ্ট্ৰেট আৰু পুলিচ চুপাৰিণ্টেণ্ডেণ্ট থানাত উপস্থিত আছে। ইফালে জনতাৰো ভিৰ বাঢ়িবলৈ ধৰিলে। মই ভাবিলো যে সত্যাগ্ৰহীক হয়তো গ্ৰেপ্তাৰ কৰি লৈ যাব নহলে মাৰপিট কৰি এৰি দিব। এজন মানুহ আহি ক'লে যে মোক ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটে থানালৈ মাতিছে। মই তালৈ গলো। তেওঁ মোক সত্যাগ্ৰহীসকলক আঁতৰাই নিবলৈ ক'লে নহ'লে হেনো তেওঁলোকে কিব ব্যৱস্থা কৰিব। মই ক'লো—আপুনি তেওঁলোকক গ্ৰেপ্তাৰ কৰিব পাৰে। তেওঁ ক'লে যে তেওঁ সেই ভিৰো আঁতৰাই দিব আৰু এনে কৰোঁতে তেওঁ কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিব লগীয়া হ'ব পাৰে। মই স্বেচ্ছাসেৱকসকলক আঁতৰাবলৈ অস্বীকাৰ কৰিলো। তেতিয়া তেওঁ ক'লে যে ইয়াৰ দায়িত্ব মোৰ ওপৰত পৰিব আৰু তেওঁলোকে যি ভাল দেখে তাকে কৰিব। মই ভাবিলো যে হয়তো তেওঁলোকে লাঠী বা গুলীও চলাব পাৰে। মই আন্য

বন্ধুসকলৰ লগত আলোচনা কৰি লোৱা ভাল হব বুলি ভাবিলো। মই এই কথা তেওঁক কলোঁ, তেওঁ ক'লে যে ইয়াৰ কাৰণে তেওঁ আধা ঘণ্টা সময় দিব। মই যেতিয়া ওলাই আহিছো তেনেতে তেওঁ নিজৰ ঘড়ীটো উলিয়ালে আৰু ক'লে যে মই মোৰ ঘড়ীটো তেওঁৰ ঘড়ীটোৰ লগত যাতে মিলাই লওঁ। এই কথাটো মোৰ মনত অভদ্র যেন লাগিল। মই কলোঁ যে মই এনে কৰা আৱশ্যক বুলি নাভাবোঁ। তেওঁ নিজৰ ঘড়ী চাই থাকিল। মই ইয়াকো ক'লোঁ যে আধাঘণ্টাৰ ভিতৰত যদি মই তেওঁক সন্তোষজনক উত্তৰ নিদিওঁ তেন্তে তেওঁ যি ভাল দেখে কৰিব পাৰে। মই মটৰেৰে পোনে পোনে সদাকত আশ্রমলৈ গলোঁ। সকলোৰে মত যে আমি একো কৰিব নোৱাৰোঁ, মেজিষ্ট্রেটৰ যি ইচ্ছা কৰিব পাৰে। মই তত্তালিকে টেলিফোনেৰে চুলতানগঞ্জ থানাত এই উত্তৰকে দি দিলোঁ। আকৌ তাত কিবা নহয় কিবা হব এই ভাবি সোনকালে মটৰেৰে তালৈ ৰাওনা হ'ল।

বাটত বাকৰগঞ্জত সিফালৰ পৰা মেজিষ্ট্রেটক উভতি অহা দেখিলো। তেৰেঁা মোক দেখিলে। হাঁহি মাৰি তেওঁ গুচি গ'ল। মই ভাবিলোঁ তাত কিবা এটা কৰি তেওঁ ঘূৰি আহিছে। সেইখিনি পাই জানিব পাৰিলোঁ যে তেওঁ প্রথমে সত্যাহীবোৰ গুচি যাবলৈ হুকুম দিলে। যেতিয়া তেওঁলোক নাতৰিল তেতিয়া অলপ আঁতৰত ৰৈ থকা অশ্বাৰোহী পুলিচক ঘোৰা দৌৰাবলৈ হুকুম দিলে, যেতিয়া ঘোৰা আহিবলৈ ধৰিলে তেতিয়া ল'ৰাবিলাক ৰাস্তাৰ ওপৰত শুই পৰিল আৰু এইদৰে তেওঁলোকে ৰাস্তা বন্ধ কৰি দিলে। ঘোৰা সেইখিনিলৈকে দৌৰি আহিল কিন্তু তেওঁলোকৰ ওচৰ পাই ৰৈ গ'ল। তেতিয়া সেই ল'ৰাবিলাকক তুলি তুলি এখন লড়ীত থৈ দিলে। এইদৰে গ্রেপ্তাৰ কৰি তেওঁলোকক আঁতৰাই দিলে।

এতিয়া আমি স্থিৰ কৰিলো যে সত্যাগ্রহীয়ে পাঁচজন পাঁচজনকৈ শোভাযাত্রা কৰি গোটেই দিনটো তালৈ গৈ থাকিব। যেতিয়া এটা দল গ্রেপ্তাৰ হ'ব তেতিয়া অন্য এটা দল যাব। দিনে-ৰাতিয়ে এনেকুৱা হৈ থাকক। এপ্রিল মাহৰ আধা শেষ হৈছিল। খুব গৰম হৈছিল। আমাৰ সত্যাগ্রহীবোৰে ৰ'দ পাইছিল। পুলিচ দিনে-ৰাতিয়ে ঠিয় দি আছিলেই। দুই-এদিন এনেকৈ চলিল। তেতিয়া মই সেই পদ্ধতিৰ অলপ পৰিবৰ্ত্তন কৰি দিলোঁ। দিনে-ৰাতিয়ে গ্রেপ্তাৰৰ অপেক্ষা নকৰি সময় বান্ধি দিলো। দিনে ৰাতিয়ে নির্দ্ধাৰিত সময়ত চাৰিটা বা পাঁচটা দল যায়। তেওঁলোকক প্রথমতে গ্রেপ্তাৰ কৰিছিল। কিন্তু দর্শকৰ খুব ভিৰ

হ'ল, অশ্বাৰোহী পুলিচে ঘোৰা দৌৰাইছিল আৰু মানুহক লাঠীৰে মাৰিছিল। এই ছলস্থুলত সত্যাগ্ৰহী কেতিয়াবা গ্ৰেপ্তাৰ হৈছিল আৰু কেতিয়াবা নহৈছিল; কিন্তু জনতাক খুব মাৰিছিল। এই কাণ্ড ৰাতিপুৱা আৰু আবেলি যেতিয়া সত্যাগ্ৰহীৰ দল গৈছিল তেতিয়া হৈছিল। মযো সময়মতে পাওঁগৈ আৰু জনতাৰ ভিৰৰ মাজত থাকি সকলো কথা চাওঁ। বোধহয় পুলিচে মোক চিনি পাইছিল; সেইকাৰণে মোৰ গাত কেতিয়াও মাৰ পৰা নাছিল। কিন্তু প্ৰফেচাৰ আব্দুল বাৰীয়ে খুব আঘাত পাইছিল।

এইদৰে কেইবাদিনো অতিবাহিত হ'ল। দিনৌ ভিৰ বাঢ়ি যাবলৈ ধৰিলে। এই মৰ্চাৰ স্থান চুলতানগঞ্জ থানাৰ পশ্চিমফালে পিছুৱাই গৈ গৈ পাটনা কলেজৰ সন্মুখ পৰ্য্যন্ত পালেহি। আমাৰ মানুহ আৰু সাধাৰণ জনতাই সদায় শান্তি ৰক্ষা কৰিছিল। যি মাৰ্‌পিট হৈছিল পুলিচৰ ফালৰ পৰাই হৈছিল। এদিনৰ কথা, মিষ্টাৰ ছৈয়দ হছন ইমামৰ পত্নী কৰবাৰ পৰা আহোঁতে পুলিচে মাৰপিট কৰা দেখিবলৈ পালে। কেইবাজনো মানুহৰ মূৰ ফাটিছিল। তেওঁৰ অন্তৰত ইয়াৰ প্ৰভাৱ বৰ দকৈ পৰিল। তেওঁ গৈ হচন ইমাম চাহাবক কলেগৈ যে খুব সংঘৰ্ষ হোৱাৰ সম্ভাৱনা আছে। হচন ইমাম চাহাবে এই কথাত মনযোগ দিছিল বুলি তেতিয়ালৈকে মই নাজানিছিলো। এই সম্বন্ধে মই তেওঁৰ লগত দেখা কৰা নাছিলো। আৰু কোনো কথা পতাৰো সুবিধা পোৱা নাছিলো। নিজৰ পৰিবাৰৰ কথা শুনি তেওঁ মোক টেলিফোনেৰে ততালিকে মাতিলে। মই সকলো কথা বিতংকৈ ক'লো। তেওঁ বৰ ভাবুক প্ৰকৃতিৰ লোক আছিল। সকলো কথা শুনি তেওঁৰ খং উঠিল। তেওঁ অৱশেষত আহিল। তেওঁ ক'লে যে তেওঁ সকলো প্ৰকাৰে সহায় কৰিব। তেওঁৰ এই উৎসাহ বাঢ়ি গ'ল। এই কথা আকৌ পিছত ক'ম। ইতিমধ্যে ইষ্টাৰৰ ছুটী আহি পৰিল। মই এই সত্যাগ্ৰহক ধৰ্ম্মযুদ্ধ বুলি ভাবিছিলোঁ। মই ভাবিলো যে ই যদি ধাৰ্ম্মিক কথা হয় তেন্তে ইয়াৰ দ্বাৰা কাৰো ধৰ্ম্ম পালন বাধা হ'ব নালাগিব। মই ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটলৈ এখন চিঠি লিখিলো যে পুলিচ কৰ্ম্মচাৰীসকলৰ ভিতৰত কিছুমান খৃষ্টানলোকো আছে যি হয়তো ইষ্টাৰত ধৰ্ম্মৰ কাম কৰে। সেইকাৰণে সোমবাৰে সত্যাগ্ৰহীৰ দল নাযায় আৰু মঙ্গলবাৰৰ পৰা নিয়মমতে সত্যাগ্ৰহীৰ দল যাব। শুকৰবাৰে দুপৰীয়া যাবৰ কাৰণে যিটো দল নিৰ্দ্দিষ্ট কৰি দিয়া হৈছিল সেই দলটোক মই ৰাখি দিলো; কিয়নো অশ্বাৰোহী পুলিচৰ সৰ ভাগেই মুছলমান আছিল। মই এই চিঠি পৱিত্ৰ ভাবেৰে লিখিছিলো। ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটে মোৰ চিঠি

পটি মোক টেলিফোনত সুধিলে যে মই যি কথা লিখিছোঁ সি সঁচাকৈয়ে ধৰ্ম্ম ভাৱতেই লিখিছোঁ নেকি। মই ক'লো যে প্ৰকৃতত মই পবিত্ৰ ভাবেৰেই সেই চিঠি লিখিছোঁ। এই কথাত তেওঁ মোক তেওঁৰ লগত দেখা কৰিবলৈ ক'লে আৰু এই কাজিয়া কেনেদৰে মিতাব পাৰে তেওঁ তাৰ আলোচনা কৰিব বুলি ক'লে।

পিছদিনাই, সোমবাৰ আছিল ; মই গ'লো। বহুত সময় কথা-বতৰা হ'ল। মই কলো যে এই অঞ্চলৰ কাজিয়া তেনেই সাধাৰণ। পাঁচজন মানুহৰ শোভাযাত্ৰা এই ৰাস্তাইদি আহিবলৈ বিচাৰে ; এইটো কোনো আইন-বিৰোধী কথা নহয়। তেওঁ শোভাযাত্ৰাটোক বাধা নিদি যাবলৈ দিয়ক সকলো কাজিয়া শেষ হৈ যাব। যেতিয়া সত্যাগ্ৰহীৰ দলে লোণ তৈয়াৰ কৰি আইন ভঙ্গ কৰিব তেতিয়া তেওঁলোকক গ্ৰেপ্তাৰ কৰা হওক আৰু আইনমতে যি শাস্তি হয় তাক দিয়ক। তেওঁ অন্য ৰাস্তাইদি শোভাযাত্ৰা নিবলৈ ক'লে। মই এই কথাত মান্তি নহলোঁ। কথা-বাৰ্ত্তা ইমানতে বন্ধ হ'ল। পিছদিনা যি সত্যাগ্ৰহীৰ দল গ'ল তেওঁলোকক গ্ৰেপ্তাৰ কৰিলে। গ্ৰেপ্তাৰৰ পিচত মানুহৰ জুম আপোনা-আপুনি আঁতৰি গ'ল। মাৰপিটৰ কোনো আৱশ্যক নহ'ল। এইটোও দেখা গ'ল যে পুলিচৰ সংখ্যা বৰ কম আৰু অশ্বাৰোহী পুলিচ নায়েই। পুলিচৰ এচিষ্টেণ্ট চুপাৰিণ্টেণ্ডেণ্টে গ্ৰেপ্তাৰ কৰিছিল। সত্যাগ্ৰহীসকলক ততালিকে কাছাৰীত উপস্থিত কৰিলে। মোকৰ্দ্দমা চলি থাকোঁতেই সত্যাগ্ৰহীৰ অন্যটো দল আহিবৰ সময় হ'ল। কোনেও সেই দলটোক বাধা নিদিলে। আমি কাছাৰীত থাকোঁতেই এই খবৰ পালো। সেই সত্যাগ্ৰহীসকলকো আদালত ছুটী হোৱাৰ সময়লৈকে বন্দী কৰি ৰখাৰ শাস্তি বিহিলে। হুকুম শুনাই হাকিম উঠি গ'ল। সত্যাগ্ৰহীসকলৰ সৈতে তেৰেঁা আমাৰ লগতে তাৰ পৰা ওলাই আহিল। সত্যাগ্ৰহীসকলক এতিয়া আৰু পুলিচে বাধা নিদিয়ে বুলি স্পষ্ট হৈ পৰিল। সন্ধিয়াও সত্যাগ্ৰহীৰ দল গ'ল। কিন্তু কোনো বাধা আদি দিয়া নহ'ল। ইয়াৰ পিছত সত্যাগ্ৰহীৰ দল পঠিওৱা বন্ধ কৰি দিয়া হ'ল। কিন্তু লোণ তৈয়াৰ কৰাৰ কাম জাৰি ৰখা হ'ল। সেই কাৰণে গ্ৰেপ্তাৰো হৈ থাকিল। পাটনা চহৰতো গ্ৰেপ্তাৰ হৈয়ে থাকিল।

## ৮৮। লোণ সত্যাগ্ৰহৰ পিছৰ কাৰ্য্যসূচী

সিফালে গান্ধীজী কিছুদিনৰ পিছত গ্ৰেপ্তাৰ হ'ল। লোণৰ চৰকাৰী গোলা থকা ধৰাচনাত সত্যাগ্ৰহীৰ আক্ৰমণ হ'বলৈ ধৰিলে। তাত বাহিৰৰ মুকলি ঠাইতে বহুত লোণ জমা হৈ পৰি থাকে। স্বেচ্ছাসেৱকে সেইবোৰ চুৰ কৰিবলৈতো নাযায় কিন্তু চৰকাৰি হুকুমৰ বিৰুদ্ধে সেই ঠাইলৈ যাবলৈ বিচাৰিছিল, সেই কাৰণে তাত তেওঁলোকক লাঠিৰে খুব মাৰিছিল। প্ৰথমে গান্ধীজীয়ে, তাৰ পিছত আব্বাছ তৈয়বজী আৰু শ্ৰীমতী সৰোজিনী নাইডুৱে সেই স্বেচ্ছাসেৱকসকলৰ নেতৃত্ব কৰি থাকিল। তেওঁলোক এজনৰ পিছত এজনকৈ গ্ৰেপ্তাৰ হ'ল। তাত স্বেচ্ছাসেৱকসকলক নিষ্ঠুৰভাৱে মৰা, লাঠিৰ মাৰত অজ্ঞান হৈ যোৱা, অজ্ঞান অৱস্থাতে চোচোৰাই নি হাবিত মেলি দিয়া আৰু তাৰ পৰা কংগ্ৰেছীলোকে খাটত তুলি নি কংগ্ৰেছী আস্পতাললৈ নিয়া ৰোমাঞ্চকৰ খবৰ প্ৰকাশ হ'বলৈ ধৰিলে। ইয়াৰ কাৰণে উৎসাহ বাঢ়িহে গৈছিল, কমা নাছিল। খুব মাৰ খাব লাগিব বুলি জানিও নিতৌ শ-শ মানুহ তালৈ গৈছিল। যেতিয়ালৈকে বৰিষা নহ'ল আৰু তালৈ অহা-যোৱা কৰা অসম্ভৱৰ নিচিনা নহ'ল তেতিয়ালৈকে এইদৰে চলি থাকিল।

বিহাৰ প্ৰদেশত সাগৰৰ উপকূল নাছিল। কিন্তু সকলো ঠাইতে কিছু নহয় কিছু লুণীয়া মাটি পোৱা গৈছিল। সেই মাটি গোটাই পানীৰ লগত মিলাই লয় আৰু হাড়ীত গৰম কৰি শুকাই লয় আৰু তাৰ পৰা লোণৰ নিচিনা কিছুমান বস্তু ওলাই পৰে। মই নিজে ক'তো লোণ তৈয়াৰ কৰা নাছিলোঁ কিন্তু য'লৈ গৈছিলোঁ তাত তৈয়াৰ হোৱা নিমখ সভাত বেচিছিলোঁ অথবা নিলাম কৰিছিলোঁ। তাৰপৰা খৰছৰ কিছু টকাও পোৱা গৈছিল আৰু মুকলি ভাবে আইন ভঙ্গ কৰা হৈছিল; কিয়নো কৰ নিদিয়াকৈ লোণ বেচা, লোন তৈয়াৰ কৰাৰ নিচিনা অপৰাধেই। কিন্তু মই বহুত দিনলৈকে গ্ৰেপ্তাৰ নহলো।

পণ্ডিত জৱাহৰলালজী প্ৰথমতেই গ্ৰেপ্তাৰ হৈছিল। তেওঁৰ ঠাইত পণ্ডিত মতিলালজীয়ে কাম কৰিবলৈ ধৰিলে। তেওঁকো প্ৰায় জুনৰ শেষলৈকে গ্ৰেপ্তাৰ কৰা নাছিল। মোকো ৱাৰ্কিং কমিটিৰ মেম্বাৰ কৰি লৈছিল। ইতিমধ্যে প্ৰয়াগত যেতিয়াই তেতিয়াই ৱাৰ্কিং কমিটিৰ বৈঠকো হৈছিল।

তাৰ পৰা আৱশ্যক অনুসৰি নিৰ্দ্দেশ দিয়া হৈছিল। মানুহে যেনে সহায় বিচাৰিছিল, দিয়া হৈছিল। গোটেই দেশতে চৰকাৰৰ দমন-নীতি জোৰেৰে চলি আছিল। যিমানক গ্ৰেপ্তাৰ কৰিব পাৰিলহেঁতেন চৰকাৰে সিমানক কৰা নাছিল। চৰকাৰে এই নীতি স্থিৰ কৰি লৈছিল যে কেৱল কিছুমান আইন ভঙ্গকাৰীকহে গ্ৰেপ্তাৰ কৰিব; অধিকাংশকে মাৰপিট কৰিয়েই এৰি দিব। সেই কাৰণে য'তে মানুহ গোট খাই লোণ তৈয়াৰ কৰে তালৈকে পুলিচ যায়, হাড়ী আৰু চুলা ভাঙ্গি-চিঙ্গি পেলায়। যিবিলাক মানুহ তাত থাকে তাৰে এজন দুজনক গ্ৰেপ্তাৰ কৰে আৰু বাকীবোৰক লাঠিৰ কোবাই গুছি যায়। ইয়াৰ কাৰণে লোণ তৈয়াৰ কৰা বন্ধ নহয়, আকৌ নতুন হাড়ী আনে, চুলা তৈয়াৰ হয় আৰু লোণ তৈয়াৰ কৰোঁতাৰ সংখ্যা যেনে আছিল তেনেই থাকে। গাৱঁলীয়া মানুহে এই কামটো লুকাই চুৰকৈ নকৰিছিল; কিয়নো, দেখা-শুনাকৈ কৰিবৰ কাৰণে তেওঁলোকে আদেশ পাইছিল। মই সদায় দিনে-ৰাতিয়ে ভ্ৰমণ কৰি থৰিছিলো। মই সকলো ঠাইতে দেখিবলৈ পাইছিলোঁ যে জনতাই গাৱঁৰ যি কোনো এক মুখ্য ঠাইত কলগছ আদি পুতি পতাকা আৰু তোড়ন আদি সাজি ঠাইখন ঘেৰাও কৰি লয় তাতে চুলা আৰু মাটিৰ লগত পানী মিলাবলৈ সৰু কোঠা এটা কৰি লয়। ক'ত নিমখ তৈয়াৰ হৈছে সেইকথা গাৱঁৰ সকলোৱে জানে। কোনো আগন্তুক ব্যক্তিয়ে বা পুলিচে লোণ তৈয়াৰ কৰা ঠাইৰ সন্ধান সহজেই পাইছিল।

ওপৰত কৈ আহিছোঁ যে গৱৰ্ণমেণ্টে মোক কিছুদিনলৈ গ্ৰেপ্তাৰ কৰা নাছিল। ইয়াকো কৈ আহিছোঁ যে সত্যাগ্ৰহ আৰম্ভ হোৱাৰ আগতে লোণ সত্যাগ্ৰহৰ সফলতা সমন্ধে মোৰ সন্দেহ আছিল। কিন্তু তথাপি মই ইয়াৰ কাৰণে সম্পূৰ্ণ চেষ্টা কৰিছিলোঁ। গান্ধীজী যিমানেই তেখেতৰ যাত্ৰাত ডাণ্ডীৰ ওচৰ চাপি গ'ল দেশত সিমানেই উৎসাহ বাঢ়ি গ'ল। এই সকলো দেখি মোৰ বিশ্বাস দৃঢ় হৈ যাবলৈ ধৰিলে যে এই কাৰ্য্য সম্পূৰ্ণ সফল হ'ব। মই তেতিয়া আৰু জোৰ দিবলৈ ধৰিলোঁ। পণ্ডিত মতিলালজীৰ অৱস্থাও এনেকুৱাই আছিল। তেওঁ প্ৰয়াগত নিজৰ আনন্দ —ভৱনতেই যেনেকৈ কোনো লেবৰেটৰীত পৰীক্ষা কৰা হয় তেনেকৈ ফিল্‌টাৰ কাগজৰ দ্বাৰা লোণ তৈয়াৰ কৰিলে। তেওঁ বৰ গৰ্ব্বেৰে আমাক সেই লোণ দেখুৱালে। আমিও এই কথাত গৰ্ব অনুভৱ কৰিছিলোঁ। তেওঁৰ নিৰ্দ্দেশ আৰু অনুমতি লৈ বিহাৰৰ পৰিস্থিতিৰ প্ৰতি লক্ষ্য ৰাখি মই এই কাৰ্য্যসূচী স্থিৰ কৰিলোঁ যে বিহাৰত জুনলৈকে লোণ তৈয়াৰ

কৰা হওক—অৰ্থাৎ এই কথাতেই জোৰ দিয়া হওক ; তাৰ পিছত বিদেশী কাপোৰ বৰ্জ্জনত জোৰ দিয়া হওক আৰু লগতে মদ নিবাৰণো চলিব লাগে। বাৰিষা লোণ তৈয়াৰ কৰিব নোৱাৰি সেইকাৰণে জুন মাহৰ পিচত বিদেশী কাপোৰ বৰ্জ্জন আৰু মদ নিবাৰণৰ কাৰণে পহৰা আদিৰ কাম আৰম্ভ কৰা হওক ; বাৰিষা শেষ হ'লে চৌকিদাৰী টেক্স বন্ধ কৰাৰ কাম চলাব লাগে।

এই কাৰ্য্যসূচীৰ অৰ্থ এনে নহয় যে লোণ তৈয়াৰ হৈ থাকোতে বিদেশী কাপোৰ বৰ্জ্জনৰ কাম নহ'বই। অৰ্থ আছিল এয়ে যে সেই সময়ত এটা কথাত জোৰ দি জনতাৰ মনযোগ তালৈ আকৰ্ষণ কৰিব লাগে আৰু সেই কথাত সম্পূৰ্ণ সফলতা লাভ কৰিব লাগে। এইদৰে এটা কামৰ ওপৰত জোৰ দিলে সেই কাম অধিক জোৰেৰে চলে।

মই খবৰ পাইছিলো যে আৰম্ভণিতে গৱৰ্ণমেণ্টে মোক গ্ৰেপ্তাৰ নকৰাৰ কথা আছিল। মই গৱৰ্ণমেণ্টৰ কথা পৰোৱাই নকৰি কাম কৰিয়েই গৈ আছিলো। কিছুদিনৰ পিছত গম পালো যে মোক ইচ্ছা কৰিলে গ্ৰেপ্তাৰ কৰিবৰ কাৰণে প্ৰাদেশিক চৰকাৰৰ পৰা জিলা মেজিষ্ট্ৰেট সকলে অনুমতি পালে। মোৰ কাৰ্য্যসূচী এনে আছিল যে মই কোনো এখন জিলালৈ বা মটৰ এখন বিচাৰি নহলে কেৰেয়ালৈ লৈ ৰাতিপুৱা পাঁচ বজাত গা-পা ধুই আজৰি হৈ এফালে ওলাই যাওঁ। দিনৰ দিনটো দহ-পোন্ধৰখন ঠাইত সৰু সৰু সভা কৰোঁ, বাটত য'ত য'ত লোণ তৈয়াৰ হয় সেইবোৰ চাই-চিতি ৰাতি ১০।১১ বজাত ঘূৰি আহোঁ। এইদৰে প্ৰত্যেক জিলাৰে যথেষ্ট অংশ ভ্ৰমণ কৰোঁ। দুদিন বা তিনিদিনত এখন জিলাৰ ভ্ৰমণ সমাপ্ত কৰি অন্য এখন জিলালৈ যাওঁ। গাৱঁত বেচি মানুহ গ্ৰেপ্তাৰ হওক এনে এটা ভাব গাৱঁৰ মানুহৰ মাজত দেখিবলৈ পালোঁ। যি ঠাইত যেতিয়ালৈকে লোণ তৈয়াৰ নহয় তাৰ মানুহবোৰ তেতিয়ালৈকে লজ্জিত হৈ থাকে। মই মানুহবোৰক বিদেশী কাপোৰ বৰ্জ্জন, মদ নিবাৰণ আৰু লোণ তৈয়াৰ কৰাৰ কথা বুজাইছিলো। প্ৰায়ে মানুহে চৌকিদাৰী-টেক্স আৰু খাজনা বন্ধ কৰাৰ কথা শুধিছিল। কৈছিলো যে চলি থকা কাযসূচী পুৰা হ'লেই তাৰ কাৰণে আদেশ দিয়া হ'ব। তেতিয়াৰ কাৰণে মানুহ যেন প্ৰস্তুত হয়। মানুহবোৰে এই কথা বুজি উঠিছিল।

## ৮৯। বিদেশী কাপোৰ বৰ্জ্জন আৰু মদ-নিবাৰণ

চহৰৰ কাৰ্য্যসূচীত লোণ সত্যাগ্ৰহৰ বাহিৰে বেছিকৈ কাপোৰ বৰ্জ্জন আৰু মদ নিবাৰণ কাৰ্য্য ৰখা হৈছিল। প্ৰয়াগত ৱাৰ্কিং কমিটিৰ বৈঠকৰ সময়ত এই কথা গম পালো যে দেশৰ কেইবা ঠাইতো বিদেশী কাপোৰ বৰ্জ্জন জোৰেৰে চলি আছে। এই কাম বিহাৰতো আৰম্ভ হ'ল। কাৰবাৰী আৰু জনতা উভয়ৰে মাজত যথেষ্ট উৎসাহ আছিল। সেই কাৰণে এই কাম বৰ সহজে আগবাঢ়িল। যেনেকৈ গাৱেঁ গাৱেঁ নিমখ তৈয়াৰ কৰাৰ ধুম উঠিছিল তেনেকৈয়ে ডাঙৰ ডাঙৰ চহৰত তাৰ দোকান আৰু গুদামত যিমান বিদেশী কাপোৰ আছে তাৰ বিক্ৰী বন্ধ কৰাৰো তেনে ুম উঠিল। মহাত্মাজীয়ে লিখিছিল যে কাপোৰৰ দোকানত আৰু মদৰ দোকানত পহৰা দিয়াৰ কাম বেছিকৈ তিৰোতাসকলৰ হাতত থাকিব লাগে আৰু তেওঁলোকে ইয়াক পূৰা কৰাটো তেওঁলোকৰ কাম বুলি যাতে ভাবে। সেইকাৰণে কোনো কোনো ঠাইত মহিলাই দোকানত পহৰা দিবলৈ ধৰিলে। কোনোবাই কোনো এঠাইত এটা নিয়ম আৰম্ভ কৰি দিলে আৰু প্ৰায় সকলো ঠাইতে সেই নিয়ম চলিবলৈ ধৰিলে। এইদৰে সকলো কাপোৰৰ দোকানীয়ে নিজ নিজ দোকানৰ বিদেশী কাপোৰবোৰ বান্ধি তাৰ ওপৰত কংগ্ৰেছৰ মোহৰ মাৰি থৈ দিছিল আৰু লিখিত প্ৰতিশ্ৰুতি দিছিল যে কংগ্ৰেছৰ অনুমতি নোপোৱালৈকে সেই গাঁঠি পুনৰ নোখোলে। ব্যৱসায়ীসকলে সাধাৰণতে নিজৰ ভিতৰতে কমিটি কৰি লৈছিল। সেই সেই কমিটিৰ ওপৰত কংগ্ৰেছৰ নিয়ন্ত্ৰণ থাকে আৰু নহলে তাত কংগ্ৰেছৰ প্ৰতিনিধিও থাকে। তেওঁলোকে এই কমিটিৰ হাতত সকলো বিদেশী কাপোৰ এইদৰে বন্ধোৱাৰ আৰু বিক্ৰী যাতে নহয় তাৰ ভাৰ দিছিল। যদি কোনো ব্যৱসায়ীয়ে প্ৰতিশ্ৰুতি ভঙ্গ কৰিছিল তেন্তে তেওঁক সেই কমিটিয়ে জৰিমণা কৰিছিল আৰু এইদৰে তেওঁলোকৰ ওপৰত পূৰা শাসন চলাইছিল। যি ব্যৱসায়ী মান্তি নহৈছিল তেওঁৰ দোকানত পহৰা দিয়া ( পিকেটিং ) হৈছিল আৰু তাৰ বিক্ৰী বন্ধ হৈ গৈছিল।

আজিও এই কথা স্মৰণ কৰি আনন্দ লাভ কৰোঁ যে বিহাৰৰ প্ৰায় সকলো চহৰ আৰু গাৱঁৰ সৰু সৰু ব্যৱসায়ীসকলেও নিজৰ সকলো বিদেশী কাপোৰ গাঁঠি কৰি বান্ধি কংগ্ৰেছৰ মোহৰ লগাই বেলেগে ৰাখিছিল।

গোটেই প্ৰদেশতে পহৰা দিয়া কাম সামান্য মাত্ৰ কৰিব লগা হৈছিল আৰু সিও খুব সফল হৈছিল। পহৰা দিয়াৰ লগে লগে গাঁঠি বন্ধা কাম আৰম্ভ হয় আৰু দুই-চাৰিদিনতে সেই কাম সম্পূৰ্ণ হৈ যায়। এই দৃশ্য মই প্ৰায় সকলো ঠাইতে দেখিবলৈ পাইছিলো। ভাবিছিলো জুনৰ আধা শেষ হ'লে এই কামত জোৰ দিয়া হ'ব, কিন্তু মোৰ মনেৰে জুন শেষ হওঁতে হওঁতেই এই কামো গোটেই প্ৰদেশতে সম্পূৰ্ণ হৈ গৈছিল। যি কাম হৈছিল তাত দেখাক দেখি খুব প্ৰভাব পৰিছিল। কোনো এখন চহৰৰ ব্যৱসায়ীয়ে গাঁঠি বন্ধা কাম আৰম্ভ কৰি দিয়াৰ খবৰ পালেই অন্য চহৰৰ ব্যৱসায়ীসকলে এই কথা আলোচনা কৰিবলৈ ধৰে আৰু তাত কংগ্ৰেছীলোকে তেওঁলোকৰ ওপৰত জোৰ দিবলৈ ধৰে; তাতো কাম আৰম্ভ হয় আৰু সোনকালেই শেষ হৈও যায়। পণ্ডিত মতিলালজীক কাণপুৰ, দিল্লী, পঞ্জাৱ আদিৰ ডাঙৰ ডাঙৰ ব্যৱসায়ীসকলে লগ ধৰি তেওঁৰ লগত কথা পাতি কিদৰে এই কাম সম্পূৰ্ণ কৰিব পাৰি আৰু এই কামত ভাৰতীয় মিল-মালিক সকলৰপৰা কেনেদৰে সহায় লোৱা যায় এই সম্বন্ধে আলোচনা কৰিছিল। প্ৰতীজ্ঞা-পত্ৰৰ খচৰা তৈয়াৰ কৰি সকলো ঠাইলৈকে পঠিয়াই দিয়া হৈছিল। জনতা আৰু ব্যৱসায়ীসকলে নিজ নিজ প্ৰতিজ্ঞা-পত্ৰত চহী কৰিছিল।

কোনো কোনো প্ৰদেশত মদ-নিবাৰণত বেছি জোৰ দিয়া হৈছিল। তাত সেই কথাকে লৈ চৰকাৰী দমন চলিল। মানুহ বন্দী হৈছিল আৰু গুলীৰ চিকাৰ হ'ব লাগিছিল। এনে ৰোমাঞ্চকৰ ঘটনা সীমান্ত প্ৰদেশত হৈছিল। বহুতো পাঠান গুলীৰ চিকাৰ হৈছিল। গুটেই দেশতে উত্তেজনাৰ সৃষ্টি হ'ল। এছেম্বলীৰ প্ৰথম নিৰ্ব্বাচিত সভাপতি (স্পিকাৰ) শ্ৰীবিঠ্ঠল ভাই পেটেলে নিজৰ পদ ইস্তফা দিলে। তেওঁ সীমান্ত প্ৰদেশৰ গুলী বৰ্ষণৰ তদন্তত গৈ যোগ দিলে। তেওঁৰ ৰিপ'ৰ্ট গৱৰ্ণমেণ্টে জব্দ কৰিলে। সেই ৰিপ'ৰ্টৰ বৰ বেচি প্ৰচাৰ হ'বলৈ নাপালে। কিন্তু যি অলপ খবৰ প্ৰকাশ হৈছিল তাৰে প্ৰভাৱে গোটেই দেশতে বিজুলি সঞ্চাৰে কাম কৰিছিল। যেতিয়া সকলো ঠাইতে ইটোতকৈ সিটো উৎসাহ-বৰ্দ্ধক কাম হৈ আছে তেনেস্থলত কি কি বিষয়ে উল্লেখ কৰা হ'ব তাক বাচি লোৱাটো কৰ্ত্তব্য হৈ পৰে। মই দুঃখিত যে এতিয়ালৈকে দেশব্যাপী হোৱা সত্যাগ্ৰহৰ বিস্তৃত ইতিহাস লিখা হোৱা নাই। কিন্তু এনে কিছুমান কথা আছে যিবোৰ উল্লেখ কৰা উচিত হ'ব।

বিহাৰ পৰ্দ্দা-প্ৰধান দেশ। মই যেতিয়া ইংলণ্ডত আছিলো তেতিয়া

ইয়াত পর্দ্দা-প্রথা তুলি দিয়াৰ এক বিশেষ চেষ্টা আৰম্ভ হৈছিল। দাৰভাঙ্গা জিলাৰ যুৱক শ্ৰীৰামনন্দন মিশ্ৰই তেওঁৰ পৰিয়ালৰ মানুহৰ ইচ্ছাৰ বিৰুদ্ধে নিজৰ পৰিবাৰক পৰ্দ্দাৰ বাহিৰলৈ লৈ আহিল। তেওঁ তেওঁক সাবৰমতী আশ্ৰমলৈও কিছুদিনৰ কাৰণে লৈ গ'ল। মহাত্মাজীয়ে শ্ৰীমগনলাল গান্ধীৰ কন্যা শ্ৰীৰাধাক তেখেতৰ শিক্ষা প্ৰচাৰ আৰু পৰ্দ্দা নিবাৰণ কাৰ্য্যৰ কাৰণে বিহাৰলৈ পঠালে। শ্ৰীমগনলালজী ইয়াৰ কাম আৰু নিজৰ কন্যাক চাবলৈ আহিল। তেওঁ হঠাতে বেমাৰ পৰিল আৰু পাটনাতে তেওঁৰ মৃত্যু হ'ল। ইয়াৰ আচৰিত প্ৰভাৱ পৰিল। পৰ্দ্দা নিবাৰণৰ কাম জোৰেৰে আৰম্ভ হ'ল। ইয়াৰ কাৰণে এখন প্ৰাদেশিক সন্মেলন হ'ল আৰু এই সন্মেলনত শ্ৰীব্ৰজকিশোৰ প্ৰসাদো আগৰণুৱা হ'ল। কাম চলি থাকিল। যি কাম গয়া-কংগ্ৰেছৰ সময়ত সাধাৰণভাৱে আৰম্ভ হৈছিল সেই কাম বাঢ়ি গ'ল।

যেতিয়া ১৯৩০ চনত সত্যাগ্ৰহ আৰম্ভ হ'ল আৰু গান্ধীজীয়ে মদ নিবাৰণ আৰু বিদেশী কাপোৰ বৰ্জ্জন বিশেষকৈ মহিলাৰ কাম বুলি ক'লে তেতিয়া মহিলাসকলৰ মাজত উৎসাহৰ ঢৌ উঠিল। চহৰত য'ত য'ত পহৰাৰ কাম হৈছিল সেই কাম মহিলাইহে কৰিছিল। দোকানত তেওঁলোক ঠিয় দিলেই কোনো খৰিদ্দাৰে সেইফালে মুখ ঘূৰাবলৈ সাহ নকৰিছিল। দোকানীসকলেও তেওঁলোকক ভয় কৰিছিল আৰু ভদ্ৰ ব্যৱহাৰ কৰিছিল। পাটনাত এনে পহৰা দুই চাৰিদিনৰ কাৰণে কিছুমান দোকানত দিব লগা হৈছিল। এই কামত প্ৰধান অংশ গ্ৰহণ কৰিছিল শ্ৰীবিন্ধ্যবাসিনী দেৱীয়ে। এনেকুৱা মহিলায়ো এই কামত যোগ দিছিল যি হয়তো কোনো দিন ঘৰৰ বাহিৰ ওলোৱা নাছিল। ৰাতিপুৱাই ৮।৯ বজাত কংগ্ৰেছী কৰ্ম্মীসকলে তেওঁলোকক নিজ নিজ ঘৰৰ পৰা মাতি আনি নিৰ্দ্দিষ্ট দোকানত থৈ যায়হি, আৰু সময় হ'লে তেওঁলোকৰ ঘৰত থৈ আহেগৈ। এদিনৰ কথা; এঘৰৰ এগৰাকী নতুন বোৱাৰী আহিল। স্বেচ্ছাসেৱকে তেওঁক ঘৰত থৈ আহিবলৈ পাহৰিলে। ৰাতি হ'ল, তেওঁক লৈ যাবলৈ কোনো নাহিল। অন্য কাম কৰা এগৰাকী মহিলাৰ স্বামী তেওঁক যেতিয়া নিজৰ ঘৰলৈ নিবলৈ আহিল তেতিয়া তেওঁ এই ছোৱালী-জনীক এখন দোকানত ঠিয় দি থকা দেখিবলৈ পালে। সোধাত জানিব পাৰিলে যে তেওঁক ঘৰলৈ নিবলৈ কোনো অহা নাই, সেইকাৰণে এতিয়াও তেওঁ তাত ঠিয় দি আছে। তেওঁ ছোৱালীজনীক নিজৰ মটৰত তুলি ল'লে আৰু তেওঁক ঘৰত থৈ আহিবলৈ বিচাৰিলে। কিন্তু তেওঁ নিজৰ

ঘৰো চিনি নাপায় যেহেতু তেওঁ কোনোদিন ঘৰৰ বাহিৰলৈ ওলোৱা নাছিল। চহৰৰ সকলো ঘৰকে একে যেন দেখি নিজৰ ঘৰ বুলি কৈ দিছিল। আমাৰ ইয়াত প্ৰথা আছে যে কোনো স্ত্ৰীয়ে স্বামীৰ নাম নাকাঢ়ে। তেওঁ সেই কাৰণে নিজৰ স্বামীৰ নামো ক'ব নোৱাৰিছিল, যাৰ পৰা হয়তো তেওঁৰ ঘৰৰ কথা জানিব পৰা গ'লহেঁতেন। তেওঁ বোধহয় কৈথী লিপিত নিজৰ নামটো লিখিব পাৰিছিল। তাতকৈ বেচি লিখা-পঢ়াও নাজানিছিল। মটৰৰ মালিকজনে কৈথী লিপি নাজানিছিল যে তেওঁৰ হতুৱাই তেওঁৰ স্বামীৰ নাম লিখাই ঘৰ উলিয়াই ল'ব। কিছুসময় ইফালে সিফালে মটৰ ঘূৰাই ফুৰালে। আকৌ তেওঁৰ স্বামীৰ নাম তেওঁৰ হতুৱাই লিখোৱাই কাৰোবাৰ হতুৱাই পঢ়ুৱালে। তেতিয়াহে ঘৰৰ ঠিকনা পালে। এইদৰে তেওঁক নিজৰ ঘৰত হৈ আহিলগৈ। মই এই ঘটনাতো এই কাৰণেই লিখিলো যে ইয়াৰ পৰা পাঠকে মহিলাসকলৰ মাজত কিমান উৎসাহ আছিল আৰু কেনেকৈ অশিক্ষিতা মহিলাও আহি এই কামত লাগিছিল তাক জানিব পাৰিব।

## ৯০। বিহাৰত বীহপুৰৰ সত্যাগ্ৰহ

এবাৰ মই প্ৰয়াগলৈ গৈছিলো। তাত ৱৰ্কিং কমিটিৰ বৈঠক হৈছিল। তাৰ পৰা পাটনালৈ ঘূৰি আহিলত শুনিবলৈ পালোঁ যে ভাগলপুৰ জিলাৰ বীহপুৰ গাৱঁত নতুন ধৰণৰ সত্যাগ্ৰহ আৰম্ভ হৈছে। এই বিষয়ে অলপ-অচৰপ প্ৰয়াগতেই গম পাইছিলো। পাটনাত আৰু কিছু কথা জানিবলৈ পালোঁ। তেতিয়া মই ততালিকে তালৈ যাবলৈ সিদ্ধান্ত কৰিলো। বীহপুৰ গঙ্গাৰ উত্তৰপাৰে ভাগলপুৰৰ পৰা অলপ দূৰত অৱস্থিত। ই বি-এন-ডব্লিউ ( এতিয়া অ'-টি ) ৰেলৰেৰ সৰু জংচন, য'ৰ পৰা ভাগলপুৰ ঘাটৰ গাড়ী যায়। ইয়াৰ গোটেই এলেকা বাৰিষা জলমগ্ন হৈ পৰে। এনে নৈৰ চৰত থকা মানুহবোৰ সাধাৰণতে বৰ সাহসী হোৱা দেখা যায়। ইয়াত কংগ্ৰেছৰ কাৰণে মানুহৰ বৰ উৎসাহ আছিল।

১৯২৯ চনতে মোক এবাৰ বৰ আগ্ৰহ কৰি ইয়ালৈ মাতিছিল। মানুহবোৰে মোক ওচৰ-পাজৰৰ গাওঁবোৰলৈও লৈ গৈছিল। বৰ উৎসাহ আৰু মৰমেৰে তাৰ মানুহে মোক স্বাগত কৰিছিল। তাৰ পৰা অলপ

দূৰতে থকা গৌৰীপুৰ গাৱঁলৈ মই গৈছিলো। উভতি আহিবৰ সময়ত বৰ জোৰেৰে বৰষুণ দিবলৈ ধৰিলে। মাজতে এখন নৈ পাৰ হ’ব লগাত পৰিছিল। হাতীত গৈছিলোঁ। নৈ পাৰ হৈ হাতীত যাওঁতে আমি খুব তিতিলো। বীহপুৰৰ সভাস্থলত দেখিলোহি যে বহুত মানুহ গোট খাই আছে আৰু বৰষুণ দিয়াতো এজন মানুহো আঁতৰি যোৱা নাছিল। ময়ো সেই বৰষুণতে ঠিয় হৈ বক্তৃতা দিবলগা হ’ল। তাৰ মানুহৰ এনে উৎসাহৰ পৰিচয় মই আগতেই পাইছিলো। তাৰ কিছু ইতিহাসো মই শুনিছিলো। তাৰে এটা কথা ইয়াত লিখিছো। তাত এজন ইংৰাজৰ জমিদাৰী আছিল। এডোখৰ মাটি লৈ ৰায়তৰ লগত বহুত দিনৰ পৰা কাজিয়া চলি আহিছিল। কাছাৰীত খুব মামলা-মোকৰ্দ্দমা চলিছিল। শ্বেতাঙ্গ জনে মাটি ৰক্ষা কৰিবৰ কাৰণে কিছুমান গোৰ্খা মানুহ নিযুক্ত কৰি তাৰ ভাৰ তেওঁলোকৰ হাতত দিলে। শুনা যায়—যে বাৰিষা এৰাতি সেই এলেকাৰ মানুহে সেই বিশ-পঁচিচজনীয়া গোৰ্খা দলটো মাৰি বাটি অহা গঙ্গাত পেলাই দিলে। কোনে মাৰিলে আৰু সিহঁতৰ শৰবোৰ কি হ’ল তাৰ কোনো গমেই নাপালে।

এনে ঠাইৰ মানুহৰ কাৰণে সত্যাগ্ৰহৰ প্ৰতি উৎসাহ হোৱা কোনো আচৰিত কথা নাছিল। কিন্তু তেওঁলোক অহিংসাত্মক হৈ থাকিব পাৰিবনে নোৱাৰে তাৰে ভয় আছিল আৰু এই কথা আচৰিতো আছিল। তাত এখন ডাঙৰ দোকানৰ কথা লৈ নতুন ধৰণৰ সত্যাগ্ৰহ আৰম্ভ হ’ল। ৰেলৰে প্লেটফৰ্ম্মৰ দাঁতিত পশ্চিমফালে থকা অলপ মাটিতে কংগ্ৰেছৰ আশ্ৰম আছিল। তাত এটা সৰু কোঠাত খাদী ভাণ্ডাৰ আছিল য’ত সূতা কিনি ৰখা হৈছিল আৰু বেচিবৰ কাৰণে কপাহ আৰু কাপোৰ ৰাখিছিল। অন্য কোঠাত কংগ্ৰেছ কৰ্ম্মী আৰু স্বেচ্ছাসেৱক আছিল। সেই সময়ত এই ঘৰটো জুপুৰীৰ নিচিনা আছিল। এতিয়া তাত আশ্ৰমৰ কাৰণে সুন্দৰ পকা ঘৰ হ’ল আৰু ৰেলৰ যাত্ৰীয়ে এই ঘৰ ৰেলৰ পৰাই দেখে।

ষ্টেচনৰ-দক্ষিণ ফালে পাঁচ-ছখন দোকানেৰে এখন সৰু সুৰা বজাৰেই। ইয়াৰ এখন দোকানত ভাং বিক্ৰী কৰা হৈছিল। কংগ্ৰেছী স্বেচ্ছাসেৱকে ভাঙৰ দোকানত পহৰা দিয়ালে। পুলিচে এদিন কৰ্ম্মীসকলক মাৰপিট কৰি আশ্ৰমৰ পৰা বাহিৰ কৰি দিলে। আশ্ৰমখনো দখল কৰি ল’লে। কপাহ, সূতা, খাদী আদি ইফালে-সিফালে দলিয়াই পেলালে। যেতিয়া ওচৰৰ মানুহে জানিবলৈ পালে যে পুলিচে এনেদৰে আশ্ৰম জব্দ কৰিছে, তেতিয়া তেওঁলোকে পুনৰ আশ্ৰম নিজ হাতলৈ আনিবলৈ বিচাৰিলে।

ইয়াৰ কাৰণে প্ৰথমে চাৰি-পাঁচজন মানুহৰ একোটা দল হাতত পতাকা লৈ তালৈ গ'ল। এইটো দেখা কথা যে যেতিয়া পুলিচৰ দল অস্ত্ৰ-শস্ত্ৰ লৈ সজ্জিত তেনেস্থলত চাৰি পাঁচজন মানুহ সুদা হাতে গৈ দখল কৰিব নোৱাৰে। ই মাত্ৰ সত্যাগ্ৰহৰ এটা অজুহাত আছিল। পুলিচেও তেওঁলোকক তেনে বুলিয়েই ভাবিছিল। তেওঁলোকে দল পাতি যোৱা মানুহবোৰক গ্ৰেপ্তাৰ কৰি লৈছিল। এই কাম দিনৌ প্ৰায় চাৰি-পাঁচ বজাত এবাৰ হৈছিল।

ইয়াৰ খবৰ চাৰিওফালে ফুটি-ফাটি গ'ল। যেনেকৈ পাটনাত বং-তামুচা চাবলৈ মানুহৰ ভিৰ হৈছিল তেনেকৈয়ে তাতো দলবোৰ যাবৰ সময়ত মানুহৰ সমাগম হৈছিল। কেতিয়াবা দলটো গ্ৰেপ্তাৰ নকৰি মাৰপিট কৰি এৰি দিছিল। প্ৰতিদিন দৰ্শকৰ ভিৰ বাঢ়ি গ'ল। পাটনাত যেতিয়া ইয়াৰ সবিশেষ খবৰ পালো তেতিয়া কেইজনমান বন্ধুৰ লগত মই ভাগলপুৰলৈ গলোঁ। তাৰপৰা পিচদিনা দুপৰীয়া বীহপুৰ পালোঁগৈ। সেই-দিনা আমি যোৱাৰ কথা প্ৰচাৰ হৈ গ'ল। সেই কাৰণে বহুত মানুহ গোট খালে। দিনৰ তিনিমান বজাত সকলো মানহ এখন বাগানত গোট খালে। মই তেওঁলোকক বুজালো যে যিয়েই নহওক, নিজে সদায় শান্তি ৰক্ষা কৰিব লাগে, কোনও কোনো প্ৰকাৰৰ হিংসাত্মক কাৰ্য্য কৰিব নালাগে। দলটো যাবৰ সময় হোৱাত সকলো মানুহ ৰাস্তাত আৰু তাৰ দুয়ো কাষে থিয় দিলে। কিছুমান মানুহ সেই সৰু বজাৰখনতো গোট খাইছিল। আমিও অ'ত-ত'ত থিয় দি আছিলো। মই বজাৰৰ ওচৰৰ এনে এডোখৰ ঠাইত ঠিয় হৈ আছিলো য'ৰ পৰা পুলিচ আৰু দলটোৰ লক্ষ্য স্থান দেখা পোৱা যায়। সেই ঠাইডোখৰ পালে দলটোক হয়তো মাৰপিট কৰে, নহলে গ্ৰেপ্তাৰ কৰে। প্ৰায় ১৫।২০ হাজাৰ মানুহ গোট খাইছিল।

সত্যাগ্ৰহৰ দলটো গৈ পুলিচ থকা ঠাই পালেগৈ। তেওঁলোকক সহজ ভাবে গ্ৰেপ্তাৰ কৰিলে। মাৰপিটি নহ'ল। আমি ভাবিলো যে সেইদিনাৰ কাম সমাপ্ত হ'ল আৰু সকলো মানুহ দিহাদিহি যাব। জনতা ঘৰাঘৰি যাব খুজিছিল তেনেতে আশ্ৰমৰ ভিতৰত পৰা পুলিচ চুপাৰিণ্টেণ্ডেণ্ট কিছুমান লাঠীধাৰী পুলিচৰ সৈতে বাহিৰ ওলাল। ৰাস্তাত ৰৈ থকা জনতাৰ ওপৰত লাঠী চলাবলৈ তেওঁ হুকুম দিলে। ৰাস্তাটো ওখ আছিল। বজাৰ আৰু আশ্ৰম চাপৰ আছিল। পুলিচে উধাই মুধাই লাঠী চলাই ভিৰ ছিন্ন-ভিন্ন কৰি ষ্টেচন পৰ্য্যন্ত আগবাঢ়ি আহিল। কিমান মানুহে

লাঠিৰ কোব খালে ক'ব নোৱাৰো কিন্তু কোনেও একো নক'লে। তাৰ পৰা তেওঁলোক পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ লগত মই থিয় দি থকা বজাৰৰ ঠাইডোখৰ পালেহি। কিছু দূৰত এখন দোকানৰ বাৰান্দাৰ পৰা চুপাৰি-ণ্টেণ্ডেণ্টে চাৰিওফালে চকু ফুৰালে। তাৰপৰা চিঞৰি চিঞৰি ক'লে— "মাৰ চালাহঁতক।" পুলিচে তেনেকৈয়ে উধাই-মুধাই মানুহৰ ওপৰত লাঠি চলাবলৈ আগবাঢ়িল। মোৰ ওপৰত চাৰি-পাঁচ কোব পৰিল। এজন ডেকা স্বেচ্ছাসেৱকে মাজতে পৰি কিছুমান কোব নিজৰ গাত পাতি ল'লে। এই কাৰণে মই দুখ পালোঁ যদিও যিমান পাব লাগিছিল, সিমান নাপালোঁ। মোৰ পৰা কিছু দূৰতে শ্ৰীবলদেৱ সহায় আৰু শ্ৰীমুৰলীমনোহৰ প্ৰসাদ আছিল। তেওঁলোকেও কিছু আঘাত পালে। কিছু দূৰত প্ৰফেচাৰ আব্দুল বাৰীও আছিল। তেওঁ খুব আঘাত পালে আৰু পৰি গ'ল। তেওঁৰ গোটেই গা তেজেৰে ৰাঙলী হ'ল। এইদৰে মাৰি-মেলি পুলিচৰ দলটো চুপাৰিণ্টেণ্ডেণ্টৰ পিছে পিছে আকৌ আশ্ৰমলৈ গুচি গ'ল। লাঠি চলোৱাৰ আগতেই মানুহৰ জুম সেৰেঙা হৈ গৈছিল। মানুহবোৰ অ'লৈ-ত'লৈ আঁতৰি গ'ল। আমি যি সকল ভাগলপুৰৰ পৰা আহিছিলোঁ তাতে ৰৈ থাকিলোঁ; কিয়নো, আমাৰ গাড়ী ৰাতি ৭৷৮ বজাতহে যায়। ভিৰ কম হোৱাত আৰু পুলিচ গুচি যোৱাৰ পিছত সেই বজাৰত থকা এজন ডাক্তৰ আহিল। তেওঁ আমাৰ ঘাবোৰ ধুই মেলি পটী বান্ধি দিলে। আমি সেই বজাৰৰে এখন মুকলি চোতালৰ ঘাঁহৰ ওপৰত পৰি আছিলো। এনেতে চিপাহী আৰু পুলিচ ইন্সপেক্টৰৰ লগতে পুলিচ চাহাবক আকৌ সেইফালে অহা দেখিলো। আমি ভাবিলো সম্ভব আমাৰ ওপৰত আকৌ লাঠী মাৰ পৰিব, কিন্তু এনে নহ'ল। তেওঁ-লোক অলপ দূৰতে আহি থিয় হ'ল। ইন্সপেক্টৰে আমাৰ লগত অহা ভাগলপুৰৰ প্ৰসিদ্ধ উকীল আৰু কংগ্ৰেছ কৰ্ম্মী শ্ৰীপটল বাবুক গ্ৰেপ্তাৰ কৰিলে। তেওঁলোকে তেওঁক লগত লৈ উভতি গ'ল। আমি ৰাতিৰ গাড়ীত ভাগলপুৰ পালোগৈ। তাত খুব উত্তেজনাৰ সৃষ্টি হ'ল। মোকো দুই-এদিন ৰাখিলে।

বিহাৰৰ ভিতৰতে ভাগলপুৰ বিদেশী কাপোৰৰ আটাইতকৈ ডাঙৰ কেন্দ্ৰ। অনান্য ঠাইত প্ৰায় ব্যৱসায়ীয়েই বিদেশী কাপোৰৰ গাঁঠি বান্ধি মোহৰ লগাই থৈ দিছিল কিন্তু ভাগলপুৰত এতিয়ালৈকে এনে হোৱা নাছিল। এটা ঘটনাৰ পিচত তাতো মহিলাসকলে দোকানত পহৰা দিবলৈ আৰম্ভ কৰিলে। দোকানীসকল মোৰ ওচৰলৈ আহি ক'লে

যে তেওঁলোক গাঁঠি বান্ধি মোহৰ লগাই দিবলৈ প্ৰস্তুত। তেওঁলোকে নিজৰ ভিতৰতে কমিটিও কৰি ল'লে। দুই-চাৰি দিনৰ ভিতৰত তাতো সকলো বিদেশী কাপোৰ বেচা বন্ধ কৰি গাঁঠি বান্ধি মোহৰ মাৰি থৈ দিলে। বীহপুৰৰ ঘটনাৰ আন ফল এয়ে হ'ল যে এই কাম তাত বিনা পৰিশ্ৰমে হৈ গ'ল।

আমাৰ লগত এছেম্বলীৰ দুজন সদস্য শ্ৰীঅনন্ত প্ৰসাদ আৰু কমলেশ্বৰী সহায় বীহপুৰলৈ গৈছিল। মানুহৰ ভিৰত তেওঁলোকেও অলপ নহয় অলপ নিশ্চয় হেঁচা-ঠেলা পাইছিল কিন্তু পুলিচৰ ঠিক সমুখত নপৰাৰ কাৰণে তেওঁলোক লাঠী কোবৰ পৰা সাৰি গ'ল। কিন্তু তেওঁলোকে নিজ চকুৰে সকলো কথা দেখিবলৈ পাইছিল। তেওঁলোকো বৰ উত্তেজিত হৈ উভতি আহিছিল। তেওঁলোকৰ মতেও লাঠী একেবাৰে বিনা কাৰণত চলাইছিল; কিয়নো, লাঠী চলোৱাৰ পূৰ্ব্বেই মানুহৰ ভিৰ আঁতৰি যাবলৈ আৰম্ভ কৰিছিল—দুই-চাৰি মিনিটৰ ভিতৰতেই মানুহবোৰ আঁতৰি গ'ল-হেঁতেন, আৰু আমাৰ ওপৰত পৰা মাৰ একেবাৰে অকাৰণতে আছিল। সেই কাৰণে তেওঁলোকে ইস্তফা-পত্ৰ পঠিয়াই দিলে। আজি ঠিক মনত নাই কিন্তু বোধহয় এই ঘটনা শুনাৰ পিছত অন্য কেইজনমান সদস্যয়ো ইস্তফা দিলে।

আন এটা ঘটনা আটাইতকৈ আচৰিত আছিল। পুলিচৰ ভিতৰত দুটা দল হ'ল। এদলে চুপৰিণ্টেণ্টৰ কথা আখৰে আখৰে মানিছিল আৰু লাঠী চলাইছিল। কিন্তু আন এদল আছিল যি লাঠী চলোৱাটো ভুল বুলি ভাবিছিল আৰু সাৱধানেৰে নিজকে তেনে কৰাৰ পৰা বিৰত ৰাখিছিল। আমাৰ ওপৰত লাঠীৰ যি কোব পৰিছিল সি একেটা দলৰে আছিল। আনটো দলৰ নহয়। চুপাৰিণ্টেণ্ডেণ্ট আগে আগে গৈছিল আৰু এই মানুহবোৰে পিচে পিচে চাৰিওফালে লাঠী চলাই গৈছিল। লাঠীৰ আঘাতত আব্দুল বাৰী যেতিয়া প্ৰায় অজ্ঞান হৈ তাতে পৰি গ'ল তেতিয়াও অন্য এটা পুলিচে তেওঁক মাৰিবলৈ আকৌ লাঠী ডাঙিলে। সেই পুলিচটোৱে অজ্ঞান হৈ পৰি থকা বাৰী চাহাবৰ ওপৰত লাঠী চলাবই খুজিছিল কিন্তু তেনেতে অন্য এটা পুলিচে তেওঁৰ নিজৰ লাঠীৰে সিটোৰ লাঠী বাধি দিলে। আন এটা পুলিচে বাৰী চাহাবক মৰা পুলিচটোকেই লাঠীৰে কোবাই দিলে। দুয়োটা দলে এইদৰে নিজৰ ভিতৰতে কাজিয়া কৰি কৰি আগবাঢ়ি গ'ল আৰু আব্দুল বাৰী সেই ডাঙৰ আঘাতৰ পৰা সাৰি গ'ল। এই কথা আব্দুল বাৰী চাহাবে নিজে আমাক কৈছিল।

আমি যেতিয়া ভাগলপুৰত আছিলো তেতিয়া প্ৰায়ে গঙ্গাস্নান কৰিবলৈ গৈছিলো। পিছদিনা ঘাটত কিছুমান মানুহৰ সৈতে দেখা হ'ল। তেওঁলোক গা-ধুবলৈ আহিছিল। তেওঁলোকে এই সকলো কথা ক'লে আৰু তাৰ পিছত হোৱা ঘটনাৰ কথাও ক'লে। যি দল পুলিচে আব্দুল বাৰীক পুনৰ্বাৰ আঘাত কৰাত বাধা দিছিল এওঁলোক সেই দলৰে আছিল। তেওঁলোকে ক'লে—"আমি যেতিয়া দেখিবলৈ পালো যে যাক আমি লাঠী চলোৱাৰ পৰা বাধা দিলো আৰু যাৰ ওপৰত আমি নিজেই লাঠী চলালো তেওঁ গৈ চুপাৰিণ্টেণ্ডেণ্টৰ ওচৰত আপত্তি কৰিব তেতিয়া আমি বেগাই দৌৰি গৈ তেওঁৰ আগেয়ে চুপাৰিণ্টেণ্ডেণ্টৰ ওচৰ পালোঁগৈ, আৰু আমিয়েই আপত্তি কৰিলোঁ যে আনদল পুলিচে লাঠী চলাব নাজানে আৰু মানুহৰ ওপৰত লাঠী চলোৱাৰ পৰিবৰ্ত্তে তেওঁলোকে নিজৰ ওপৰতে লাঠী চলায়; সেইকাৰণে কিছুমান পুলিচো লাঠীৰ চিকাৰ হৈছে। এইদৰে কৈ থাকোঁতেই সিটো দলো গৈ পালে আৰু চুপাৰিণ্টেণ্ডেণ্টক আপত্তি দিলে যে আমিয়েই তেওঁলোকক লাঠীৰে প্ৰহাৰ কৰিছো।" পুলিচ চুপাৰিণ্টেণ্ডেণ্টে দুয়ো দলৰ বক্তব্য শুনি তাত একো নকৰিলে। তেওঁলোকক পোনে পোনে ভাগলপুৰ পুলিচ লাইনলৈ পঠাই দিলে।

আৰু এটা আচৰিত ঘটনা হৈছিল। পুলিচৰ ইন্সপেক্টৰজন ছাপ্ৰা জিলাৰ লোক আছিল। তেওঁ মোৰ স্কুলৰ সহপাঠী আছিল। আমি দুয়ো চাৰি বছৰ একেলগে পঢ়িছিলো। একেলগে এণ্ট্ৰেন্সো পাছ কৰিছিলো। তাৰ পিছত মই কলিকতাত পঢ়িবলৈ গুচি গলো। তেওঁ পুলিচৰ চাকৰিলৈ গ'ল। তেতিয়াৰ পৰাই আমাৰ দুয়োজনৰে দেখা-সাক্ষাৎ হোৱা নাছিল। কিন্তু তেওঁ পুলিচত আছে বুলি মই জানিছিলো। এতিয়া তেওঁ অলপ বুঢ়াৰ নিচিনাও হৈ গৈছিল। তেওঁৰ চুলি প্ৰায় পকি গৈছিল। সেইদিনা আমি যেতিয়া ঘাঁহৰ ওপৰত পৰি আছিলো। চুপৰিণ্টেণ্ডেণ্টৰ লগত তেওঁ দ্বিতীয়বাৰ পটল বাবুক গ্ৰেপ্তাৰ কৰিবলৈ আহিছিল। তেওঁ লাহেকৈ মোক নমস্কাৰ কৰিলে। মই তেওঁক চিনিব নোৱাৰিলো; কিন্তু তেওঁ মোক চিনি পাইছিল। পিছত সোধাত তেওঁৰ নাম জানিব পাৰিলো। মই খাদী ভাণ্ডাৰৰ ৰামবিলাস শৰ্ম্মা নামৰ এজন কৰ্ম্মীক বীহপুৰলৈ পঠাই দিলো আৰু তাৰ পুলিচ অফিচাৰক কৈ ইফালে সিফালে সিচৰিত হৈ থকা খাদী, সূতা, যঁতৰ আদি গোটাই লৈ আহি ভাগলপুৰ ভাণ্ডাৰত জমা কৰি থবলৈ ক'লো। ৰামবিলাস খুব কথকী আৰু চঞ্চল প্ৰকৃতিৰ। তেওঁ শুনিছিল যে ইন্সপেক্টৰ মোৰ

সহপাঠী। তালৈ গৈ তেওঁ দেখিলে যে তেৱেঁই তাৰ ইনচাৰ্জ্জ। তেওঁক গৈ দেখা কৰিলে। অলপ কথা পতাৰ পিছত জানিবলৈ পালে যে সেই-দিনাৰ ঘটনাৰ কাৰণে ইন্সপেক্টৰ চাহাব কিছু লজ্জিত। এই কথাত শৰ্ম্মাই মোৰ কথা কৈ ক'লে যে মই তেওঁৰ বন্ধুৰ আৰু সেইদিনা তেওঁ নমস্কাৰ কৰাৰ পিচতো তেওঁক ঠিকমতে চিনিব নোৱাৰৰ কাৰণে মই বৰ দুঃখিত। এই কথা যিমানেই ক'বলৈ ধৰিলে সিমানেই তেওঁৰ মুখৰ বৰণ সলনি হৈ যাবলৈ ধৰিলে। তেওঁ শৰ্ম্মাক ক'লে—এইবোৰ কথাৰ চৰ্চ্চা নকৰিব। এনেকৈ কৈ, তেওঁ অন্যফালে মুখ ঘূৰাই দিলে। ৰামবিলাসে সুবিধা পাই আৰু কিছু কথা ক'লে। আকৌ মোৰ কথা উল্লেখ কৰি ক'লে যে ইমান দিনৰ মূৰত দেখা দেখি হোৱাৰ পিছতো পুৰণি বন্ধুৰ সৈতে একো কথা হ'ব নোৱাৰাত মই বৰ দুঃখিত। এইদৰে কোৱাত তেওঁ আকৌ ৰামবিলাসক কথা কোৱাত বাধা দিলে। ৰামনিলাসে দেখিবলৈ পালে যে তেওঁৰ চকু চলচলীয়া হৈ পৰিছিল।

মই জানো যে এনে ধৰণৰ ঘটনা বহুত ঠাঁইত হৈছিল। অন্য এজন পুলিচ অফিচাৰৰো তেনে অৱস্থাই হৈছিল। তেওঁ ৰাতি মোৰ লগত দেখা কৰিলে। কান্দি কান্দি মোৰ ভৰিত সাবট মাৰি ধৰিলে। তেওঁ ক'লে যে তেওঁ সেই জিলাত থাকোতেই এনে ঘটনা হ'ল যে মোক লাঠিৰে কোবালে আৰু তেওঁ একোকে কৰিব নোৱাৰিলে। ইয়াতে এই কথাও লিখি দিওঁ যে ১৯৩৩ চনত জানুৱাৰী মাহত দ্বিতীয়বাৰ সত্যাগ্ৰহৰ সময়ত মোক যেতিয়া পাটনা জিলাৰ পৰা হাজাৰীবাগ জিলালৈ লৈ গৈছিল তেতিয়া হাজাৰীবাগ ৰ'ড ষ্টেচনৰ পৰা হাজাৰীবাগলৈকে যি জন ইন্সপেক্টৰে মোক থবলৈ গৈছিল তেওঁ এইজন ইন্সপেক্টৰেই আছিল। কিন্তু তেতিয়া ৰাতি আছিল। গৰম কাপোৰেৰে তেৱেঁ৷ নিজকে ধাকি-ধুকি ৰাখিছিল আৰু মইতো আছিলোৱেই। কোনো কথা নোকোৱাকৈ তেওঁ লড়ীৰ আগ চিত বহি গৈছিল, আমি পিছত বহিছিলো আৰু খুব ৰাতিপুৱাই জেল পালোঁগৈ। আমি নামোতে নামোতেই তেওঁ ক'ৰবালৈ আঁতৰি গ'ল। বাটত তেওঁ এষাৰ কথাও কোৱা নাছিল যাৰ পৰা তেওঁক মই চিনি পালোহেঁতেন। জেলৰ দুৱাৰ মুখতো তেওঁক নেদেখিলো। পিচত জেইলাৰে মোক তেওঁৰ নাম ক'লে। এই কথাও ক'লে যে গোটেই ৰাস্তাতে তেওঁ কোনোৰকম তেওঁৰ পৰিচয় লুকাই আহিছে। জেইলাৰো ছাপ্ৰাৰ মানুহ আছিল। তেওঁ আমাৰ অন্য এজন বন্ধুৰ ভায়েক আছিল। এইকাৰণে তেওঁক আমি ল'ৰাকালৰে পৰা জানিছিলো।

বাঁইপুৰত লাঠী চলোৱাৰ পিছতো সত্যাগ্ৰহীৰ দল সদায় সেইদৰে গৈ আছিল। তেওঁলোকক গ্ৰেপ্তাৰ কৰিছিল নহলে মাৰিছিল। এতিয়া-লৈকে গান্ধী-আৰউইন চুক্তি হোৱা নাছিল আৰু কংগ্ৰেছে সত্যাগ্ৰহ বন্ধ কৰা নাছিল, এই কাৰ্য্য সদায় চলি থাকিল। পিছত সত্যাগ্ৰহী দলবোৰক বৰ নিষ্ঠুৰভাৱে মাৰিবলৈ ধৰিলে। এজন স্বেচ্ছাসেৱক আজিও আমাৰ ওচৰলৈ সহায় বিচাৰি আহে। তেওঁক খুব মাৰিছিল। শেষত চাইকেলৰ পাম্প তেওঁৰ কাণত লগাই এনেদৰে বতাহ সুমুৱাই দিলে যে তেওঁৰ কাণৰ পৰ্দ্দা ফাটি গ'ল। তেওঁ আজিও সেই কষ্ট সহ্য কৰি আছে।

১৯৩২ চনত যেতিয়া আকৌ সত্যাগ্ৰহ আৰম্ভ হ'ল তেতিয়া চৰকাৰে বাঁইপুৰ আশ্ৰম জব্দ নকৰিলে—যদিও আপোচৰ দিনত বহুত চেষ্টা কৰাৰ পিছতো এই আশ্ৰমখন এৰি দিবলৈ মান্তি নহৈছিল। মাটিৰ গিৰিহঁতে আশ্ৰমৰ মাটি কংগ্ৰেছৰ নামত লিখি দিছিল। তাৰ ওপৰত আমাৰ সম্পূৰ্ণ আইনসন্মত অধিকাৰ আছিল। কিন্তু চৰকাৰী কৰ্ম্মচাৰীয়ে অন্য কোনো মানুহৰ নামত মাটি লিখাই ল'বলৈ যত্ন কৰিছিল। যেতিয়া মই গোচৰ কৰিম বুলি ধম্‌কি দিলো তেতিয়া আমাক সেই আশ্ৰম ঘূৰাই দিলে। যি সময়ত পুলিচে আশ্ৰম জব্দ কৰিছিল তেতিয়ালৈকে জব্দ কৰাৰ কোনো হুকুম হোৱা নাছিল। পিছতো কোনোদিনে নিয়মমতে জব্দ হোৱা নাছিল তথাপি তেওঁলোকে তাক এৰিবলৈ ইচ্ছা নকৰিছিল। কাৰোবাৰ হতুৱাই লিখোৱাই আশ্ৰমৰ ওপৰত একেবাৰে মিছা দাবী কৰি আছিল। তাতে এই কথা স্পষ্টকৈ জানিবলৈ পালো যে চৰকাৰী কৰ্ম্মচাৰীয়ে নিজৰ পক্ষ সমৰ্থন কৰিবলৈ বা কৰাবলৈ যি কোনো কামেই কৰিব পাৰে। ইয়াৰ কাৰণে মই সেই সময়ৰ চীফ চেক্ৰেটৰী মিষ্টাৰ হেলেটৰ ( বৰ্ত্তমান যুক্তপ্ৰদেশৰ লাট চাহাব চাৰ মৰিছ হেলেট ) লগত আৰু বিহাৰৰ লাট চাহাবৰ লগতো আপোচৰ সময়ত দেখা কৰিবলগীয়া হৈছিল।

## ৯১। মোৰ গ্ৰেপ্তাৰ: ছাপ্‌ৰা জেলত

পাটনালৈ উভতি অহাৰ পিছত গম পালো যে মোৰ গ্ৰেপ্তাৰৰ কাৰণে চৰকাৰৰ হুকুম হৈছে। মই আগৰ দৰেই ভ্ৰমণ কৰি থাকিলো, কেইবাখন জিলা ঘূৰি আহিলো, কিন্তু গ্ৰেপ্তাৰ নকৰিলে। পিছত গম পালো যে

মই এখন জিলাৰ পৰা আন এখন জিলালৈ খুব সোনকালে ভ্ৰমণ কৰি গুচি যাওঁ সেই কাৰণে জিলা মেজিষ্ট্ৰেট মোক গ্ৰেপ্তাৰ কৰি এনে বিপদ নিজৰ ওপৰত চপাই ল'ব নোখোজে। এইদৰে মই সাৰি ফুৰিলো। ইয়াৰ ভিতৰতে এদিন শ্ৰীবিঠ্ঠল ভাই পেটেল পাটনালৈ আহিল। তেওঁ অলপতে কেন্দ্ৰীয় এছেম্বলীৰ সভাপতিৰ পদ এৰি দিছিল। ইয়াৰ কাৰণে তেওঁৰ প্ৰতি মানুহৰ শ্ৰদ্ধা আৰু বাঢ়ি গৈছিল। পাটনাত এখন ৰাজহুৱা সভা পতা হ'ল। মিষ্টাৰ ইছন ইমান তালৈ খাদীৰ জাণ্ডিয়া আৰু হাত কটা চোলা পিন্ধি আহিল। তাতে খবৰ পালো যে সেইদিনা ৰাতিপুৱা পণ্ডিত মতিলাল নেহেৰুক গ্ৰেপ্তাৰ কৰিলে। মই বুজিলো যে মোৰ গ্ৰেপ্তাৰলৈও বেছি দেৰি নাই। মই সভাৰ পৰা যাওঁতে ছছন ইমান চাহাবৰ লগত দেখা কৰিলো। তেওঁ খুব উৎসাহপূৰ্ণ আশ্বাস দিলে। ক'লে—বোপা, তোমাৰ গ্ৰেপ্তাৰৰ কাৰণে কাম বন্ধ হৈ নাথাকে। মই সেই সভাৰ পিছতে শ্ৰীবিঠ্ঠলভাই পেটেলক বিহাৰৰ পৰা বিদায় দি নিজে ছাপৰা জিলা ভ্ৰমণৰ কাৰণে গুচি গলোঁ।

তাতো তিন দিনৰ কাৰ্য্যসূচী আছিল। জিলাৰ পশ্চিমভাগৰ পৰা আৰম্ভ কৰি তৃতীয় দিনা পূবভাগ শেষ কৰি পাটনা গৈ পোৱাৰ কথা আছিল। প্ৰথম দিনা ৰাতি জিৰাদেইত আৰু দ্বিতীয় দিনা ৰাতি ছাপ্ৰাৰত কটোৱাৰ কথা আছিল। তৃতীয়দিনা ৰাতি পাটনা গৈ পোৱাৰ কথা আছিল। দুদিন অতিবাহিত হৈছিল। দ্বিতীয় দিনাৰ কাৰ্য্যসূচী সমাপ্ত কৰোঁতে বহুত ৰাতি হ'ল। সন্ধ্যাৰ পৰিবৰ্ত্তে ৰাতি ১২ বজাত ছাপ্ৰা পালোঁগৈ। বিহাৰ বেঙ্ক গৈ পোৱাত গম পালো যে ককাইদেউ ক'ৰবালৈ গৈছে—ছাপ্ৰাত নাই আৰু পুলিচৰ মানুহে মোৰ অপেক্ষাত ৰাতি ১০।১১ বজালৈকে বেঙ্কত বহি আছিল। মই বুজিলো যে গ্ৰেপ্তাৰৰ কাৰণে সম্ভৱ বিচাৰি ফুৰিছে। মই খাই-বৈ শুই পৰিলো। ৰাতিপুৱা উঠি গা-পা ধুই প্ৰায় চাৰে আঠ বজাত মটৰত গড়খালৈ বুলি ৰাওনা হলো। তাতে প্ৰথম সভা হোৱাৰ কথা আছিল। পুলিচে জানিছিলেই। সেইকাৰণে তেওঁলোক গড়খালৈ গৈ মোৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে। এদল পুলিচ মই যি ৰাস্তাৰে গড়খা পোৱাৰ কথা সেই ৰাস্তাত থাকিল। মই এতিয়াও ছাপ্ৰা চহৰৰ বাহিৰ হোৱাই নাছিলো। এনেতে গড়খাৰ ফালৰ পৰা এখন মটৰত পুলিচ উভতি আহি মৌনা চুবুৰীতে মোক পালে। ইঙ্গিত দি তেওঁলোকে মোৰ গাড়ীখন ৰাখিলে। মোক ক'লে যে মোক বিচাৰি তেওঁলোকে আগদিনাৰ পৰাই ঘূৰি ফুৰিছে।

মই তেওঁলোকৰ লগত তেওঁলোকৰ গাড়ীত বহিলোঁ। তেওঁলোকে ক'লে যে বেঙ্কত যদি কাৰোবাক লগ পাব লগা আছে অথবা কোনো বস্তু লব লগা আছে তেন্তে বেঙ্ক হৈ যাব পাৰে। মই বেঙ্ক হৈ গলো। তাত ঘৰৰ মানুহৰ সৈতে দেখা কৰি ললো। অলপ খায়ো ললো। আধাঘণ্টা এঘণ্টাৰ ভিতৰতে সাজু হৈ তেওঁলোকৰ গাড়ীত উঠিলো। এতিয়ালৈকে এই বাতৰি চহৰ পোৱাগৈয়ে নাছিল যে মোক পোনে পোনে জেললৈ লৈ গ'ল।

এয়ে মোৰ জেলৰ প্ৰথম অভিজ্ঞতা। এবাৰ মই ছাপ্ৰা জেলত কেইজনমান বন্ধুক দেখা কৰিবলৈ গৈছিলো। কিন্তু ইয়াতকৈ বেছি সেই জেলৰ অথবা অন্য কোনো জেলৰে কথা মই নাজানিছিলো। জেলত সেই সময়ত প্ৰায় ৩০০।৪০০ সত্যাগ্ৰহী বন্দী আছিল। তেওঁলোকে গম পালে যে মই জেলৰ দুৱাৰৰ ভিতৰ পালোহি। তেওঁলোকে জয়ধ্বনিৰে দুৱাৰৰ ওচৰ পালেহি। জেইলাৰে অলপ ভয় খাই গ'ল। তেওঁ ভিতৰফালৰ দুৱাৰ নুখুলিলে। এই কাৰণে সত্যাগ্ৰহী সকলে আৰু হুলস্থূল কৰিবলৈ ধৰিলে। মই জেইলাৰক কলো যে মোক ভিতৰলৈ লৈ যাওক সকলো শান্ত হৈ যাব। জেইলাৰে ক'লে, যেতিয়ালৈকে তেওঁলোক দুৱাৰৰ ওচৰত থাকিব তেতিয়ালৈকে দুৱাৰ খোলাৰ নিয়ম নহয়; গতিকে এই লোকসকল যেতিয়া আঁতৰি যাব তেতিয়হে তেওঁ মোক ভিতৰলৈ লৈ যাব। মই সত্যাগ্ৰহীসকলক একো ক'বও নোৱাৰিছিলো; কিয়নো, সৰু বিষয়া এটাইদি কিমান কথা হ'ব পাৰি। মই বুজিছিলো যে মোক স্বাগত কৰিবৰ কাৰণেই এই উৎসাহ। মই ভিতৰলৈ গলেই আৰু মোক লগ পালেই সকলো শান্ত হৈ পৰিব। কিন্তু জেইলাৰে এই কথাটো বুজিব পৰা নাছিল। কিছু সময়ৰ পাছত দুৱাৰ খুলি তেওঁ মোক ভিতৰলৈ লৈ গ'ল। সকলোৱেই মাত্ৰ ইমানকে বিচাৰিছিল। সকলোৱে আহি মোক লগ পালে আৰু মই য'ত থাকিব লাগিব তালৈকে আগবঢ়াই দি নিজ নিজ ঠাইলৈ গুচি গ'ল। ইতিমধ্যে বাহিৰৰ পৰা জয়ধ্বনি আহিবলৈ ধৰিলে। তাৰ জেলত এটা দুমহলীয়া ঘৰ আছে। তাতো কিছু মানুহ আছিল। তেওঁলোকে দেখিবলৈ পালে যে বহুত মানুহ জয়ধ্বনিৰে জেলৰ ফালে আহি আছে। সেই দলটো বাহিৰৰ ৰাস্তাত আছিল। জেইলাৰে আৰু ভয় খালে। তেওঁ জেলৰ ৱাৰ্ডাৰসকলক দুৱাৰৰ পৰা গুলী কৰিবলৈ হুকুম দিলে। আমি শব্দ শুনিলো আৰু ভাবিলো যে ক'তো গুলী চলা নাইতো? কিন্তু

প্ৰকৃত কথা এইটো নাছিল। জেল একৰকম চহৰৰ মাজতে, চাৰিওফালে ৰাস্তা। জনতাই জেলৰ ইফালে-সিফালে শোভাযাত্ৰা কৰি ধ্বনি তুলি কাম শেষ কৰিলে। কিন্তু জেইলাৰে নিজৰ ভয়ৰ কাৰণে বিনা কাৰণে গুলী চলোৱাবলৈ ধৰিলে। কপাল ভাল আছিল যে ফাকা গুলী কৰিছিল। শুনিবলৈ পাইছিলো পিছত যেতিয়া ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটে এই খবৰ পালে তেওঁ জেইলাৰক দাবি দিলে যে এইটো বৰ ভুল কাম আছিল—যদি সেই জনতা বন্দুক মৰা দেখি উত্তেজিত হৈ পৰিলহেঁতেন তেন্তে সেই মিছা গুলী কৰি তেওঁলোকক কেনেকৈ বাধা দিলেহেঁতেন। বিশেষকৈ যেতিয়া তেওঁ পুলিচ বা মেজিষ্ট্ৰেটকো খবৰ দিয়া নাছিল।

মোৰ প্ৰথম অভিজ্ঞতা বিচিত্ৰ ধৰণৰ আছিল। কিয়নো, পিছত যেতিয়া অন্যৰ অভিজ্ঞতাৰ লগত মই মোৰ অভিজ্ঞতা ৰিজাই চালো তেতিয়া জানিব পাৰিলো যে অন্যৰ এনে ভাব হোৱা নাছিল। তেতিয়ালৈকে ছাপ্ৰাৰ কয়দীসকলৰ শ্ৰেণী-বিভাজন কৰাৰ কোনো ব্যৱস্থা নাছিল। মোৰ সম্বন্ধেও কোনো বিশেষ হুকুম নাছিল। সেইকাৰণে মই লোহাৰ থালত যিহকে পাইছিলো তাকে খাইছিলো। ঘৰৰ পৰা মোলৈ খোৱা বস্তু পঠাইছিল কিন্তু মই হাক্ দিলো আৰু সেইবোৰ বস্তু নাখালো। জেইলাৰে কৈছিল যে মই যেতিয়ালৈকে হাজোতী (under trial) তেতিয়ালৈকে ঘৰৰ খোৱা বস্তু খাব পাৰো কিন্তু দুৱাৰমুখত গৈ খাবগৈ লাগিব। মইতো এনেয়েই নাখাওঁ বুলি কৈছিলো তাতে এই চৰ্ত্তই মোক আৰু বাধ্য কৰিলে। পিছদিনা ককাইদেউ ছাপ্ৰা পালেহি। মোকৰ্দ্দমা জেলতে হৈছিল আৰু মোকৰ্দ্দমাৰ সময়ত আহি জেলতে লগ পাইছিল। জেইলাৰ নিয়ম সম্বন্ধে ইমান কঠোৰ আছিল যে ঘৰৰ পৰা মোলৈ কিছু আম পঠাইছিল। তাকো মোক গৈ দুৱাৰতে খাবলৈ খবৰ দিলে। মই খাবলৈ, অস্বীকাৰ কৰিলো। আমো ঘূৰাই দিবলৈ ক'লো। ইতিমধ্যে আম অনা মানুহটো উভতি গ'ল। তেওঁ আকৌ নিজে আহি ক'লে আৰু মই কাৰণ সোধাত ক'লে যে জেলত এজন কয়দীয়ে আন এজন কয়দীক নিজৰ ভাগৰ খাবলৈ দিব নোৱাৰে। সেইকাৰণে তেওঁলোকক বাহিৰৰ বস্তুও ভিতৰত খাবলৈ দিয়া নহয়। পিছত জানিব পাৰিলো যে এইটো তেওঁৰ মনে পৰা নিয়ম, অন্য কোনো জেলত এনে হোৱা নাই।

যি জন মেজিষ্ট্ৰেটৰ আগত মোৰ মোকৰ্দ্দমা দাখিল হ'ল তেওঁৰ লগত মোৰ আগৰে পৰা পৰিচয় আছিল। মোৰ ওকালতিৰ দিনত তেওঁ মোক

মোক্কেল আছিল। তেওঁৰ নিজৰ মোকৰ্দ্দমাৰ মই কাম কৰিছিলো। ঘটনাক্ৰমে ১৯৩৩ চনত মই যেতিয়া পাটনাত গ্ৰেপ্তাৰ হৈছিলোঁ তেওঁ পাটনাৰ চাব-ডিভিজনেল অফিচাৰ আছিল। সেইবাবে৷ তেৱেঁই মোৰ শাস্তিৰ হুকুম শুনাবলগীয়াত পৰিছিল। মোকৰ্দ্দমাত কিবা ক'বলগীয়া বা শুনিবলগীয়াতো নাছিলেই। আইনৰ কোনো এটা দফাৰ অভিযোগ আনি তেওঁ মোক ছমাহ কাৰাদণ্ডৰ হুকুম দিলে।

মোক তাতে ৰাখিব নে অন্য ক'ৰবালৈ নিব মই একো নাজানিছিলো। কিন্তু এই কথা জানিছিলো যে প্ৰদেশৰ মুখিয়াল লোকসকলক হাজাৰীবাগ জেলত ৰাখিছে। মই তাতে থাকিম নে হাজাৰীবাগ জেললৈ পঠাব সেই বিষয়ে জেইলাৰে মোক একো নক'লে। এইদৰে পাঁচ-ছদিন অতিবাহিত হ'ল। এদিন সন্ধ্যা খাই-বৈ মই মোৰ বাৰ্ডৰ সৰু চোতালখনতে এটা কুৰ্ত্তা পিন্ধি আৰু এখন গামোছা হাতত লৈ ঘূৰি-পকি আছিলোঁ। জেইলাৰে আহি ক'লে যে ডেপুটি চাহাব দুৱাৰমুখত আছে, মোক লগ পাব খুজিছে। সেই সময়ত পুলিচ চুপাৰিণ্টেণ্ডেণ্ট ছুটীত আছিল আৰু এজন ডেপুটি মেজিষ্ট্ৰেটে তেওঁৰ ঠাইত কাম কৰি আছিল। মই ভাবিলো তেৱেঁই আহিছে। মই গলো। দুৱাৰখন খুলিলে। মই যি মুহূৰ্ত্তে ভিতৰ সোমালো ডেপুটি চাহাবে মুখ ঘূৰাই বাহিৰৰ দুৱাৰৰ ফালে আগবাঢ়ি গ'ল। মই অলপ আচৰিত হলো। ৱাৰ্ডাৰে মোক ভিতৰলৈ নি ভিতৰ ফালৰ দুৱাৰখন বন্ধ কৰি দৌৰি গৈ বাহিৰৰ দুৱাৰখন খুলিলে। দুৱাৰ খোলাৰ লগে লগে এজন অন্য ভদ্ৰলোক মিষ্টাৰ খাঁ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেট ভিতৰলৈ আহিল। তেওঁ ক'লে যে মই ততালিকে যাব লাগে। মই সুধিলো যে বস্তুবোৰ ভিতৰত আছে, গৈ লৈ আহোঁ। তেওঁ ক'লে যে মই সেইবোৰৰ কাৰণে চিন্তা কৰিব নালাগে, সেই সকলো আহি যাব। জেলৰ এটা নিয়ম এই আছিল যে পিন্ধা কাপোৰ আৰু বিচনাৰ বাহিৰে অন্য কোনো বস্তু ভিতৰলৈ যাবলৈ নিদিছিল। সেই কাৰণে অলপ কাপোৰ দুৱাৰ মুখতে আছিল। মই টুপী পিন্ধি ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ মটৰত গৈ উঠিলো। তাৰ চাৰিওফালে পৰ্দ্দা আঁৰি থোৱা আছিল।

মেজিষ্ট্ৰেটে ড্ৰাইভাৰক ক'লে—পশ্চিমলৈ লৈ যা। মই ক'লৈ যাব লাগিব বুলি সোধাত ক'লে, পিছত ক'ম। ছাপ্ৰা-জংচন ষ্টেচন পশ্চিমফালে। কিন্তু যেতিয়া মটৰ আহি ষ্টেচনৰ সমুখ পালেহি তেতিয়া তেওঁ সেইফালে ঘূৰাৰ পৰিবৰ্ত্তে পোনে পোনে পশ্চিমলৈ যাবলৈ ক'লে। কিছু সময়ৰ পিছত আমি চহৰৰ একেবাৰে বাহিৰ হৈ গলো। তেতিয়া

তেওঁ পৰ্দা তুলি দিলে। ক্ষমা খুজি তেওঁ ক'লে যে তেওঁ এনে কৰিব-লগা হোৱাত বৰ দুঃখিত। মই হাজাৰীবাগলৈ যাব লাগিব কিন্তু ৰাস্তা নিৰাপদ নহয়.; তেওঁ মোক ছাপ্ৰা-বেনাৰচ লাইনৰ সৰযূ নৈৰ পাৰত থকা মাঁঝি নামৰ এটা সৰু ষ্টেচনত ৰেলত তুলি দিব। তাৰ পৰা মোক বেনাৰচৰ ৰাস্তাইদি মোগলচৰাইলৈ নি তাৰ পৰা গ্ৰেণ্ড-কৰ্ড লাইনেৰে সোন ইষ্ট-বেঙ্ক ষ্টেচন পৰ্য্যন্ত নি নমুৱাব আৰু তাৰ পৰা মটৰেৰে হাজাৰীবাগলৈ নিব; মোৰ কাৰণে ৰেলৰে পুলিচৰ এচিছ্‌টেণ্ট চুপাৰিণ্টেণ্ডেণ্ট নিজৰ চেলুন লৈ আহিছে, কোনো অসুবিধা নহয়।

যি নহওক, আমি সোনকালেই মাঁঝি ষ্টেচন পালোঁহি। অলপ পিছতে মোৰ বয়বস্তু লৈ ডেপুটি চাহাবো পালেহি। গাড়ীও আহিল। মই চেলুনত উঠিলো। পুলিচ চুপাৰিণ্টেণ্ডেণ্টে মাত্ৰ ইমানকে ক'লে যে মই যাতে মানুহক পৰিচয় নিদিওঁ। মই ক'লোঁ যে মোৰ নিজৰ চিনাকি দি দি যোৱা গৰজ নাই। কিন্তু কোনোৱে যদি মোক চিনি পায় তেন্তে মই কি কৰিম। এই কথাত তেওঁ হাঁহিলে আৰু আমি দুয়ো একেলগে আনন্দেৰে গৈ থাকিলো। তেতিয়া ৰাতি। আমাৰ ডবাটো গাড়ীৰ শেষৰ ডবাৰ পিছত লগাই দিছিল; এই কাৰণে কোনো যাত্ৰীয়েই সেইখিনি নাপাইছিলহি। ৰাতি অলপ বাকী থাকোতেই আমি বেনাৰচ পালোঁহি। তাৰ পৰা মটৰেৰে মোগলচৰাই পালোঁগৈ। তেওঁ মোক কিবা খুৱাবৰ কাৰণে ৰিফ্ৰেচ্‌মেণ্ট ৰুমলৈ লৈ গ'ল; কিন্তু এই সময়ত মই কিবা খোৱাৰ কাৰণে প্ৰস্তুত নাছিলো। তাতে কিছু সময় ৰহিলো। এনেতে গাড়ী আহি পৰিল। ইতিমধ্যে বোধহয় মোক দুই-চাৰিজন মানুহে চিনি পাইছিল। খাবৰ কাৰণে তেওঁ আম কিনিলে। গাড়ী এৰাৰ পিছত গা-পা ধুই জলপান খালোঁ। সোন ইষ্ট-বেঙ্ক ষ্টেচনত গয়া জিলাৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্টক লগ পালোঁ। তেওঁ মোক এখন মটৰত তুলি এজন ইন্সপেক্টৰৰ লগত হাজাৰীবাগলৈ ৰাওনা কৰাই দিলে। মই দিনৰ এক বজাৰ অলপ আগতেই সেইখিনি পালোঁগৈ। বন্ধুসকলৰ লগত তাত ৰাখিলে। এই সুদীৰ্ঘ যাত্ৰাৰ কথা শুনি বন্ধুসকল আচৰিত হ'ল। মিষ্টাৰ খাঁই ছাপৰাতে এনেভাৱে নিয়াৰ কাৰণ কৈছিল— গৱৰ্ণমেণ্টে এইটো নিবিচাৰিছিল যে ছাপ্ৰা, সোনপুৰ, পাটনা আৰু গয়া ষ্টেচনত মানুহ জমা হওক আৰু প্ৰদৰ্শন হওক, সেইকাৰণে এই ৰাস্তা ভাবি-চিন্তি উলিয়াইছিল। লগত থকা ইন্সপেক্টৰজনেও ক'লে যে বাটত ক'তো মটৰ ৰাখিবলৈ হুকুম নাই আৰু ঔৰাঙ্গাবাদত (গয়া) য'ত চহৰৰ মাজেদি ৰাস্তা গৈছে,তাত মটৰ জোৰেৰে নিবৰ কাৰণে হুকুম দিছে। তেওঁ এনে কৰিছিলো।

ছাপ্ৰা জেলৰ পৰা ওলাই অহাৰ পিছত জেইলাৰ যেতিয়া মোৰ বস্তু আনিবলৈ ভিতৰলৈ গ'ল তেতিয়া মানুহে গম পালে যে মোক তাৰ পৰা আঁতৰালে। তাৰ মানুহৰ মাজত খুব উত্তেজনাৰ সৃষ্টি হ'ল। কিছুমানে নিজৰ কোঠালীৰ পৰা চিঞৰিবলৈ ধৰিলে যে মোক কোনো অজ্ঞাত ঠাইলৈ লৈ গ'ল। চহৰৰ কোনোবা মানুহে দৌৰি গৈ বিহাৰ বেঙ্কত মোৰ ককাইদেউক খবৰ দিলেগৈ। তেওঁ নিজৰ মটৰেৰে তৎক্ষণাৎ ছাপ্ৰা ষ্টেচন পালেগৈ। তাত তেওঁ খবৰ পালে যে মোক কোনো গাড়ীত পঠোৱা নাই। তেওঁ ভাবিলে হয়তো আগৰ কোনোবা ষ্টেচনত তুলিবগৈ। কিন্তু মোক সোনপুৰৰ ফালে নিনি যে বেনাৰচৰ ফালে নিলে তাক তেওঁ কেনেকৈ জানিব। তেওঁ মটৰেৰে সোনপুৰ পালেগৈ। কিন্তু তাতো যেতিয়া মোক নাপালে তেতিয়া নিৰাশ হৈ ছাপ্ৰালৈ উভতি গ'ল। পিছত যেতিয়া গম পালে যে মই হাজাৰীবাগ পালোঁগৈ তেতিয়া তেওঁ আহি মোক লগ ধৰিলে।

## ৯২। হাজাৰীবাগ জেলত

হাজাৰীবাগ জেলৰ জেইলাৰ বাবু নাৰায়ণ প্ৰসাদ মোৰ আগৰে পৰা চিনাকি আছিল। তেওঁৰ এজন ককায়েক মোৰ স্কুলৰ সহপাঠী আছিল আৰু তেওঁৰ লগত মোৰ বন্ধুত্ব আছিল। মই কেতিয়াবা কেতিয়াবা তেওঁৰ ঘৰলৈ গৈছিলো। তেওঁ বৰ কৰ্ম্মপটু আৰু চিন্তাশীল লোক আছিল। তেওঁ মোক য'ত ৰামদয়ালু বাবু, শ্ৰীবাবু, বিপিনবাবু আদি আছিল তাতে ঠাই দিলে। জেলত মোৰ সময় কিতাপ পঢ়া আৰু সূতা কটাত অতিবাহিত হৈছিল। পিছত চুপাৰিণ্টেণ্ডেণ্ট মেজৰ আয়েঙ্গাৰক কৈ মই কাপোৰ আৰু চাৰপাইৰ পটী বোৱা কাৰখানাত কাম কৰিবলৈ ললো। এই পাঁচ-ছমাহত মই প্ৰায় দুশ গজ পটী আৰু ১৪।১৫ গজ কাপোৰ ল'লো। কিন্তু সেই কাপোৰ যঁতৰত কটা সূতাৰ নাছিল। জেলৰহে আছিল। সেইকাৰণে সেইবোৰ তাতে থৈ দিলো। কিন্তু আহিবৰ সময়ত দাম দি পটীবোৰ কিনি ললো। মই জুলাইৰ প্ৰথম সপ্তাহত গ্ৰেপ্তাৰ হৈছিলো আৰু ডিচেম্বৰৰ শেষলৈকে তাত থাকি মুক্তি পালো। সময় অতিবাহিত হওঁতে দেৰি নালাগিল।

ইতিমধ্যে দীপনাৰায়ণ বাবুও তালৈ আহিল। তেওঁ আমাৰ লগত একেটা কোঠাতে থাকিল। দক্ষিণ আফ্ৰিকাৰ স্বামী ভৱানীদয়াল সেই ৱাৰ্ডতে আছিল। অন্যান্য ৱাৰ্ডত যি সকল বন্ধু আছিল জেইলাৰৰ অনুমতি লৈ যেতিয়াই তেতিয়াই আমাৰ ওচৰলৈ আহিছিল অথবা আমি তেওঁলোকৰ ৱাৰ্ডলৈ গৈ তেওঁলোকক সেইদৰে লগ পাইছিলো ; কোনো কথাতে অসুবিধা হোৱা নাছিল। কিতাপ সম্বন্ধে কিছু বাধা আছিল। মেজিষ্ট্ৰেট বা পুলিচে ‘পাছ্’ নকৰিলে আমি কোনো কিতাপ পাব নোৱাৰিছিলো ‘পাছ্’ কৰা মানুহজন বৰ বেছি লিখ-পঢ়া কৰা মানুহ যেন মনে নধৰিছিল। কিতাপৰ নামত কোনো প্ৰকাৰে ‘পলিটিক্স’ অথবা ‘পলিটিকেল’ শব্দ থাকিলে তেনে কিতাপ তেওঁ কেতিয়াও পাছ্ নকৰিছিল। য’ত এই শব্দ নাথাকে তেনে কিতাপ তেওঁৰ চকুত যিমানেই বেয়া নালাগক পাছ্ কৰি দিয়ে। উদাহৰণ স্বৰূপে তাৰ এটা হাঁহি উঠা কথা শুনক।

কোনো এজনে কলেজত পঢ়োৱা ‘ইকনমিক্সৰ’ এখন পাঠ্যপুথি অনালে। কিতাপখনৰ নাম আছিল Text Book of Political Economy ; তেওঁ সেই কিতাপখন নামঞ্জুৰ কৰিলে ; কিয়নো নামটোত ‘পলিটিকেল’ শব্দ আছিল। কিন্তু A.B.C. of Communism আৰু Theory of Leisure Class পাছ্ কৰাত তেওঁ ইতস্তত: নকৰিছিল। প্ৰথম কিতাপটো কি ভাবি পাছ্ কৰিলে ক’ব নোৱাৰোঁ কিন্তু পিচৰখন সম্বন্ধে আমাৰ এনে অনুমান হ’ল যে তেওঁ হয়তো ভাবিলে যে ইয়াত আজৰি সময় থকা মানুহৰ মনৰ আনন্দৰ কাৰণে লিখা কথা আছে।

জেলত মই ভাবিলো যে গান্ধীজীৰ লেখা সৰহভাগ তেখেতৰ সাপ্তাহিকবিলাকৰ ফাইলতে পৰি আছে। যদিও মাদ্ৰাজৰ প্ৰকাশক শ্ৰীগনেশনে সেই সকলোখিনি একেলগে কৰি পুস্তক আকাৰত প্ৰকাশ কৰিছে আৰু মই তাৰ কাৰণে এক দীৰ্ঘ ভূমিকাও লিখিছোঁ তথাপি মোৰ মনত এনে ভাব হ’ল যে যদি এটা এটা বিষয়ৰ সকলো লিখা বেলেগে বেলেগে সংগ্ৰহ কৰি ছপোৱা হয় আৰু আৰম্ভণিতে সৰু ভূমিকা দি সেই লেখাবোৰৰ সংক্ষিপ্ত অৰ্থ দিয়া হয় যাৰ পৰা পাঠকে সেইবিষয়ে তেখেতৰ ভাবধাৰা কম কথাতে বুজি পায় আৰু তাৰ পিছত তেখেতৰ নিজৰ লিখনিত বিস্তৃতভাৱে একে ঠাইতে পঢ়ে তেন্তে ভাল হ’ব। সেইকাৰণে মই তেখেতৰ লিখা কেইবা ভাগতো ভগালো। যেনে, অহিংসা, স্বৰাজ, সত্যাগ্ৰহ, শিক্ষা, খাদী ইত্যাদি। আকৌ প্ৰত্যেক বিষয়ৰে সৰু সৰু ৰচনা লিখিলো য’ত তেখেতৰ ভাবৰ সাৰাংশ দিয়া হ’ল। তেখেতৰ

লিখাবোৰ বাচি ললোঁ। কেইজনমান বন্ধুৱে তাৰ বেলেগে বেলেগে নকলো কৰি দিলে। মোৰ ভূমিকাও সম্পূৰ্ণ হ'ল। এনেতে মই মুক্তি পালো।

বাহিৰলৈ অহাৰ পিছত সেইবোৰ আকৌ এবাৰ চাই ছপাবলৈ সময় নাপালো। গান্ধীজীৰ লগত দেখা হ'লত এনে কৰাটো তেখেতে কেনে দেখে সুধিলো। তেখেতে অনুমতি দিলে। এই কথাও ক'লে যে কোনোবাই কিছুদিন আগতে গুজৰাটী ভাষাত এনে সংগ্ৰহকে ছপাইছে; আৰু কিছুমান বন্ধুৱে এই কথা পছন্দ কৰিলে। বিশেষকৈ পুৰুলিয়াৰ শ্ৰীনিবাৰণ চন্দ্ৰ দাসগুপ্তই এই কাম বৰ ভাল দেখিলে। তেওঁ ভূমিকাৰ কিছু সংশোধনীৰ পৰামৰ্শ দিলে যিবোৰ মই মানি লৈছিলো। ১৯৩১ চনত ইয়াক প্ৰেছলৈ পঠাব নোৱাৰিলো। ১৯৩২ চনত আমি যেতিয়া আকৌ গ্ৰেপ্তাৰ হ'লো তেতিয়া সদাকত আশ্ৰমো জবদ হ'ল। সেই লেখা মই আৰু ঘূৰাই নাপালো। ক'ব নোৱাৰোঁ ক'ত ৰাখিছিল আৰু কেনেকৈ হেৰাল।

জেলত যঁতৰত সূতা কটা আৰু উদ্যোগ সম্বন্ধীয় কথাৰ উপৰিও ধৰ্ম্ম সম্বন্ধীয় কিতাপৰ অধ্যয়নো হৈছিল। ছাপ্ৰাৰ পণ্ডিত ভৰত মিশ্ৰজীও আমাৰ লগত আছিল। তেওঁৰ পৰা বাল্মীকিৰ ৰামায়ণৰ কাহিনী শুনিছিলো। মই নিজেও পোন প্ৰথমে প্ৰধান প্ৰধান উপনিষদসমূহো আদ্যোপান্ত পঢ়ি গলো।

ওপৰত কৈ অহাৰ দৰে হাজাৰীবাগ জেললৈ প্ৰদেশৰ প্ৰায় সকলো মুখিয়াল কংগ্ৰেছীলোকক পঠোৱা হৈছিল। মই সদায় গোটেই প্ৰদেশতে যথেষ্ট ঘূৰি-পকি ফুৰিছিলো। সৰহভাগ কংগ্ৰেছ কৰ্ম্মীকে জানিছিলো। কিন্তু জেলত যিমানদিন একেলগে থাকিবলৈ সুবিধা পালোঁ বাহিৰত থাকোঁতে সিমান সুবিধা কেতিয়াও পোৱা নাছিলো। তাতে স্বামী ভৱানীদয়ালৰ লগত বহুতদিন একেলগে থাকি পৰস্পৰে পৰস্পৰক জানিবলৈ সুবিধা পালোঁ। সেই স্মৃতি সদায় সুখৰ স্মৃতি হৈ থাকিব। মুজফ্ফপুৰ জিলাৰ ঠাকুৰ নবাব সিংহ পুৰণি মতৰ এজন বয়োবৃদ্ধ লোক আছিল—যদি এইদৰে কওঁ যে তেওঁ ইংৰাজী শিক্ষাত অনভিজ্ঞ আছিল, তেন্তে বেছি ভাল হ'ব। গান্ধীজীৰ অসহযোগ আন্দোলনে গাৱঁত বহুতকে প্ৰভাৱান্বিত কৰিছিল। বিহাৰত বিশেষকৈ গাৱঁৰ মানুহৰ ওপৰতেইহে বেছি প্ৰভাৱ পৰিছিল। চম্পাৰণত গান্ধীজীৰ কামৰ দ্বাৰা মানুহ পৰিচিত হৈ গৈছিল। সেই কাৰণে বেছি ভাগ গাৱঁতেই থকা কৃষকসকলৰ

ওপৰত তেখেতৰ খুব প্ৰভাৱ আছিল। এই প্ৰভাৱতে পৰি ঠাকুৰ নৱাৰসিংহ আৰম্ভণিৰ পৰাই এই আন্দোলনত লাগি পৰিছিল। আৰু অকলে অহাও নাছিল। তেওঁৰ ল'ৰা, ভতিজা, নাতি সকলোৰে সৈতে আহিল। সীতামঢ়ী চাব ডিভিজনত যি হ'ব লাগে, যিহকে কৰিব লাগে সেই সকলোৰে ভাৰ পৰিছিল ঠাকুৰ নৱাৰসিংহৰ ওপৰত। তেৰেঁই নেতৃত্ব কৰিছিল। আধুনিক ৰীতিত শিক্ষিত নহৈও তেওঁ ইমান জ্ঞানী আছিল যে সকলো কথা খুব সোনকালে বুজি লৈছিল। কংগ্ৰেছৰ হুকুম পালন কৰিবলৈ আৰু কৰাবলৈ যথাসাধ্য চেষ্টা কৰিছিল। তেৰেঁা নিজৰ পুতেকৰ সৈতে সেই জেলতে আছিল। তেওঁকো ভালকৈ জানিবলৈ মই তাতে সুবিধা পাইছিলো। তেওঁ জীৱনৰ শেষলৈকে নিজৰ মত দৃঢ়ভাৱে ৰক্ষা কৰিছিল। ১৯৪২ৰ আগষ্টত গান্ধীজী আৰু অন্যান্য সকলৰ প্ৰেপ্তাৰৰ পিছত যি হুলস্থুল আৰম্ভ হ'ল তাতো তেওঁ পোন প্ৰথম আন্দোলনত যি উৎসাহ, নিৰ্ভীকতা আৰু দৃঢ়-বিশ্বাসৰ সৈতে যোগ দিছিল তেনেভাৱেই যোগ দিলে। সীতামঢ়ী নেপালৰ ওচৰত। তেওঁ পলিচৰ অত্যাচাৰৰ পৰা সাৰি কাম কৰিবৰ কাৰণে নেপালৰ তৰাইলৈ গুচি গ'ল। তাৰে পৰা কংগ্ৰেছৰ কাম কৰি থাকিল। তাতে বেমাৰত পৰিল আৰু আমি জেলতে শুনিলো যে তেওঁৰ মৃত্যু হ'ল।

স্বামী সহজানন্দও জেলত আছিল। বহুতে তেওঁৰ ওচৰত গীতা পঢ়িছিল। মোৰো ইচ্ছা আছিল কিন্তু সময়ৰ অভাৱত এই ইচ্ছা পূৰ্ণ নহ'ল। কিন্তু মোৰ সকলোতকৈ বেচি ঘনিষ্ঠতা হ'ল শ্ৰীনিবাৰণ চন্দ্ৰ দাসগুপ্তৰ লগত। তেওঁ এজন সাধু প্ৰকৃতিৰ পুৰুষ আছিল। তেওঁ গান্ধীজীৰ অসহযোগ আন্দোলনক কেৱল এক ৰাজনৈতিক আন্দোলন বুলি নাভাবি ধাৰ্ম্মিক উত্থানৰ এটা উপায় বুলিও ভাবিছিল। তেওঁৰ লগত আমি পতঞ্জলিৰ যোগসূত্ৰ অধ্যয়ন কৰিছিলো। তাতেই তেওঁৰ বিদ্যা আৰু গভীৰ গৱেষণা শক্তিৰ পৰিচয় পালো। তেওঁ কেনেকৈ নিজৰ জীৱনটো সেই শাস্ত্ৰীয় নিয়ম অনুসৰি গঢ় দিবলৈ চেষ্টা কৰিছে তাকো গম পালো। কিছুদিনৰ পিছত ক্ষয়ৰোগগ্ৰস্ত হৈ এনে এখন আসন শূন্য কৰি থৈ গ'ল যিখন আসন আজিলৈকে পূৰ্ণ হোৱা নাই।

জেলত কিছুমান কথাত নিজৰ ভিতৰত আনন্দদায়ক প্ৰতিদ্বন্দ্বিতাও হৈছিল। কিছুমানে 'বন্দী' অথবা 'কয়দী' নামৰ এখন হাতে লিখা মাহেকীয়া কাকত উলিয়ালে। অন্যবিলাকে 'কাৰাগাৰ' নাম দি আন এখন মাহেকীয়া কাকত উলিয়ালে আৰু তাত লিখিলে যে কয়দী বা

খলী অহাযোৱা কৰি থাকে, পৰিবৰ্ত্তন হৈ থাকে, কিন্তু কাৰাগাৰ স্থায়ীৰূপত চলিয়েই থাকে। এই আলোচনীবোৰত ৰাষ্ট্ৰীয় আন্দোলন সম্বন্ধীয় কথা লিখা হৈছিল। এক বিশেষ সংখ্যাত সকলো জিলাৰ মুখিয়াল কৰ্ম্মীসকলৰ দ্বাৰা নিজ নিজ জিলাৰ আন্দোলনৰ প্ৰগতি সম্বন্ধে লিখোৱালে। মোৰ মতেৰে তাত এনে কিছুমান তথ্য আছে যাৰ পৰা আন্দোলনৰ ইতিহাস লিখিব পৰা যাব। ক'ব নোৱাৰোঁ সেই বিশেষ সংখ্যা ক'ত আছে। এই আলোচনীবোৰৰ প্ৰধান প্ৰবন্ধক আৰু লিখকসকলৰ ভিতৰত শ্ৰীস্বামী ভৱানীদয়াল, গঞ্জয়াৰ বাবু শ্ৰীমথুৰাপ্ৰসাদ সিংহ। শ্ৰীৰামবৃক্ষ বেনীপুৰী আৰু উৎসাহী যুৱক শ্ৰীমহামায়া প্ৰসাদ আছিল। দুই-এক সংখ্যাত কিছুমান ছবিও আছিল যিবিলাক আঁকাৰ বা আঁকোৱাৰ সম্মান লাভ কৰিছিল-গিদ্ধোৰৰ কুমাৰ কালিকাপ্ৰসাদ সিংহই।

এই জেল-যাত্ৰাত জেল সম্বন্ধে মোৰ বিশেষ জ্ঞান বা অভিজ্ঞতা নহ'ল। কিয়নো নিজৰ মানুহেই ইমান আছিল যে অন্যৰ প্ৰতি অধিক মনযোগ নহলেই; দ্বিতীয়তে সাধাৰণ কয়দীসকলৰ লগত মিলা-মিচা কৰিবলৈও বেছি সুবিধা নাপাইছিলো। আমাৰ কাম কৰি দিবলৈ যি কয়দী পাইছিলো অথবা কাৰখানাত পটী বা কাপোৰ ব'বলৈ যাওঁতে তাত কাম কৰা যি কয়দীক লগ পাইছিলো কেৱল তেওঁলোকৰ লগতহে দেখা-শুনা হৈছিল, অন্যৰ লগত নহয়। কিন্তু ইয়াৰ ভিতৰতে যিবিলাকক পাইছিলো তেওঁলোকৰ বহুতেই ভাল যেন অনুমান হৈছিল। কোনো কাৰণত তেওঁলোক জেললৈ আহিছিল, কিন্তু সাধাৰণভাৱে তেওঁলোকৰ ভিতৰত এনে কোনো কথা দেখিবলৈ পোৱা নাছিলো যাৰ কাৰণে তেওঁলোকে দীঘলীয়া শাস্তি পোৱা উচিত বুলি মনে ধৰে। এই সম্বন্ধে পিছত অভিজ্ঞতা লাভ কৰিলো যাৰ উল্লেখ পিছত কৰা হ'ব।

প্ৰথমে আমি বাতৰিকাকত নাপাইছিলো আৰু এই অভাৱ সকলোৱেই বৰকৈ উপলব্ধি কৰিছিল। কিন্তু জেল এনে ঠাইত য'ত ব্যৱস্থা কৰিলে সকলো বস্তু পোৱা যায়। এই বিশেষ ব্যৱস্থাৰ কাৰণে মানুহে এটা শব্দ বিচাৰি উলিয়ালে। সেই শব্দটো হৈছে 'তিকড়ম'। কিছুমানে 'তিকড়ম'ৰ দ্বাৰা কেতিয়াবা কেতিয়াবা যি কোনো বাতৰিকাকতেই নহওক আনি লৈছিলেই। সেইবোৰ পঢ়ি ছপা খবৰ অন্যকো দিছিল। কিছুদিনৰ পিছত এজন লোকে সকলোৰে কথা মতে ক'ৰবাৰ পৰা বাতৰি কাকত আনি পঢ়িছিল আৰু সকলোকে খবৰ শুনাই দিছিল। যেতিয়া খবৰ শুনোৱাৰ সময় হয় তেতিয়া সকলোৱে উৎসুকতাৰে তেওঁৰ

কথাখিনি বাট চাই থাকে। তেওঁৰ স্মৰণ শক্তি আৰু কোবাৰ ধৰণো এনে আছিল যে সকলোৱে বৰ আনন্দ পাইছিল। গৱৰ্ণমেণ্টে কিছুদিনৰ পিছত বাতৰি কাকত দিয়া মঞ্জুৰ কৰিলে। কিন্তু তেওঁলোকৰ সকলো কাম যেনেকৈ হয় তেনেকৈয়ে দেখুৱাবৰ কাৰণে ক'লে যে বাতৰি কাকত দিয়া হয়; কিন্তু আমি সপ্তাহত এখন বাতৰি কাকত এবাৰ পাওঁ আৰু সিও 'ষ্টেট্‌চমেন' কাকতৰ সাপ্তাহিক সংস্কৰণ। এই কাগজ বিদেশৰ কাৰণে ছপোৱা হৈছিল। ইয়াত বিশেষকৈ এনে কথা থাকে যিবোৰ জানিবৰ কাৰণে আমাৰ ভিতৰত বোধহয় কাৰো উৎসুকতা নাই। তাৰ খবৰো এনে আছিল যিবোৰত বিদেশী পাঠকৰহে আগ্ৰহ থাকিব পাৰে আৰু এসপ্তাহ পুৰণি। ভাৰতত থকা সকলৰ বিশেষকৈ সত্যাগ্ৰহী-সকলৰ সেই খবৰৰ পৰা একো লাভ নহয়। বিধানৰ ৰূপতে হওক অথবা অন্য কোনো সংস্কাৰৰ ৰূপতে হওক বৃটিছ চৰকাৰে যি সুবিধা দিয়াৰ কথা ঘোষণা কৰে তাৰ সৰহভাগ এনেকুৱাই! ক'বৰ কাৰণে এটা বস্তু দিলে যিটোত কোনো সাৰ নাই, প্ৰকৃত কথা নাই। এইবিলাক বস্তুকে লৈ জেলৰ দিনবোৰ অতিবাহিত হৈছিল।

## ৯৩। ঘূৰণীয়া মেজ-মেল আৰু পণ্ডিত মতিলাল নেহেৰুৰ মৃত্যু।

সেই সময়ত মই হাজাৰীবাগ গৈ পোৱাৰ অলপ দিনৰ পিছতেই লণ্ডনত হ'ব লগীয়া ঘূৰণীয়া মেজ-মেলৰ কথা উঠিল। পোন প্ৰথমে মিস্টাৰ শ্লোকোম্বেই পণ্ডিত মতিলালজীৰ লগত হোৱা দেখা সাক্ষাতৰ কথা প্ৰকাশ কৰিলে। তাৰ পিছত শ্ৰীতেজবাহাদুৰ চাপ্ৰু আৰু শ্ৰীজয়কাৰে মধ্যস্থতা কৰিবলৈ ধৰিলে। তেওঁলোকৰ মধ্যস্থতাৰ কাৰণেই পণ্ডিত মতিলাল, পণ্ডিত জৱাহৰলাল আৰু ডাক্তৰ মহমুদক নাইনী জিলাৰ পৰা পুনালৈ লৈ যোৱা হ'ল আৰু তাতে তেওঁলোকে মহাত্মা গান্ধী আৰু ৱৰ্কিং কমিটিৰ অন্য কিছুমান সদস্যৰ লগতে আলোচনা কৰিলে। কিন্তু মত নিমিলাত আলোচনা ব্যৰ্থ হ'ল। মই হাজাৰীবাগ জেলত থকা আমাৰ লগৰ মানুহৰ এটা কথা দেখিলোঁ। যেতিয়া বাতৰিকাকতত আপোচৰ কোনো কথা প্ৰকাশ হয় তেওঁলোকে বৰ উৎসুকতাৰে পঢ়ে আৰু সকলোৱে নিজৰ ভিতৰতে খুব তৰ্ক কৰে। এনে ধাৰণা হয় যে তেওঁলোকৰ

বহুতেই আপোচৰ কাৰণে আগ্ৰহান্বিত। কিন্তু এনে লোকো অৱশ্যে আছিল যি এই কথাত লাগি আছিল যে যেতিয়ালৈকে স্বৰাজ সম্বন্ধে সন্তোষজনক মীমাংসা নহয় তেতিয়ালৈকে আপোচ হ'ব নালাগে। কিন্তু অন্য এনে লোকো আছিল যি ভাবিছিল যে ঘূৰণীয়া মেজ-মেলত কিবা নহয় কিবা এটা সন্তোষজনক ফল হ'বই গতিকে এতিয়া ইয়াত বেছি কাজিয়া নকৰি তালৈ যাবলৈ মান্তি হ'ব লাগে। আপোচ যেতিয়া নহ'ল তেতিয়া এনে লোকসকলৰ এই কথা নিশ্চয় ভাল নালাগিল।

ডিচেম্বৰ মাহত জেলৰ পৰা মুক্তি লাভ কৰিয়েই মই প্ৰোনে পোনে বোম্বাইলৈ গলো; কিয়নো সেই সময়ত বোম্বায়েই আন্দোলনৰ এক প্ৰকাৰ কেন্দ্ৰ হৈ পৰিছিল। তাত আজাদ মৈদানত সভা হয় আৰু কংগ্ৰেছ আস্পতালত সকলো মানুহৰে সেৱা-শুশ্ৰূষাৰ ব্যৱস্থা আছিল। তাৰ কপাহৰ বজাৰ বহুত দিনলৈকে বন্ধ আছিল। তাৰ জনতাই অন্য ধৰণেৰে আন্দোলনত জপিয়াই পৰিছিল। তালৈ গৈ মই সকলোৰে লগত দেখা কৰিলো। চৰ্দ্দাৰ বল্লভভাইৰ লগতো দেখা হৈছিল।

বিহাৰত চৌকিদাৰী-টেক্স বন্ধ কৰা কাৰ্য্যসূচী চলি আছিল। গবৰ্ণমেণ্টে বৰ কঠোৰভাৱে তাক দমন কৰিছিল। যাৰ পৰা দুই-চাৰি অনাও পাব-লগীয়া থাকে তেওঁৰ বহুত বস্তু নষ্ট কৰিছিল। য'ত কোনো গাৱঁৰ মানুহে টেক্স বন্ধ কৰে গাওঁখনকে লুটি পেলায়। আমাৰ জমিদাৰীৰে এখন গাৱঁৰ সম্বন্ধে মই সকলো কথা জানিছিলো। তালৈ পুলিচ গৈ এটা মানুহক গুলী কৰি মাৰি পেলালে আৰু আন এটাক খুব পিটিলে। এখন গাৱঁলৈ মই নিজেই গৈ দেখিলো; ঘৰৰ ভিতৰলৈ সোমাই ভঁৰাল ভাঙি পেলালে। সকলো সাজ-বাচন গুৰি কৰি পেলাইছিল। এনেকি চাৰপাইৰ ৰচীবোৰো কাটি পেলাইছিল। আনকি ঘৰৰ খুটাও কাটি পেলাইছিল। এখন গাৱঁত এনে হৈছিল যে পুলিচ যোৱাৰ পিছুত গাৱঁত মানুহে পিন্ধাহু গুচাবৰ কাৰণে নাদৰ পৰা পানী তুলিবলৈ এটা কলহো নাছিল আৰু এদাল ৰচীও নাছিল। গাৱঁত এনে ধৰণৰ ঘটনা বহুত হৈছিল। আমাৰ অনুপস্থিতিত বহুত ঠাইত গুলীও চলিছিল। খুব জোৰেৰে দমন চলি আছিল। পিছুত গবৰ্ণমেণ্টে যেতিয়া দেখিলে যে মানুহে জেললৈ যাবলৈ ভয় নকৰে তেতিয়া জৰিমনা কৰিবলৈ আৰম্ভ কৰিলে। জৰিমনাৰ মোটা মোটা টকা আদায় কৰোঁতে ঘৰৰ মানুহৰ লগত যথেচ্ছাচাৰ কৰিছিল; এটাৰ কাৰণে দহটা বস্তু নষ্ট কৰিছিল। হাইকৰ্টত কোনোবাই আপীল কৰিলত এনে এটা ৰায় দিলে যে হিন্দুৰ যুক্তপৰিয়ালৰ এজন মানুহৰ দোষৰ

কাৰণে গোটেই পৰিয়ালৰ সম্পত্তি নিলাম বা জব্দ কৰিব নোৱাৰে। ইয়াৰ কাৰণে কিছু বাধা পৰিল যদিও জৰীমনা আৰু চৌকিদাৰী-টেক্স নিদিয়াৰ কাৰণে যি লুটপাট হৈছিল তাৰপৰা মানুহৰ মাজত আতঙ্কৰ সৃষ্টি হোৱা দেখা গৈছিল। কিন্তু ইমানতো আন্দোলন চলিয়েই আছিল, ক'তো বন্ধ হোৱা নাছিল।

প্ৰায় এনে সময়তে পণ্ডিত মতিলালজীক মুক্তি দিলে। তেওঁৰ স্বাস্থ্য বৰ বেয়া হৈছিল। মই প্ৰয়াগলৈ গৈ তেওঁৰ লগত দেখা কৰিলোঁ। তেওঁ চিকিৎসাৰ কাৰণে কলিকতালৈ গ'ল। তাত কিছুদিন থাকি প্ৰয়াগলৈ উভতি আহিল। অসুস্থ থকা স্বত্বেও আন্দোলন চলোৱাৰ ভাৰ তেওঁ নিজে গাত পাতি লৈছিল। মই তেওঁৰ হুকুম মতে কাম কৰিছিলো। এই সময়ত কংগ্ৰেছ ৱৰ্কিং কমিটিক গৱৰ্ণমেণ্টে বে-আইনী বুলি ঘোষণা কৰিছিল। এনেভাৱে প্ৰাদেশিক তথা অন্য বহুতো কমিটি বে-আইনী হৈছিল। কিন্তু অনিয়মিতভাৱে আ।ম বৈঠক পাতিব পাৰিছিলো। ইফালে ইংলণ্ডত ঘূৰণীয়া মেজ-মেলৰ কাম প্ৰায় সমাপ্ত হৈ আছিল। কোনো কাম আগ নাবাঢ়িল। প্ৰধান মন্ত্ৰী মেকডোনাল্ডে এটা বক্তৃতা দি সেই মেল স্থগিত কৰি দিলে—তাত অঁকোৱা-পঁকোৱা কথা আছিল। কংগ্ৰেছক আৰু এবাৰ কনফাৰেঞ্চত যোগ দিয়াবলৈ চেষ্টা কৰিব লাগে বুলি তেওঁলোকৰ ইচ্ছা আছে যেন বুজা গ'ল। এই বক্তৃতাৰ কিছু আগতে পণ্ডিতজীৰ কথামতে ৱৰ্কিং কমিটিৰ যি সকল মেম্বাৰ বাহিৰত আছিল তেওঁলোকক প্ৰয়াগলৈ মতা হ'ল। সকলোলৈকে চিঠি পঠোৱা হ'ল। ইয়াৰ জাননী বাতৰিকাকতত দিব নোৱাৰিছিল আৰু দিয়াও নহৈছিল। লাহোৰত পুলিচে এজন সভ্যৰ খানাতালাচি কৰিলে। তেওঁৰ হাতত সেই চিঠি পালে। এই কথা বাতৰিকাকতত প্ৰকাশ হ'ল আমি সেই বাতৰি দেখিলোঁ। ইতিমধ্যে মেকডোনাল্ডৰ বক্তৃতা বাতৰি কাকতত প্ৰকাশ হ'ল। আমি ভাবিছিলো যে যদি এই বৈঠক হয় তেন্তে আমাক আগেয়ে ৱৰ্কিং কমিটিৰ সদস্য গ্ৰেপ্তাৰ কৰাৰ নিচিনাকৈ সকলোকে একেলগে গ্ৰেপ্তাৰ কৰি পেলাব। পণ্ডিতজীয়ে হুকুম দিলে যে মেকডোনাল্ডৰ বক্তৃতা সম্বন্ধে আলোচনা কৰিবলৈ ৱৰ্কিং কমিটিৰ বৈঠক অমুক তাৰিখে প্ৰয়াগত হ'ব বুলি প্ৰকাশ কৰা। ইফালে মালৱীয়জীয়েও সেই সময়তে অসুস্থ অৱস্থাতে মুক্তিলাভ কৰে। তেওঁকো নিমন্ত্ৰণ কৰা হ'ল।

সেই দিনটো আহি পৰিল। ৱৰ্কিং কমিটিৰ যি সকল সভ্য আহিব পাৰে প্ৰয়াগলৈ আহিলে। আমি সকলো গ্ৰেপ্তাৰ হ'ম কিন্তু পণ্ডিতজীক

কৈছিল যে আমি যেতিয়া মেকডোনাল্ডৰ বক্তৃতা সম্বন্ধে আলোচনা কৰিম বুলি ঘোষণা কৰিছোঁ তেনেস্থলত তেওঁলোকে গ্রেপ্তাৰ নকৰে। দৰাচলতে এনে হ'লো। সেইদিনা তৃতীয় প্রহৰৰ পৰা ৰাতি দেড় বজালৈকে আলোচনা চলি থাকিল। আমি এটা সিদ্ধান্তত উপস্থিত হ'লো আৰু সেই সিদ্ধান্ত অনুসৰি মিষ্টাৰ মেকডোনাল্ডৰ বক্তৃতা যথেষ্ট নহয় বুলি স্থিৰ কৰি তাক নামঞ্জুৰ কৰা হ'ল। পণ্ডিতজীয়ে নিজৰ অসুস্থ অৱস্থাতো নিয়মমতে কাম কৰি গ'ল আৰু আমাৰ হাজাৰ কোৱা স্বত্বেও নামানিলে। প্রস্তাৱ প্রস্তুত হৈ গ'ল। পণ্ডিতজীয়ে মত দিলে যে তাক তত্তালিকে প্রেছলৈ দিব লাগে; কিয়নো এনে নকৰিলে কিবা আপোচ হ'ব বুলি মানুহৰ মাজত শিথিলতা আহি পৰিব। মই কলোঁ যে প্রস্তাৱটো আৰু এবাৰ চাই ৰাতিপুৱা প্রেছলৈ দিয়া হওক। পণ্ডিতজীয়ে এই কথা মানি ল'লে। ৱৰ্কিং কমিটিৰ খবৰ ইংলণ্ড পালেগৈ। সেইদিনা ৰাতিয়েই আমি শোৱাৰ পিচত ইংলণ্ডৰ পৰা শ্রীশ্রীনিবাস শাস্ত্রী, চাৰ তেজবাহাদুৰ চাপ্রু আৰু শ্রীজয়কাৰৰ পৰা পণ্ডিতজীয়ে টেলিগ্রাম পালে যে তেওঁলোক ভাৰতবৰ্ষ ঘূৰি নোপোৱালৈকে কোনো খাটাং সিদ্ধান্ত যেন গ্রহণ কৰা নহয়। পিচদিনা ৰাতিপুৱা পণ্ডিতজীক যেতিয়া লগ পালোঁ তেওঁ টেলিগ্রাম দেখুৱালে আৰু ক'লে যে এতিয়া সেই প্রস্তাৱ বাতৰিকাকতলৈ নপঠাবা। কেৱল ইমানকে পঠোৱা যে ৱৰ্কিং কমিটিয়ে টেলিগ্রাম পোৱাৰ আগতেই সিদ্ধান্ত গ্রহণ কৰিলে কিন্তু টেলিগ্রাম পাই তাক প্রকাশ কৰা বন্ধ ৰাখিছে। মই সেই সময়ত প্রয়াগত প্রায়ে স্বৰাজ ভৱনতে থাকিছিলো।

এইবোৰৰ ফলস্বৰূপে গৱৰ্ণমেণ্টে ৱৰ্কিং কমিটিৰ বৰ্ত্তমান আৰু ভূতপূৰ্ব্ব সকলো সভ্যক এৰি দিলে। সত্যাগ্রহ আৰম্ভ হোৱাৰ পৰা ৱৰ্কিং কমিটিৰ কোনো সভ্য গ্রেপ্তাৰ হ'লে তেওঁৰ ঠাইত অন্য এজনক সভ্য কৰি লোৱা হৈছিল। এইদৰে আৰম্ভণিতে লোৱা সভ্য আৰু স্থানপূৰ্ণ কৰিবলৈ লোৱা সভ্যৰ ঠাই খালি হৈ পৰিছিল। সকলোকে এৰি দিছিল। মুক্তিলাভ কৰিয়েই গান্ধীজী প্রয়াগ পালেহি। সকলোকে মাতি নিলে। তাত আলোচনা আৰম্ভ হ'ল। পণ্ডিতজীৰ স্বাস্থ্য দিনক দিনে বেয়া হৈ যাবলৈ ধৰিলে। জৱাহৰলালজীক এই কাৰণেই মিয়াদ পূৰ হোৱাৰ আগতেই এৰি দিছিল। মই যেতিয়া ভাবো যে সেই অসুখৰ অৱস্থাতো পণ্ডিতজীয়ে সদায় কাম কৰি আছিল আৰু বাৰে বাৰে বাধা দিয়া স্বত্বেও মনা নাছিল—বিশেষকৈ সেইদিনা ৰাতি যেতিয়া ৱৰ্কিং কমিটিৰ বৈঠক বহুত নিশালৈকে আছিল আৰু প্রস্তাৱ লিখোঁতে আৰু সংশোধন কৰোঁতে তেওঁ

বিশ্ৰাম পৰিশ্ৰম কৰিছিল—তেতিয়া মই বুজোঁ যে পণ্ডিতজীৰ অসুখ যদিও সাধাৰণ নাছিল আৰু তেওঁৰ বয়সো যথেষ্ট হৈছিল তথাপি তেওঁ যদি ইমান পৰিশ্ৰম কৰিব লগা নহ'লহেঁতেন বোধহয় তেওঁৰ অসুখ নাবাঢ়িলহেঁতেন আৰু দেশে তেওঁৰ বুদ্ধিমত্তা আৰু দৃঢ়তাৰ পৰা আৰু কিছুদিন উপকৃত হোৱাৰ সুবিধা পালেহেঁতেন। তেওঁৰ অন্তিম দিনকেইটাত তেওঁৰ লগত থাকিবলৈ পোৱাৰ সৌভাগ্য মোৰ কাৰণে বৰ মহত্বপূৰ্ণ বুলি ভাবোঁ। সেই সময়তে তেওঁৰ ধীৰ-গম্ভীৰ স্বভাৱ, মেধাশক্তি আৰু দেশ-প্ৰেমৰ সম্পূৰ্ণ পৰিচয় মই পাইছিলো। তেওঁ এক মুহূৰ্ত্তত দেশত চলি থকা আন্দোলন, তাৰ প্ৰগতি তথা দেশৰ ভৱিষ্যতৰ কথাৰ বাহিৰে অন্য কোনো কথা নাভাবিছিল। নিজৰ স্বাস্থ্যৰ কথা অকণো নাভাবি দেশোদ্ধাৰৰ কথা চিন্তা কৰি আছিল।

কলিকতাৰ কবিৰাজ শ্ৰীশ্যামদাস বাচস্পতি আহিল। পৰিশ্ৰম কৰিবলৈ হাক্ দি থাকিল কিন্তু পণ্ডিতজীয়ে ক'ত মানে! শেষত তেওঁৰ অবস্থা বেয়া হৈ পৰিল। এদিন চিকিৎসাৰ কাৰণে তেওঁক লক্ষ্ণৌলৈ লৈ যোৱাৰ সিদ্ধান্ত কৰা হ'ল। পণ্ডিত জৱাহৰলাল আহি পৰিছিল। তেওঁ তেওঁক লৈ তালৈ গ'ল। পণ্ডিতজী ইমান প্ৰফুল্ল মনৰ লোক আছিল যে সেই সময়তো তেওঁ ধেমালি নকৰাকৈ নাথাকিছিল। তেওঁৰ চেহেৰা দেখিবলৈ বেয়া হৈ পৰিছিল। তেওঁৰ যোৱাৰ সময়ত মই যেতিয়া প্ৰণাম কৰিবলৈ গলো তেতিয়া হাঁহি হাঁহি তেওঁ তাত থকা সকলক ক'লে মোৰ চেহেৰা চোৱাঁ, মই Beauty competition-ত (সৌন্দৰ্য্য-প্ৰতিযোগিতাত) compete (প্ৰতিযোগিতা) কৰিবলৈ ওলাইছো। সকলোৱে জোৰ কৰি হাঁহিলে; কিন্তু সকলোৰে মনত আশঙ্কা আছিল যে হয়তো তেওঁক পুনৰ দেখিবলৈ নাপাব। সেয়ে হ'লো। লক্ষ্ণৌলৈ যাওঁতেই তেওঁৰ মৃত্যু হয়। মই তেওঁক লক্ষ্ণৌলৈ পঠিয়াই পাটনা পাইছিলোহিহে, তেনেতে বাতৰিকাকতত সেই দুঃসম্বাদ দেখিবলৈ পালোঁ। মই লগে লগেই উভতি আকৌ প্ৰয়াগলৈ গলো; কিন্তু মই গৈ পোৱাৰ আগতেই তেওঁৰ শৱৰ দাহকাৰ্য্য হৈ গ'ল।

এই সময়ত পণ্ডিতজীৰ মৃত্যুত গোটেই দেশতে হাঁহাকাৰ হ'ল, শোক উথলি উঠিল। গোটেই দেশতে কিমান শোকসভা হ'ল তাৰ হিচাপ নাই। প্ৰয়াগৰ বাজহুৱা শোক-সভাত ময়ো যোগ দিলো আৰু দুখাৰ ক'লো। কিন্তু দেশৰ যি ক্ষতি হ'ল তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। তেওঁৰ অভাৱ এই কাৰণে আৰু বেছি অনুভব কৰা হৈছিল

যে ঠিক সেই সময়তে ৱৰ্কিং কমিটিয়ে দেশৰ পৰিস্থিতি সম্বন্ধে আলোচনা কৰি আছিল, গৱৰ্ণমেণ্টৰ লগত কথা চলি আছিল অথবা চলাৰ কথা আছিল ; এনে সময়ত পণ্ডিতজীৰ দূৰদৰ্শিকতা আৰু নীতি-নিপুণতাৰ পৰা দেশ বঞ্চিত হ'ল ।

## ৯৪ । গান্ধী-আৰউইন চুক্তি

বিলাতৰ পৰা ঘূৰি আহি ঘূৰনীয়া মেজ-মেলৰ সদস্যসকলৰ ৱৰ্কিং কমিটিৰ লগত দেখা হ'ল। তেওঁলোকে তাৰ সকলো কথা ক'লে। বাকী সকলো কথাৰ উপৰিও মহাত্মাজীয়ে এই কথাত বেছি জোৰ দিলে যে আন্দোলন দমন কৰোঁতে চৰকাৰী কৰ্ম্মচাৰীসকলে যি অত্যাচাৰ কৰিছিল সেই বিষয়ে তাক নিৰপেক্ষ আদালতে তদন্ত কৰাটো চৰকাৰে মানি ল'ব লাগে। কিন্তু লৰ্ড আৰউইনে এই কথা শুনিবও নুখুজিছিল । প্ৰয়াগত এনে ধাৰণা হ'ল যে, কথা আগ নাবাঢ়িবই ইয়াতেই শেষ হৈ যাব। মহাত্মাজী নিজৰ কথাত অলৰ হৈ থাকিল। ভাইচৰয়ৰ লগত তেখেতৰ দেখা কৰাৰ কথা চলিল ; কিন্তু যেতিয়ালৈকে গান্ধীজী নিজৰ কথাত অলৰ হৈ থাকিল তেতিয়ালৈকে এনে হোৱা সম্ভৱ নাছিল। শেষত এদিন মহাত্মাজীয়ে নিজেই ভাইচৰয়লৈ চিঠি লিখিলে আৰু তেওঁৰ লগত দেখা কৰাৰ ইচ্ছা প্ৰকাশ কৰি সময় বিচাৰিলে। ইয়াৰ দ্বাৰা দেখা-সাক্ষাতৰ পথ মুকলি হৈ পৰিল। দিল্লীত দুইবো দেখা হ'ল। ৱৰ্কিং কমিটিৰ সভ্যসকলকো তালৈ মাতিলে। ময়ো গৈ অন্যান্য সভ্য থকা ডাক্তৰ আন্সাৰীৰ ঘৰত উঠিলোঁগৈ। প্ৰায় বিশ দিনলৈকে প্ৰতিদিন মহাত্মাজীৰ এই সাক্ষাৎ হৈছিল। কেতিয়াবা কেতিয়াবা গান্ধীজী গোটেই দিন ভায়চৰয়ৰ তাতে থাকে আৰু কেতিয়াবা কেতিয়াবা বহুত ৰাতিহে উভতি আহে। যিদিনা তাতে থাকে মীৰা বহনে তেখেতৰ আহাৰ তালৈকে লৈ যায়। তাৰ পৰা ঘূৰি আহি মহাত্মাজীয়ে আমাৰ সকলোকে গোটাই লৈ তাৰ কথা-বতৰাৰ সাৰাংশ কৈ দিয়ে আৰু আমাৰ মতামত লৈ লয়। কোনো দিনা ৰাতি দেৰিকৈ আহিলে আমি যেতিয়া শুই পৰোঁ। মহাত্মাজী আহি পোৱাৰ পিছত আকৌ উঠি তেখেতৰ পৰা সকলো কথা শুনি লওঁ ।

আন্দোলনত গুজৰাটৰ খেতিয়কৰ বহুত মাটি জব্দ কৰিছিল; চৰ্দাৰ বল্লভভাই পেটেলে সেই সকলো মাটি ঘূৰাই দিব লাগে বুলি লাগি আছিল আৰু আনহাতে বোম্বাইৰ চৰকাৰে এই কথা নামানিছিল। শেষত এই কথাত তদন্ত হোৱাই স্থিৰ হ'ল। লোণৰ কাৰণেই সত্যাগ্ৰহ আৰম্ভ হৈছিল। এই সম্বন্ধে দুখীয়াসকলে যথেষ্ট সুবিধা পাব লাগে বুলি মহাত্মাজীয়ে জোৰ দিছিল। পণ্ডিত জৱাহৰলাল এনেবোৰ আলোচনাত অসন্তুষ্ট আছিল। তেওঁ ভয় কৰিছিল যে এনে আপোচৰ কাৰণে দেশৰ অৱনতি হ'ব। বাকীসকলৰ মত আছিল যে সন্তোষজনক আপোচ যদি হ'ব পাৰে তেন্তে ভালেই হ'ব, বেয়া নহয়। মহাত্মাজী সদায় ৰাতিপুৱা ফুৰিবলৈ যায় আৰুময়ো লগত গৈছিলো। এদিন মই ক'লো যে এনে এটা উপায় কৰক যাতে আপোচ হৈ যায় আৰু আপোচ এনে হ'ব লাগে যাতে তাৰপৰা আমাৰ পৰাজয় নহয় বৰং জয় হোৱা যেনহে দেখিবলৈ পোৱা যায়। মহাত্মাজীয়ে হাঁহিলে আৰু ক'লে যে আপোচৰ পৰা জয়-পৰাজয় বুজা নাযায়। যদি জয় হয় তেন্তে আপোচ লাগে বিহকে নহওক জয় হ'বই আৰু মানুহে এইদৰেই ভাবিব; যদি পৰাজয় হয় তেন্তে আমি ওপৰৰ পৰা যিহকে নকওঁ আমি হাৰিমেই আৰু মানুহেও এইদৰেই ভাবিব। শেষত আপোচৰ যি চৰ্ত্তসমূহ লিখা হ'ল সেই বিষয়ে কেইবা-দিনো চালি-জাৰি বিচাৰ-বিবেচনা কৰা হ'ল। ইফালে মহাত্মাজীয়ে লৰ্ড আৰউইনৰ প্ৰতিটো শব্দকে ভালকৈ চাব লাগিছিল আৰু এইফালে আমাৰ লগতো ভালদৰে আলোচনা কৰিব লগা হৈছিল।

লৰ্ড আৰউইন আৰু মহাত্মাজী দুয়ো সহিষ্ণুতা আৰু ধৈৰ্য্যৰে আপোচৰ খচৰাৰ শেষ ৰূপ দিছিল। আমাৰ লগত যেতিয়া কথা হ'ল তেতিয়া তাত এনে এটা বাক্য আছিল যে মহাত্মাজীয়ে তাত অসত্যৰ গোন্ধ পাবলৈ ধৰিলে। লৰ্ড আৰউইনৰ লগত কথা-বতৰা হোৱাৰ সময়ত তেখেতে সেই শব্দকিটাৰ সেই অৰ্থ বুলি ভবা নাছিল। যেতিয়া আমাৰ লগত কথা হ'ল তেতিয়া আমাৰ কোনোবা এজন সেই বাক্যৰ এটা নতুন অৰ্থ কৰি অলপ আলোচনা কৰিলে। শুনিয়েই মহাত্মাজীৰ কাণ থিয় হ'ল। তেখেতে বৰ মনযোগেৰে পঢ়িলে আৰু ক'লে যে এই অৰ্থও হব পাৰে; কিন্তু যদি এই অৰ্থ হয় তেন্তে বাক্যটো অসত্য। ইতিমধ্যে লৰ্ড আৰউইনে বিলাতৰ পৰা আপোচ সেই ৰূপতে গ্ৰহণ কৰাই অনালে। যেতিয়া মহাত্মাজীয়ে গৈ তেওঁক এই কথা ক'লে তেতিয়া লৰ্ড আৰউইনো অসুবিধাত পৰিল। মহাত্মাজীয়ে কোনোৰকমে সেই কথা সেই ৰূপত

গ্ৰহণ কৰিব নোৱাৰে; কিয়নো, তাত অসত্যৰ গোন্ধ আছিল। শেষত লৰ্ড আৰউইনে সেই বাক্যটো পৰিবৰ্ত্তন কৰি দিলে আৰু মহাত্মাজীয়ে এই কথা সংশোধিত ৰূপত গ্ৰহণ কৰিলে। কথা স্থিৰ হৈ গ'ল। মই আপোচৰ কাৰণে বৰ ভাল পাইছিলো। পণ্ডিতজীয়ে খুব দুখ পাইছিল। মহাত্মাজীয়ে তেওঁক যথেষ্ট বুজালে যদিও তেওঁ সন্তুষ্ট নহ'ল।

এতিয়ালৈকে সত্যাগ্ৰহ স্থগিত কৰা হোৱা নাছিল। আপোচৰ কথা চলি আছিল আৰু সত্যাগ্ৰহো চলি আছিল। আপোচৰ কথা চলাত স্বাভাৱিকতে সত্যাগ্ৰহ অলপ চেঁচা পৰি গৈছিল; কিন্তু ইয়াৰ ভিতৰতে কেইবা ঠাইতো ডাঙৰ ঘটনা হৈ গৈছিল। মহাত্মাজীয়ে ভাইচৰয়ক সেইবোৰৰ কথা ক'লে। ভাইচৰয়ে সেই সম্বন্ধে সোধা-পোছা কৰিব বুলি প্ৰতিশ্ৰুতিও দিলে। আপোচত চহী হোৱাৰ লগে লগে ৱৰ্কিং কমিটিয়ে সকলো প্ৰদেশকে সত্যাগ্ৰহ বন্ধ কৰিবলৈ নিৰ্দ্দেশ দিলে। গৱৰ্ণমেণ্টেও কংগ্ৰেছ কমিটিসমূহৰ ওপৰৰ পৰা নিষেধাজ্ঞা তুলি ল'লে।

সেই সময়তে মোৰ সৰু ল'ৰা ধনুৰ বিয়াৰ কথা-বতৰা চলি আছিল। বিয়াৰ কাৰণে দিনো স্থিৰ হ'ল। ককাইদেৱে সেই দিনটো এই ভাবি স্থিৰ কৰিছিল যে তাৰ আগতেই লৰ্ড আৰউইনৰ লগত হ'ব লগা আলোচনা শেষ হৈ যাব আৰু মই বিয়াত যোগ দিব পাৰিম। কিন্তু আলোচনা দীঘল হৈ গ'ল। এনে ধাৰণা হ'ল যে সেইদিনালৈকে একো মীমাংসা হ'ব নোৱাৰিব। মই খবৰ দি দিলোঁ যে যদি আলাপ-আলোচনা সমাপ্ত হয় তেন্তে মই আহিম আৰু যদি নহয় তেন্তে মোৰ কাৰণে অপেক্ষা নকৰি নিৰ্দ্ধাৰিত দিনত বিয়া পাতিব লাগে কিন্তু বিয়াৰ ঠিক দুদিনৰ আগতে আপোচত চহী হৈ গ'ল। মই সেইদিনাই জিৰাদেইলৈ বুলি ৰাওনা হলো। বৰ-যাত্ৰা আৰম্ভ হোৱাৰ প্ৰায় পোন্ধৰ ঘণ্টাৰ আগতে জিৰাদেই পালোগৈ। আপোচৰ চৰ্ত্তত সত্যাগ্ৰহীসকলৰ মুক্তিৰ কথাও আছিল। সেইকাৰণে হাজাৰীবাগ জেলত থকা মোৰ কেইজনমান বন্ধুকো নিমন্ত্ৰণ কৰিছিলো; কিন্তু কোনো আহি নাপালেহি। মই কোনোৰকম পালোহি।

মই ভাবোঁ যে লৰ্ড আৰউইনে আন্তৰিকতাৰে আপোচ কৰিছিল। তেওঁ বিচাৰিছিল যে যি যি কথা মীমাংসা হ'ল তাক ঠিকমতে কাৰ্য্যকৰী কৰিব লাগে আৰু পূৰ্ণ কৰিব লাগে। চিভিল চাৰ্ভিচৰ মানুহে আপোচ পছন্দ কৰা নাছিল। তেওঁলোকে বাধা দিয়াৰ কাৰণেই ইয়াৰ সিদ্ধান্ত লওঁতে ইমান সময় লাগিছিল। লৰ্ড আৰউইনে ভাৰতত আৰু লেবাৰ

(শ্ৰমিক) গৱৰ্ণমেণ্টে বিলাতৰ পৰা জোৰ দি এই আপোচ কৰাইছিল। মই আশা কৰিছিলো যে এবাৰ মীমাংসা হ'লে সকলো কাম ঠিক মতে হ'ব আৰু আমি নিশ্চিন্ত মনেৰে ৰচনাত্মক কাম কৰিব পাৰিম। কিন্তু দুৰ্ভাগ্যবশতঃ লৰ্ড আৰউইনৰ সময় পূৰ হৈ আহিছিল। তেওঁ সোনকালেই, এমাহ-দেড়মাহৰ পিচতেই যাবলগীয়া আছিল। তেওঁৰ ঠাইত লৰ্ড উইলিংডন ভাইচৰয় হৈ আছিল। তেওঁ বোম্বাই আৰু মাদ্ৰাজৰ গৱৰ্ণৰ হৈছিল। ভাৰতবৰ্ষৰ লগত তেওঁৰ বহুত দিনৰে পৰা ঘনিষ্ঠতা আছিল। চিভিল চাৰ্ভিচৰ গতি-বিধিৰ লগতো তেওঁ ভালকৈ পৰিচিত আছিল। তেওঁ আহি চিভিল চাৰ্ভিচৰ লগত হাত মিলালেহি। তেওঁ ভাৰতবৰ্ষ পোৱাৰ লগে লগেই বতাহৰ গতি বেলেগ হৈ গ'ল। যেহেতু আপোচ হৈ গৈছিল সেইকাৰণে তেওঁ তাক দেখাদেখিকৈ অস্বীকাৰ কৰিব খোজা নাছিল; কিন্তু আপোচৰ চৰ্ত্তসমূহ পূৰা কৰোঁতে সকলো প্ৰকাৰৰ অৱহেলা হ'বলৈ ধৰিলে।

মই এই কথা মানো যে এই আপোচ বৰ মহত্বপূৰ্ণ আছিল। প্ৰথম কথা আছিল যে বৃটিছ গৱৰ্ণমেণ্টে ভাৰতীয় জনতাৰ প্ৰতিনিধিমূলক এটা সংস্থাৰ লগত আলোচনা আৰু আপোচ কৰিবলৈ আগবঢ়া এয়ে প্ৰথম। দ্বিতীয় কথা, লোণ সম্বন্ধে দুখীয়া সকলো সুবিধা পালে। তৃতীয় কথা আছিল কংগ্ৰেছ ঘূৰণীয়া মেজ-মেললৈ গৈ বিধান ৰচনা কৰাত ভাগ ল'বলৈ পাইছিল। বিধানত ইংৰাজ সকলৰ সুৰক্ষা আৰু সংৰক্ষণৰ কাৰণে যে চৰ্ত্ত ৰখাৰ কথা আছিল সেইবোৰ ভাৰতৰ কাৰণে হিতকৰ হয়নে নহয় তাকেহে বিচাৰ কৰিবলগীয়া আছিল আৰু সেইবোৰ জনতাৰ কাৰণে হিতকৰ হলেহে গ্ৰহণ কৰিব পৰা হ'ব। চতুৰ্থ কথা আছিল যে গোটেই ভাৰতৰ কাৰণে কংগ্ৰেছ এটা কেন্দ্ৰীয় চৰকাৰ মানি লৈছিল; কিন্তু প্ৰদেশ সমূহে নিজৰ ব্যৱস্থা কৰিব পৰা স্বতন্ত্ৰতা পোৱাৰ কথা আছিল আৰু এই কেন্দ্ৰীকৰণত দেশীয় ৰজাসকলেও যোগ দিয়াৰ কথা আছিল। অস্পষ্ট হ'লেও এনেধৰণৰ কেইবাটা কথাও আগত আহি পৰিছিল। সেইকাৰণে মই ইয়াৰ পক্ষপাতী আছিলো আৰু ইয়াত সন্তুষ্টও হৈছিলো। খেদ মাত্ৰ ইমানেই যে চৰকাৰৰ ফালৰ পৰা আগৰ বহুতো ঘোষণা আৰু প্ৰতিজ্ঞাৰ দৰে ইয়াকো পূৰ্ণ কৰা নহ'ল।

(প্ৰথম খণ্ডৰ সমাপ্ত)